# ভাৰতৰ ইতিহাস

মূল

ডঃ ডি. ডি. কোশাম্বী

অনুবাদ

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য



অসম প্ৰকাশন পৰিষদ

গুৱাহাটী-৭৮১০২১

*BHARATAR ITIHAS : Assamese translation of Dr. D. D. Kausambi's book by Birendra Kumar Bhattacharya and published by Laxmi Nath Tamuly IAS, Secretary Publication Board Assam, Guwahati 781021, Assam, India.*

Third edition, December 2003 Price Rs 150 00

অসম প্ৰকাশন পৰিষদৰ আগতীয়া লিখিত অনুমতি অবিহনে এই গ্ৰন্থ বা ইয়াৰ কোনো অংশ ফটোকপি, ৰেকৰ্ডিং আদিৰ দৰে কোনো ইলেক্ট্ৰনিক বা যান্ত্ৰিক উপায়েৰে অথবা কোনো তথ্যৰ সংগ্ৰহ পুনৰ ব্যৱহাৰ প্ৰণালীৰে পুনৰ প্ৰকাশ কৰিব নোৱাৰিব বা আন কোনো ৰূপত ব্যৱহাৰ কৰিব নোৱাৰিব।

No part or whole of this publication may be reproduced or utilized in any form or by any means, electronic or mechanical, including photocopying, recording or by any information storage and retrieval system, without the prior permission in writing from Publication Board Assam

প্ৰকাশক
লক্ষ্মীনাথ তামুলী আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১ ০২১

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী ১৯৭৩
দ্বিতীয় প্ৰকাশ ঃ মাৰ্চ ১৯৮১
তৃতীয় প্ৰকাশ ঃ ডিছেম্বৰ ২০০৩

মূল্য ঃ ১৫০ ০০ টকা

মুদ্ৰণ
ভৱানী অফ্ছেট এণ্ড ইমেজিং চিষ্টেম্‌ছ প্ৰাঃ লিঃ
ৰাজগড় ৰোড, গুৱাহাটী ৭৮১ ০০৭

# সচিবৰ ভূমিকা

১৯৫৮ চনতে প্ৰতিষ্ঠাপিত অসমৰ জাতীয় অনুষ্ঠান অসম প্ৰকাশন পৰিষদে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিলৈ অনেক মূল্যবান অৱদান আগবঢ়াইছে। পৰিষদে আৰ্থিক লাভালাভলৈ আওকাণ কৰি আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ শ্ৰেষ্ঠ সাহিত্যিকসকলৰ ৰচনাৰাজি একত্ৰে সঙ্কলন— যথা, গোহাঞিবৰুৱা ৰচনাৱলী, জ্যোতিপ্ৰসাদ ৰচনাৱলী, ফণী শৰ্মা ৰচনাৱলী, বাণীকান্ত ৰচনাৱলী,অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, লম্বোদৰ বৰা ৰচনাৱলী, ভোলানাথ দাস ৰচনাৱলী আদিৰ উপৰিও সাহিত্যিক-ৰাজনীতিক গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আদিসকলৰ সমগ্ৰ ৰচনা প্ৰকাশ কৰি অসমীয়া বুদ্ধিসত্তা আৰু বৌদ্ধিক জগতত এক আলোড়নৰ সৃষ্টি কৰিছে। ঠিক একেদৰে বিশ্ববিশ্ৰুত মহাত্মা গান্ধী, জৱহৰলাল নেহৰু, ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ, ৰাস্কিন, ৰাছেল, ৰবীন্দ্ৰনাথ আদিৰ লেখীয়া মনীষীসকলৰ চিন্তা-ভাবনা প্ৰকাশক গ্ৰন্থৰ প্ৰকাশৰদ্বাৰা অসমীয়া পাঠকৰ মানসিক দিগন্ত বিস্তৃত-বিধৌত কৰাত সহায় কৰিছে। অসমৰ প্ৰাচীন বুৰঞ্জী অধ্যয়নৰ দিশতো অসম প্ৰকাশন পৰিষদ এক বলিষ্ঠ ভূমিকাত অৱতীৰ্ণ হৈছে। ড° মহেশ্বৰ নেওগৰ প্ৰাচ্য-শাসনাৱলী, ড° ডিম্বেশ্বৰ শৰ্মাৰ কামৰূপ-শাসনাৱলী, হিতেশ্বৰ বৰবৰুৱাৰ আহোমৰ দিন, গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী, পদ্মনাথ গোহাঞিবৰুৱাৰ অসমৰ বুৰঞ্জী, ড° হেৰম্বকান্ত বৰপূজাৰীৰ দ্য কম্প্ৰিহেনচিভ হিষ্ট্ৰি অব আচামকে ধৰি বুৰঞ্জী বিষয়ক গ্ৰন্থ প্ৰকাশ কৰি পৰিষদে বুৰঞ্জী ৰচনাৰ ধাৰাবাহিকতা অটুট ৰাখিছে। এই দিশত এক বলিষ্ঠ সংযোজন হ'ল অসমৰ প্ৰথম আলোচনী অৰুনোদই, আসাম বন্ধু আৰু মৌৰ একত্ৰ সঙ্কলন।

বৈষ্ণৱ যুগৰ অৱদান বিষযক গ্ৰন্থ— সত্ৰীয়া নৃত্য আৰু সত্ৰীযা নৃত্যৰ তাল, সত্ৰ-সঙ্গীতৰ স্বৰৰেখা, কীৰ্তন-ঘোষা আৰু নাম-ঘোষা , প্ৰাচ্য-পাশ্চাত্যৰ ৰামাযণ, মহাভাৰত, ইলিয়াদ, ওডিছী আৰু ইনীদৰ দৰে ধ্ৰুপদী মহাকাব্যৰ প্ৰকাশনক আমাৰ পাঠক সমাজে সাদৰেৰে আঁকোৱালি লৈছে।

ভাৰতীয পৰম্পৰাৰ পঞ্চতন্ত্ৰ, হিতোপদেশ, কথা-সৰিৎ সাগৰ , বিশ্ব-সাহিত্যৰ অজান দেশত এলিচ আদি এক সংখ্যক প্ৰখ্যাত শিশু-গ্ৰন্থ আৰু জনপ্ৰিয় বিজ্ঞান বিষযক পুথিৰে অসম প্ৰকাশন পৰিষদে ভাষা-সাহিত্যৰ প্ৰচাৰ-প্ৰসাৰত সততে অৰিহণা যোগাই আহিছে।

কিন্তু অসম প্ৰকাশন পৰিষদৰ দৰে জাতীয় অনুষ্ঠান এটাৰ পৰা ইতিমধ্যে প্ৰকাশিত অনেক দুৰ্মূল্য আৰু দুষ্প্ৰাপ্য গ্ৰন্থ বছৰ বছৰ ধৰি প্ৰকাশ নোহোৱাকৈ থকাত গ্ৰন্থ-আগ্ৰহী সমাজ গ্ৰন্থ-অধ্যযনৰ পৰা বিৰত থাকিব লগাত পৰিছে। সেযেহে আমি এই ২০০৩ বৰ্ষতে প্ৰায ছকুৰি গ্ৰন্থ পুনঃ মুদ্ৰণ কৰি পাঠকসমাজলৈ আগবঢ়ালো। আশা কৰিছো, পঢ়ুৱৈ সমাজে প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ববৎ আগ্ৰহেৰে আদৰি ল'ব।

**লক্ষ্মীনাথ তামুলী** আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
ডিছেম্বৰ ২০০৩

# প্ৰথম সংস্কৰণৰ ভূমিকা

বিদেশী ঐতিহাসিকসকলে এটা কথা প্ৰায়ে ঘোষণা কৰে যে ভাৰতৰ কোনোকালে ইতিহাস নাছিল, আছিল মাত্ৰ কিছুমান উপাখ্যানহে। এই গ্ৰন্থৰ ৰচয়িতা ডঃ কোশাম্বীয়ে তেনে উক্তিক তৰল পৰিহাস আখ্যা দিছে আৰু সেই শ্ৰেণীৰ ঐতিহাসিকে তেনে উক্তিৰ দ্বাৰা নিজৰ অধ্যয়নহীনতা, জ্ঞানহীনতা আৰু বুদ্ধিহীনতা ঢাকিবৰ বাবে চেষ্টা কৰিছে বুলি গ্ৰন্থৰ প্ৰথমতে কৈছে। তেনে তৰল উক্তিৰ প্ৰতি প্ৰত্যাহ্বান জনাই ডঃ কোশাম্বীয়ে উপাখ্যানহীন ভাৰতৰ বুৰঞ্জী পুনৰ ৰচনা কৰাৰ প্ৰতিশ্ৰুতিৰে এই গ্ৰন্থ ৰচনা কৰিছে।

ডঃ কোশাম্বীয়ে ভাৰতৰ এই নতুন ইতিহাসৰ যোগেদি ভাৰতৰ বুৰঞ্জী অধ্যয়নক বিজ্ঞানসম্মত কৰাত কৃতকাৰ্যতা লাভ কৰাৰ উপৰিও গ্ৰন্থখনত এক সম্পূৰ্ণ আধুনিক দৃষ্টিভঙ্গী গ্ৰহণ কৰিছে।

গ্ৰন্থখনিৰ মূল্য আৰু প্ৰযোজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখিয়েই ইয়াৰ এক অসমীয়া অনুবাদ অসমীয়া পঢ়ুৱৈ সমাজলৈ আগবঢ়োৱা হ'ল। খ্যাতিমান সাহিত্যিক শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই গ্ৰন্থখনি মূল ইংৰাজীৰপৰা বিশেষ যত্নসহকাৰে অনুবাদ কৰাৰ উপৰি প্ৰুফ্ চোৱাৰ দায়িত্বও বহন কৰি আমাক উপকৃত আৰু অনুগৃহীত কৰিছে। তেওঁৰ প্ৰতি আমি গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

গ্ৰন্থখনিয়ে আমাৰ পঢ়ুৱৈ সমাজৰ প্ৰকৃত সমাদৰ লাভ কৰিব বুলি পৰম আশা কৰিলোঁ।

গুৱাহাটী
১ জানুৱাৰী, ১৯৭৩

চন্দ্ৰপ্ৰসাদ শইকীয়া

# দ্বিতীয় সংস্কৰণৰ ভূমিকা

গ্ৰন্থখনৰ প্ৰথম সংস্কৰণ অতি কম সময়ৰ ভিতৰতে শেষ হৈ যোৱাত পঢ়ুৱৈ সমাজৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি দ্বিতীয় সংস্কৰণ এটি প্ৰকাশ কৰা হ'ল। প্ৰথম সংস্কৰণত ৰৈ যোৱা দুই-চাৰিটা সংশোধনীৰ বাহিৰে দ্বিতীয় সংস্কৰণত একো পৰিবৰ্তন কৰা হোৱা নাই।

প্ৰথম সংস্কৰণৰ দৰে "ভাৰতৰ ইতিহাস'ৰ দ্বিতীয় সংস্কৰণো পাঠক-পাঠিকাৰ দ্বাৰা সমাদৃত হ'লে আমি পৰম কৃতাৰ্থ হ'ম।

গুৱাহাটী
মাৰ্চ ২, ১৯৮১

চন্দ্ৰপ্ৰসাদ শইকীয়া

# পাতনি

এই গ্ৰন্থখনক ভাৰতবৰ্ষৰ বুৰঞ্জী বুলি আভুৱা নাভাবো। মাথোন ইয়াত আধুনিক দৃষ্টিভঙ্গীৰে ভাৰত-বুৰঞ্জী অধ্যয়ন কৰিবলৈ চেষ্টা কৰিছোঁ ; কথা ইমানেই। গ্ৰন্থখন পঢ়ি যাতে পাঠকসকলে নিজে নিজে এই বুৰঞ্জী অধ্যয়ন কৰিবলৈ প্ৰেৰণা পায়, তাকে মই আশা কৰিছোঁ। সিমানকণো যদি নহয়, তেন্তে অন্ততঃ পাঠকসকলে যাতে অধিক সহানুভূতিশীল আৰু বুজন মনোভাৱেৰে ভাৰত-বুৰঞ্জীৰ সমীক্ষা কৰিবলৈ সমৰ্থ হয়, তাকে মই কামনা কৰিছোঁ। সেইকাৰণে অযথা বহুত উদাহৰণ অৱতাৰণা নকৰি কম উদাহৰণকে দি সেইবোৰক মোৰ নিজৰ সীমাবদ্ধ অভিজ্ঞতা আৰু পঢ়া-শুনাৰ আলমত বিশদভাৱে ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিছোঁ। ইয়াত দিয়া উদাহৰণবোৰ অতি সৰল। সৎভাৱেৰে যেযে কৰ্মক্ষেত্ৰত নামিছে সেযে এই উদাহৰণবোৰ দেখা পাইছে, প্ৰত্যেকটি উদাহৰণেই কিছুমান সাধাৰণ বৈশিষ্ট্যলৈ আমাৰ মন আকৰ্ষিত কৰে। পাঠকসকলে নিজৰ নিজৰ ওচৰচুবুৰীয়াৰ জীৱন আৰু ৰীতি-নীতিৰ অধ্যয়ন কৰি আৰু নিজৰ অঞ্চলটোৰ ভিতৰত পোৱা পৌৰাণিক যুগৰ অৱশিষ্ট স্মাৰকচিহ্নবোৰ চালি-জাৰি চাই ইয়াতকৈ ভাল উদাহৰণ পাব বুলি মোৰ বিশ্বাস। পিছে সাধাৰণ মানুহৰ ওচৰলৈ যোৱা ( অৰ্থাৎ তেওঁলোকৰ লগত আত্মীয়তাবোধ কৰা কামটো ) ধেমালিৰ কথা নহয়। বহু পুৰুষ ধৰি কঠোৰতম দাৰিদ্ৰ্য আৰু শোষণত জৰ্জৰিত হৈ থকা হেতুকে সেইবিলাক মানুহ আৰু আমাৰ মাজত কিছুমান মানসিক ব্যৱধানৰ সৃষ্টি হৈছে। ভাৰতৰ গৰম, ধূলি, বোকা আৰু অস্বাস্থ্যকৰ অৱস্থায়ো এই ব্যৱধান সৃষ্টি কৰাত সহায় কৰিছে। কিন্তু ঠিক মতে কাম আৰম্ভ কৰিব পাৰিলে এনে কামত মন-প্ৰাণ উটঙোৱা আনন্দ লাভ কৰা সম্ভৱপৰ, আন কি দেহ-মন পৰি অহা বয়সিয়াল লোকেও এনে সাধনাৰ আনন্দ লাভ নকৰাকৈ থাকিব নোৱাৰে। অৱশ্যে দাঁতি-কাষৰীয়া ঠাইবোৰত এই অনুসন্ধান-কাৰ্য কৰিবলৈ হ'লে আমাক সমালোচনামূলক অন্তদৃষ্টিৰ প্ৰয়োজন হ'ব। আগতীয়াকৈ আমি কোনো সিদ্ধান্তকে মানি ল'ব নেলাগিব। নতুবা নিজ নিজ বিশ্বাসৰ ওপৰত ভেটি কৰিও কোনো সিদ্ধান্ত কৰা উচিত নহ'ব। এনে অনুসন্ধান-কাৰ্য কৰোঁতে আমাৰ মনত উচ্চাভিলাষী মনোভাৱ,

ভাবপ্ৰৱণতামূলক সংস্কাৰৰ ধাৰণা আৰু উপযুক্ত নেতৃত্ব দিয়াৰ উদ্দেশ্য থাকিব নেলাগিব। যিসকলে এনে ভুল কৰে তেওঁলোকে বেয়া পাঠ্যপুথিৰ বাহিৰে আন বিষয়ৰ্পৰা কথা শিকিব নোৱাৰিব।

যি ঐতিহাসিক প্ৰবাহৰপৰা গভীৰ ৰহস্যবাদী দৰ্শন, নিপীড়ন, মূল ধৰ্ম, জটিল ভাস্কৰ্য-সম্বলিত কীৰ্তি-স্তম্ভ, সূক্ষ্ম ভাৰতীয় সঙ্গীত আৰু অলঙ্কাৰপূৰ্ণ সাহিত্যৰ সৃষ্টি হৈছে, সেই একে প্ৰবাহৰপৰাই গাৰলীয়া মানুহৰ দুৰ্ভিক্ষজনিত অনীহা, সংস্কৃতিবান শ্ৰেণীৰ অৰ্থহীন সুবিধাবাদ আৰু মৰ থক, বনুৱাসকলৰ অসংবদ্ধ আৰু ক্ৰোধপূৰ্ণ অসন্তুষ্টি, মানুহৰ মাজত দেখা দিয়া সাধাৰণ মনোবলশূন্যতা, বিপন্ন অৱস্থা, মলিনতা আৰু ( মনুষ্যত্বৰ ) অৱমাননাকাৰী অন্ধবিশ্বাস- এইবিলাকৰ জন্ম হৈছে, এটাৰপৰা আনটোৰ উৎপত্তি ঘটিছে, এটাই আনটোত আত্মপ্ৰকাশ কৰিছে। আদিম হাতিয়াৰৰ সহায়ত মানুহে যিখিনি সামান্য ৰাহি উৎপন্ন কৰিছিল সেইখিনি প্ৰাচীন যুগৰ আদিম সামাজিক যন্ত্ৰৰ সহায়েৰে আত্মসাৎ কৰা হৈছিল। এনে ধৰণেৰে আত্মসাৎ কৰাৰ ফলত এমুঠি মানুহৰ সংস্কৃতি চৰ্চাৰ বাবে আজৰিৰ সৃষ্টি হ'ল। এই সাংস্কৃতিক আজৰিকে এওঁলোকে স্বাভাৱিক শ্ৰেষ্ঠত্বৰ চিন স্বৰূপে গ্ৰহণ কৰি, হীন অৱস্থাত পতিত সংখ্যাগৰিষ্ঠ জনতাতকৈ শ্ৰেষ্ঠত্ব দাবী কৰিবলৈ ধৰিলে। এই সত্য অনুভৱ নকৰিলে বুৰঞ্জী কিছুমান বিচ্ছিন্ন ঘটনাৰ ক্ৰম বুলিহে অনুমান হ'ব, আচলতে মানুহে দৈনন্দিন অভাৱ পূৰণৰ কাৰণে চেষ্টা কৰাৰ লগে লগেই বুৰঞ্জী ৰচনা কৰে। এই কথাফাকি শুৱলাকৈ কোৱা প্ৰয়োজন। জনসাধাৰণৰ বিৰাট অংশটোৰ ক্ষতি সাধন কৰি মুষ্টিমেয় কেইজনমানে নিজৰ প্ৰয়োজন পূৰণ কৰাৰ সাফল্যৰ কাহিনীয়েই বুৰঞ্জী নহয়, সকলো মানুহে মিলি-জুলি ( মানৱৰ ) প্ৰয়োজন পূৰণ কৰোঁতে ঘটোৱা মানব-সমাজৰ উন্নতিৰ কথাহে বুৰঞ্জীত প্ৰতিফলিত হ'ব লাগে। অন্যান্য দেশে কৃতকাৰ্যতা লাভ কৰাৰ সম্পৰ্কে যিবোৰ কাহিনী আমি শুনিছোঁ, সেই কৃতকাৰ্যতাৰ সম্পূৰ্ণ ব্যয় ( বা বোজা ) বহন কৰিছে সেই দেশসমূহৰ বনুৱাসকলে অৰ্থাৎ "ফটা পটলুং পিন্ধা উদাৰ দাতাসকলে" ( ragged trousered philanthropists )। ভাৰতবৰ্ষত তেওঁলোকৰ নিচিনা যিসকল শ্ৰমিক আছে সেইসকলে (পটলুং বা জোটা পিন্ধা বনুৱাসকলৰ সমান ) সিমান সফলতা লাভ কৰিব পৰা নাই।

কোনোবাই ক'ব পাৰে যে এই পিছপৰা, অজ্ঞ, সাধাৰণ মানুহখিনিয়ে সদায়েই বুৰঞ্জী ৰচনা কৰি আহিছে, আৰু উচ্চ পুৰোহিত, সুন্দৰ অভিজাত লোক, যুদ্ধ-নেতা, বিত্ত-দাতা আৰু কথা-বাগীশৰ সন্তান এই মানুহখিনিয়েই সুন্দৰ ভবিষ্যত

গঢ়িব লাগিব ; দেখাত এই কথা বদ্ধমূল চিৰাচৰিত বা গতানুগতিক ধাৰণা যেন অনুভৱ হ'ব। কিন্তু প্ৰকৃত পক্ষে এই কথা সঁচা। শ্ৰেণী সমাজত সাৰ্থক বুৰঞ্জী ৰচনা কৰিবলৈ হ'লে ওপৰৰ শ্ৰেণীৰ স্বাৰ্থৰ লগত বাকী জনসাধাৰণৰ স্বাৰ্থৰ প্ৰভেদ বিশ্লেষণ কৰি দেখুৱাব লাগিব। ইয়াৰ অৰ্থ এনে ধৰণৰ : এটা শ্ৰেণী যেতিয়া উঠি আহে তেতিয়া নতুনকৈ তাৰ কি বৰগুণি দিব লগা থাকে, আৰু যেতিয়া সেই শ্ৰেণীয়ে নিজৰ সংৰক্ষিত স্বাৰ্থ ৰক্ষা কৰিব লগা হয় তেতিয়া কেনেকৈ প্ৰতিক্ৰিয়াশীল হৈ পৰে (বা হোৱাৰ উপক্ৰম কৰে), তাৰ স্বৰূপ বিবেচনা কৰাই বুৰঞ্জীৰ কাম।

কিছুমান পাঠকে ক'ব পাৰে যে মানুহ অকল আহাৰ খায়েই বাচি নেথাকে, (এই ধাৰণা মতে) বুৰঞ্জী আৰু সমাজৰ উন্নতি নিৰ্ভৰ কৰে ব্যক্তিয়ে অনন্ত আত্মাক আয়ত্ত কৰিব পাৰিছে নে নাই তাৰ ওপৰত, কিয়নো, ভৌতিকবাদে সকলো মানবীয় মূল্যবে ধ্বংস সাধন কৰে। দুৰ্ভাগাবশতঃ মানুহে আহাৰ (বা সমতুল্য বস্তু) নেখাই থাকিব নোৱাৰে। কাৰণ, দেহত আত্মা ৰক্ষা কৰিবৰ বাবেও (অৱশ্যে যদিহে তেওঁ আত্মাৰ অধিকাৰী হৈ থাকিব পাৰে) আহাৰৰ প্ৰয়োজন। মানুহৰ একোটি সমষ্টিক তেতিয়াহে সমাজ বুলিব পাৰি, যেতিয়া মানুহে মানুহৰ লগত সম্পৰ্ক পাতি বাস কৰিব পাৰে। এইটো সম্পৰ্ক মূলতঃ আত্মীয়তাৰ সম্পৰ্ক নহয়। ই তাতকৈও ডাঙৰ। উৎপাদন-ক্ৰিয়া আৰু পাৰস্পৰিক বিনিময়ৰ যোগেদিহে এই সম্পৰ্ক গঢ়ি উঠে। একোখন নিৰ্দিষ্ট সমাজৰ বিশেষত্ব ফুটি উঠে সেই সমাজে প্ৰয়োজনীয় বুলি বিবেচনা কৰা বস্তু আৰু প্ৰমূল্যসমূহত। কোনে বস্তু গোটায় বা উৎপন্ন কৰে ? কিহেৰে তাক উৎপন্ন কৰা হয় ? কোনে লোকৰ উৎপাদনৰ ওপৰত বৰ্তে ? কি স্বত্বৰ ওপৰত বৰ্তে ? সেই স্বত্ব ধৰ্মীয় নে আইনগত ? —কাৰণ, পূজা-পাতল আৰু আইন, এইবোৰ সামাজিক উৎপাদনৰ উপজাত বস্তু। হাতিয়াৰৰ মালিক কোন ? মাটি আৰু ক্ষেত্ৰবিশেষে উৎপাদকৰ দেহ-মনৰ গৰাকী কোন ? —সমাজখনৰ ধৰণী হ'ল উৎপাদনৰ বান্ধোন। মানবীয় প্ৰমূল্য ধ্বংস কৰাৰ সলনি, ভৌতিকবাদে আমাক এই প্ৰমূল্যসমূহৰ লগত সামাজিক অৱস্থাৰ সম্পৰ্ক কি তাক উদঙাই দেখুৱায়। তদুপৰি এই প্ৰমূল্যসমূহৰ লগত প্ৰচলিত মূল্যবোধৰ কি সম্পৰ্ক তাকো ভৌতিকবাদৰ সহায়ত জানিব পাৰি। মূল্যৰ দৰেই ভাষাৰো উৎপত্তি ; (এই ভাষাৰ অবিহনে আদৰ্শবাদীসকলে আন কি তেওঁৰ আত্মাৰ ধাৰণাও কৰিব নোৱাৰে)। এই ভাষাৰ উৎপত্তি হ'ল ভৌতিক বিনিময়ৰ সম্পৰ্কৰপৰা। এই সম্পৰ্কৰপৰাই ভাবৰ বিনিময়ৰ উৎপত্তি। এই গৰুগাড়ীৰ দেশত দুহেজাৰ বছৰৰ আগতে সৃষ্টি কৰা "চিৰন্তন"

আদৰ্শৰ দ্বাৰা দাৰ্শনিক লোকসকলে যান্ত্ৰিক জগত এখনক নিজৰ হৃদয়ৰ কামনা অনুসৰি গঢ় দিব নোৱাৰে।

আজিৰ ভাৰতবৰ্ষখনৰ চৰম ক্ষমতা নিহিত আছে ভাৰতীয় বুৰ্জোৱা শ্ৰেণীৰ হাতত। এই শ্ৰেণীটোৱেই ভাৰতবৰ্ষ শাসন কৰিছে। ঐতিহাসিক কাৰণবশতঃ এই শ্ৰেণীটোৰ কিছুমান বৈশিষ্ট্য আছে। ভাৰতীয় বুৰ্জোৱাসকল কাৰিকৰী ক্ষেত্ৰত পিছ পৰা। এই বুৰ্জোৱাসকলৰ সৰহভাগ উৎপাদন-ব্যৱস্থা (আৰু মনোভাব) ক্ষুদ্ৰ বুৰ্জোৱা প্ৰকৃতিৰ। এই শ্ৰেণীৰ চৰকাৰৰ হাতত আছে সৰ্বাধিক পৰিমাণৰ মূলধন (Capital assets) আৰু ইচ্ছা কৰিলেই ই যিকোনো উদ্যোগ বা ব্যৱসায়তে একচেতীয়া অধিকাৰ ল'ব পাৰে। দেখাত এই ক্ষমতা নিৰঙ্কুশ, কিন্তু কাৰ্যতঃ দেশৰ প্ৰকৃত প্ৰয়োজন আৰু ঘোষিত সমাজবাদী লক্ষ্যৰ লগত শাসক শ্ৰেণীৰ শক্তিশালী গোষ্ঠী আৰু ক্ষুদ্ৰ বুৰ্জোৱা গোটৰ লোভৰ সমন্বয় সাধনৰ বাধ্যবাধকতাত পৰি এই নিৰঙ্কুশ ক্ষমতাও সংকুচিত। তদুপৰি ভাৰতীয় বুৰ্জোৱা শ্ৰেণীটো বহুত পলমকৈ ক্ষমতাত অধিষ্ঠিত হ'বলৈ আহিল, কাৰণ, আন্তৰ্জাতিক ক্ষেত্ৰত আজি বুৰ্জোৱা শ্ৰেণীৰ বিফলতা আৰু সংকট দুয়োটাই প্ৰকট হৈ পৰিছে। মই এই গ্ৰন্থৰ একাদশ অধ্যায় এটাও লেখিছিলোঁ। তাত এইবিলাক কথাও আলোচনা কৰিছিলোঁ। কিন্তু শেহত ইচ্ছা থকা সত্ত্বেও সেই অধ্যায়টো সন্নিবিষ্ট কৰিব নোৱাৰিলো।

চৰকাৰী তথ্য-পাতিৰপৰা বয়সীয়া ভাৰতীয় লোক এজনৰ দৈনিক আহাৰৰ প্ৰয়োজনৰ এখন তালিকা সংগ্ৰহ কৰি তলত দিয়া হ'ল। এই সংখ্যাবোৰ আউন্সত দিয়া হৈছে। বন্ধনীৰ ভিতৰত থকা সংখ্যাবোৰে প্ৰকৃততে মানুহে কিমান পাইছে তাৰ আভাস দিছে: চাউল আদি ১৪ (১৩'৭১), মাহ আদি ৩ (২'১); গাখীৰ ১০ (৫ ৫), ফল-মূল ৩ (১'৫), শাক-পাচলি ১০ (১'৩), চেনি ২ (১'৬), মাছ আৰু মঙহ ৩ (০'৩); কণী ১ (—); শাকৰ তেল আৰু ঘিঁউ ২ (১)। (INDIA 1954, P. 413, ১৯৫৬ চনৰ হিচাব নাপালো)। অলপতে ওলোৱা চৰকাৰী বুলেটিন অনুসৰি ভাৰতীয় মানুহৰ খাদ্যৰ পৰিমাণ কমিয়েই আছে। এই আহাৰৰ তালিকাত দিয়া প্ৰত্যেকটো বস্তুৰেই পৰিমাণত তাকৰ; তদুপৰি খুব কম ভাৰতীয় লোকেহে তথ্য-তালিকাত দিয়া গড়মূৰি খাদ্য কিনিবলৈ সমৰ্থ হয়। এই সত্য বৰ কৰুণ। ঘাই প্ৰশ্ন হ'ল ভোক আৰু বেমাৰত এইদৰে ক্ষতিগ্ৰস্ত হোৱা ভাৰতীয় বাইজৰ ওপৰোক্ত অৱস্থা সদায় চলি থাকিব নে দুৰৱস্থাৰপৰা ভাৰতীয় সমাজখন সোনকালেই

উদ্ধাৰ পাব ? সাধাৰণ মানুহ যদি এই সামান্য খাদ্য খায়েই থাকিব লগা হয় তেন্তে ভাৰতবৰ্ষত গণতন্ত্ৰই বা তিষ্ঠিব কিমান দিন ? এই প্ৰশ্নৰ উত্তৰ পাবলৈ শুদ্ধ চিন্তাৰ প্ৰয়োজন। শুদ্ধ চিন্তাৰ বাবে বুৰঞ্জীৰ অধ্যয়ন পৰম প্ৰয়োজনীয় বস্তু। অধ্যয়নৰ পিছত শুদ্ধ কৰ্মৰ দ্বাৰা সমাধান কাৰ্যকৰী কৰিব লাগিব। তেতিয়াহে অতীত যুগৰ অধ্যয়নতে মন আবদ্ধ নেৰাখি আমি ইতিহাসত নতুন পদক্ষেপ ৰচনা কৰিব পাৰিম। পুৰুষানুক্ৰমে ভাৰতীয় জীৱনক এই ( স্থবিৰ ) অৱস্থাত অপৰিবৰ্তিত কৰি ৰাখিবৰ অৰ্থে মানুহে যি নিষ্ক্ৰিয় যাতনা ভোগ কৰি আহিছে, সেই যাতনাৰ যোগেদি বুৰঞ্জীক নিয়ন্ত্ৰণ কৰিব নোৱাৰি। বৰ্তমান কাল হ'ল বুৰঞ্জী গঢ়াৰ কাল। এছিয়া আৰু জগতৰ শান্তি ৰক্ষাৰ্থে এই বুৰঞ্জীক সচেতন গঢ় দিয়াৰ প্ৰয়োজন হৈ পৰিছে।

এতিয়া টেক্নিকেল বিষয়লৈ আহোঁ। প্ৰথম পুৰুষৰ একবচনত দিয়া বিবৃতি-বোৰৰ দায়িত্ব সম্পূৰ্ণৰূপে লেখকৰ নিজা। "আমি" শব্দৰ দ্বাৰা পাঠকৰ সহযোগিতা আহ্বান কৰা হৈছে, বিশেষকৈ কোনো যুক্তি-প্ৰদানৰ ক্ষেত্ৰত। যিবিলাক পাঠকৰ প্ৰচলিত বুৰঞ্জীৰ জ্ঞান যথেষ্ট নহয়, তেওঁলোকে প্ৰথম অধ্যায়ৰ প্ৰথম টোকাত ( টোকা আৰু উল্লেখসূচী দ্ৰষ্টব্য ) উল্লেখ কৰা কিতাপবোৰৰ অন্ততঃ কিছুমান পঢ়াটো উচিত হ'ব। ভাৰতীয় ভাষাৰ নামবোৰ ইংৰাজী কৰোতে প্ৰচলিত ৰোমীয়কৰণৰ পদ্ধতিকে লোৱা হৈছে। কিন্তু সকলো ক্ষেত্ৰতে এই নিয়ম মানি চলা অসম্ভৱ, কিয়নো, ভালেমান শব্দৰ চলিত বানান আছেই. সেইবোৰ সলাবলৈ গলে অৰ্থই ধৰা টান হ'ব। বানান পদ্ধতিৰ সালসলনিৰ কথাও পাঠকে জানিব লাগিব, যেনে সংস্কৃতত "ৰাজগৃহ" গৈ হিন্দীত "ৰাজগীৰ" হৈছেগৈ। উদ্ধৃতিবোৰৰ সম্পৰ্কত এযাৰ কোৱা ভাল হ'ব। মই সকলোতে মূল পাঠৰ প্ৰকাশিত অনুবাদবোৰকে ব্যৱহাৰ কৰিছোঁ। মই মূল গ্ৰন্থৰ ভাষা জনা সত্বেও এই নিয়মহে গ্ৰহণ কৰিছোঁ। দৰকাৰ অনুসৰি সেইবোৰ অনুবাদৰ কথা শুধৰায়ো লৈছোঁ। অনুবাদকবোৰে পাঠত নিজৰ পূৰ্বধাৰণা বা সংস্কাৰ সুমাই দিবলৈ গ'লে বিপদ আছে। কিছুমান অনুবাদকে ঋকবেদ আৰু অৰ্থশাস্ত্ৰত সামন্ত শাসকৰ উল্লেখ আছে বুলি ধৰিছে, এই কথাবোৰ মানি ল'লে ভাৰতৰ সমাজৰ ছবিয়েই বদলি যাব। ফলত ঐতিহাসিক পদ্ধতিৰ ওপৰতো তাৰ পৰিণাম ভয়ানক হ'ব। এটা কথাত সাৱধান হোৱা অতি আৱশ্যক। অতিকথাবোৰ যুক্তিসম্মত ৰূপত দেখুওৱাৰ চেষ্টা বেয়া। ইয়াক Cuhemerism ( অতিকথাবোৰক ঐতিহাসিক ৰূপত ব্যাখ্যা ) বোলে। শব্দটো গ্ৰীক মূলৰ; গ্ৰীকসকলে নিজৰ অতিকথাবোৰক এনেদৰে ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিছিল। একোটি অতিকথাৰ প্ৰকৃত অৰ্থ বিচাৰি উলিওৱাই টান; তাৰপৰা পোনপটীয়া

ঐতিহাসিক সংবাদ পোৱা আৰু টান। দুৰ্ভাগ্যবশতঃ ভাৰতবৰ্ষত ঐতিহাসিক পুৰুষসকল আৰু ঘটনাৱলী গৈ কালক্ৰমত অস্পষ্ট উপাখ্যানত পৰিণত হ'লগৈ। সময়ৰ সোঁতত গৈ এই উপাখ্যানবোৰেই অতিকথাৰ আকাৰ ধৰিলেগৈ॥

যিসকল লোকে এই গ্ৰন্থ লেখিবলৈ মোক উৎসাহ দিছিল আৰু সহায় কৰিছিল, তেওঁলোকলৈ মই কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ।

ডেকান কুইন
৭ ডিচেম্বৰ, ১৯৫৬

ডি. ডি. কৌশাম্বী

# অনুবাদকৰ একেষাৰ

কোশাম্বীৰ এই ইতিহাসখন আনবিলাক ভাৰত-বুৰঞ্জীৰপৰা বেলেগ। ইয়াৰ পদ্ধতি মাৰ্ক্সীয়। অৱশ্যে তেওঁ ইয়াক বিশ্লেষণৰ আহিলা হিচাপে ব্যৱহাৰ কৰিছে। তেওঁ লেখিছে, "মাৰ্ক্সে এটা বৈজ্ঞানিক তত্ত্বগ্ৰহণ কৰিছিল, এই তত্ত্বৰ বিস্তাৰ সাধন আৱশ্যক হ'ব পাৰে,—যেনেকৈ গচ, মেক্সৱেল ডাৰউইন, মেণ্ডেলীভ আদি বৈজ্ঞানিকৰ তত্ত্বৰ ক্ষেত্ৰত কৰিবলগা হৈছে। অৱশ্যে মাৰ্ক্সৰ তত্ত্বৰ গুণ হ'ল এয়ে যে ইয়াক কাৰ্যক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি আৰু এনে প্ৰয়োগৰ দ্বাৰা পৰীক্ষণীয় ভৱিষ্যদ্বাণী কৰাও সম্ভৱপৰ। একমাত্ৰ মাৰ্ক্সেই শুদ্ধভাৱে ভাৰতত বৃটিশ শাসনৰ ভৱিষ্যত ফলাফলৰ কথা ভৱিষ্যদ্বাণী কৰিব পাৰিছিল" (পৃঃ ১৬)। প্ৰকৃতপক্ষে কোশাম্বীয়ে এই দ্বন্দ্বাত্মক ভৌতিকবাদৰ পদ্ধতি ভাৰতীয় সমাজ পুনৰগঠনৰ ক্ষেত্ৰত ভাবি-চিন্তি প্ৰযোগ কৰিছে, অন্ধভাৱে নহয়। তেওঁ লেখিছে, "মাৰ্ক্সৰ তত্ত্ব গ্ৰহণ কৰা মানে এইটো নহয় যে সকলো সময়তে তেওঁৰ সকলো সিদ্ধান্তৰ (অথবা চৰকাৰী, পাৰ্টি-বাদী মাৰ্ক্স পন্থীসকলৰ সিদ্ধান্ত) অন্ধভাৱে পুনৰুক্তি কৰিব লাগিব" (পৃঃ ১৩)। প্ৰথম অধ্যায়ত তেওঁ এই পদ্ধতি গ্ৰহণ কৰাৰ কাৰণসমূহ বিশদভাৱে ব্যাখ্যা কৰিছে। কোশাম্বীয়ে কেইটামান বিষয়ত স্বাধীন মতামত দিবলৈ চেষ্টা কৰিছে। তেওঁৰ মতে গ্ৰীক আৰু ৰোমীয় সমাজৰ দৰে ভাৰতীয় সমাজক নিটোলভাৱে দাস-ভিত্তিক আছিল বুলি ক'ব নোৱাৰি। দ্বিতীয়তে তেওঁ মাৰ্ক্স এছীয় উৎপাদন-পদ্ধতিৰ তত্ত্বকো দ্বিধাহীনভাৱে মানিব পৰা নাই। তেওঁৰ মতে এই মত সূক্ষ্ম আৰু চমৎকাৰ, কিন্তু সঠিক নহয়। কোশাম্বীৰ মতে ভাৰতীয় গাওঁবোৰত পণ্যদ্ৰব্য উৎপন্ন নোহোৱাকৈ নাছিল আৰু সেইবিলাকত কিছুমান গুণগত পৰিবৰ্তন ঘটিছিল। সেইদৰে ভাৰতবৰ্ষত আক্ৰমণকাৰীয়ে কেৱল গ্ৰাম্যসমাজৰ নিষ্ক্ৰিয়তাৰ আধাৰত সাম্ৰাজ্য গঠন কৰিছিল বোলা মাৰ্ক্সৰ মন্তব্যকো তেওঁ মানি লোৱা নাই। এনেবিলাক মতভেদ সত্ত্বেও মাৰ্ক্সৰ মূলতত্ত্বৰ ভেটিতে তেওঁ এই ভাৰত ইতিহাস ৰচনা কৰিছে। তেওঁ লেখিছে, "মোৰ ধাৰণা প্ৰত্যেকজন বুৰঞ্জীবিদৰে স্পষ্ট বা অস্পষ্ট একোটা মতবাদ থাকে আৰু সেই মতবাদৰ ভেটি কৰিয়েই তেওঁ বুৰঞ্জী ৰচনা কৰে" (পৃঃ ১৫-১৬)।

ভাৰতৰ বুৰঞ্জীক তেওঁ সেইবাবে উৎপাদনৰ আহিলা আৰু সম্পৰ্কৰ ক্ৰমাগত ৰূপান্তৰৰ চিত্ৰ হিচাপে আমাৰ আগত দাঙি ধৰিছে। তেওঁ কাল-ক্ৰম অনুসৰি এই ৰূপান্তৰৰ প্ৰবাহক ভাগ কৰি প্ৰাক্-বুৰঞ্জীৰ কালৰপৰা মুছলমানৰ শাসনৰ কাললৈকে

কেইবাটাও অধ্যায় ৰচনা কৰিছে। কৌশাম্বীয়ে এটা কথা বাৰে বাৰে দোহাৰিছে। সেইটো হৈছে ভাৰত-বুৰঞ্জীৰ ৰচনাৰ বাবে থকা তথ্যৰ অভাৱ। লেখিত নথি, শব্দতত্ত্ব, অতিকথা আৰু ভাষাতত্ত্বৰ ওপৰত নিৰ্ভৰ কৰি বুৰঞ্জী ৰচনা কৰা ইয়াত দুৰূহ। ভাৰতীয় সাহিত্যক তথ্যৰ উহ কৰা কিয় টান সেই সম্পৰ্কে বিশদ ব্যাখ্যা দি তেওঁ লেখিছে, "উল্লেখনীয় ভাৰত-বুৰঞ্জী মাথোন এখনেই আছে, সেইখন হ'ল ১১৪৯-৫০ খৃষ্টাব্দৰ কালছোৱাত ৰচিত সংস্কৃত গ্ৰন্থ 'ৰাজতৰঙ্গিনী'। · কাশ্মীৰৰ বাহিৰে দেশৰ আনবোৰ ঠাইত আকৌ মুছলমান যুগ পৰ্যন্ত কলহনৰ দৰেই এজন বুৰঞ্জীবিদ নেপাওঁহক" (পৃঃ ২)। পুৰাণ আৰু কাব্যবোৰত ঐতিহাসিক তথ্য অতি কম। অতিকথা শব্দতত্ত্ব আৰু ভাষাতত্ত্বৰ সহায়ত বুৰঞ্জী ৰচনা কৰাও বিপজ্জনক কাম। এই কাৰণেই তেওঁ পুৰাতত্ত্ব আৰু নৃতত্ত্বৰ সহায়ত প্ৰাচীন সভ্যতাৰ অৱশিষ্ট-সমূহৰপৰা তথ্য সংগ্ৰহ কৰাত বিশেষ গুৰুত্ব আৰোপ কৰিছে। ইয়াৰ উপৰিও মাৰ্ক্সীয় পদ্ধতি অনুসৰি বিভিন্ন কালৰ মানুহৰ জীৱন-ধাৰণ প্ৰণালীৰ-জ্ঞান আহৰণ কৰাৰ প্ৰয়োজনো বিশেষভাৱে তেওঁ অনুভৱ কৰিছে।

'প্ৰাক্ শ্ৰেণীসমাজৰ উত্তৰাধিকাৰ' নামৰ অধ্যায়টিত কৌশাম্বীয়ে প্ৰাচীন কালৰ অৱশিষ্ট ৰূপে থাকি যোৱা খাদ্যসংগ্ৰহকাৰী সমাজৰ গোট আৰু তাৰ লগত খাদ্য উৎপাদনকাৰী সমাজ তথা বুৰ্জোৱা সমাজৰ মাজত চলি থকা আদান-প্ৰদান আৰু সম্পৰ্কবোৰ অধ্যয়ন কৰি তেওঁ জাত প্ৰথাৰ উৎপত্তি শ্ৰেণীসমাজৰ গঠন প্ৰণালী আৰু সাংস্কৃতিক সমন্বয়ৰ প্ৰৱাহৰ যি ধৰণে তথ্য আৱিষ্কাৰ কৰিছে, সি তেওঁৰ মৌলিক শক্তিৰে পৰিচয় দিয়ে। ভাৰতবৰ্ষৰ সমাজৰ ধাৰাবাহিক বিকাশ ঘটিছে যদিও খাদ্য-সংগ্ৰহকাৰী সমাজৰ গোট আৰু তাৰ পূজা-পাতল অথবা বিশ্বাসবোৰ পিছৰ সমাজটোত ৰৈ যোৱাৰ কাৰণ কি? কৌশাম্বীৰ মতে ইয়াত এটা সাংস্কৃতিক মিলনৰ প্ৰৱাহ যুগ-যুগান্তৰ ধৰি চলি আহিছে। সংমিশ্ৰিত ভৌতিক সাংস্কৃতিক উৎপাদনবোৰ প্ৰণালীবদ্ধভাৱে বিশ্লেষণ কৰিলে ভাৰতীয় বুৰঞ্জীৰ লোকতত্ত্বমূলক সমল যথেষ্ট পোৱা যায়। কিছু ক্ষেত্ৰত খাদ্য সংগ্ৰহকাৰী গোটবোৰ জীয়াই থকাৰ কাৰণ স্থান বিশেষে বনৰীয়া খাদ্য-শস্যৰ প্ৰচুৰতা। এই সহ-অৱস্থিতিৰ আন এটা ফল হ'ল প্ৰাচীন উৎপাদন কৌশল আৰু ভাবধাৰাৰ সংৰক্ষণ।

তেওঁ সিন্ধুৰ নাগৰিক সভ্যতাৰ উত্থান আৰু আৰ্যসকলৰ আক্ৰমণত তাৰ ধ্বংসৰ কাৰণবোৰো এই অধ্যায়ত যুক্তিসঙ্গতভাৱে ব্যাখ্যা কৰিছে। তেওঁ সিন্ধুৰ সদাগৰী নাগৰিক সভ্যতাৰ সামৰিক সফলতাৰ অভাৱৰ কাৰণ দিবলৈ গৈ ধৰ্মৰ ভূমিকাৰ কথা বিশেষভাৱে উল্লেখ কৰিছে। তেওঁ কৈছে, "নগৰবোৰ বাণিজ্যৰ ওপৰত বাঁতি

আছিল—যুদ্ধৰ ওপৰত নহয়। কিন্তু যদি সেনা বা নগৰৰক্ষক শক্তিশালী নাছিলেই তেন্তে কি শক্তিয়ে সদাগৰসকলক লাভৰ অসমান অংশ আত্মসাৎ কৰাত সহায় কৰিছিল ? ইয়াৰ উত্তৰ একমাত্ৰ ধৰ্মতহে পোৱা যায়। সভ্যতাৰ স্তৰত ডাঙৰ দেৱমূৰ্তি পোৱা নগলেও 'দুৰ্গ' টিলাবোৰৰ লগত মেছোপটেমীয়াৰ মন্দিৰ জিক্কুৰতবোৰৰ আকাৰ ৰিজাব পাৰি" (পৃঃ ৬৫)। তেওঁ মহেঞ্জোদাৰোৰ স্নানাগাৰটোক ধৰ্মৰ উদ্দেশ্যে ব্যৱহৃত পুখুৰী বুলি উল্লেখ কৰিছে। অস্ত্ৰ-শস্ত্ৰত বলীয়ান আৰ্যসকলৰ হাতত সিন্ধু-উপত্যকাবাসীৰ পৰাজয় হোৱাৰ কাৰণো কাৰিকৰী কৌশলত (হাতিয়াৰ আদিৰ ক্ষেত্ৰত) তেওঁলোকৰ হীনবলতা।

লোৰ যুগত গধুৰ নাঙলৰ খেতিৰ যোগেদি গঙ্গা উপত্যকাৰ আৰ্যবসতি বিস্তাৰৰ লগে লগে জাতিভেদ প্ৰথাৰ উদ্ভৱ হোৱাৰ ওপৰত ভেটি কৰা তত্ত্ব এটিও কোশাম্বীয়ে ইযাত আগবঢ়াইছে। "উৎপাদনৰ ক্ষেত্ৰত মানৱ সম্পৰ্কৰ যি ঘাই পৰিবৰ্তন সাধিত হ'ল, সেই পৰিবৰ্তন হ'ল বিজিত দাসসকলেৰে গঠিত এটি অধীন শ্ৰেণীৰ সৃষ্টি। ····যেতিয়া জনজাতীয় কৰ্তৃপক্ষই কিছুমান নিৰ্দিষ্ট উপদলক শ্ৰম কৰাবৰ বাবে এটি বা ততোধিক সংখ্যাৰ গোটত দাস ভগাই দিবলৈ ধৰিলে তেতিয়া ব্যক্তিগত সম্পত্তিৰ উৎপত্তি হোৱাৰ পথ সুচল হ'ল আৰু বিভিন্ন পৰিয়ালৰ গোটৰ হাতলৈ সম্পত্তিৰ অধিকাৰ গ'ল। মন কৰিবলগীয়া কথা, এনে অৱস্থাত সমূহীয়া সম্পত্তি নাছিল। অনুমান হয়, এই দাসবিলাক সিন্ধু উপত্যকাৰ নগৰসমূহত বাহি উৎপাদন কৰা বাসিন্দাসকলৰ বংশধৰ। সম্ভৱতঃ বল প্ৰয়োগ নকৰাকৈ ধৰ্মৰ সহাযেৰে বা তেনে ধৰণৰ উপাযেৰে এওঁলোকক নতুন ব্যৱস্থা গ্ৰহণ কৰোৱা হৈছিল। ভাৰতবৰ্ষত জাত প্ৰথাৰ আৰম্ভণি এইদৰেই হয়। আমাৰ দেশত বৰ্ণ শব্দটি ব্যৱহাৰ কৰা হয়, বৰ্ণৰ অৰ্থ বৰণ। দাস বা দসীয়ুসকল ক'লা বৰণৰ লোক বুলি সাধাৰণতে কোৱা হয়। গতিকে এই শব্দটিৰ ব্যৱহাৰ যুক্তিসন্মত আছিল। আৰ্যসকলৰ বৰণ বগা আছিল। বগা নহ'লে বগা চানেকীয়া আছিল বা ক'লা নাছিল" (৯৯)। তেওঁৰ মতে ব্ৰাহ্মণ জাতিৰ উদ্ভৱ হয় আৰ্য আৰু আদিবাসীসকলৰ সংমিশ্ৰণত। তেওঁ বশিষ্ঠ আৰু অগস্ত্য উভয়কে অনাৰ্য বুলি অনুমান কৰিছে। জাত প্ৰথাৰ উদ্ভৱ সম্পৰ্কে বহুতে কোশাম্বীৰ মত নেমানিলেও তেওঁৰ মত উলাই কৰিবলগীয়া নহয়। ব্ৰাহ্মণ শব্দটো আন আৰ্য ভাষাত পাবলৈ নাই।

গঙ্গা উপত্যকাত মৌৰ্য সাম্ৰাজ্যৰ জন্ম আৰু বৌদ্ধ ধৰ্মৰ সামাজিক ভূমিকা সম্পৰ্কেও কোশাম্বীয়ে নতুন ধৰণৰ ব্যাখ্যা দিছে। তেওঁৰ মতে লোৰ যুগত খেতি-মূলক অৰ্থনীতিৰ বিকাশৰ লগে লগে শ্ৰেণীবিভক্ত আৰ্য সমাজৰো উদ্ভৱ ঘটে আৰু

বৈদিক ক্রিয়াকাণ্ডৰ বিৰুদ্ধে মানুহৰ মন ঢাল খায়। ব্রাহ্মণ্য ধর্ম ইতিমধ্যে পূজা-পাতল প্রধান হৈ পৰি তাৰ আচল ভূমিকা হেৰুৱাই পেলাইছিল। এনে সময়তে গঙ্গা উপত্যকাত নানা দর্শনৰ জন্ম হয়। কালক্রমত বৌদ্ধ আৰু জৈন ধর্মহে তিষ্ঠি ৰ'লগৈ। কোশাম্বীৰ মতে লোৰ হাতিয়াৰ প্রবর্তন হোৱাৰ আর্দশগত ফল স্বৰূপেই সমাজত এনেবোৰ ধর্মৰ উত্থান সম্ভৱ হৈছিল। কোশাম্বীয়ে লেখিছে, "ব্রাহ্মণসকলে যিবিলাক নীতি-নিয়মৰ ওপৰত বেছি জোৰ দিয়ে, সেইবিলাক নীতি-নিয়ম সেই যুগৰ, যি যুগত আহাৰ যোগানৰ বাবে খেতি-বাতিৰ ইমান প্রয়োজন নাছিল। কিন্তু যেতিয়া অধিকাৰমুক্ত আৰু মুকলি মাটিৰ পৰিমাণ কম খেতিৰ মাটি বাঢ়িল আৰু চন পৰা মাটিত বাদে এনে মাটিত গৰু-ম'হ চৰোৱা অসম্ভৱ হৈ উঠিল, তেতিয়া এনে নীতি-নিয়ম মনা টান হৈ পৰিল। শ্রমিকসকলে জাত নামানিছিল সঁচা; কিন্তু কোনোটো ধর্ম সম্প্রদায়েই সমাজৰপৰা জাত প্রথা উঠাবলৈ চেষ্টা কৰা নাছিল। বৌদ্ধ সংঘবোৰ ট্রাইবেল সভাৰ আহিত সংগঠিত হৈছিল। কিন্তু বৌদ্ধ মতবোৰ জনজাতি জাত আৰু পন্থাৰ উৰ্দ্ধত থকা শ্রেণী সমাজৰ বাবেহে ৰচিত হৈছিল। আমি এই যুগতে পোন প্রথম শ্রেণীবিভক্ত সমাজত ভৰি দিছিলো" (পৃঃ ১৭২)। বুদ্ধৰ ভালেমান শিষ্য বেপাৰী আছিল। অহিংসা আৰু কর্মফল আদিৰ ধাৰণাবোৰে এই সময়ত খেতিয়ক আৰু বেপাৰী শ্রেণীৰ আধ্যাত্মিক প্রয়োজন পূৰণ কৰিছিল (পৃঃ ১৬৮-৬৯)।

বৌদ্ধ আৰু জৈন ধর্মই জনজাতীয় সীমাবদ্ধতা চেৰাই এখন শ্রেণীবিভক্ত সমাজৰ দর্শন প্রচাৰ কৰিছিল। সমান্তৰালভাৱে সার্বজনিক একচ্ছত্রী ৰাজতন্ত্ৰৰো অভ্যুত্থান ঘটিছিল। মৌর্য সাম্রাজ্যৰ উত্থানৰ বর্ণনাও কোশাম্বীয়ে এই দৃষ্টিভঙ্গীৰপৰাই দিছে। কোশাম্বীৰ মতে খ্রীঃ পূঃ ষষ্ঠ শতিকাত ১৬ খন মহাজনপদৰ মাত্র চাৰিখনহে তিষ্ঠি আছিল। লিচ্ছৱি, মগধ, কোশল আৰু মল্ল, এইকেইখনৰ ভিতৰত শেষত কেৱল মগধ কিয় বাচি ৰ'ল আৰু ইমান শক্তিশালী হ'ল ? এই প্রশ্নৰ উত্তৰ দিবলৈ গৈ কোশাম্বীয়ে এটা অভিনৱ ব্যাখ্যা দিছে। তেওঁৰ মতে মগধৰ হাতত ধাতুবিলাকৰ নিয়ন্ত্রণ থকা বাবেই বেহা-বেপাৰ, ন মাটি ভঙা আৰু ৰাষ্ট্ৰৰ দ্বাৰা চালিত পণ্যদ্রব্য উৎপাদন ব্যৱস্থা, নিয়ন্ত্রণ আৰু কৰ তোলা আদি কামৰ ওপৰত চোকা চকু ৰাখিবলৈ লগা আমোলা শ্রেণী পুহি ৰখা কামবোৰ সম্ভৱ হৈছিল। ৰাজকীয় খেতিৰ পামৰ কথাও তেওঁ উল্লেখ কৰিছে। তেওঁ লেখিছে, "ক্ষুদ্র উৎপাদন ব্যৱস্থাৰ লগত খাপখোৱা আদর্শ হ'ল পিতৃতান্ত্রিক আদর্শ। আনহাতে তলৰ খাপত পৰি থকা প্রতিৰোধবিমুখী আৰু নিষ্ক্রিয় গাওঁবাসীসকলৰ লগত খাপখোৱা আদর্শ হ'ল সর্বশক্তিমান

ৰাজশাসন" (পৃঃ ২৩১)। সেই সময়ত মাছ, বেপাৰ, পানীৰ উঁৰাল, শাক-পাচলি, খনন-কাৰ্য, কাঠৰ বেপাৰ আৰু হাতী মহল, এইবোৰত ৰজাৰ একচেটিয়া অধিকাৰ আছিল। ৰজাই বাণিজ্য-পথ আৰু বাণিজ্যকেন্দ্ৰ স্থাপন কৰিছিল। ধাতুৰ খনিৰ ওপৰত দখল থকা বাবে প্ৰয়োজনীয় মুদ্ৰা প্ৰস্তুত কৰিবলৈ ৰাষ্ট্ৰৰ সুচল হৈছিল। কিন্তু কালক্ৰমত বিহাৰৰ তামৰ খনিৰ উৎপাদন কম গ'ল আৰু অশোকৰ দিনৰ মুদ্ৰাত ক্ৰমাৎ তামৰ পৰিমাণ উঠি যাবলৈ ধৰে। লোৰ অভাৱো সম্ভৱতঃ অনুভূত হৈছিল। ধাতুৰ আমদানি পৰ্যাপ্ত হোৱা বাবেই ৰাষ্ট্ৰৰ পক্ষে ন মাটি ভাঙি খেতিৰ বিস্তাৰ কৰা সম্ভৱপৰ হৈছিল।

মৌৰ্য সাম্ৰাজ্যৰ শাসন ব্যৱস্থা আদিতে বৰ কঠোৰ আছিল। এইছোৱা কালতে গাৰ্হলীয়া অৰ্থনীতিৰ বিস্তাৰ ঘটিবলৈ ধৰে। দুটা কাৰণত গাওঁবোৰত পণ্য দ্ৰব্য উৎপাদনৰ ব্যৱস্থা কমি যাবলৈ ধৰিলে বুলি কৌশাম্বীয়ে অনুমান কৰিছে। কঠোৰ নিষেধ ব্যৱস্থাৰ বাবে গাওঁ আৰু নগৰৰ বেহা-বেপাৰৰ মাজত ব্যাঘাত জন্মিছিল; লগে লগে দূৰৈত ন গাওঁ পতাৰ ফলত চহৰ আৰু গাওঁবিলাকৰ ভিতৰত সম্পৰ্ক ৰখাও সম্ভৱপৰ হোৱা নাছিল। আনফালে মুদ্ৰাৰ সংকটেও দেখা দিছিল। সকলো ধৰণৰ আদান-প্ৰদানৰ বাবে মুদ্ৰাৰ অভাৱে দেখা দিছিল বুলিও কৌশাম্বীৰ অনুমান। অশোকৰ বৌদ্ধ-ধৰ্ম গ্ৰহণৰ তাৎপৰ্য ব্যাখ্যা কৰোতে কৌশাম্বীয়ে আন এটি অসাধাৰণ মতো দাঙি ধৰিছে। তেওঁ কৈছে, "অশোকৰ উপদেশবোৰক ধৰ্মাতীত দৃষ্টিৰে চাব লাগিব, বিশেষকৈ এইবিলাকত যেতিয়া নিৰ্দিষ্ট বৌদ্ধ লক্ষণ দেখা পোৱা নাযায়। গতিকে আমি ধৰি ল'ব লাগিব, সম্ৰাটৰ ধৰ্মগ্ৰহণ কাৰ্য ব্যক্তিগত নহয়, ই হৈছে গোটেই ৰাষ্ট্ৰখনৰে ৰূপান্তৰ কাৰ্য। নতুন শ্ৰেণী-বিন্যাস আৰু সমাজৰ লগত খাপ খুৱাই এটা নতুন ৰাষ্ট্ৰযন্ত্ৰ তৈয়াৰ কৰাই ইয়াৰ লক্ষ্য" ( পৃঃ ২০১ )। ইয়াৰ সবিশেষ কাৰণ ব্যাখ্যা কৰি তেওঁ পুনৰ কৈছে, "বিশেষকৈ মন কৰিবলগীয়া নিম্নতম খৰচ আৰু নিম্নতম অধিকাৰৰ উপদেশ। তেওঁৰ দিনত মুদ্ৰাবোৰত মূল্যবান ধাতুৰ পৰিমাণ কমি গৈছিল আৰু সেইবোৰ লৰালৰিকৈ নিৰ্মাণ কৰা হৈছিল। গতিকে বুজা যায়, সেই সময়ত ৰাষ্ট্ৰৰ ভিতৰত অতিশয় অৰ্থনৈতিক দুৰৱস্থাৰ উদ্ভৱ হৈছিল" ( পৃঃ ২০১)। তেওঁ স্পষ্টভাৱে কৈছে যে, "ধৰ্মৰ সহায়েৰে ৰজাই ৰাষ্ট্ৰদণ্ড শক্তিৰ ব্যয়বহুল ব্যৱস্থাৰ বোজা কমালে" (পৃঃ ২৩৮)।

মৌৰ্য সাম্ৰাজ্য বিস্তাৰৰ লগে লগে ভাৰতৰ উত্তৰাঞ্চলবোৰত গাৰ্হলীয়া অৰ্থনীতি স্থাপিত হোৱাটো বিশেষভাৱে মন কৰিবলগীয়া কথা। কৌশাম্বীৰ মতে বঙ্গদেশ আৰু অসমৰ অৰণ্যানী অঞ্চলত এই অৰ্থনীতি তেতিয়াও বিস্তৃত হোৱা নাছিল।

উপকূল অঞ্চলবোৰতো এনে পণ্যদ্ৰব্য উৎপাদন বিমুখী গাওঁ দেখা পোৱা নগৈছিল। ইয়াৰ কাৰণ লোৰ যোগানৰ অভাৱ হ'ব পাৰে বুলি কৌশাম্বীৰ অনুমান। অসমত এনে গাৱঁলীয়া অৰ্থনীতি কেতিয়া বিস্তৃত হ'ল সেই সম্পৰ্কে অধিক অনুসন্ধানৰ আৱশ্যক। মৌৰ্যসকল দাক্ষিণাত্যত গভীৰভাৱে খন্দি পুতিব নোৱাৰাৰ কথাটো অৱশ্যে গ্ৰহণযোগ্য। দাক্ষিণাত্যত শাতবাহনসকলৰ দিনতহে নাঙলৰ খেতিয়ে বিস্তাৰ লাভ কৰে আৰু ব্ৰাহ্মণ ধৰ্মৰো বিস্তাৰ ঘটি আৰ্য-অনাৰ্যৰ সাংস্কৃতিক সংমিশ্ৰণ হয়। ৰোমৰ লগত লাভজনক বাণিজ্য কৰাৰ ফলত উপকূল অঞ্চলত তেতিয়া সদাগৰশ্ৰেণী এটাৰ জন্ম হৈছিল আৰু এওঁলোকে পশ্চিম ভাৰতত বহুতো বিচিত্ৰ বৌদ্ধ গুহা মন্দিৰ সাজি দিছিল। কৌশাম্বীয়ে লেখিছে, "শাতবাহন যুগৰ প্ৰত্নতাত্ত্বিক বস্তুবোৰেই (ৰ'লেটেড পাত্ৰসহ) দাক্ষিণাত্যৰ সভ্যতাৰ প্ৰথম স্মাৰকচিহ্ন" ( পৃঃ ২৪৪ )। শাতবাহন ৰাজত্বৰ সমৃদ্ধিৰ এটা কাৰণ ভাৰত-ৰোমীয় বাণিজ্য আৰু গাৱঁলীয়া কৃষিৰ প্ৰভূত উন্নতি সাধন। গুপ্তসকলৰ উত্থান নোহোৱা পৰ্যন্ত ভাৰতৰ ইতিহাসত গ্ৰীক, শক, কুষাণ আদি বহিৰাগত জাতিসকলৰ অভ্যুদয়ৰ কাহিনীও আমি পাওঁহক। এই কালছোৱাৰ সামাজিক অৱস্থাৰ তথ্য সংগ্ৰহৰ বাবে কৌশাম্বীয়ে 'মনুস্মৃতি'ৰ সহায় লোৱা দেখা গৈছে ( উল্লেখযোগ্য যে মৌৰ্য যুগৰ অৱস্থা বৰ্ণনাৰ বাবে তেওঁ একেদৰেই 'অৰ্থশাস্ত্ৰ'ৰ সহায় লৈছে )। কৌশাম্বীয়ে লেখিছে, "স্মৃতিতেই গাৱঁৰ সম্পূৰ্ণ প্ৰাধান্য সূচিত হয়। বিদেশী আক্ৰমণৰ তুলনাত গাৱঁৰ এই প্ৰাধান্যৰ ফলাফল অধিক ভয়ানক হ'ল। কটকটীয়া জাত প্ৰথা এই গাওঁবোৰৰ মাজত কঠোৰ হৈ পৰিল। এই গাওঁবোৰত মুখ্য বুদ্ধিজীৱি হ'ল ব্ৰাহ্মণসকল। ব্ৰাহ্মণবোৰৰ গ্ৰাম্য মনোবৃত্তি সম্পূৰ্ণৰূপে সংশোধনৰ অতীত আছিল। এই মনোবৃত্তি শেষলৈ অন্ধ মতবাদত পৰিণত হ'ল" ( পৃঃ ১—৬২ )। এই সময়তে কৃষ্ণ আৰু শিৱ আদি নতুন দেৱতাসমূহৰ উদ্ভৱ ঘটিল। কৌশাম্বীৰ মতে এই সময়তে 'গীতা'ৰ ৰচনা হয়। গীতাত পূৰ্বৰ সকলো মতবাদৰ সাৰাংশ পোৱা যায়। এই গীতাৰ ভক্তিবাদক ভাৰতীয় সামন্তবাদৰ আদৰ্শ স্বৰূপে পৰিগণিত কৰিব পাৰি। দাক্ষিণাত্যৰ বৌদ্ধ গুহাসমূহৰ ভাস্কৰ্য কলাৰ উৎপত্তি বৰ্ণনা কৰোতে কৌশাম্বীয়ে বৌদ্ধ ধৰ্মৰ অৱনতিৰো নিৰ্ভৰযোগ্য চিত্ৰ দাঙি ধৰিছে।

গুপ্ত যুগৰ ওপৰতো লেখকে একে ধৰণেৰেই আলোকপাত কৰিছে। তেওঁ লেখিছে, "গুপ্তসকলে দুশ বছৰ ধৰি এখন ডাঙৰ সাম্ৰাজ্য চলাই খাব পৰাৰ গুৰিতে তেওঁলোকৰ আক্ৰমণৰ শক্তি নাছিল, আছিল দেশৰ উৎপাদন-ব্যৱস্থাৰ সমৃদ্ধি। পূৰ্বে চাষ নকৰা হাবিৰ অঞ্চলবোৰত লাভজনক বেহা-বেপাৰ কৰি আৱৰ্জণতে

যথেষ্ট লাভৰ পথ মুকলি হৈছিল। বঙ্গ দেশ হ'ল গুপ্ত যুগত ভঙা নতুন অঞ্চল। এই অঞ্চল বসতিৰ আদৰ্শ স্থান। তাতকৈ কম সাবুৱা দাক্ষিণাত্য অঞ্চলতো এই যুগতে প্ৰথম স্থায়ী কৃষিজীৱি গাৱঁৰ সংখ্যা বৃদ্ধি পায়। মৌৰ্য বসতি-পদ্ধতিৰ পৰা গুপ্ত বসতি-পদ্ধতি সম্পূৰ্ণ সুকীয়া আছিল। মৌৰ্য ৰাষ্ট্ৰই বসতিৰ দায়িত্ব লৈছিল; ৰাষ্ট্ৰই শূদ্ৰসকলক বলেৰে নতুন গাৱঁত বহুৱাইছিলগৈ, ধাতুৰ ব্যৱসায়ো সম্পূৰ্ণ নিজৰ নিয়ন্ত্ৰণত ৰাখিছিল, উৎপাদন আৰু বেহা-বেপাৰতো ৰাষ্ট্ৰই নিজে ভাগ লৈছিল আৰু অৰ্থনীতি চালু ৰাখিবলৈ অসংখ্য মুদ্ৰাৰ প্ৰচলন কৰিছিল" (পৃঃ ৩০০-৩০১)। তুলনামূলকভাৱে সোণৰ মুদ্ৰা থকা সত্ত্বেও গুপ্ত যুগৰ ৰূপৰ মুদ্ৰা সংখ্যাত কম আৰু গুণত নিকৃষ্ট আছিল। পাম অঞ্চল দূৰ হোৱা বাবে বলেৰে মানুহ বহুৱাটো সম্ভৱ নাছিল, তাতকৈ গঙ্গা উপত্যকাৰ পলসুৱা মাটিত শস্য উৎপাদন কৰা সহজ আছিল। নতুন বন্দৰস্থিৰ অঞ্চলত ধৰ্ম আৰু গাইগুটিয়া বেপাৰৰ লগে লগে জাত প্ৰথাৰ ঠাঁই লৈ শ্ৰেণী আৰু ব্যক্তিগত সম্পত্তিৰ উদয় হৈছিল। কেন্দ্ৰই জনজাতীয় দলপতিবোৰক আৱশ্যক মতে সামৰিক সাহায্য দিছিল আৰু সম্ভৱ হ'লে পানী যোগান, বাণিজ্য নিয়ন্ত্ৰণ, বাণিজ্য পথত পহৰা আদি কাৰ্যত ৰাজ্যপাল আৰু সামন্তসকলৰ যোগেদি সেৱা আগবঢ়াইছিল। ৰাষ্ট্ৰই মাটিৰ গাইগুটিয়া বন্দৰস্তিত উৎসাহ দিছিল; সেই মতে মাটি ভোগ কৰোতাই শস্যৰ ভাগ দিব লাগিছিল। মৌৰ্যসকলৰ দিনতকৈ এই শস্যকৰৰ পৰিমাণ কম আছিল।

গুপ্তসকলৰ সমৃদ্ধিৰ আধাৰতেই অৱনতিৰ কাৰণো নিহিত আছিল। আত্ম-নিৰ্ভৰশীল গাওঁ বঢ়াৰ লগে লগে পণ্য দ্ৰব্যৰ উৎপাদন কমি গ'ল আৰু তাৰ প্ৰভাৱ বেহা-বেপাৰতো পৰিল। ফলত শস্য কৰেই ৰাষ্ট্ৰৰ ৰাজ-খৰচৰ ঘাই উ'হ হৈ পৰিল। তেতিয়া সামৰিক আৰু পুলিচ ব্যৱস্থাও দুৰ্বল হ'বলৈ ধৰিলে আৰু দুৰাকাংক্ষী সামন্ত আৰু বিষয়াবোৰে মূৰ তুলি উঠিল। এনেবোৰ কাৰণতে গুপ্ত সাম্ৰাজ্যৰ পতন ঘটিল। ৰাষ্ট্ৰৰ দুৰ্বলতাৰ সুযোগ লৈ বিদেশী চাকৰিয়াল আৰু বেপাৰীসকলো আক্ৰমণকাৰীলৈ ৰূপান্তৰিত হ'ল। নতুন অৰ্থনীতিৰ যুগটোত দুটা বিপৰীত দৃশ্য দেখা দিয়ে। আদি কালত সুন্দৰ সাহিত্য, সুন্দৰ ভাস্কৰ্য, চিত্ৰকলা আৰু স্থপতি-কলাৰ বিকাশ ঘটিছিল অৰু সমাজত শান্তিও বিৰাজ কৰিছিল। তেতিয়া কৰ-ব্যৱস্থাও কঠোৰ নাছিল। এই কালছোৱাক 'স্বৰ্ণ যুগ' বোলা হয়। গুপ্ত শাসন এই যুগতে পৰে। হৰ্ষবৰ্দ্ধনৰ যুগ পোৱাৰ লগে লগে গাৱঁলীয়া অৰ্থনীতিৰ বিকাশৰ কু-ফলবিলাক দেখা দিবলৈ ধৰে আৰু ডাঙৰ ৰাজতন্ত্ৰৰ অৱনতি ঘটে। কোশাম্বীয়ে লেখিছে: "মৌৰ্য-সকলৰ উন্নতিৰ কালত পাটনা আছিল পৃথিৱীৰ বৃহত্তম নগৰী, সেই অনুপাতে গুপ্ত

যুগত তেওঁলোকৰ ৰাজধানী উজ্জয়িনী সমৃদ্ধিশালী নাছিল। উজ্জয়িনীৰ পিছত কনৌজ ৰাজধানী হৈছিল। কিন্তু কনৌজ উজ্জয়িনীৰ তুলনাতো হীন আছিল। ইয়াৰ ৰজাসকলে সততে ভ্ৰমণ কৰি ফুৰিছিল। লগত সেনাবাহিনী, অন্তেষপুৰৰ ৰাজমহিষীবৃন্দ, ৰাজসভাসদ আৰু সচিবালয়,—সকলো ঘূৰি ফুৰিছিল; কিয়নো এওঁলোকক খুওৱা-বুওৱা এটা মহা সমস্যা হৈ পৰিছিল। গতিকে য'ত ৰাহি শস্য উৎপন্ন হৈছিল, তাৰপৰা ধন আনি পোহপাল দিব লগা হৈছিল। এই সময়ত দিয়া দানবোৰ 'শিবিৰৰ ঘাই কাৰ্যালয়'ৰপৰা দিয়া হৈছিল" ( পৃঃ ৩০৪-৩০ )।

গ্ৰন্থৰ শেষৰ ফালে তেওঁ ভাৰতত সামন্তবাদৰ উত্থানৰ বিষয়ে আলোচনা কৰিছে। এটা ওপৰৰপৰা জাপি দিয়া সামন্তবাদ আৰু আনটো তলৰপৰা হোৱা। প্ৰথম ব্যৱস্থাৰ ৰাষ্ট্ৰৰ "তলতীয়া ৰজাসকলে নিজ ৰাজ্যৰ স্বত্বাধিকাৰীৰূপে শাসন চলাই আৰু নিজ ইচ্ছা অনুসৰি কাম-কাজ কৰি ওপৰৰ পৰাক্ৰমী ৰজা বা সম্ৰাটক শোধাব-লগীয়া কৰ দিব লাগিব। সম্ৰাট আৰু শক্তিশালী প্ৰভুক কৰ দি থাকে মানে তেওঁলোক নিশ্চিন্ত। এই শাসকসকল তলতীয়া ৰজা নহৈ জনজাতীয দলপতিও হ'ব পাৰে। এই তলতীয়া শাসকসকলে নিজে মাটি চলাইছিল। মাজৰ মধ্যৱৰ্তী মাটিৰ গৰাকী শ্ৰেণী এটি নাছিল" ( পৃঃ ২৯৪ )। সামন্ত শব্দৰ প্ৰাচীন অৰ্থ আছিল "ওচৰ-চুবুৰীয়া ৰজা।" কিন্তু গুপ্ত যুগত এই শব্দৰ অৰ্থ 'কৰতলীয়া ৰজা' হ'লগৈ।

ওপৰৰপৰা জাপি দিয়া সামন্তবাদৰ লগত তলৰপৰা হোৱা সামন্তবাদৰ প্ৰভেদৰ কথা কোশাম্বীয়ে এনেদৰে বৰ্ণনা কৰিছে: "এনে সামন্তবাদী ব্যৱস্থাত গাৱঁৰপৰাই মাটিৰ গৰাকী শ্ৰেণী এটি উদ্ভৱ হয। এওঁলোকৰ স্থান ৰাষ্ট্ৰ আৰু খেতিয়কৰ মাজত। লাহে লাহে এওঁলোকে অস্ত্ৰ-শস্ত্ৰ গোটাই অস্ত্ৰ শক্তিৰ বলেৰে ৰাইজক শাসন কৰে। এই শ্ৰেণীটোৱে ৰজাকো সেনা যোগাব পাৰিছিল, গতিকে ৰাষ্ট্ৰশক্তিৰ লগত এও'লোকৰ সম্পৰ্ক পোনপটীয়া আছিল। আন কোনো শক্তিয়ে তেওঁলোকৰ কামত হস্তক্ষেপ কৰিব নোৱাৰিছিল। এনে ব্যৱস্থাত ৰাজহ সংগ্ৰহৰ বাবে কমসংখ্যক হ'লেও মধ্যৱৰ্তী লোক এশ্ৰেণী নিযুক্ত হৈছিল। এও'লোকে সামন্ত প্ৰভুক কৰ দিব লাগিছিল। আনহাতে ওপৰৰপৰা জাপি দিয়া ব্যৱস্থাত ৰাজহ সংগ্ৰহ কৰিবৰ বাবে ৰজাই কিছুমান বিষয়া নিয়োগ কৰিছিল। দুয়োটা ব্যৱস্থাতে পূৰ্বৰ স্থানীয় অথবা সামাজিক ৰূপসমূহ সংৰক্ষিত কৰা হৈছিল। আন কি আদিম খাদ্য সংগ্ৰহকাৰী মানুহৰ সমাজো নতুন সমাজবোৰৰ অঙ্গৰূপে থাকি গৈছিল। ওপৰোক্ত সামন্তবাদী ব্যৱস্থা দুবিধৰ প্ৰভেদৰ প্ৰধান কাৰণ বাণিজ্য আৰু পণ্য দ্ৰব্যৰ ধীৰ বৃদ্ধিত নিহিত আছিল" ( পৃঃ ২৯৫ )। এই প্ৰসঙ্গত তেও' ফিৰোজ টুঘলুকৰ মাটি বন্দৱস্তিৰ কথা উল্লেখ কৰিছে।

সামন্তবাদৰ ধ্বংসৰ কাৰণ উৎপাদনৰ কৌশলৰ উন্নতি সাধন কৰিব নোৱাৰাতেই বুলি তেওঁ উল্লেখ কৰিছে। ভাৰতবৰ্ষৰ সমাজ বিৱৰ্তনৰ ইতিহাসত প্ৰত্যেকটি যুগ-সন্ধিক্ষণতে এই অপাৰগতাই বিদেশী আক্ৰমণৰ কাৰণ হৈ পৰিছিল বুলি তেওঁ কেইবাঠাইতো ইংগিত দিছে। আৰ্যসকলৰ দ্বাৰা সিন্ধু সভ্যতা ধ্বংস, মুছলমান আৰু ইংৰাজৰ ভাৰত বিজয়—এইবিলাক ঐতিহাসিক ঘটনাও এই তত্ত্বৰ আলমতে ব্যাখ্যা কৰিবলৈ ইয়াত চেষ্টা কৰা দেখা গৈছে। মুছলমানসকলৰ ভাৰত জয় সম্পৰ্কে কৌশাম্বীৰ তলত দিয়া মত প্ৰণিধানযোগ্য।

"দুই হেজাৰ বছৰ পূৰ্বেই আৰ্য বিজেতাসকলে যেনে ধৰণৰ ঐতিহাসিক ভূমিকা গ্ৰহণ কৰিছিল এওঁলোকেও ঠিক একে ধৰণৰ ভূমিকাকে গ্ৰহণ কৰিলে। এওঁলোকে চিৰাচৰিত সংকীৰ্ণ প্ৰথা ভাঙি দি নতুন উৎপাদন কৌশলৰ প্ৰৱৰ্তন আৰু প্ৰসাৰ সাধিলে। আৰ্যসকলৰ লগত তেওঁলোকৰ এটা প্ৰভেদো আছে, আৰ্যসকলৰ তুলনাত এওঁলোকে যোগোৱা উৎপাদনৰ প্ৰেৰণা সিমান কোবাল নাছিল, কাৰণ, আৰ্যসকলে বহুত অঞ্চলত নাঙলেৰে খেতি প্ৰৱৰ্তন কৰিছিল। অৱশ্যে মুছলমান-সকলেই যে ভাৰতবৰ্ষত চীন দেশত আৱিষ্কৃত বন্দুক-বাৰুদ, চীনা মাটিৰ পাত্ৰ, তুলাপাত আৰু চাহপাত ভাৰতবৰ্ষলৈ কঢ়িয়াই আনিছিল তাত কোনো সন্দেহ নাই। তেওঁলোকে গ্ৰীক বিজ্ঞান, জ্যামিতি, ভাৰতীয় চিকিৎসা-শাস্ত্ৰ আৰু বীজগণিত এইবোৰ বিষয়ৰ গ্ৰন্থ আৰবী ভাষালৈ ভাঙিছিল আৰু সেইবোৰ বিজ্ঞানৰ গ্ৰন্থত নিজে আৱিষ্কাৰ কৰা জ্ঞানো সন্নিবিষ্ট কৰিছিল। এই গ্ৰন্থবোৰত জ্ঞানৰ সহায়তেই মধ্যযুগৰ য়ুৰোপে ৰেনেসাঁৰ প্ৰথম ভেটি স্থাপন কৰে। অৱশ্যে এওঁলোকৰ ঘাই বৰগুণ হ'ল কেতবোৰ উৰলি যোৱা উৎপাদনৰ সম্পৰ্ক উচ্ছেদ কৰাত।" (পৃঃ ৩৬২-৩৬৩)।

ভাৰতীয় সামন্তবাদৰ অন্তিমকালৰ সদাগৰ, বিত্তবিশাৰদ, একচেটীয়া ব্যৱসায়ী আদি শ্ৰেণীবোৰৰ ঐতিহাসিক ব্যৰ্থতাৰ চৰম নিদৰ্শন হ'ল ন বুৰ্জোৱা সৃষ্টি কৰিব নোৱাৰাটো। এওঁলোকৰ বিলুপ্তি ঘটে বৃটিঃশসকলৰ হাতত। ইংৰাজ সদাগৰ-বোৰে কালক্ৰমত সামন্তযুগীয় একচেতীয়া বেপাৰৰ অধিকাৰ নিজৰ হাতলৈ নিলে। কৌশাম্বীয়ে লেখিছে, "প্ৰাক্ পুঁজিবাদী যুগৰ ভাৰতীয় সঞ্চয়বোৰ যান্ত্ৰিক উদ্যোগ গঠনত লগাব পৰা নহ'ল। ইপিনে ইংলণ্ডৰ দৰে ইয়াত সৰ্বহাৰা শ্ৰেণীৰো উদ্ভৱ নহ'ল। সেইবাবে যান্ত্ৰিক উৎপাদনৰ কৌশল আৰু বিশেষজ্ঞ আদি ভাৰতলৈ বাহিৰৰপৰা আমদানি কৰিব লগা হ'ল। এই কাৰণেই ভাৰত অনগ্ৰসৰ হৈ ৰ'ল" (পৃঃ ৩১৯)।

কৌশাম্বীৰ এই মতামতবোৰ মাৰ্ক্সীয় পদ্ধতিৰে ভাৰত বুৰঞ্জী অধ্যয়ন কৰাৰ

ফল বুলি ন-কৈ দোহৰাৰ একো সকাম নাই। মুছলমান যুগত তেওঁৰ অধ্যয়ন প্ৰায় শেষ হৈছে বুলি ক'ব পাৰি। প্ৰাক-শ্ৰেণী যুগৰ উত্তৰাধিকাৰৰ বিষয়ে তেওঁ যি গৱেষণা চলাইছিল, সেই গৱেষণা প্ৰধানতঃ মহাৰাষ্ট্ৰতে সীমাবদ্ধ। আনহাতে ভাৰতৰ আন আন ঠাইত যিবোৰ পুৰাতাত্ত্বিক গৱেষণা হৈছে, সেইবোৰ গৱেষণাৰ ফলাফলো তেওঁ গ্ৰহণ কৰিছে। এইবিলাকৰ উপৰিও সাহিত্য, ফলি, কলা-ভাস্কৰ্য আদিৰ সাক্ষ্যও তেওঁ য'তে পাৰিছে গ্ৰহণ কৰিছে। ভাৰতৰ সকলো ঠাইতে প্ৰাক-বুৰঞ্জী আৰু বুৰঞ্জীৰ গৱেষণা সমানে হোৱা নাই। গতিকে সকলো ঠাইৰে তথ্য-পাতি পোৱা তেওঁৰ পক্ষে সম্ভৱ নাছিল। পোৱা সমলখিনিৰ ওপৰতে ভেটি কৰি তেওঁ ভাৰতবৰ্ষৰ সমাজৰ বিকাশৰ যি চিত্ৰ আমাৰ আগত দাঙি ধৰিছে, সেই চিত্ৰ যুক্তিসন্মত। ভাৰতত জনজাতীয় সমাজবোৰৰপৰা শ্ৰেণীবিভক্ত সমাজ গঠন হোৱাৰ ইতিহাস বিচিত্ৰ। এই জাতীয় বৈশিষ্ট্যবোৰৰ ভিতৰত দাস-প্ৰথাৰ নিম্নতম ভূমিকা, জাত-প্ৰথাৰ বিকাশ, শ্ৰেণীসমাজত জনজাতীয় খাদ্য, সংগ্ৰহকাৰী সমাজৰ অৱশিষ্ট সংৰক্ষণ, উৎপাদনৰ আহিলাসমূহৰ আপেক্ষিক পৰিবৰ্তনহীনতা আৰু পণ্য উৎপাদনবিমুখী গাৱঁলীয়া অৰ্থনীতিবোৰৰ কথা বিশেষভাৱে উল্লেখ কৰিছে। এই সামাজিক-অৰ্থনৈতিক বৈশিষ্ট্যবোৰৰ প্ৰভাৱত মৌৰ্য আৰু গুপ্ত এই দুখন বিৰাট সাম্ৰাজ্য গঠন হোৱাৰ বিষয়েও কোশাম্বীয়ে যুক্তিসন্মত বৰ্ণনা দিছে। দেখা যায় ভাৰতত আৰ্যসকলেই প্ৰথম উৎপাদন আহিলাৰ সুদূৰপ্ৰসাৰী গুণগত পৰিৱৰ্তন সাধিছিল, সেই পৰিবৰ্তনৰ পিছত বৃটিংশ যুগলৈকে আৰু তদ্ৰূপ মৌলিক পৰিবৰ্তন ঘটা নাছিল।

বুৰঞ্জীখনৰ প্ৰতিটো অধ্যায়েই তথ্যপূৰ্ণ আৰু জটিল। জটিলতাৰ এটা কাৰণ কোশাম্বীৰ জটিল ৰচনা-শৈলী। তেওঁৰ ইংৰাজী ৰচনা ভাঙনি কৰাও সহজ কাম নহয়। অসমীয়া অনুবাদত পঢ়ুৱৈসকলে মূলৰ সকলো গুণ পোৱাটো টান হ'ব। তথাপি এই অনুবাদে থূলমূলভাৱে কোশাম্বীৰ ইতিহাস-ৰচনা পদ্ধতিৰ জ্ঞান তেওঁলোকক দিব। এই অনুবাদগ্ৰন্থৰ গুণবোৰ কোশাম্বীৰ প্ৰাপ্য। দোষবোৰ নিসন্দেহে অনুবাদকৰ।

কোশাম্বীৰ এই বুৰঞ্জীখনক এক অভিনৱ প্ৰচেষ্টা বুলি ক'বই লাগিব। ভাৰতৰ মাৰ্ক্সবাদীসকলে ভাৰতৰ ইতিহাস ব্যাখ্যা কৰিবৰ বাবে আগতেও যত্ন নকৰা নহয়। কিন্তু এইখন গ্ৰন্থৰ দৰে বৌদ্ধিক দৃষ্টিৰপৰা সফল গ্ৰন্থ খুব কম। কোশাম্বীৰ মৌলিকতা অনস্বীকাৰ্য। তেওঁ ইতিহাস-চৰ্চাৰ প্ৰেৰণা পাইছিল তেওঁৰ বাপেকৰপৰা। বাপেক ধৰ্মানন্দ কোশাম্বী বৌদ্ধ ধৰ্ম আৰু দৰ্শনৰ এজন সৰ্বমান্য পণ্ডিত আছিল। তেওঁৰপৰাই তেওঁ ভাৰতৰ অতীত ইতিহাসৰ প্ৰথম শিক্ষা লাভ কৰে। ধৰ্মানন্দ

কৌশাম্বী উদাৰ আৰু যুক্তিবাদী লোক আছিল। প্ৰাতীনত কৌশাম্বীয়ে বাপেকৰ শিক্ষাৰ কথা বিশেষভাৱে স্বীকাৰ কৰিছে।

এই বুৰঞ্জীখনে ভাৰতবৰ্ষৰ ইতিহাসতে যে নতুন পোহৰ পেলাইছে এনে নহয়, ভাৰতবৰ্ষৰ বুৰঞ্জী চৰ্চাও বিজ্ঞানসম্মত কৰাৰ বাটত স্পষ্ট বৰঙণি আগবঢ়াইছে। কৌশাম্বীয়ে বিশ্বাস কৰিছিল যে বুৰঞ্জীৰ উদ্দেশ্য অকল ঘটনাৰ বৰ্ণনাই নহয়, ইতিহাস ন-কৈ ৰচনা কৰাও। এই বুৰঞ্জী পঢ়িলে উক্ত সত্য পাঠকসকলে উপলব্ধি কৰিব পাৰিব।

বুৰঞ্জী ৰচনাৰ পদ্ধতি সম্পৰ্কে বিশেষজ্ঞসকলে আলোচনা কৰিছে। 'এন ইণ্ট্ৰডাকচনছ টু ইণ্ডিয়ান হিষ্টিঅ'গ্ৰাফি' নামৰ গ্ৰন্থত এ. কে. ৱাৰ্ডাৰ বোলা এজন পণ্ডিতে ভাৰতীয় 'প্ৰাচীন সাহিত্য আৰু ইতিহাস' সমূহৰপৰা ন-কৈ ভাৰতীয় সভ্যতাৰ তথ্য সংগ্ৰহ কৰাৰ বাবে ওকালতি কৰা দেখা গৈছে। তেওঁৰ মতে কল্হনৰ 'ৰাজ-তৰাঙ্গিনী'য়েই একমাত্ৰ নিৰ্ভৰযোগ্য প্ৰাচীন ইতিহাস নহয়। পশ্চিমীয়া পণ্ডিতসকলৰ প্ৰতিকূল মতামতৰ বাবেই আন ভাৰতীয় সাহিত্যবোৰ তথ্য সংগ্ৰহৰ উদ্দেশ্যে ভালদৰে ব্যৱহৃত হোৱা নাই। এইবাবেই ভাৰতীয় ইতিহাস ৰচনা পদ্ধতিৰ বিষয়ে গভীৰভাৱে ক'তো চৰ্চা হোৱা দেখা নাযায়। তেওঁৰ গ্ৰন্থত তেওঁ ভাৰতবৰ্ষৰ প্ৰত্যেক অঞ্চলতে আঞ্চলিক ভাষাত আৰু আদি কালত সংস্কৃত আৰু পালি ভাষাত ৰচিত কাব্য-ইতিহাসসমূহত ভাৰতীয় ইতিহাস ৰচনা-পদ্ধতি অন্তৰ্নিহিত হৈ আছে বুলি অনুমান কৰিছে। তেওঁৰ গ্ৰন্থত বিভিন্ন অঞ্চলৰ ইতিহাস ৰচনা পদ্ধতি সম্পৰ্কে একো একোটি অধ্যায় দিয়া হৈছে। তেওঁ লেখিছে, "আধুনিক ঐতিহাসিক গৱেষকসকলে এই লেখাবোৰ সাহিত্য বুলি বাদ দি তাত থকা তথ্যবোৰলৈ চকু নিদিয়ে। তাৰ বদলি তেওঁলোকে ভাৰতৰ বিভিন্ন অঞ্চলত পোৱা শিল আৰু ধাতুৰ অপৰ্যাপ্ত ফলিবোৰৰ ওপৰত অধিক মনোনিবেশ কৰে। তথ্যৰ দৃষ্টিৰপৰা চাবলৈ গ'লে এই ফলিবিলাকৰ দৰেই লিখিত পুথিবোৰকো সমসাময়িক বা প্ৰায় সমসাময়িক নথি বুলি গণ্য কৰিব পাৰি। এই গুণ উভয়তে আছে।" এই মনোভাৱ সম্পৰ্কে আমাৰ মতামত অপ্ৰয়োজনীয়। কিন্তু এটা খবৰ দিয়া ভাল হ'ব। ৱাৰ্ডাৰেই প্ৰথম বুৰঞ্জীবিদ যি অসমৰ প্ৰাচীন ইতিহাস ৰচনা পদ্ধতিৰ বিষয়ে এটা অধ্যায় গ্ৰন্থখনত দিছে। যি কি নহওক, তথ্য সংগ্ৰহৰ অৰ্থে সমগ্ৰ ভাৰতৰ পুথিবোৰ নকৈ চোৱাৰ প্ৰয়োজন নোহোৱা নহয়। কৌশাম্বীৰ ইতিহাসত এই গুণ নাই বুলিব নোৱাৰি, কিন্তু তেওঁ বিভিন্ন অঞ্চলৰ সাহিত্যক সম্পূৰ্ণভাৱে মন্থন কৰি চাইছে বুলিলে ভুল হ'ব। বিভিন্ন অঞ্চলৰ ফলি, পুৰাতাত্ত্বিক সমল, মুদ্ৰা, প্ৰাচীন মঠ-মন্দিৰ আৰু পৰম্পৰাও ইয়াত সম্পূৰ্ণৰূপে গ্ৰহণ কৰা হৈছে নে নাই তাকো পঢ়ুৱৈসকলে বিচাৰ কৰি চাব। অৱশ্যে

বৰ্তমানৰ বেছিভাগ ভাৰত ইতিহাসৰ দৰেই ই সম্পূৰ্ণ ইতিহাস নহয়। মন কৰিবলগীয়া কথা কোশাম্বীৰ মতে এই বুৰঞ্জী ভাৰতৰ ইতিহাসৰ পাতনিহে। তাতোকৈও গুৰুত্বপূৰ্ণ কথা এই বুৰঞ্জীক মাৰ্ক্সীয় পদ্ধতি প্ৰয়োগৰ এটি সুন্দৰ উদাহৰণ বুলিহে তেওঁ ইঙ্গিত দিছে। গতিকে এই সীমাবদ্ধতাৰ কাৰণে কোশাম্বীক দোষা অনুচিত। এনেবোৰ সীমাবদ্ধতাৰ বাবে ভাৰতৰ সৰহভাগ বুৰঞ্জীবিদে আজুকাল ভোগ কৰি আহিছে। কোশাম্বীয় বুৰঞ্জীখনৰ গুৰুত্ব বিচাৰ কৰিব লাগিব আন দিশৰপৰা। প্ৰাপ্ত সম্বল আৰু নিজে সংগ্ৰহ কৰা মৌলিক তথ্যৰ সুব্যৱহাৰ কৰি তেওঁ এখন অভিনৱ ইতিহাস ৰচনা কৰিছে। এই ইতিহাস একেধাৰে আলোচনা-গ্ৰন্থ আৰু বুৰঞ্জী। প্ৰত্যেক অধ্যায়তে নীতি আৰু তথ্যৰ সুসমন্বয় ঘটাই তেওঁ প্ৰত্যেকটো বিষয়তে ন ন আলোকপাত কৰিবলৈ সমৰ্থ হৈছে। তেওঁৰ ৰচনা-শৈলীও স্বকীয় আৰু ৰসপূৰ্ণ। মাজে মাজে গম্ভীৰ মন্তব্য আৰু কৌতুকময় বচনে মনক অভিভূত কৰি তোলে। সময়ত অনুভব হয় আমি যেন এক নতুন ভাৰতবৰ্ষহে আৱিষ্কাৰ কৰিবলৈ গৈছোঁ। (মূলৰ এই গুণ আৰু উদ্দেশ্য অনুবাদত যদি ধৰা পৰা নাই, তেন্তে তাৰ দোষ অনুবাদকৰহে)।

এই বুৰঞ্জীত দৰ্শোৱা দৰ্শনবো এটা বিশেষত্ব আছে। এই কথা আগতে উল্লেখ কৰা হৈছে। মাৰ্ক্সে কৈছিল, দৰ্শনৰ মূল উদ্দেশ্য জগতৰ ব্যাখ্যা দিয়া নহয়, জগতৰ সলনি কৰাহে। এই বুৰঞ্জী যিসকলে পঢ়িব সেইসকলে এটা কথা ধৰিব পাৰিব। উৎপাদনৰ আহিলাৰ উন্নতি আৰু উৎপাদনৰ সম্পৰ্কৰ ৰূপান্তৰৰ ফলতেই ভাৰতত জনজাতীয় জীৱন-পদ্ধতি সলনি হৈ শ্ৰেণী-বিভক্ত খেতিয়ক সমাজৰ সৃষ্টি হ'ল। ধৰ্মৰ সলনি, আৰু সংঘৰ্ষকো এই শ্ৰেণীবিভক্ত সমাজৰ বিভিন্ন সময়ৰ পৰিবৰ্তনৰ চিনস্বৰূপ। মৌৰ্য, গুপ্ত আৰু অন্যান্য সাম্ৰাজ্যৰ পতনৰ কাৰণো সেইদৰে উৎপাদন-পদ্ধতি আৰু উদ্বৃত্ত সংগ্ৰহৰ প্ৰণালীৰ অন্তৰ্দ্বন্দ্বতে বিচাৰি যাব লাগিব। এনেবিলাক ব্যাখ্যাই আমাৰ মন ভাৰত বুৰঞ্জীৰ আদৰ্শগত, সাম্প্ৰদায়িক, সাম্ৰাজ্যবাদী বা উগ্ৰ জাতীয়তাবাদী ব্যাখ্যাৰপৰা আঁতৰাই আনি বাস্তৱ আৰু বস্তুগত আধাৰৰ ওপৰত মনোনিবেশ কৰোৱায়। আনহাতে ইতিহাস নিৰ্মাণত উৎপাদনকাৰী জনসাধাৰণৰ এৰাব নোৱাৰা ভূমিকা সম্পৰ্কে আমাক সজাগ কৰি দিয়ে। যদি এই দৃষ্টিৰে আমি ইতিহাস পঢ়ো তেন্তে আমাৰ বুৰঞ্জী যুক্তিসঙ্গত, মানৱীয় আৰু সহজবোধ্য হৈ পৰে। এনে বুৰঞ্জীয়ে সাধাৰণ মানুহৰ মনত আস্থা জন্মায় আৰু ইতিহাস গঢ়াৰ বিষয়ে আমাক সচেতন কৰে। আমি বৰ্তমানৰ জগত অতীতৰ সৃষ্টিশীল আৰু সক্ৰিয় সম্পৰ্ক গঢ়িবলৈ সমৰ্থ হোৱাৰ উপৰিও আমাৰ ভাব হয় ভাৰতৰ বৰ্তমান উজ্জ্বল ভৱিষ্যতৰ শস্য-তলীহে

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

# ঐতিহাসিক কালক্ৰমৰ আভাস

প্ৰথম দুই অধ্যায়ত ঐতিহাসিক কালক্ৰমৰ কোনো কথা নাই।

তৃতীয় অধ্যায় ঃ—সিন্ধু নগৰবোৰৰ ভেটি স্থাপন ঃ প্ৰায় ৩০০০ খ্ৰীঃ পূঃ। মেছোপটেমিয়াৰ জেমজেট-নছৰ কালৰ ( cf F 96 ) সৈতে ইয়াৰ কাল বিচাৰ পাৰি। হাম্মুৰাবিৰ কাল হ'ল ১৭২৮-১৬৮৬ খ্ৰীঃ পূঃ।

চতুৰ্থ অধ্যায় ঃ—প্ৰথম আৰ্য আক্ৰমণ ( প্ৰায় ১৭৫০ খ্ৰীঃ পূঃ ), ঋক্‌বেদৰ আচল কাল হ'ল প্ৰায় ১৫০০ খ্ৰীঃ পূঃ। দ্বিতীয় আৰ্য আক্ৰমণৰ কাল প্ৰায় ১১০০ খ্ৰীঃ পূঃ।

পঞ্চম অধ্যায় ঃ—৮০০ খ্ৰীঃ পূঃৰ ভিতৰতে যজুৰ্বেদ সম্পূৰ্ণ। শতপথ ব্ৰাহ্মণ সম্পূৰ্ণ হয় ৬০০ খ্ৰীঃ পূঃৰ ভিতৰত। এইবিলাক গ্ৰন্থত পিছৰ কালত যোগ দিয়া কথাবিলাকৰ কথা বিবেচনা কৰা হোৱা নাই।

ষষ্ঠ অধ্যায় ঃ—খ্ৰীঃ পূঃ ৭ম শতিকাৰ ভিতৰতে কোশল আৰু মগধত ৰূপৰ মুদ্ৰা ব্যৱহৃত হৈছিল। বুদ্ধ আৰু প্ৰসেনজিৰ মৃত্যু ( দুয়োৰে ৮০ বছৰত মৃত্যু ঘটে) হয় প্ৰায় ৪৬৮ খ্ৰীঃ পূঃত। মহাবীৰৰ মৃত্যু ঘটে বুদ্ধৰ মৃত্যুৰ কেইবছৰমানৰ পিছত। সম্ভৱতঃ ৪৬৮ খ্ৰীঃ পূঃ। মগধৰ বিম্বিসাৰে প্ৰায় ৫৪০ খ্ৰীঃ পূঃত শাসন কৰিবলৈ আৰম্ভ কৰে। অজাতশত্ৰুৱে কৰে ৪৯২ খ্ৰীঃ পূঃ মহাপদ্ম নন্দই ৩৫০ খ্ৰীঃ পূঃৰ আগত ৰাজত্ব কৰিছিল।

সপ্তম অধ্যায় ঃ—আলেকজেণ্ডাৰে খ্ৰীঃ পূঃ ৩২৭ৰ শেষ ভাগত ভাৰত আক্ৰমণ কৰে। বিপাশাৰপৰা খ্ৰীঃ ৩২৬ৰ জুলাই মাহত উভতি যায়। খ্ৰীঃ পূঃ ৩২৩ত বেবিলনত মৃত্যু ঘটে। চন্দ্ৰগুপ্তৰপৰা আৰম্ভ কৰি মৌৰ্য সাম্ৰাজ্যৰ কাল হ'ল প্ৰায় খ্ৰীঃ পূঃ ৩২১-১৮৪। অশোকৰ কাল প্ৰায় খ্ৰীঃ পূঃ ২৭৫-২৩২। অশোকৰ লিপিত তলত দিয়া সমসাময়িক গ্ৰীক ৰজাসকলৰ নাম আছে ঃ আণ্টিঅকচ থিঅচ ( ছীৰিয়া, ২৬১-২৪৬ ) আণ্টিগণৰ গনতচ (মেচিডন, ২৭৮-২৪২ বা ২৩৯) ; মগস (চীৰিণ, ২৫৮) ; ইপিৰাছৰ আলেকজেণ্ডাৰ (প্ৰায় খ্ৰীঃ পূঃ ২৭২-২৫৮)।

অষ্টম অধ্যায় ঃ—শাতবাহনসকলৰ কাল প্ৰায় ২০০ খ্ৰীঃ পূঃ। ৰুদ্ৰদমনৰ গিৰ্ণাৰ ফলি (১৫০ খ্ৰীঃ)। ছিৰিয়াৰ এণ্টিঅকচ তৃতীয়ৰ ভাৰত আক্ৰমণ (খ্ৰীঃ পূঃ ২০৬)। ইন্দ-গ্ৰীক ৰজাসকল (২০০-৫৮ খ্ৰীঃ পূঃ); এওঁলোকৰ ইউথিডেমচ ৰজাই কাবুল উপত্যকাত ৰাজত্ব কৰিছিল। বেক্‌ট্ৰিয়া আৰু ভাৰতৰ কিছু ঠাইতো অস্থায়ীভাৱে তেওঁ শাসন কৰিছিল। ইউক্ৰেটিডেচ আৰু তেওঁৰ বংশধৰসকল ঃ (১৬৫-২৫০ খ্ৰীঃ পূঃ)। পঞ্জাবত শক-পহ্লৱৰ ৰাজত্ব (৭৫ খ্ৰীঃ পূঃ—৫০ খ্ৰীঃ পূঃ)। কণিষ্কৰ কুষাণ সাম্ৰাজ্য আৰম্ভ ঃ ৭৮ খ্ৰীঃ। শেষ কুষাণ ৰজা বাসুদেৱে প্ৰায় ২০০ খ্ৰীঃত ৰাজত্ব কৰিছিল। এই বংশৰ উপাধি হ'ল 'দেৱপুত্ৰ' (চীন দেশৰ "স্বৰ্গৰপুত্ৰ" শব্দৰপৰা উৎপত্তি)। ৪ৰ্থ শতিকাত গুপ্ত বংশৰ কিছুমান লোকে এই উপাধি লৈছিল। অষ্টম শতিকাৰ শেষলৈকে কাবুলত এই বংশধৰসকলে ৰাজত্ব কৰি আছিল।

নৱম অধ্যায় ঃ— প্ৰথম সম্ৰাট চন্দ্ৰগুপ্তই ৩১৯-২০ খ্ৰীঃত গুপ্তযুগ আৰম্ভ কৰে। তেওঁৰ বাপেক ঘটোৎকচ আৰু ককাক শ্ৰীগুপ্ত ফৈজাবাদ প্ৰযাগ অঞ্চলৰ স্থানীয় জনজাতীয় দলপতি আছিল। সিংহাসনৰ ঘাই উত্তৰাধিকাৰী ৰজাসকলৰ ৰাজত্ব কাল তলত দিয়া হ'ল ঃ সমুদ্ৰগুপ্ত ৩৩০ খ্ৰীঃ, চন্দ্ৰগুপ্ত (দ্বিতীয়) ৩৮০, কুমাৰগুপ্ত (প্ৰথম) ৪১৫, স্কন্ধগুপ্ত ৪৫৫। বুদ্ধগুপ্তই ৫১৫ খ্ৰীঃলৈকে উত্তৰ ভাৰতত ৰাজত্ব কৰিছিল। ডটাৰ্কই ৪৮০ খ্ৰীঃত বল্লভি বংশ প্ৰতিষ্ঠা কৰিছিল। এই বংশ ৭০০ খ্ৰীঃলৈকে থাকে। হুন ৰজা ত'ৰমান আৰু মিহিৰগুলে ৫০০-২৮ খ্ৰীঃলৈকে মালৱাত ৰাজত্ব কৰিছিল। হৰ্ষৰ ৰাজত্বকাল (৬০৫-৬ৰ পৰা ৬৪৭ খ্ৰীঃলৈকে)। হৰ্ষৰ শত্ৰু নৰেন্দ্ৰগুপ্ত-শশাঙ্কই হ'ল উত্তৰ ভাৰতৰ শেষ গুপ্ত। ফাহিয়ানৰ ভাৰতবৰ্ষ আগমন (৪০৫)। হিউয়েনচাং প্ৰায় ৬২৯-৬৪৫ খ্ৰীঃৰ ভিতৰত ভাৰতলৈ আহে। কদম্বৰাজ ময়ূৰশৰ্মনক ৪ৰ্থ শতাব্দীৰ শেষ ভাগৰ বুলি ধৰা হৈছে।

দশম অধ্যায় ঃ—মাৰ্কপল'ই ১২৮৮ আৰু ১২৯২-৩ চনত দুবাৰ ভাৰতবৰ্ষ ভ্ৰমণ কৰিবলৈ আহিছিল। সিং বংশৰ নৌ সেনাপতি চেংহই বৃহত্তম চীনা বাণিজ্য জাহাজৰ বাহিনীটো ভাৰতলৈ আনিছিল (১৪০৫-১৪৩৩ খৃষ্ট ভিতৰত)। শেহৰ চাৰিটি ভ্ৰমণত চীনা বাণিজ্যপোতসমূহ আফ্ৰিকাৰ উপকূলৰ অৰ্মুজ বন্দৰ পাইছিলগৈ (cf China Reconstructs 5-7 July 1956. pp 11-14)। ভাৰতত প্ৰথম মুছলমান (আৰব) আক্ৰমণ হয় প্ৰায় ৬৩৭ খ্ৰীষ্টাব্দত। ৰাজ্য জয় আৰু স্থায়ী ৰাজ্য গঠন আৰম্ভ হয় মহম্মদ ইবন অলকাচিমৰ বাহিৰ জয়ৰ লগে লগে অৰ্থাৎ

৭১২ খৃতঃ। এওঁ মুলতানকে ধৰি নিম্ন সিন্ধু উপত্যকা মুছলমানৰ তললৈ আনে। ঘাজনীৰ মামুদে ( ১০৩০ খ্ৰীঃত এওঁৰ মৃত্যু ঘটে ) উদভাণ্ডৰ ( উন্দ ) শাহীয় বংশ আৰু কনৌজৰ প্ৰতিহাৰসকলক কেইবাবাৰো যুদ্ধত ঘটুৱাই বিনাশ কৰে। নাগভট্টই ৭২৫ খ্ৰীঃত গুৰ্জৰ-প্ৰতিহাৰ ( পৰিহাৰ ) ৰাজ্য পাতে। এওঁ পিছলৈ কনৌজ অধিকাৰ কৰে, কনৌজেই ৰাজধানী হয়। ৰাজ্যপালৰ লগে লগে এই ৰাজ্য অন্ত হয়, এওঁ ১০২০ খ্ৰীঃত মহম্মদৰ লগত হাৰি যুদ্ধত মৃত্যু বৰণ কৰে। বিহাৰৰ আৰু পশ্চিম বঙ্গৰ পালসকলে ৭৫০ খ্ৰীঃত ৰাজ্য আৰম্ভ কৰে, গোপাল নামৰ এজন জনজাতীয় দলপতিয়ে এই ৰাজ্য পাতে ; ১১৭৫ খ্ৰীঃত এই বংশ অন্ত পৰে। কিন্তু পাল বংশ অন্ততঃ ১৫০০ খ্ৰীঃলৈকে থাকে। ইয়াৰ পিছতে সেন বংশৰ প্ৰতিষ্ঠা হয়, এওঁলোকে ১১০৮ খ্ৰীঃৰ পৰা পাল ৰাজ্য থকা অঞ্চলত ৰাজত্ব কৰিবলৈ লয় আৰু বখতিয়াৰ খালজীৰ আক্ৰমণ পৰ্যন্ত ৰাজত্ব চলায়। খালজীৰ আক্ৰমণ হয় সেই শতিকাৰ শেষ ভাগত। চন্দেল ৰজাসকল আদিতে গণ্ড দলপতি আছিল, নৱম শতিকাত প্ৰতিহাৰসকলক পৰাজিত কৰি এওঁলোক ৰজা হয় আৰু বাৰ শ শতিকাৰ শেষলৈকে বুন্দেলখণ্ডত ( জেজাকভুক্তি ) ৰাজত্ব কৰে। গাহডৱাল ( ৰাঠোৰ ) সকলে চন্দ্ৰদেৱৰ লগত কনৌজৰ সিংহাসনত উঠে ১০৯০ খ্ৰীঃত। মহম্মদ ঘোৰীয়ে ১১৯৪ খ্ৰীঃত এই বংশৰ ৰাজত্ব ধ্বংস কৰে। ঘোৰীয়ে ইয়াৰ এবছৰমান আগত চৌহান (চাহমান) ৰজা পৃথ্বীৰাজকো পৰাজিত কৰে। উপদ্বীপ অঞ্চলত ৫৫০ খ্ৰীঃত চালুক্য ৰাজত্ব আৰম্ভ হয়। বাদামীত প্ৰথম পুলকেশীয়ে এই ৰাজত্ব স্থাপন কৰে। ৰাষ্ট্ৰকূটসকলে ৭৫৭ খ্ৰীঃত এই ৰাজত্ব বিনাশ কৰে। এওঁলোকৰ শেষ ৰজা হ'ল কীৰ্তিবৰ্মন। পূবদেশৰ চালুক্যসকলে ১০৭০ খ্ৰীঃলৈকে ৰাজত্ব কৰে। তৃতীয় ৰাজেন্দ্ৰ চোলাই ( কুলটুংগ ) দুয়োটা ডালৰে বংশধৰ বুলি দাবী কৰি ঐক্যবদ্ধ চোলা ৰাজত্বৰ প্ৰতিষ্ঠা কৰে। প্ৰথম বিখ্যাত ৰাষ্ট্ৰকূট ৰজা হ'ল কৃষ্ণ ( প্ৰথম )। এওঁ ৭৬৮ৰপৰা ৭৭২ খ্ৰীঃলৈকে ৰাজত্ব কৰিছিল। এই ৰজাজন বংশৰ চতুৰ্থ ৰজা। ৯৮২ খ্ৰীঃত এই বংশৰ ওৰ পৰে। কেৱল কল্যাণীৰ চালুক্যসকলহে ৬৯৬ চনৰপৰা ১২০০ খ্ৰীঃ-লৈকে ৰাজত্ব কৰি আছিল। ৪ৰ্থ শতিকাৰপৰা ৯ম শতিকালৈকে পল্লৱসকলে ৰাজত্ব কৰে। চোলাসকলে ৮৪৬ চনৰপৰা ১২৭৯ চনলৈকে ৰাজত্ব কৰে।

কুটুবুদ্দিন আইবাকে দিল্লীত দাস বংশৰ প্ৰতিষ্ঠা কৰে ১২৯০ খ্ৰীঃত। এওঁ মহম্মদ ঘোৰীৰ দাস আছিল। খালজী চুলতানসকলৰ ৰাজত্বকাল ঃ ১২৯০-১৩২০ ( আল্লাউদ্দিন, ১২৯৬-১৩১৬ ); তুঘলক বংশৰ ৰাজত্ব ( ১৪৫১-১৫২৬ )। মোগল বংশৰ ৰাজত্ব ( ১৫২৬-১৮৫৮ )। অৱশ্যে আওৰংজেবৰ পিছৰ মোগল

সম্ৰাটবোৰ নামমাত্ৰ ৰজাহে আছিল। দাক্ষিণাত্যৰ গুলবুৰ্গত বাহ্মনি বংশই ৰাজত্ব কৰিছিল ( ১৩৪৭-১৫২৬ )। কিন্তু ১৫১৮ চনৰপৰা বাহ্মনি বংশৰ পাঁচজন সচপে পাঁচখন স্বাধীন ৰাজ্য প্ৰতিষ্ঠা কৰে। তাৰে আটাইতকৈ বিখ্যাত বংশ হ'ল বিজাপুৰৰ আদিলচাহী বংশ। ১৬৮৬ খ্ৰীঃত আওৰংজেবৰ হাতত এই বংশৰ পৰাজয় ঘটে আৰু লগে লগে ৰাজত্বও শেষ হয়। বিজয়নগৰ ( হিন্দু ৰাজ্য ) ১৩৩৬ খ্ৰীঃত প্ৰতিষ্ঠা হয়। দাক্ষিণাত্যৰ চাৰি-পাঁচখনমান মুছলমান ৰাজ্যই লগ লাগি ১৫৬৫ চনৰ ২৬ জানুৱাৰীত এই ৰাজ্য ধ্বংস কৰে। তলিকোটৰ যুদ্ধত এই পৰাজয় ঘটে। এই বংশৰ সতি-সন্ততিসকলে স্থানীয়ভাৱে বিভিন্ন ঠাইত বহু কাল ৰাজত্ব কৰি আছিল।

# সূচীপত্র

## প্ৰথম অধ্যায়



## দ্বিতীয় অধ্যায়



## তৃতীয় অধ্যায়



## চতুৰ্থ অধ্যায়

## পঞ্চম অধ্যায়



## ষষ্ঠ অধ্যায়



## সপ্তম অধ্যায়



## অষ্টম অধ্যায়

## নবম অধ্যায়



## দশম অধ্যায়

# প্ৰথম অধ্যায়

## পৰিধি আৰু পদ্ধতি

১.১ ভাৰত বুৰঞ্জীৰ আৱশ্যকীয় বিশেষ পদ্ধতি

১.২ পোৱা সমলবোৰ

১.৩ অন্তৰ্নিহিত দৰ্শন

'ভাৰতবৰ্ষৰ বুৰঞ্জী নাছিল, কেতবোৰ উপাখ্যানহে আছিল'—এই তৰল-চিতীয়া পৰিহাসটি ভাৰতৰ অতীত বুৰঞ্জী ৰচোঁতা বিদেশী লেখকসকলে নিজৰ অধ্যয়নহীনতা, জ্ঞানহীনতা আৰু বুদ্ধিহীনতা ঢাকিবলৈহে ব্যৱহাৰ কৰিছিল। তলত দিয়া আলোচনাবোৰে ইয়াকে প্ৰতিপন্ন কৰিব যে ভাৰতীয় (ঐতিহাসিক) নথিবোৰত আচলতে উপাখ্যানবোৰহে (অৰ্থাৎ স্কুলীয়া পাঠ্য-পুথিত পোৱা ৰজা-সকলৰ কথা, ৰাজবংশৰ তালিকা আৰু ৰহণসনা ঘটনাৰে পৰিপূৰ্ণ যুদ্ধ-বিগ্ৰহৰ বৰ্ণনাহে) পোৱা নেযায়। পোন প্ৰথমবাৰৰ বাবে আমি এই গ্ৰন্থত উপাখ্যানবিহীন বুৰঞ্জী পুনৰ ৰচনা কৰিম। স্বাভাৱিকতে এই বুৰঞ্জী যুৰোপীয় পৰম্পৰাৰ বুৰঞ্জীৰ সৈতে একে নহ'ব।[১]

---

১. খোলোচা মনেৰে নহ'লেও পাঠকৰ তলত দিয়া গ্ৰন্থকেইখন পঢ়িবলৈ ক'ব পাৰি—সাধাৰণ জ্ঞান লাভৰ বাবে—S. Vincent Smithৰ ভাৰত বুৰঞ্জীসমূহ; শোচনীয়ভাৱে অসম্পূৰ্ণ Cambridge History Of India.। Louis de la Valle´e. Poussinৰ আৰু L'Inde aux temps des Mauryas (Paris, 1930) নামৰ গ্ৰন্থদুখনত সচৰাচৰ বুৰঞ্জীত সন্নিৱেশিত সকলো খাই বিষয় আৰু বুৰঞ্জীৰ সমাধান নোহোৱা সমস্যাবোৰো অতি প্ৰাঞ্জল আৰু চুমক ৰূপত বৰ্ণোৱা হৈছে। ভাৰতীয় বিদ্যাভৱনে প্ৰকাশ কৰা দহখন গ্ৰন্থত বিস্তৃত ভাৰত বুৰঞ্জী ৰচিত হৈছে। তাৰে চাৰিখন গ্ৰন্থ পোৱা যায়। প্ৰথম তিনিখনৰ বিষয়ে মই What Constitutes Indian History নামৰ সমালোচনা এটি লেখিছোঁ। (ABORI, 35, 1955, 195-201)। সাংস্কৃতিক সমীক্ষাৰ বাবে L, Renou, J. Filliszat আৰু অন্যান্য গ্ৰন্থকাৰৰ দ্বাৰা ৰচিত L' Inde Classique (Paris, Vol. 1, 1947, II 1963) দ্ৰষ্টব্য। A. L. Basham ৰ দ্বাৰা ৰচিত The Wonder that was India নামৰ গ্ৰন্থত সকলো গৃহীত ঐতিহাসিক তথ্যপাতি সাৱধানেৰে পোৰাতে পৰিৱেশন কৰা আছে। ওপৰোক্ত গ্ৰন্থবোৰত তথ্যপাতিৰ সূচীৰ উপৰিও গ্ৰন্থ-সূচীবো সন্ধান পোৱা যায়। মাৰ্ক্সবাদ প্ৰয়োগত বিভ্ৰাট ঘটিলে একন ডাঙৰ সংস্কৃত-পণ্ডিতৰ কি দশা হয়, তাক জানিবলৈ W. Rubenৰ Einfuhrung in d. Indienkunde গ্ৰন্থ পঢ়া ভাল।

১'১ এই গ্ৰন্থৰ উদ্দেশ্য সিদ্ধিৰ অৰ্থে ইতিহাসৰ সংজ্ঞাৰ্থ এইবুলি ধৰা হৈছে : উৎপাদনৰ আহিলা আৰু ( বিভিন্ন শ্ৰেণীৰ মাজত ) উৎপাদনৰ সম্পৰ্কৰ ক্ৰমাগতভাৱে ঘটা বিকাশক কালক্ৰম অনুসৰি বৰ্ণনা কৰা বা পৰিবেশন কৰাই হ'ল ইতিহাস। এই সংজ্ঞাৰ্থৰ সাৰ্থক প্ৰয়োগৰ বাবে তাৰ অভিপ্ৰায় আৰু পদ্ধতি বুজাৰ আগতে এই সংজ্ঞাৰ্থবনো কিয় আৱশ্যক হ'ল তাকে কওঁ।

ভাৰতবৰ্ষই উত্তৰাধিকাৰসূত্ৰে লাভ কৰা সাহিত্য মহৎ হলেও এই দেশে হেৰ'ড'টাছ, থিউচিডিডীছ, পলিবিয়াচ, লিভী আৰু টেচিটাছৰ দৰে বুৰঞ্জী লেখকৰ জন্ম দিয়া নাই। হৰ্ষবৰ্ধন ( প্ৰায় ৬০০-৬৪০ খ্ৰীঃ ) আদিৰ দৰে কোনো কোনো ভাৰতীয় ৰজা সমসাময়িক য়ুৰোপীয় শাসকসকলতকৈ শিক্ষা আৰু সাহিত্যিক যোগ্যতাৰ ফালৰপৰা অতুলনীয়ভাৱে শ্ৰেষ্ঠ আছিল। এই ৰজাসকলে নিজে যুদ্ধক্ষেত্ৰলৈ বিৰাট সেনাবাহিনী লৈ গৈ তাত জয়লাভ কৰিছিল। তথাপি তেওঁলোকৰ কোনেও চীজাৰৰ দৰে 'কমেণ্টৰীজ' অথবা যে'নোফনৰ দৰে 'এ'নেবেছিছ' গ্ৰন্থ ৰচনা কৰা নাছিল। ৰাজ-পৃষ্ঠপোষকতাত ৰচিত হোৱা মধুৰ কলা-কৌশলৰ নাটক, সাময়িকভাৱে বিৰচিত দেৱতাসকলৰ প্ৰতি কৰা স্তুতি বা কৌতুকোদ্দীপক ক্ষুদ্ৰ কবিতা—এইবিলাক ৰচনাই আছিল ভাৰতৰ ( বা পৰম্পৰাগত ) সাহিত্য। উল্লেখনীয় ভাৰত বুৰঞ্জী মাথোন এখনেই আছে, সেইখন হ'ল ১১৪৯-৫০ খ্ৰীষ্টাব্দৰ কালছোৱাত ৰচিত সংস্কৃত গ্ৰন্থ 'ৰাজতৰঙ্গিনী'।[২] কাশ্মিৰী কবি কলহনে সংস্কৃত শ্লোকত এই গ্ৰন্থ ৰচনা কৰে। এই ইতিহাস ৰচনাৰ কাম পৰৱৰ্তী দুগৰাকী লেখকেও অনুসৰণ কৰিছিল। সংস্কৃত কাব্যৰ কৃত্ৰিম ৰচনা-ৰীতিৰ আহিত এই গ্ৰন্থ ৰচিত হোৱা বাবে ( বিশেষকৈ দ্ব্যৰ্থক শব্দ বা বাক্য ব্যৱহাৰৰ ফলত ) লেখকৰ ৰচনাৰ আচল অৰ্থ ধৰা টান হৈ পৰে। গ্ৰন্থত দিয়া বুৰঞ্জীৰ কালছোৱা হ'ল কাশ্মীৰৰ সামন্ত শাসক আৰু কেন্দ্ৰীয় ৰাজশক্তিৰ মাজৰ তীব্ৰ সংঘৰ্ষৰ সময়। তথাপি প্ৰকৃত স্থান আৰু কালক ভেটি কৰি ৰচনা কৰা এই বুৰঞ্জীৰ নিৰ্দিষ্ট বৰ্ণনাখণ্ডক ৰচনাৰ গুণ, গভীৰতা আৰু বিষয়-বস্তু কোনো ফালৰপৰাই থিউচিডিডীছৰ পেলপনেচিয়ান যুদ্ধৰ বৰ্ণনাৰ লগত তুলনা কৰিব নোৱাৰি। কাশ্মীৰৰ বাহিৰে দেশৰ আনবোৰ ঠাইত আকৌ মুছলমান যুগ পৰ্যন্ত কলহনৰ দৰেও এজন বুৰঞ্জীবিদ নেপাওঁহক।

২. এই গ্ৰন্থৰ সুন্দৰ অনুবাদ কৰিছে এম্ অৰেল ষ্টেইনে। গ্ৰন্থত বহুত টোকা আছে। গ্ৰন্থৰ নাম—Kalhana's Rajatarangini, a chronicle of the Kings of Kashmir (2 Vol, London, 1900)।

কহ্লনৰ লগত ৰাজসভাৰ ওচৰ সম্পৰ্ক থকা হেতুকে ৰাজকীয় নথিসমূহ পঢ়িবৰ সুবিধা তেওঁ পাইছিল ; তথাপি স্বদেশৰ সপ্তম শতিকাৰ পূৰ্বৰ বুৰঞ্জী ৰচনা কৰোঁতে তেওঁক আখ্যান, অতিকথা অথবা বিশুদ্ধ ৰোমাঞ্চকৰ কাহিনীৰ আশ্ৰয় লোৱা দেখা গৈছে। ভাৰতৰ প্ৰাচীনতৰ কালছোৱাৰ তথ্যৰ উৎস পুৰাণসমূহতহে আছেগৈ। বৰ্তমান ৰূপত পোৱা পুৰাণবোৰ ধৰ্মীয় উপাখ্যান আৰু বচনৰ সমষ্টি মাথোন। পূৰ্বতে এইবোৰ অতিকথা-মিশ্ৰিত ৰচনাত ঐতিহাসিক বিষয়-বস্তু কিবা আছিল যদিও সেইবিলাক ধৰ্মোপাখ্যানৰ লগত মিশ্ৰিত হৈ পৰি গ'ল। পিছলৈ বিভিন্ন সময়ত বহুতে এই পুৰাণবোৰ সম্পাদনা কৰিছিল আৰু বহুতো অসাৱধান লিপিকাৰৰ হাতত সেইবোৰৰ পাঠ প্ৰস্তুত হৈছিল। ফলত পুৰাণসমূহত যিবোৰ অৱশিষ্ট ঐতিহাসিক বিষয়-বস্তু বৈছিলগৈ সেইবোৰো একেবাৰে নিশ্চিহ্ন হ'লগৈ। গতিকে আন নেলাগে পুৰাণবিলাকৰপৰা ৰজাসকলৰ নামৰ তালিকা প্ৰস্তুত কৰাই টান হৈ পৰিল।[৩] বাণমুখী বা কুনিফৰ্ম লিপিত ৰচিত নথিবোৰৰপৰা সেইবোৰত উল্লিখিত দেশবোৰৰ সামাজিক অৱস্থাৰ বিষয়ে ( এই পুৰাণবিলাকৰ তুলনাত ) যথেষ্ট অধিক তথ্য পোৱা যায়। আনকি ছুমেৰীয় নথিবোৰতো এনে ধৰণৰ যথেষ্ট তথ্য আছে।

য়ুৰোপীয় পণ্ডিতসকলে অনুসৰণ কৰা ইতিহাস ৰচনা-পদ্ধতিৰ লগত ফেৰ মাৰিবলৈ হ'লে আমি কি কৰা উচিত তাক এটি উদাহৰণেৰে চমুকৈ বুজাই দিওঁ।[৪] চেচিল বেণ্ডলৰ দ্বাৰা ৰচিত এটি প্ৰবন্ধত ( JAS B, 72 (1903) p 1-13 ) নেপালত উদ্ধাৰ কৰা সংস্কৃত ৰামায়ণৰ এখণ্ড পুথিৰ বৰ্ণনা আছে পুথি খণ্ডৰ সামৰণিত দিয়া পৰিচয় টোকাৰপৰা জনা যায় যে কোনো অনিৰ্দিষ্ট অব্দৰ ১০৭৬তম বছৰত গাঙ্গেয়দেৱ নামৰ ৰজাৰ দিনত বিহাৰৰ তিৰ্হুতত এই প্ৰতিলিপি প্ৰস্তুত হৈছিল। এই ৰজাজনক 'গৌড়-ধ্বজ' বুলি বৰ্ণনা কৰা হৈছে। বেণ্ডল আৰু আন কিছুমান পণ্ডিতে অল্-বিৰূণীৰ 'কিতাব-উল-হিন্দ'[৫] নামৰ ১০৩০ খ্ৰীঃ মানত ৰচিত গ্ৰন্থত উল্লিখিত দক্ষিণপথৰ 'কালাচুৰি' ৰাজ্যৰ ৰজা গাঙ্গেয়দেৱৰ

---

৩. F. E Pargiter ৰ The Purana text of the dynasties of the Kali Age (Oxford, 1913) গ্ৰন্থখন পুৰাণ বিষয়ক অতি মূল্যবান গ্ৰন্থ। ইয়াত সকলো বিদিত সংবাদ সংগৃহীত হোৱাৰ উপৰিও সেইবোৰৰ বিশ্লেষণো আছে। পুৰাণবিলাকৰ সমালোচনামূলক সংস্কৰণ প্ৰকাশ কৰা প্ৰয়োজন, বিশেষকৈ আহুকলীয়া 'ভবিষ্যৎ পুৰাণ'খন।

৪. ভি ভি মিৰাশীৰ ৰিপৰ্ট পঢ়ক ( ABORI 23, 1942, 291-301 )।

৫. Albiruni's India ( 2 Vol. London, 1910 )। Edward Sachauৰ দ্বাৰা অনুদিত আৰু সম্পাদিত।

লগত এই মানুহজনক একে কৰি পেলালে আৰু 'গৌড়-ধ্বজ' শব্দৰ অৰ্থ কৰিলে 'বঙ্গদেশ বিজেতা'। এই সিদ্ধান্তত সন্দেহ প্ৰকাশ কৰা হ'ল। কালাচুৰি বংশৰ কিছুমান ফলি এতিয়াও আছে। সেইবোৰত এই উপাধি অথবা বঙ্গদেশ জয়ৰ কোনো উল্লেখ নাই। ১৯৪০ চনত উক্ত পুথিখনৰ ফট'-পাঠ এটা এখন প্ৰদৰ্শনীত পাই তাক পঢ়ি এজন পণ্ডিতে আৱিষ্কাৰ কৰিলে যে আগৰ পণ্ডিতসকলে পুথিৰ সামৰণিৰ টোকা ( colophon ) পঢ়োতে ভুল কৰিছিল। আচল উপাধিটো হ'ল গৰুড়ধ্বজ। এটা আখৰৰ হেৰফেৰ হোৱা বাবেই অৰ্থৰ সম্পূৰ্ণ সলনি ঘটিল। ৰজাজন আৰু বঙ্গ-বিজেতা হৈ নৰ'ল, তেওঁ হ'ল মাত্ৰ গৰুড়-বাহন বিষ্ণুৰ ভক্ত, সম্ভৱতঃ তেওঁৰ ৰাজ-পতাকাত গৰুডপক্ষীয়েই শোভা কৰিছিল। আটাইতকৈ প্ৰত্যয় যোগ্য আধুনিক ব্যাখ্যা অনুসৰি এই ৰজাজন হ'ল দাক্ষিণাত্যৰ ৰাষ্ট্ৰকুট বংশৰ এজন সাধাৰণ তলতীয়া সামন্ত। তেওঁ ১০১৯-২০ খ্ৰীঃত বিহাৰৰ একাংশত ৰাজত্ব কৰিছিল, এই সময়তে উত্তৰ-পশ্চিম ভাৰতত মুছলমানসকলে নিজৰ অধিকৃত ৰাজ্য থানথিত লগাই দহদহীয়া হৈ বহিছিল। তুলনামূলকভাৱে আধুনিক আৰু তথ্য-পাতিৰে পৰিপূৰ্ণ যুগ এটাৰ ক্ষেত্ৰতো যেতিয়া এনে ধৰণৰ বিসঙ্গতিপূৰ্ণ উৎসৰ কথা আলোচনা কৰিবলৈ বাধ্য হ'ব লাগে, তেন্তে ভাৰত বুৰঞ্জীৰ লেখকৰ দশা কি তাক সহজে অনুমান কৰিব পাৰি।

অৱশ্যে যুৰোপৰ ঐতিহাসিক ক্লাছিকেল নথিবোৰৰো যে সম্পূৰ্ণ অৰ্থ পঢ়ুৱৈসকলৰ দৃষ্টিত ধৰা পৰে, অথবা এই নথিসমূহ যে সুগ্ৰথিত বুৰঞ্জী, এনে নহয়। পলিবিয়াচ, লিভি অথবা টেছিটাছ আদি লেখকৰ গ্ৰন্থৰ অনুবাদ পঢ়ি সুখ লাগে, কাৰণ এওঁলোকৰ গ্ৰন্থত ৰচনাশৈলী প্ৰাঞ্জল, সূত্ৰ-বাক্য কম আৰু বৰ্ণনা নিৰাড়ম্বৰ। তথাপি কোনোবাই ৰোমৰ আচল বুৰঞ্জী পঢ়িব খুজিলে থিঅ'ডৰ মমছেনৰ Romische Geschichte ( ৰোমিছে গেছিছ্‌টে ) নামৰ গ্ৰন্থখন অথবা কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ দ্বাৰা যুগুত কৰা বুৰঞ্জীখনৰ ৰোমৰ খণ্ডবোৰ পঢ়িব লাগিব। বিভিন্ন লেখকৰ ৰচনাৰ তুলনামূলক আলোচনা কৰাৰ ফলত ক্লাছিকেল পুথিৰ পাঠ আৰু সিবিলাকৰ আধুনিক ব্যাখ্যাকাৰসকলৰ মতৰ ভিতৰত যি প্ৰভেদ ঘটিছে সেই প্ৰভেদ সমুদায় প্ৰভেদৰ কিয়দংশ মাথোন। এই পুথিবোৰৰ পাঠৰ অন্তৰঙ্গ আৰু বহিৰঙ্গ সমালোচনাৰ সৰ্বোৎকৃষ্ট চানেকি হ'ল গ্ৰটেৰ 'গ্ৰীচ্‌ বুৰঞ্জী' ( History of Greece )। এই গ্ৰন্থত এথেন্সৰ গণতন্ত্ৰ সম্পৰ্কে ধীৰ সুন্দৰ আৰু সততে লাগতিয়াল সুন্দৰ বিশ্লেষণ পোৱা যায়। আনহাতে দেখা পাওঁ, বিপুল ব্যক্তিগত সাধনাৰ বলত ৰচনা কৰা এড'ৱাৰ্ড মেয়াৰৰ Geschichte des Altertums

গ্ৰন্থখনৰ মহত্ত্ব আৰু প্ৰামাণিকতাৰ উৎস কেৱল উক্ত পুথিসমূহৰ পাঠৰ জ্ঞানেই নহয়। সমবায়মূলক পাণ্ডিত্যৰ সহায়েৰে প্ৰাচীন কাল সম্পৰ্কে ৰচনা কৰা আধুনিক কালত প্ৰচলিত আন আন গ্ৰন্থবোৰো কেৱল পাঠৰ জ্ঞানৰ ওপৰত নিৰ্ভৰশীল বুলি ক'ব নোৱাৰি। এই গ্ৰন্থসমূহত দেখা দিয়া প্ৰভেদৰ কাৰণ কি? কাৰণ হ'ল এয়ে যে লিখিত নথিত উল্লিখিত বিষয়ৰ জ্ঞান বৃদ্ধি কৰাত পুৰাতত্ত্বই বিপুলভাৱে সহায় কৰিছে। পুৰাতাত্ত্বিক গৱেষকসকলে প্ৰাচীনকালৰ ভৌতিক কীৰ্তি-চিহ্নসমূহ পৰীক্ষা কৰি তাৰপৰা নথিৰ বহুত তথ্যৰ সমৰ্থন আৰু স্পষ্ট অৰ্থ লাভ কৰাত বুৰঞ্জীবিদ-সকলক সহায় কৰিছে। ফলি, মুদ্ৰা আৰু গৃহ-ফলি, এইবিলাকৰ তথ্য সাধাৰণভাৱে ইতিবৃত্ত আৰু বুৰঞ্জীৰ জ্ঞানৰ পৰিপূৰক হৈছে। একেলগে দুই ভাষাত ৰচনা কৰা কুনিফৰ্ম বা বানমুখী আখৰত লিখা ফলি ( tablet ) আৰু মিচৰ দেশৰ চিত্ৰাক্ষৰ-বোৰৰ পাঠৰ অৰ্থ উদ্ধাৰ কৰাৰ ফলত ঐতিহাসিক নথিবোৰত জ্ঞান পৰিপূৰণৰ নতুন তথ্য পোৱা গ'ল। সেইদৰে প্ৰাচীন ৰোমৰ ট্ৰেইজান আৰু মাৰ্কাচ্ অৰ্বিলিউচৰ সামৰিক স্তম্ভসমূহ বিজয়-তোৰণবোৰ কবৰ-শিল ( sarcophagi ) আৰু অন্যান্য ভাস্কৰ্যসমূহৰ অধ্যয়নৰ ফলত, testudo আৰু agger নামৰ শব্দ দুটাৰ ক্লাছিকেল যুগ আৰু বেনেছাঁ যুগৰ মধ্যৱৰ্তী কালছোৱাত পাহৰণিৰ গৰ্ভত লুপ্ত হোৱা টেক্নিকেল অৰ্থ ( পুৰাতত্ত্বৰ চৰ্চাৰ ফলত ) বোধগম্য হ'ল। মুদ্ৰাবোৰৰ সহাযত বিভিন্ন সম্ৰাটৰ অৱস্থিতিৰ কথা প্ৰমাণিত হৈছে। লগে লগে লিখিত ঐতিহাসিক নথিবোৰ পৰীক্ষা কৰিবলৈও প্ৰণালীবদ্ধভাৱে পুৰাতাত্ত্বিক খননকাৰ্য হাতত লোৱা সম্ভৱপৰ হৈ পৰিছে। ইতিহাসত ছীজাৰে এলেছিয়াত কৰা অভিনৱ যুগল অৱৰোধৰ কথা পোৱা যায়। এলি-ছে-ষ্টে ৰেইন নামে স্থানত হোৱা খনন-কাৰ্যই এই অৱৰোধৰ কথা প্ৰমাণ কৰিবলৈ সমৰ্থ হৈছে। আনহাতে প্ৰাচীনতৰ এট্ৰুস্কান ( ইটালীৰ প্ৰাচীন এট্ৰুৰিয়া ৰাজ্য সম্বন্ধীয় ) যুগৰ বিষয়ে ঐতিহাসিক নথি কম আৰু তাৰ ভাষাৰ পাঠো স্পষ্টভাৱে পঢ়িব পৰা হোৱা নাই। যদিওবা এই যুগৰ পুৰাতাত্ত্বিক গৱেষণা চমকপ্ৰদ, তথাপি ইয়াক সেই যুগৰ জ্ঞানৰ ঘাই সমস্যাবোৰ সমাধান কৰিবৰ জোখাৰে যথেষ্ট বুলি ক'ব নোৱাৰি। গতিকে এই যুগৰ বিষয়ে আমাৰ ভালেমান সন্দেহ ৰৈ গৈছে। কিন্তু তথাপি ভাৰতৰ অতীত যুগৰ পুৰাতাত্ত্বিক গৱেষণাৰ তুলনাত য়ুৰোপৰ এই যুগৰ গৱেষণা বহুত আগবঢ়া বুলি স্বীকাৰ কৰিবই লাগিব। পছেইনিয়েছে প্ৰাচীন গ্ৰীচৰ বিষয়ে দিয়া বৰ্ণনাত মূল্যবান তথ্যৰ সংকেত বা নিৰ্দেশ পোৱা যায়, পুৰাতাত্ত্বিক খনন-কাৰ্যই এই তথ্যবোৰৰ সত্যতা প্ৰমাণিত কৰিছে। হ'মাৰৰ ট্ৰয় উপাখ্যানক বিশুদ্ধ অতিকথা

বুলি মানুহে একাষৰীয়াকৈ উবুৰাই দিছিল ; কিন্তু হিছাৰ্‌লিক নামে ঠাইত শ্লাইমানে কৰা খনন-কাৰ্যই ট্ৰয়ক বাস্তৱৰ বস্তু কৰি পেলাইছে। বাইবেল এখন ধৰ্ম-গ্ৰন্থ, তথাপি সমপৰ্য্যায়ৰ ভাৰতীয় ধৰ্মগ্ৰন্থসমূহৰ তুলনাত এই গ্ৰন্থৰ ঐতিহাসিক আৰু পুৰাতাত্ত্বিক মূল্য বহুত বেছি। কাৰণ যিসকলৰ দ্বাৰা এই গ্ৰন্থৰ পাঠ প্ৰস্তুত হৈছিল তেওঁলোকে সততে ঘটনাস্থলীৰ লগত সম্পৰ্ক ৰাখি চলিছিল আৰু শুদ্ধভাৱে নাম আৰু ঠাইবোৰৰ বৰ্ণনা দিছিল। আমাৰ ৰামায়ণ আৰু মহাভাৰতলৈ চাওঁক। ইবিলাকৰ বিষয়বস্তু চাই, ৰামায়ণ মহাভাৰতৰ মহান আদৰ্শমূলক যুদ্ধ দুখননো ক'ত ঘটিছিল বা কেতিয়া ঘটিছিল, এই যুদ্ধ দুখন ঐতিহাসিক ঘটনাৰ লগত জড়িত হয়নে নহয় তাক নিৰ্ণয় কৰা টান। ৰোমীয় সাধাৰণ তন্ত্ৰৰ শেষকালৰ ঘটনাৱলীৰ প্ৰায় দৈনিক বৰ্ণনা দি 'গুগ্‌লিয়েল্‌ম ফেৰেৰ'[৬] নামৰ লেখকজনে সেইবিলাকৰ কাল্পনিক অথচ যুক্তিসম্মত ইতিবৃত্ত ৰচনা কৰিছে। সেইদৰে ৰবাৰ্ট গ্ৰেভচৰ সৰস বৰ্ণনাত ক্লডিয়াছ আৰু প্ৰকপিয়াছৰ ৰচনাৰ অতি নীৰস কথাবোৰো স্পষ্ট আৰু নিৰ্ভৰযোগ্য হৈ প্ৰকাশ পাইছে। আনহাতে আমাৰ অৱস্থা চাওঁক। যাৰ ৰাজ্য-বিজয় অথবা ৰাজ্যাভিষেকৰ সূচনাৰ্থে খ্ৰীঃ পূঃ ৫৭ৰপৰা ভাৰতবৰ্ষত আজিও জনাজাত বিক্ৰমাব্দৰ প্ৰচলন হৈছিল বুলি ধৰা হয়, সেই বিক্ৰম ৰজা থকাৰ প্ৰমাণেই আমি আজিলৈকে দিব পৰা নাই। সম্ভৱ উপাখ্যান-প্ৰসিদ্ধ এই ৰজাজন গুপ্তসাম্ৰাজ্যৰ গৌৰৱৰ প্ৰতিফলন স্বৰূপহে। জনপ্ৰিয় জনজাতীয় যুগ এটাৰ ৰূপান্তৰ সাধন কৰি গুপ্তসাম্ৰাজ্যই এই গৌৰৱ প্ৰতিষ্ঠা কৰিছিল।

ইয়াৰপৰাই বুজিব পাৰি অতীত ভাৰতৰ গৱেষণাত পোনপটীয়া পদ্ধতিৰ প্ৰয়োগ কিমান অৰ্থহীন। মহাকাব্য দুখনৰ দৰেই আন আন উৎসবোৰতো মৌলিক তথ্য বৰ তাকৰ, আনহাতে পুৰাতত্ত্বয়ো ইতিহাস সম্পৰ্কে বিশেষ মূল্যবান সংবাদ দিব পৰা নাই। এতিয়া যুৰোপৰ কথা চোৱা যাওক। হোমাৰৰ মহাকাব্যৰ মাই চৰিত্ৰ একিলছ আৰু এভিছিয়াছৰ অৱস্থিতিৰ বিষয়ে আমি নিশ্চিত ঐতিহাসিক প্ৰমাণ নেপালেও, এটিঅক্ৰেচ নামৰ ক্ষুদ্ৰ চৰিত্ৰটোৰ লগত হিট্টাইট ফলিত[৭] উল্লিখিত টৱগলৱশ নামৰ ব্যক্তিজনৰ একত্ব প্ৰতিপন্ন হোৱা যেন দেখা গৈছে। সেইদৰে

৬. Guglielmo Ferrero ; Grandessa e decadenza di Roma, 5 Vols. (1902-5, reprinted, Milano, 1927-9)।

৭. O. R Gurneyৰ The Hittites ( Pelican Books, A 259, London, 1952 ) নামৰ গ্ৰন্থ দ্ৰষ্টব্য। ইয়াৰ আলোচনা ভাৰসাম্যপূৰ্ণ।

'শ্যাং দ' ৰলাঁ' নামৰ কব্যৰ কথা ক'ব পাৰি। এইখনত ঐতিহাসিক ৰজা চাৰ্লমেগনেৰ উল্লেখ আছে। আচলতে ইতিহাসত ( কাব্যত দিয়া দৰে ) ৰলাঁ চাৰ্লমেগনেৰ সৰ্বপ্ৰধান কেপ্টেন নাছিল। আনহাতে 'ৰচাঁভেলে' ( Roncevalles ) যুদ্ধক্ষেত্ৰত হোৱা পৰাজয়েই উক্ত ৰজাৰ ৰাজত্ব কালৰ গুৰুত্বপূৰ্ণ সামৰিক ঘটনা নহয়। আন এটা উদাহৰণ হ'ল মেক্সিমাচ (৩৮৩-৮ খ্ৰীঃ)। ইতিহাস আৰু পুৰাতত্ত্বই স্বীকাৰ কৰা থিঅডছিয়াছৰ প্ৰতিদ্বন্দ্বী ৰোমীয় সাম্ৰাজ্য বিভাজন-কাৰী এই মেক্সিমাচক, 'ৱেলেও স্মিথ ছাগা' কাব্য বা ৱেলছ সাহিত্যৰ ( গদ্য-গ্ৰন্থ ) 'মেবিন ভিঅ'নৰ মেক্সেন ৱলেডিগ্' নামৰ চৰিত্ৰৰ লগত তুলনা কৰা হয়। অৱশ্যে কাব্যৰ এই চৰিত্ৰটোক ইতিহাসৰ বাস্তৱ চৰিত্ৰ যেন নেলাগে। সেইদৰে ( Niebelungenlieder ) কাব্যৰ এট্‌জেল আৰু ডিয়েট্ৰিছ চৰিত্ৰ দুটাৰ মাজত সিহঁতৰ লগত ৰজিতা খোৱা চৰিত্ৰ ৰজা এটিলা আৰু থিয়ডোৰিকৰ ঐতিহাসিক ব্যক্তিত্ব আৱিষ্কাৰ কৰিব নোৱাৰি। ৰজা আৰ্থাৰ ঐতিহাসিক ব্যক্তি। ৰোমীয় সেনা বাহিনীৰ ইংলণ্ড ত্যাগ আৰু ছেক্সনৰ ইংলণ্ড বিজয়—এই দুই ঘটনাৰ মাজৰছোৱা কালৰ ভিতৰতে তেওঁ সেই দেশত বাস কৰিছিল। কিন্তু ইতিহাসৰ পৰিবৰ্তে বিশুদ্ধ উপাখ্যানৰ মাজতহে তেওঁ আজি জীয়াই আছে। ৰবিনহুডো লোক-সাহিত্যৰ জনপ্ৰিয় বীৰ, অৱশ্যে আদিতে তেওঁৰ চৰিত্ৰও এজন ঐতিহাসিক ব্যক্তিৰ আধাৰতহে অঙ্কিত হৈছিল। এইবিলাক ৰোমাঞ্চকৰ কাহিনীবপৰা আমি যিমানখিনি ঐতিহাসিক সংবাদৰ ইঙ্গিত পাওঁ, ঘাই ঘাই ভাৰতীয় লিখিত নথিবোৰ চালি-জাৰি চালে সিমানখিনি সংবাদ নেপাওঁ।

ছেগা-চোবোগাকৈ কৰা পুৰাতাত্ত্বিক গৱেষণাৰ ফলত বহুত ফলিৰ পাঠ উদ্ধাৰ হৈছে যদিও, সেইবিলাকৰপৰা প্ৰসিদ্ধ ৰজাসকলৰ যুক্তিসম্মত আৰু সম্পূৰ্ণ বংশ তালিকা, ৰাজত্ব কাল আৰু অধিকৃত ৰাজ্যৰ পূৰ্ণ বিৱৰণাদি পোৱা টান। অতি-কথাক অতিৰঞ্জিত বুৰঞ্জী জ্ঞান কৰা ( euhemerism ) কিছুমান বুৰঞ্জীবিদে সেই পদ্ধতিত অৰ্থাৎ অতিকথাৰপৰা বুৰঞ্জী ৰচনা কৰিবলৈ অসম্ভৱ প্ৰয়াস কৰিছে। এফ. ই. পাৰ্জিটাৰৰ Ancient Indian Historical Tradition ( Oxford, 1922 ) তেনে এখন গ্ৰন্থ। যিছোৱা কালৰ বাবে লিখিত সাহিত্য বা নথিৰ অভাৱ সেইছোৱা কালৰ বুৰঞ্জী শব্দতত্ত্বৰ সহায়ত পুনৰ গঠন কৰা হৈছে। উদাহৰণ স্বৰূপে বিভিন্ন জনজাতীয় গোটত বিভক্ত হৈ বিভিন্ন দিশলৈ যাত্ৰা কৰাৰ পূৰ্বে আদি বাসভূমিত আৰ্যসকলৰ সামাজিক সংগঠন কেনে আছিল, তাৰ ভালেমান তথ্য ইণ্ডো-য়ুৰোপীয় ভাষাসমূহৰ উমৈহতীয়া বা একে ধৰণৰ সম্বন্ধ-বাচক শব্দবিলাকৰপৰা গ্ৰহণ কৰা হৈছে যেন বোধহয়। পিছে আৰ্যসকলৰ বিশদ ভ্ৰমণৰ অবিহনেও যে

সামাজিক অনুষ্ঠান আৰু সম্বন্ধৰ ধাৰণাৰ প্ৰব্ৰজনৰ লগে লগে শব্দৰ প্ৰব্ৰজন ঘটিব পাৰে তাৰ সম্ভাৱনা এওঁলোকে বিবেচনা নকৰিলেই। সংস্কৃত শব্দ 'দুহিতৃ', ইংৰাজী শব্দ daughter, জাৰ্মান শব্দ tochter, গ্ৰীক শব্দ thygater, আইৰিছ শব্দ dear, লিথুৱানীয় শব্দ dukte আৰু বুছ শব্দ dochৰ উৎপত্তি একে মূলৰপৰা ওলোৱা। সংস্কৃতৰ 'দুহ' ধাতুৰ অৰ্থ গাখীৰ খীৰোৱা ; উক্ত তত্ত্বমতে মূল শব্দটো হ'ল 'দোগ্ধ্ৰী' বা 'যি গৰাকীয়ে গাখীৰ খীৰায় তেওঁ'। আদিম আৰ্য পৰিয়ালবোৰত জীয়েকজনীয়ে গাখীৰ খীৰাইছিল বুলি ইয়াৰপৰা প্ৰতিপন্ন কৰা হৈছে। পোন প্ৰথমতে লাচেনে এই মনোৰম কথা কল্পনা কৰে, তেওঁৰ কথাত মেক্সমুলাৰেও[৮] হয়ভৰ দি নিজৰ লেখাত তাৰ উদ্ধৃতি দিয়ে। এই তথ্যকে আত্মসাৎ কৰি বহুতো ভাৰতীয় লেখকে কিছুমান অজনাজাত প্ৰবন্ধত তাৰ উল্লেখ কৰে। মূল মাৰাঠীৰপৰা ইয়াক পুনৰ আন লেখকসকলে গ্ৰহণ কৰে। এনে ধৰণৰ পুনৰুক্তি[৯] বহন কৰা শেহৰবোৰ প্ৰবন্ধ যেতিয়া বুছ ভাষালৈ অনূদিত হ'ল তেতিয়া সি অভাৱনীয় পবিত্ৰতা লাভ কৰিলে। সেই অৱধি কিছুমান তথাকথিত 'বাওঁপন্থী বুদ্ধিজীৱীয়ে' নিজে চিন্তা কৰাৰপৰা বা আন গ্ৰন্থ পঢ়াৰ কষ্টকৰ্ণৰপৰা বেহাই পালে। পিছে উক্ত কল্পনাৰ যুক্তি কোনেও দেখা নেপালে। উক্ত ভাষাবিলাকত 'গাখীৰ' বুজোৱা এটা উমৈহতীয়া শব্দ নথকাকৈনো 'যি গৰাকীয়ে গাখীৰ খীৰাই তেওঁ' এই শব্দটো কেনেকৈ আহিল? এই খিনিতে উল্লেখযোগ্য যে পশুচাৰণ যুগৰ জীৱনক সাধাৰণতে পিতৃতান্ত্ৰিক বুলি ধৰা হয় গতিকে সমাজত যেতিয়া পুৰুষৰ সম্পত্তি অৰ্থাৎ গৰুবিলাক পাল পাতি ৰখা হৈছিল তেতিয়াহে গাখীৰ খীৰোৱা কাৰ্য আৰম্ভ হৈছিল। আদিম আৰ্য সমাজত এই কাৰ্য হোৱা বা আৰ্য তিৰোতাই এই কাম প্ৰথমতে কৰাৰ কোনো কাৰণ দেখা পোৱা নেযায়। পৰিহাসপ্ৰিয় শব্দতত্ত্ববিদসকলে কয় যে ইণ্ডো-য়ুৰোপীয় ভাষাবোৰত 'ভৰি' বাচক শব্দবোৰ একেটা মূল ধাতুৰপৰা ওলোৱা, কিন্তু হাত' শব্দৰ তেনে কোনো মূল নাই, ওপৰৰ ধৰণে যুক্তি দিলে কব লাগিব যে বিভক্ত হোৱাৰ পূৰ্বে একেলগে থাকোতে আৰ্যসকলৰ ভৰি আছিল, কিন্তু হাত নাছিল। হয়তো বিভক্ত হোৱাৰ পাছতহে কিজানি তেওঁলোকৰ হাত হ'ল।

---

৮. F. Max Mullerৰ Chips From A German Workshop (2 Vol. London, 1868, Vol. II, PP 22 26)

৯. এছ, এ ডাঙ্গেৰ From Primitive Commumism To Slavery (Bombay, 1949), আৰু লগতে এই গ্ৰন্থৰ সমালোচনাটিও পঢ়িব (ABORI 29, (1949) 271—277)।

১.২ গতিকে আমি বাধ্য হৈ উৎপাদনৰ আহিলা আৰু শ্ৰেণীভিত্তিক সম্পৰ্কৰ কালক্ৰম অনুসৰি ঘটা ক্ৰমাগত বিকাশৰ ওপৰত মনোনিবেশ কৰিব লগা হৈছে। এনে চেষ্টাৰ দ্বাৰাহে এটা যুগত মানুহ কেনেকৈ বাস কৰিছিল, তাক ধৰিব পৰা যাব। আন আন উল্লেখযোগ্য বিজ্ঞানৰ দৰে এই মতবাদো বস্তুবাদী বা ভৌতিক। নিজৰ পৰিবেশ জয় কৰি উন্নত জীৱন যাপন কৰিবৰ অৰ্থে মানুহে হাতিয়াৰ ব্যৱহাৰ কৰে আৰু নিজকে নিজে গঢ়ে।[১০] অতীত কালত এই কাৰ্যৰ সফলতা জোখাৰ একমাত্ৰ কাৰ্যকৰী মানদণ্ড আছিল উৎপাদনৰ মৌলিক হাতিয়াৰ আৱিষ্কাৰৰ লগে লগে ঘটা জনসংখ্যাৰ আপেক্ষিক আৰু আকস্মিক বৃদ্ধি। উৎপাদনৰ হাতিয়াৰে আগবাঢ়িবলৈ যিমানখিনি সুবিধা দিয়ে তাতকৈ অধিক বেগত সামাজিক সংগঠনৰ বিকাশ নঘটে। বিশেষকৈ যি কালত মানুহে খাদ্যান্বেষণৰ অৰ্ধ-জান্তৱ স্তৰৰপৰা খাদ্য উৎপাদনৰ স্তৰলৈ উন্নতি কৰিছিল, সেই কালত এই সত্য বিশেষভাৱে প্ৰযোজ্য. খাদ্য উৎপাদনৰ ফলতেই মানুহ জন্তুৰ ওপৰৰ শাৰীলৈ উঠে। ইয়াত গ্ৰহণ কৰা ইতিহাসৰ সংজ্ঞাৰ্থৰ আন এটা ফল হ'ল এয়ে যে ই আমাক ভাৰতীয় সমাজ আৰু বুৰঞ্জীৰ বিশিষ্ট কিছুমান লক্ষণলৈ আঙুলিয়াই দিয়ে আৰু সেইবোৰৰ কাৰণ উলিয়াবলৈ বাধ্য কৰে। এই লক্ষণবোৰৰ এটা হ'ল জাতিভেদ প্ৰথা, আন এটা হ'ল. আধুনিক কালৰ দুই এজন বুদ্ধিজীৱীৰ বাহিৰে ভাৰতবৰ্ষৰ বুদ্ধিজীৱীসকলৰ মাজত থকা ঐতিহাসিক চেতনাৰ অভাৱ। এই সংজ্ঞাৰ্থৰ সহায়তহে আকৌ প্ৰাক-অক্ষৰযুগীয় বুৰঞ্জীৰ ( ইয়াক প্ৰাক্ বুৰঞ্জীও বোলে ) যুক্তিসম্মত আলোচনা সম্ভৱপৰ। এই সংজ্ঞাৰ্থ প্ৰযোগ কৰোঁতে লিখিত নথিৰ লগত পুৰাতত্ত্বৰ তথ্য তুলনামূলক বিচাৰৰ অৰ্থে একেলগ কৰিলেই নহ'ব, নৃকুল বিজ্ঞানৰ (Ethnography) তথ্যৰ সহায়তো দুয়ো ক্ষেত্ৰৰ জ্ঞানৰ তথ্য ব্যাখ্যা কৰিব লাগিব। ক্লাচিকেল সাহিত্য থকা সমাজত শ্ৰেণীবিভাগ আছিল বুলি ধৰিব পাৰি। পুৰাণকালত অক্ষৰ জ্ঞান থকাৰ প্ৰমাণ পালে বুজিব লাগিব যে আগৰেপৰাই তেনে কালৰ সমাজত মন্দিৰ, পুৰোহিত শ্ৰেণী, নাগৰিক জীৱন, উৎপাদনকাৰী দল আৰু আপেক্ষিকভাৱে কমকৈ হোৱা উৎপাদনৰ বাহি আত্মসাৎ কৰা শ্ৰেণীৰ ভেটিত

১০. ভি, গৰ্ডন চাইল্ডৰ **Man Makes Himself (London, 1936, slightly revised reprint in the Thinkers Library, 1941)।** এই গ্ৰন্থকাৰৰে আন এখন গ্ৰন্থ **What Happened in History (Pelican Books, A ।08, revised ed. London, 1954)।** পিছৰখন প্ৰকৃত পুৰাতত্ত্ববিদজনে নিজে লাভ কৰা সাক্ষ্যৰ সহায়ত বস্তুতান্ত্ৰিক দৃষ্টিভঙ্গীৰে সঙ্গতিপূৰ্ণভাৱে মানৱীয় প্ৰগতিৰ মূল্যায়ন কৰিছে।

সামাজিক বিভাজন হৈছিল। বুৰঞ্জীবিদসকলে যিবিলাক ফলিৰ ওপৰত গৱেষণা কৰে সেইবিলাক ফলি আত্মসাৎকাৰী শ্ৰেণীয়েহে ৰচনা কৰিছিল। উৎপাদনকাৰী শ্ৰমিকসকলৰ অক্ষৰ-জ্ঞান লাভৰ বাবে সময় নহৈছিল। পুৰাতাত্ত্বিক খনন-কাৰ্যৰপৰা আমি উৎপাদনৰ হাতিয়াৰবোৰৰ কথা জানিব পাৰোঁ। খনন-কাৰ্যত পোৱা ঘৰ, শৱ-সংস্কাৰৰ লগত দিয়া বয়-বস্তু, হাতিয়াৰ আৰু বাচন-বৰ্তনবোৰ পৰীক্ষা কৰি প্ৰাচীন কালৰ উৎপাদনজনিত সম্পৰ্ক বা সাধাৰণ অৰ্থত সমাজৰ শ্ৰেণী আৰু গোটবোৰৰ সম্পৰ্ক জানিবলৈ হ'লে নৃকুলবিজ্ঞান বা Ethnographyৰ অধ্যয়ন আৱশ্যক হয়। আধুনিক পুৰাতত্ত্ববিদসকলে এই মূল নীতিকে ভেটি কৰি কাম কৰে। য়ুৰোপৰ খনন-কাৰ্যবোৰত পোৱা বস্তুবোৰৰ মূল্যায়ন কৰিবলৈ তেওঁলোকে আফ্ৰিকা আৰু অষ্ট্ৰেলিয়াৰ আধুনিক আদিবাসীসকলৰ অধ্যয়ন-বৃত্তান্তবোৰ কামত লগায়। উদাহৰণ স্বৰূপে কিছুমান যুগ্ম সমাধিৰ তথ্য পৰীক্ষা কৰি ধাৰিব পৰা যায়—তেনে সমাধি থকা সমাজখন ঘাইকৈ মাতৃ-তান্ত্ৰিক, পিতৃ-তান্ত্ৰিক নে ই এটাৰপৰা ইটো স্তৰলৈ ৰূপান্তৰিত হোৱাৰ অৱস্থাত আছিল। অথবা এই স্তৰবোৰৰ পূৰ্বাৱস্থা অৰ্থাৎ বংশগঠনৰ আগৰ স্তৰত (Pre-clan Stage) আছিল নেকি তাকো ইয়াৰপৰা ধাৰিব পৰা যায়।

পিছে ভাৰতীয় পৰম্পৰা ভালদৰে জানিবলৈ হ'লে আমি ইয়াতোকৈ গভীৰলৈ যাব লাগিব। আমাৰ ঘাই অনুসন্ধানৰ বিষয় বিদেশৰ আদিবাসী অথবা ভাৰতৰ সীমান্তত বাস কৰা খাছি, নগা, উৰাওঁ, ভিল, টোডা আৰু কডৰ আদিবাসীসকল হ'ব নোৱাৰে। আমাৰ ইয়াৰ প্ৰাচীন নথি বা পুৰাতাত্ত্বিক সামগ্ৰী কেতবোৰৰ ব্যাখ্যাৰ অমূল্য প্ৰমাণ আছে সম্পূৰ্ণ উন্নত অঞ্চলবোৰত অৰ্থাৎ নগৰসমূহ আৰু সেইবোৰৰ উপকণ্ঠত পোৱা বিভিন্ন জনগোটবোৰৰ লগত সহবাস কৰা সামাজিক থ'লবোৰত। উক্ত গোটবোৰত জাত-বিভক্ত সমাজৰ সকলো স্তৰকেই পোৱা যায়, অতীতৰ কোনো এক কালত আদিবাসীসকল অন্তৰ্ভুক্ত হোৱাৰ ফলত এনে[১১] জাত-বিভক্ত সমাজৰ জন্ম হৈছিল।

---

১১. ১৯৬১ চনৰ আগৰ ভাৰতৰ চেন্সাচ ৰিপৰ্টবোৰ আৱশ্যকীয়। কাৰণ উক্ত বছৰতে চেন্সাচত জাতৰ শিৰ্ষল তুলি দি জাত প্ৰথা উচ্ছেদৰ বাবে কেনিউটীয় পদ্ধতি অৱলম্বন কৰা হয়। এই চেন্সাচ ৰিপৰ্টবোৰৰ বাহিৰেও প্ৰায় সমুদায় দেশৰে জাতিসমূহৰ বিৱৰণী আৰু প্ৰত্যেকটো গাইগুটীয়া জনজাতিৰে 'মনগ্ৰাফ'বোৰ অধ্যয়ন কৰা আৱশ্যক। ত'ৰ ভিতৰত থাৰ্ষ্টন আৰু ৰঙ্গচাৰীৰ Tribes and Castes of South India. এইছ. এইছ ৰীচলীৰ Tribes and Castes of Bengal (Ethnographic GLossary. 2 Vols. Calcutta, 1891) আৰ. ভি. ৰাছেল আৰু হিৰালালৰ Tribes and Castes of the Central Provinces, আৰু ই এন্থ'ভেনৰ Tribes and Castes of Bombay (3 Vol. Bombay 1922) আদি গ্ৰন্থও উল্লেখযোগ্য। ইয়াৰ উপৰিও ৱেৰিয়েৰ এলুইনৰ The Baigas আৰু The Muria and their Ghotul, এচ. চি. ৰয়ৰ The Oraons আদি গ্ৰন্থসমূহ এই বিষয়ৰ উল্লেখযোগ্য আধুনিক কৃতি। পাঠকসকলে কম তথ্যপাতিৰ ভেটিত কৰা উপকৰা মন্তব্য কিছুমানৰ দ্বাৰা প্ৰভাৱিত নহ'বৰ বাবে মন ৰখা উচিত। O. R. Ehrenfelsৰ কিছুমান গ্ৰন্থত এনে দোষ আছে।

এই জন-থলেবোৰ কিয় পিছ পৰা গোটৰূপে ৰ'ল তাক ঐতিহাসিক ক্ৰমবিকাশৰ আলমত ব্যাখ্যা কৰাই হ'ল ঘাই সমস্যা। ভাৰতবৰ্ষক এনে ধৰণৰ অৱশিষ্টৰ বা অৱশেষৰ দেশ বুলি গণ্য কৰিব পাৰি। ইয়াত আণৱিক যুগৰ মানুহৰ লগত তাম্ৰযুগৰ লোকো একেলগে বাস কৰিছে। গাওঁ অঞ্চলৰ সৰহভাগ দেৱতাকে বঙা গুৰিৰ বোল সানি দিয়া হয়, এই বঙা গুৰিবোৰ বহুদিন পূৰ্বে লুপ্ত হোৱা ৰক্ত বলিদানৰ দেখনিয়াৰ প্ৰতিকল্প। আজি ৰক্তবলিদানৰ ভাৱটোৱেই ভক্তসকলৰ পক্ষে পীড়াদায়ক। কিছুমান প্ৰচলিত পূজা প্ৰস্তৰ যুগৰে, কিন্তু সাধাৰণ ভক্তৰতো কথাই নাই আধুনিক শিক্ষিতসকলেও সিবোৰৰ অতি সুদীৰ্ঘ কাল জোৰা প্ৰচলনৰ বিষয়ে অৱগত হোৱা দেখা নেযায়। এইবোৰ পূজা ব্ৰাহ্মণ্য শাস্ত্ৰত আধাৰিত নহব পাৰে, কিন্তু অতীতৰ প্ৰায়বিলাক যুগতে এনে ধৰণৰ আদিম-পূজা-পাতলবোৰ (যোৱা শতিকালৈকে ধৰি) গ্ৰহণ কৰাৰ কথা অন্যান্য সংস্কৃত শাস্ত্ৰত পোৱা যায়। আজি তিনিহাজাৰ বছৰৰ পিছতো নৈষ্ঠিক হিন্দুৰ বিশেষকৈ উচ্চ বৰ্ণৰ লোকসকলৰ বিয়া-বাৰুত আৰু অন্ত্যেষ্টিক্ৰিয়াত ঋক্ বেদৰ মন্ত্ৰ পাঠ কৰা হয়, কিন্তু এনেবোৰ অনুষ্ঠানৰ কিছুমান কৰ্মক বৈদিক বুলি কব নোৱাৰি. অথচ নথি-ভুক্ত বৈদিক কৰ্মবোৰৰ দৰেই এই অবৈদিক কৰ্মবোৰক মানুহে সমান নিষ্ঠাৰে পালন কৰা দেখা যায়। পালকে এইবোৰ কৰ্মৰ মাজত একো অসঙ্গতি অথবা বিৰোধ দেখা নেপায়।

ধৰ্ম. কু-সংস্কাৰ. পূজা-পাতলাদিৰ ওপৰত মনোনিৱেশ কৰিলে আমাৰ মন বুৰঞ্জীৰপৰা দূৰলৈ আঁতৰি যাব পাৰে, কিন্তু এইবিলাকৰ একেবাৰে অধ্যয়ন নকৰিলেও উৰ্ধ-গাথনিৰ মূল্যৱান বৈশিষ্ট্যবোৰ জলাঞ্জলি দিয়া হয়। এই মূল বৈশিষ্ট্যবোৰৰপৰা সমাজৰ ভেটিত হোৱা আচল সলনিবোৰ ধৰিব পৰা যায়। এই অৱশেষবোৰে ইয়াকে বুজায় যে সেই ক্ষেত্ৰত কোনো সংঘৰ্ষই অনুভূত হোৱা নাছিল অথবা উৰ্ধগাথনিত বিশাল, জটিল আৰু স্থলবিশেষে পীড়াদায়ক বিকাশ হোৱা সত্ত্বেও উৎপাদনৰ আদিম হাতিয়াৰ অপৰিবৰ্তিত হৈয়েই ৰ'ল। দক্ষিণ আমেৰিকাৰ আদিবাসী সংস্কৃতিৰ লগত স্পেইনৰ বিজেতাসকলে (বন্দুক আৰু বসন্তৰোগ আদিৰ সহায়েৰে) যি সংঘৰ্ষৰ সৃষ্টি কৰিছিলগৈ, অথবা দক্ষিণ সাগৰীয় দ্বীপপুঞ্জৰ (বা প্ৰশান্ত মহাসাগৰীয় দ্বীপপুঞ্জ) স্বাস্থ্যবান বাসিন্দাসকলৰ মাজলৈ যোৱা বেপাৰীসকলে ছিফিলিছ, যক্ষ্মা, মাজুআই আৰু মদ খোৱা অভ্যাস কঢ়িয়াই নি যি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল, ভাৰতৰ সমাজত অতি উন্নত লোকসকল আৰু অতি আদিম লোকসকলৰ আদান-প্ৰদানৰ ফলত তেনে ধৰণৰ তিক্ত আৰু হিংস্ৰ সংঘৰ্ষ ঘটা নাছিল বুলিলেই হয়। আলপাইন পৰ্বতৰ সিপাৰে থকা গলয়্সকলক জয় কৰিবলৈ গৈ তেওঁলোকৰ

ওপৰত ৰোমৰ সেনাবাহিনী আৰু ধন ধাৰে দিয়া মহাজনবোৰে যেনে জঘন্য পৰিণাম জাপি দিছিল, অথবা জাৰ্মান আদিবাসী পুৰোহিতসকলৰ ওপৰত মধ্যযুগৰ খ্ৰীষ্টীয় মিশ্যনেৰীসকলে যেনে জঘন্য পৰিণতি জাপি দিছিল, ভাৰতৰ কোনো সামৰিক বিজয়তে তেনে ধৰণৰ কু-ফল ফলা দেখা নেযায়।

১.৩ এই গ্ৰন্থত অনুসৰণ কৰা পদ্ধতিত যি তত্ত্ব অন্তৰ্নিহিত আছে সি হ'ল দ্বন্দ্বাত্মক বস্তুবাদ (ভৌতিকবাদ)। মতৰ প্ৰবৰ্তকজনৰ নাম অনুসৰি ইয়াক মাৰ্ক্সবাদো বোলা হয়। 'মাৰ্ক্স'ৰ 'ক্ৰিটিক্ অব্ পলিটিকেল ইকনমি' গ্ৰন্থত (১৮৫৯)[১২] আমি বিচৰা বিষয়টিৰ কথা সুন্দৰভাৱে বৰ্ণিত হৈছে: "জীৱন নিৰ্বাহৰ আহিলাসমূহ সামাজিকভাৱে উৎপাদন কৰিবলৈ যাওঁতে মানুহে নিজৰ ইচ্ছাৰ দ্বাৰা অনিয়ন্ত্ৰিত নিৰ্দিষ্ট আৰু আৱশ্যকীয় কিছুমান সম্পৰ্ক গঢ়ি তোলে। এই উৎপাদনৰ সম্পৰ্কবোৰৰ লগত উৎপাদনৰ অৰ্থে মানুহে ব্যৱহাৰ কৰা ভৌতিক শক্তিসমূহে (হাতিয়াৰ আদি) সম্বন্ধ (বা তাল) ৰক্ষা কৰি চলে। এই সম্পৰ্কবোৰৰ সমষ্টিয়েই সমাজৰ অৰ্থনৈতিক ব্যৱস্থা গঢ়ে। এয়ে হ'ল প্ৰকৃত আধাৰ, ইয়াৰ ওপৰতে আইনগত আৰু ৰাজনৈতিক উৰ্ধ গাথনি থিয় হয় আৰু এই উৰ্ধগাথনিৰ সৈতে তাল ৰাখি সামাজিক চেতনাৰ নিৰ্দিষ্টৰূপে দেখা দিয়ে। জীৱন নিৰ্বাহৰ ভৌতিক আহিলা উৎপাদনৰ প্ৰণালীয়েই মানুহৰ সামাজিক, ৰাজনৈতিক আৰু বৌদ্ধিক (আধ্যাত্মিক) জীৱনৰ প্ৰৱাহ নিয়ন্ত্ৰিত কৰে। মানব-চেতনাই মানুহৰ অৱস্থিতি নিৰ্ণয় নকৰে, বৰং ওলোটাইহে সঁচা, অৰ্থাৎ মানুহৰ সামাজিক অৱস্থিতিয়েহে মানৱ-চেতনা নিৰ্ণয় কৰে। বিকাশৰ এক বিশেষ স্তৰত সমাজৰ উৎপাদনৰ ভৌতিক শক্তিসমূহৰ লগত চলিত উৎপাদনজনিত সম্পৰ্কৰ বা এই সম্পৰ্কবোৰৰ আইনগত ৰূপ স্বৰূপ সম্পত্তিৰ সম্পৰ্কবোৰৰ বিৰোধ উপস্থিত হয়। তেনে অৱস্থাত এই সম্পৰ্কবোৰ বন্ধন হৈ পৰে। লগে লগে সামাজিক বিপ্লৱৰ যুগ আৰম্ভ হয়। অৰ্থনৈতিক আধাৰত সলনি ঘটাৰ লগে লগে সমস্ত উৰ্ধ গাথনিতো কম-বেছি পৰিমাণে দ্ৰুত ৰূপান্তৰ সাধিত হয়। এই ধৰণৰ বিপ্লৱৰ কথা চিন্তা কৰোঁতে উৎপাদনৰ অৰ্থনৈতিক ব্যৱস্থাত ঘটা ভৌতিক বিপ্লৱৰ সৈতে, ন্যায়মূলক. ৰাজনৈতিক, ধৰ্মীয়, নন্দনতাত্ত্বিক বা দাৰ্শনিক অৰ্থাৎ একে আষাৰে কবলৈ গলে আদৰ্শগত ৰূপবোৰৰ প্ৰভেদ মানি চলা দৰকাৰ। কিয়নো উৎপাদনৰ অৰ্থনৈতিক ব্যৱস্থাত ঘটা পৰিবৰ্তনবোৰ বৈজ্ঞানিক শুদ্ধতাৰে নিৰ্ণয় কৰিব পাৰি। আনহাতে

১২. Emile Burns এ সম্পাদনা কৰা A Handbook of Marxism (London, 1935) বোলা গ্ৰন্থত মাৰ্ক্সৰ ৰচনাৱলীৰ সৰহভাগৰে উল্লেখ পোৱা যায়।

আদৰ্শগত ৰূপবোৰৰ বৈশিষ্ট্য হ'ল এয়ে যে মানুহ উক্ত বিৰোধৰ বিষয়ে সচেতন হয় আৰু সংঘৰ্ষত লিপ্ত হয়। সমস্ত উৎপাদন শক্তিৰ বিকাশ ঘটিবলৈ সমাজত বহল থল থাকে, গতিকে সেই বিকাশ সম্পূৰ্ণ নোহোৱালৈকে সমাজ ব্যৱস্থাও ধ্বংস নহয়। পুৰণি সমাজখনৰ গৰ্ভত ভৌতিক ব্যৱস্থাৰ বাঞ্ছিত বিকাশ হৈ অৱস্থিতিৰ বাবে থল ওলোৱাৰ পিছতহে উন্নত আৰু নতুন উৎপাদনজনিত সম্পৰ্কবোৰৰ উদ্ভৱ সম্ভৱপৰ হয়। সেইকাৰণে মানৱ-সমাজে যিবোৰ সমস্যা সমাধান কৰিব পাৰে, সেইবোৰহে হাতত লয়। সূক্ষ্মভাৱে বিচাৰ কৰিলে আমি দেখিম যে এটা সমস্যাৰ তেতিয়াহে উদ্ভৱ হয়, যেতিয়া সেই সমস্যা সমাধানৰ অৰ্থে ভৌতিক অৱস্থাৰ তৈয়াৰ হয় অথবা তেনে অৱস্থা জন্ম হোৱাৰ লক্ষণ দেখা যায়। বহল ঐতিহাসিক ক্ৰমত চালে,—এছীয়, প্ৰাচীন, সামন্তবাদী আৰু আধুনিক বুৰ্জোৱা উৎপাদন প্ৰণালী,—সমাজৰ অৰ্থনৈতিক ব্যৱস্থাৰ বুৰঞ্জীত এই কেইটা গুৰুত্বপূৰ্ণ ঘটনা প্ৰগতিশীল কালৰ সূচক বুলি ক'ব পাৰি।[১৩] বুৰ্জোৱা সমাজব্যৱস্থা আৰম্ভ হোৱাৰ লগে লগে মানৱ-সমাজত প্ৰাক্-বুৰঞ্জীৰ কাল অন্ত পৰে।"

মাৰ্ক্সৰ এই অনুপ্ৰেৰণাপূৰ্ণ তত্ত্ব ভাৰতীয় সমাজত প্ৰয়োগ কৰোঁতে আমি মনত ৰখা উচিত যে মাৰ্ক্সে সমগ্ৰ মানৱ-সমাজৰ কথা কৈছে, কিন্তু আমি মাত্ৰ সেই বৃহৎ সমাজৰ এটা অংশৰ কথাহে বিচাৰ কৰিছোঁ। কেতিয়াবা কিছুকালৰ বাবে কোনো কোনো সীমিত অঞ্চলৰ মূল প্ৰবাহৰ ব্যতিক্ৰম ঘটাৰ ফলত সমাজৰ সংকুচিত বিকাশ, অৱনমন অথবা অৱৰোধ ঘটিলেও সমগ্ৰ মানৱ সমাজৰ, আনকি আণৱিক যুদ্ধৰ আশংকাত বাস কৰা মানৱ সমাজৰো উন্নতিত বাধা নপৰে। এই গ্ৰন্থত আমি মাজে মাজে আদৰ্শগত উৰ্ধ-গাথনিৰ লক্ষণৰূপে থকা অৱশেষবোৰ পৰীক্ষা কৰি ভৌতিক বা বস্তুগত পৰিবৰ্তনৰ বুৰঞ্জী পুনৰ গঠন কৰিম। কিন্তু এটা কথা লক্ষ্য কৰিব লাগিব যে মাৰ্ক্সবাদৰ বিৰোধীপক্ষই কোৱাৰ দৰে ই অৰ্থনৈতিক নিশ্চয়তাবাদ নহয়। কু-সংস্কাৰকে ধৰি সকলো ভাৱ তেতিয়াই শক্তিত পৰিণত হয়, যেতিয়া

---

১৩. লেনিনে কাৰ্লমাৰ্ক্সৰ শিকনিৰ বিষয়ে ৰচনা কৰা বৈদগ্ধ্যপূৰ্ণ ৰচনাখনত এই সিদ্ধান্ত আৰু ছেদসমূহ উল্লেখ কৰিছে। ষ্টেলিনে ৰচনা কৰা Dialectical and Historical Materialism (Chap IV, Section 2, in the History of C P S U, short course, Moscow, 1950, PP 128-61, particularly P 151) গ্ৰন্থত আদিম জনজাতীয় স্তৰ আৰু সমাজবাদী স্তৰ নামৰ দুটা স্তৰ পূৰ্বৰ সূচীত যোগ দিয়ে আৰু এছিয় স্তৰ বা ৰূপৰ কথা সম্পূৰ্ণৰূপে বাদ দিয়ে। আদিম জনজাতীয় স্তৰৰ কথা মাৰ্ক্স-এঞ্জেলছৰ পিছৰ ৰচনাৱলীত পোৱা যায় আৰু সমাজবাদী স্তৰটো নতুনকৈ যোৱা বস্তু।

ই জনসাধাৰণৰ মনত বাহ লয়। এই ভাৱবিলাকে এিকছুমান ৰূপ লয়—এই ৰূপ-বিলাকৰপৰাই মানুহে সংঘৰ্ষৰ বিষয়ে সচেতন হয় আৰু সেইবোৰৰ সৈতে সংঘৰ্ষ চলায়। কোনো বুৰঞ্জীবিদে এই ভাৱবোৰ উলাই কৰিব বা বাধা দিব নোৱাৰে, আনহাতে এই ভাৱবোৰেনো কিয়, কেনেকৈ আৰু কেতিয়া জনসাধাৰণৰ মন অধিকাৰ কৰিলে তাক দৰ্শাব নোৱাৰিলে বুৰঞ্জীবিদৰ কাম সম্পূৰ্ণ হৈছে বুলি ক'ব নোৱাৰি। মাৰ্ক্সৰ তত্ত্ব গ্ৰহণ কৰা মানে এইটো নহয় যে সকলো সময়তে তেওঁৰ সকলো সিদ্ধান্তৰে ( অথবা চৰকাৰী পাৰ্টি-বাদী মাৰ্ক্স পন্থীসকলৰ সিদ্ধান্ত ) অন্ধভাৱে পুনৰুক্তি কৰিব লাগিব। এই গ্ৰন্থত আমি দৰ্শাম যে গ্ৰীচ বা ৰোমৰ দৰে আমাৰ দেশত তদ্ৰূপ ক্লাচিকেল দাস-ভিত্তিক অৰ্থনীতি নাছিল। কিছুমানে চিৰাচৰিত যুক্তি দি কয় যে এক প্ৰকাৰৰ দাস প্ৰথা ইয়াত আছিল আৰু কিছুমান লোকৰ স্বাধীনতা নাছিল। ই আমাৰ বিবেচনাৰ বিষয় নহয়। যাই বিষয় হৈছে, কেনেকৈ বিপুল পৰিৱৰ্তনৰ ফলত সংখ্যা বা পৰিমাণ গুণলৈ ৰূপান্তৰিত হয়। আন এটা আমনিকৰ প্ৰশ্ন হ'ল এছীয় উৎপাদন পদ্ধতিনো[১৪] কি, মাৰ্ক্সে ক'তো তাৰ বিশদ ব্যাখ্যা দি গোৱা নাই। সাংস্কৃতিক দৃষ্টিৰপৰা এছিয়া বুলিলে ভাৰত আৰু চীন দেশক বুজায়। চীন দেশত বৃহৎ বুৰঞ্জী ৰাজসভা আৰু পৰিয়ালসমূহৰ নথি, ফলি, মুদ্ৰা আদি যথেষ্ট পোৱাৰ উপৰিও তাত যথেষ্ট পুৰাতাত্ত্বিক খনন-কাৰ্য হৈছে। গতিকে খ্ৰীঃ পূঃ ১০০০ মানৰপৰা আমি চীনৰ বুৰঞ্জীৰ এখন ভাল ছবি পাওঁ। ভাৰতৰ আমি তেনে ছবি নেপাওঁ। কোনোবাই যদি কয় বুৰঞ্জীৰ দীঘলীয়া খালী ঠাই পূৰণ কৰিবলৈ ভৱিষ্যতে ভাৰতত নথিৰ আৱিষ্কাৰ হ'ব, তেন্তে আমি কম তেনে আশা মিছা, কিয়নো সকলোৱে জানে যে সংস্কৃতৰ অপ্ৰকাশিত পুথিসমূহত নিৰ্ভৰযোগ্য আৰু ঐতিহাসিক গুৰুত্বপূৰ্ণ তথ্য প্ৰায় নাই বুলিলেই হয়। এই প্ৰসঙ্গত উল্লেখযোগ্য যে মাৰ্ক্সে নিজে ভাৰতৰ বিষয়ে যি কৈ গৈছে তাকো সেই মতে গ্ৰহণ কৰিব

১৪. অপ্ৰচলিত হৈ পৰা Pad Znamenem Mårksizma নামৰ পত্ৰিকাত এছীয় উৎপাদন ব্যৱস্থা সম্পৰ্কে অসম্পূৰ্ণ আলোচনা কিছুমান হৈছিল। ভাৰতত কিছুমান সমান্তৰাল স্তৰৰ উদ্ভৱ হোৱা দেখা যায়; এইবোৰ স্তৰক কোনো নিৰ্দিষ্ট ৰূপত পেলাব নোৱাৰি, কাৰণ দাস-প্ৰথাৰ (Slavery) স্তৰ ভাৰতবৰ্ষত নাছিল। সেইদৰে য়ুৰোপীয় 'ছাৰ্ফ' প্ৰথা আৰু 'মেনৰ' ভিত্তিক অৰ্থনীতিৰ লগত ভাৰতৰ সামন্তবাদৰ পাৰ্থক্য আছে।

নোৱাৰি। তেওঁ কৈছিল :[১৫] "ভাৰতত ঠায়ে ঠায়ে আজিও দেখিবলৈ পোৱা এই ক্ষুদ্ৰ আৰু অতিশয় প্ৰাচীন গাৱঁলীয়া সমাজবোৰ মাটিৰ সমূহীয়া অধিকাৰ, খেতি আৰু হস্তশিল্পৰ সহাৱস্থান (বা মিশ্ৰণ) আৰু অপৰিৱৰ্তনীয় শ্ৰম বিভাজন—এইকেইটাৰ ওপৰতে থিয় আছে। নতুন সমাজ (বা community) এখন পাতিবলৈ হ'লেও উক্ত অপৰিৱৰ্তনীয় শ্ৰম বিভাজনৰ ভেটিতে পতা হয়, গতিকে নতুন গাওঁ পতাৰ এখন পৰিকল্পনা আৰু আঁচনি প্ৰস্তুত হৈয়ে থাকে। এই গাওঁবিলাকৰ আয়তন ১০০ একৰৰপৰা আৰম্ভ কৰি কেইবা হেজাৰ একৰলৈকে আছিল, প্ৰত্যেকখন গাৱঁই সংঘবদ্ধ সামগ্ৰিক গোট আছিল আৰু লগা বয়বস্তুবোৰ নিজৰ ভিতৰতে উৎপাদন কৰি লৈছিল। উৎপন্ন দ্ৰব্যৰ ঘাই অংশ সমাজে পোনপটীয়াভাৱে ব্যৱহাৰ কৰাটো নিবন্ধ স্বৰূপ আছিল আৰু সেইবাবে এইবোৰ পণ্যদ্ৰব্য নহৈছিল। এই উৎপন্ন দ্ৰব্যখিনি পণ্যদ্ৰব্য বিনিময়ৰ যোগে ভাৰতীয় সমাজত সামগ্ৰিকভাৱে বিকাশ লাভ কৰা শ্ৰমবিভাজনৰপৰা মুক্ত বা বাহিৰ্ভূত আছিল। কেৱল বাহি উৎপন্নখিনি পণ্যদ্ৰব্য হৈছিল, তাৰো একাংশ ৰাষ্ট্ৰৰ হাতত নপৰালৈকে পণ্যদ্ৰব্য নহৈছিল। এই সমাজত অবিস্মৰণীয় কালৰপৰা এই উৎপন্ন দ্ৰব্যসমূহৰ এটা ভাগ শস্য-কৰ বা বস্তু-কৰ হিচাপে ৰাষ্ট্ৰৰ হাতত পৰিছিলগৈ। এয়ে এই আত্মনিৰ্ভৰশীল সমাজবোৰৰ উৎপাদন-সংগঠনৰ সৰল ৰূপ। এই ৰূপতেই সমাজবোৰ এখনৰ পিছত ইখনকৈ গঠিত হয় কেতিয়াবা আকস্মিকভাৱে ধ্বংস-প্ৰাপ্ত হ'লেও আকৌ একে নামেৰে একে ঠাইতে পুনৰ-গঠিত হয়। সংগঠনৰ এই সৰল ৰূপেই হ'ল এচীয় সমাজবোৰৰ অপৰিৱৰ্তনীয়তাৰ

---

১৫ মাৰ্ক্স আৰু এঙ্গেলছৰ গ্ৰেট বৃটেইন সম্পৰ্কীয় উক্তিসমূহৰ সুসম্পাদিত মস্কো সংস্কৰণৰ (১৯৫৩) পৰা তেওঁলোকৰ ভাৰতসম্পৰ্কীয় মন্তব্যবোৰো ভালদৰে অধ্যয়ন কৰিব পৰা যায়। ১৯৩৪ আৰু ১৯৩৮ চনৰ ভিতৰত ছচিয়েলিষ্ট বুক ক্লাবে এলাহাবাদৰপৰা প্ৰকাশ কৰা ৪৪খন পুস্তিকাতো মাৰ্ক্স এঙ্গেলছৰ ভাৰত সম্পৰ্কীয় ৰচনাৱলী প্ৰকাশ পাইছিল। গ্ৰন্থখনৰ তাৰিখ নাছিল আৰু টোকাও যথেষ্ট বুলি ক'ব নোৱাৰি। গ্ৰন্থখন এলাহাবাদৰপৰা মুলকৰাজ আনন্দৰ নামত প্ৰকাশ পাইছিল। ৰজনীপামে দত্ত, এডগেল ৰিক্‌ৱাৰ্ড, পণ্ডিত জৱহৰলাল নেহৰু, ছাজাদ-জাহীৰ, পি-চি-যোশী আৰু জেদ এ আহমদে এই গ্ৰন্থ প্ৰকাশত প্ৰকাশকক সহায় কৰিছিল বুলি পঢ়িলে আজিও কিবা কিবা লাগে। সুভাষচন্দ্ৰ বসু, নৰেন্দ্ৰ দেৱ, জয়প্ৰকাশ নাৰায়ণ, এম আৰ মাছানি, ৰাম মনোহৰ লোহিয়া আদি উক্ত ক্লাবৰ প্ৰতিষ্ঠাতা সদস্য আছিল। মাৰ্ক্স-এঙ্গেলছৰ আদিম সমাজ সম্পৰ্কীয় শেহতীয়া ৰচনাৱলীৰ কথা ইয়াত যোগ নিদিলে গ্ৰন্থখন অসম্পূৰ্ণ হৈ ৰ'ব বুলি এওঁলোকৰ কোনেও লক্ষ্য কৰা দেখা নগ'ল। এনে গভীৰতাৰ অভাৱেই এই আচৰিত বন্ধুদলৰ পৰৱৰ্তী ৰাজনৈতিক বিপৰ্যয়ৰ কাৰণ। এওঁলোকৰ প্ৰত্যেকজনেই (Quantum Mutatus Ab illo) কি আছিল কি হ'ল?

ঘাই কাৰণ। এই অপৰিবৰ্তনীয়তাৰ তুলনাত এচীয় ৰাষ্ট্ৰৰ ধ্বংসে আৰু সঘন পৰিবৰ্তনীয়তা বা পুনৰ প্ৰতিষ্ঠা চকুত পৰা বিধৰ; সেইদৰে ৰজাৰ বংশবোৰৰো সততে পৰিবৰ্তন ঘটিছিল। ৰাজনৈতিক আকাশত ধুমুহাৰ ডাৱৰ বলি থকা সত্ত্বেও সমাজৰ অৰ্থনৈতিক সংগঠনৰ ৰূপত তাৰ আঘাত লগা নাছিল" (Capital, 1, 391 ff)।

এই মন্তব্য সূক্ষ্ম আৰু চমৎকাৰ, কিন্তু তথাপি সঠিক নহয়। কাৰণ বেছিভাগ গাৱেঁই ধাতু আৰু লোণ উৎপাদন নকৰিছিল, গতিকে এই বস্তু আন বস্তুৰ লগত বিনিময় কৰি আনিব লগা হৈছিল। ইয়াৰপৰা বুজা যায় যে অলপ-অচৰপ পণ্য-দ্ৰব্য গাওঁবোৰত উৎপাদন হৈছিল। এই দ্ৰব্যবোৰ কোনে বিনিময় কৰিছিল তাক ধৰাটো এটা বেলেগ বিষয়। মাৰ্ক্সে ঠিকেই কৈছে যে ৰাষ্ট্ৰৰ হাতত নপৰাকৈ বাহিৰখিনি পণ্যদ্ৰব্য হোৱা নাছিল। কিন্তু কেইটামান যুগৰ ক্ষেত্ৰতহে এই সত্য খাটে। উক্ত গাওঁবোৰো 'অবিস্মৰণীয় কালৰপৰা' থকা নাছিল। আদিমবাসী সমাজৰপৰা হলকৰ্ষণ যুগৰ কৃষিমূলক গ্ৰাম্য অৰ্থনীতিলৈ ঘটা অগ্ৰগতি ভাৰতৰ এটি স্পষ্ট ঐতিহাসিক সফলতা বুলি কব লাগিব। দ্বিতীয়তে এই গ্ৰাম্য গোটবোৰৰ আয়তন অপৰিবৰ্তিত থাকিলেও, গাওঁবোৰৰ সংখ্যা বা ঘনত্বৰো এটি গুৰুত্বপূৰ্ণ ভূমিকা আছিল। উদাহৰণ স্বৰূপে একোটা অঞ্চলত যদি দুখন গাওঁ থাকে তেন্তে তাৰ উৰ্ধ গাৰ্থনিৰ ৰূপ দুশ বা দুহেজাৰ বা কুৰিহেজাৰ গাওঁ থকা অঞ্চলৰ উৰ্ধ-গাৰ্থনিৰ ৰূপ একে নহয়। একে ধৰণৰ ৰাষ্ট্ৰৰে সেইবোৰ শোষণো কৰিব নোৱাৰি। উৰ্ধ-গাৰ্থনিৰ ক্ৰমাগত হেঁচাৰ ফলত আকৌ গাৱঁৰ মাটিৰ স্বত্বাধিকাৰৰো পৰিবৰ্তন ঘটে। পৰিমাণৰ সলনি ঘটিলে শেষত গুণৰো পৰিবৰ্তন হয়। সেই একেদৰে তলত দিয়া মাৰ্ক্সৰ বিবৃতিটোৰে প্ৰতিবাদ নকৰাকৈ থাকিব নোৱাৰি। মাৰ্ক্সে কৈছিল, "ভাৰতীয় সমাজৰ একো বুৰঞ্জী নাই, বিশেষকৈ বুৰঞ্জী বুলিলে আমি যিহক বুজোঁ সিষেই হৈছে চামে চামে আহি থকা আক্ৰমণকাৰীৰ বুৰঞ্জী. এওঁলোকে ভাৰতৰ অপ্ৰতিৰোধকামী আৰু অপৰিবৰ্তিত গ্ৰাম্য সমাজৰ নিষ্ক্ৰিয়তাৰ আধাৰত সাম্ৰাজ্য ৰচনা কৰিছিল।" প্ৰকৃত-পক্ষে ভাৰতবৰ্ষৰ ঐতিহাসিক যুগবোৰ অৰ্থাৎ মৌৰ্য, শাতবাহন আৰু গুপ্তযুগবোৰ আক্ৰমণকাৰীৰ দ্বাৰা সৃষ্ট হোৱা নাছিল। এই যুগবোৰৰ উন্নতিৰ ভেটি আছিল মূল গ্ৰাম্য সমাজৰ গঠন আৰু বিস্তাৰ অথবা ন ন বাণিজ্য-কেন্দ্ৰ স্থাপন।

এনেবোৰ খুত থকা সত্ত্বেও এই গ্ৰন্থত অনুসৰণ কৰা তত্ত্ব মাৰ্ক্সবাদীয়েই হৈ ৰব: অন্ততঃ মই এই পদ্ধতিক যেনেভাৱে বুজিছোঁ তেনেভাৱেই প্ৰয়োগ কৰিম।

মোৰ ধাৰণা প্ৰত্যেকজন বুৰঞ্জীবিদৰে স্পষ্ট বা অস্পষ্ট একোটা মতবাদ থাকে আৰু সেই মতবাদৰ ওপৰত ভেটি কৰিয়েই তেওঁ বুৰঞ্জী ৰচনা কৰে। ৰংকেই যি বুৰঞ্জীৰ আদৰ্শ গ্ৰহণ কৰিছিল সি হৈছে বিশুদ্ধ উকা-বৰ্ণনাৰ ৰীতি ( Ich werde es bloss sagen, wie es eigentlich gewesen ist ); কিন্তু তেওঁৰ Weltgeschichte নামৰ গ্ৰন্থত জাৰ্মান জাতীয় ভাব সুমুৱাই দিয়াৰ লোভ সামৰিব নোৱাৰিলে। বুৰঞ্জীবিদ মম্‌ছেনে উঠি অহা বয়সত জাৰ্মানীত বনুৱা আৰু পুঁজিপতি-সকলৰ মাজত হোৱা সংঘৰ্ষবোৰ দেখিছিল· দুৰ্ভাগ্যবশতঃ এই সংঘৰ্ষ তেওঁ কালান্তৰিত কৰি প্ৰাক্-পুঁজিবাদী যুগৰ ৰোমীয় যুগত আৰোপ কৰিলেগৈ।[১৬] ৱাৰ্ণাৰ ছম্‌বাৰ্টে ১৯৩৪ চনতে প্ৰত্যক্ষ কৰিছিল যে পিছৰ দহ বছৰৰ ভিতৰতে জাৰ্মানী শত্ৰুসেনাৰ শিবিৰত পৰিণত হ'ব। কিন্তু তথাপি তেওঁ ইচ্ছাপূৰ্বক সেই 'প্ৰায় আসন্ন সম্ভাৱনাক বিবেচনা· নকৰাকৈ থাকিল।'[১৭] স্পেংলাৰৰ বুৰঞ্জীয়ে ( Untergang des Abendlands ) এসময়ত শব্দৰ ফুলজাৰি মেলি গোটেইখনতে চমক খুৱাই দিছিল : কিন্তু তেওঁৰ বুৰঞ্জীখন কোনেও ইতিহাসৰ নিৰ্ভৰযোগ্য নিৰ্দেশক বুলি, গ্ৰহণ কৰিব নোৱাৰে।[১৮] আৰ্ণল্ড টয়ন্‌বিৰ বুৰঞ্জী অধ্যয়ন কৰাৰ পিছত তাত থকা কিছুমান অনিৰ্ণেয় ধাৰণা ( imponderables ) লৈ মই অলপ আহুকালত পৰিছোঁ . আমাৰ দেশৰ কোনো কোনো লোকেও এইবোৰ ধাৰণা বুৰঞ্জীবিদৰ বাবে দৰকাৰী বুলি ভাবে। সেইবিলাক হ'ল—ভাৰতীয় আত্মা, 'ৰেচ মেমৰি' বা জাতিগত স্মৃতি, আদৰ্শৰ বিজয়, চতুৰ্বৰ্ণৰ অন্তৰ্নিহিত গৌৰৱ, ইত্যাদি। মাৰ্ক্সে এটা বৈজ্ঞানিক তত্ত্ব গ্ৰহণ কৰিছিল ; এই তত্ত্বৰ বিস্তাৰ সাধনৰ আৱশ্যক হ'ব পাৰে ; যেনেকৈ গচ, মেক্সৱেল, ডাৰউইন, মেণ্ডেলীভ আদি বৈজ্ঞানিকৰ তত্ত্বৰ ক্ষেত্ৰত কৰিব লগা হৈছে। অৱশ্যে মাৰ্ক্সৰ তত্ত্বৰ গুণ হ'ল এয়ে যে ইয়াক কাৰ্য ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি আৰু এনে প্ৰয়োগৰ দ্বাৰা ঘটনা সম্পৰ্কে পৰীক্ষণীয় ভৱিষ্যদ্‌বাণী কৰাও সম্ভৱপৰ। একমাত্ৰ মাৰ্ক্সেই শুদ্ধভাৱে ভাৰতত বৃটিছ শাসনৰ ভৱিষ্যত ফলাফলৰ কথা ভৱিষ্যদ্বাণী কৰিব পাৰিছিল। তেওঁ

---

১৬. বেঞ্জামিন ফেৰিংটনৰ ৰচনা চাওক ; Modern Quarterly 7, 1951-2-PP-,83-6।

১৭. Werner Sombart ৰ A New Social Philosophy ( অনুবাদ Princeton, 1937) ; উক্ত উদ্ধৃতিটো পাতনিৰ পৃঃ Xi ৰ পৰা দিয়া হৈছে। পাতনিটো লেখা হয় ১৯৩৪ চনত বাৰ্লিনত।

১৮. এনে ধৰণৰ আটাইতকৈ উল্লেখযোগ্য খেলিমেলিৰ ভাব প্ৰকাশ কৰে স্পেংলাৰে তেওঁৰ Preussentum und Sozialismus (Munchen 1920) ত। H. A. L. Fisher ৰ History of Europe খনত্ আকৌ এটি শোচনীয় দৰ্শন প্ৰকাশ পাইছে। আৰ্ণল্ড টয়নবীৰ দহ খণ্ড বিশিষ্ট বুৰঞ্জীখনত বুৰঞ্জীকে অসাৰ পদাৰ্থ কৰা হৈছে।

দেখুৱাইছিল, ৰেলৱে স্থাপন আৰু যন্ত্ৰ প্ৰৱৰ্তনৰ ফল স্বৰূপে কেনেকৈ প্ৰাচীন গ্ৰাম্য অৰ্থনীতি ধ্বংসপ্ৰাপ্ত হ'ব আৰু দেশত এটা নতুন আমোলা শ্ৰেণী, বুৰ্জোৱা শ্ৰেণী আৰু সৰ্বহাৰা শ্ৰেণী সৃষ্টি হৈ শেহান্তৰত বৃটিছ সাম্ৰাজ্যৰপৰা ভাৰত ওলাই আহিব। তেওঁ কৈছিল : "বাধ্যত পৰি বৃটিছ বুৰ্জোৱা শ্ৰেণীয়ে ভাৰতত যিহকে নকৰক কিয় তাৰ ফলত ৰাইজৰ মুক্তি নঘটে, অথবা তেওঁলোকৰ সামাজিক অৱস্থাৰ উন্নতি সাধিত নহয়; কিয়নো এই দুয়োটা কামেই উৎপাদন শক্তিৰ বিকাশ আৰু সেই শক্তিৰ ওপৰত ৰাইজৰ অধিকাৰ লাভৰ ওপৰত নিৰ্ভৰশীল। কিন্তু এই শ্ৰেণীয়ে ভাৰতৰ সমাজত এই দুযোটা ক্ৰিয়াৰে যে ভেটি স্থাপন কৰিব সেই কথা সম্পূৰ্ণ নিশ্চিত। বুৰ্জোৱা শ্ৰেণীয়ে ইয়াতকৈনো অধিক কি কাম কৰে? ৰক্তপাত, কু-কাৰ্য, দুঃখ-যাতনা আৰু অৱনতিৰ মাজেদি ৰাইজ আৰু ব্যক্তিক টানি নিনিয়াকৈ এই শ্ৰেণীয়ে ক'ৰবাত জানো কিবা উন্নতি সাধিব পাৰিছে? যেতিয়ালৈকে ভাৰতত হিন্দুসকলে নিজ শক্তিৰ বলেৰে বৃটিছৰ শাসন ওফৰাই নেপেলায়, অথবা গ্ৰেটবৃটেইনত বৰ্তমানৰ শাসক শ্ৰেণীৰ ঠাইত ঔদ্যোগিক বনুৱা শ্ৰেণী শাসনত অধিষ্ঠিত নহয়, তেতিয়ালৈকে বৃটিছ বুৰ্জোৱা শ্ৰেণীয়ে ভাৰতত প্ৰৱৰ্তন কৰা নতুন ব্যৱস্থা বা উপাদানসমূহৰ ফল ভাৰতবাসীয়ে ভোগ কৰিবলৈ নেপায়। যি কি নহওক, অদূৰ অথবা সুদূৰ ভৱিষ্যতে আমি সেই মহৎ (বৃহৎ) আৰু বিচিত্ৰ দেশৰ পুনৰ জাগৰণ দেখিবলৈ পাম বুলি আশা কৰিছো। (New York Daily Tribune August 8, 1953 'The Future Results of British Rule in India.')।

মাৰ্ক্সৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁৰ সহকৰ্মী এঙ্গেলছে[১৯] আদিবাসী সমাজ-সংগঠনৰ প্ৰকৃতি আৰু অৱনতি সম্পৰ্কে কৰা পৰৱৰ্তী অধ্যয়নৰ কথা এতিয়া আমি বিচাৰ কৰিব লাগিব। এই বিষয়ে হোৱা আধুনিক আৱিষ্কাৰবোৰৰ ক্ষেত্ৰত এই অধ্যয়নৰ বিচাৰ ধাৰা প্ৰৱৰ্তন কৰিলে আমি নতুন ফল পাম।

গতিকে দেখা গ'ল কোন ৰজা আছিল অথবা কোনোবা নিৰ্দিষ্ট অঞ্চলত ৰজা আছিল নে নাই এনেবোৰ প্ৰশ্ন ঘাই প্ৰশ্ন নহয়, ঘাই প্ৰশ্ন হ'ল সেই অঞ্চলৰ ৰাইজে নিৰ্দিষ্ট কালত লঘু নাঙল ব্যৱহাৰ কৰিছিল নে গধুৰ নাঙল ব্যৱহাৰ কৰিছিল। আচলতে ৰাজতন্ত্ৰ কেনেকুৱা হ'ব সেইটো খেতিৰ পদ্ধতিৰ ওপৰত নিৰ্ভৰ কৰে,

---

১৯. বিশেষকৈ The origin of the Family, Private Property and the State খনৰ কথা কোৱা হৈছে। মাৰ্ক্সৰ কৃষক কমিউন সম্পৰ্কীয় গ্ৰন্থ The Mark খনো এই সম্পৰ্কত উল্লেখযোগ্য।

কাৰণ ৰাজতন্ত্ৰ সম্পত্তিৰ মানৱ-সম্পৰ্ক আৰু ৰাহি উৎপাদনৰ দ্বাৰা নিৰ্ধাৰিত হয়। ৰাজতন্ত্ৰৰ ওপৰত কৃষিৰ পদ্ধতি নিৰ্ভৰ নকৰে। আন এটা প্ৰশ্ন হ'ল—আদিবাসী গোটবোৰ ভাঙি সেইবোৰক সমাজৰ অন্তৰ্ভুক্ত কৰাত জাতি প্ৰথাই কি ভূমিকা গ্ৰহণ কৰিছিল? সেইদৰে ধাতু ক'ৰপৰা আহিল, কোন সময়ত নাৰিকলৰ দৰে পণ্য-বিনিময়ৰ শস্যবোৰ লাগতিয়াল বস্তু হৈ পৰিল আৰু এইবোৰৰ লগত ব্যক্তিগত মাটি অথবা সমূহীয়া মাটিৰ (land holdings) দখলস্বত্বৰ সম্পৰ্ক কি? মেচলিথিক যুগৰ পূজা-পাতল আজিও চলি থকাৰ, অথবা সকলো শ্ৰেণীৰ মাজত প্ৰস্তৰ যুগৰ দেৱতাৰ পূজা চলি থকাৰ,—কাৰণ কি? নতুন পদ্ধতিটো গ্ৰহণ কৰিলে এইবিলাক প্ৰশ্ন কৰিব লাগিব, আৰু যিমানদূৰ সম্ভৱ সেইবিলাকৰ উত্তৰ দিব লাগিব। ৰাজ-বংশৰ গুৰুত্বপূৰ্ণ পৰিবৰ্তন, বৃহৎ ধৰ্মীয় আলোড়ন—এইবিলাক ঘটনা ঘটে সাধাৰণতে উৎপাদন শক্তিৰ প্ৰবল পৰিবৰ্তন ঘটিলে। গতিকে এইবিলাক ঘটনাৰ অধ্যয়ন তেনে ধৰণেৰে কৰা উচিৎ হ'ব। অপৰিবৰ্তনীয় সামাজিক আধাৰৰ ওপৰত ঘটা অৰ্থহীন ক্ষণস্থায়ী ঘটনা বুলি এইবোৰ দলিয়াই পেলোৱাটো উচিত ন'হব। ওপৰত ব্যক্ত কৰা পদ্ধতি এই অধ্যয়নৰ ক্ষেত্ৰত সক্ৰিয়ভাৱে প্ৰয়োগ কৰিব লাগিব, কাৰণ অভিজ্ঞতাই কয় যে এইবিলাক পদ্ধতিৰ প্ৰযোজ্যতা ( validity ) সন্দেহাতীত।

স্বাভাৱিকতে এই গ্ৰন্থৰ অধ্যয়ন ব্যাপক কৰিব পৰা নাযাব। কাৰণ আজিকালি অধ্যয়নৰ ক্ষেত্ৰ ইমান বাঢ়ি গৈছে যে কোনো এজন লোকৰ পক্ষে সকলো ক্ষেত্ৰৰ জ্ঞান আয়ত্ত কৰা সম্ভৱপৰ নহয়। মই মাথোন বিষয়ৰ এটি বহল ৰূপৰেখা তৈয়াৰ কৰিম, যাতে তাৰ ভিতৰতে আদ্যোপান্ত সকলো কথা জানিব পাৰি। এনেবোৰ গৱেষণাৰ অন্তিম ফলশ্ৰুতি পাবলৈ হলে কি পদ্ধতি অৱলম্বন কৰা হ'ব, তাকো আঙুলিয়াই দিয়া হ'ব। ইয়াৰপৰাই পাঠকসকলে ধৰিব পাৰিব যে তেওঁলোকে বিষয়ৰ পূৰ্বজ্ঞান লাভ কৰাটো বাঞ্ছনীয়, অথবা তেওঁলোক অধিক বিস্তৃত অধ্যয়ন কৰিবলৈ সাজু থাকিব লাগিব। পাঠকসকলে এই গ্ৰন্থত বিশেষভাৱে ভাৰতৰ ঘাই ভৌগোলিক বিভাগ ( ইতিমধ্যে ফাটি যোৱা পাকিস্তানখনৰ কথা বাদ দি ) তিনিটাত কি কি বিভিন্ন উপায়েৰে মানৱ-বসতি ঘটি সভ্যতা বিকশিত হৈছিল তাৰ বিৱৰণ পাবলৈ আশা কৰিব পাৰে। এই তিনিটা বিভাগ হ'ল—সিন্ধু উপত্যকা, গঙ্গা উপত্যকা আৰু উপদ্বীপ অঞ্চল। দেশৰ আটাইবোৰ অঞ্চলত একে সময়তে যে সভ্যতা বিস্তাৰৰ বাবে একে ধৰণৰ উপায় গ্ৰহণ কৰা হোৱা নাছিল সেই বিষয়ে পাঠকসকল সচেতন থাকিব লাগিব। গতিকে আমি

অধ্যয়নৰ বাবে সেই বিশিষ্ট উপায়ৰ কথা বিবেচনা কৰিব লাগিব, যি বিশিষ্ট উপায় সংশ্লিষ্ট যুগত অতিশয় প্ৰবল হৈ উৎপাদনৰ ক্ষেত্ৰত প্ৰাধান্য লাভ কৰি দেশৰ সৰহভাগ ঠাইতে বিয়পিব পাৰিছিল। এনে পৰিৱৰ্তনৰ মাজত বাহ্যিকভাৱে প্ৰাচীন ৰূপ কিছুমান বৈ গ'লে, সেই উপায়ৰ কথা বিবেচনা নকৰাৰো কথা নুঠে।

# দ্বিতীয় অধ্যায়

## প্ৰাক্-শ্ৰেণী সমাজৰ উত্তৰাধিকাৰ



আমি পঢ়া বুৰঞ্জীবোৰত যিবোৰ সমাজৰ কথা পোৱা যায়, মানুহ নামৰ হাতিয়াৰ-ব্যৱহাৰকাৰী জন্তুৰ গোষ্ঠী-ভিত্তিক বিকাশৰ বহুত পিছৰ স্তৰ এটাতহে সেইবোৰ সমাজৰ সৃষ্টি হৈছিল। এনেবোৰ আধুনিক সমাজৰ সাধাৰণ বৈশিষ্ট্য হল শ্ৰেণীবিভাগ। শ্ৰেণীবিভাগৰ অৰ্থ অকল শ্ৰম-বিভাজনেই নহয়, ইয়াৰ অৰ্থ হল দুটি ঘাই শ্ৰেণীৰ অৱস্থিতিৰ ফলত হোৱা মৌলিক শ্ৰেণী সংঘৰ্ষও। তাৰে এটা শ্ৰেণীয়ে ৰাহি বস্তু উৎপাদন কৰে। এই ৰাহি বস্তুখিনি আনটো শ্ৰেণীয়ে কিবা প্ৰকাৰে নিযন্ত্ৰণ কৰে, সাধাৰণতে মালিকী স্বত্বৰ দ্বাৰাই এনে নিয়ন্ত্ৰণ কৰা হয়। এনে মালিকী স্বত্বৰ জন্ম হয় সংশ্লিষ্ট যুগত নিৰ্দিষ্ট জনসমূহে প্ৰৱৰ্তন কৰা সম্পত্তিৰ সম্পৰ্কৰ আধাৰত কিন্তু সেই যুগৰ আগৰ অৰ্থাৎ বিশেষ ৰাহি উৎপাদন নোহোৱা কালছোৱাতো নাৰী-পুৰুষৰ বিভিন্ন থুপ সমাজত আছিল (এইবোৰ থুপ ভাৰতত সাধাৰণ ৰূপতেই যে আছিল এনে নহয়, বিশিষ্ট ৰূপতো আছিল)। বায়ু পানী আদিৰ দৰে সহজে নোপোৱা অত্যাৱশ্যকীয় সামগ্ৰী মানুহে উৎপাদন কৰিবলৈ লোৱাৰ আগতো এনে মানৱ-থুপ পৃথিৱীত আছিল। অৰ্থাৎ খোৱা-বস্তু উৎপাদনকাৰী মানুহৰ আৱিৰ্ভাৱ হোৱাৰ পূৰ্ববৰ্তী যুগত খাদ্য সংগ্ৰহকাৰী মানুহৰ গোষ্ঠী আছিল। এই গোষ্ঠীপ্ৰধান সমাজ বংশ-গোটৰ ভেটিত সংগঠিত হৈছিল। তেতিয়াও পৰিয়াল বা গাইগুটীয়া পিতৃত্ব আৰু মাতৃত্বৰ ধাৰণা সমাজত নিয়মিতভাৱে সৃষ্টি হোৱা নাছিল।

এইবোৰ তথ্য দুটি বিভিন্ন মূলৰপৰা জানিব পাৰি। প্ৰথমটো হল আমাৰ সমাজত এতিয়াও তিষ্ঠি থকা অৱশিষ্ট জনজাতীয় সমাজবোৰ। আজিও ভাৰতবৰ্ষৰ সকলো ঠাইতে এই অৱশিষ্ট সমাজবোৰ দেখা যায়। গতানুগতিক স্থিতি, জনজাতীয় সংহতিৰ ভাব আৰু উমৈহতীয়া পূজা-পাতলৰ অনুষ্ঠান—এইবোৰ শক্তিৰ বলত তিষ্ঠি থকা এই অৱশিষ্ট সমাজবোৰ খাদ্যসংগ্ৰহকাৰী।[১] মাটি, চিকাৰ, প্ৰাকৃতিক বস্তু—আদিৰ অভাৱত এই সমাজবোৰত বাস কৰা জনজাতীয় মানুহবোৰ উন্নত অঞ্চললৈ উঠি যাবলৈ বাধ্য হয় আৰু ইয়াৰ ফলস্বৰূপে মাগি-খুজি অথবা চুৰ কৰিও জীৱিকা নিৰ্বাহ কৰিব লগাত পৰে। এই জনজাতীয় সমাজৰ প্ৰথাবোৰ মন কৰিলে দেখা যায়, এওঁলোকে পূৰ্বতে বেলেগ পদ্ধতিৰে খাদ্য সংগ্ৰহ কৰিছিল। তেওঁলোকে হয় চিকাৰ কৰি আৰু ফান্দ পাতি জন্তু সংগ্ৰহ কৰিছিল, নহয় হাবিত খান্দি-মেলি যেনে তেনে খোৱা বস্তু উলিয়াইছিল। এইবোৰ মানুহে আজিকালিও অতি কম সংখ্যক আৰু সৰল হাতিয়াৰ ব্যৱহাৰ কৰে, কিন্তু কেতিয়াবা ভোকৰ তাড়নাত তেওঁলোকে সাময়িকভাৱে হলেও খেতি বা অন্যান্য শ্ৰম[২] কৰিবলৈ বাধ্য হয় তেনে অৱস্থাত যদি তেওঁলোকে আন হাতিয়াৰ ব্যৱহাৰ কৰে, তেন্তে সেই কথা অৱশ্যে সুকীয়া, আজিকালি এওঁলোকে লো বা তীখাৰ হাতিয়াৰ ব্যৱহাৰ কৰে যদিও সেইবোৰ নিজহাতে তৈয়াৰ কৰা আহিলা নহয়। জীৱন পদ্ধতিৰ মৌলিক পৰিবৰ্তন নঘটা হেতুকে অতীত কালতো সম্ভৱতঃ তেওঁলোকে এনে হাতিয়াৰ সাজিব পৰা নাছিল। আধুনিক বিস্তাৰধৰ্মী আৰু অধিকতৰ উন্নত সমাজেহে এনে আৱশ্যকীয় ধাতু আৰু হাতিয়াৰ যোগাৰ পাৰে।

এইখিনিতে আমি আমাৰ তথ্যপাতিৰ দ্বিতীয় আধাৰ পুৰাতাত্ত্বিক খনন কাৰ্যৰপৰা কিছু তথ্য লব পাৰোঁ। এনে খনন-কাৰ্যৰ সময়ত আমি দেখা পাওঁ

---

১ জনজাতিসকলৰ বিষয়ে তথ্য এল্বোৱেল আৰু অন্যান্য পণ্ডিতসকলৰ গ্ৰন্থত পোৱা যাব। অধ্যায় ১—টোকা—১১

২. ডাংসকলে কাঠ কাটে। কাথকৰি সকলে কয়লা পোৰে; লোকৰ ঘৰত চাউল বাছি, তুঁহখিনি খানচ হিচাপে গ্ৰহণ কৰে। অসমৰ চাহ বাগিচাবোৰত কাম কৰা বনুৱাবোৰ জনজাতীয়; অকল ওচৰৰ পৰ্বতৰপৰাই নহয়, সুদূৰ ছোট-নাগপুৰৰপৰাও এইবোৰলৈ জনজাতীয় লোক নিয়া হয়। এইবোৰ মানুহে ধীৰ কাম পছন্দ নকৰে। ধীৰ কাম কৰিবলৈ লোৱাবোৰে কেইবা পুৰুষৰ আগতে খেতি বা আন বৃত্তি গ্ৰহণ কৰি বিভিন্ন খেতিয়ক বা বৃত্তিমূলক জাতত পৰিণত হ'ল। এনে জাত গঠনৰ সম্ভাৱনাও আজিকালি দিনক দিনে টুটি আহিছে। এতিয়া জনজাতিসকলে গাইগুটীয়াভাৱে সৰ্বহাৰা কৃষি বনুৱাৰ শ্ৰেণীত অন্তৰ্ভুক্ত হ'ব লগাত পৰিছে।

যে কোনো এক বিশেষ ( ভিন্নতাসূচক ) পৰ্যায়ত, এনে কিছুমান স্তৰ ওলায়গৈ য'ত কোনো প্ৰকাৰৰ ধাতুৰ হাতিয়াৰ ব্যৱহাৰ হোৱা দেখা নযায়। তথাপি ধাতুৰ যুগৰ স্তৰৰ তলতে আমি কিছুমান প্ৰাচীন বসতিৰ স্তৰ পাওঁহক,—এনেবোৰ স্তৰে মানুহে ব্যৱহাৰ কৰা শিলৰ হাতিয়াৰৰ সন্ধান দিয়ে। এই শিলৰ হাতিয়াৰবোৰ হ'ল,—স্ক্ৰেপাৰ, ক্ৰীভাৰ, হেণ্ড-এক্স বা হাত কোৰ, ছুৰীৰ ধৰণৰ কটাৰী, কাঁড়ৰ মুখ আৰু মাইক্ৰলিথ, অৱশ্যে এইবোৰ হাতিয়াৰ কামত ব্যৱহৃত হোৱাৰ স্পষ্ট প্ৰমাণ পোৱা সহজ নহয়। মানুহে এইবোৰ নিজ হাতে তৈয়াৰ কৰিছিল বুলি নিসন্দেহে বুজিব পাৰি। শিলৰ উপৰিও ভালেমান হাতিয়াৰৰ বাবে যে কাঠো ব্যৱহাৰ কৰা হৈছিল তাক ধৰা টান নহয়। কিছুমান এনে কাঁড়ৰ মুখ আৰু মাইক্ৰলিথ আছিল যিবোৰ কাঠৰ নালত খুউৱা কাচিৰ দাঁতৰ দৰে। কিছুমান হাতিয়াৰ কাঠৰ নিধানত বহুৰাই ( গম ) এঠাৰে যোৰা খুৱাই যুগ্ম হাৰ্পুন বা যাঠিৰ মুখ গঢ়া হৈছিল। এই পুৰাতাত্ত্বিক স্তৰবোৰৰ সম্পূৰ্ণৰূপে কাল[৩] নিৰ্ণয় কৰা সহজ নহয়, কিন্তু স্তৰবোৰে আমাৰ আগত বুৰঞ্জীৰ স্পষ্ট ক্ৰম দাঙি ধৰে। বিভিন্ন ঠাইত পোৱা এইবোৰ স্তৰৰ নিপুণ তুলনা কৰাই প্ৰাক্-বুৰঞ্জী অধ্যয়নৰ ঘাই পদ্ধতি।[৪] দুযোটা কৌশলকে পুৰা-তত্ত্বই গ্ৰহণ কৰিছে ভূতত্ত্বৰপৰা।

পুৰাতাত্ত্বিক খনন-কাৰ্যত আৱিষ্কৃত স্তৰবোৰৰ গতি যেনেকৈ ক্ৰমাৎ নিম্নাভিমুখী, সিহঁতৰ সংশ্লিষ্ট কালৰ গতিও তেনেকৈ ক্ৰমাৎ অতীতমুখী। এনেকৈ ক্ৰমে মাটিৰ

৩ Dendrochronography (বৃক্ষৰ সহায়ত কালক্ৰমৰ পৰিমাপ বিজ্ঞান)ৰ অৰ্থ গছৰ আঙঠি চাই কাল-ক্ৰমৰ জোখ ল'ব পাৰি। উ'ই পকৱাৰ আক্ৰমণ আৰু বতৰৰ দোষত ভাৰতত এই কাম কৰা টান। কাৰ্বন—১৪ পদ্ধতিৰপৰা ভাল ফল পোৱা যায়, কিন্তু ই সিমান শুদ্ধ লেখ দিব নোৱাৰে। তদুপৰি পৰীক্ষামূলক এটম্ বোমাৰ বিস্ফোৰণে বতাহ কলুষিত কৰি পেলোৱাত এই কাম কৰাও টান হৈ পৰিছে।

৪. হেনৰি ফ্ৰেঙ্কফৰ্টৰ 'Studies in Pottery of the Near East', ( R Anthr. Inst. London, occasional papers 6 (1925) 8 (1927)। এওঁৱেই মেচোপটেমিয়াৰ অধুনাৱীকৃত কুমাৰ বৃত্তিৰ ঐতিহাসিক নিৰ্দেশক (Index) তৈয়াৰ কৰে। R. E. M. Wheeler এ ১৯৪৫ চনত এৰিকেমেডুত খনন কাৰ্য কৰাৰ পিছত সেই পদ্ধতি ভাৰতত প্ৰয়োগ কৰা সম্ভৱপৰ হয়। তেওঁ ভাৰতীয় মাটিৰ নিৰ্দিষ্ট স্তৰত ইটালীয় Arretine Pottery আৱিষ্কাৰ কৰে। মেচোপটেমিয়াৰ পুৰাতত্ত্ব জানিবৰ বাবে Seton Lloydৰ Foundation in the Dust ( Pelican books A 336) নামৰ গ্ৰন্থ পঢ়া ভাল। জাৰ্মো আৰু মেলেকাটত হোৱা খনন কাৰ্যত আৱিষ্কৃত বস্তুৰ লগত হাচুনাত পোৱা প্ৰাচীন বস্তুবোৰৰ মাজত সম্বন্ধ স্থাপন কৰাৰ ফলত কুমাৰ বৃত্তিৰ পূৰ্বৰ যুগৰপৰা অকৰ যুগৰ নাগৰিক সংস্কৃতিলৈকে প্ৰবাহিত মেচোপটেমিয়াৰ সংস্কৃতিৰ বিকাশৰ ধাৰা নিৰ্ধাৰণ কৰিব পৰা হৈছে।

তলৰ পিনে আৰু সময়ৰ ওলোটা মুখে গতি কৰিলে আমি একাদিক্ৰমে তাম্ৰ, লো, পিতল, তাম্ৰ-প্ৰস্তৰ, নব্যপ্ৰস্তৰ, মধ্যপ্ৰস্তৰ ( মেচোলিথিক ) আৰু আদি প্ৰস্তৰ-যুগ দেখা পাওঁহঁক। আদিতম স্তৰবোৰৰ শ্ৰেণী বিভাগ সদায় একে ধৰণৰ নহয়; তদুপৰি য়ুৰোপীয় সমাজৰ স্তৰ-বিভাগৰ ৰীতি ভাৰতবৰ্ষৰ স্তৰবিভাগত প্ৰয়োগ কৰা বিধেয় নহব। আদিতম যুগবোৰৰ কালো বৰ দীঘলীয়া। ভাৰতবৰ্ষত কুমাৰী-ভূমি বা আচল মাটি পৰ্যন্ত ব্যাপক আৰু প্ৰণালীবদ্ধ অনুসন্ধান কাৰ্য নকৰাৰ ফলত ইয়াৰ প্ৰাক্-ইতিহাসৰ চিত্ৰ আন দেশৰ প্ৰাগৈতিহাসিক বুৰঞ্জীৰ তুলনাত তথ্যহীন আৰু খেলিমেলিৰে ভৰা। তদুপৰি খনন-কাৰ্যত এনে কিছুমান সামাজিক অচলাৱস্থাৰ চিন দেখা যায়, যিবোৰৰ ব্যাখ্যা পাবলৈ নাই। কেতিয়াবা দেখা যায়, কিছুমান আদিম সংস্কৃতিয়ে অপেক্ষাকৃত উন্নত সংস্কৃতিৰ স্থান অধিকাৰ কৰিছে। আনহাতে অজ্ঞাত কাৰণত সৃষ্টি হোৱা কিছুমান মিশ্ৰিত ব্যৱস্থা বা সংস্কৃতিয়ে একোখন ঠাই পুনৰ অধিকাৰ কৰাও দেখা যায়। সম্পূৰ্ণ তথ্যপাতিৰ অল্পতা সদায় অনুভূত হয়, বিশেষকৈ যেতিয়া ভাৰতৰ দৰে বিৰাট আৰু অসংখ্য স্থানীয় বিশেষত্বেৰে পৰিপূৰ্ণ দেশৰ কথা বিবেচনা কৰা হয়।[৫] কেতিয়াবা কেইবাটাও যুগৰ উৎপাদন কৌশল ওপৰা-উপৰিকৈ একে ঠাইতে থকা দেখা যায়। ভাৰতৰ উপদ্বীপৰ অঞ্চলত তাম্ৰযুগ ক্ষণস্থায়ী আছিল। সম্ভৱতঃ এই অঞ্চলৰ বেছিভাগ ঠাইতে মানুহে প্ৰস্তৰ যুগৰপৰা পোনে পোনে লো-ৰ যুগলৈ গতি কৰিলে। ভাৰতৰ সাগৰাভিমুখী ত্ৰিভুজাকাৰ ভূখণ্ডৰ 'গ্ৰেনাইট' আৰু 'ট্ৰেপৰক'বোৰত আদিম হাতিয়াৰৰ বাবে প্ৰয়োজনীয় যথেষ্ট সমল পোৱা যায়। এই অঞ্চলৰপৰা এনবোৰ হাতিয়াৰ সৰহ পৰিমাণে সংগ্ৰহ কৰিব পাৰি। ইয়াৰ উপৰিও ধাৰৱাৰ জাতীয় বাহিৰ্স্তৰত পোৱা ধাতুৰ ডাঠ চামনিবোৰ লোৰ সুন্দৰ উহ। লো কেতিয়াবা ওপৰতে পোৱা যায়; কেতিয়াবা অলপ খানিব লাগে। এই লো এবুৱাই বা ফালি আনি কয়লাৰ জুইত

৫. Archaeology of India (1950) আৰু AI 19 নামৰ ভাৰত চৰকাৰৰ পৰিচয়মূলক পুস্তিকাত ইয়াৰ ভাল সমীক্ষা পাব। Ancient India ৰ (প্ৰথম ১১টা সংখ্যাতে এই গ্ৰন্থ লেখাৰ সময়লৈকে ওলাইছে) আধুনিক দৃষ্টিভঙ্গীৰে লেখা প্ৰবন্ধবোৰো মূল্যবান। Allchin ৰ (All India Oriental Confern, 1955) Neolithic Culture in India, a Re-survey of Evidence নামৰ প্ৰবন্ধত সকলো দৰকাৰী তথ্য-পাতি পোৱা যাব। ডাঃ আৰু মিছেছ এলচিনৰ লগত মই ভাবোদ্দীপক আলোচনা কৰি যথেষ্ট ফল পাইছিলো। তাৰ বাবে মই তেখেতসকলৰ ওচৰত কৃতজ্ঞ। তেওঁলোকেই মই লোটোৱা প্ৰস্তৰ যুগৰ হাতিয়াৰবোৰ পৰীক্ষা কৰি কিছুমান প্ৰাচীন পাৰিভাষিক শব্দ সংশোধন কৰি দিছিল।

শুকুৱাই হাতিয়াৰ বা পাত্ৰ কৰিব পাৰি। মহীশূৰৰ ভদ্ৰাৱতী আৰু চিপলুনৰ নিকটৱৰ্তী হেলভাকত আদিম পদ্ধতিত স্থানীয়ভাৱে তৈয়াৰ কৰা বাচন-বৰ্তন এতিয়াও কিনিবলৈ পোৱা যায়। হায়দৰাবাদৰ জনমপেটৰ[৬] আশে-পাশে বিৰাট কবৰ-ক্ষেত্ৰৰ কেইটামান কবৰ খানোতে ভাজেমানে শিলৰ শৱাধাৰ আৰু কবৰৰ লগত লোৰ হাতিয়াৰ পোৱা গৈছে। কোলাৰৰ সোণৰ খনিত প্ৰথম খনন-কাৰ্য আৰু হায়দৰাবাদৰ নিম্নশ্ৰেণিৰ সোণৰ খনিৰ কুঠৰীবোৰৰ কাম শিলৰ হাতিয়াৰৰ যুগতে আৰম্ভ হৈছিল।

উত্তৰ সিন্ধুৰ ৰোঢ়ি[৭] আদি ঠাইবোৰত শিলৰ বিচ্ছিন্ন টুকুৰাৰে ( flakes ) ভৰা বিস্তৃত ভূখণ্ড পোৱা যায়। পুৰণি কালত শিলৰ হাতিয়াৰ নিৰ্মাণ কৰাৰ প্ৰমাণ এইবোৰ ফ্লেকবপৰাই পোৱা যায়। শ্ৰম-বিভাজনৰ প্ৰমাণো ইয়াতে দিয়ে। সম্ভৱতঃ হাতিয়াৰ নিৰ্মাতাসকলে সেইবোৰ হাতিয়াৰ নিজে ব্যৱহাৰ নকৰি আন আৱশ্যকীয় বস্তুৰ লগত তাৰ বিনিময় কৰিছিল। মহীশূৰ[৮] ৰাজ্যত পোৱা পৰিত্যক্ত ভৰালসমূহ আৰু ঠিকভাৱে পতা প্ৰকাণ্ড পাতল অথচ থহটা চটাচট্ গ্ৰেনাইট শিলৰ মাজৰ গাতবোৰ ঐতিহাসিক কালতো ব্যৱহৃত হৈছিল যেন অনুমান হয়। সেইবোৰত এতিয়া শিলৰ হাতুৰী আৰু কাঁড়ৰ মূৰ পোৱা গলেও, সেই ভৰাল আৰু গাতবোৰ ধাতুৰ ব্যৱহাৰৰ যুগত নিৰ্মিত বুলি অনুমান কৰিব পাৰি। মহীশূৰলৈ যোৱা ৰাজপথৰ কাষত অৱস্থিত আৰু বাঙ্গালোৰৰপৰা ২৬ মাইল দূৰৈত বৃহদাকাৰৰ এখণ্ড গণ্ড-শিলাৰ আঁৰত থকা এটি গুহাত[৯] ডাঙৰ ডাঙৰ লোৰ শলা পোৱা গৈছে। এইবোৰ নিঃসন্দেহে উৎসৱাদিত ব্যৱহৃত হৈছিল।

---

৬. খাজা মহম্মদ আহমদৰ Preliminary Excavation at Prehistoric Sites near Janampet পঢ়ক। এই বিপৰ্টত তাৰিখ নাই। পাঠো সাৱধানেৰে প্ৰস্তুত কৰা হোৱা নাই। বিভিন্ন কলেজ আৰু বিশ্ববিদ্যালয়বোৰে কৰা কিছুমান প্ৰণালীহীন গৱেষণা দেখিলে দুখ লাগে। যিসকল পঢ়ুৱৈয়ে নিজে খনন কাৰ্য কৰিব খোজে তেওঁলোকে প্ৰথম L. Woolleyৰ Digging up the Past ( Palican A 4 ) আৰু Wheeler ৰ Archaeology from the Earth ( Pelican A 356 ) এই দুখন গ্ৰন্থ পঢ়া ভাল। পঢ়ুৱৈসকলে লগে লগে আধুনিক ভাৰতীয় কুমাৰ বিদ্যাৰ কৌশলৰ কথাও অধ্যয়ন কৰিব লাগিব।

৭. এই বিষয়ে ভালকৈ বৰ্ণিত হৈছে H. De Tera আৰু T. T. Palterson ৰ Studies in the Ice Age in India and Associated Human Cultures নামৰ গ্ৰন্থত। প্ৰাচীনতম স্থানবোৰৰ সমীক্ষা ইয়াত দিয়া হৈছে।

৮. বাঙ্গালোৰ-মাগড়ী পথত Mel Saacs নামৰ এজন খেতিয়কৰ নামত থকা কাৰ্য এখন দেখিছিলোঁ তাত এনে এটা পৰিত্যক্ত ভৰাল আছে।

৯. মোক পোন প্ৰথমতে খবৰ দিওঁতা ডঃ চি, ভি, নটৰাজনেই আচল গণ্ডশিলা চটা (boulder) দেখুৱাইছিল, কিন্তু গুহাটো মই পৰীক্ষা কৰা নাই। আন কিতাপতো তাৰ কথা পঢ়া নাই।

২'২ প্ৰস্তৰ যুগৰপৰা আৰম্ভ কৰি জনবহুল গঙ্গা অৱবাহিকা, পঞ্জাব আৰু উপদ্বীপৰ উপকূলবৰ্তী বসতি-অঞ্চলবোৰত কেনেদৰে ক্ৰমোন্নতি হৈছিল, তাৰ সাধাৰণ ক্ৰম-নিৰ্ধাৰণ কৰা আজিও সম্ভৱপৰ হোৱা নাই। এইবিলাক অঞ্চলৰ প্ৰত্যেকটোতে কেনেকৈ কিছুমান ( অভিনৱ বা আচহুৱা ) স্তৰৰ উল্লেখনীয় অনুপ্ৰবেশ ঘটিছে তাক পিছলৈ দেখুওৱা হ'ব। তথাপি ক'ব লাগিব ভাৰতবৰ্ষৰ সংস্কৃতিৰ ধাৰাবাহিকতা অসাধাৰণ। সমাজৰ ৰাজনৈতিক আৰু ধৰ্মতত্ত্বমূলক উৰ্ধ-গাঁথনিত মাজে মাজে ভয়ানক ভাঙন ধৰা সত্ত্বেও সেইবোৰ আচাৰ-অনুষ্ঠান আৰু ক্ৰিয়া-কাণ্ড অৱশিষ্ট ৰূপে সুদীৰ্ঘকাল বৰ্তি থকাত বাধা দিব পৰা নাই। স্বীকৃত ব্ৰাহ্মণ্য শাস্ত্ৰত এইবোৰ অৱশিষ্ট অনুষ্ঠানৰ মূল বিচাৰি পাবলৈ টান, গতিকে সেইবোৰ মানৱ সমাজৰ আদিতম স্তৰত উদ্ভৱ হৈছে বুলি ধৰিব লাগিব। তদুপৰি হিন্দুশাস্ত্ৰ আৰু বিশেষকৈ ব্ৰাহ্মণ্য প্ৰসিদ্ধিত পবিত্ৰ বুলি বিবেচিত ভালেমান অনুষ্ঠান মূলতে স্থানীয় অব্ৰাহ্মণ পূজা-পাতলৰপৰা সংগ্ৰহ কৰা বুলি ধৰিব পাৰি। গতিকে পাৰস্পৰিক সংমিশ্ৰণৰ প্ৰৱাহ এটি আদি যুগৰেপৰা চলি আহিছে আৰু এইটোৱেই ভাৰতৰ অপূৰ্ব বৈশিষ্ট্য। যিবোৰ মানুহে সংস্কৃত উপাসনা-মূলক ( liturgical ) শাস্ত্ৰবোৰক গৱেষণাৰ ভেটি কৰি লৈ লিখিত গ্ৰন্থৰ সহায়ত আদিম যুগৰপৰা আধুনিক যুগলৈকে অৰ্ধ-ঐতিহাসিক আধাৰত কাল্পনিক কালক্ৰম প্ৰস্তুত কৰে, সেইবোৰ মানুহে এই সত্য সম্পূৰ্ণৰূপে এৰাই চলে। এওঁলোকৰ 'যুক্তিয়ে এটা কথা ঢুকি নাপায়। উচ্চশ্ৰেণী আৰু ব্ৰাহ্মণ পুৰোহিতসকলে যিবোৰ পূজা-পাতল বা ক্ৰিয়ানুষ্ঠানক বিশুদ্ধ বুলি গ্ৰহণ কৰিছে, সেইবোৰৰ প্ৰতি বাইজৰ বেছিভাগেই বিশেষ আগ্ৰহ নদৰ্শায়।

ছেগা-চোৰোগাকৈ কৰা শিলৰ হাতিয়াৰৰ ব্যৱহাৰেই এখন শ্ৰেণীহীন সমাজৰ অৱস্থানৰ কথা নুসূচায়। বিশেষকৈ ভাৰতবৰ্ষৰ দৰে বহুকুলীয়া অনুষ্ঠানৰ অৱশেষেৰে পৰিপূৰ্ণ দেশত এনে কথা নেখাটে। ইংলণ্ডৰ বুৰঞ্জী পঢ়িলে দেখা যায় হেষ্টিংছৰ যুদ্ধত কেইজনমান চেক্সনে শিলৰ কুঠাৰ ব্যৱহাৰ কৰিছিল। মেক্সিকো, গুৱাটেমালা, পেৰু আদি দেশত বিদেশী অধিকাৰৰ পূৰ্বতে সজা প্ৰকাণ্ড স্তম্ভবোৰ সৰ্ববৃহৎ মিচৰীয় পিৰামিডবোৰ সজাৰ দৰেই শিলৰ হাতিয়াৰেৰে সজা হৈছিল ; কিন্তু সেই কালতো মানুহে তামৰ কথা জানিছিল আৰু প্ৰভূত পৰিমাণে সোণ শোধন কৰি তাক সংগ্ৰহ কৰিছিল। দক্ষিণ আমেৰিকাৰ ভালেমান সমাজত নাঙলৰ খেতি প্ৰৱৰ্তিত নোহোৱা সময়তো পৰ্বাদিৰ জটিল পঞ্জিকা, ব্যাপক নৰবলি প্ৰথা, বনুৱা আৰু সম্ভ্ৰান্ত শ্ৰেণীবিশিষ্ট সামাজিক বিভাগ আৰু ন-ৰাজ্য অধিকাৰৰ বাবে যুদ্ধাদিৰ প্ৰচলন আছিল। সমাজখন যি কোনো স্তৰতে নেথাকক কিয়, তাক সম্পূৰ্ণৰূপে চিনি পোৱাটোহে বৰ আৱশ্যকীয়

কথা। এখন দেশৰ ভিতৰৰ বিচ্ছিন্ন দুই এখন জনজাতীয় অথবা পশু-পালনধৰ্মী গাৱঁৰ দ্বাৰা ব্যৱহৃত হাতিয়াৰৰ অধ্যয়নৰ ওপৰতে অকল মনোনিবেশ কৰাতকৈ দেশৰ সামগ্ৰিক পৰিস্থিতিটো উপলব্ধি কৰাটোহে উচিত কাম হ'ব,—বিশেষকৈ যেতিয়া সেই গাওঁবোৰৰ কেউদাঁতিয়ে থকা অঞ্চলবোৰৰ বুৰঞ্জী ( পাঠ্যপুথিৰ অৰ্থত ) জনা থাকে। প্ৰকৃতপক্ষে বুৰঞ্জী চালে দেখা পাওঁ, যেতিয়া পঞ্জাৱত নাগৰিক সভ্যতাৰ উত্থান-পতন ঘটিছে, গঙ্গা অৱবাহিকাত ডাঙৰ সাম্ৰাজ্য গঠিত হৈছে, আৰু উচ্চ পৰ্যায়ৰ ধৰ্মতত্ত্ব-মূলক তৰ্ক-বিতৰ্ক আৰম্ভ হৈছে সেই সময়ত ভাৰতীয় উপদ্বীপত আদিম সমাজৰহে পয়োভৰ। সেইকাৰণে আমি এই প্ৰাচীন সমাজবোৰৰ ( উৎপাদনৰ আহিলাৰ সহায়ত এইবোৰৰ প্ৰাচীনত্ব নিৰ্ধাৰণ কৰা হৈছে ) কেনে ধৰণৰ প্ৰাক্-শ্ৰেণীযুগীয় সামাজিক সংগঠন আছিল তাৰ কথা বিবেচনা কৰিম। সেই প্ৰাচীন সমাজবোৰৰ সামাজিক সংগঠনৰ অৱশেষ তুলনামূলকভাৱে অনুন্নত গোটবোৰত এতিয়াও দেখা যায় আৰু এইবোৰে প্ৰতিষ্ঠিত হিন্দুধৰ্মৰ ওপৰতো প্ৰভাৱ পেলাইছে।

প্ৰাক্-শ্ৰেণী যুগৰ সমাজ ( অৰ্থাৎ যেতিয়াৰপৰা একপ্ৰকাৰ সমাজৰ আৰম্ভ হৈছে বুলি ক'ব পাৰি ) জনজাতীয় ভেটিত সংগঠিত হৈছিল। তেতিয়া জন্মৰ বলত কোনো ব্যক্তিয়েই সমাজৰ পূৰ্ণ সদস্য পদ পাব নোৱাৰিছিল। বুজন হোৱাৰ লগে লগে প্ৰত্যেক সদস্যই সমাজ-ভুক্তিৰ অৰ্থে দীক্ষা বা শৰণ ল'ব লাগিছিল। প্ৰত্যেক সদস্যৰ মানত সমাজৰ আৰম্ভণি আৰু সমাপ্তি সেই জনজাতিৰ গণ্ডীৰ ভিতৰতে আৱদ্ধ। অন্য জাতিৰ লোকক মানুহ বুলি সাধাৰণতে গণ্য কৰা নহয়। ক্ষেত্ৰবিশেষে আচহুৱা লোকক মৰা বা ডকাইতি কৰাটোকো অপৰাধ বুলি ধৰা নহৈছিল কিন্তু জনজাতিৰ ভিতৰত কোনোবাই কাৰোবাক হত্যা কৰিলে তাক অপৰাধ বুলি ধৰা হয়। অৱশ্যে বিদেশীকো সমাজৰ পূৰ্ণ স্বত্ব প্ৰদান কৰি জনজাতিৰ সদস্য ভুক্ত কৰিব পৰা নিয়ম আছিল। প্ৰত্যেক জনজাতিয়েই নিজৰ গোত্ৰৰ ভিতৰত বিবাহ নকৰোৱা কিছুমান গোষ্ঠী বা বংশত বিভক্ত আছিল। আজিকালি আমি যাক পৰিয়াল বোলোঁ, তেনে পৰিয়ালকে তেতিয়া গোট বুলিছিল। খাদ্যৰ অনাটনৰ কালত একোটা বংশক দহ বা বাৰ ঘৰমান মানুহৰ কিছুমান খাদ্য-সংগ্ৰহকাৰী গোটত বিভক্ত কৰা হৈছিল। আদিতে প্ৰত্যেকটি বংশই কিবা এটা নিৰ্দিষ্ট খাদ্য-বস্তু সংগ্ৰহৰ জ্ঞান আয়ত্ত কৰিছিল আৰু সেই বংশই সেই খোৱা বস্তুটোক সাৰ বস্তু বুলি গণ্য কৰিছিল। এই সাৰ বস্তুটিৰ সৈতে বংশটিয়ে বিশেষ একত্বৰ ভাব অনুভৱ কৰিছিল। এই খাদ্য বস্তুটি হয় জন্তু, নহয় পোক, নহয় খোৱা ফল। সেইকাৰণেই প্ৰত্যেক জনজাতিৰেই সাধাৰণতে গছ বা জন্তুৰ একোটি 'টোটেম'

আছিল। উৎপন্ন খাদ্য-বস্তুৰ বিনিময়ৰ ভেটিতেই কেইবাটাও বংশ গোট খাই একোটা জনজাতিত পৰিণত হৈছিল। অৱশ্যে কেতিয়াবা একোটা জনজাতি কেইবাটাও গোষ্ঠী বা বংশত বিভক্ত হৈছিল যদিও, সাধাৰণভাৱে সবু গোটবিলাক একত্ৰিত হৈ ডাঙৰ গোট গঠন কৰাটোৱেই নিয়ম আছিল। এই কালত প্ৰত্যেক বংশ বা গোষ্ঠীয়ে যিটো ফল বা জন্তুক 'টোটেম' বুলি জানিছিল তাক বংশৰ মানুহৰ নিষিদ্ধ খাদ্য অৰ্থাৎ 'টেবু' বুলি বিবেচনা কৰিছিল। অৱশ্যে কোনো বিশেষ উৎসৱ আদি হ'লে এই নিয়ম শিথিল হৈছিল। টোডা' উপজাতিবিলাকে অলপতে তেওঁলোকৰ মন্ত্ৰবোৰৰ সাল-সলনি কৰিছে। পূৰ্বতে এই মন্ত্ৰবোৰ ম'হ বলি দিয়া আৰু খোৱাৰ লগত সম্পৰ্কিত আছিল। আধুনিক কালত ভাৰতৰ ডাঙৰ 'টেবু' বা নিষিদ্ধ খাদ্য বস্তু হ'ল গো-মাংস। এই মাংস ভক্ষণ নিষিদ্ধ হয় পোন প্ৰথম পশুপালনৰ যুগত, তাৰ পিছত হিন্দুধৰ্মই তাক ধৰ্মৰ এটা প্ৰতিপাদ্য অঙ্গ বুলি গণ্য কৰি ল'লে। আজিকালি এই মাংস সম্পূৰ্ণৰূপে নিষিদ্ধ। সেই কালত বিভিন্ন গোষ্ঠী বা বংশবোৰৰ মাজত খাদ্য বস্তুৰ বিনিময়ৰ লগতে মানুহৰ বিনিময়ো ঘটিছিল। এই কালতে একে জনজাতিৰ বিভিন্ন সদস্য বা সদস্যসমূহৰ মাজত আদিম বিবাহো হৈছিল। বংশৰ বাহিৰত কিন্তু জনজাতিৰ ভিতৰত এনে ধৰণৰ বিবাহ পতা হৈছিল আৰু ইয়াৰ ফলতে বংশৰ গোটবোৰ ক্ৰমাৎ স্পষ্ট হৈ পৰিছিল। আদিম বিবাহবোৰ দলীয় বিবাহ আছিল। সেইদৰে প্ৰথম বংশবোৰ মাতৃতান্ত্ৰিক আছিল। মাকৰ ফালৰপৰাই বংশ নিৰ্ণয় আৰু উত্তৰাধিকাৰৰ ব্যৱস্থা কৰা হৈছিল। তেতিয়া পিতৃৰ বিশেষ মৰ্যাদা নাছিল আৰু তেওঁৰ প্ৰজননমূলক কৰ্ম নাছিল বুলিও সময়ত ভবা হৈছিল[১০]। দেশৰ যিবোৰ অংশত নাঙলৰ খেতিৰ প্ৰৱৰ্তন একেবাৰে শেহত হৈছিল, সেইবোৰ অংশত মাতৃতান্ত্ৰিক ব্যৱস্থা এতিয়াও বাচি আছে। ত্ৰিবাঙ্কুৰ কোচিনৰ এটি সম্প্ৰদায় আৰু আন আন কিছুমান জনজাতিৰ মাজত এনে ধৰণৰ ব্যৱস্থা আজিও দেখা যায়। ইয়াৰ কাৰণ আছে। আদিকালত ব্যক্তিয়ে সজা কিছুমান হাতিয়াৰৰ বাহিৰে সম্পত্তিৰ কোনো ধাৰণা নাছিল। ব্যক্তিয়ে নিৰ্মাণ কৰা

---

১০. এই তথ্যই ফ্ৰয়ডৰ 'টোটেম আৰু টেবু'ৰ তত্ত্ব ভুল বুলি প্ৰতিপন্ন কৰিব। জাতিতত্ত্ববিদৰ দিশৰপৰা এই তত্ত্ব স্বেচ্ছাচাৰমূলক যেন বোধ হয়। বি মেলিন'স্কিয়ে Dynamics of Cultural Change গ্ৰন্থত কৰা আলোচনাৰপৰা জনা যায় যে মাতৃতান্ত্ৰিক বা মাতৃকেন্দ্ৰী (matrilineal or matrilocal) সমাজত "ঈডীপাছ কম্প্লেক্স" আৰু তাৰ লগত সম্পৰ্কিত অবৈধ সঙ্গমৰ ইচ্ছা (Incest motives)ৰ ঠাইত আন মনোভাৱহে উদয় হয়। উদাহৰণ স্বৰূপে ক'ব পাৰি যে বাপেকৰ ঠাইত যে মোমায়েকে ঘৰ আৰু সম্পত্তি-সন্ততিৰ কৰ্তৃত্ব পালে মনোভাব সলনি হ'ব।

এই হাতিয়াৰবোৰক মানুহে নিজৰ ব্যক্তিত্বৰ এক প্ৰকাৰ বিস্তাৰ ( mana ) বুলি গণ্য কৰিছিল। তেতিয়া মাটিৰ ধাৰণা কৰা হৈছিল প্ৰান্ত ( অঞ্চল ) হিচাপে। মানুহে তেতিয়া ইয়াক সম্পত্তি বুলি গণ্য কৰা নাছিল। যিবোৰ চিকাৰৰ বস্তু বা খাদ্য-সামগ্ৰী তেওঁলোকে সংগ্ৰহ কৰিছিল, সেইবোৰ সকলোৱে ভগাই লৈছিল। আদিতে শ্ৰম বিভাজন আৰম্ভ হৈছিল মুনিহ আৰু তিৰোতাৰ ভিতৰত। তিৰোতাবোৰেই প্ৰথম কুমাৰ, পাচী সাজোঁতা আৰু খেতিয়ক। তেতিয়া খেতিৰ বাবে কোৰ[১১] অথবা খনন শাবি ( digging stick ) ব্যৱহৃত হৈছিল। বস্তু থ'বৰ বাবে যেনেকৈ কলহ আৰু পাচী সজা হৈছিল, ঠিক তেনেকৈ চাউল আদি বস্তু লেখৰ খাদ্য হৈ উঠাৰ লগে লগে সেইবোৰ বনা-খুন্দা কৰিবলৈ হাতৰ কল বা পতাৰ ( quern ) প্ৰচলন হৈছিল, কিন্তু শস্য অকল সংগ্ৰহ কৰা বস্তুৱেই নহয়, ইয়াক উৎপন্নও কৰিব লাগে। কালক্ৰমত যেতিয়া মতা মানুহৰ কাৰণে বিশেষ সম্পত্তি ৰখা প্ৰথাৰ উদ্ভৱ হ'ল, তেতিয়া লাহে লাহে তিৰোতাৰ ঠাইত মুনিহৰ প্ৰাধান্য আৰম্ভ হ'ল। সেই সময়ত সম্পত্তি বুলিলে সাধাৰণতে গো-সম্পত্তিকে বুজাইছিল। গো-পালন আৰম্ভ কৰাৰ প্ৰথম উদ্দেশ্য আছিল গো-মাংস ভক্ষণ। তাৰ পিছতে গৰুৰ ছাল আৰু দুগ্ধজাত বস্তুৰ কাৰণে গো পালন কৰা হয় আৰু সময়ত এইবোৰ বস্তুৱেই বিনিময়ৰ দ্ৰব্য হৈ পৰেগৈ। সদৌ শেষত গৰুক খেতি আৰু পৰিবহনৰ শক্তি স্বৰূপে গ্ৰহণ কৰা হ'ল। এই বিৱৰ্তনৰ কালছোৱাতে মানুহে নিজৰ পৰিবেশ আয়ত্ত কৰি লাহে লাহে অধিক দক্ষতাৰে জীৱন ধাৰণ কৰিবলৈ শিক্ষা পালে. এই কালছোৱাতে উৎপাদনকাৰী ব্যক্তিজনে শ্ৰমৰ দ্বাৰা নিজৰ প্ৰয়োজনতকৈ অতিৰিক্ত ৰাহি দ্ৰব্য উৎপন্ন কৰিবলৈ ধৰিলে। লাহে লাহে পিতৃ তন্ত্ৰ, ব্যক্তিগত সম্পত্তি আৰু শ্ৰেণী বিভাজনৰ উদ্ভৱ সম্ভৱপৰ হৈ উঠিল, অৱশ্যে

---

১১. গোৱাৰ ঘন বসতি প্ৰধান ঠাই ৰৰডেজৰ তিৰোতাসকলে এতিয়াও কেৰেৰে সৰু সৰু পথাৰত খেতি কৰে; বিশেষকৈ যিবোৰ পথাৰত ডাঙ্গৰীয়া নাঙলেৰে খেতি কৰিলে লাভ নহয়, সেইবোৰত। এনে ক্ষেত্ৰত মতা মানুহবোৰ ধন ঘটিবলৈ বাহিৰলৈ যায় আৰু বাহিৰৰপৰা ঘৰলৈ ধন পঠিয়ায়। সেই কাৰণে কোৰৰ খেতি আগৰেপৰা চলি অহা অভ্যাস বুলিব নোৱাৰি। ই প্ৰত্যাগমনহে। আনহাতে গোৱাৰ কাষৰীয়া পাৰ্বত্য অঞ্চলত এতিয়াও ঝুমৰ ( Slash and burn agriculture ) খেতি হয়। তাত হাবি পুৰি তাৰে মাটি সাফৰা কৰি কোৰেৰে চপিয়াই দিয়া হয়। তাৰ পিছত তাত 'নাচনী' নামৰ শস্য (Elusine Coracaña) বোৱা হয়। এই ধৰণৰ পৰিষ্কাৰ কৰা আৰু বোৱা পদ্ধতিৰে কৰা ঝুমৰ খেতিৰ পথাৰ দুই-এবছৰতে এৰি দিব লগা হয়; কাৰণ মাটিৰ সাৰ ক্ৰমাৎ কমি যায়। স্থানীয় আদিবাসী 'গাৱদাস' সকলে এই পদ্ধতিত খেতি কৰে। এওঁলোকৰ ভিতৰৰপৰা কিছুলোক আন ঠাইত গৈ কৃষি বনুৱা হৈছেগৈ আৰু কিছুমানে শেহতীয়া পদ্ধতিত হাল বাই আৰু খেতি কৰিবও জনা হৈছে।

এইবোৰ অনুষ্ঠানৰ বিকাশ প্ৰত্যেক ক্ষেত্ৰতে অৱশ্যম্ভাৱী আছিল বুলি ক'ব নোৱাৰি। এজন দাসে গৰুও ৰাখিব পাৰিছিল, হালো বাব পাৰিছিল ; কিন্তু দাস প্ৰথাই যুঁজ-বাগৰৰ কথাও বুজায়। এনে যুঁজ-বাগৰ নাইবা মাছ মৰা আদি কামত ব্যৱহৃত কাঁড় আৰু হাৰ্পুন আন মানুহৰ বিৰুদ্ধে প্ৰয়োগ কৰা হৈছিল। তাম, পিতল আদি ধাতুৰ ব্যৱহাৰ হোৱাৰ সময়ত উক্ত বিবৰ্তনৰ প্ৰবাহ খৰ হবলৈ ধৰিলে, কিয়নো এই ধাতুবোৰ আপুৰুগীয়া হোৱা হেতুকে ক্ষত্ৰিয় অৰ্থাৎ অভিজাত অথবা ভ-ডাঙৰীয়া শ্ৰেণীৰ একচেতীয়া অধিকাৰত নবল। লোৰ ব্যৱহাৰৰ লগে লগে ধাতু সুলভ হ'ল, খেতি বাঢ়িল, কিন্তু কঠোৰ শ্ৰম কৰা সৰহ ভাগ মানুহৰ সহায়ত কামৰ প্ৰয়োজনৰপৰা মুক্ত পৰিশ্ৰমৰহিত এমুঠি লোক বাঁতিবলৈ ধৰিলে। এই কাৰণেই লোহ যুগ বুলিলে তিক্ত অভিজ্ঞতাৰ কথা মনলৈ আহে। নিয়মিত খেতি আৰম্ভ হোৱাৰ লগে লগে পূৰ্বতে জুম ( slash and burn ) পদ্ধতিৰে চহোৱাৰ ফলত ক্ৰমাৎ অসাবুৱা হৈ যোৱা মাটি গৰুৰ গোবৰেৰে সোনকালে সাবুৱা কৰাৰ ব্যৱস্থা কৰা হ'ল। ইয়াৰ লগে লগে মাটিৰ স্থায়ী অধিকাৰৰ প্ৰথা সাধাৰণভাৱে প্ৰচলিত হবলৈ ধৰিলে আৰু এইদৰেই মাটিত প্ৰথম ব্যক্তিগত সম্পত্তিৰ উদ্ভৱ হ'বলৈ ধৰিলে। অৱশ্যে খাদ্য-দৰৱ উৎপন্ন কৰাৰ নতুন পদ্ধতি সকলো ঠাইতে ব্যাপকভাৱে প্ৰচলিত নহলে একোখন সমাজত মিশ্ৰিত উৎপাদন প্ৰথা থাকি যাব পাৰে। এটা উদাহৰণ দিব পাৰি। বাণ্টু উপজাতিৰ মাজত মুনিহে গো-সম্পত্তি উপভোগ কৰে, আৰু গো-পালন কৰে, কিন্তু তিৰোতাই মাটিৰ সম্পত্তি পায। সৌ সিদিনালৈকে তাত মাইকী মানুহেই গধুৰ খনন-মাৰিৰ সহায়ত খেতিও কৰিছিল।

শ্ৰেণী-গঠন হোৱাৰ পূৰ্বেই সমাজত পূজা-পাতল আৰু বলি-দানৰ ( যাগ-যজ্ঞ ) ধাৰণা প্ৰচলিত হয। নিজৰ যুক্তি আৰু কাৰিকৰী শক্তিৰ আয়ত্তৰ বাহিৰৰ ৰহস্যময় পৰিবেশ নিয়ন্ত্ৰণ কৰাৰ চেষ্টাৰ ফল স্বৰূপেই এইবোৰ ধাৰণাৰ জন্ম হয়। চিকাৰৰ জন্তুক অনুকৰণ কৰিলে চিকাৰৰ কৌশল বেছি ভালকৈ আয়ত্ত কৰিব পাৰি, এই-বিলাকেই জন্তুক নিয়ন্ত্ৰণ কৰাৰ যাদুকাৰ্য বুলি পৰিগণিত হ'বলৈ ধৰিলে। আমাৰ দেশৰ গুহাবোৰত ( মধ্য ভাৰতৰ মিৰ্জাপুৰত ) যিবোৰ চিকাৰৰ দৃশ্য দেখা যায়, সেইবোৰক নথি ( records ) বুলিব নোৱাৰি, প্ৰকৃতপক্ষে অধিক জন্তু বধ কৰি চিকাৰৰ সংখ্যা বঢ়োৱাৰ অৰ্থে কৰা যাদু বুলিহে ক'ব পাৰি। এনেকৈয়ে ধৰ্ম, নৃত্য, অঙ্কন কলা ( graphic art ) কবিতা আৰু সঙ্গীতৰো জন্ম হয়। আদি প্ৰস্তৰ যুগতে মানুহে জুইৰ ব্যৱহাৰ কৰা যেন বোধ হয় ; কিন্তু জুই জ্বলোৱা, তাক নিয়ন্ত্ৰণ কৰা আৰু ৰখোৱা বৰ টান কাম আছিল। গতিকে তাৰ কাৰণে বলিদানৰ ব্যৱস্থা

আছিল আৰু দেৱতাৰ ব্যৱহাৰৰ বাবে কুমাৰীও উছৰ্গা কৰা হৈছিল। বলিদানৰ মূল ধাৰণা কি আছিল ক'ব নোৱাৰি, কিন্তু আদিম মানুহে (নিজ নিজ ধৰণে) এই বুলি ভাবিবলৈ লৈছিল যে আগবছৰ নেখাই থৈ দিয়া জন্তুৰ পীৰাটোৱে চলিত বছৰত খোৱা জন্তু এটাৰ জন্ম দিয়ে, সেইদৰে আগবছৰ নেখাই পেলাই দিয়া শকত গুটিয়ে পিছৰ বছৰত শস্যৰ জন্ম দিয়ে. এতেকে প্ৰণালীবদ্ধ কৃষি-কাৰ্য আৰু পশু উৎপাদন বা পালনৰ যাদুৰ্জনিত পূৰ্বৰূপ এই বলিদানতে আছে। এনে ধৰণৰ অনুষ্ঠানৰ ভিতৰত আঙুলি কটা, ক্ষুদ্ৰ কৰতেৰে (trephine) লাওখোলাৰ হাড় ফুটাই উলিওৱা আৰু নৰবলি দিয়া আদি প্ৰথা কিয় জড়িত হবলৈ পালে তাক জনা নেযায়. কিন্তু এইবিলাকৰ মূলতে যে তেজৰ যাদুশক্তিৰ ওপৰত থকা বিশ্বাসৰ ভাৱ আছে তাক সকলোৱে স্বীকাৰ কৰে। এনে ধৰণৰ 'ফাৰ্টাইলিটি ৰাইট' বা সাৰুৱাকৰণ উৎসৱৰ লগত যিবোৰ উত্তেজনাকৰ অনুষ্ঠান অনুষ্ঠিত হৈছিল সেইবোৰক এতিয়া অমাৰ্জিত কাৰ্যোন্মাদনা যেন অনুমান হয়। সামান্য আহাৰেৰে অনিশ্চিত উকা জীৱন-নিৰ্বাহৰ কালত শুনে ধৰণৰ অনুষ্ঠান নিশ্চয় অতি কঠোৰ আছিল যদিও সেইবোৰৰ সংকল্প আছিল প্ৰকৃতিৰ সহানুভূতি উদ্ৰেক কৰি নৱজন্মৰ বাবে তাক উদ্বুদ্ধ কৰা। প্ৰস্তৰ-যুগত যুৰোপৰ মানুহে টিঙিৰি-তুলাৰ (flint) বৃদ্ধিৰ অৰ্থে ফাৰ্টাইলিটি উৎসৱ কৰাৰ নিদৰ্শন আবিষ্কাৰ কৰাটো আজিৰ দিনত হাঁহি উঠা কথা যেন বোধ হয়। দেৱী-পূজা আৰু চন্দ্ৰ-পূজাৰ (চন্দ্ৰৰ মাহেকীয়া কালৰ লগত তিৰোতাৰ ঋতু-কালৰ সাদৃশ্য আছে) প্ৰচলনৰ লগতে ৰজস্বলা হোৱা কাৰ্যৰ প্ৰতি এটি ৰহস্যজনক ভীতিৰো উদ্ভৱ হৈছিল। ভাৰতৰ গাওঁবোৰত ৰজস্বলা নাৰীক বা নাৰীৰ বস্ত্ৰক পুৰুষে স্পৰ্শ কৰাটোও টেবু, আনকি হঠাতে স্পৰ্শ কৰাও নিষিদ্ধ। এই নিয়ম ভাৰতত ব্যাপকভাৱে প্ৰচলিত। সেই আদিতম ফাৰ্টাইলিটি অনুষ্ঠান-বোৰ কালক্ৰমত উন্নীত হৈ লিপিবদ্ধ ৰহস্যময় পন্থাত পৰিণত হলেও তাৰ লগত বিধিত হুবহুভাৱে বৰ্ণিত অমাৰ্জিত অশ্লীল আৰু আনকি ভয়ানক পূজা পাতলাদি সূক্ষ্ম ক্ৰিয়াবোৰো অঙ্গীভূত হ'ল আৰু সেই ৰহস্যময় পন্থাই এতিয়া প্ৰচলিত তান্ত্ৰিক অনুষ্ঠানবোৰত বাচি আছে। সিমান গুৰুত্বপূৰ্ণ নহলেও দ্বিতীয় এলানি পূজা-পাতল মৃত্যুৰ লৈতে জড়িত. ইয়াত মৃত্যুৰ অৰ্থ সুদীৰ্ঘ সুপ্তি, অথবা বসুমতী আইৰ গৰ্ভলৈ প্ৰত্যাৱৰ্তন, শৱ সংস্কাৰ প্ৰথাত এইবোৰ ভাব প্ৰকাশ পায়। Crouched Burialৰ উৎপত্তি ধৰিবলৈ টান। আদিম মানুহে উম পাবৰ কাৰণে কুচি-মুচি শুইছিল, সেই আদিম মানুহৰ দুখীয়া সতি-সন্ততিয়ে এই অভ্যাস মানি চলি অহা দেখা গৈছে। কলহৰ সহায়েৰে শৱ-সংস্কাৰ কৰাৰ অৰ্থ গৰ্ভলৈ প্ৰত্যাৱৰ্তন। খনিজ

দ্ৰব্যৰ শোধন প্ৰণালী আবিষ্কাৰ হোৱাৰ পিছত দেহৰ নশ্বৰ আৰু অপবিত্ৰ মাংসৰ অংশ দহন কৰি শব-দাহ কৰাৰ নিয়ম হ'ল। অৱশিষ্ট অস্থিখিনি পাত্ৰত ভৰাই মাটিত পোতা হয় অথবা আধুনিক কালৰ দৰে সেইবোৰ পৱিত্ৰ নদীত সমৰ্পণ কৰা হয়। বুৰঞ্জীলেখকৰ বাবে এইবোৰ তথ্যৰ আৱশ্যকতা তেতিয়াহে হয়, যেতিয়া এই প্ৰাচীন সংস্কৃতিবোৰত উৎপাদনৰ হাতিয়াৰ আৰু উৎপাদনৰ সম্পৰ্ক কেনে আছিল তাক আবিষ্কাৰ কৰিবলৈ পুৰাতত্ত্ব আৰু জাতিতত্ত্বৰ সহায়ত তথ্যপাতিৰ সমন্বয় সাধন কৰিব পৰা যায়। পিছৰ শ্ৰেণী-সমাজবোৰত পূজা-পাতল আৰু প্ৰথাৰ কেৱল ভেলটোহে পোৱা যায় কাৰণ, নতুন কালত সেইবোৰৰ অন্তৰ্নিহিত বিষয়-বস্তু সম্পূৰ্ণ বেলেগ হৈ পৰিল। সাধাৰণতে স্থায়ী উৎপাদনধৰ্মী সমাজত এনেবোৰ কাৰ্যই পুৰোহিত শ্ৰেণীৰ আয়ৰ বাট মোকোলায়। পুৰোহিতসকলে কেতবোৰ পূজা-পাতল অনুষ্ঠান আৱশ্যকীয় বুলি কয়। দকৈ গমি চালে দেখা যায় পূজা-পাতলৰ এনেকুৱা বোজাই পৰৱৰ্তী সমাজক পঙ্গু কৰি পেলায়, নতুন আবিষ্কাৰৰ পথ ৰোধে, আৰু শ্ৰেণী-ব্যৱস্থা সমন্বিতে স্থিতিশীল অৱস্থাকে বাহাল কৰি ৰাখে। এই কাৰণেই কিছুমান মানুহৰ সমাজ এতিয়াও খাদ্য-সংগ্ৰহকাৰী স্তৰতে থেৰেহা মাৰি আছে। আদিম ব্যৱস্থাত পিতৃ-তান্ত্ৰিক গোটবোৰৰ বাবে পুৰোহিতজন হয় জনজাতীয় মুৰব্বী, বংশৰ বুঢ়া নহয় একান্ত ভক্ত অথবা চিকিৎসক আছিল। মাতৃ-তান্ত্ৰিক সমাজত ভগৱতী স্বৰূপা মুখ্য পুৰোহিতনীগৰাকী বা ভগিনী সংঘৰ কোনো এগৰাকীয়ে উক্ত বিষয় ভোগ কৰে।

২.৩ প্ৰাচীন জনজাতীয় সমাজৰ কিছুমান দৃশ্যমান অৱশিষ্ট ভাৰতত এতিয়াও আছে। দাঁতি-কাষৰীয়া আৰু পিছ পৰা অঞ্চলবোৰত দেখা পোৱা এই অৱশিষ্টসমূহে খন্তেকীয়া দৰ্শকক সদায় অভিভূত কৰে। ক্ষুদ্ৰ ৰাজ্য অসমত অতি কমেও ১৭৫টা মান ভাষা আৰু দোৱান আছে। একো একোটি ক্ষুদ্ৰ জনজাতীয় গোটে একোটি দোৱান কয় আৰু প্ৰত্যেকটো গোটেই নিজ নিজ প্ৰথা আৰু সমাজ সংৰক্ষণ কৰি আছিছে। তাৰে ভিতৰত নগা, আবৰ, গাৰো আদি জনজাতিৰ বিষয়ে জাতিতত্ত্ববিদ সকলে অধ্যয়ন কৰিছে, কেইটামান জনজাতিয়ে এতিয়া আত্মনিয়ন্ত্ৰণৰ অধিকাৰ দাবী কৰিছে। কিছুমান জনজাতিৰ মাজত মূৰ কটা প্ৰথা বৰ্তমান। আন কেতবোৰ সমাজত তাৰুৱীয়া খেতিৰ লগতে পশু পালনৰ ব্যৱস্থা একেলগে থকা দেখা যায়। মধ্য অঞ্চল আৰু উপকূল অঞ্চলৰ ( নীলগিৰি আৰু মালৱাৰ পৰ্যন্ত ) হাবি বননিত অন্য ধৰণৰ জনজাতীয় গোটো পোৱা যায়। এওঁলোক হ'ল, মুণ্ডা, ওৰাওঁ ভিল, টোডা, কাডাৰ আদি জনজাতিসমূহ। এইবিলাক মানুহ এতিয়া শান্তিপ্ৰিয়।

চাওঁতাল আৰু ভিলসকলৰ দৰে দুৰ্দান্ত জনজাতিবোৰক ভালেমান দিনৰ আগতে উন্নত অস্ত্ৰ-শস্ত্ৰৰ সহায়েৰে দমন কৰা হ'ল। এইবিলাক জনজাতীয় গোট জীৱন্ত 'ফচিল'ৰ দৰে থকাৰ কাৰণ হ'ল সময় মতে ইহঁতে নিয়মিত খাদ্য উৎপাদনত আত্ম-নিয়োগ নকৰিলে আৰু ওচৰ-চুবুৰীয়া উন্নত সমাজৰ উৎপাদনৰ ব্যৱস্থা গ্ৰহণ কৰি তাৰ ব্যৱহাৰ কৰিবলৈ ৰাজী নহ'ল। এইবোৰ জনজাতিয়ে উৰ্ধ-গীৰ্থনিৰ আদিম বাহ্যিক ৰূপবোৰকে গ্ৰহণ কৰি প্ৰাচীন খাদ্য-সংগ্ৰহৰ আধাৰতে জীৱন-যাপন কৰে। কু-সংস্কাৰবোৰে এওঁলোকক প্ৰাচীন জীৱনৰ সৈতে একত্ৰিত কৰি ৰাখিছে, কিন্তু একমাত্ৰ এই গভীৰ অৰণ্য অঞ্চলসমূহতহে এনে জনজাতীয় সমাজৰ চিন-মোকাম পোৱা যায়। প্ৰত্যেক অঞ্চলতে ( আনকি উন্নত নগৰবোৰৰ উপকণ্ঠতো ) জন-জাতীয় ক্ষুদ্ৰ দল কিছুমানে যিমান দূৰ সম্ভব প্ৰাচীন সংস্কাৰ ৰক্ষা কৰি, পুলিচৰ সন্দেহ আৰু মুদ্ৰা অৰ্থনীতিৰ ভেটিত চলা সমাজৰ উন্নত শ্ৰেণীবোৰৰ প্ৰৱল হেঁচাৰ মাজতো কোনো ৰকম তিষ্ঠি আছে। এইবোৰ দলৰ প্ৰধান বৈশিষ্ট্য হ'ল মানুহৰ সামাজিক আৰু অৰ্থনৈতিক মৰ্যাদাৰ মাজৰ সম্পৰ্ক,—যেতিয়াই এওঁলোকে সামাজিক উৎপাদন ব্যৱস্থাত ভাগ লৈ সম্পত্তিবান হ'ব পাৰে তেওঁলোকৰ দুযোবিধ মৰ্যাদাৰ উন্নতি হয়। জনজাতীয় সমাজৰ বহিৰ্ভূত অথচ সাধাৰণ সমাজৰ উপযোগী এনে দ্ৰব্য উৎপাদন কৰিবলৈ যিবিলাক অমাৰ্জিত হয়, সেইবোৰক দণ্ডণীয় লোকসকলৰ নিৰ্চিনাকৈ কঠোৰ ব্যৱহাৰ কৰা হয়। ভাৰতবৰ্ষৰ বুৰঞ্জী পঢ়িলে বুজিব পাৰি বিভিন্ন জনজাতীয় গোটবোৰ গ্ৰহণ কৰি সেইবোৰ সাধাৰণ সমাজৰ অন্তৰ্ভুক্ত কৰি লোৱাটোৱেই ইয়াৰ বৈশিষ্ট্য। সমাজ-ব্যৱস্থাৰ আটাইতকৈ মন কৰিবলগীয়া বৈশিষ্ট্য হ'ল ইয়াৰ গুৰিতে থকা জাতি বিভাগ। প্ৰাচীন ভাৰত বুৰঞ্জীত ই এটা ঘাই বৈশিষ্ট্য। জনজাতীয় গোটবোৰ যি বিভিন্ন পদ্ধতিৰে এখন সমাজৰ অন্তৰ্ভুক্ত কৰা হ'ল অথবা পূৰ্বৰ সমাজত জীৰ্নানিওৱা হ'ল, সেই বিভিন্ন পদ্ধতিয়েই হ'ল প্ৰকৃত বুৰঞ্জীবিদে অধ্যয়ন কৰিবলগীয়া আচল জাতিতত্ত্বমূলক বিষয়। এই বিষয়ৰ ব্যাপক পৰ্যবেক্ষণ কৰিবলৈ হ'লে বৰ্তমান গ্ৰন্থৰ পৰিসৰ চেৰাই যাব লাগিব। তদুপৰি এনে উদ্দেশ্য সাধনৰ বাবে আমাক বৰ্তমানতকৈ আৰু বেছি ঠাই লাগিব। অৱশ্যে এই গ্ৰন্থৰ এটা ঘাই উদ্দেশ্য হ'ল পঢ়ুৱৈসকলক নিজাকৈ এনে ধৰণৰ অধ্যয়ন কৰিবলৈ উদগনি দিয়া, ঔদ্যোগীকৰণৰ ফলত উদ্ধাৰ কৰিব নোৱাৰাকৈ লুপ্ত হ'ব খোজা আৰু অদ্যাপিৰিমিত লিখিত নথি-পত্ৰৰ অন্তৰ্ভুক্ত নোহোৱা তথ্যাদি সংগ্ৰহ কৰিবলৈ উৎসাহ যোগোৱাও এই গ্ৰন্থৰ উদ্দেশ্য। সেই কাৰণে পঢ়ুৱৈসকলক মই এতিয়া পুণা নগৰৰ সীমাত থকা মোৰ ঘৰৰ সিফালৰ অঞ্চলটোলৈ ফুৰাবলৈ লৈ যাম।

অঞ্চলটো- এটা ক্ষুদ্র উপত্যকা—যাৰ কেউদাঁতিয়ে আইন্ কলেজ ( এই কলেজত ইংৰাজীতে বৃটিছ যুগৰ আইন-শিক্ষা দিয়া হয় ), ভাণ্ডাৰকাৰ প্ৰাচ্য গৱেষণা কেন্দ্ৰ ( ইয়াৰ সংস্কৃত পুথিৰ সংগ্ৰহ আৰু মহাভাৰতৰ তাণ্ডৰণ পৃথিৱী বিখ্যাত ), ফাৰ্গুছন কলেজ, বোম্বেৰ কোটিপতিসকলৰ গ্ৰাম্যগৃহ আৰু বিজ্ঞানসম্মতভাৱে পৰিচালিত আধুনিক ৰাজ্যিক ভেড়া পোহা ফাৰ্মৰ ( ইয়াত দেশী বিদেশী সঁচ ৰখাৰ উপৰিও দেশীয় সঁচৰ হানি নোহোৱাকৈ মিশ্ৰিত প্ৰজননৰ ব্যৱস্থা কৰা হয় আৰু ইয়াৰপৰা স্থানীয় খেতিয়ক, কৃষক আৰু কচায়ে ভেড়া আদি কিনে ) মাটি আছে। এই সীমাবদ্ধ অথচ গভীৰ অনুসন্ধান কাৰ্যৰ উদাহৰণসমূহে গ্ৰন্থৰ প্ৰথম অধ্যায়ত বৰ্ণিত পদ্ধতি প্ৰয়োগৰ আহি দাঙি ধৰিব, লগতে তাৰপৰা যিবোৰ মূল্যবান সংকেত পোৱা যাব, সেইবোৰ পৰবৰ্তী অধ্যায়বোৰত নীৰৱে ব্যৱহৃত হ'ব। নিৰ্বাচিত অঞ্চলৰ লগত ভাৰতৰ অন্যান্য অঞ্চলৰ বৈশিষ্ট্যৰ প্ৰভেদ থাকিলেও সেই প্ৰভেদ সৰু সুৰা বিষয়তহে, মূল বিষয়ত নহয়। প্ৰত্যেকটি উদাহৰণতে প্ৰচলিত আৰু আধুনিক সমাজ ৰূপৰ মাজত ঘটা পাৰস্পৰিক ক্ৰিয়াৰ সন্ধেদ পোৱা যাব। ঐতিহাসিক বিকাশৰ গতি প্ৰবাহৰ দৃষ্টান্তও ওলাব আৰু লগতে বিকাশৰ এনে গতিপ্ৰবাহৰ হেঁচা এৰাই বিলুপ্তিৰপৰা আত্মৰক্ষা কৰা জাতিসমূহৰ কথা গম পোৱা হ'ব।

মোৰ ঘৰৰ নিচেই কাযত আছে ৰাসফাসে পাধি বুলিবৰ তম্বুবাসী অঘৰী লোকসকল। এওঁলোকৰ মুনিহবোৰৰ সাধাৰণ পিন্ধা সাজ হ'ল চুৰিযা, এওঁ-লোকে গা নোধোৱে, কিন্তু বনৰীয়া জন্তুৰ দৰে স্বাভাবিকতে চাফ-চিকণ, বিচৰণশীল আৰু উচ্চবোধসম্পন্ন। এওঁলোকৰ মাজত ছটি বংশ ( Sect ) আছে। ইটোৰ লগত সিটো বংশৰ বিয়া-বাৰু নহয়। এই বংশবোৰৰ নামেৰেই সামন্ত মাৰাঠা পৰিযালবোৰৰ ভোঁচলে, গৱাৰ, চৱহান, যাদৱ, চিণ্ডে কালে, আদি উপাধি হৈছে। শেহৰটো প্ৰকৃতপক্ষে চিতপাৱন ব্ৰাহ্মণৰ উপাধি। শেহৰ আগৰ অৰ্থাৎ চিণ্ডে শব্দটিয়ে এসময়ত দাস-কন্যাৰ সন্তান ( জহৰা ) বুজাইছিল, কিন্তু গোৱালিয়ৰ ৰাজ্য শীৰ্ষ স্থানলৈ উঠাৰ লগে লগে শব্দটিৰ মৰ্যাদা বাঢি যায়। এই নামবোৰ যে মাৰাঠা আধিপত্যৰ কালছোৱাত গৃহীত হৈছিল, সেই কথা সংশ্লিষ্ট জনজাতিটোৰ ভাষাৰপৰা ধৰিব পাৰি, এই ভাষা গুজৰাটী দোৱান। ভিক্ষা আৰু ক্ষুদ্র চৌৰ্য বৃত্তিৰ বাহিৰেও এই পাধিসকল চৰাই ধৰা কামত বৰ পাকৈত। এওঁলোকে এগৰাকী দেৱীৰ পূজা কৰে ; অৱশ্যে এওঁলোকৰ উপাস্য দেৱী মূৰ্তিটো ব্ৰাহ্মণ্য মূৰ্তিৰ অনুকৰণত এখনি ৰূপৰ প্লেটত গঢ়া প্ৰতিকৃতি মাথোন। কিছুমানৰ মতে এই দেৱীজনাই তুলজাপুৰৰ দেৱী। বংশৰ বুঢ়া বা মূৰব্বীজনে উৎসৱাদিৰ সময়ত দল বান্ধি দেৱীৰ আগত নৃত্য

কৰে, কিন্তু নৃত্য কৰাৰ আগতে বুঢ়াই তিৰোতাৰ 'মেখেলা' আৰু চাদৰ পিন্ধি ল'ব লাগে। এই ধৰণৰ তিৰোতাৰ সাজ সেই অঞ্চলত অপ্ৰচলিত, আন কি সেই জনজাতিৰ তিৰোতাসকলেও তেনে সাজ-পাৰ নিপিন্ধে। বুঢ়াই ক'ব লাগে, "তেন্তে ময়েই দেৱী" ; নৃত্য চলি থাকোঁতে সঙ্গতকাৰী গায়কসকলৰ আগত পৰীক্ষাৰ দ্বাৰা বুঢ়াই এই দাবী প্ৰতিপন্ন কৰিব লাগে। সাধাৰণতে বুঢ়াই নিজে সোঁ হাতখন উতলা পানীত জুবুৰিয়াই দি পৰীক্ষা চাব লাগে। দেও উঠাৰ উন্মাদনা ইমান হযগৈ যে পুৰোহিত বুঢ়াই তেলৰ তাপ অনুভৱ নকৰে আৰু জুবুৰিওৱাৰ পিছতো ছালত কোনো দাগ নবহে। যদি হাত পোৰে বা তাত ঘা লাগে তেন্তে দেবীয়ে পুৰোহিত বা পূজা উভয়কে গ্ৰহণ নকৰাটো প্ৰমাণিত হয়। এই নৃত্য-গীত তিনি দিনমান চলে , লগে লগে দেৱীৰ প্ৰিয় জীৱ গৰু পোৱালি বা ম'হ পোৱালি বলি দিযা হয। এই উৎসৱটি আদিতে তিৰোতাৰ আছিল, পিছত তেওঁলোকৰপৰা পুৰুষে গ্ৰহণ কৰিলে। ইয়াৰ সংকল্প হ'ল চিকাৰৰ জন্ম আৰু খোৱা বস্তু বৃদ্ধি কৰা। আজিকালি এওঁলোকৰ বংশবোৰো মাতৃতান্ত্ৰিক নহয, সাধাৰণ ভাৰতীয় সমাজৰ দৰেই পিতৃতান্ত্ৰিক। আগতে যে মাতৃ-তন্ত্ৰ আছিল, তাৰ প্ৰমাণ হ'ল সৰহকৈ গা-ধন দিযা প্ৰথা।[১২] গা-ধন দৰাই কন্যাপক্ষক দিযে। দৰাই কন্যাৰ বাপেকক ৮০০ৰ পৰা ১০০০ টকালৈকে দিব লগা হয়। বাপেক যিমানে দুখীয়া হয়, গা-ধনো সিমানে বেছি হয়। এই টকা 'ফাণ্ট্' কাম কৰি চিকাৰৰ জন্তু আৰু বনৰীয়া ফল-মূল বিক্ৰী কৰি দৰাই ঘটিব লাগে। নিজৰ খাদ্য সংগ্ৰহৰ অৰ্থে তেওঁলোকে ভিক্ষা কৰে আৰু কোনো ধৰণৰ কৰ বা ভাড়া নিদিয়ে। এই অশিক্ষিত জনজাতীয লোকসকলৰ মাজত শতকৰা ২৫ টকালৈকে উচ্চ হাৰত সুদ লোৱাৰ প্ৰথা প্ৰচলিত আছে ( এওঁলোকে কওঁতে কয ষোলত কুৰিৰ বুলি )। ধাৰ পৰিশোধ নকৰিলে বিভিন্ন পক্ষৰ মাজত কাজিয়াও হোৱা দেখা যায। ১৯৫৪ চনত হোৱা এখন কাজিয়াত দুজন মানুহৰ প্ৰাণ হানি হয। পিছত মকৰ্দমা হ'লত কিন্তু কোনো সাক্ষী দিবলৈ আগবাঢ়ি নাহিল। শেহত বংশৰ সভাপতি পেটেলক গোচৰ নিষ্পত্তি কৰিবলৈ

---

১২. মহাৰাষ্ট্ৰৰ বাইজৰ শতকৰা ৮০ জনৰে মাজত কন্যাৰ গা-ধন দিয়া প্ৰথা প্ৰচলিত। বিধবা বিবাহৰো প্ৰচলন আছে আৰু খুৱাৰ-বুৱাৰ নোৱাৰিলে বিব'হ বিচ্ছেদ কৰাৰো ৰীতি এওঁলোকৰ মাজত একৰকম প্ৰচলিত। উচ্চশ্ৰেণীৰ লোকে বিশেষকৈ ব্ৰাহ্মণে পিছৰ দুটা প্ৰথা বিষম দৃষ্টিৰে চায়। তেওঁলোকে দৰাকহে যৌতুক দিয়ে। আধুনিক আইনে যৌতুক আৰু গা-ধন দুয়োটাকে অসম্মানজনক কৰি তুলিছে।

ভাৰ দিলে। সাক্ষী-বাদী লোৱাৰ পিছত দোষীজনে দোষ অস্বীকাৰ কৰাত তাক তপত লো বা উতলা তেলৰ পৰীক্ষাত উত্তীৰ্ণ হ'বলৈ কোৱা হ'ল। পিছে এনে কাম কৰিবলৈ সি অমান্তি হোৱাত তাক সেইমতে শাস্তি বিহা হ'ল। সেই জনজাতিৰ মানত মৰা-শ অস্পৃশ্য বা 'টেবু'। যদি বসতি অঞ্চলত কোনো মানুহ মৰে, তেন্তে যেনে অৱস্থাত আছে, তেনে অৱস্থাতে তাক এৰি থৈ সকলো তম্বুবাসী লোক নিশাৰ ভিতৰতে সেই ঠাই ত্যাগ কৰি লৰালৰিকৈ তাৰপৰা আঁতৰি যায়। সেই বাবে ডাঙৰ অপৰাধীকো কোনেও পোনপটীয়াকৈ বধ কৰিব নোৱাৰে। মাথোন অপৰাধীৰ হাত ভৰি কাটি হাবিত মৰিবলৈ পেলাই দিয়া হয়। আজিকালি পুলিচে এনে বিচাৰত হস্তক্ষেপ কৰিছে। গতিকে দোষীয়ে জনজাতীয় আইন উলাই কৰিব পাৰে। জনজাতিটো লাহে লাহে ছেদেলি-ভেদেলি হৈ পৰিছে। কাৰণ তেওঁলোকৰ বিশ্বাস, অতীতৰ দেৱতাসকলৰ নিয়ম (জনজাতীয় প্ৰথা) পালিবলৈ এৰাত বোলে দেৱতাবিলাকৰে মহিমা লোপ পাইছে। 'ৰেচ'ৰ বিশুদ্ধতা ৰক্ষাৰ কথা এওঁলোকে নেমানে কাৰণ কিবা এটা মাচুল দিলেই আচহুৱা মানুহো জনজাতীয় সমাজৰ ভিতৰুৱা হ'ব পাৰে। জনজাতীয় জীৱনপদ্ধতি ত্যাগ কৰাৰ ইচ্ছাও তেওঁলোকৰ মাজত বাঢ়িছে। পূৰ্বৰ জীৱন যাপন কৰা অসম্ভৱ হৈ পৰা বাবেই এনে ধৰণৰ ইচ্ছাৰ উদ্ভৱ হৈছে। অসুবিধা ভালেমান। আগৰ দৰে চিকাৰ পাবলৈ নাইকিয়া হ'ল আৰু চিকাৰৰ অনুমতি পোৱাও সহজ নহয়। ধীৰে সুস্থিৰে কাম কৰাৰ অভ্যাস এওঁলোকৰ নাই। কিন্তু ইপিনে নকৰিলেও লঘোন অনিবাৰ্য। তদুপৰি ভিক্ষা কৰি বস্তু পোৱা দিনক দিনে টান হৈ আহিছে। গতিকে চলিব নোৱাৰাবোৰে কাম বিচাৰিবই লাগিব। উচ্চ দৃষ্টি-শক্তি আৰু শ্ৰৱণ-শক্তিৰ সহায়ত তেওঁলোকে যেনেকৈ চৰাই ধৰিব পাৰে, তেনেকৈ ৰাতি ওচৰ-চুবুৰীয়াৰ হাঁহ-কুকুৰাও চুৰ কৰিব পাৰে। এই যোগ্যতাৰ বলতে তেওঁলোক ভাল প্ৰহৰী বা দাৰোৱান হয়। পাঁধিসকলে শহাপহুতকৈ ডাঙৰ কোনো জন্তু চিকাৰ কৰিব নোৱাৰে, কাৰণ তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰৰ অভাৱ। তেওঁলোকে কেৱল ছুৰী-কটাৰী ব্যৱহাৰ কৰে, এইবোৰ দেখিবলৈ মুচিৰ কটাৰীৰ দৰে. এনে কটাৰীৰ সহায়ত পাতল কাঠৰ ফ্ৰেমত সুন্দৰ, সহজে জাপ খোৱা ছিটিকা সাজে। তেওঁলোকে আন হাতিয়াৰ বা অস্ত্ৰ ব্যৱহাৰ নকৰে। ধনু-কাঁড়ো ব্যৱহাৰ নকৰে, পাচি-খৰাহিও নাসাজে; চামৰাৰ অথবা খেতিৰ কামো নকৰে। কেনভাচ কাপোৰ কিনি তেওঁলোকে তম্বু সাজে, কিন্তু আগেয়ে এবিধ তৃণৰ ( Sorghum ) সহায়ত তম্বু সাজিছিল। তেওঁলোকে ব্যৱহাৰ কৰা গৰুবোৰ অতিপাত চেৰেলা, সিহঁতে মাল-বস্তু

কটিয়ায়। চৰাইক ফান্দত পেলাবলৈ অথবা চিকাৰ কৰিবলৈও এই গৰুবোৰক সহায়ক স্বৰূপে লোৱা হয়। সিহঁত নিষিদ্ধ ঠাইত চৰে আৰু খেতিৰ কামত তেনেই অকামিলা। এই জাতৰ গৰুৱে পোৱালিয়ে খাবৰ জোখাৰেও গাখীৰ দিব নোৱাৰে। এই মানুহখিনিৰ এনে দশা হোৱাৰ কাৰণ কি? এওঁলোকে সাধাৰণ সামাজিক বাতাবৰণৰপৰা ভালেমান ব্যৱহাৰোপযোগী সমল আহৰণ কৰি ল'লে, মাত্ৰ মাটিৰ স্বত্বাধিকাৰ বা উৎপাদনৰ ঘাই আহিলা আয়ত্ত কৰিব নোৱাৰিলে। এই কথাই আমাৰ তথ্যবে প্ৰমাণিত কৰে মানুহে নিজেহে নিজকে গঢ়িব পাৰে। এতিয়া এই মানুহবোৰক থাপিবৰ বাবে যত্ন কৰা হৈছে। যদি এই যত্ন সফল হয় তেন্তে এই মানুহখিনি ভাৰতৰ সৰ্বহাৰা শ্ৰেণীত অন্তৰ্ভুক্ত হ'ব। এওঁলোকে এতিয়ালৈকে সমাজৰ ওপৰত নিৰ্ভৰ কৰি বাচি আছে কিন্তু লাহে লাহে যি বৃহত্তৰ শ্ৰেণীৰ ওপৰৰ সমাজ ৰীতি থকা সেই শ্ৰেণীৰ অন্তৰ্ভুক্ত হ'বলৈ ধৰিছে।

পুনাৰ দাঁতি-কাষৰীয়া আন তিনিটা ক্ষুদ্ৰ জনজাতীয় গোট আছে। এইকেইটাৰ লগত উল্লিখিত জনগোষ্ঠীবোৰৰ বৈসাদৃশ্য মন কৰিবলগীয়া। তাৰে এটা গোট হ'ল ৰামোচিকল। এই গোটটোৰ প্ৰায় বিশ ঘৰ মানুহ ১৮৩০ চনতে 'ইমাম' প্ৰদান কৰা হয়। তাৰ আগলৈকে তেওঁলোক জনজাতীয় ডকাইত আছিল। এতিয়া তেওঁলোক নিযুক্তি এটা জাতিত পৰিণত হৈছে। অৱশ্যে সাধাৰণ মাৰাঠা খেতিয়কৰ লগত এওঁলোকৰ চেহেৰা-পাতি, ভাষা বা ধৰ্মানুষ্ঠান একেবাৰে অমিল নাই। এওঁলোকেও নাঙল আৰু জবকা ব্যৱহাৰ কৰে আৰু গাখীৰতী গৰু পোহে। ৰামোচীসকলৰ বাসস্থানৰ অলপ দূৰতে বৈডুসকলৰ এখন বেলেগ গাওঁ আছে। আদিতে এওঁলোক তেনে চোৰ চিকাৰী আছিল। এতিয়াও এওঁলোকে চোকা মদ খায় আৰু চিকাৰ কৰে। বৰ্তমান এওঁলোকে একৰকমৰ দৰৱ বেচা চহকী ফেৰিৱালাৰ গিল্ড গঠন কৰিবলৈ লৈছে। সৰলচিতীয়া গ্ৰাহকক বন দৰৱ আৰু গোপন প্ৰতিকাৰ বিধান দি এওঁলোকে যথেষ্ট ধন ঘটে। তদুপৰি এওঁলোকে জীয়া ফেঁটী সাপ (নাগ) ধৰি, পৰীদিত দেখুৱাইও ধনৰ মোনা শকত কৰে। এই মানুহবোৰ টনকিয়াল, উদ্ধত আৰু যুঁজাৰু প্ৰকৃতিৰ। চুৰ নকৰোঁ বুলি এওঁলোকে গৌৰব কৰি ভাল পায়, দেখাত মজবুত কিন্তু বেয়াকৈ সজা, অস্বাস্থ্যকৰ আৰু গাইগুটীয়া ঘৰবোৰৰ কথা কৈয়ো এওঁলোকে বৰকৈ গৌৰৱ অনুভৱ কৰা দেখা যায়। আদিতে তেওঁলোকৰ ভাষা আছিল তেলেগুৰ এটি দোৱান। এই দোৱান এতিয়াও তেওঁলোকৰ মাজত ব্যৱহৃত হয়। তেওঁলোকৰ নিজা দেৱী আছে। এওঁলোকৰ বিশিষ্ট শৱ-সংস্কাৰ (crouched burial) প্ৰথামতে ভাৰতীয় ৰীতিত উপবেশিত

অৱস্থাত ভৰি দুটা লেপেটা কঢ়াই বান্ধি মৰাশ পোতা হয়। শ' পোতা গাঁতত মৰাশৰ মূৰৰ আগফালে এটুকুৰা খালী ঠাই থাকে। এইটো মৃতকৰ উশাহ-নিশাহ লোৱাৰ ব্যৱস্থা। বছৰি গাঁতৰ ওপৰভাগৰ দোলাকৃতিৰ স্মৃতিশিলাবোৰৰ ওপৰত খাদ্যবস্তুৰ পিণ্ডদান কৰা হয়। এই শৱ-সংস্কাৰ[১৩] প্ৰথা দাক্ষিণাত্যৰ বৃহৎ শিল্প (মেগালিথ) আৰু পাথৰেৰে বন্ধোৱা দীঘল বাকচৰ আকৃতিৰ কবৰৰ (চিস্ট) নিচিনা। বৈডুসকলৰ কিছুমান লোক বোম্বাইলৈ উঠি গৈ ব্যক্তিগত লাভৰ বেপাৰত প্ৰবৃত্ত হোৱাৰ হেতুকে আন জাতিৰ দৰে এওঁলোকৰ মূৰব্বী আৰু খেল (গিল্ড) নাই। এই অঞ্চলত আন এবিধ তেলেগু ভাষা-ভাষী জনজাতীয় গোট আছে। এওঁলোকৰ মাজত অৰ্দ্ধ-গিল্ড (Quasi-guild) আছে। এওঁলোকৰ নাম ৱড্ডৰ। ৱড্ডৰসকল এতিয়া শিলাকুটি। এওঁলোকে নিৰ্মাণ-কাৰ্যত ব্যৱহৃত শিলৰ খণ্ডবোৰ সাজে। এইবিধ জনজাতিৰ তিৰোতাসকলে (এওঁলোক পাৰ্ধি আৰু বৈডু তিৰোতাসকলৰ দৰেই, কিন্তু বাঁমোচীসকলৰ লগত নিমিলে) এতিয়াও গাত এখন বস্ত্ৰহে পিন্ধে। তদুপৰি আন বনবাসী মানুহৰ দৰে এওঁলোকে জোপোহা, কাঁইটীয়া গছ আৰু ডাল আদি লুৰি তাবে খাঁব কৰে। মতা মানুহবোৰে সাধাৰণ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ

---

১৩. নৈষ্ঠিক বৈডুসকলে মৃতকৰ কপাল বা সময় বিশেষে কান্ধত চূণৰ বা সেন্দূৰৰ ফোঁট দিয়ে। এই প্ৰথাই উক্ত সাদৃশ্য আৰু দৃঢ় কৰে। মেগালিথিক চিষ্ট আৰু গৰ্ত-বৃত্ত (Pitcirdes) বোৰত (A 14, 192, 196) প্ৰবেশ পথ ৰুদ্ধ কৰিবলৈ চূণ ব্যৱহাৰ কৰা দেখা যায়। মহাৰসকলৰ আধুনিক প্ৰথা প্ৰায় এনে ধৰণৰ, এওঁলোকে কবৰৰ ওপৰৰ মাটিত কেতিয়াবা চূণ ছটিয়ায়, সাংগুড়ী আৰু মহাৰসকলৰ কবৰৰ ওপৰত পোতা শিলবোৰৰ মাজৰটোত ৰঙা সীহ বা চূণ দি বোলোৱা হয়। সময়ে সময়ে সেইবোৰ পুনৰ বোলোৱা হয়। উচ্চ জাতিৰ লোকে মৃতকৰ গাত (গুলাল বা কুঙ্কুম) ৰঙা ৰং ছটিয়াই দিয়ে, শ্মশানলৈ শ-টো লৈ যাবৰ সময়ত। কিন্তু তেওঁলোকে চূণ ব্যৱহাৰ কৰা শুনা যায়। কেতবোৰ নিম্নজাতৰ লোকে সদায় নহলেও সাধাৰণতে ল'ৰা-ছোৱালী পোতাৰ আগতে কলহত ভৰাই দিয়ে। আনহাতে গোটেই ভাৰতবৰ্ষতে শৱ সংস্কাৰত কুমাৰে পুৰোহিতৰ প্ৰতিনিধিত্ব কৰা বা সহায় কৰা (কেতিয়াবা কেতিয়াবা বিবাহতো এনে দৃশ্য দেখা যায়) দৃশ্য ইমান সাধাৰণ যে বেছিভাগ পূজা-পাতলৰ ওপৰত ব্ৰাহ্মণ্য প্ৰভাৱ স্থায়ী হোৱাৰ পিছতো লোপ নোপোৱা এই ৰীতিক urn-burialৰ লগত সংযোগ কৰা আৱশ্যক। আনহাতে শৱ-দাহতকৈ গাঁতত পোতাৰ খৰচ কম আৰু সেইবাবে কিছুমান শৱদাহকাৰী জাতিয়ে দ বিত্ৰাৰ তাড়নাত পৰিহে বোধহয় বসন্ত, কুষ্ঠ আৰু কিছুমান মহামাৰীত মৰা লোকক পোতে নতুবা নৈত পেলাই দিয়ে। পূৰ্বৰ কবৰ দিওঁতা জাতিবোৰৰ ভিতৰত যিসকল ধনী তেওঁলোকে আকৌ শৱদাহ প্ৰথা গ্ৰহণ কৰা দেখা যায়। মৰাশক বহুৱাই লৈ কবৰ দিয়া মহাৰৰ দৰে কিছুমান উপজাতিৰ দস্তুৰ। অৱশ্যে তেওঁলোকৰ বেছিভাগেই মৃতকক শায়িত অৱস্থাত তলমূৰকৈ কবৰ দিয়ে। চূণৰ কিবা শুদ্ধিকৰণৰ শক্তি আছে বুলি এই মানুহবোৰে ভাবিছিল বোধহয়।

সাজ পিন্ধে অৰ্থাৎ টুপী, কামিজ আৰু ধুতী। এওঁলোকৰ প্ৰত্যেকেই একোজন শিলৰ কাম কৰা ঠিকাদাৰ। কিন্তু শিলৰপৰা ভাল উপাৰ্জন হ'লেও তেওঁলোকে স্বাস্থ্যৰ উন্নতি সাধিবলৈ অথবা জীৱন-ধাৰণৰ মান বঢ়াবলৈ একো ব্যৱস্থা লোৱা নাই। এক পুৰুষৰ আগতে সকলোবোৰ ঠিকা মুৰব্বীজনৰ যোগেদি বন্দবস্ত হৈছিল আৰু দেনা-পাওনাৰ লেন্‌দেনো মুৰব্বীজনেই কৰিছিল। বোম্বে মহানগৰীত দুখীয়া ৱড্‌ডৰসকলৰ দ্বাৰা গঠিত শ্ৰম বাহিনী এটি আছে, সেইটোও এনে ধৰণেৰে সংগঠিত। মুৰব্বীজনে নিজ নিজ ইচ্ছামতে প্ৰত্যেক পৰিয়ালৰ আৱশ্যক অনুসৰি মানুহক টকা-পইচা দিছিল, কিন্তু শেহলৈ এই টকাৰে মুৰব্বীজনে নিজৰ মানত মাটি-বাৰী লবলৈ ধৰাত, সেইবোৰ মাটিলৈ পাছত কন্দল আৰম্ভ হ'ল। মুৰব্বীয়ে টকা বা মাটি আত্মসাৎ কৰি ব্যক্তিগত বুৰ্জোৱা সম্পত্তি কৰিব খুজিছিল। শেহত খোৱা টকা উদ্ধাৰ কৰা হ'ল আৰু সেই টকাৰে এখন গৃহসমবায় গঠন কৰা হ'ল। ৱড্‌ডৰ (শিলাকুটি) সকলে ঘৰে ঘৰে সৰহকৈ গাইগুটীয়াভাৱে ধন সাঁচিবলৈ লোৱাত খেলবোৰ লাহে লাহে ভাগি গ'ল। একমাত্ৰ নিজৰ সম্প্ৰদায়ৰ ভিতৰত বিয়া-বাৰু আৱদ্ধ ৰখা প্ৰথাইহে গিল্ডৰ প্ৰভাৱ ৰক্ষা কৰি অৱশেষত জাতৰ জন্ম দিলেগৈ। পাঁধিসকলৰ এনে অৱস্থা নহ'ল, কাৰণ তেওঁলোকে খাদ্যবস্তু কিনাত পইচা ব্যৱহাৰ নকৰিছিল। ৱড্‌ডৰসকলৰ ওচৰতে মাটি খানোঁতাসকলৰ বাস। এওঁলোকৰ পূৰ্বপুৰুষসকলে সমগ্ৰ ভাৰত ঘূৰি ফুৰিছিল আৰু যুক্ত প্ৰদেশৰ গাওঁবোৰত পানী খোৱা পুখুৰী খানিছিল। এতিয়া এই মানুহবোৰ প্ৰায় লুপ্তপ্ৰায় কাৰণ তেওঁলোকৰ কামৰ নাটনি। কাজেই এওঁলোকে চোৰাং বেপাৰ ( boot legging ) অথবা আন কোনো কাম কৰি জীৱন নিৰ্বাহ কৰে। এওঁলোকে বাস কৰে তেনেই ভগা পজাত। পাঁধিসকলৰ দৰে তেওঁলোকে কোনোমতে জীৱন-নিৰ্বাহ কৰে। এওঁলোক যে আদিতে জনজাতি আছিল তাক দুই এটা কথাতহে ধৰিব পৰা যায়। অনুসন্ধিৎসু আচহুৱা লোকৰ বিৰুদ্ধে অৰ্থাৎ পুলিচ বা মাটিৰ মালিকৰ বিৰুদ্ধে এওঁলোকে কেতিয়াবা দল বান্ধি যুঁজ কৰে আৰু জমিদাৰৰ মাটিত অনুমতি নোলোৱাকৈয়ে বহি যায়। এই সময়ত এওঁলোকে জনজাতীয় একতা প্ৰদৰ্শন কৰে। ইতিমধ্যে এওঁলোক পৌৰ সভাৰ ভোটাৰ তালিকাৰ অন্তৰ্ভুক্ত হৈছে। লোকৰ ৰাজনৈতিক দুৰভিসন্ধি পূৰ্ণ কৰিব পৰাকৈ দলবদ্ধ হোৱা বিশেষ সংখ্যক ভোটাৰৰ গোট হিচাপে এওঁলোকৰ ৰাজনৈতিক মূল্য আছে আৰু এই কাৰণে এতিয়া সামাজিক ৰক্ষণাবেক্ষণ লাভ কৰিছে। ৱড্‌ডৰসকলৰ ভিতৰত আধা-অঘৰী গোট কিছুমান আছে (পুনাৰ আশে পাশে)। সেইবিলাক উন্নত বনুৱা, এওঁলোক, জনজাতীয় জাতৰ (tribe-caste) স্তৰৰপৰা ঔদ্যোগিক সৰ্বহাৰাৰ শাৰীলৈ

উঠিছে। এই বসতি অঞ্চলটো এতিয়া বস্তিলৈ পৰিণত হৈছে। এওঁলোকক লৈ পুনাৰ পৌৰ সভা আহুকালত পৰিছে। এই মানুহবোৰক দিবলৈ একো কামেই নাই। বৈদুসকল আৰু বড়ুৰ শিলাকুটিসকলে পানী আৰু নৰ্দমা আদিৰ ওপৰত লগোৱা সাধাৰণ কৰ দিবলৈও ইচ্ছা নকৰে। পাৰধিসকলৰ ধৰ্ম সংস্কৃতিয়েও অসুবিধাৰ সৃষ্টি কৰিছে। পূৰ্বমুখ যাকৈ এলানি ওম্বু পা [illegible] পাৰধিসকলৰ পৰিবৰ্তনীয় ধৰ্মসংস্কাৰ। এইবাবেও মানুহবোৰক বহুবাৰলৈ অসুবিধা হৈছে। [illegible] দাঁত উচ্ছেদৰ আঁচনি গ্ৰহণৰ [illegible] সকলকো উচ্ছেদ কৰা হৈছে। কিন্তু [illegible] লোকৰ অৱস্থাও [illegible] পাইছে। [illegible] কাৰ্যালয় আছে [illegible] গৰ্জন কৰিছে অথচ [illegible] পাৰ [illegible] গৰাৱা [illegible] বিমোৰত [illegible] [illegible] আৰ্গদ পাৰ [illegible] বিমোৰত নপৰাকৈ [illegible]।

সমাজতত্ত্ববিদৰ দৃষ্টিৰ চাবে এইবোৰ [illegible] বাবে তাৰ গুৰুত্ব সৰ্বাধিক। মানুহ [illegible] আৰু জাতৰ [illegible] পাতি [illegible] কাৰণ ভাৰতবৰ্ষৰ ঐতিহাসিক বিকাশৰ [illegible] জনজাতিসকলে পৰ-দিনত [illegible] প্ৰতিযোগিতা পাতে। পৰ [illegible] শাস্তি [illegible] হৈছিল অথবা তেওঁলোককে যথেষ্ট ত্যাগ [illegible] কাৰ [illegible]। [illegible] মহাভাৰত আৰু জাতকৰ যক্ষৰ প্ৰশ্ন সম্পৰ্কীয় উপাখ্যানবোৰৰ মাজত পোৱা যায়। তাত কোনো সাঁথৰৰ উত্তৰ দিব নোৱাৰাৰ শাস্তি মৃত্যু। এই প্ৰসঙ্গত স্ফীংচৰ আখ্যানো স্মৰণীয়। মহাৰাষ্ট্ৰৰ খেতিয়কসকলৰ উপাধিবোৰৰ চালে দেখা যায় জনজাতি ধ্বংস হৈ জাত বা উপজাতত মিলি যোৱাৰ পিছতো বংশ বা গোষ্ঠীগত টোটেম ('দেৱক')ৰ অস্তিত্ব থাকি গ'ল। কালক্ৰমত টোটেম-জাত অনুষ্ঠানবোৰ পাৰিবাৰিক ব্ৰতত পৰিণত হ'ল আৰু বংশৰ নাম লাহে লাহে উপাধিত ৰূপ ল'লে। 'পডৱল' উপাধিধাৰী এজাত খেতিয়কে তেওঁলোকৰ একে নামৰ ফলটি ভোজন নকৰে। মোৰেসকলে ম ৰাচৰাইৰ

মাংস নাখায়, ছেলাৰসকলে ছাগলী আৰু কটুৰেসকলে ( Colures ) 'কেটুৰা' চৰাই নাখায়। গোদাৱেজসকলে আমখৰি ব্যৱহাৰ নকৰে আৰু প্ৰত্যেক 'বলি-প্ৰতিপদ' দিৱসত আমৰ ডালক পূজা কৰে। এনে ধৰণৰ আনুষ্ঠানিক সংমিশ্ৰণ সদায় একে ধৰণে নঘটে। সাধাৰণতে যি সমাজত জনজাতীয় গোটবোৰ বিলীন হৈ যায়, সেই সমাজৰ উৎপাদন ব্যৱস্থাৰ লগত এই প্ৰক্ৰিয়া নিবিড়ভাৱে সম্পৰ্কিত। উদাহৰণস্বৰূপে কব পাৰি, ৪০০ খৃষ্টাব্দত জনজাতিসকলৰ সংমিশ্ৰণৰ আধুনিক মাধ্যম চাহবাগান, আধুনিক উদ্যোগ আৰু চাকৰি আদি একো নাছিল। নতুনকৈ সমাজভুক্ত হোৱা এই লোকসকলে কেতিয়াবা আংশিকভাৱে নিজৰ ভিতৰত একতা ৰক্ষা কৰি চলে—উৎপাদনৰ গোট স্বৰূপে। সেই গোট গৈ গৈ একোটি জাতত পৰিণত হ'ব। সংমিশ্ৰণৰ গুৰিত অৱশ্যে একে সাধাৰণ কাৰণেই ক্ৰিয়া কৰে। খাদ্য-সংগ্ৰহ কৰাতকৈ খাদ্য-উৎপাদন কৰাটো অধিক পটুতাৰ লক্ষণ। জনজাতীয় যুগৰ চিকাৰ আৰু প্ৰাকৃতিক বস্তু সংগ্ৰহতকৈ স্থায়ী খেতি কৰাৰ পদ্ধতি কম অনিশ্চিত, কিয়নো চিকাৰৰ কালত পৰিবেশৰ ওচৰত মানুহে সদায় বৰ নিঃসহায় অনুভৱ কৰিছিল। ১৯৫৫ চনৰ জুন মাহত যেতিয়া উল্লিখিত পাধিসকলৰ প্ৰত্যেক পৰিয়ালকে অস্থায়ী বন্দৱস্তত ২৫০০ বৰ্গফুটকৈ চৰকাৰী মাটি দিলে তেতিয়া তেওঁলোকে পোনপ্ৰথমবাৰৰ কাৰণে নিজা সৰু সৰু বাৰীত শাক-পাচলি কৰিবলৈ ধৰিলে। এবাৰ কোনোবা হিংসুক চুবুৰীয়াই সেই মাটি নিজৰ বুলি দাবী কৰিলত তেওঁলোকে সিহঁতক ভাড়া দিবলৈকে বাজী হ'ল। শেহত জানিবা এজন উচ্চ পদস্থ চাকৰিয়ালে হকা-বধা কৰিলে। নিয়মিত কৰ্ম-সংস্থানৰ লগে লগে এই মানুহবোৰৰ কাৰণে নতুন মানুহ হোৱাৰ পথ উন্মুক্ত হ'ল। এনে পৰিবৰ্তনৰ ফলত এই মানুহবোৰে চাবোন ব্যৱহাৰ কৰিবলৈও শিকিব বুলি আশা কৰিব পাৰি।

২.৪ ৰাইজে পূজা কৰা দেৱতাসকলৰপৰাও কিছু কথা জানিব পাৰি। গতিকে উক্ত অঞ্চলত পূজিত দেৱতাসকলৰ বিষয়েও আমি অধ্যয়ন কৰিব পাৰোঁ। আজিকোপতি যিটো প্ৰাচীনতম মন্দিৰৰ ভগ্নাৱশেষ আমি পুনাত দেখিবলৈ পাওঁহক, সেইটো যাদৱসকলৰ মন্দিৰ। ই পুণাৰ ওথ তাগড়ি পুল পথৰ এমূৰত অৱস্থিত। ইয়াৰ ভগ্নাৱশেষৰ ওপৰতে শ্বেখ ছল্লাৰ দৰগাহ শিলেৰে নিৰ্মিত হয়। কবৰৰ কিছুমান শিলাস্তম্ভ দেখা যায়, প্ৰাঙ্গণত কাঠৰ খুটাৰ গুৰিবোৰ আমাৰ চকুত পৰে। আচল মন্দিৰটো ১৪ শ শতিকাৰ আদিতে আলাউদ্দিন খিলজিৰ সেনাই ধ্বংস কৰিলে বুলি নিশ্চিতভাৱে ধৰিব পাৰি। বতৰ-বিজ্ঞান নিৰীক্ষণ কেন্দ্ৰৰ পাছফালে অৱস্থিত পাতালৰ দেৱতা পাতালশ্বৰৰ মন্দিৰটো নৱম শতিকাৰ, শিৱৰ অসমাপ্ত

গুহা মন্দিৰ। তাত এপুৰুষৰ আগতেহে মাথোন শিৱলিঙ্গ প্ৰতিষ্ঠা কৰা হৈছে। ১৯৪৬ চনতহে যুদ্ধৰ দিনৰ সদাশয় চোৰাংবেপাৰী ঠিকাদাৰ এজনে মন্দিৰৰ মজিয়াৰ এছোৱা ভাল কৰি দিছে (যদিও এই গুহাটো সংৰক্ষিত প্ৰাচীন কীৰ্তি—protected monument) কিম্বদন্তীমতে পেশ্বেৱোযুগৰ শেষত নানা-ফাৰনা-বিচে এবাৰ শত্ৰুৰ খেদাত আহি এই গুহাবোৰতে আশ্ৰয় লৈছিলহি। গুহাটোৰ বাবে কটা কিছুমান শিল টিলা এটাৰ দৰে দ'ম হৈ কাষতে পৰি আছে। এতিয়া এই কৃত্ৰিম টিলাটোৱে ঊনৈশ শতিকাত ইয়ালৈ আহি আমৰণ বাস কৰা সাধু এজনৰ নামত এটি স্বচ্ছল, সুসজ্জিত আৰু জনপ্ৰিয় মন্দিৰ সজা হৈছে। এই সাধুজনক বৰ্তমান জংলী মহাৰাজ নামে পূজা কৰা হয়। ফাৰ্গুচন কলেজৰ মাটিতে আৰু পাঁচোটি গুহা আছে। গুহাকেইটাত আদিতে বৌদ্ধ ভিক্ষুৰ বিহাৰ আছিল যদিও এই শতিকাৰ আদিতে সেইবোৰত বিভিন্ন পন্থাৰ মানুহে পূজা কৰা মূৰ্তি প্ৰতিষ্ঠা কৰা হৈছে। আদিতে এই গুহাবোৰ ৪০ মাইল দূৰত অৱস্থিত কাৰ্লে আৰু ভাজা গুহা আৰু মাজৰ কোনোবা এখিনিত থকা ছেলাৰবাড়ীৰ তুকাৰাম গুহাৰ দৰে বৌদ্ধসকলৰ বিহাৰ আছিল। ১৯৩০ চনলৈকে এইবোৰ মন্দিৰ বজৰুৱালোক চোৰ আৰু জুৱাচোৰৰ সাময়িক আড্ডা হৈ আছিল। উপত্যকাৰ মুখটোৰ সিটোফালে চতুঃশৃঙ্গী মন্দিৰ। তাৰ ওচৰতে কিছুমান অসম্পূৰ্ণ গুহাৰ চিন-মোকাম আছে। পুৰাতত্ত্ব অনুসন্ধানীৰ চকুত পৰে পোন প্ৰথমে এই গুহাকেইটাহে, যদিও তাৰপৰা আমি কোনো তথ্য সংগ্ৰহ কৰিব নোৱাৰোঁ। এতিয়া আমি কিছুমান সহজতৰ ধৰ্মপন্থাৰ কথা বিচাৰ কৰিব লাগিব।

মোৰ ঘৰৰ এশ গজমান দূৰত নকৈ সজা ঘৰ এটাৰ বাৰীৰ কাষত ৰঙা ৰং সনা এদ'ম শিল আৰু ইটাৰ মৰ্টাৰ (brick-mortar) কেতবোৰ পোৱা যায়। মাজে মাজে কোনো অখ্যাত ভক্ত আহি এই ৰং পুনৰ সানি দি প্ৰায় পাহৰণিৰ গৰ্ভত লোপ পোৱা এই বেতালজনাৰ পূজা কৰেঁাহি। ১৯৩৯ চনত এই পবিত্ৰ শিলবোৰ এজোপা বহুকলীয়া চকুত লগা আৰু ঘোৰখোৱা গছৰ (ziziphus zuzuba) তলত আছিল। তাতে মাজে মাজে ছাগলী বা কুকুৰা বলি দিয়া হৈছিল। এতিয়া গছজোপা নাই। নতুন ঘৰ সাজোতাজনে ভক্তি সহকাৰে আৰু সাৱধানে এই পূজাৰ বস্তুবোৰ কেইফুটমান দূৰলৈ নি থৈছে। সিফালৰ উপত্যকাত থকা বৈডু বস্তিলৈ যোৱা বাটত এনে ধৰণৰ ৰঙা ৰং সনা শিলৰ দ'ম এটা পোৱা যায়। তাত এগছি বস্তি থোৱা ছালি এখনো আছে। আকাৰহীন পালি শিলেৰে পৰিবেষ্টিত ঘাই শিলচটাক এজন

বয়োবৃদ্ধ খেতিয়কে "লাড়ুবাই" ( প্ৰিয়দেৱী ) বুলি পূজা কৰে। এই খেতিয়কজনৰ আজোককাকে দাক্ষিণাত্যৰ পূৰ্বাঞ্চলৰপৰা এই ধৰ্ম ইয়ালৈ লৈ আহিছিল। সেই ঠাইত এই পূজা অধিক প্ৰচলিত। এই ঠাইৰপৰা মোৰ ঘৰলৈ যোৱা বাটছোৱাত এনে ধৰণৰ আৰু বহুত পূজাৰ বস্তু আছে। তাৰে ভিতৰত ৰামোচী বস্তিৰ কাষত পোৱা মুকলি বেদীত থকা বিখ্যাত বেতাল ভূতজনেই প্ৰধান। এই bactylic ( 'বেতাল' শব্দৰ লগত ইয়াৰ কোনো মূলগত সম্পৰ্ক নাই ) শিলচটা দেখাত শিৱ-লিঙ্গৰ দৰে। মুখৰফালে থকা নন্দীৰ শিলামূৰ্তিটো চালে এই ধাৰণা দৃঢ় হয়, কিন্তু আন ঠাইৰ শিৱলিঙ্গ আৰু বৃষভৰ দৰে এইকেইটাত সম্পূৰ্ণভাৱে ৰঙা বং বোলোৱা হয। এই ঠাইটুকুৰাতে সামন্ত যুগৰ এটা সৰু মন্দিৰ আছিল। সম্ভৱতঃ এই সৰু মন্দিৰটো পেশ্বোৱাসকলৰ যুদ্ধত মৰা যুঁজাৰুসকলৰ সমাধি স্তম্ভ। বোধহয় এই মন্দিৰটো আদিম বেতালপূজাৰ ঠাইৰ ওপৰতে সজা হৈছিল, কিন্তু লাহে লাহে ই ভগ্নাৱশেষত পৰিণত হয়। মন্দিৰৰ শিলৰ দ'মৰ একাষত সামান্যভাৱে ৰঙাবোল-সনা এজন দেৱতা আৰু এগৰাকী দেৱীৰ ক্ষুদ্ৰ, সম্পূৰ্ণ অস্পষ্ট আৰু বহুভুজবিশিষ্ট মূৰ্তি এতিয়াও দেখা যায। মূৰ্তি দুটাৰ সন্মুখত ঢাল-তৰোৱাল যুক্ত হনুমানৰ ডাঙৰ মূৰ্তি এটা আছ। ঢাল-তৰোৱালে কোনো মৃত যোদ্ধাৰ স্মৃতি স্তম্ভৰ কথা সোঁৱৰাই দিয়ে। এই হনুমানৰ মূৰ্তিটো আন আন হনুমান মূৰ্তিৰ দৰে ৰঙা বোলেৰে বোলোৱা। মন কৰিবলগীয়া কথা হ'ল হনুমানৰ এই মূৰ্তিসমূহে নিজেই নিজক অৰ্চনা কৰিব লাগে। ফাৰ্গুচন কলেজৰ টিলাত অৱস্থিত ইতিপূৰ্বে বিহাৰ থকা কিন্তু পিছলৈ বিভিন্ন ধৰ্মপন্থাৰ আঁচোৰ লগা গুহাবোৰৰ প্ৰবেশ দ্বাৰৰ বাওঁফালে যি এটি প্ৰাচীন হনুমানৰ পাতল সাঁচৰ প্ৰতিমূৰ্তি আছে, তাৰ ওপৰত গভীৰভাৱে খোদিত কৰা নতুন হনুমানৰ মূৰ্তি পোৱা যায়। এই মূৰ্তি ১৯৪৩ চনতহে সজা হৈছে।

এইজনা বেতালে অমাৱস্যাৰ দিনা ছাগলী বা কুকুৰাৰ বলি পায়। কেতিয়াবা পূৰ্ণিমাতো এনে বলি হয। বলিদাতাসকলে সাধাৰণতে জন্তুটো কুটিবাচি ৰান্ধি মূৰ্তিৰ সন্মুখতে খায় যদিও বেতাল শিলচটাৰ ওপৰত এটোপাল কেচা তেজ পেলাই দিয়া হয়। ভক্তসকলৰ ভিতৰত পুনাৰ মালসকলেই ঘাই। এওঁলোকে মালযুঁজত জয়লাভ কৰা আৰু পূৰ্বপণৰ ঋণশোধ কৰাৰ বৰ বিচাৰি ইয়ালৈ আহে। পৃষ্ঠভূমিত অবস্থিত পৰ্বত থকা জ্যেষ্ঠ বেতালজনৰ হৈ এই কনিষ্ঠ বেতালে বলি গ্ৰহণ কৰে। জ্যেষ্ঠজন বেতাল আছে পাৰ্বত্য-চূড়াৰ সমভূমিৰ কুঁজটোত আৰু তাৰ সোঁ-দাতিত থকা পঞ্চগ্ৰামৰ সঙ্গমস্থলত। ইয়াৰ উচ্চতা ২৩৬৫ ফুট, আৰু ই নেশ্যনেল লেবৰেটৰীৰ পিছফালে। বেতালথানৰ তিনিফালে তিনিফুট ওখকৈ শুকান শিলৰ বেৰ দিয়া

আছে। ছালখন ওখোৰা-মোখোৰা আৰু দন্তাৰে লেও দিয়া লোৰে তৈয়াৰী; মুৰ্কালি থানখনৰ আকাৰ ৩৮'/২২' বৰ্গফুট-কোনো এক পৰিয়ালৰ এজন অবিবেচক বুঢ়াই বেতালৰ প্ৰতি কৃতজ্ঞতা দৰ্শাবলৈ প্ৰথম মহাসমৰৰ পিছত এই ছালিখন দিয়ায়; কিন্তু বেতালক সদায় মুৰ্কালি ঠাইতহে ৰখা নিয়ম। গতিকে এই অপকৰ্মৰ ফলত বুঢ়া হেনো সবংশে ধ্বংস হ'ল—এই কাহিনী এতিয়াও ওচৰৰ গাৱঁৰ মানুহে সকৰুণ গৰ্বেৰে বৰ্ণায়। ঘাই ভূতজনাৰ আশে-পাশে সৈন্য-সামন্ত ৰূপে থকা ৰঙা ৰং দিয়া প্ৰায় পঞ্চাশটি শিল আছে, তাৰে কেইটামান শিল থানৰ ভিতৰতো আছে। কিছু-মানত ৰঙা বোলৰ ওপৰত চূণৰ ফোঁট দিয়া আছে। পূৰ্বতে চ'তিবোৰত ভালেমান ঘণ্টা আঁৰি থোৱা আছিল, এইবোৰ বজাই ভক্তসকলে নিজৰ আগমনীৰ জাননী দিছিল। দুৰ্ভাগ্যবশতঃ দ্বিতীয় মহাযুদ্ধৰ সময়ত ধাতুৰ নাটনি হোৱাত তাৰে এটাৰ বাহিৰে সকলো ঘণ্টা চুৰি হয়। নাৰ্মানিত থকা কনিষ্ঠ বেতালৰ সুন্দৰ ঘণ্টাটিও সেই সময় অপহৃত হয়। এসময়ত কিছুকালৰ বাবে পূজাৰ শিলত মাটিৰ এটা ভয়ানক মূৰ্তি মহানগৰৰ ( পুনাৰ ) মন্দিৰ আঁহিত প্ৰতিষ্ঠা কৰা হৈছিল। কিন্তু কোনো উতনুৱা ভক্তই সেই মূৰ্তি ভাঙি পেলালে। ৩০ চেণ্টিমিটাৰ ওখ, চেপেটা, মূৰৰফালে ঈষৎ জোঙা, কিন্তু লিঙ্গাকৃতি এই আদিম শিলচটা প্ৰাচীন সৰলতাৰ প্ৰতিমূৰ্তি, ই আংশিকভাৱে প্ৰাকৃতিক শিলাখণ্ড আৰু আংশিকভাৱে ৫½ বৰ্গফুট ওখ শিলাকুটিৰ হাতে গঢ়া গোৰ শিলত প্ৰতিষ্ঠিত। মূল দেৱতাৰ লগত সাদৃশ্যহীন, কিন্তু তেওঁৰ প্ৰতীকস্বৰূপ এই মূৰ্তিৰ যিযুৰি চকু আছে, সেই যুৰি শিলত নাই—প্ৰায় ৩০ মিলিমিটাৰ ডাঠ ৰঙা চামানিতহে আছে। পৰ্বত বগাবলৈ আৰু হাবি ভাঙি যাবলৈ টান নোপোৱা যাত্ৰীয়ে ইযালৈ উঠি আহি কেতিয়াবা বলিদান দিয়েহি। ঠাইটুকুৰাক পবিত্ৰ স্থান বুলি বিবেচনা কৰা হয় যেন লাগে। বেতালৰ জন্মতিথি পূৰ্ণিমাত পৰে ( সাধাৰণতে সকলো বেতালৰ জন্মতিথি এই তিথিতে পৰে )। সেইদিনা দূৰ দূৰণিৰপৰা মানুহে ইযাত পূজা দিবলৈ আহে। অকল গাৱঁলীয়া মানুহেই নহয়, গোড়া বুৰ্জোৱা আৰু শকত-আৱৃত ইংৰাজী জনা বিষয়াইও হাতত ৪ গেলনমান পানী ধৰা তামৰ পাত্ৰ আৰু ফুল আদি লৈ ফোঁপাই-জোঁপাই কষ্টেৰে পৰ্বত বগাই ওপৰলৈ উঠি আহি দেৱতাৰ গা ধুৱায় আৰু তেল-মিহলি সেন্দূৰৰ বোল সানি দি পূজা সমাপন কৰেহি।

দৰাচলতে এই বেতালজনা ১৯৩৪ চনত ল কলেজৰ কাষৰ থানত প্ৰতিষ্ঠা কৰা মধ্যবিত্তৰ প্ৰিয় দেৱতা হনুমান আৰু আনুষ্ঠানিক ক্ৰিয়া সহকাৰে ৰোৱা বড় গছৰ তলত থকা নিশকতীয়া বেতাল আৰু মাঙ-চেভাতকৈ বয়সীয়া। পিছৰ থানখনত প্ৰায় দুই ডজনমান চূণ-সনা শিল আছে; এই শিলবোৰ লুটিয়াই শত্ৰুৰ নাম কৈ

শাপ দিলে শত্ৰু ধ্বংস হয় বুলি প্ৰবাদ আছে। এই কেউথন থান ওচৰৰ পৰ্বত-টোতে অৱস্থিত। শুনিছিলো বোলে ১৯২৫ চনত বংশগত কাজিয়াত লাগি একপক্ষই প্ৰতিশোধ ল'বলৈ ইয়াত দুটা নৰহত্যা কৰিছিল। মানুহ দুটাক দূৰৰপৰা ধৰি আনি সম্ভৱতঃ দেৱতাৰ আগত বলি দিয়াৰ পিছত শ দুটা থানৰ চৌহদত পেলাই থোৱা হৈছিল। এই ঘটনাৰপৰা অনুমান হয়, এই ঠাইটুকুৰাৰ লগত এনে কিছুমান কথা সংশ্লিষ্ট আছে যিবোৰ কেৱল এই সীমান্তবৰ্তী দেৱতাৰ লগত সম্পৰ্কিত নহয়। পৰ্বত চূড়া নিৰীক্ষণ কৰিলে এটা বিচিত্ৰ তথ্য ওলাই পৰে। বেতাল থানৰ চৌপাশে বজটোত শেষ প্ৰস্তৰ যুগৰ ভালেমান ক্ষুদ্ৰশিলৰ হাতিয়াৰ ( চিত্ৰ-১-৩ ) পৰি আছে। প্ৰিজম আকৃতিৰ' ক'ৰ অৰ্থাৎ মূল শিলৰ বিভিন্নফাল, ক্ৰমাৎ বিভিন্ন কোণত খুন্দিয়াই ভাঙি এই 'ফ্লেক' বা হাতিয়াৰবোৰ তৈয়াৰ কৰা হৈছিল। সেই কাৰণে তলৰফালে এক সমতল আৰু ওপৰফালে দুটা বা ততোধিক সমতল দেখা যায়। ইয়াত বৰ ডাঙৰ শিল পাবলৈ নাই, পোৰাবোৰো কামৰ উপযোগী নহয়, কিন্তু ফ্লেকবোৰ কাঁচৰ দৰে চোকা। ইয়াক নিৰ্মাণ কৰিবলৈ দৃষ্টিশক্তি আৰু হাতৰ শক্তিৰ উপৰিও সূক্ষ্ম-দৰ্শিতাৰ আৱশ্যক। উক্ত পৰ্বতৰ ঠেক শিৰবোৰত স্বাভাৱিক অৱস্থাত থকা দাক্ষিণাত্যৰ আগ্নেয়গিৰিসম্ভূত স্তৰত অৱস্থিত Chalce dony আৰু agate শিলেৰে নিৰ্মিত এই হাতিয়াৰবোৰৰ ঘনতা বেতাল থানৰ ৫০ মিটাৰ ব্যাসাৰ্দ্ধৰ সিফালে প্ৰায় দশগুণ কমৰলৈ থকা দেখা যায়। এই ঠাইটুকুৰাৰ লগত যে শেষ প্ৰস্তৰ যুগৰ সম্পৰ্ক আছে তাক স্পষ্টভাৱে ধৰিব পাৰি। মোৰ অনুমান, প্ৰস্তৰ যুগতো এই ঠাইটুকুৰা পূজাৰ স্থান আছিল। তেতিয়াও আজিৰ দৰেই চূড়াত পশুবিলাক চৰোৱা হৈছিল ( IAR 1955ৰ ৫৫ পৃষ্ঠাত প্ৰকাশিত প্ৰবন্ধত মন্দিৰ আৰু শিলৰ হাতিয়াৰৰ সম্পৰ্কৰ কথা বাদ দিয়া প্ৰসঙ্গ দ্ৰষ্টব্য ) আৰু খনা মাৰিৰে বা পাতল নাঙলেৰে খেতি কৰা হৈছিল। ভৈয়ামত যিটুকুৰা একমাত্ৰ সাৰুৱা মাটি আছে, সেইটুকুৰা ইউক্ৰেনৰ 'ছেৰনো জেম' মাটিৰ দৰে গধুৰ বা টান, তাত ছটা বা আঁঠোটা ষাঁড় গৰু নহ'লে হাল বোৱা টান আৰু আনকি আধুনিক তীখাৰ নাঙল ব্যৱহাৰ কৰিলেও সিমান গৰুৰেই লাগে। প্ৰথম খেতি খুব সম্ভৱ পৰ্বতৰ ওপৰৰ ঠেক আৰু দীঘল সমভূমিতহে আৰম্ভ হৈছিল।

এই ঠাইৰ পাঁচ মাইলমান দূৰত একাবেঁকা একে ধৰণৰ পাৰ্বত্য-চূড়াৰ সমতলত আৰু এটি কুঁজ আছে ( ইয়াৰ উচ্চতা ২৪০৪ ফুট ); তাতে সামন্ত যুগত পতা সৰু ভৈৰৱ থান এখন আছে। মূল থানখন বৰ্তমানৰ 'বাৱধান' গাৱঁৰ তলৰ স্তৰলৈ নমাই দিয়া হ'ল যদিও শিখৰৰ দেৱতাজনকে আদিম বুলি গণ্য কৰা হয়। প্ৰথম উপত্যকাৰ জ্যেষ্ঠ আৰু কনিষ্ঠ বেতালৰ লগত এই ভৈৰৱদ্বয়ৰো বিকাশৰ সাদৃশ্য বৰ্তমান। ইয়াৰ

উপৰিও ভৈৰৱ মন্দিৰৰ আশে-পাশে থকা পৰ্বত চূড়াৰ ওপৰ স্তৰত পোৱা স্ফটিক শিল্পদ্ৰব্যবোৰৰ ঘনতা পৰ্বতটোৰ অন্যান্য ঠাইৰ দ্ৰব্যৰ ঘনতাতকৈ দেখাদেখিকৈয়ে বেছি। বোধহয় তাতে এই হাতিয়াৰবোৰ তৈয়াৰ কৰা হৈছিল অথবা বিনিময়ৰ বাবে ইয়ালৈ অনা হৈছিল—সম্ভৱতঃ বালিকটীয়াসকলৰ চৰম ব্যৱহাৰৰ অৰ্থে। অৱশ্যে এনেও হ'ব পাৰে যে এই ঠাইবোৰ আগতে আদিম মানুহৰ বাসস্থান আছিল আৰু খেতিৰ বিকাশৰ লগে লগে উপত্যকালৈ নামি গ'ল। যি কি নহওক, মহাৰাষ্ট্ৰৰ ভিতৰত এনে ধৰণৰ বহুত পূজাৰ প্ৰচলন আছে। সেইবোৰৰ বিষয়ে বহুত কথাই জানিবলৈ পোৱা যায় আৰু ইয়াতোকৈ ডাঙৰ মন্দিৰ থকাৰ কথাও জনা যায় ( অৱশ্যে মন্দিৰবোৰ পুৰাতত্ত্বৰ গৱেষণাৰ অন্তৰাযহে হৈছে।)।

পুনাৰ নিচেই কাষতে থকা প্ৰাচীন পাৰ্বতী মন্দিৰ বৰ্তমান প্ৰসিদ্ধ ব্ৰাহ্মণ্য দেৱতা-সকলৰ উদ্দেশ্যে নিৰ্বেদিত, কিন্তু এনে ধৰণৰ বহুত মন্দিৰৰ সন্ধান পোৱা যায় যিবোৰত সামান্যভাৱে ব্ৰাহ্মণ্য প্ৰভাৱ পৰিলেও ভিতৰত আদিম দেৱ-দেৱীৰ প্ৰাধান্য এতিযাও ৰৈ গৈছে। এই দেৱ-দেৱীবোৰক হয় পোনপটীয়াভাৱে নহয় অধীনস্থ অন্য কোনো দেৱতাৰ মাৰফত বছৰি সদায় বক্ত বলিদান কৰা হয়। এই ঠাইবোৰত অধিক গৱেষণা নকৰিলে এনে ধৰণৰ সমস্যাবোৰ সমাধান কৰা টান হ'ব। ওপৰত উল্লিখিত দুয়োটুকুৰা ঠাইত থকা শিলাস্তৰৰ ওপৰত মাটি কম, গতিকে খানিলেও বিশেষ বস্তু পোৱা নাযাব। এই ঠাই দুখনত ঘৰৰ ভগ্নাৱশেষ আছে বুলি ধাৰণা নহয়, কাৰণ, চূড়াত নিজৰা বা পানীৰ উহ নাই। এইবোৰত পোৱা আধুনিক কালত সজা মাটিৰ বাচনৰ খোলাকটিবোৰ উক্ত ঠাইবোৰত গুপ্ত আড্ডা পাতি থকা ডকাইতৰ মদ পান কৰা পাত্ৰৰ অৱশিষ্ট, পৰ্বতৰ এই কুঁজবোৰ গুপ্তস্থান হিচাপে আদৰ্শস্থানীয়। কেতিয়াবা গৈৰিক বসনধাৰী দাড়ি নুখুৰুওৱা ধাৰ্মিক ফকিৰে বে-আইনীভাৱে ডকাইতৰ লগত যোগ হৈ ধন আৰ্জিবৰ বাবে অথবা বন দেৱতাৰ পূজা কৰি পুণ্য আৰ্জিবৰ বাবে আহে। কলহবোৰ সিহঁতে এৰি থৈ যায়। দেশৰ এই অঞ্চলটিয়ে প্ৰস্তৰ যুগৰপৰা মাজত তাম্ৰ-লৌহ যুগত ভৰি দিয়াৰ কোনো চিন-চাব নৰখাকৈ লোৰ যুগত বৰপলমকৈ প্ৰৱেশ কৰিলেহি যেন অনুমান হয়; কাৰণ, ইয়াত তামৰ হাতিয়াৰ পোৱা নাযায়। আগতে উল্লেখ কৰি অহা অনতিদূৰৰ লোৰ শিলা-চামনিবোৰৰপৰা পুৰণি কালত পুৰি লো উলিয়াব পৰা হৈছিল। এই বিষয়ে আগতেও ব্যাখ্যা কৰি অহা হৈছে। ইয়াত সহজতে পোৱা তামৰ খনি ক'তো নাই। পুৰণি কালত কিছুমান ঘাই বাণিজ্য-পথ পুনা চহৰৰ মাজেদি গৈছিল; অৱশ্যে উপকূল-ভূমিৰ উন্নতি হোৱাৰ পিছতহে এইবোৰ পথ আৰম্ভ হৈছিল।

২,৫ আন এটা দিশৰপৰা বিষয়টো অনুসন্ধান কৰিব চাওঁহক। দেৱতা আৰু পূজাৰ উৎপত্তি অনুসন্ধান কৰোঁতে কিছুমান পুৰাতাত্ত্বিক আবিষ্কাৰো কৰা হ'ল, এই অনুসন্ধানবোৰৰ লগত লিখিত নথিৰ সম্পৰ্কও নোহোৱা নহয়। ভাৰতবৰ্ষত এনেবোৰ নথিৰ সৰহভাগেই ধৰ্মতত্ত্ববিষয়ক পুথি। নিম্নস্তৰৰ দেৱ-দেৱীবোৰৰ এটাৰপৰা আনটোক নিলগাই চোৱা টান, ভক্তসকলৰপৰা পোৱা খবৰৰ বাহিৰে সিবিলাকক বেলেগকৈ চাবৰ বাবে আন একো উপায় নাই। বেতাল (সং বেতাল, হিন্দী বেতাল), ম'হচোৰা (ভূত), কালুবাই (ক'লাদেৱী বা আই মাতৃ বা পৰবৰ্তী যুগৰ শিৱপত্নী কালী) মৰি অম্মা[১৪] (কলেৰাৰ অধিষ্ঠাত্ৰী মৰণ-দেৱী)—এই সকলোবোৰৰ গাত ৰঙা বোল দিয়া হয আৰু দেখাতো একে। দেখিলে শিলচটা দেৱনে দেৱী তাক কোৱা টান। উদাহৰণস্বৰূপে শেষৰজনা দেৱীৰ কথা ক'ব পাৰি এওঁৰ পূজক হ'ল অন্ত্যজ মাং জাতি, সম্ভৱতঃ এওঁলোক ঐতিহাসিক মাতঙ্গ জাতিৰ সতি-সন্ততি। এওঁলোকৰ সমাজ এতিযাও বেছিভাগ ক্ষেত্ৰতে জনজাতীযই হৈ আছে। এই থানখনলৈ উচ্চজাতিৰ মানুহেও দান পঠিয়ায় আৰু তাত বিভিন্ন গুপ্ত উপায়েৰে পূজা দিযে, এবাৰ দেৱাল সাজিবলৈ ঠাইৰ দৰকাৰ হোৱাত এজন জমিদাৰে উক্ত থানৰ লগত জড়িত 'বাবুল' গছ (Accecia Arabicaor A Ferruginea) এজোপা কাটি পেলাইছিল, তাৰ ক্ষতিপূৰণ হিচাপে সৰু ইটাৰ থান এখন সজাই দিছিল— ইয়াৰ ফলত তেওঁৰ কোনো অনিষ্ট হোৱা নাছিল। এনেধুৰা বৃক্ষ-দেৱতা ইয়াত বহুত আছে। পিপল বা আঁহত গছে (Ficus Religiusea) প্ৰাক ঐতিহাসিক কালৰেপৰা ধাৰাবাহিকভাৱে ভাৰতবৰ্ষত পূজা পাই আহিছে আনকি বুদ্ধই এনে এজোপা গছৰ তলত বুদ্ধত্ব প্ৰাপ্ত হোৱাৰ বহুত আগৰেপৰাই। স্থানীয় আঁহত দেৱতাৰ নাম 'মুঞ্জাবা', এওঁ উপনয়ন নোহোৱা ল'ৰা-ছোৱালীৰ দেৱতা। বড় (Ficus Bengalusis) গছ পতিক মৰণৰপৰা উদ্ধাৰ কৰা সতী সাবিত্ৰীৰ নামৰ লগত জড়িত। সেইবাবে সকলো সতী তিৰোতাৰ বড় অধিষ্ঠাত্ৰী দেৱতা। এই দুজোপা ডিমৰুজাতীয় গছ ভক্ষণীয় (টোটেম), একে শ্ৰেণীৰ উড়ুম্বৰ (Ficus glomereta) গছৰ দৰে ই সোৱাদ আৰু লঘুপাকী। এই খোৱাৰ কথা 'পৈপলাড' আদি নামৰপৰা

---

১৪. ভান্দা দি গাম'ই সবাহ্নয়ে উক্ত দেৱী মৰিআম্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছিল, এই শ্ৰদ্ধাঞ্জলি ঐতিহাসিকভাৱে গ্ৰহণীয় যদিও ধৰ্মপাৰ্থত হাস্যকৰ আৰু অনভিপ্ৰেত। তেওঁলোকে স্থানীয় মৰিআম্মা'ৰ মন্দিৰত সোমাই আঠুকাঢ়ি পূজা কৰি পুৰোহিতৰ শান্তিজল গ্ৰহণ কৰিছিল। তেওঁলোকে ভাৰ্জিন মেৰীৰহে পূজা কৰিছিল বুলি ভাবিছিল। তেওঁলোকৰ ভিতৰত একমাত্ৰ কেৰাও-ডেছ্-নাইহে এই কথাত সন্দেহ প্ৰকাশ কৰিছিল। (Var Intro, ıvi)

জানো—কাৰণ পৈপপ্লাড শব্দৰ অৰ্থ পিপল-খাওঁতা উড়ুম্বৰৰ অৰ্থ হ'ল উড়ুম্বৰৰ সতি-সন্ততি। প্ৰকৃতপক্ষে এওঁলোক এটি ইতিহাস-প্ৰসিদ্ধ জনজাতি, এওঁলোকৰ মুদ্ৰাত এই পবিত্ৰ গছজোপা অংকিত আছে। ৰোগ-নাশক দেৱ-দেৱীৰ ভিতৰত সবু আইৰ দেৱী 'গোৱা বা'ৰ নাম উল্লেখযোগ্য। এওঁৰ লগত দেৱীৰ মূল ৰূপৰ সাদৃশ্য নাই। এওঁ প্ৰতীকীকৃত আৰু নিয়মিত ৰূপৰ শিল মাথোন। কোনো এটি উপলক্ষ্যত এওঁৰ গাত হালধিৰ বোল আৰু ৰঙা ৰঙৰ প্ৰলেপ সনা হয়। বৰ আইৰ দেৱী হ'ল শীতলা দেৱী ( শান্তদেৱী )। সাধাৰণতে এওঁ নৈত পোৱা স্ফটিক শিল। বৰফৰ মোনা ওলোৱাৰ পূৰ্বে এই শিলৰ স্পৰ্শ ৰোগীৰ গাত দিয়া হৈছিল। শীতলা দেৱীৰ থান প্ৰতি গাৱঁতে আছে আৰু গাৱঁবপৰা ক্ৰমে নগৰলৈ পৰিণত হোৱা পুনা চহৰত কুৰিতকৈও অধিক এনে থান পোৱা যায। ছিটা লোৱাৰ দশম বা দ্বাদশ দিনত এই দেৱীয়ে উক্ত মাতৃসৱৰপৰা দান পায। গতিকে, বিশেষকৈ যিসকলে জেন্নাৰৰ নাম শুনা নাই অথবা যিসকলে ছিটাক আধুনিক ৰক্তপূজা বুলি ভাবে, সেইসকলে এতিয়াও তেওঁক বসন্তৰ ৰক্ষক বুলি বিবেচনা কৰে যেন লাগে। পুনাৰ গলিয়ে গলিয়ে এনেকুৱা বহুত পূজা হয়। পেশ্বোৱাসকলৰ গৌৰৱৰ যুগত পুনা নগৰলৈ অহা ব্ৰাহ্মণসকলে চলোৱা পাৰিবাৰিক দেৱতাৰ পূজাৰ আলম লৈ ভালেমান মন্দিৰৰ উৎপত্তি হ'ল . লগতে অসংস্কৃত দেৱ-দেৱতাবোৰৰো প্ৰচলন চলি থাকিল। কোনো কোনো ক্ষেত্ৰত স্থানীয় দেৱতাকো নথিভুক্ত বা শাস্ত্ৰীয় দেৱতাসকলৰ লগত সুমাই লোৱা যেন দেখা যায়, অথবা সেইবোৰৰ জন্ম উক্ত নথিভুক্ত দেৱতাসকলৰপৰাই হ'ব পাৰে। উদাহৰণস্বৰূপে ক'ব পাৰি যে মহাৰাষ্ট্ৰীয লোকসকলৰ ডাঙৰ দেৱতা বিথোৱাক বিষ্ণুৰ অৱতাৰ বুলি ধৰা হয়, তেওঁৰ পত্নী ৰখুবাইকো লক্ষ্মী বোলা হয। বেতালৰ প্ৰসঙ্গলৈ অহা যাওক। সংস্কৃত সাহিত্যত এওঁ ভূত বা একপ্ৰকাৰ অপদেৱতা। বিক্ৰমাদিত্যৰ উপাখ্যানসমূহৰ আলমত চালে তেওঁক এজন গণ্যমান্য অভিনেতা যেন লাগে। ভূতেশ শিৱৰ লগত তেওঁৰ মূৰ্তিগত সাদৃশ্য আছে। আন আন বয়সীয়া বেতালো সেইদৰে ভূতসকলৰ অধিপতি; কিন্তু শিৱলিঙ্গ অথবা শিৱমূৰ্তিৰ গাত সাধাৰণতে ৰঙা[১৫] সেন্দুৰৰ বোল নাই। বেতালৰ দৰে একেধৰণেৰে থকা ভৈৰৱৰ কথা আমি

১৫. বেতসা আৰু পিমপল্লী গাৱঁৰ মাজৰ অন্তৰ্বাহিকাৰ সঙ্গমস্থলত স্থানীয়ভাৱে 'বাঘোবা' বুলি এজন বাঘ-দেৱতাৰ পূজা প্ৰচলিত আছে। মূল ৰূপৰ লগত মিল নথকা প্ৰতীকীকৃত এই মূৰ্তি ঘূৰণীয়া আৰু কোটৰবিশিষ্ট; দেখাত ঠিক শিৱলিঙ্গৰ দৰেই। ইয়াৰ গাত ৰঙা সেন্দূৰৰ ডাঠ চামনি লগোৱা আছে, তাতে দুটা কোটৰ বহুৱাই চকু কৰা হৈছে। দেৱতাৰ সন্মুখত শিৱৰ প্ৰতীক নন্দী এটা আছে। এই দেৱতাৰ সন্মুখতে থুপ পাতি থকা কেবা ডজন অস্ত্ৰাকৃতি বৃষভে নন্দীৰ বংশ তালিকাৰ পৰিচয় দিছে। এই কথা সহজে ধৰিব পাৰি যে—আদিতে যি বলিদান-প্ৰথা আছিল সেইমতে ব্যাঘ্ৰদেৱতাক দিওঁ একোটা ষাঁড়গৰু বলি দিয়া হৈছিল, লাহে লাহে ষাঁড়ৰ সলনি শিলৰ ষাঁড়ৰ মূৰ্তিৰে উছৰ্গা কৰা প্ৰথা হ'ল। শেহত বোধহয় ব্ৰাহ্মণৰ প্ৰভাৱত পৰি শিৱৰ লগত এওঁ লীন হৈ যায়। বাঘৰ সংখ্যা হ্ৰাস পাই হাবিত চৰা গৰু-ম'হৰ বিপদ ক্ৰমাৎ কমিবলৈ ধৰাৰ লগে লগে এনে হোৱাটো সম্ভৱপৰ। অ'মহাতে, ডেৰাৰ টত ইয়াৰ স'তে একে ধৰণৰ পূজা এটি প্ৰচলিত আছে। এই পূজা হ'ল বাঘ-জাই দেৱীৰ পূজা। কিছুমান ঠাইত এওঁক সাত বাই-ভনীৰ এগৰাকী বুলি ধৰা হয়। অলপতে এই দেৱীৰ নামত এটি কম্ব মন্দিৰ সজা হৈছে। তাত ঘণ্টা আছে, চলিত প্ৰথাৰ পূজাও হয় আৰু বোম্বাই পুনা সদৰ পথৰ যাত্ৰীয়ে পাৰ হৈ যাওঁতে ইয়াত দানো দি যায়।

ইতিমধ্যে উন্নুকিয়াই আহিছোঁ; এই ভৈৰৱো শিৱৰ অংশ। খাটি শিৱ আৰু বেতালৰ দৰে এৰোঁ মৃত্যু দেৱতা; এওঁ বলিদান ল'ব পাৰে। শিৱৰ বিবাহিত পত্নী হ'ল কালী বা পৰ্বত-কন্যা দুৰ্গা, এইজনা দেৱীয়েও স্বাধীনতা লাভ কৰি নিজৰ ৰঙাবোলৰ বা চামনি পৰিহাৰ কৰিলে। স্বতন্ত্ৰভাৱে অৱশ্যে বহুত ঠাইতে এওঁ ৰক্ত বলিদান লৈয়েই আছে। হনুমানেও (মাৰুতি বা বায়ুপুত্ৰ) খেতিয়কসকলৰপৰা স্বতন্ত্ৰভাৱে পূজা পায় আৰু এনেকৈ পূজা দিওঁতে এওঁক অন্যান্য ইতৰ দেৱ-দেৱীৰ দৰে ৰঙা তাম বা সেন্দুৰেৰে বিভূষিত কৰা হয়। হনুমান অবিবাহিত মৃত্যু-দেৱতা; তেওঁক কেতিয়াবা শ্মশান-ঘাটৰ ওচৰত অৱস্থিত দেখা যায়—ঠিক শিৱ আৰু ভৈৰৱৰ দৰে। মৰাশটো তেওঁৰ আগেৰে নিওঁতে তাত বিশেষ পূজা দিব লাগে। হনুমানৰ ৰূপ টোটেম-জাত, তেওঁৰ মুখ আৰু নেজ বান্দৰৰ দৰে। বেতালৰ দৰে তেৰোঁ মালবিলাকৰ বিশিষ্ট দেৱতা (এই মালসকল এসময়ত যুঁজাৰু আছিল)। বেতাল আৰু হনুমানৰ জন্মদিন একে সময়তে পৰে। ভক্তসকলে এই মিলৰ ব্যাখ্যা দিবলৈ টান পায়। তেওঁলোকে মাথোন কয়, হনুমান বেতালৰ ভ্ৰাতৃ, ভিন্ন ৰূপ, অথবা অংশ, কিন্তু এওঁক শিৱ বা ভৈৰৱৰ অংশ বুলি কোৱা নহয। বৃহত্তৰ মন্দিৰবোৰত হনুমানক ৰামৰ বিনীত ভক্তৰূপে দেখা যায়,—কৰযোৰে প্ৰভুৰ সন্মুখত মূৰ দোও'ৱা অৱস্থাত। মূৰ্তিৰ এনে পৰিবৰ্তনৰ ব্যাখ্যা ৰামায়ণত পোৱা যায, তাত হনুমান ৰামৰ অনুগত বান্দৰ সেৱক। বিষ্ণুঅৱতাৰ ৰামক তেওঁ অপহৃতা সীতাৰ উদ্ধাৰত সহায়তা কৰিছে। খেতিয়কৰ দেৱতা এইদৰে জমিদাৰৰ দেৱতাৰ সেৱক হৈ গ'ল। অৱশ্যে ৰামো আদিতে উত্তৰ ভাৰতৰ স্থানীয় খেতিযকসকলৰ পূজ্য দেৱতা আছিল। হনুমানৰ এই দাসত্বৰ লগে লগে তেওঁৰ গাৰ ৰঙা বোলৰো অন্ত পৰিল।

কালক্ৰমত হোৱা উৎকৰ্ষৰ লগে লগে মূৰ্তিবোৰ উন্নত ভাস্কৰ্যত পৰিণত হয়গৈ, ভাস্কৰ্যৰ সম্পৰ্ক ধৰ্মতত্ত্বৰ লগত। এই সময়ত ৰঙা বোল লোপ-পায়। হিন্দুৰ ডাঙৰ দেৱতামণ্ডলীৰ মাজত জনাজাতকৈ এজনৰ গাতহে ৰঙা ৰঙৰ বোল আছে। তেওঁ হল গণেশ, গজানন বা দুৰ্গাপুত্ৰ (কিন্তু শিৱ-পুত্ৰ নহয়)। শিৱ পুৰাণ মন দি পঢ়িলে তাকেই পোৱা যায়। গণেশ লিপিকাৰ বা কাকতিসকলৰ দেৱতা। তেওঁ সৰু-বৰ সকলো বিঘ্নৰ স্ৰষ্টা আৰু নাশক। সেইবাবে তেওঁক শিৱৰ পৰিয়ালত সুমাই লোৱাৰ অৰ্থ বিভিন্ন ধৰ্মমতৰ আপোচ অথবা সমন্বয়হে—এনে প্ৰথাৰে এটি স্বাধীন পন্থা আম এটাৰ ভিতৰত সুমাই লোৱা হয়। নন্দী বৃষভৰ ক্ষেত্ৰতো একে ক্ৰিয়াকে দেখা যায়; নব্য প্ৰস্তৰ যুগৰ বৰ্বৰসকলে শিৱৰ নাম শুনাৰ আগলৈকে হেজাৰ হেজাৰ বছৰ ধৰি নন্দী স্বপূজিত হৈহে আছিল। লিঙ্গ-পুৰাণৰ

মতে এই পশুটো শিৱৰ সক্ৰিয় নীতি বা টোটেম। শিৱৰ ডিঙি মেৰাই থকা ফেঁটী সাপটোৱে শিৱৰ প্ৰতীক-লিঙ্গৰ ওপৰত ফণা তুলি থাকে আৰু ফেঁটীসাপৰ ওপৰতে বিষ্ণু অনন্ত নিদ্ৰাত মগ্ন, এই সাপটো আদিম পূজাৰ বস্তু। ইয়াক নীৰৱে বিভিন্ন জটিল ধৰ্মমতৰ অঙ্গীভূত কৰি লোৱা হ'ল। গণেশৰ বৈলিকা ৰঙা সেন্দূৰ পিন্ধোৱাৰ অৰ্থ কি তাক আমি ভালমতে জানো; কাৰণ, উপাখ্যানমতে এইজনা গজাননে সিন্দূৰাসুৰক বধি তাৰ তেজত গা ধুই আনন্দ লাভ কৰিছিল। গতিকে তেওঁক তেওঁৰ সন্তানি পিছলৈ সেন্দূৰৰ বোল দিয়া হৈছিল। ৰঙা বোলটো ই জীৱনৰ ঐন্দ্ৰজালিক শ্বাস প্ৰক্ৰিয়াসূচক সাৰ-বস্তু অৰ্থাৎ তেজৰ সমতুল্য বিকল্প-ৰূপে ব্যৱহাৰ কৰা হয় সেইকথা গণেশৰ বাহিৰে অন্যান্য দেৱ-দেৱীক দিয়া দক্ষিণাঞ্চলৰ কাৰ্য পৰ্যবেক্ষণ কৰিলেও ধৰিব পাৰি। কিন্তু এই অঞ্চলত সেই কথা এটি স্পষ্ট ঘটনা হিচাপে ধৰিব পৰা যায়। পুনাৰ বয়োবৃদ্ধ দেৱতা হ'ল কাচবা পীঠৰ (নগৰখনৰ প্ৰাচীনতম স্থান) গণেশ। এই গণেশমূৰ্তি (প্ৰায় ১৫০ মিলিমিটাৰ মান ওখ) সেন্দূৰেৰে ঢাক খাই আছে, তাত বেতাল বা আন নব্যপ্ৰস্তৰ যুগীয় মূৰ্তিৰ দৰে দুটা ৰূপৰ চকু পিন্ধাই দিয়া হৈছে। পুনাত কাৰোবাৰ ঘৰত বিয়া হ'লেই প্ৰথম নিমন্ত্ৰণ-পত্ৰ পায় গণেশে। বিশেষ এটা পৰিয়ালৰ মানুহেহে এই দেৱতাৰ পূজা কৰিবৰ অধিকাৰ পাইছে। প্ৰত্যেকজন পুৰোহিতে অপৰ্যাপ্ত দান মন্দিৰৰ দেৱালৰ শোচনীয় বিজ্ঞাপন (এই বুৰ্জোৱা যুগত পুনাৰ প্ৰত্যেক মন্দিৰৰ দেৱালত এনে ধৰণৰ বিজ্ঞাপন পোৱা যায়), মন্দিৰৰ মাটি আৰু প্ৰাঙ্গণৰ দোকানৰ খাজনা আদিৰপৰা হোৱা আয়ৰপৰা বৃজন পৰিমাণৰ ভাগ পায়। পুনাৰ বয়োবৃদ্ধা দেৱী হ'ল যোগেশ্বৰী, এওঁৰ পূজাৰো ব্যাপক চলন্তি। গতিকে তাৰো পুৰোহিতৰো যথেষ্ট লাভ হয়। পুৱা পাঁচ বজাত এই গোঁসানীৰ নিদ্ৰাভঙ্গ, বস্ত্ৰপৰিধান আৰু ভোজন সমাপন হয় আৰু প্ৰায় মাজৰাতি তেওঁৰ নিদ্ৰাৰ কাল খুলি পাটীত পৰিবলৈ দিয়া হয়, এই গোটেই কালছোৱা লানি নিছিগাকৈ হেজাৰ হেজাৰ দৰ্শক আহি তেওঁৰ চৰণত ধন, ফুল আৰু নাৰিকল আদি দি পূজা কৰে। এই ভক্তসকলে এখন কাপোৰৰ কেইবাটাও জাপৰ মাজেদি ভুমুকি মৰা এটি গম্ভীৰ ৰূপৰ মুখা দেখা পায়, কিন্তু অমাৱস্যাৰ দিনা পৰম্পৰাগত অলংঘনীয় প্ৰথা অনুসৰি দেৱীক কাপোৰ পিন্ধোৱা নহয়, তেতিয়া কটীয়া, গাঠলু দীৰ্ঘভুজা বিবসনা দেৱীৰ অবিকৃত মূৰ্তি অনিমজ্জ ৰূপত দেখা যায়। মন কৰিবলগীয়া কথা হ'ল, প্ৰথামতে এই চান্দ্ৰ দিৱসতে ৰঙা সেন্দূৰ ন-কৈ পিন্ধোৱাৰ দিন পৰে। গতিকে দেখা যায়, আদিম পূজাৰ অধিকাৰী এই মূৰ্তিটিক পিছলৈ সন্মানাৰ্হ কৰি

তোলা হ'ল। এতিয়া তেওঁৰ গাত আদিম ৰক্ত পূজাৰস্মৃতিহে মাধোন লাগি আছে। দেৱীৰ আজি পৰ্যন্ত স্বামী নাই, অৱশ্যে কিছুকালৰ বাবে মহাদেৱৰ মূৰ্তি এটাক স্বামী বুলি চিনাক্ত কৰা হৈছিল। এতিয়া মন্দিৰৰ চৌহদৰ একোণত সেই মহাদেৱ অৱনমিত আৰু অপূজিত অৱস্থাত পৰি থকা দেখা যায়। কাচুৰা পীঠত আই মাতৃৰ যিবোৰ বিকশিত বা উন্নত মূৰ্তি পোৱা যায়, সেইবোৰকহে কেৱল দেৱী বোলা হয়। পিতল আৰু তামৰ কাম কৰা মানুহবোৰৰ দ্বাৰা পূজিত (অৰ্থাৎ কাচাৰাসকল) মূৰ্তি দুটাক আকৌ কালিকা নামেৰে মতা হয়। কালিকাৰ বেলিকা ৰঙা বোল কেৱল কপালতহে পোৱা যায়, সেইটো বিবাহিতা স্ত্ৰীৰ চিন। অৱশ্যে ৫০০—১০০০ খৃঃৰ ভিতৰত ৰচিত কালিকা পুৰাণত (৭১ অধ্যায় ১৮—১৯ আৰু ১১৪—১৬ ছেদ) দেৱীয়ে ৰক্ত বলিদানত, বিশেষকৈ নৰবলিত বিশেষ আনন্দ লাভ কৰে বুলি কোৱা আছে। ইয়াৰ অৰ্থ হ'ল এনে ধৰণৰঃ জটিল ব্ৰাহ্মণ্য দেৱ-দেৱীসকলৰ আখ্যানৰ ভিতৰত এটা সত্য সদায় অন্তহীন কুসংস্কাৰৰ দ্বাৰা আচ্ছন্ন হৈ থাকে, সেইটো হ'ল এই যে আদিম আৰু নৃশংস পূজাবোৰ ধ্বংস নকৰি সেইবোৰৰ সংস্কাৰ সাধি ব্ৰাহ্মণ্যপূজাৰ অঙ্গীভূত কৰি লোৱা হ'ল। হিংসাত্মক

১৩ 'বস্তৰ' ৰাজ্যৰ নিচিনা দাঁতিঅলীয়া আদিবাসী অঞ্চলত বৰ্তমান শতিকাটোলৈকে ধৰি বহুতো শতিকা জুৰি নৰবলি প্ৰথা চলি থকাৰ গম পোৱা যায়। এনেবোৰ অঞ্চলৰ পৰা ই আকস্মিক ভাৱে পূজা-পাতিৰ বাবে হত্যাক গুপ্ত কৰাৰ খবৰ ওলায়। ঠগসকলে ধন সোণ লুটিবলৈ বধ কৰা হত্যাৰ ইতিহাসৰ লগত এনেকৈ পূজা-পাতল কৰি নৰবলি দিয়াৰ প্ৰথা সাঙুৰি দিয়াৰ ফলত এসময়ত সিহঁতক শাস্তি দমন কৰিব লগা হৈছিল। Sir Woodroffe এ "শক্তি আৰু শাক্ত" (Madras & London, 1930, p. 61) গ্ৰন্থত লেখিছে "নৰবলিৰ কথাকে কোৱা যাওক। তান্ত্ৰিক কালি কল্পলতা" গ্ৰন্থৰ মতে কেৱল ৰজা হৈহে এনে নৰবলি দিব পাৰে, (ৰাজা নৰবলিম্, দদ্যান্ ন অন্যো জনঃ), বিষ্ণুৰহস্য গ্ৰন্থমতে কোনো ব্ৰাহ্মণে এনে বলিদানত ভাগ ল'ব নোৱাৰে (ব্ৰাহ্মণানাম্ নৰবলিদানে নাধিকাৰঃ)' তথাপি স্কন্দ পুৰাণৰ Sahyadri Khanda ত (ed J Gersonda Cunna, Bombay 1877, p 306) কোৱা হৈছে যে কৃষ্ণানদী সঙ্গমৰ দক্ষিণে থকা কৰ্হাডা ব্ৰাহ্মণসকলে দেৱী আৰু অভ্যাগত ব্ৰাহ্মণ বলিদান দিছিল। যোৱা শতিকাতো এই সম্পৰ্কত তেওঁলোকক সন্দেহ কৰা হৈছিল (Wilson Indian Castes, 11 22. J.W.Crooke, the Popular religion ond folk lore of Northern India, London, 1896. 11. 169-179) এইবিলাক অৱশিষ্ট অনুষ্ঠানে ব্ৰাহ্মণ পুৰোহিতসকলৰ বিৰাট প্ৰভাৱত অনুষ্ঠানবিলাকৰ মানবোচিত সংস্কাৰ হোৱাৰ কথা যেনেকৈ দৰ্শায় ঠিক তেনেকৈ আনুষ্ঠানিক সংমিশ্ৰণৰ ফলত উচ্চজাতিৰ অনুষ্ঠানলৈ অমানবীয় বলিদান আদি আদিম প্ৰথাৰ পুনৰাগমন হোৱাৰ প্ৰমাণ কৰে। মূল কথা হ'ল যেতিয়ালৈকে উৎপাদনৰ ভিত্তিয়াৰ পুৰণিকলীয়া হৈ থাকে তেতিয়ালৈকে আদৰ্শৰ উৰ্দ্ধ-গাথনিত মৌলিক সলনি কৰা টান হৈ পৰে। সেইবাবে আদৰ্শগত বিনিময় সামাজিক আদান-প্ৰদানৰ নিদৰ্শন হিচাপে অতিশয় মূল্যবান বিষয়।

সংঘৰ্ষ নোহোৱাকৈ এনেকৈয়ে বিভিন্ন মানৱ গোষ্ঠীক সাধাৰণ সমাজভুক্ত কৰা হৈছিল। পেশোৱাসকলৰ গৌৰৱৰ দীৰ্ঘকালত সজা সুশোভিত পাৰ্বতী মন্দিৰৰ তলত আদিম দেৱতা মহ্ ছোবাৰ পূজা আজিও চলি থকা দেখা যায়। মধ্য ইউৰোপত খ্ৰীষ্টিয় চাৰ্চৰ সমুখত স্থানীয় নব্য প্ৰস্তৰ যুগীয় আদিম পূজাৰ প্ৰচলন চলি থাকিলে যেনে কথা হ'ব, ইও ঠিক তেনে কথা। ভাৰতৰ সামাজিক বিকাশৰ এই সহনশীলতাৰ স্বভাৱৰ আচল কাৰণ উৎপাদনৰ উপায় আৰু মানৱ-সম্পৰ্কৰ ঐতিহাসিক বিবৰ্তনৰ মাজত পোৱা যায়। স্থানীয় দেৱ-দেৱীবোৰক ব্ৰাহ্মণ্য দেৱতাৰ আত্মীয়, পৰিচাৰক, অৱতাৰ আৰু প্ৰতিৰূপ বুলি মানি লোৱাৰ সময়তে সংশ্লিষ্ট স্থান টুকুৰাও উৎপাদনৰ অথবা ব্যৱসায়ৰ কেন্দ্ৰ বুলি পৰিগণিত হৈছিল বা এনে কেন্দ্ৰলৈ ক্ৰমাৎ বিকশিত হৈছিল। বাৰাণসী, মথুৰা আৰু নাচিক আদি ডাঙৰ তীৰ্থস্থানবোৰৰ উৎপত্তি এনেদৰেই হয়।

২˙৬ ১৯৪১ চনৰ লোকপিয়লৰ ওপৰত ভেটি কৰি বোম্বাইৰ চৰকাৰে প্ৰকাশ কৰা গাৰ্বৰ চমু বিৱৰণীবোৰৰপৰা নিম্নলিখিত উদাহৰণবোৰ দিয়া হ'ল। তাত গাওঁখনৰ নামৰ পিছতে বন্ধনীত তালুক বা জিলাৰ নাম দিয়া আছে, তাৰ পিছত জনসংখ্যাৰ, ( চান্দ্ৰমাহৰ দ্বাৰা নিৰ্ধাৰিত পঞ্জিকা অনুসৰি হোৱা ) বছৰেকীয়া উৎসৱবোৰৰ আনুমানিক তাৰিখ, আৰু অগণিত তীৰ্থযাত্ৰীৰ সংখ্যা দিয়া আছে ঃ

| গাওঁ | জনসংখ্যা | উৎসৱ-কাল | যাত্ৰী-সংখ্যা |
|---|---|---|---|
| ৱিৱল ৰেধে ( ডহানু থানা )· | ২৮৬·· | মহালক্ষ্মী | ৪৫,০০০ |
| মহ্ সে (মুৰবাদ থানা ) ·· | ৫৩৯ | ( ট্ৰাইবেল, ১৫৯ ) জানুৱাৰী, | ৫০,০০০ |
| সপ্তশৃঙ্গী গড ( ক'লৱণ, নাসিক )· | ১৫৫ | ( ট্ৰাইবেল, ৫৩ ) এপ্ৰিল, | ৫০,০০০ |
| নইতলে ( নিফাড, নাসিক ) ·· | ৭৭৮·· | 'মল্লোলিয়াচ' জানুৱাৰী, | ৫০,০০০ |
| ৰাৰখেড (নিৱাছা, আহমদ নগৰ)··· | ৬৪১··· | লক্ষ্মীদেৱীৰ বাবে, এপ্ৰিল, | ৫০,০০০ |
| ইয়েৰড ( পাটন, চাতাৰা ) ·· | ৮৯৮··· | ইয়েৰউৱা দেৱতা, এপ্ৰিল, | ১০০,০০০ |

ইয়াৰে কিছুমান মেলাত আনুষ্ঠানিক আকৰ্ষণ বঢ়াবৰ বাবে গো-মেলা বা কৃষিজাত বস্তুৰ প্ৰদৰ্শনী পতা হয়। উদাহৰণস্বৰূপে ক'ব পাৰি, মহান-বাগায়তৰ ( বিজাপুৰ ) মেলাৰ কথা। আন কিছুমান মেলা আকৌ মাৰ্চমাহত হোৱা ইয়মনুৰ ( নৱলগুণ্ড ঃ ধাৰৱাৰ ) আৰু উৰুছৰ দৰে ( সাধুৰ ) সোঁৱৰণী উৎসৱৰ লগত সংযুক্ত কৰা হৈছে ;

পীৰ ৰাজ্যে বক্কৰৰ মেলাত নাই কমেও ১০০,০০০ লোকৰ সমাগম হয়। পুনাৰ কাষৰ আল্লান্দি মেলাত নবেম্বৰ মাহত ১০০,০০০তকৈও সৰহ মানুহ গোট খায়; সম্ভৱতঃ সৰ্বজনপূজিত সাধু জ্ঞানেশ্বৰৰ স্মৃতি-তৰ্পণ কৰিবলৈ এইসকল লোক আল্লান্দিলৈ আহে। তুকাৰাম তেওঁতকৈ অধিক জনপ্ৰিয় সন্ত; অথচ এওঁক সন্মান জনাবলৈ নবেম্বৰ আৰু ফেব্ৰুৱাৰী মাহত একেখন সৰু নৈৰ কেইমাইলমান উজনিত অৱস্থিত দেহুত যি উৎসৱ হয়, তাত ২০,০০০তকৈ অধিক লোকৰ সমাগম নহয়। গতিকে ধৰিব পাৰি, যে আল্লান্দিৰ পবিত্ৰতাৰ উৎস অকল সাধু জ্ঞানেশ্বৰেই নহয়, আন কিবা অপ্ৰচলিত বা প্ৰাচীন পূজাও এই আকৰ্ষণৰ কাৰণ হ'ব পাৰে। এই মেলাবোৰৰপৰা আমি ধান-ঘেঁহু আদি শস্য মানুহৰ জীৱিকাৰ উপায় হোৱাৰ সময়ত খেতিৰ ৰূপ কেনে আছিল তাক ধৰিব পাৰো আৰু পৰ্বতৰপৰা ভৈয়ামলৈ খেতি নমাই অনাৰ সময়ৰ কথা জানিব পাৰোহঁক। মহছে আদি অৰ্দ্ধ-ট্ৰাইবেল বসতি অঞ্চলবোৰৰ উপৰিও এতিয়াও ট্ৰাইবেলে বস-বাস কৰি থকা অঞ্চলত যিবোৰ মেলা-উৎসৱ হয় তাক চাই আমি সেইবোৰৰ উৎপত্তি ট্ৰাইবেল সমাজতে হৈছিল বুলি অনুমান কৰিব পাৰোঁ ঃ

অকলকুৱা বুদুখ

| | | | |
|---|---|---|---|
| ( মেৱাসী, পশ্চিম খাণ্ডেছ ) | ১৯৭· | ফেব্ৰুৱাৰী · | ১৫,০০১০ |
| মণিবেলি ( একে অঞ্চল ) | ১৯৮ | এপ্ৰিল | ১৬,০০০ |
| মুল্লী ( একে অঞ্চল ) | ৬৮১ | মাৰ্চ · | ১০,০০০ |
| চাৰঙ্গখেদে | ২০৯১ | ডিচেম্বৰ ( ট্ৰাইবেল ২৮৭ ) | ৫১,০০০ |
| ( শ্বেহাডা, পূৰ্ব খাণ্ডেছ ) | | | |

মন কৰিবলগীয়া কথা হ'ল, জনজাতীয় জীৱন পৰিহাৰ কৰি এখন সমাজে খেতিত ধৰিলে জনসংখ্যা প্ৰবলভাৱে বৃদ্ধি পায়। পৰিবৰ্তন শান্তিপূৰ্ণভাৱে ঘটিলে সৰ্বজনমান্য পূজাৰ স্থানবোৰত প্ৰাচীন দেৱ-দেৱীবোৰক স্মৰণ কৰাটো আৰু ডাঙৰ বছৰেকীয়া উৎসৱবোৰত সিবোৰক পূজা দিয়াটো অত্যন্ত স্বাভাৱিক কথা হৈ পৰে। ইফালে প্ৰত্যেকখন গাৱঁই সাধাৰণ পূজা-সেৱাৰ উদ্দেশ্যে নিজ নিজ দেৱতাক অৰ্থাৎ ৰঙা বোল সনা শিলক মানি চলে। এনে ধৰণৰ আটাইবোৰ মেলাৰ স্থানেই যে ক্ষুদ্ৰ গাওঁ আৰু সেইবোৰলৈ গলে তীৰ্থ-যাত্ৰীসকলে যে বৰ কষ্ট পায়, এনে নহয়। পন্ধৰপুৰেই আজিকালি মহাৰাষ্ট্ৰৰ সৰ্বসম্মত পবিত্ৰ বৈষ্ণৱ ধৰ্মকেন্দ্ৰ হিচাপে প্ৰসিদ্ধি লাভ কৰিছে। ইয়াৰ বিথোবা দেৱতা বিষ্ণুৰ অংশ ৰূপে পৰিগণিত হ'লেও আদিতে তেওঁ এজন স্থানীয় দেৱতাহে আছিল। ঠাইটুকুৰা প্ৰাচীন বাণিজ্য পথবোৰৰ

ছেদৰ্বিন্দুত অৱস্থিত। মহাভাৰত আৰু পুৰাণত প্ৰাচীন তীৰ্থ-যাত্ৰাৰ কেন্দ্ৰবোৰৰ নাম (অনিয়মিতভাৱে হ'লেও) উল্লিখিত হোৱাৰ পিছত সেইবোৰে মাহাত্ম্য লাভ কৰিলে। ভাৰতীয় তীৰ্থ-যাত্ৰীসকলে পূজাৰ স্থান আৰু বেপাৰৰ সুযোগ বিচাৰি আনকি সুদূৰ বাকু চহৰো ওলাইছিলগৈ।

অন্ধ-বিশ্বাস আৰু পূজা-পাতলৰ ওপৰতে মনোনিবেশ কৰি থাকিলে আমি পথভ্ৰষ্ট হোৱাৰ সম্ভাৱনাহে বেছি। অৱশ্যে আদিম যুগৰ হাতিয়াৰবোৰৰ ভিতৰত কিছুমান এতিয়াও টিকি আছে বুলি আমি দেখুৱাব পাৰোঁ। প্ৰাগৈতিহাসিক খনন-কাৰ্য পৃথিৱীৰ যি ঠাইতে হৈছে, তাতে পটা পোৱা গৈছে, কিন্তু ভাৰতবৰ্ষত পাকঘৰে পাকঘৰে আজিও ইয়াৰ ব্যৱহাৰ কৰা হয়। আন কি, বৈদ্যুতিক অথবা কেৰাচিনৰ ষ্টোভ ব্যৱহাৰ কৰিবলৈ লোৱাৰ পিছতো পটাৰ চলন্তি বন্ধ হোৱা নাই। এই পটাবোৰেৰে আজিকালি শস্য পিহি আটা বা অন্যান্য আহাৰ তৈয়াৰ নকৰে, তাৰ ঠাই ল'লে ঘূৰণ যাঁত অথবা যন্ত্ৰ-চালিত আটাৰ মিলবোৰে। পটাৰ প্ৰাচীন ৰূপবো সৰ্লীন হ'ল, জোঙা আৰু ঠেক প্ৰাচীন পটা ( Saddle Quern ) আজিকালি নাই, এই জোঙা পটা পিহোঁতাগৰাকীৰ ফালৰপৰা চালে ক্ৰমাৎ এঢলীয়া হৈ ওপৰলৈ উঠি যোৱা, তেওঁ নিশ্চয় আঁঠুৰ মাজত জোঙা মূৰটো সুমাই লৈ পিহিবলগীয়া হৈছিল। এঢলীয়া হোৱা বাবে বস্তুৰ ওপৰত জোৰেৰে আৰু সমানভাৱে হেঁচা দিয়াৰ সুবিধা হৈছিল। আধুনিক চেপেটা পটাবোৰত সাগৰৰ লোণৰ টুকুৰাৰ বাহিৰে ডাঙৰ বস্তু ভঙা দেখা নাযায় এই লোণবোৰ ডুখৰীয়া, গতিকে চৰুত বা ভাতৰ পাতত দিয়াৰ আগতে তাক গুৰি কৰিব লাগে। পটাত সাধাৰণতে কোমল শাক-পাচলি, নাৰিকলৰ বগাখিনি আৰু মচলা বটি ভাৰতীয় মানুহে খোৱা আঞ্জাত ব্যৱহাৰ কৰে। অঙ্ক অঞ্চলত একে কামৰ বাবে ইয়াতকৈ অধিক কাৰ্যক্ষম এটি সঁজুলি ব্যৱহাৰ কৰা হয়, ই দেখিবলৈ সাইলাখ পিহনা আৰু তাৰ লগৰ পিহনা মাৰিডালৰ (খুন্দনা আৰু খুন্দনা মাৰিও ক'ব পাৰি) নিচিনা। পিহনা মাৰিডাল গোটেই পিহনাটোত সোমাই ধৰা বাবে তাক প্ৰকৃতপক্ষে পিহাৰ কামত লগোৱা নহয়, মাৰিডাল তলিত পেলাই শলা-ঘূৰোৱাদি ঘূৰাই বস্তু গুৰি কৰা হয়, শেহৰফালে গুৰিবস্তুখিনি উলিওৱাৰ সময়ত বাদে আন সময়ত মাৰিডাল দঙা নহয়। পশ্চিম ভাৰতৰ উচ্চ শ্ৰেণীৰ তিৰোতাই পটাগুটি চলাওঁতে ওপৰভাগত খামুচি ধৰে নিম্ন শ্ৰেণীৰ তিৰোতাই দুয়ো মূৰে ধৰি পিহে। পিছৰটো কাম টান, কাৰণ, পটাগুটিটো এবাৰ আগলৈ আৰু এবাৰ পিছলৈ জোৰেৰ লৰাওঁতে তাৰ এক চতুৰ্থাংশ ঘূৰাব লাগে। এই শ্ৰেণীগত ভেদৰ কাৰণ প্ৰকৃততে ভৌগোলিক যেন লাগে। সাধাৰণতে ওপৰৰ ভাগত খামুচি ধৰাটো

উত্তৰ ভাৰতৰ নিয়ম, আৰু মূৰ দুটাত ধৰাটো দক্ষিণ ভাৰতৰ নিয়ম। এই তথ্যই সাহিত্যিক পৰম্পৰাকো সমৰ্থন কৰে অৰ্থাৎ এই পৰম্পৰা মতে স্থানীয় ব্ৰহ্মণসকল উত্তৰৰপৰা অহা। লগে লগে এই তথ্যই এইটোও প্ৰমাণ কৰে যে দক্ষিণ ভাৰতৰ মনুহে উত্তৰৰ মানুহে ব্যৱহাৰ কৰিবলৈ এৰাৰ ভালেমান দিনৰ পিছলৈকে কঠিন বস্তু গুৰি কৰিবলৈ প্ৰাচীন-পটাৰ ব্যৱহাৰ কৰি আছিল, কাৰণ, শস্যখুন্দা পটাগুটিটো দুযোমূৰে ধৰি ব্যৱহাৰ কৰা অপেক্ষাকৃতভাৱে সূচল। প্ৰস্তৰ যুগ অন্ত পৰাৰ আগতে যেতিয়া প্ৰথম কৃষিৰ প্ৰবৰ্তন হয় তেতিয়া এই হাতিয়াৰটোৰ ব্যৱহাৰ হয়। এই হাতিযাৰৰ লগত জড়িত থকা এটা উৎসৱ ব্ৰহ্মণসকলেও পালন কৰা দেখা যায়, অথচ কোনো ব্ৰাহ্মণ শাস্ত্ৰতে তাৰ উল্লেখ নাই। সাধাৰণতে ব্ৰাহ্মণ শাস্ত্ৰত জন্মৰপৰা মৃত্যুলৈকে পালনীয সকলো ক্ৰিয়া বা পূজা-পাতলৰ নিৰ্দেশ দিয়া থাকে। ল'ৰাৰ নামকৰণৰ দিনা বা তাৰ আগদিনা ( জন্মৰ বাৰ দিনৰ দিনা নামকৰণ কৰা হয ) পটাগুটিটোক সাজপাৰ পিন্ধাই ল'ৰাৰ শোৱাপাটীৰ চৌদিশে ঘূৰাই তাৰ ভৰিপথানত থৈ দিয়া হয়। ইযাত 'সহানুভূতিসূচক মেজিকৰ' তত্ত্ব এটি নিহিত আছে। সন্তানটি শিলৰ দৰে সবল, নিষ্কলঙ্ক, দীৰ্ঘায়ু আৰু কাৰ্যক্ষম হৈ ডাঙৰ-দীঘল হোৱাৰ এটি বিশ্বাস ইয়াৰ লগত জড়িত। সৰু ল'ৰাটোৰ 'অংস'-বস্ত্ৰই ( কুঞ্চী ) পটাগুটিৰ পোছাক। ইযাৰ উপৰিও তাৰ গাত ৰঙা আৰু হালধীয়া ৰং থাকে। এডাল গলপতাও (নেকলেচ্) তাত দিয়া হয়। ইযাৰ এটাকো ল'ৰাৰ গাত পিন্ধোৱা নহয। অন্যান্য ভালেমান অনুষ্ঠানৰ দৰেই এই অনুষ্ঠানত নিহিত প্ৰতীকটোও বহু অৰ্থব্যঞ্জক। শিলচটাই আই-মাতৃ আৰু সন্তানৰ আশীৰ্বাদ দিওঁতা ( মঙ্গলাকাংক্ষিণী ) অপেশ্বৰী—দুয়োকে বুজায়। এই উৎসৱত কেৱল মাইকী মানুহে হে ভাগ লয। বযসীয়া ল'ৰা-ছোৱালী থকা আযতী এগৰাকীয়ে ইয়াৰ গুৰি ধৰে। এই উৎসৱ আজিও চলি থকাৰ অৰ্থ হল এয়ে যে হাতিয়াৰৰ লগতে প্ৰস্তৰ যুগৰ এই উৎসৱো ৰৈ গ'ল। পিছলৈ ব্ৰাহ্মণসকলেও স্থানীয় লোকৰপৰা এই উৎসৱ গ্ৰহণ কৰিলে। বৈদিক যুগত সোম-ৰস উলিযাবলৈ এনে পটা ব্যৱহৃত হৈছিল নে নাই ক'ব নোৱাৰি ; হয়তো দুচটা চেপেটা শিলেৰে সোমলতা চেপি ৰস উলিওৱা হৈছিল। এইবোৰ কথা অৱশ্যে অনুমান কৰাৰ বাহিৰে অন্য উপায় নাই।

কুমাৰসকলৰ নিৰ্মাণ কৌশলতো প্ৰাচীন কালৰ অৱশিষ্ট দেখা যায়। সৰহীয়াকৈ কলহ তৈয়াৰ কৰিবলৈ পুনাত বৃহৎ চাক ব্যৱহাৰ কৰা হয়, ডাঙৰ কলহাদি লেহেম গতিত চলা চাকতহে তৈয়াৰ কৰা হয়। এইবোৰ কলহ থহটা হয়। মতামানুহে কিন্তু এই ক্ষুদ্ৰ চাকবোৰ কেতিয়াও ব্যৱহাৰ নকৰে। এই থহটা মাটিৰ পাত্ৰবোৰ মতা

কুমাৰেহে মজবুত কৰি ভালদৰে পোনাই-পজৰাই গঢ় দিয়ে, তাৰ কাৰণে পাত্ৰৰ ভিতৰত সেকা মাটিৰ 'পালী' ( Backer ) আৰু বাহিৰত কাঠৰ ঘূৰণ মাৰি (Paddle) ব্যৱহাৰ কৰে। কুমাৰসকলে ধৰা ভাগেই পাত্ৰটো দক্ষতাৰে ঘূৰায়; যদি পাত্ৰটো বৰ ডাঙৰ হয়, তেন্তে তেওঁলোকে চাৰিওফালে খোজকাঢ়ি ঘূৰিব লাগে। অতি ডাঙৰ মাটিৰ পাত্ৰবোৰৰ ডিঙিত যি অকোৱা-পকোৱা নক্সা দেখা যায়, সেইবোৰ আদিম কালৰে পৰা চলি অহা, আন দেশত এই আঁচবোৰক দেৱী-মাতৃৰ গলপতাৰ সমতুল্য বুলি গণ্য কৰা হয়। মন কৰিবলগীয়া কথা হ'ল, পুনাত যিবোৰ ডাঙৰ মাটিৰ পাত্ৰ চকাত ঘূৰাই কৰা হয়, সেইবোৰো একেদৰেই বনোৱা হয়। এইবোৰৰ ডিঙি সৰু আৰু ডাঠ বেৰ থকা, ঘূৰোৱাৰ লগতে হাতেৰে তাৰ আযতনে বৃদ্ধি কৰা হয় ( চাকত বনোৱাবোৰত তেনে কৰা নহয় ), পাত্ৰবোৰৰ ধাৰকত্ব প্ৰায় চাৰিগুণ বৃদ্ধি পায়, সেইবোৰ মজবুত হয়, আৰু চাৰিও বেৰ পাতলীয়া হৈ উঠে। পাত্ৰৰ মুখখনত অৱশ্যে হাত দিয়া নহয়। এনে কৰাৰ কাৰণ এয়ে যে পুনাত পোৱা কুমাৰ মাটিবোৰ বৰ ভাল নহয়—যদিওবা এই মাটিবোৰ চহৰৰ কেইমাইলমান দূৰৰপৰা অথবা স্থানীয় নদী-সঙ্গমৰপৰা অনা হয়। কেৱল মাইকী মানুহে কুমাৰ-চাক ব্যৱহাৰ কৰে বুলিযেই যে নিৰ্মাণ কৌশলৰ প্ৰত্যাগমন ঘটিছে তাক ভৰাটো ভুল হ'ব, এই কাৰ্য প্ৰাচীন কালৰ নিৰ্ভাজ অৱশিষ্টহে। যুক্ত প্ৰদেশৰ মাটিত চিলিকাৰ পৰিমাণ অধিক হোৱা হেতুকে তাৰপৰা কুমাৰে ধুনীয়া, মজবুত আৰু পাতলীয়া বেৰৰ কলহ গঢ়িব পাৰে। উত্তৰ ভাৰতত কলহবোৰ স্থায়ী ভাতীত সেকা হয়, কিন্তু পুনাৰবোৰ সাধাৰণ মুকলি গাঁতৰ ভাতীত সেকা হয়। এইবোৰত খৰি হিচাপে ব্যৱহৃত তুঁহ আৰু খেৰৰ জাপ কেৱল আৰম্ভণিতে ভালমতে দিব পাৰিলেই জুই নিয়ন্ত্ৰণ কৰিব পাৰি। কুমাৰৰ চাক প্ৰাগ্-ঐতিহাসিক কালৰ খনন-কাৰ্যতো পোৱা গৈছে, এইবোৰ আজিকালিৰ চাকবোৰৰ দৰে একে। গতিকে তাৰপৰা আমি ইয়াকে ধৰিব পাৰোঁ যে পুনাৰ কুমাৰসকলে ঠিক আদিম নিৰ্মাণ কৌশল ব্যৱহাৰ কৰি হাতেৰেই পাত্ৰ গঢ়ি আছে। তেওঁলোকে মাথোন মাইকী মানুহে প্ৰথম কুমাৰ হিচাপে কাম কৰাৰ ঐতিহাসিক স্তৰ অতিক্ৰম কৰিছে। এতিয়া সেইকালৰ বিশেষ আদিম ধৰ্মানুষ্ঠান-বোৰৰো প্ৰচলন দেখা নাযায়। এই কুমাৰসকলে মাৰুতি, বিথোৱা, ৰখুমায়ী আৰু আন আন স্থায়ী দেৱ-দেৱীসকলক নিজে পূজাৰী হৈ অথবা উচ্চ জাতৰ লোকক ( মাৰাঠা 'গুৰৱ' জাতৰ মানুহে, কেতিয়াবা ব্ৰাহ্মণকো মতা হয় ) লগাই পূজা কৰে। এই কাৰণতে এটা কথা মন কৰিবলগীয়া যে আমাৰ দেশৰ ভালেমান গাৱঁলীয়া ঠাইত কুমাৰ জাতৰ লোকে গুৰুত্বপূৰ্ণ অনুষ্ঠানত—যেনে বিয়া আৰু অন্ত্যেষ্টি ক্ৰিয়াত

( বিশেষকৈ শ-পোতা সময়ত )—হয় সহায়ক হৈ নহয় নিজে উপস্থিত থাকি কাম সমাধা কৰায়। খেতিয়কৰ ভিতৰত থকা বিভিন্নজাতৰ লোকে ব্ৰাহ্মণ পুৰোহিতক নেমাতিলেও কুমাৰক মতাটো আৱশ্যকীয় কথা বুলি বিবেচনা কৰে। গাওঁ অঞ্চলত গাৱঁলীয়া অৰ্থ-নীতি মৰহি পৰাৰ হেতুকে কুমাৰ পৰিয়ালবোৰ তাৰপৰা পুনালৈ গুচি আহিছে। গাৱঁত মানুহে সৰহভাগ ক্ষেত্ৰতে মাটিৰ পাত্ৰৰ সলনি টিন বা তেনেকুৱা সস্তীয়া ধাতুৰ পাত্ৰ ব্যৱহাৰ কৰিবলৈ লৈছে, কিয়নো এইবোৰ বেছি দিন যায়। পুনাৰ 'কুম্ভাৰ-ৱেশ' অৰ্থাৎ কুমাৰ চুবুৰী দৰগাহ ছল্লাৰপৰা ওলোৱা আলিবাটৰ ঠিক সিফালে আৰু প্ৰাচীন ভগ্নাৱশেষেৰে পৰিপূৰ্ণ ওখ পুৰণি ঢীপ এটাৰ ওপৰত অৱস্থিত। কুমাৰৰ চাকৰ তলত এতিয়াও প্ৰাচীন গবাক্ষ আৰু দ্বাৰ-তোৰণবোৰ দেখা যায়। অৰ্থনৈতিক হেঁচাই কুমাৰ শিল্পৰ যিটো শাখাৰবাবে অধিক অৰ্থাগমৰ বাট মুকলি কৰিছিল, সেই শাখাটো মাৰি পেলালে,—অৰ্থাৎ খাপৰিৰ নিৰ্মাণ বন্ধ হৈ গ'ল। তাৰ ঠাইত ৰেলেৰে আজি-কালি বাঙ্গালোৰৰপৰা যন্ত্ৰ-নিৰ্মিত খাপৰি ইয়ালৈ অনা হয়। যাৰে মূলধন আছে তেৱঁই আজি-কালি ইটা নিৰ্মাণ কৰি বেপাৰ কৰে, কেইজনমান ভেৰোণীয়া বনুৱা হ'লেই এই কাম কৰিব পাৰি। অথচ দুপুৰুষৰ আগতে কুমাৰৰ ডাল এটাই এদনীয়াকৈ এই বেপাৰ কৰা দেখা গৈছিল।

এইবোৰ উদাহৰণৰপৰা এটা কথা স্পষ্ট হয যে হেজাৰ হেজাৰ বছৰ ধৰি ভাৰতত সাংস্কৃতিক সমন্বয় সাধনৰ প্ৰবাহ ধাৰাবাহিকভাৱে বৈ আহিছে। সেই কাৰণে ইয়াৰ সময় নিৰ্ধাৰণ কৰা একপ্ৰকাৰ অসম্ভৱ। এই সমন্বয় কাৰ্য হিংসাশ্ৰয়ী নাছিল। কাৰণ নতুন সমাজ এখন গঠন কৰিবৰ সময়ত উন্নত আৰু অনুন্নত উভয়বিধ গোটেই পৰস্পৰৰ সংস্কৃতিৰপৰা বিভিন্ন উপাদান গ্ৰহণ কৰি আহিছে। আটাইবোৰ বিষয়কে নিখুঁত ঐতিহাসিক পটভূমিত বৰ্ণনা কৰা সম্ভৱপৰ নহয়, কিন্তু সেইবোৰক একেবাৰে উপেক্ষা কৰিলে অথবা প্ৰকৃত গহীন ঐতিহাসিক বিচাৰৰ অযোগ্য বুলি বিবেচনা কৰিলে এই গ্ৰন্থত পৰিকল্পিত বুৰঞ্জীৰ উৎস আৰু উপাদান দুয়োটাকে নাইকিয়া কৰাহে হ'ব।

# তৃতীয় অধ্যায়

## সিন্ধু উপত্যকাত সভ্যতা আৰু বৰ্বৰতা



সিন্ধু উপত্যকাতে ছুমেৰীয়সকলে তেওঁলোকৰ সংস্কৃতিৰ ( শিল্প-কলা আদি ) উৎকৰ্ষ সধাটো সম্ভৱপৰ বুলি এইছ, আৰ, হলে দিয়া অভিমতৰ সমালোচনা কৰি এ বেৰীডেল কীথে এই বুলি মন্তব্য কৰিছে ঃ

"আদিতে যদি ছুমেৰীয়সকল দ্ৰাবিড়লোকেই আছিল আৰু সিন্ধু উপত্যকাতে তেওঁলোকে এটি উন্নত সভ্যতা গঢ়ি তুলিছিল, তেন্তে তাৰ চিন-মোকাম ভাৰতত নোপোৱাটো মনকৰিবলগীয়া কথা , কাৰণ, আমি যিমানদূৰ জানো ভাৰতে ৮০০ খ্ৰীঃ পূঃৰ আগেয়ে ছেমাইট ( Semite ) সকলৰপৰা অক্ষৰ-জ্ঞান লাভ কৰা নাছিল আৰু ঋক্‌বেদৰ যুগৰ ভালেমান দিনৰ পিছতহে এই দেশত শিলৰ নিৰ্মাণ-কাৰ্য আৰু নাগৰিক জীৱনৰ কাল আৰম্ভ হয়[১] ।" ইতিমধ্যে সিন্ধু-উপত্যকাত হোৱা পুৰাতাত্ত্বিক খনন-কাৰ্যই তাত ছুমেৰীয় নগৰসমূহৰ ধ্বংসাৱশেষৰ লগত মিল থকা কিছুমান চমৎকাৰ নাগৰিক ধ্বংসাৱশেষ থকাৰ কথা প্ৰমাণ কৰি দেখুৱালে ; এইবিলাক ধ্বংসাৱশেষ শিলেৰে নহয়, ইটাৰে নিৰ্মিত । এতিয়া মধুৰ পৰিহাসৰ বিষয় হ'ল এইটোহে যে এই অমনোযোগী টিপ্পনীকাৰজনে উক্ত মন্তব্য লেখাৰ সময়ত এই ধ্বংসাৱশেষ ওলোৱাৰ কথা ঘোষণা কৰা হৈছিল ।

৩.১ সুপৰিকল্পিত খনন-কাৰ্যৰ অভাৱ আৰু ইটা-চোৰে কৰা ধ্বংসসাধন সত্ত্বেও যি পুৰাতাত্ত্বিক গৱেষণা হৈছিল, আৰু তাৰ ফলত সিন্ধু উপত্যকাত দুখন

---

১. এ, বি, কীথ : Religion and philosophy of the Veda ( Harvard oriental Series 31—32 Cambridge, Mass, 925 P10 )

নগৰৰ[২] আবিষ্কাৰ হৈছিল। নগৰ দুখনৰ দূৰত্ব পোনে পোনে চাৰিশ মাইল, তথাপি দুয়োখনৰে ঘৰৰ তলৰ মহলৰ পৰিকল্পনা, স্তূপ, পৰিসৰ আৰু স্থপতিকৰ্মৰ সাদৃশ্য বৰ্তমান। পঞ্জাবৰ মণ্টগমেৰী জিলাত উত্তৰ-দিশীয় হৰপ্পা নগৰখন অৱস্থিত। এসময়ত ৰাবীৰ স্ৰোতধাৰাৰ দ্বাৰা ই বিধৌত হৈছিল। দক্ষিণ-দিশীয় মহেঞ্জদাৰো নগৰ সিন্ধু-ৰাজ্যৰ লৰকণা জিলাৰ দক্ষিণপৰা সাতমাইল দূৰত অৱস্থিত, পূৰ্বে ই সিন্ধু-তীৰবৰ্তী আছিল। হিমালয় পৰ্বতৰ ক্ৰমাগত উত্তোলন আৰু তাৰ হেঁচাত ভৈয়ামত হোৱা কিঞ্চিৎ ভূ-সঞ্চালনৰ[৩] ফল স্বৰূপেই সম্ভৱতঃ সিন্ধু নদীয়ে সুঁতি সলাব লগা হৈছিল। এই চমকপ্ৰদ ভগ্নাৱশেষবোৰৰপৰা অনুমান হয়, মূল নগৰ দুখনৰ প্ৰত্যেকখনৰেই আযতন প্ৰায় একবৰ্গ মাইলকৈ আছিল, অৱশ্যে বায়ু, পানী আৰু মানুহে কৰা ক্ষতিসাধন অৱজ্ঞা কৰি তিষ্ঠি থকা এই নগৰ দুখনৰ অৱশিষ্ট টিলাবোৰৰ

২ সিন্ধু উপত্যকা সম্পৰ্কে আটাইতকৈ ভাল পুৰাতাত্ত্বিক অধ্যয়ন কৰিছে ভি, গৰ্ডন চাইল্ডে। তেওঁৰ গ্ৰন্থ New light on the most ancient East খন দ্ৰষ্টব্য। আৰ-ই-এম হুইলাৰে তেওঁৰ কেম্ব্ৰিজ বুৰঞ্জীৰ ভূমিকা গ্ৰন্থত এটা খুব সুন্দৰ আলোচনা আগবঢ়াইছে। ( The Indus Civilisation ; in Ancient India 3, (1947) p. 81 ff )। তাত আৰ্যসকলৰ হৰপ্পা জয় আৰু অধিকাৰৰ বিষয়ে পোৱা পুৰাতাত্ত্বিক সাক্ষ্যৰ কথা আলোচনা কৰিছে আৰু পূৰ্বৰ লেখকসকলৰ শোচনীয় আৰু অসম্পূৰ্ণ মতবোৰৰ সমালোচনাও কৰিছে। এই পূৰ্বৰ মতবোৰ এইকেইজন পণ্ডিতে দিয়া : (১) Marshallৰ Mohenjodaro and Indus culture, 2 vol (London 1931), (২) E J H. Mackayৰ Further excavations of Mohenjodaro, 2 vol. (Delhi 1938)। হৰপ্পাৰ বিষয়ে জানিবৰ বাবে M. S. Vatsৰ Excavations at Harappa (Delhi 1948) পঢ়ক। এচ্ পিগ্‌গটৰ সুখপাঠ্য-চমু গ্ৰন্থৰ নাম Prehistoric India (Pelican Books, A 205 London, 1950)। অৱশ্যে তাত বৈদিক যুগটোৰ বিচাৰ বৰ তৰল হৈছে। এইবোৰ গ্ৰন্থত হাতিয়াৰ সজাৰ আৰু ব্যৱহাৰ কৰাৰ কৌশল সম্পৰ্কে সাৱধানে আলোচনা কৰা হোৱা নাই। আৰ, ডি, বানাৰ্জীয়ে পোন প্ৰথমে স্তূপৰ টিলাটো খান্দিছিল। তেওঁ অনুমান কৰিছিল যে সেই টিলাটোৱেই পূৰ্বতে উদ্ধাৰ কৰা ৰহস্যময় মোহৰসমূহৰ মূল উহ। কে, এন, দীক্ষিতে পোন প্ৰথমবাৰৰ কাৰণে মূল ঠাইটুকুৰাৰ প্ৰথম থালটো পৰীক্ষা কৰিছিল। তেওঁ কৈছিল যে সিন্ধু উপত্যকাৰ সভ্যতা আবিষ্কাৰ হোৱাৰ পলম হ'ল তেওঁৰ পূৰ্বৰ পণ্ডিত এজনৰ এলাহৰ বাবে। এইপৰাকী উপযুক্ত গৱেষকে সিন্ধু উপত্যকাৰ বনুৱাসকলে কঢ়িয়াই অনা ইটা (এইবোৰ আয়তনত প্ৰায় বৃটিশ যুগীয় ইটাৰ সমান) চাই সেইবোৰক আধুনিক বুলি অভিহিত কৰিলে। ইকালে ইটাৰ আয়তনেই হ'ল গঙ্গা অৱবাহিকাৰ পুৰাতত্ত্বৰ আৱশ্যকীয় নিদৰ্শন; কাৰণ, এই অৱবাহিকাতে প্ৰাক্ অশোক-যুগৰপৰা আৰম্ভ কৰি বৃহৎ ইটাবোৰৰ আয়তন ক্ৰমাৎ কমি কমি মোগল যুগৰ শেষত ক্ষুদ্ৰ হৈ পৰিছিলহি।

৩. এই পৰামৰ্শ বীৰবল ছাহানিয়েই প্ৰথমে দিয়া বুলি মই জানো। তেওঁ ক'পিলা গিৰিপথৰ প্ৰস্তৰ যুগৰ হাতিয়াৰ আবিষ্কাৰ কৰিছিল। তাৰপৰা তেওঁ অনুমান কৰিছিল যে সেই হাতিয়াৰবোৰ কৰাৰ সময়ত ঠাইটুকুৰা বৰফৰপৰা মুক্ত আছিল—অৰ্থাৎ তেতিয়া তাৰ উচ্চতা কম আছিল। ইতিহাসৰ আৰম্ভণি কালত নিশ্চয় হিমালয়ৰ উচ্চতা বাঢ়িছে।

আটাইবোৰতে এতিয়াও খনন-কাৰ্য কৰা হোৱা নাই। এশবছৰমান আগলৈকে হৰপ্পাত প্ৰায় আধা বৰ্গমাইল জোৰা এখন দেৱালৰ অংশবিশেষ দেখা গৈছিল, অৱশ্যে এই দেৱালখনৰ নিৰ্মাণ মধ্যযুগতেই হোৱাটো সম্ভৱপৰ। মহেঞ্জদাৰোতো দেৱাল আৰু নদী-নিয়ন্ত্ৰিত কৰা মথাউৰিৰ অৱশেষ আৱিষ্কৃত হৈছে, সম্ভৱতঃ এই দুয়োটা বন্দৰেই মূল নগৰৰ। প্ৰত্যেকখন নগৰতে ঘন-বসতি আছিল যদিও বসতি অঞ্চলৰ মাজত আধুনিক নগৰৰ দৰে 'হাওঁফাওঁ' বা পাৰ্ক নাছিল। কিন্তু নগৰবোৰত পৰিকল্পিতভাৱে মানুহক বসতি কৰিবলৈ দিয়া হৈছিল, তাৰ সদৰ আলিবোৰ সমকোণত অৱস্থিত আৰু সেইবোৰৰপৰা বহুতো পোন গলি ফাটি গৈছে। হৰপ্পাৰ ঘৰবোৰ বিধ্বস্ত-প্ৰায়, কিন্তু মহেঞ্জদাৰোত খনা ঘৰবোৰ বিভিন্ন ব্লকত থুপ খোৱা অৱস্থাত পোৱা হৈছে আৰু তাৰে কিছুমানৰ আকাৰ বৰ ডাঙৰ। মহেঞ্জদাৰোৰ যিটোঘৰক মেকে চাহাবে ৰাজপ্ৰাসাদ বুলিছে (Block 1 In D K, Area), সেইটি আচলতে সদাগৰৰ ঘৰ। ইয়াৰ আকাৰ ১৮০'×৭০' বৰ্গফুট। তাৰ কেউকাষে থকা আনবোৰ সদাগৰৰ ঘৰতকৈ এইটো ঘৰ অলপহে ডাঙৰ। ঘৰটোৰ উত্তৰৰ দেৱাল বা বেৰখন পোৰা ইটাৰে মজবুতকৈ কৰা আৰু অংশ বিশেষে ৭ ফুট ডাঠ। সাধাৰণতে এই ডাঠ দেৱালবোৰেই নিৰ্মাণ-কাৰ্যৰ নমুনা। দেৱালবোৰৰ লগত খুটিখাটিবোৰৰ কথা বিবেচনা কৰিলে এটা বা ততোধিক ওপৰ মহলা থকাৰ কথা সহজে ধৰিব পৰা যায়। ঘৰৰ চ'তিৰ কাঠ সুদূৰ হিমালয় অঞ্চলৰপৰা অনা। প্ৰত্যেকটো ডাঙৰ ঘৰৰে সুনিৰ্মিত চোতাল, নিজা কুঁৱা, স্নান-গৃহ আৰু শৌচাগাৰ আছিল। ইয়াৰ উপৰিও মেছোপটেমিয়াৰ নগৰত নথকা আন এটা বৈশিষ্ট্য এই নগৰসমূহৰ আছিল; সেইটো হ'ল বৰষুণৰ পানী, স্নান-গৃহৰ পানী আৰু ঘৰৰ ময়লা কাঢ়িয়াই নি ময়লাৰ গাঁতত পেলাই দিবৰ বাবে সজা সুন্দৰ নিষ্কাশন নলাৰ ব্যৱস্থা। ময়লাৰ গাঁতবোৰ নিয়মিতভাৱে পৰিষ্কাৰ কৰা হৈছিল বুলি অনুমান কৰিব পাৰি। বসতি-কালকেইটাৰ সময়ছোৱাত তলৰ স্তৰটো ৩০ ৰ পৰা ৫০ ফুটলৈকে উঠিছিল, গতিকে সমগ্ৰ বসতিকাল ৫০০তকৈ কম আৰু ১৫০০ বছৰতকৈ অধিক নহ'ব। কাৰণ, বোকাৰ ইটা তাত সাধাৰণতে ব্যৱহৃত হোৱা নাছিল। হোৱা হ'লে জমাখিনিত ইয়াৰপৰা অধিক মাটি গৈ গোট খালেহেঁতেন। উক্ত কালছোৱাত ঘৰৰ আঁচনিও সলনি হৈছিল, কিন্তু এনেবোৰ কুঁৱাকে মানুহে ব্যৱহাৰ কৰিছিল। খানি উলিওৱা চোতালবোৰত পোৱা কুঁৱাৰ ওপৰৰ ঘূৰণীয়া ঘেৰবোৰ (Curb) এতিয়াও ওখ হৈ জিলিকি আছে। কিমান শতিকা পাৰ হৈ গ'ল, তথাপি সদৰ আলিৰ সীমাবোৰ অতিক্ৰম কৰাৰ চিন ক'তো পোৱা নাযায়;

মেছোপটেমিয়া, গ্ৰীচ আৰু ৰোমৰ লগত এই নগৰ দুখনৰ ইও এটা মনকৰিবলগীয়া প্ৰভেদ। ওপৰত বৰ্ণিত ঘৰবোৰৰ দৰে সকলো ঘৰ ডাঙৰ আৰু আহল-বহল নাছিল, আনহাতে আছিল একেধৰণৰ সৰু সৰু দুটা কোঠাৰে গঠিত ব্লকৰ বহুত শাখা, প্ৰত্যেকটো কোঠাৰে আয়তন আছিল ১০'×২০' বৰ্গফুট, এই ঘৰবোৰৰ বেৰবোৰ বৰ পাতল আছিল দেখি এটা মহলাতকৈ অধিক মহলা সজা সম্ভৱপৰ নাছিল। খনক-সকলে সেইবোৰ 'কুলি লাইন' বুলি কৈছিল, এওঁলোকৰ মৌলিক অনুমানৰ ফলত পুৰণি আলিবোৰেও আধুনিক নাম পালে। সাম্ৰাজ্যবাদী বৃটিশ চাহাবসকলে ঠুকি পাব নোৱাৰা কোনো ব্যাখ্যা তেওঁলোকে আমাক দিয়া নাই। এওঁলোকৰ মতে এই দুখন নগৰ এখন ৰাজ্য বা সাম্ৰাজ্যৰ অংশ বিশেষ আছিল, তাত আমোলা, পুৰোহিত আৰু বুৰ্জোৱা শ্ৰেণী বাস কৰিছিল আৰু বজাৰ আৰু তেনে ধৰণৰ অনুষ্ঠান আছিল। ইয়াৰ একমাত্ৰ সাক্ষ্য স্বৰূপে আঙুলিওৱা হয় নগৰত সততে পোৱা বিভিন্ন দুৰ্গবোৰ ( Citadel Complex ) অথবা পূজাদিৰ স্থান হিচাপে ব্যৱহৃত আৰু পিছলৈ দুৰ্গলৈ ৰূপান্তৰিত কৰা ঘৰ শ্ৰেণীলৈ, কৃত্ৰিম বোকা আৰু পোৰা ইটাৰে ৫০ ফুটমান ওখকৈ সজা এই ঘৰবোৰৰ মণ্ডপৰ পৰা পূবফালে বিস্তাৰিত নগৰখন দেখা গৈছিল। হৰপ্পাৰ এটুকুৰা ঠাইতহে খননকাৰীসকলে আচল মাটি উলিয়াইছিলগৈ। এই স্তৰৰ তথ্যৰপৰা ধৰিব পাৰি যে এই নগৰ দুখনে চৰম উৎকৰ্ষিত ৰূপ লাভ কৰিছিল। দুয়োখন নগৰৰে জীৱন-কালত নাগৰিক সংস্কৃতিৰ সকলো আৱশ্যকীয় বৈশিষ্ট্য প্ৰায় অপৰিৱৰ্তিত ৰূপতেই আছিল। কিছুমান ঘৰ আৰু আলিত পৰি থকা নিহত বাসিন্দাৰ কঙ্কাল-সমূহ পৰীক্ষা কৰি নগৰৰ ওপৰত যি আচম্বিত আৰু হিংস্ৰ আক্ৰমণ হোৱাৰ সাক্ষ্য পোৱা গৈছে, সেই আক্ৰমণৰ ফলত ক্ৰমাগত বৃদ্ধি পোৱা আভ্যন্তৰীণ অৱনতিয়েহে মাথোন সেই সংস্কৃতিৰ পৰিৱৰ্তন সাধিছিল।

এই গ্ৰন্থত যি পদ্ধতি গ্ৰহণ কৰা হৈছে, সেই পদ্ধতিৰ পৰীক্ষাৰ বাবে এই দুখন নগৰ উপযুক্ত। সম্পূৰ্ণ আৰু সন্তোষজনক নহলেও এই নগৰ দুখনৰ অৱশিষ্ট হিচাপে এই পুৰাতাত্ত্বিক তথ্যবোৰেই বাকী আছেগৈ। তাত পোৱা কিছুমান বস্তুৱে আমাক পিছৰকালৰ 'হিন্দু' মূৰ্তি-কলা বা প্ৰথাৰ কথা সোঁৱৰাই দিয়ে। অৱশ্যে নিৰৱচ্ছিন্ন ঐতিহাসিক-যোগসূত্ৰৰ অভাৱ দেখা যায়, কিয়নো নানা হিংস্ৰ আক্ৰমণে এই সূত্ৰ বিচ্ছিন্ন কৰি গৈছে। কীথে ঋক্‌বেদীয় যুগৰ পিছতহে নিয়মিত নাগৰিক বসতি আৰম্ভ হৈছিল বুলি কৰা মন্তব্য মূলতে সঁচা। গতিকে আমি এতিয়া মেছোপটেমিয়াৰ সেই কালৰ অতুলনীয় সভ্যতা এই নাগৰিক সভ্যতাৰপৰা প্ৰাপ্ত প্ৰমাণিত উৎপাদনৰ হাতিয়াৰ আৰু ভগ্নাৱশেষসমূহৰ মাজত লুকাই থকা এই হাতিয়াৰসমূহ প্ৰয়োগৰ ফলাফল চাই

উচিত সিদ্ধান্তত উপনীত হ'বলৈ চেষ্টা কৰিব লাগিব। সেইকালত লেখাৰ প্ৰচলন আছিল। এই দুখন নগৰ মেছোপটেমিয়াৰ ছাৰগনিড যুগৰ আগৰে বুলি দেখাদেখিকৈ ধৰিব পাৰি। ঘৰবোৰৰ মজিয়াত পুতি থোৱা কিছুমান সোণ, ৰূপ আৰু অলঙ্কাৰ আবিষ্কৃত হৈছে, আন কি এটা ঘৰত তথাকথিত 'কুলিলাইন'ৰ এজন বাসিন্দাই চুৰ কৰাৰো প্ৰমাণ পোৱা গৈছে। সেই যুগৰ মানুহে তাম আৰু পিতলৰ হাতিয়াৰ ব্যৱহাৰ কৰিব জানিছিল, যদিওবা বিশুদ্ধ শিলৰ হাতিয়াৰৰো প্ৰচলন আছিল। প্ৰচুৰ পৰিমাণে কপাহী কাপোৰ তৈয়াৰ আৰু ৰং কৰাৰো সাক্ষ্য তাত আছে। মাটিৰ সুন্দৰ সুন্দৰ পাত্ৰ তৌতিয়া চকাত গঢ়া হৈছিল, চাকত নহয়। সেই পাত্ৰ ব্যৱহাৰত লাগিছিল, তাৰ আকৃতিও আছিল মানবিশিষ্ট। সেইবোৰৰ কিছুমানত ৰং আছিল, কিছুমানত নাছিল। এই পাত্ৰবোৰৰ উৎপাদনো সৰহীয়াকৈ কৰা হৈছিল। নগৰ দুখনৰ বাসিন্দাবোৰে বালি, ধান আৰু তিলৰ ব্যৱহাৰ জানিছিল ( তিলৰপৰা আজিও উত্তৰ ভাৰতত খোৱা তেল কৰে )। খনন-কাৰ্যত মাটি আৰু পিতলৰ গাড়ীৰ 'মডেল' পোৱা গৈছে, তাৰপৰা ধৰিব পাৰি কুঁজ থকা বলদ পোহা হৈছিল আৰু জুটি দি গাড়ী চলোৱা হৈছিল , কুঁজা বলদৰ উপৰিও মানুহে ভেৰা ছাগলী আৰু ছাগলীও পুহিছিল। যিবিলাক ছীল পোৱা গৈছে সেইবিলাকত ম'হ আৰু হাতীৰ নক্সা আছে, কিন্তু সেইবোৰ জন্তু পুহিছিল নে নাই একো ক'ব নোৱাৰি ; কিযনো তেনেকৈ অনুমান কৰিলে ছীলত পোৱা আন আন জন্তু বাঘ আৰু গড়কো মানুহে পুহিছিল বুলি ক'ব লাগিব। কিছুমান নক্সাৰ জন্তু আকৌ মনে সজা,—হাতী, বলদ, ভেড়া পোৱালি, বাঘ, মাছ আদি বিবিধ জীৱৰ নক্সা মিলাই কৰা একোটা সংযুক্ত জন্তুৰ নক্সা দেখা যায় , কিন্তু এইবিলাক জন্তু সেইকালত বাস্তৱতে বাস কৰিছিল বুলি কোৱাটো যুক্তিসন্মত নহ'ব। এই দুখন নগৰৰ বেহা-বেপাৰ সম্পৰ্কে সন্দেহ প্ৰকাশ কৰিবৰ কোনো অৱকাশ নাই। কাৰণ যিবিলাক সুন্দৰভাৱে নিৰ্ধাৰিত মান বিশিষ্ট ওজন ইতিমধ্যে উদ্ধাৰ কৰা হৈছে, সেইবিলাক নগৰ দুখনৰ গোটেই পুৰাতাত্ত্বিক কালছোৱাতে অপৰিবৰ্তিতভাৱে ব্যৱহৃত হৈ আহিছিল। তাৰে কিছুমানৰ ওজন ইমান সৰু যে দেখিলেই ভাব হয়, যেন সেইবিলাক অতি মূল্যবান পণ্যদ্ৰব্য ভালকৈ জুখিবলৈ ব্যৱহাৰ কৰা হৈছিল। মূল ওজন গণনাৰ*

---

* টকা, মোন আৰু সেৰৰ ভাগ আজিও quadrigesimal পদ্ধতিত ( অৰ্থাৎ ৪ ভিত্তিক ) হয়। এবাৰ অনভূমিক আৰু এবাৰ উলম্ব দিশত ৪ ৰ ভেটিত কৰা এক জাতীয় গণনাৰ নিয়মতো তাকে দেখা যায়। কিছুমান ভাৰতীয় হাটত গোপনে দৰদাম কৰা হয় ; তাত যি গণনা-পদ্ধতি চলে তাত হাতৰ চাৰিটি আঙুলি ব্যৱহাৰ কৰা হয়, বুঢ়া আঙুলিৰে গণনা কৰে। প্ৰত্যেকটো আঙুলিৰে পাব আৰু দুৰ ৩ টি , তাকো ৪ ভিত্তিক গণনা ক্ষেত্ৰ ৰূপে গণ্য কৰা হয়।

গুণক সংখ্যা আছিল চাৰি আৰু দহ ; প্ৰাচীন বেবিলনৰ নাগৰিকসকলে ছয় আৰু দহক নিধান কৰি জোখমাখৰ স্কেল গাঁঠিছিল। সিন্ধু উপত্যকাৰ সংস্কৃতিৰ আটাইতকৈ মনকৰিবলগীয়া বৈশিষ্ট্য হ'ল বিস্তাৰৰ অক্ষমতা। গঙ্গা উপত্যকা অথবা উপদ্বীপ অঞ্চলত সিন্ধু সভ্যতাৰ বিস্তাৰ নঘটিল। কিয়নো এইবোৰ ঠাইত বসতি কৰিবলৈ হ'লে পোন প্ৰথমতে প্ৰয়োজন আছিল হাবি পৰিষ্কাৰ কৰাৰ। আনকি আচল সিন্ধু উপত্যকাৰ বেছিভাগ ঠাইতে সৰু সৰু গাওঁ পাতিহে মানুহে বসতি কৰিছিল। বসতিৰ বিস্তাৰ ঘটিছিল একমাত্ৰ সিন্ধুৰ পাৰে পাৰে।

৩২ ঋতুৰ ওপৰত নিৰ্ভৰ নকৰাকৈ খেতিৰবাবে পানীৰ যোগান আৱশ্যক হোৱাত প্ৰাচীন কালত নদী-উপত্যকাবোৰত স্বাভাবিকতে মানুহৰ ঘন বসতি হ'বলৈ ধৰিলে। বিশেষকৈ ভাৰতবৰ্ষৰ দৰে বৰষুণ-প্ৰধান দেশৰ ক্ষেত্ৰত এনে হোৱা আৰু স্বাভাৱিক. কাৰণ অক্টোবৰৰ মাজভাগ মানৰ আগৰ ১৮ সপ্তাহতেই ইযাত বৰষুণ বেছি হয। দেশৰ ঘাই নদীসমূহৰ ভিতৰত ব্ৰহ্মপুত্ৰখনৰ সৰহ অংশই দেশৰ বাহিৰৰ উচ্চ পাৰ্বত্য অঞ্চলৰ ভিতৰত পৰিছে। সিন্ধু আৰু গঙ্গা উত্তৰ ভাৰতৰ ঘাই নৈ, নৰ্মদা আৰু মহানদীয়ে উপদ্বীপ অঞ্চলৰ তলভাগ ধুই নিছে। কৃষ্ণা-গোদাবৰী নদী পুঞ্জই ত্ৰিভুজাকাৰ ভু-খণ্ডৰ সোঁ-মাজেদি বৈ গৈছে। দক্ষিণে যিবোৰ নৈ পোৱা যায়, তাৰ ভিতৰত কাবেৰী হ'ল সবাতোকৈ সম্ভ্ৰান্ত নদী কিন্তু এই নদীবোৰৰ ভিতৰত কেৱল সিন্ধুৰ পাৰতেই এনে এটা সময়ত এটি নাগৰিক সভ্যতাৰ বিকাশ ঘটিল যি সময়ত দেশৰ বাকীবোৰ অঞ্চলত সেৰেঙাকৈ বসতি কৰা বৰ্বৰ মানুহে খাদ্য বস্তু গোটাই কোনো ৰকম জীৱন ধাৰণ কৰিছিল। এনে হোৱাটো অৱশ্যে অৱশ্যম্ভাৱী আছিল। নীল নদীৰ পাৰত আৰু মেছোপটেমিযাতো সভ্যতাৰ তদ্ৰূপ বৃহৎ বিকাশ ঘটিছিল, কিন্তু মিছিছিপি নৈৰপাৰত যোৱা শতিকালৈকে মানুহৰ বসতি নাছিল। আন আন নৈৰ তীৰবৰ্তী অঞ্চলত আকৌ আজিও অবিকশিত অৱস্থাত আছে। ইয়াৰপৰা ধৰিব পাৰি যে অকল নৈ থাকিলেই বিকাশৰ সুবিধা নহয়। প্ৰাচীন নদী-মাতৃক সভ্যতা বোৰৰ বিকাশ ঘটাৰ সাধাৰণ কাৰণ হ'ল উক্ত নদীবোৰ মৰুভূমিৰ মাজেদি বৈ যোৱাটো। আমাজানৰ পাৰৰ হাবি আধুনিক গধুৰ যন্ত্ৰ ব্যৱহাৰৰ অবিহনে পৰিষ্কাৰ কৰিব নোৱাৰি। আনহাতে মিছিছিপিৰ পাৰ্বৰ 'প্ৰেয়াৰি' বনাঞ্চল ভঙা সম্ভৱ হৈ উঠিল যোৱা শতিকাত তাৰৈ পঠিওৱা গধুৰ নাঙলৰ সহায়ত। গতিকে এই নদীবোৰৰ পাৰত বাস কৰা আদিম মানুহে অনিয়মিতভাৱে কৰা খাদ্য সংগ্ৰহৰ ব্যৱস্থা পৰিহাৰ কৰি বৃহৎ পৰিমাণে খাদ্য-শস্য উৎপাদন কৰিবলৈ সমৰ্থ হৈছিল যেন বোধ নহয়। মৰুভূমিৰ প্ৰয়োজন হোৱাৰ প্ৰধান কাৰণ হ'ল এনে মাটিত ডাঙৰ হাবি পৰিষ্কাৰ কৰাৰ

কোনো সমস্যা নেথাকে। অৱশ্যে মৰুভূমিৰ বদলি আলটীয়া ( loess ) মাটি হ'লেও হয়, কাৰণ এনে মাটি থকা হেতুকে দানিয়ুব আদি নৈৰ পাৰত প্ৰাক্‌বুৰঞ্জী কালত যথেষ্ট উন্নতি পৰিলক্ষিত হৈছিল ; অৱশ্যে এই সংস্কৃতিয়ে সম্পূৰ্ণ নাগৰিক ৰূপ ধাৰণ কৰা নাছিল। নব্য প্ৰস্তৰ যুগৰ মানুহে শিলাস্ত্ৰৰ সহায়েৰে জংপ্ৰধান অঞ্চলৰ ডাঙৰ হাবি ভাঙিব নোৱাৰিছিল ; বিশেষকৈ গঙ্গা অৱবাহিকাৰ পলসুৱা মাটিৰ বাবে এনে হাতিয়াৰ কামত অহা নাছিল। মৰুভূমি অঞ্চলতহে প্ৰকৃত খেতি কৰা সম্ভৱ হৈছিল। এনে খেতিৰপৰা প্ৰয়োজনীয় আৰু পাব পৰা সকলো শস্য ৰাহিত কৰা হৈছিল। এই ৰাহি যথেষ্ট পৰিমাণৰ আছিল। মৰুভূমি থকাৰ ফলত কাঠ আৰু ধাতুৰ সন্ধান-কাৰ্য আৰু নদীযোঁদি চলা বেহাবেপাৰৰ ফলত পণ্য-দ্ৰব্য বিনিময় কৰাও সম্ভৱপৰ হৈ উঠিছিল। জিঘাংসু পশুৰ আক্ৰমণৰপৰা ভালদৰে আত্মৰক্ষাৰ কাৰণেও মৰুভূমিৰ প্ৰয়োজন হৈছিল। সেইদৰে মৰুভূমি থকা বাবে বৰ্বৰ মানুহৰ আক্ৰমণৰপৰা আত্মৰক্ষা কৰিবলৈও মানুহ সমৰ্থ হৈছিল, অৱশ্যে মৰুভূমিৰ শুকান আৰু পতিত মাটি অতিক্ৰম কৰিবৰ জোখাৰে সামৰিক কৌশল আয়ত্ত কৰিব নোৱাৰা বৰ্বৰ মানুহৰ ক্ষেত্ৰতহে উক্ত কথা প্ৰযোজ্য। সিন্ধু-তীৰত সোনকালে কিয় নাগৰিক সভ্যতাৰ বিকাশ হৈছিল তাক ওপৰৰ ব্যাখ্যাৰপৰা স্পষ্টকৈ ধৰিব পাৰি।

সিন্ধু আৰু মেছোপটেমিয়াৰ নদী উপত্যকাত গঢ় লৈ উঠা সংস্কৃতি[৪] দুটাৰ মাজত কৃষ্টি আৰু কলা-কৌশলৰ সমজাতীয় স্তৰ পোৱা গৈছে, ওজন-বিজ্ঞান আৰু শলাঙ্কনাদিত এই মিল পৰিস্ফুট। উদাহৰণস্বৰূপে গ্ৰীক বীৰ হেৰাক্লেচৰ সমতুল্য, নগ্ন দণ্ডায়মান আৰু সিংহবধী গিল্‌গামেছ আৰু তেওঁৰ বন্ধু বলদ-মানুহ এন্‌কিডু বা ইয়াবানিৰ মূৰ্তিৰ কথা উল্লেখ কৰিব পাৰি। প্ৰথমটি মূৰ্তিৰ সমতুল্য বিশিষ্ট দেশীয় কৌশলেৰে গঢ়া এটি মূৰ্তি সিন্ধু সংস্কৃতিতো পোৱা গৈছে। স্থানীয় অঙ্কন-ৰীতিৰে প্ৰস্তুত কৰা সিন্ধু সংস্কৃতিৰ ছীল বা মোহৰ এটাত দ্বিতীয়জনৰ মূৰ্তিও পোৱা গৈছে। মেছোপটেমীয় সংস্কৃতিৰ জেম্‌ডেট-নছৰ যুগীয় স্তৰত গজবৃষভ এটিৰ যুগল মূৰ্তিও

---

৪. C. J. Godd ; (Procbrit. Acad. 18 1932 ; PP ; 19-210), Henri Frankfort. Cylinder seals (London 1939) পৃষ্ঠা 304—307 ; হেনৰি ফ্ৰেঙ্কফৰ্টে অনিচ্ছা সত্ত্বেও Ann. Bibliography Ind Archaeology (London 1934) নামৰ গ্ৰন্থৰ ১১ পৃষ্ঠাত এই আলোচনাত প্ৰবৃত্ত হৈছে, কিন্তু কোনো যুক্তিসম্মত সিদ্ধান্তলৈ আহিবলৈ চেষ্টা কৰা নাই। নতুনকৈ কাল নিৰ্ধাৰণ কৰিবলৈ হ'লে এতিয়া W. F. Albight এ প্ৰস্তুত কৰা বুৰঞ্জীক্ৰমৰ সাহায্য লব লাগিব। এই কালক্ৰমৰ মতে হাম্মুৰাবিৰ কাল ১৭২৮-১৬৮৬ খ্ৰী: পূ:ৰ ভিতৰত, তাৰ ২০০।৩০০ বছৰ পূৰ্বত নহয়। (cf BASOR, 126 Pp 20—26, 88, 28—36।

পোৱা গৈছে ; এই মূৰ্তিটি নিশ্চয় কোনো মেছোপটেমীয় শিল্পীয়ে সিন্ধুৰ শিল্পৰীতিৰ অনুকৰণ কৰি গঢ়িছিল। ভাৰতবৰ্ষত যুগ-যুগান্তৰ ধৰি এই যুগল মূৰ্তিৰ প্ৰচলন আছিল। ঐতিহাসিক কালত ই ৰহস্য গুণ-সম্পন্ন তান্ত্ৰিক গজ-বৃষভ ৰূপে জনাজাত হৈছেহি। প্ৰায় ষষ্ঠ শতিকাৰ আগলৈকে তন্ত্ৰৰ ভাব-কল্পনা[৫] গভীৰ ৰহস্যৰ গুপ্ত বিষয় স্বৰূপ আছিল, তাৰ পিছত সেইবোৰ মুকলিভাৱে লিপিবদ্ধ হয়। অনুমান হয় সিন্ধু-সংস্কৃতিৰ ভালেমান কলা-মূৰ্তি আৰু চিত্ৰাঙ্কৰৰ লগত এই তান্ত্ৰিক কল্পনা-বোৰৰ মিল আছে। এই কল্পনাবোৰৰ গোপনীয়তা আজিকালিও স্থানবিশেষে মানি চলা দেখা যায়। হিন্দু মূৰ্তি কলাৰ মাজত সিন্ধু-সংস্কৃতিৰ মোহৰৰ চতুৰ্ভুজ মানৱচিহ্নৰ নিচিনা চিন আজিও দেখা যায়। অৱশ্যে এই কথা ক'ব লাগিব যে ছুমাৰীয় অথবা হিট্টাইট অক্ষৰ-চিহ্নমালাৰ সহায়ত সিন্ধু-সংস্কৃতিৰ ( মোহৰত ) সাগৰোপাখ্যানসমূহ ব্যাখ্যা কৰাৰ চেষ্টা বিফল হৈছে.[৬] ইফালে পূবদেশীয় দ্বীপপুঞ্জ বা মাওৰীসকলৰ চিহ্নমালাৰ লগত উক্ত সাগৰোপাখ্যানৰ সমতুল্যতা ধৰা পৰা সত্বেও এইবিলাক বুজা সম্ভৱপৰ হোৱা নাই। মোহৰ বা ছীলত অঙ্কিত চুটি উপাখ্যানৰ এই নথীবোৰ বুজিব পাৰিলেও তাবপৰা খুব কম তথ্য পোৱা যাব। কিছুমানৰ মতে নথীৰ সংখ্যাল্পতাৰ কাৰণ হেনো নথী ৰচনাৰ বাবে সিন্ধুদেশীয় লোকসকলে কৰা তালপাত ব্যৱহাৰৰ অভ্যাস। এতিয়ালৈকে তাত ক'তো কোনো ধৰণৰ দীঘল পাঠ-বিশিষ্ট ফলি ( Inscription ) পোৱা নাই[৭]. দুই ভাষাযুক্ত মোহৰৰে সন্ধান পাবলৈ টান। এনেকুৱা এখন নথীহে পোৱা গৈছে যিখনত সিন্ধুযুগীয় আৰু অশোক

---

৫ প্ৰাণ নাথ—(Ind Historical quarterly (VII 1931 1-52), এওঁৱেই প্ৰথমতে এই বিষয়ৰ প্ৰতি আঙুলিয়াই দিয়ে। এই বিষয়টোৱেই পঢ়ুৱৈৰ মনত ভ্ৰান্তিৰ সৃষ্টি কৰা স্বাভাৱিক।

৬. L A Waddell Indo-Summerian seals deciphered ( London 1925 ); B Hrozny Die Alteste Geschicte Vorderasiens and Indians ( Prag. Melantrich, 1941-3 )। এইছু হেৰাছৰ studies in Proto-Indo-Mediterranean culture ( Vol 1. Bombay, 1925 ) আৰু লগতে Ampurias, ( Barcelon, 1940; No 1, pp 5-81 ) নামৰ গ্ৰন্থ দুখনত সিন্ধুলিপিবোৰৰ সাধাৰণ দিওঁতে সেই চিহ্নবোৰ দ্ৰাবিড় বৰ্ণৰীৰ আদিকালৰ বুলিছে। আন আন উল্লেখযোগ্য গ্ৰন্থ হ'ল—A L. Basham ৰ BSOAS, 13 (1951), 140-5 ত প্ৰকাশিত সমালোচনামূলক সমীক্ষা, লগতে G. Piccioli ৰ ( IA, 62, 1933, 213—5) প্ৰবন্ধ পঢ়ক, এই অধ্যয়নৰপৰা সমতুল্য ইটুস্কান সংস্কৃতিৰ কথা জানিব পাৰিব। ডঃ বাচামে নিজে J. Q. Vives ৰ Aportaciones a la interpretacio'n de la escritura Proto-Indica ( Madrid—Barcelona—1946) গ্ৰন্থখন পঢ়িবলৈ উপদেশ দিছে।

৭. স্বৰ্গীয় ডাঃ আৰ ডি ব নাৰ্জীয়ে নিজৰ বন্ধুসকলক কৈছিল যে তেওঁ মহেঞ্জদাৰোত এখন দ্বিভাষিক ফলি আৱিষ্কাৰ কৰিছিল, কিন্তু আনৰ অসমৰ্থতা দৰ্শাবৰ বাবে হেনো তেওঁ সেইখন লুকুৱালে। পিছত তেওঁ ফলিখন যথাসময়ত উলিওৱাৰ কথা আছিল যদিও শ্ৰোতাসকলে তাক গহীন কথা বুলি নধৰিলে।

যুগীয় ব্ৰাহ্মীলিপিৰ মধ্যৱৰ্তী আখৰ পোৱা যাব পাৰে। এতেকে দেখা যায় পুৰাতাত্ত্বিক জ্ঞান আৰু কালৰ তথ্য মিলোৱাৰ অতি মূল্যবান সম্ভাৱনাকণো ইয়াত হেৰাই গৈছে।

কৃষি শাস্তকাত সমাজবাদী বিপ্লৱ নোহোৱালৈকে পৃথিৱীত শ্ৰেণীবিহীন নাগৰিক সংস্কৃতি আছিল বুলি ক'ব নোৱাৰি। এই কথা মানি ল'লে ঐতিহাসিক ৰচনাৰ সহায় নোলোৱাকৈ অকল গৃহীত তথ্য-পাতিৰপৰা সিন্ধু নাগৰিক সভ্যতাৰ শ্ৰেণী-ব্যৱস্থা আৰু উৎপাদন-ব্যৱহাৰ জ্ঞান আহৰণ কৰিব লাগিব। হৰপ্পা আৰু মহেঞ্জদাৰোত যে স্পষ্ট শ্ৰেণীবিভাজন আছিল তাক বিভিন্ন ধৰণৰ আৱিষ্কৃত ঘৰদুৱাৰৰপৰা ধৰিব পাৰি। বিশেষকৈ নগৰৰ আৰু মন্দিৰৰ ডাঙৰ ভঁৰাল ঘিবোৰ আছিল, সেইবোৰৰ লগতে শস্য-খুন্দিবৰ বাবে একোখন চোতালো আছিল। কাঠৰ উৰাল আদিৰ ঘিবোৰ ভগ্নাৱশেষ আমি পাইছো সেইবোৰত শস্য খুন্দি তুঁহবিলাক নিলগ কৰা হৈছিল। প্ৰত্যেক ঘৰতে পোৱা প্ৰাচীন পটাত ( Saddle quern ) নিসন্দেহে আটা তৈয়াৰ হৈছিল; কিন্তু ডাঙৰ ভঁৰালবোৰত এনেকৈ খুন্দা নহৈছিল। ডাঙৰ ভঁৰালবোৰৰ লগত 'বেৰেক'ৰ দৰে যি ক্ষুদ্ৰ-গৃহ-শ্ৰেণী পোৱা যায়, সেইবোৰ 'দাস'-সকলৰ ঘৰৰ বাহিৰে আন একো হ'ব নোৱাৰে। মেছোপটেমীয়াৰ খনন কাৰ্যত পোৱা একে ধৰণৰ তথ্যৰপৰাও এই অনুমান দৃঢ় হয়। মেছোপটেমীয়াৰ 'টেবলেট'-বোৰ অধ্যয়ন কৰি পোৱাৰ দৰে সিন্ধু নগৰতো মন্দিৰাশ্ৰিত দাস এশ্ৰেণীৰ সন্ধান পোৱা যায়। নিয়মিত গঢ়ৰ ব্যাপক সংখ্যক মাটিৰ বাচন ( চকাৰ দ্বাৰা ) তৈয়াৰ কৰাৰ চিন-মোকাম দেখি তাত যে যথেষ্ট সংখ্যক কুমাৰ শ্ৰেণীৰ লোক আছিল তাক বুজিব পাৰি। খনন থলীৰ উপকণ্ঠত এনে ধৰণৰ কুমাৰ ভাতী থকাৰ ইঙ্গিত পোৱা গৈছে। এইবোৰ নিশ্চয় সিন্ধু-সভ্যতাৰ আদিকালৰ। অৱনতিৰ কালছোৱাতো আকৌ নগৰৰ ভিতৰত এনেধৰণৰ ভাতী আছিল বুলি ভগ্নাৱশেষবোৰৰপৰা ধৰিব পাৰি। শিলৰ হাতিয়াৰ আৰু আহিলা কিছুমানৰ লগত একেলগে বহুতো তাম আৰু ব্ৰঞ্জৰো সুন্দৰ আহিলা আৱিষ্কৃত হৈছে। এইবিলাক পৰীক্ষা কৰিলে উন্নত ধৰণৰ কৌশলৰ কথা ধৰিব পাৰি। ইটা সজা আৰু গৃহ-নিৰ্মাণ কাৰ্যত ভালেমান-লোক চাগে নিযুক্ত হৈছিল। নগৰ-সেৱাতো ভালেমান মানুহ নিযুক্ত হোৱাৰ কথাও অনুমান কৰিব পাৰি। দুৰ্যাণবতীয়া ঠাইতো গৈ মানুহে বেহা-বেপাৰ কৰাৰো স্পষ্ট

৮. স্বামী জ্ঞানানন্দই আৱিষ্কাৰ কৰা অতি সন্দেহজনক বিক্ৰমখোল বুলি এইখনেই। K. P. Joyswal ৰ (Indian Antiquary 62, 1933 · 58-60) ৰচনা চাওক। তাত ভেওঁ বুলি কেইখন প্ৰকাশ কৰিছে আৰু অপ্ৰিয় মন্তব্য দিছে।

প্ৰমাণ পোৱা গৈছে। সাগৰেদি ভাৰতীয় তাম বাহৰেণ দ্বীপলৈ (টিল-মুণ)— বিশেষ এজন বেপাৰীয়ে অন্য পণ্যদ্ৰব্য বিনিময়ৰ বাবে—নিয়াৰ প্ৰমাণ পোৱা গৈছে। সিন্ধু সভ্যতাৰ আদি কালত মেহেঞ্জোদাৰোৰ উৰৰ বৃহৎ বাস্তু মন্দিৰটোৰ দৰে কিছুমান বৃহৎ মন্দিৰৰ পৃষ্ঠপোষকতাত এনে বেহা-বেপাৰ কৰা হৈছিল। এই মন্দিৰবোৰৰ ভঁৰালৰপৰাই বস্তু অন্য হৈছিল আৰু টকাও লোৱা হৈছিল। বেবিলনৰ সমাজ অধ্যয়ন কৰি তাত ইজিওবেল, বিপদ-নিবাৰণ ঋণ আৰু লাভৰ ভাগ বিতৰণ আদি ব্যৱস্থা আৰু বাহৰেণ দ্বীপৰ আদিম টিলমুণ সদাগৰসকলৰ একাধিপত্য থকাৰ প্ৰমাণ আমি পাওঁ।[৯] পিছৰ যুগত এট্টীৰীয় ৰজা এই বেপাৰত নিযুক্ত সদাগৰ সংঘৰ বিশিষ্ট পৃষ্ঠপোষক আৰু কাৰ্যতঃ ঘাই অংশীদাৰ আছিল যেন বোধহয়। এওঁলোকে তাম, হাতীৰ দাঁত, বান্দৰ, মুকুতা (মাছৰ চকু) আদি বিচিত্ৰ দ্ৰব্য আমদানী কৰাৰ প্ৰমাণ Cuneiform record (বাণমুখী লিপিৰ নথী)ৰপৰা পোৱা যায়। ইয়াৰ কেতবোৰ বস্তু ভাৰতবৰ্ষৰপৰা আহিছিল। বেবিলনৰ নথীৰ তালিকাভুক্ত হাতীদাঁতৰ ফণীৰ দৰে ফণী মহেঞ্জোদাৰোতো পোৱা হৈছে; মহেঞ্জোদাৰো সম্ভৱতঃ বেবিলনীয় (লিপিৰ) মেলুহহা।

সিন্ধুদেশীয় সদাগৰ আৰু বিশ্বস্ত প্ৰতিনিধিবৰ্গই মেছোপটেমিয়াত গৈ ক্ষুদ্ৰ বসতি অঞ্চল কেতবোৰত বাস কৰা কথাও পূজাৰ বিশিষ্ট দ্ৰব্য আৰু ছাঁচ বা মোহৰবাজিৰপৰা বুজিব পাৰি। তেওঁলোকে কপাহী কাপোৰ ৰপ্তানী কৰিছিল বুলি সহজে অনুমান কৰিব পাৰি। সম্ভৱতঃ ছাগলী নোমৰ উল কাপোৰো তেওঁলোকে ৰপ্তানী কৰিছিল। আলিক টিলমুণৰ সদাগৰসকলৰ সবাতোকৈ মূল্যবান বিনিময় দ্ৰব্য আৰু সহজে পৰিবহন-যোগ্য বস্তু আছিল কাপোৰ। তাৰপৰা ভাৰতীয়সকলে কি বস্তু আনিছিল, তাক কোৱা টান। নিঃসন্দেহে এনে দ্ৰব্য আছিল ৰূপ। আনদেশৰ তুলনাত ভাৰতত এই ধাতু কম। মহেঞ্জোদাৰোত[১০] যিবোৰ ৰূপৰ চটা পোৱা হৈছে, সেইবোৰ

৯. A. L. Oppenheim, The sea-faring merchants of UR (JAOS. 74 1954 pp 67); H. H. Figulla আৰু W. J. Martinৰ সমালোচনামূলক গ্ৰন্থ Letters and documents of Old Babylonian Periodৰ (London, 1953, as Vol v of texts from Woolley UR excavation,) ওপৰত এই বিশ্লেষণ নিৰ্ভৰশীল। বৃটিশ মিউজিয়ামৰ বিষয়া আৰ, ডি, বাৰ্নেটৰ লগত হোৱা মূল্যবান আলোচনাৰ ফলত মই তালৈয়াম অতিৰিক্ত খবৰ পাইছোঁ।

১০. মোৰ টোকা Origin and development of Silver Coinage in India (Current Science: Sept. 1941, p 396) চাওক। O. Neugebauer এ কুণিকৰ্ম চিহ্নবোৰ বেলেগ ধৰণে পঢ়াৰ ফলত তেওঁ সেইবোৰ চিনাক্ত কৰিব নোৱাৰিলে। মিঃ বাৰ্নেটৰ মতে এইবোৰক কুণিকৰ্ম (Cueniform) কোৱাটোও টান। কিন্তু দুয়োজনেই মূল বস্তুবোৰ দেখা নাই। মই যা আগে প্ৰকাশ কৰা ফটোগ্ৰাফবোৰো বৰ ভাল নহয়।

স্থানীয় ওজনৰ লগত মিলে যেন বোধ হয়। তাৰে বৃপৰ চটাৰ ভগা টুকুৰা এটাত দুয়োফালে ফুটা কৰি লেখা কুণিফৰ্ম আখৰ আছে। এইবিলাক বোধহয় নিয়মিত মুদ্ৰাৰ প্ৰচলন হোৱাৰ পূৰ্বৰ যুগৰ বিনিময়-মাধ্যম। জাহাজ চলোৱাৰ পদ্ধতি সম্পৰ্কে পিছৰ যুগৰ এখন নথী পোৱা গৈছে, তাত সম্ভৱতঃ আগৰ যুগৰ এটি পৰম্পৰা লিপিবদ্ধ কৰা আছে। এই যুগ মৌচুমী আবিষ্কাৰ বা নিৰ্ণয় হোৱা কালৰ আৰু হাৰপলাচৰ দ্বাৰা তাৰ পুনৰ নিৰ্ণয় হোৱা সময়ৰ বহুত আগৰ। মৌচুমীৰ নিৰ্ণয় কৰাৰ পিছৰেপৰাই লোহিত সাগৰলৈ আৰু লোহিত সাগৰৰপৰা পোনবাটে আৰু বেগাই বছৰি এবাৰকৈ জাহাজ চলাচল কৰা সম্ভৱপৰ হয়। বাৱেৰুজাতকৰ[১১] পৰা জনা যায় যে ভাৰতীয় সদাগৰসকলৰ জাহাজে উপকূলৰ কাষে কাষে গতি কৰিছিল, যেতিয়া মাটিৰ চিনচাব হেৰায়, তেতিয়া নিকটতম স্থান আবিষ্কাৰ কৰিবৰ বাবে কম্পাচ-বৃপী কাউৰীকে কামত লগাইছিল। 'ফাৰা' মোহৰত[১২] জাহাজৰ ওপৰত অৱলম্বন নোহোৱাকৈ উদ্দেশ্যবিহীনভাৱে ঘূৰি ফুৰা চৰাইটো বোধহয় এই কাৰণেই দিয়া হৈছিল। সিন্ধুৰ মুখত কত বন্দৰ আছিল তাক উলিয়াব নোৱাৰি আমাৰ পুৰাতত্ত্ববিদসকল চিন্তাত পৰা দেখা গৈছে কিন্তু খুব সম্ভৱ, সাগৰৰ সিটো মূৰে থকা উৰ্ বন্দৰৰ দৰে মহেঞ্জদাৰোৱেই সেই বাণিজ্য-বন্দৰ আছিল, বিশেষকৈ সেই কালৰ ক্ষুদ্ৰ ক্ষুদ্ৰ জাহাজবোৰৰ বাবে এনে বন্দৰ থকাটো একো আচৰিত কথা নহয়। সিন্ধুৰ চিত্ৰ এটাত মানুহে চলাই বা গুৰি ধৰি যোৱা এখন নাও আৰু

১১. Fausboll no, ৩৩৯ দ্ৰষ্টব্য। Dutoit এ ইয়াৰ খুব সুন্দৰ অনুবাদ কৰিছে (Leipzig, 1925); টাইখনৰ নাম বাবেৰু (babirus — বাবিলন)। ভাৰতীয় সদাগৰসকলে প্ৰথমতে কাউৰীটো আচুকণীয়া বস্তু বুলি বেচিছিল। দ্বিতীয় যাত্ৰাত তেওঁলোকে এটা ময়ূৰা চৰাই লৈ গৈছিল সহজে লাভ কৰিবৰ উদ্দেশ্যে। কম্পাচ কাউৰীটোৰ কথা জাতকত (384) উল্লিখিত হৈছে। কাউৰীটো সাধাৰণ ভ্ৰমণৰ সংযত লাগিছিল। D N 11 · Kevaddha-Sutta ; end) কেৱট্ঠ সুত্তত এইটো প্ৰাচীন বিধি অথবা ঘটনা বুলি কোৱা হৈছে। Pliny এ (Hist. Nat 6) চলনত কম্পাচ চৰাইৰ সহায়েৰে সাগৰ ভ্ৰমণ কৰাৰ কথা উল্লেখ কৰিছে। অৱশ্যে ইন্দ-বেবীলনীয় বেপাৰৰ সাক্ষ্য হিচাপে জাতকৰ সাধুটো দুৰ্বল।

১২. H. Frankfort ; Cylinder Seals (London—1939), Plate XI m, নামৰ ৰচনা দ্ৰষ্টব্য। এই মোহৰত গিলগামেচে সিংহ মুচৰি মৰা দৃশ্য দেখুৱাইছে। এইচ্ হেৰাছে এইদৰে ছবিকে 'নোৱাৰ আৰ্কৰ' ইঙ্গিত-বাহক বুলি প্ৰতিপন্ন কৰিছে (The Crow of Noe Catholic Biblical Quarterly 10, 1948, pp 131—139)। নোৱাই কাউৰী এটা পঠিয়াই উপৰি-কাষৰীয়া মাটিৰ অনুসন্ধান কৰোৱাৰ কথা (কাউৰীৰ পিছে পিছে এটা পাৰ চৰায়ো পঠিওৱা হৈছিল। পাৰ চৰাইটো দুবলৈ পালেও ঘৰলৈ ঘূৰি আহিব পৰাৰ জোখাৰে সুশিক্ষিত। ঠাইটুকুৰা হাবি হয়নে নহয় জনাৰৰ বাবে)। আদিম জগতৰ সাগৰ ভ্ৰমণ-বিজ্ঞানৰ এটা উৎকৃষ্ট তথ্য।

নাৱৰ মাজত কিবা আকৃতিৰ এটি বস্তু দেখা যায় ; এই কথা সকলোৱে জানে। আন এটি মোহৰত ডাঙৰ জাহাজ বা 'গল্লী'ৰ ( galley ) চিত্ৰ আছে। ছবিখন কোনেও ধৰিব পৰা নাছিল কিয়নো, ছবিখন ওভোতাকৈ ছপা হৈছিল। শুদ্ধ অৱস্থান নিৰ্ণয় কৰিবলৈ হ'লে চিৰাচৰিত নিয়মমতে চিত্ৰাক্ষৰবোৰ ওপৰত আছে নে নাই। আৰু নিৰ্দিষ্ট 'আলফা' আখৰটো ছবিত দিয়া ধৰণে সোঁ-মুৱা হৈ আছে নে নাই তাক চাব লাগে।

স্বাভাৱিকতে বৈদেশিক বাণিজ্যৰ আভ্যন্তৰীণ ফাল এটি আছে। সিন্ধু-নগৰবাসীয়ে ত্ৰপ দূৰত থকা খনিবোৰৰপৰা ধাতু উলিয়াই তাৰপৰা হাতিয়াৰ আৰু বাচনাদি নিৰ্মাণ কৰিছিল। আৰু দূৰৈত নিশ্চয় হাঁতীদাত আৰু বান্দৰো পোৱা গৈছিল। সিন্ধুনদেই যে এসময়ত একমাত্ৰ বাণিজ্যপথ আছিল, তেনে নহয়। ৰাজস্থান, কাথিয়াৰ আৰু দাঁতি কাষৰীয়া অঞ্চলত, আনকি আহমদাবাদ জিলাৰ লোথাল পৰ্যন্ত ( IAR 1955 pp Q-12 ) সিন্ধু সভ্যতাৰ চিন পোৱা গৈছে। অৱশ্যে এই আৱিষ্কাৰে বেপাৰৰ ওপৰত বিশেষ আলোকপাত কৰা নাই। সিন্ধু সদাগৰসকলে ব্যক্তিগতভাৱে নহ'লেও যে কিবা প্ৰকাৰে নব্য প্ৰস্তৰযুগত দক্ষিণাপথলৈকে বেহা-বেপাৰ বিস্তৃত কৰিছিল তাক আমি অনুমান কৰিব পাৰোঁ। বৰ্বৰ উৎপাদনকাৰী মানুহৰ কামত নলগা কালতো উপমহাদ্বীপৰ ভিতৰুৱা অঞ্চলত সোণ উৎপাদন হৈছিল বুলি আমি জানো। দক্ষিণাপথত পোৱা শিলৰ মিহি হাতিয়াৰ আৰু দা-জাতীয় ডাঙৰ হাতিয়াৰবোৰ দেখিলে সেইবোৰ দাক্ষিণাত্যৰ মাইক্ৰলিথ উদ্যোগৰ বাহিৰা বস্তু বুলি অনুমান হয়। প্ৰথমবিধ হাতিয়াৰ সিন্ধু উপত্যকাৰ ব্ৰঞ্জ আৰু তামৰ হাতিয়াৰৰ অনুকৰণত কৰা যেন অনুমান হয়। নিকট-বৰ্তী প্ৰাচ্যৰ ব্ৰঞ্জ আৰু তামৰ উৎপাদনৰ আঁহিত স্কেণ্ডিনেভিয়া পৰ্যন্ত বিস্তৃত মধ্য য়ুৰোপত যেনেকৈ মাধ্যমিক নব্য-প্ৰস্তৰ যুগৰ উদ্যোগ প্ৰতিষ্ঠা কৰি তাত শিলৰ মিহি কুঠাৰ তৈয়াৰ কৰিছিল, ঠিক তেনেকৈ দাক্ষিণাত্যৰ এই মাধ্যমিক মাইক্ৰলিথ উদ্যোগৰ বিষয়েও একে অনুমান কৰিব পাৰি। দাক্ষিণাত্যৰ দা জাতীয় শিলাস্ত্ৰবোৰ সিন্ধু যুগৰ মানুহৰ হাতিয়াৰৰ পোনপটীয়া অনুকৰণত কৰা হৈছিল বুলি ভাবিবৰ থল আছে। সেই যুগৰ প্ৰাচীন বাণিজ্য পথবোৰেদি দলবদ্ধ ভাৰীসকলে শিল কঢ়িয়াই নিওঁতে সেইবোৰত চিন থৈ গৈছিল। এই চিনবোৰ বাটৰ চাৰি মাইলৰ মূৰে মূৰে থকা শিলৰ থুপ, খুটা আৰু নমোৱা বোজা ৰখা ঠাইবোৰত আজিও দেখা যায়।

৩.৩ থাই প্ৰশ্ন হ'ল কি দৰে শ্ৰেণী ব্যৱস্থা সংৰক্ষিত হৈছিল ? কোনে সেই মানুহবোৰক খটুৱাইছিল আৰু কি পদ্ধতিৰে উৎপাদনকাৰীৰ ক্ৰোধৰপৰা ধনী শ্ৰেণীবোৰক ৰক্ষা কৰা হৈছিল ? সকলো শ্ৰেণী-বিভাজন মূলতঃ বাঁতি থাকে শক্তিৰ ব্যৱহাৰৰ দ্বাৰা, শক্তিৰ বলেৰে একশ্ৰেণীয়ে শ্ৰমৰ দ্বাৰা উৎপাদন কৰা ৰাহিখিনি এটি ক্ষুদ্ৰ শাসক শ্ৰেণীযে আত্মসাৎ কৰে। যি সময়ত উৎপাদনকাৰীসকলে দেখে যে উচ্চ শ্ৰেণীৰ নিৰ্দেশত জীৱন-ধাৰণ কৰাৰ বাহিৰে অন্য উপায় আৰু নাই, সেই সময়ত এই হিংসাৰ প্ৰয়োজন কমি নিম্নতম পৰ্যায়ত ৰয়গৈ। ক্ষেত্ৰ বিশেষে তেনে কৰাৰ উপায় হ'ল ধৰ্মঃ বনুৱা শ্ৰেণীক অতি প্ৰাকৃতিক শক্তিৰ ৰহস্যময় ক্ৰিয়া প্ৰতিক্ৰিয়াৰ দ্বাৰা ধ্বংস কৰাৰ ভয় দৰ্শাই ৰাহিখিনি এৰি দিবলৈ এইদৰে সন্মত কৰোৱা হৈছিল। যিমানে শোষণ কঠোৰ হৈ যায়, সিমানে দমন-শক্তিৰ প্ৰয়োজনো অধিক হয়। কাৰণ মানুহে বিনা প্ৰতিবাদে অনশন কৰি থাকিবলৈ ৰাজী নহয়। এনে ক্ষেত্ৰত-শক্তিশালী টেবুৰদ্বাৰা কুসংস্কাৰৰ ভেঁটি দৃঢ় কৰা হৈছিল। শক্তিৰ যন্ত্ৰ-সমূহ অৰ্থাৎ অস্ত্ৰ-শস্ত্ৰসমূহ পুৰাতাত্ত্বিক তথ্যৰ অংশ। সেইবোৰ লুকাই ৰখা অসম্ভৱ। আনহাতে কুসংস্কাৰ প্ৰকাশ পায় মূৰ্তি বা ধৰ্ম-গৃহ বা মন্দিৰ-মছজিদ আদিৰ মাজেদি।

ধন বা সম্পদ সেই সমাজত যে আছিল সেই সম্পৰ্কে কোনো সন্দেহ নাই। অতীত কালত নগৰকেইখন আক্ৰমণত ধ্বংস হৈছিল, আৰু তাৰ পিছতো ঐশ্বৰ্য্য-অন্বেষী, ইটাখননকাৰী, ভুলভাৱে পৰিচালিত পুৰাতত্ত্ববিদে তাৰ বস্তু অপহৰণ কৰিছিল, তথাপি দুয়োখন নগৰতে সোণ-ৰূপ, অলংকাৰৰ ভাণ্ডাৰৰ সন্ধান পোৱা গৈছে। ডাঙৰ ঘৰবোৰত পোৰা ইটাৰ ডাঠ বেৰ দিয়া হৈছিল—চোৰৰপৰা সম্পত্তি ৰক্ষা কৰিবৰ বাবে। ঘৰৰ পদূলিমুখ সদায় ঠেক উপপথত অৱস্থিত, পদূলিমুখৰ ভিতৰ ফালে একপ্ৰকাৰ দুৱৰীৰ বহা। চোতালৰ ভিতৰত কুঁৱাবোৰ; গতিকে গৃহস্থৰ ঘৰবোৰ দুৰ্গ যেন হৈছিল। বিজেতাৰ আত্মপ্ৰতাৰণামূলক অহংকাৰ আৰু ন-ধনীৰ আনন্দময় হীনাচৰণৰ প্ৰতীক স্বৰূপ সন্মানসূচক চিহ্ন, স্তম্ভ, ফলি, ডাঙৰ মূৰ্তি, অলংকৃত ইটাৰ কাৰ্য, খাপৰি, চিত্ৰিত প্লাষ্টাৰ আৰু ৰাজহুৱা প্ৰদৰ্শনীৰ ভাবপ্ৰকাশক আন আন বস্তুৰ ইয়াত খুব অভাৱ। ইয়াত পোৱা ঐশ্বৰ্যসমূহ সম্পূৰ্ণৰূপে ব্যক্তিগত সম্পত্তি। আলিবাটৰ ওপৰছোৱা ইটা বা 'শ্লেগে'ৰে ( পোৰা কয়লাৰ টুকুৰা ) নৱদ্ধাৰপৰাই ধৰিব পাৰি নগৰ পৰিকল্পনা সীমাবদ্ধ আছিল। সম্ভৱতঃ যি অলপ-অচৰপ বৰষুণ তাত হৈছিল, তাৰ ফলতে আলিবাটেদি যোৱা টান হৈ পৰিছিল। শেষত এটা কথা ক'ব পাৰি। হিংসাৰ হাতিয়াৰবোৰ বৰ দুৰ্বল আছিল।

অৱশ্যে শক্তি প্ৰয়োগৰ সামাজিক যন্ত্ৰ অৰ্থাৎ ৰাষ্ট্ৰ কেনে আছিল তাক আমি নেজানো। সিন্ধু নগৰত পোৱা অস্ত্ৰবোৰ বিশেষকৈ কামিহীন পাতচানেকীয়া ব্লেডযুক্ত তামৰ বাঠিৰ মুখবোৰ প্ৰথম খোচতে নিশ্চয় সোতমোচ্ হৈ গৈছিল। সিন্ধু-সভ্যতাৰ ঘাই ঘাই স্তৰবোৰত তৰোৱাল বা তেনে জাতীয় বস্তু পোৱা হোৱা নাই। চিত্ৰ-প্ৰতীকবোৰত ধনুৰ্ধৰৰ ছবি আছে ; তদুপৰি শিল আৰু তামেৰে সজা কাঁড়ৰ মুখ আৰু কাঁড়ো বিভিন্ন স্তৰত আৱিষ্কাৰ কৰা হৈছে। ধেনু চিকাৰ-যুগৰ অৱশিষ্ট। তেতিয়া মানুহে লোৰ কথা নাজানিছিল, সেই কাৰণে মুষ্টিমেয় লোকৰ হাতত থকা কিছু অস্ত্ৰই যথেষ্ট বুলি পৰিগণিত হৈছিল। কিন্তু সুন্দৰ মজবুত অথচ পুৰণিকলীয়া হাতিয়াৰবোৰৰ লগত এইবোৰৰ প্ৰভেদলৈ মন কৰিলে দেখা যায়, সেইকালত অস্ত্ৰৰ ব্যৱহাৰ বৰ আৱশ্যকীয় কাৰ্য নাছিল। সম্ভৱতঃ ৰাষ্ট্ৰৰ হাতত এনে কিছুমান পৰিপূৰক বলবান শক্তি আছিল যাৰ সহায়ত হিংসাৰ পৰিমাণ নিম্নতম কৰিব পৰা গৈছিল। নগৰবোৰ বাণিজ্যৰ ওপৰত বাঁতি আছিল,—যুদ্ধৰ ওপৰত নহয়। কিন্তু যদি সেনা বা নগৰৰক্ষক শক্তিশালী নাছিলেই তেন্তে কি শক্তিয়ে সদাগৰসকলক লাভৰ অসমান অংশ আত্মসাৎ কৰাত সহায় কৰিছিল ?

ইয়াৰ উত্তৰ একমাত্ৰ ধৰ্মতহে পোৱা যায়। সভ্যতাৰ স্তৰত ডাঙৰ দেৱমূৰ্তি পোৱা নগলেও 'দুৰ্গ' টিলাবোৰৰ লগত মেছোপটেমীয়াৰ মন্দিৰ নিক্ৰতবোৰৰ আকাৰ বিজাব পাৰি। বানপানীৰপৰা নিৰাপদ কৰি ৩০ ফুটমান ওখকৈ ইটাৰ মঞ্চত এই দুৰ্গবোৰ নিৰ্মিত হৈছিল। ঘৰবিলাকৰ যোৰাতো বেৰ আছিল। পিছৰ যুগত সেইবোৰক সংৰক্ষিত অঞ্চলৰূপে ব্যৱহাৰ কৰা হৈছিল, কিন্তু তাৰ পদূলিমুখৰ জটিল আৰু বহল খট্‌খটিবোৰ প্ৰতিৰক্ষাৰ দৃষ্টিৰপৰা অবাস্তৱ, গতিকে এইবোৰ খটখটি উৎসৱাৰ্থে ব্যৱহৃত হৈছিল বুলিলেহে শুৱাব। হৰপ্পাৰ ঠাইখন ইটাচোৰৰ উৎপাতত ধ্বংস হ'ল, আনহাতে মহেঞ্জদাৰোৰ পূজা-প্ৰাঙ্গণত ঘাই গৃহ-ভগ্নাৱশেষ বুলি গিটোক ধৰিব পাৰি, সেইটো কুশান স্তূপ এটাৰে ঢাক খাই আছে। কাষতে থকা মহেঞ্জদাৰোৰ স্নানাগাৰটো খুব সম্ভৱ পূজা-পাতলৰ উদ্দেশ্যে ব্যৱহাৰ কৰা পুখুৰী আছিল, কাৰণ, প্ৰত্যেক ঘৰত সুকীয়াকৈ সুন্দৰ আৰু সুব্যৱহৃত স্নানগৃহ আছিল, এনে ধৰণৰ স্নানগৃহ ইতিহাসৰ প্ৰথম যুগৰ ( proto-history ) মেছোপটেমীয়া বা ইজিপ্ট আদি ঠাইৰ নগৰত পোৱা হোৱা নাই। ( এই বৃহৎ স্নানাগাৰটোলৈ এটি বিশেষ সংলগ্ন কুঁৱাৰপৰা মানুহে অশেষ কষ্ট কৰি হাতেৰে পানী আনিছিল। কুঁৱাটো সুন্দৰভাৱে নিৰ্মিত হৈছিল আৰু ইটাৰ গাঠনিৰ মাজত পানী বন্ধ কৰিবলৈ বাইটুমেনেৰে লেও দিয়া হৈছিল, লগতে পানী ওলাই যোৱা নলা এটাও আছিল।

কুঁৱাটোৰ তিনিপিনে কিছুমান কুঠৰী কৰা হৈছিল ) দুৰ্গৰপৰা স্নান সমাপ্ত কৰি ওলাই অহা লোকেও সহজে নদীলৈকে বিস্তৃত বেৰত সংলগ্ন খটখটিয়েদি নামি আহিব পাৰিছিল যেন লাগে। মই উক্ত পুখুৰীটোক পৱিত্ৰ পদুম পুখুৰীৰ লগত তুলনা কৰিছিলো। [ পুষ্কৰ ; of S B B R A 72 S (1951) 23—30 ] পিছৰ যুগলৈকে এই পুখুৰীটো ৰক্ষা পাৰিছিল। আমি জনামতে ভাৰতীয ৰজাসকলৰ অভিষেকত য়ুৰোপীয প্ৰথানুযাযী তৈলোৎসৱ ( annointed ) কৰা নহৈছিল, আমাৰ ৰজাসকলৰ অভিষেকত ( এনে পবিত্ৰ স্থানত ) পবিত্ৰ জলহে ছটিওৱা হৈছিল। উক্ত প্ৰবন্ধত পুখুৰীৰ স্থানটুকুৰা খুবসম্ভব দেবী পূজাৰ উদ্দেশ্যে উৎসৰ্গিত হৈছিল বুলি মই উন্নুকিয়াইছিলো। উৰ্ব্বৰীকৰণ ( Fertility Cult ) পূজাৰ এটি অঙ্গ আছিল পুৰ্খ্ৰাবনীত ( পীঠত ) জীৱন্ত হিয়েৰডুলসকলৰ বা পাৱে সহচৰসকলৰ লগত সংবাস। অনুষ্ঠানটো মেছোপটেমীয়াৰ ইষ্টাৰ দেৱীৰ মন্দিৰত থকা পৱিত্ৰ বেশ্যাবৃত্তিৰ লগত তুলনীয। পক্ষী-মুণ্ড-বিশিষ্টা নাৰীৰ ভালেমান পুতলা-মূৰ্তি নগৰৰ ভগ্নাৱশেষবোৰৰ মাজত পোৱা গৈছে। এইবোৰ নৰ্তকী অথবা পূজাৰ পবিত্ৰ অনুষ্ঠানৰ লগত সংশ্লিষ্ট একেবৰণৰ মৰত মুখা পিন্ধা বিগ্ৰহ। এনে বস্তু ইযাত অসংখ্য পোৱা যায আৰু একেধৰণৰ কিন্তু অনুন্নত সংস্কৃতিৰ ( কুল্লিৰ সংস্কৃতিৰ কথা উল্লেখযোগ্য ) ভগ্নাৱশেষতো এইবোৰৰ অভাৱ নাই। বুজন আৱাধ্য মূৰ্তি নিৰ্মাণ অবৰ্তমানৰ কাৰণ সুদীৰ্ঘকাল সংৰক্ষিত পূজাৰ জীৱন্ত প্ৰতিনিধিসমূহৰ সংঘাত ব্যাখ্যা কৰিব পাৰি। প্ৰস্তৰসমূহত অৱশ্যে খোলমেলি আছে কিয়নো, থকা মোহৰবোৰত কেৱল মাতৃ আৱাধ্য উখুৰ বাহিৰে আন একো দেখা নাযায। যিকেইটা মানব মূৰ্তি তাত পোৱা গৈছে সেইকেইটাও মাতৃ। এই মানৱ মূৰ্তিবোৰৰ মাজত এজন নটৰাজ দেৱতা আছে, যাৰ মাজত পৰৱৰ্তীযুগৰ হিন্দু দেৱতা শিৱৰ ভালেমান গুণ প্ৰকাশ পাইছে। সেই কাৰণে সিন্ধু সভ্যতাৰ iconotropic ছাঁচসমূহৰ দ্বাৰা পৰৱৰ্তী হিন্দুধৰ্মৰ ভালেমান উপাখ্যানৰ ব্যাখ্যা কৰিব পাৰি, ( যেনে,—ত্ৰিশঙ্কু )[১৩]। আঁহত ( পিপল )

---

১৩ যজ্ঞ ( বা বলিৰ ) মোহৰত সপুৰি অছে, এটা উদ্ভৰ মূৰ্তিয়ে কিবা যজ্ঞ কৰিছে। আন এটি মূৰ্তি স্বৰ্গ আৰু মৰ্ত্তাৰ মধ্যস্থলত আছে। বিশ্বামিত্ৰ উপাখ্যানো ইয়াৰ মূল হ'ব পাৰে। উপাখ্যান মতে বিশ্বামিত্ৰই কৃতজ্ঞতাবশতঃ ত্ৰিশঙ্কু ৰজাক স্বৰ্গলৈ তুলি দিছিল, কিন্তু দেৱতাসকলে তেওঁক তললৈ ঠেলি দিলে। শেহত অ পোচ হ'ল যদিও—দুৰ্ভগীয়া ৰজাজন আকাশৰ তৰাৱলীৰ মাজত ওলমি ৰ'ল। যিকোণা গছৰ মাজত তিনিশৰীয়া কিৰীটি পিন্ধা মূৰ্তিটো আছে, সেই গছজোপাৰ পাত তাত দেখা যায়। গছজোপা আঁহত গছ ( Ficus Religiosa )।

গছক ভাৰতত আজিও পূজা কৰা হয়। সেই আঁহতৰ পাতৰ নিৰ্ভুল ছবি মোহৰবোৰত দেখা যায়। এই গছ ৫,০০০ বছৰৰ আগেৰেও পূজাৰ বস্তু আছিল। দেৱীৰ মূৰ্তিবোৰ আৰু সেইবোৰৰ লগত কোনো প্ৰকাৰে মিল নথকা টোটেমীয় পূজাৰ মতা জন্তুবোৰৰ দ্বৈতৰূপ আমি ভালদৰে ব্যাখ্যা কৰিব লাগিব। মোহৰবিলাকৰ মাজত পূজাৰ সংকেপৰ বাহিৰেও আৰু এটা বিশেষ উদ্দেশ্য নিহিত আছিল, অৰ্থাৎ বিপদ খণ্ডাবৰ অৰ্থে বেপাৰৰ বস্তুৰ ওপৰত 'টেবু' আৰোপ কৰিছিল।[১৪] মন্দিৰত দেৱীৰ সহায় নহলে অথবা মন্দিৰৰ সম্পত্তিৰ ভাগ নোলোৱাকৈ স্বতন্ত্ৰভাৱে কোনোবা বেপাৰীয়ে নিজৰ সম্পত্তি ঘটিব পাৰিলে বেপাৰীজনে বিপদখণ্ডনৰ অৰ্থে কিয় আন বেলেগ মূৰ্তি বিচাৰি লৈছিল তাক সেই কথাৰ পৰাই বুজিব পৰা যাব।

ধৰ্মৰ প্ৰভাৱৰ বাবেই যে ৫০০ বছৰ অথবা তাৰ তিনিগুণৰো অধিক কাল সিন্ধু উপত্যকাৰ সংস্কৃতিৰ কোনো পৰিবৰ্তন ঘটা নাছিল তাক এতিয়া ধৰিব পৰা যাব। প্ৰাক্-সিন্ধু যুগৰ ক্ষুদ্ৰ হৰপ্পা গাৰঁত আদিতম মানৱ-বসতিৰ কালৰপৰা হিংসামূলক ধ্বংস-কাৰ্যৰ দিনলৈকে আমি একো পৰিবৰ্তন নেদেখোঁ, বৰং অবনতিহে দেখা পাওঁ। মেছোপটেমীয় আৰু ইজিপ্তীয় সভ্যতাৰ তুলনাত সিন্ধু সভ্যতাৰ এই বৈশিষ্ট্য মন কৰিবলগীয়া। সিন্ধু সভ্যতাৰ গোটেই কালছোৱাত অৰ্থাৎ বিদেশী বিজেতাৰ বিজয়-কাল পৰ্যন্ত মাটিৰ বাচন-বৰ্তনৰ গঢ় আৰু তাৰ নিৰ্মাণ-কৌশলৰ সাল-সলনি হোৱা নাছিল, নতুন ব্ৰঞ্জৰ হাতিয়াৰবোৰতো পুৰণি গঢ অপৰিবৰ্তিত ৰূপত দেখা গৈছিল। উদাহৰণ স্বৰূপে কুঠাৰ আৰু Adze হিচাপে ব্যৱহৃত ব্ৰঞ্জৰ Bar Celt বোৰৰ কথা ক'ব পাৰি। এইবোৰত নালৰ বিন্ধা নাই। পিছৰ অস্ত্ৰবোৰ অধিক কাৰ্যক্ষম। সমসাময়িক চুমেৰীয়সকলে তেনে হাতিয়াৰৰ ব্যৱহাৰ জানিছিল, কিন্তু সিন্ধু নগৰবোৰৰ ভগ্নাৱশেষৰ ওপৰ স্তৰবোৰতহে তেনে হাতিয়াৰৰ সন্ধান পোৱা গৈছে। পিছৰ যুগৰ ভাৰতবৰ্ষত কেৱল দেশৰ প্ৰত্যেক অংশই নহয়, প্ৰতিটো শতিকাই নিজৰ নিজৰ

---

১৪। এই কথা সম্পূৰ্ণভাৱে অস্বীকাৰ কৰা দেখা গৈছে। কাৰণ, সিন্ধু উপত্যকাৰ মোহৰত পিঠিৰফালে কোনো গাঠি বা পাৰ্চেলৰ চিন নাই। অৱশ্যে মেছোপটেমীয়াৰ পূজা সম্পৰ্কীয় চীল-বোৰ কেৱল আয়তনতহে বাণিজ্য দ্ৰব্য চিহ্নিত কৰা মোহৰবোৰৰপৰা পৃথক আকৃতিত নহয়। পুৰণি-কালত বাণিজ্য দ্ৰব্য ৰক্ষাৰ্থে মৰা মোহৰো ধৰ্মমূলক আছিল। মহেঞ্জোদাৰোত আদিতে খনন কাৰ্য কৰা একন ডাইৰেক্টৰে মোক একেটি সম্ভাব্য ইকৰাৰ ছবি দেখুৱাইছিল। অনুমান হ'ল—ইকৰা আটিত মোহৰৰ চিন মৰা আছিল। বাণিজ্য দ্ৰব্য আৰু ব্যক্তিক লাইচেন্সৰ মোহৰবোৰ চতুৰ্থশতিকা (খ্ৰীঃ পূঃ) মানৰপৰা নিয়মিতভাৱে পৰিদৰ্শন কৰাৰ উল্লেখ পোৱা গৈছে। হঠাতে এই যুগত সেই প্ৰথা প্ৰচলন হৈছিল বুলি ভাবিবৰো কোনো থল নাই।

বিশিষ্ট লিপিৰ বিকাশ সাধন কৰিছিল ; কিন্তু সিন্ধু সভ্যতাত চাগে দেখা যায় একেটা লিপিয়েই সকলো আৱিষ্কৃত স্তৰ জুৰি অপৰিৱৰ্তনীয় ৰূপতে আছে। ইজিপ্তৰ চিত্ৰাক্ষৰবোৰেও কেইবা শতিকাও জুৰি নিজৰ ৰূপ ৰক্ষা কৰি চলিছিল ; কিন্তু পিছলৈ ধৰ্মীয় (heiratic) আৰু জনপ্ৰিয় হস্তলিপি (Cursive) উদ্ভৱ হোৱাও দেখা গৈছিল। আনহাতে মেছোপটেমীয়াত আৰম্ভণিতেই চিত্ৰাক্ষৰৰ ঠাইত কুণিফৰ্ম বা বানমুখী অক্ষৰ পদ্ধতি চলিছিল। ফলত সদাগৰসকলৰ অসংখ্য 'টেবলেট', হাম্মুৰাবিৰ আইন-লিপি, মূৰ্তি-উৎসৰ্গা কৰা ফলি, মাটিৰ হস্তান্তৰ নথী, দাস বিক্ৰী চুক্তি, মন্দিৰ গীত, কাব্য আদি কুণিফৰ্ম আখৰত লিখিত হৈছিল ; কিন্তু আমাৰ ইয়াৰ মোহৰৰ ওপৰত কিছুমান চুটি পংক্তি আৰু মৃৎপাত্ৰৰ গাত চুটি আচোঁৰৰ বাহিৰে একো পাবলৈ নাই। হয়তো সদাগৰসকলে ক্ষয়িষ্ণু বস্তুত আখৰ লেখিছিল, ( যিহি কাপোৰ, ৰবৰ, খেজুৰপাত বা দেৱদাৰুৰ বাকলি—এইবোৰত ) কিন্তু কিছুমান ক'লা টুকুৰাৰ বাহিৰে ( এইবোৰ হয়তো চিঞাহীৰ টুকুৰাও হ'ব পাৰে ) সেই আখৰবোৰৰ ক'তো চিন মোকাম পাবলৈ নাই। চুমেৰীয়সকলৰপৰা সিন্ধুৰ নাগৰিকসকলে বোকাত যুগমীয়াকৈ লেখিব পৰা পদ্ধতিৰ শিক্ষা কিয় নললে তাক যুক্তিৰে ব্যাখ্যা কৰিব নোৱাৰি। সম্ভৱতঃ তেওঁলোকে দীৰ্ঘস্থায়ী নথী ৰখাৰ কোনো প্ৰয়োজন অনুভৱ কৰা নাছিল। বেপাৰৰ একচেটীয়া অধিকাৰো সম্পূৰ্ণ নিৰাপদ আছিল, সেই ধাৰাবাহিকতা ৰক্ষা কৰিছিল অপৰিৱৰ্তনীয় পৰম্পৰাই।

লাভৰ শ্ৰেণীগত একচেটীয়া অধিকাৰ আৰু ধৰ্মৰ ওপৰত নিৰ্ভৰশীল সংৰক্ষণ-শীলতাই লিপিৰ অপৰিৱৰ্তনীয়তাৰ কাৰণ। সেই একে কাৰণেই ধৰ্মমন্দিৰৰ প্ৰাধান্যত গঢ়ি উঠা পৰিকল্পনাৰো পৰিৱৰ্তন ঘটা নাছিল। দেৱী মন্দিৰৰ অধীনত চলা সদাগৰ শ্ৰেণীৰো এই কালছোৱাত পৰিৱৰ্তন ঘটা নাছিল ; এই সদাগৰ শ্ৰেণীয়ে মন্দিৰত দান দিছিল যদিও সেই দানে নিৰ্বিঘ্নে নিজাকৈ প্ৰভূত সম্পত্তি সংগ্ৰহ কৰাত বাধা প্ৰদান নকৰিছিল। বনুৱা শ্ৰেণীয়েও ধৰ্মৰ যুক্তিকে সাৰোগত কৰি নিজকে নিৰ্দিষ্ট স্থানত সংস্থাপিত কৰিছিল। মন্দিৰাশ্ৰিত পূজাৰ আধিপত্যৰ ক্ষেত্ৰত সিন্ধু আৰু মেছোপটেমীয়াৰ সভ্যতাৰ মিল দেখা গলেও, চেল্‌ডীসকলৰ 'উৰ্‌' আৰু আন আন নগৰত সিন্ধু অঞ্চলতকৈ অধিক সামৰিক অস্ত্ৰ-শস্ত্ৰ আৰু ৰজাসকলৰ স্মাৰকচিহ্ন পোৱা গৈছে। তাৰ ৰজাসকলে দেৱতাৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰশীল নহৈ অস্ত্ৰ-শস্ত্ৰও ব্যৱহাৰ কৰিছিল। সিন্ধু উপত্যকাৰ মানুহে কিন্তু তেনে কৰা নাছিল।

৩'৪ এতিয়া মৌলিক প্ৰশ্নলৈ অহা যাওক। খেতিয়কসকলে কিদৰে বাহি শস্য উৎপন্ন কৰি নগৰবাসীক অৰ্থাৎ মন্দিৰ-ভৃত্য, বনুৱা, কাৰিকৰ, সদাগৰ অথবা পুৰোহিত শ্ৰেণীৰ লোকক খুৱাইছিল ? যদি ধৰি লওঁ যে সমাজে ধৰ্ম আৰু ব্যৱসায়ৰ

বলেৰে খাদ্য-শস্যৰ বাহিঁৰ্খিনি এবি দিবৰ কাৰণে খেতিয়কক বুজাবলৈ সমৰ্থ হৈছিল, তেতিয়া প্ৰশ্ন হয়, শস্যৰ উৎপাদন হৈছিল কেনে ধৰণে ? মন কৰক, সিন্ধু উপত্যকাৰ মাটি পলসুৱা, পৃথিৱীৰ আন আন অঞ্চলৰ মাটিৰ দৰেই ই সাবুৱা। সেই সময়ত সিন্ধু অববাহিকাত এতিয়াতকৈ অধিক বৰষুণ হৈছিল আৰু সেইবাবে অধিক খেতি হৈছিল বুলি বহুতে কৰা অনুমান সচাঁ নহয় যেন লাগে। পাৰ্বত্য অঞ্চলত ব্যাপকভাৱে হাবি-বনৰ ধ্বংস-সাধন হোৱাত আজিকালি এই অঞ্চলত প্ৰলয়ঙ্কৰী ধ্বংসাত্মক বানপানী, কম বৰষুণ আৰু অধিক পৰিমাণৰ শুষ্কতাই দেখা দিবলৈ ধৰিছে বুলিও যুক্তি দিব পৰা যায়। কিন্তু সেইকালত অধিক বৰষুণ হোৱাৰ সপক্ষে যিবোৰ কাৰণ দেখুওৱা হৈ আহিছে, সেইবোৰৰ বেছিভাগেই ভেঁবুহীন। তেওঁলোকে দৰ্শোৱা প্ৰথম কাৰণ হ'ল এই—মেছোপটেমীয়াৰ আহিঁৰে ৰ'দত শুকোৱা ইটা তৈয়াৰ নকৰি তাৰ ঠাইত পোৰা ইটাৰ প্ৰচলন কৰিবলৈ লোৱা বাবে এই পোৰা ইটা নিৰ্মাণৰ অৰ্থে যিমান খৰিৰ দৰকাৰ হৈছিল, সিমান খৰি ওচৰৰ জোপোহা হাবিত পোৱা সম্ভৱ নাছিল। কিন্তু এই কাৰণ দেখুওৱা লোকসকলেই কয় যে ঘৰৰ চ'তি আদিৰ বাবে লাগোৱা কাঠবোৰ হিমালয়ৰ পাদদেশৰপৰা আমদানী কৰা হৈছিল। আনহাতে সিন্ধু উপত্যকাৰ নগৰসমূহত যদি ব্যাপকভাৱে ইটাৰ ভাটা পোৱা হৈছিল[১৫] তেন্তে ভাটাৰ বা পোৰা এঙাৰৰ দ'মৰ নিদৰ্শন তাত আমি দেখিবলৈ নাপাওঁ কিয় ? দূৰৈত ইটা পুৰি ( অৰ্থাৎ খৰিৰ ওচৰত ) তাৰ খৰি আদি নৈয়েদি অনা হৈছিল বুলি ক'লেও কিজানি সন্দেহ কৰিবলগীয়া একো কাৰণ নাথাকে। আলেকজেণ্ডাৰৰ নৌবাহিনীৰ জাহাজ হিমালয়ৰ কাঠেৰে তৈয়াৰী হৈছিল , এই কাঠ বিপাশা (Beas) নৈয়েদি উটুৱাই অনা হৈছিল ( স্ট্ৰাবো ১৫, ১, ২৯ ) . দ্বিতীয় কাৰণ দিয়াসকলে এনে ধৰণৰ যুক্তি দিয়ে : মোহৰবোৰত গড়, বাঘ, জল-মহিষ (water buffaloe) হৰিণ আদি বিবিধ জন্তু আছে, সেইবোৰ জলঘাই হাবিতহে পোৱা যায়। গতিকে মোহৰৰ অঞ্চলটিও জলঘাই আছিল। এই যুক্তিত যথেষ্ট সঙ্গতিৰ অভাব। কাৰণ, ভালেমান

১৫। মোৰ কথা পৰিষ্কাৰ কৰিবলৈ এটা উদাহৰণ দিওঁ। বাৰানসী হিন্দু বিশ্ববিদ্যালয় প্ৰাঙ্গণ জুৰি জিলিকি থকা পোৰা ধাতুৰ টুকুৰাৰে গঠিত টিলাটোৱেই এই উদাহৰণ। বহু পুৰুষ ধৰি পিতলৰ কলহ, কাপ আৰু কাঁহী আদি বাচন তৈয়াৰ কৰা 'কাচাৰা' পৰিয়ালবোৰৰ কামৰ ফল স্বৰূপেই এই টিলাটো গঠিত হৈছিল। হিন্দু বিশ্ববিদ্যালয়ৰ দাঁতি-কাষৰীয়া 'নক্কা' আৰু 'লঙ্কা' নামে যি দুখন আধুনিক গাওঁ আছে সেই দুখনৰ নাম গোবিন্দ চন্দ্ৰ গাহড়ৱালৰ ( ১১৪১-২ খ্ৰীষ্টাব্দ ) কৰ্মোলি চনদত (E1, 4 113) পোৱা যায়, অৱশ্যে সম্পাদকে চিনাক্ত কৰিবলৈ সমৰ্থ হোৱা নাছিল। আনহাতে তাত এনে কোনো ইঙ্গিত নাই যাৰ দ্বাৰা ক'ব পাৰি যে সেই ঠাইত ধাতুৰ কৰ্মীৰ বসতি আছিল।

মোহৰত যুগ্ম-জন্তু ( কাল্পনিক জীৱ ) আছে ;—কোনোটোৰ আধা গৰু, আধা হাতী, কোনোটোৰ আকৌ আধা ছাগলী, আধা মাছ। কেতিয়াবা তিনি চাৰিটা জন্তুৰো যুটীয়া ছবি দেখা যায়। তাৰে বিটো আধা মানুহ আৰু আধা বাঘ—সেইটোৱেই পৰৱৰ্তী কালৰ বিষ্ণুৰ অৱতাৰ নৰসিংহ। প্ৰকৃতপক্ষে সঙ্গতিপূৰ্ণ যুক্তিৰে ভাবিবলৈ হ'লে ক'ব লাগিব যে এই অঞ্চলবোৰত এনে ধৰণৰ অদ্ভুত জন্তু আছিল। আমাৰ দৃষ্টিৰপৰা চাবলৈ হ'লে মোহৰত থকা জন্তুবোৰ প্ৰাক্-কৃষি স্তৰৰ মানুহৰ টোটেমহে, চিকাৰ-প্ৰধান অঞ্চলত এনেবোৰ টোটেমৰ উদ্ভৱ হৈছিল। যুগ্ম-জন্তুবোৰে লগ-লগা যুগ্ম-গোষ্ঠী দুটাৰ টোটেম বুজায় অথবা দুটা বা তিনিটা জনজাতীয় ধৰ্ম একেলগ হোৱা কথাও সূচায়।

সাবুৱা মাটি থকা সত্ত্বেও সিন্ধু-উপত্যকাত উৎপন্ন হোৱা ৰাহি শস্য মেছোপটেমীয়া বা ঠেক নীল উপত্যকাৰ উৎপন্নৰ তুলনাত যথেষ্ট কম। পোৱা তথ্যপাতিৰপৰা বুজা যায়, আমাৰ ইয়াত মাথোন দুখন নগৰ আছিল। নশ মাইল দীঘল আৰু তাৰে আধামান বহল অঞ্চলটোৰ প্ৰায় আধাখিনি ঠাইতহে মানুহ থকাৰ প্ৰমাণ পোৱা যায়। নগৰ দুখনৰ বাহিৰত বৃহত্তম বসতি অঞ্চল হ'ল চান্‌হোদাৰো। ইয়াৰ আয়তন ২৫ একৰতকৈ কম। কেইটামান টিলাত ডাঙৰ নগৰৰ চিন পোৱা যাব বুলি ভবা হৈছিল, কিন্তু পোৱা ন'গল। কিয়নো, এই ঠাইবোৰলৈ স্তৰ বিস্তৃত হোৱাৰ কাৰণ হ'ল হেজাৰ হেজাৰ বছৰ ধৰি বৰষুণে কঢ়িওৱা জাবৰ আৰু মৱলাৰ বিস্তৃতি। মেছোপটেমীযাত ইয়াতকৈ ক্ষুদ্ৰতৰ এটা অঞ্চলতে ভালেমান নগৰ ৰাষ্ট্ৰই ইখনে সিখনৰ লগত বেপাৰ আৰু যুদ্ধ কৰি বাঁচি থকাৰ কথা আমি পাওঁহক। আদিযুগৰ মেছোপটেমীয়াত সাতখন প্ৰধান নগৰ আছিল। এই সপ্তনগৰীৰ আৰাধ্য দেৱতাসকলেই শেষত গৈ সপ্তৰ্ষিৰ (H Zimmern Zeit Assysiologie, 1923-4, pp 151-154) উপাখ্যানৰ সৃষ্টি কৰিলেগৈ। এই সাত সংখ্যা দুটি সিন্ধু মোহৰতো প্ৰকাশ পাইছিল যেন লাগে। পৰৱৰ্তী কালৰ ব্ৰাহ্মণ পৰম্পৰাত উল্লিখিত সাত গোত্ৰও উক্ত আখ্যানৰে ফল যেন বোধহয়। এই গোত্ৰৰ সংখ্যা কোনোকালে প্ৰচলিত গোত্ৰৰ সংখ্যাৰ লগত একে নাছিল। সিন্ধু উপত্যকাত আমি কিয় নাগৰিক বসতি অধিকতৰ ঘন হোৱা দেখা নাপাওঁ? ইয়াৰ একমাত্ৰ কাৰণ হ'ল, সিন্ধুসভ্যতাত যি পদ্ধতিৰ যোগে উৎপাদন কৰা হৈছিল, সেই পদ্ধতিৰে মেছোপটেমীয়াৰ তুলনাত অতি কম ৰাহি শস্য উৎপাদন কৰিব পাৰিছিল।

সেই সময়তনো প্ৰকৃত কৃষি-পদ্ধতি কি আছিল, তাক জানিবৰ উপায় নাই। কাৰণ, আমি সমসাময়িক কালৰ তথ্যপাতি একো নেপাওঁহক। তথাপি মই

ক'ব খোজো যে সিন্ধু উপত্যকাৰ মানুহে নাঙল ব্যৱহাৰ কৰা নাছিল। মেছোপটেমীয়াৰ মোহৰত কিন্তু নাঙলৰ চিত্ৰ আছে। সিন্ধু উপত্যকাৰ খেতিয়কে জোঙাল জবকাহে ব্যৱহাৰ কৰিছিল। এনে জবকা সিন্ধুলিপিৰ চিত্ৰাক্ষৰত দেখা গৈছে। এওঁলোকৰ খেতি সৰহীয়া বৰষুণৰ ওপৰত নিৰ্ভৰশীল নাছিল (কাৰণ গভীৰ হাবিৰ অবিহনে এনে বৰষুণ হোৱা অসম্ভৱ)। গতিকে বেছিভাগ অঞ্চলতেই খেতি জলসিঞ্চনৰ ব্যৱস্থাৰ ওপৰত বাঁতি আছিল। কিন্তু এই জলসিঞ্চনো মেছোপটেমীয়াৰ নিয়মিত খাল-খনা পদ্ধতিৰ দৰে সুচল নাছিল। আনহাতে বৰ্তমান ভাৰতবৰ্ষ বা পঞ্জাবৰ জলসিঞ্চন পদ্ধতিও ই নহয়। এনে জলসিঞ্চন ব্যৱস্থা নোহোৱাহেঁতেন (সিন্ধুৰ তুলনাত বৰষুণ অধিক হোৱা সত্ত্বেও) পঞ্জাৱে বৰ্তমান জনসংখ্যাৰ সামান্য অংশকো পোহপাল দিয়াৰ জোখাৰে খেতি কৰিব নোৱাৰিলেহেঁতেন। স্বাভাৱিক বানপানীয়ে নৈৰ পাৰত আনি জমা কৰা সাবুৱা পলসৰ সদ্ব্যৱহাৰ কৰাৰ উপৰিও সিন্ধু উপত্যকাৰ মানুহে যি জলসিঞ্চন পদ্ধতিৰে পানী যোগান ধৰিছিল, সেই পদ্ধতি হ'ল নদীৰ শাখা নদীবোৰত বান্ধ দিয়া। স্বাভাৱিক বানপানীৰ ফলত গোটখোৱা পলসৰ দমে ধুৱাই নিয়া* (সৈলাব—ই এটি বিশেষভাৱে দিয়া নাম) অঞ্চলবোৰেই আজিও সিন্ধু আৰু পঞ্জাবৰ সবাতোকৈ সাবুৱা মাটি। সিন্ধু উপত্যকাৰ এনে মাটিত হোৱা বসতি-অঞ্চলবোৰ বৰ বেছিদিন স্থায়ী হোৱা সম্ভৱ নাছিল। কাৰণ, এইবোৰ অঞ্চলত নিয়মিত বানপানী নহয়

---

* "খাল খানি পানী যোগান ধৰা অঞ্চলৰ উপৰিও (বিশেষকৈ) সিন্ধুৰ শিকাৰপুৰ জিলাত ডাঙৰ অঞ্চল এটাত স্বাভাৱিক বানপানীৰ সহায়ত খেতি কৰা হয়, এই বানপানী চঞ্চলা টান, ভাল কৰক ছাৰি ইহঁতে কেতিয়াবা বেয়াহে কৰে। কিন্তু কুৰাচ্চী জিলাৰ মনচৰ হ্ৰদ-অঞ্চলত হোৱা বানপানীৰ দৰে যেতিয়া এই বানপানী আপেক্ষিকভাৱে নিয়মিত হয়, তেতিয়া সাময়িকভাৱে তললৈ যোৱা মাটিত ৰবিশস্য (বিশেষকৈ ঘেঁহু) কৰা সহজ হৈ পৰে। গতিকে খাজনাৰ বন্দৱস্তৰ সুবিধাৰ্থে পানী যোগানক তিনি ভাগে ভগোৱা হয় (১) মোকি অৰ্থাৎ সোঁত ঘাই (২) চৰ্খি অৰ্থাৎ উঠন আৰু (৩) শৈলাবি অৰ্থাৎ বানপানী ঘাই। ইয়াৰ উপৰিও সোঁতৰ পৰিমাণ আৰু স্থায়িত্ব অনুসৰি ওপৰলৈ তুলি আনি পথাৰত পানী দিয়াৰ খৰচ অনুসৰি আৰু বানপানীৰ নিশ্চয়তা আৰু অৱস্থান অনুসৰিও তাৰ বিভাগ কৰা হয়।" (B. P. 3, 338, quoting a report of 1875) হৰপ্পাক যুকুত লৈ থকা মণ্টগমেৰী জিলাকে আদি কৰি পঞ্জাবৰ দক্ষিণৰ জিলাবোৰৰ বিষয়ে এই একেজন লেখকেই কৈছে যে "সেইবোৰত বৰষুণ বৰ কম। গতিকে তাৰ খেতি ঘাইকৈ নদীৰ ওপৰত নিৰ্ভৰশীল। নদীৰ পাৰ ওপচোৱা শক্তি, উপচি যোৱা পানী নিষ্কাশনৰ খাল আৰু খালৰ কাষৰ অথবা সেমেকা মাটিৰ কুঁৱাৰ সদ্ব্যৱহাৰৰ পৰিমাণ-এই সকলোবোৰৰ ওপৰতে খেতি নিৰ্ভৰশীল। বৰষুণ হ'লে শস্য কিমান বাঢ়ে, তাক কাচিৎহে জনা যায়, তাকো বহুত দিনৰ মূৰে মূৰে ..." (B. P. 2. 5 ও 7)

আৰু নৈৰ গতিও অনবৰত সলনি হৈ থাকে। নৈৰ বান্ধ বা মথাউৰিবোৰে বানপানী হোৱাত সহায় কৰিছিল। এনেকৈ যিকোনো প্ৰকাৰে মাটিত পলস পৰাৰ পিছত জবকাৰে সেই পলসবোৰ নিবাই দিয়া হয়। তেতিয়া সেই মাটিত নিয়মিতভাৱে শস্যও হয়; কিন্তু এনেকৈ কৰা খেতিৰ শস্যৰ পৰিমাণ খালেৰে পানী যোগান ধৰি গধুৰ নাঙলেৰে কৰা খেতিৰ শস্যৰ পৰিমাণতকৈ বহুত কম। মেছোপটেমীয়াত খাল খনা পদ্ধতি চলোৱাৰ আগতে ছুমেৰীয়সকলে তেওঁলোকৰ খেতিৰ বাবে বানপানীৰ পলসৰ ওপৰত নিৰ্ভৰ কৰি চলিছিল। অৱশ্যে ছাৰগনিড যুগৰ আগৰেপৰা মেছোপটেমীয়াত খাল খনা পদ্ধতিৰ প্ৰচলন আছিল। মিছৰীয়সকলে সামান্য বৰষুণৰ ওপৰত নিৰ্ভৰ কৰি খেতি কৰিব লগা হৈছিল, তেওঁলোকে স্বাভাৱিক পদ্ধতিৰ লগে লগে দ খাল খন্দা পদ্ধতি অৱলম্বন কৰিছিল। বান্ধৰ ফলত হোৱা সিন্ধুনদীৰ বানপানীৰ তুলনাত নীল নদীৰ বানপানীয়ে অধিক নিয়মিতভাৱে খেতিৰ মাটিত সাবুৱা পলসুৱা বোকা যোগান ধৰিব পাৰিছিল। এই কাৰণতেই মহেঞ্জদাৰো আৰু হৰপ্পা নগৰত অপৰিবৰ্তনীয়তাই দেখা দিয়ে আৰু দুয়োখনতে ক্ৰমাগত অৱনতিৰ সূত্ৰপাত হয়। খৃঃ পূঃ ৩,০০০ বছৰৰ আৰম্ভণিতে এই প্ৰাচীন পদ্ধতিৰ খেতিয়েই একমাত্ৰ সম্ভৱপৰ খেতিৰ পদ্ধতি আছিল বুলি ধৰিব পাৰি। খেতিৰ পদ্ধতিৰ প্ৰকৃত সংস্কাৰ হোৱা হ'লে শস্যৰ বাহিৰ পৰিমাণ অধিক হৈ লগে লগে জনসংখ্যাৰ বৃদ্ধি আৰু নাগৰিক স্থপতিকলাৰ বিপ্লৱ সাধিত হলহেঁতেন। সকলো ধৰণৰ মাটি ভঙা প্ৰকৃত নাঙল ব্যৱহাৰ কৰা হৈছিল লোৰ যুগত। এনে নাঙলেৰে যিকোনো মাটিকে চহাব পাৰি। জবকা আজিও ভাৰতীয় খেতিয়কে ব্যৱহাৰ কৰে, নাঙলেৰে হালবোৱাৰ ফলত নভগা কোমল মাটি চহাবলৈ এনে ধৰণৰ জবকা ব্যৱহাৰ কৰা হয়। কেৱল কোমল, আৰু বাম মাটিতহে জবকাৰ খেতি হ'ব পাৰে। পশ্চিম উপকূলৰ খাজন শ্ৰেণীৰ দ, কোমল বোকা মাটিত বাৰিষাকালত জবকাৰ সহায়েৰে খেতি কৰা হয়।

সিন্ধু উপত্যকাৰ জলবায়ু আৰু বানপানীয়ে ধুৱাই নিয়া মাটিৰ খেতিৰ অতি পুৰাণ বৰ্ণনা আলেকজেণ্ডাৰৰ কেপ্তেইনসকলে দি গৈছে। এই বৰ্ণনা মূল্যবান। ষ্ট্ৰাবোৱে (১৫-১.১৭-১৮) উজনি পঞ্জাব আৰু সিন্ধুৰ নামনি অঞ্চলৰ প্ৰভেদ দেখি বিমোৰত পৰিবলৈ বাধ্য হোৱাৰ কাৰণেই সি বিশেষভাৱে মূল্যবান :

এৰিষ্টবোলছে ক'লে—"তেওঁলোকে দহমাহ সিন্ধুৰ নামনিত যাত্ৰা কৰি কটালে। ইটেচিয়ান বতাহ প্ৰবলতম বেগেৰে বলি থকা সময়তো বাটত এজাক

বৰষুণো নাপালে। নৈবোৰ ওফন্দি আছিল আৰু সমতলত বানপানীৰ সৃষ্টি কৰিছিল। বিপৰীত বতাহ বলি থকা বাবে সাগৰ অলংঘণীয় আছিল, কিন্তু তাৰ পিছত স্থলবতাহ বলা নাছিল। নিয়েৰ্কচে একেদৰেই বৰ্ণাইছে, কিন্তু এৰিষ্ট-বৌলছৰ লগত জহকালিৰ বৰষুণ সম্পৰ্কীয় বৰ্ণনাৰ অমিল আছে, কাৰণ তেওঁৰ মতে জহকালিহে সমতল ভূমিত বৰষুণৰ পানী হয়, জাৰকালি নহয়। দুয়োজন লেখকেই অৱশ্যে নৈত পানী বঢ়াৰ কথা কৈছে। নিয়েৰকচে লেখিছে, যেতিয়া তেওঁ Achesines নদীৰ ( চিনাব নৈ ) ওচৰত শিবিৰ পাতিছিল, তেতিয়া নৈৰ পানীয়ে পূৰ্বৰ স্তৰ অতিক্ৰম কৰাৰ ফলত ওখ ঠাইলৈ বাসস্থান উঠাই নিব লগা হৈছিল। তাত সৰ্বমুঠ চল্লিশ কিউবিট পানী উঠিছিল, তাৰে বিশ কিউবিট পানীয়ে নৈৰ মুখ চপ-চপীয়া কৰি থৈছিল আৰু বাকী বিশ কিউবিট পানীয়ে সমতলত বানপানীৰ সৃষ্টি কৰিছিল। উভয়েই লেখিছে যে টিলাৰ ওপৰত অৱস্থিত চহৰবোৰ সৰু সৰু দ্বীপৰ লেখীয়া হৈছিল--ঠিক ইথিঅ'পিয়া বা ইজিপ্তত হোৱাৰ দৰে। আৰ্কটুৰাচ' তৰা মাৰ যোৱাৰ পিছত বানপানী কমি যায়। তেওঁলোকে লেখিছে যে আধা শুকান মাটিত খেতিৰ বীজ সিচা হয়। তাত সাধাৰণ বনুৱাই চুবুকি পাতলীয়া সিৰলু উলিযায়, তথাপি ৰোপিত বীজ ভালকৈ গজি উঠে আৰু ভাল ধৰণৰ গুটি তাত লাগে।"

"সাধাৰণ বনুৱাই চুবুকি পাতলীয়া সিৰলু উলিযায়।" এই বাক্যৰ অৰ্থ মাথোন এয়ে হ'ব পাৰে যে নাঙলেৰে মাটিত হাল বোৱা নহৈছিল, মাত্ৰ জবকাৰে নিবোৱা হৈছিল। গ্ৰীকসকলে খিবিলাক ঘটনা বৰ্ণাবলৈ সৌৰ পঞ্জিকা ব্যৱহাৰ কৰিছিল, ভাৰতীযসকলে সেইবোৰ বৰ্ণাবলৈ আজিও চান্দ্ৰ পঞ্জিকা ব্যৱহাৰ কৰে। ইয়াত 'নগৰসমূহৰ' অৰ্থ হ'ল বসতি অঞ্চলত থকা 'টেল'ৰ ওপৰৰ মূল গাওঁবোৰ। তাৰ চৌপাশে থূপ পাতি থকা পজা'ৰ সমষ্টিবে খিবোৰ পাম গ্ৰীকসকলে পাইছিল, সেইবোৰক তেওঁলোকে গাওঁ বুলি বৰ্ণাইছিল। এই বৰ্ণনাত সিন্ধুৰ বান্ধৰ কথা উল্লেখ কৰা হোৱা নাই। সম্ভৱতঃ আৰ্যসকলে ইতিমধ্যে সেই বান্ধবোৰ ধ্বংস কৰিছিল। আৰ্যসকলে তেতিয়া আৰ্য (Arioi, Arianoi Strabo 15 2 1, 15 29.) নাম লৈ সিন্ধুনদীৰ পশ্চিম পাৰে বিস্তৃত অঞ্চল জুৰি বসবাস কৰিবলৈ লৈছিল। আফগানিস্থানৰ আৰু পূব ইৰাণৰ অংশ বিশেষতে তেওঁলোকৰ বসতি আছিল। তেওঁলোকে পূব-পাৰস্যৰ নাম দিছিল ইৰাণ ( Ariana )।

জবকাৰ ব্যৱহাৰ আৰু বানপানীৰ জলসিঞ্চন সম্পৰ্কে আমাৰ বক্তব্য সেইবাবে খুব সহজ। জবকাৰ চিন সিন্ধুলিপিৰ এটা চিত্ৰাক্ষৰত পোৱা গৈছে, কিন্তু

নাঙলৰ* চিন ক'তো পোৱা নাই। পুতলাৰ আঁহিবোৰৰ ভিতৰত গৰুগাড়ী পোৱা গৈছে, কিন্তু তাত কোনো ঘৃঁৰণি অথবা নাঙলৰ চিন পোৱা হোৱা নাই। সিন্ধু-সংস্কৃতি ধ্বংস কৰোঁতা শত্ৰুসকলৰ স্মাৰক চিহ্নবপৰাহে—আমি জলসিঞ্চনৰ পদ্ধতি সম্পৰ্কে কিছু তথ্য পাওঁইক। এইসকল শত্ৰু হ'ল আৰ্য। এওঁলোকৰ বিষয়ে লিখিত প্ৰমাণ-পত্ৰ হ'ল আদি সংস্কৃত গ্ৰন্থসমূহ; তাৰ ভিতৰত ঋক্‌বেদেই প্ৰধান। তাত আমি পঢ়িবলৈ পাও'—আৰ্যৰ প্ৰধান ৰণ-দেৱতা ইন্দ্ৰ ( ব্ৰঞ্জৰ যুগৰ আক্ৰমণকাৰী দলপতি কেনে আছিল তাৰ তেওঁ এটি সুন্দৰ উদাহৰণ )। তেওঁ নাস্তিক লোক-সকলৰ সঞ্চিত ভাণ্ডাৰ অবিৰতভাৱে লুটপাত কৰিছিল। বেদত আছে, "নিধীন অদেবান অমৃণদ আয়াস্যঃ" ( R. U. 10 138, 4 )। সম্ভৱতঃ ইয়াত সিন্ধু উপত্যকাৰ অধিবাসীসকলৰ কথা উল্লেখ কৰিছে। এওঁলোকক দুটা নামেৰে বৰ্ণোৱা হৈছিল। তাৰে এটা দস্যু বা দাস। পৰৱৰ্তীকালত এও'লোকক 'বিজিত লোক' বোলা হৈছিল। আনটো শব্দ হ'ল 'পণি' ( সদাগৰ )। পণিৰ সন্তানক ব্ৰহ্ম 'বণিক' আৰু আধুনিক কালত 'বনিয়া' বোলা হয়। প্ৰাচীন সংস্কৃতত 'পণ' শব্দৰ অৰ্থ হ'ল মুদ্ৰা। 'পণ্য' শব্দৰ অৰ্থ হ'ল commodity। সম্ভৱতঃ সিন্ধু উপত্যকাত এই দুটাই অৰ্থাৎ বণিক আৰু দাস আছিল ঘাইশ্ৰেণী। আমাৰ ঘাই বিবেচ্য বিষয় হৈছে কৃষিৰ বিপৰ্যয়। মেছোপটেমীয়াৰ ইতিহাস পঢ়িলে দেখা যায়, চামে চামে আহি থকা আক্ৰমণকাৰীক তাৰ মানুহে হয় ওফৰাই পঠিয়ালে, নহয় সিইতক সমাজৰ চূড়াত অধিষ্ঠিত কৰিবলৈ বাধ্য হ'ল। তলৰ শ্ৰেণীৰ উৎপাদনকাৰী মানুহে হেজাৰ-বিজাৰ বছৰ ধৰি নিজৰ কাম কৰি কটাইছিল। আৰ্যসকলৰ আক্ৰমণৰ পিছত সিন্ধুৰ নগৰ আৰু নাগৰিক জীৱন সম্পূৰ্ণৰূপে ধ্বংস হৈ গ'ল। ওপৰৰ বসতি স্তৰত সম্পূৰ্ণৰূপে বিদেশী মানুহৰ স্মাৰক চিহ্ন পোৱা যায়। সংশ্লিষ্ট কবৰ নং H তো বিদেশী বসতিৰ চিন আছে। ডি গৰ্ডন চাইল্ডে

* এহ্‌ দেখেনে ( Marshall 2. 4 7 Sing 87 ) চুমেৰীয়সকলে নাঙল বুজাবলৈ ব্যৱহাৰ কৰা চিহ্ন এটি সিন্ধু চিত্ৰাক্ষৰতো আৱিষ্কাৰ কৰিছে। কিন্তু সেই চিত্ৰাক্ষৰত এনে কোনো বস্তু নাই যাক ভাৰতীয় অভিজ্ঞতাৰ সহায়ত ব্যাখ্যা কৰিব পাৰি। বোম্বেৰ 'প্ৰিন্স অব্‌ ৱেলছ' মিউজিয়ামত ( Apparently Mackay Platee VIII ) পোৱা মহেঞ্জদাৰোৰ নিয়স্তৰৰপৰা উদ্ধাৰ কৰা চৈৰাকোটা বস্তু এটিক এবাৰ চকী বুলি, এবাৰ নাঙলৰ ফাল ( Plough share ) বুলি ব্যাখ্যা কৰা হৈছে। বস্তুটোক ফাল হিচাপে ব্যৱহাৰ কৰিছিল বুলি ধৰিবলৈ টান। কাৰণ তাত নাঙলৰ মুঠি অথবা টান যুঁৰলি লগোৱাৰ উপায় নাছিল। এনে ধৰণৰ কাঠৰ ফাল বনালে বস্তুটো ভাগি যাব। সেই যুগত ব্ৰঞ্জৰ ব্যৱহাৰ বোধহয় বৰ ব্যয়বহুল হ'লহেঁতেন।

এওঁলোকক সামৰিকভাৱে আৰ্য বুলি ঠাৱৰ কৰিছে। এই ঠাইটুকুৰাত যিখন নগৰ আছিল তাৰ নাম দিয়া হৈছে 'হাৰিয়ুপীয়া' ( R V 6.275. ) অৰ্থাৎ সোণালী যজ্ঞ খুটাৰ নগৰ—, এই নগৰখন প্ৰাক্-আৰ্যযুগৰ, তাৰ নামৰ ই সংস্কৃত ৰূপ। ভাৰতীয় নামবাচক শব্দবোৰৰ বিষয়ে ভাল অনুসন্ধান নহলেও এই কথা ঠিক যে, ই অতি সুদীৰ্ঘ পুৰণি নাম। আমি আৰু এটা কথা ঋকৃবেদৰপৰা গম পাওঁ। ইন্দ্ৰই তাতে 'ৱৰশিখসকলৰ শেষ বংশধৰসকলক মাটিকলহ এটি ভঙাৰ দৰে ধ্বংস কৰিলে। 'বৃচীৱৎ' বংশৰ এশ-ত্ৰিশটি বৰ্ম-পৰিহিত যুজাৰুক সমূলঞে ধ্বংস কৰিলত, বাকীবোৰ পলাই সাৰিল। লগে লগে 'অভয়াৱৰ্তিন ছায়মান' ৰজাৰ জয় হ'ল। 'যৱ্যাৱতি ( ৰাবি ) নদীৰ তীৰত' হোৱা এই যুঁজখন আৰ্যসকলৰ দুটি ফৈদৰ ভিতৰৰ ৰণ নে আৰ্য আৰু প্ৰাক্-আৰ্যৰ মাজৰ যুঁজ তাক স্পষ্টকৈ কোৱা টান। আৰ্য আৰু প্ৰাক্-আৰ্যৰ মাজৰ যুঁজ হোৱাহে সম্ভৱপৰ, কাৰণ পৰৱৰ্তীকালত 'বৃচীৱৎ'-সকলৰ উল্লেখ আমি ক'তো নেপাওঁ, কিন্তু 'অভযাৱৰ্তিন ছায়মান'ৰ বংশধৰসকল সেই অঞ্চলত থকাৰ কথা পাওঁহঁক। এই ক্ষেত্ৰত লিখিত পৰম্পৰা আৰু পুৰাতাত্ত্বিক তথ্যৰ মিল ঘটিছে। গতিকে এই অঞ্চলত প্ৰাক্ আৰ্যযুগৰ খেতি আৰু বেপাৰৰ ধ্বংস কেনেকৈ ঘটিবলৈ পালে আৰু নগৰ দুখনৰ কথা কেনেকৈ কেৱল স্মৃতিতহে সেউজীয়া হৈ ৰ'ল তাক জানিবলৈ চেষ্টা কৰাটো যুক্তি সম্মত কথা। আৰ্যসকলে হৰপ্পাত সোমোৱাৰ দৰে মহেঞ্জদাৰো সোমাইছিলহি নে নাই তাক স্পষ্টকৈ ধৰিব নোৱাৰি, কিন্তু ঋকৃবেদত 'নাৰ্মী নামৰ এখন নগৰ ( R U 1243 3 ) অগ্নিদেৱতাই জ্বলাই দিছিল বুলি উল্লেখ আছে। সম্ভৱতঃ এই নগৰ ভস্মীভূত হয ( লুড উইগে কৰা ঋকৃবেদৰ অনুবাদ আৰু বিশ্লেষণত এনেকৈ তাৰ ব্যাখ্যা কৰিছে ) আৰু এইখনেই সম্ভবতঃ মহেঞ্জদাৰো। ঋকৃবেদৰ যুগত নগৰ নাছিল বুলিলেই হয়। মাত্ৰ এই দুখনৰহে উল্লেখ আছে। ইয়াৰ ভালেমান শতিকাৰ পিছত ভাৰতত যিবোৰ নতুন নগৰৰ জন্ম হ'ল, সেইবোৰৰ বিকাশ গাৰঁৰপৰা অপৰিকল্পিতভাৱে হৈছিল। এই নগৰবোৰত জল-নিষ্কাশনৰ নলা বা তেনে ধৰণৰ নিয়মিত পৰিকল্পনা একো নাই। নগৰবোৰো উদ্ভৱ হৈছিল সম্পূৰ্ণ নতুন অঞ্চলত।

হৰপ্পাৰ ( মহেঞ্জদাৰোত কোনো কবৰ আবিষ্কৃত হোৱা নাই ) H কবৰৰ বৈশিষ্ট্য হ'ল এই ঃ বয়সীয়া লোকৰ দেহাৱশিষ্ট পাত্ৰত ভৰাই শ পোতা প্ৰথা বা urn burial পোতাৰ আগতে হয় পক্ষী, নহয় মাংসাশী জন্তু, নতুবা অগ্নিয়ে* মৃতকৰ দেহৰ

* অৱশ্যে অগ্নিদাহৰ সম্ভাৱনা অতি কম আছিল।

নগৰবোৰ আৰু সম্ভৱতঃ কিছু হাড়ো ভক্ষণ কৰি নোহোৱা কৰিছিল ; সম্ভৱতঃ সৰু ল'ৰাৰ গোটেই শ-টো কলহত সুমাই পোতা হৈছিল। মাকৰ গৰ্ভত থকা ৰূপতেই এনে শ পাত্ৰত সুমুওৱা হৈছিল। এই কাৰণে খনন কাৰ্যৰ দ্বাৰা কবৰবপৰা ল'ৰা-ছোৱালীৰ কঙ্কাল কলহত থোৱা অৱস্থাতেই উলিওৱা হৈছে ; কিন্তু বয়সীয়াৰ ক্ষেত্ৰত কলহত মাথোন কেইডালমান হাড়হে বাকী থকা দেখা গৈছে। urn burial বো গূঢ় অৰ্থ গৰ্ভলৈ প্ৰত্যাবৰ্তন। Crouched burial প্ৰথা, মস্তব্য-কবৰ প্ৰথা আৰু ওপৰত দীঘল ঢীপ দি কৰা কবৰ (barrow) এই বোৰবো গূঢ়াৰ্থ একেই। তলৰ স্তৰৰ অৰ্থাৎ হৰপ্পাৰ R—27 কবৰৰ লগত ওপৰৰ স্তৰৰ এই কবৰৰ খোলাকটি বা মাটিৰ বস্তুবোৰৰ তুলনা কৰিলে দেখা যায়, সেইবোৰৰ উৎপাদন-কৌশল একে আৰু ৰূপবো বিশেষ একো প্ৰভেদ নাই , কিন্তু একে ঠাইতে এই দুবিধ কবৰৰ ভিতৰত দুটা প্ৰভেদ অৰ্থপূৰ্ণ। R—37 কবৰত মৃতকক শুৱাই দিয়া হয়, আৰু decarnation ( দেহভাগ হানি ) কৰা হয়। এনে কবৰত শ-ঢাকনি নতুবা কফিন আছিল। H কবৰৰ মাটিৰ বস্তুবোৰৰ তুলনাত R—37ৰ পাত্ৰবোৰ সাধাৰণ তাৰ তুলনাত H কবৰৰ মাটিৰ পাত্ৰবোৰত অলঙ্কৰণৰ অভিনৱ স্বাধীনতা লক্ষ্য কৰা হয়। সম্পূৰ্ণ নতুন কাল্পনিক গঢ়ৰ চৰাই আৰু জন্তুৰ চিত্ৰ এই পাত্ৰবোৰত পোৱা যায়, কিন্তু R—37। কবৰত এনে অলঙ্কৰণৰ অভাৱ। দুয়োটা কবৰৰ এয়ে প্ৰভেদ। ই কবৰ প্ৰথাৰ মৌলিক পৰিবৰ্তনৰ চিন , এই পৰিবৰ্তন কোনো আভ্যন্তৰীণ বিপ্লৱৰ ফল নহয়। কঠুৱা বৰ্ণলিপ্সু আৰু বৰ্বৰ এজাক মানুহৰ আক্ৰমণৰ সাক্ষ্যহে এই প্ৰভেদৰপৰা ভালকৈ জানিব পৰা যায়। নাল লগা ফটা কুঠাৰ, adze বা হাতোৰা আদি হাতিয়াৰ পোন প্ৰথম ওপৰ স্তৰত পোৱা গৈছে। মহেঞ্জদাৰোৰ ওপৰ স্তৰত পোৱা গৈছে গাৰ কি ঘোঁৰাৰ এটা মডেল। অনুমান হয় আক্ৰমণকাৰীয়ে দুয়োখন নগৰৰ অৱনতি মুখী সংৰক্ষণশীলতাৰ ওপৰত ধ্বংসাত্মক আঘাত জনাইছিল। পিছলৈ আক্ৰমণকাৰীসকলৰ বিৰুদ্ধে হৰপ্পাৰ দুৰ্গ-টিলা ৰক্ষা কৰিবলৈ হয় তাৰ অধিবাসীসকলে উঠিপৰি লাগিছিল, নহয় বিজেতা আক্ৰমণকাৰীসকলেই এই দুৰ্গ ৰক্ষাৰ ভাৰ লৈছিল , ( নগৰ দুখনৰ যে অৱনতি ঘটিছিল তাক ইটাৰ ভাটাবোৰ মহেঞ্জদাৰোৰ আবাসগৃহবোৰলৈ স্থানান্তৰিত কৰাৰপৰাই ধৰিব পাৰি )। একেবিলাক আক্ৰমণকাৰীয়েই মহেঞ্জদাৰো বা চানহু-দাৰো সোমাইছিল বা অধিকাৰ কৰিছিল বুলি কবৰ সাহস নহয়। আগৰখন নগৰৰ আলিবাট, কোঠা খটখটিত পৰি থকা মৰা-শবোৰৰ কঙ্কাল দেখি আৰু সিন্ধু সভ্যতাৰ অন্তিম-দশাত বৰ্বৰ বিদেশীয়ে পিছৰখন নগৰৰ অংশ বিশেষ অধিকাৰ কৰাৰ প্ৰমাণ পোৱালৈ চাই দুয়োখন নগৰতে একে ধৰণৰ আক্ৰমণ হৈছিল বুলি অনুমান কৰিব পাৰি।

খননকাৰ্যৰপৰা এটা কথা স্পষ্টকৈ জনা যায় ঃ নতুন আক্ৰমণকাৰীবোৰে নিজৰ আখৰ বা পুথি লগত অনা নাছিল। নগৰত তেওঁলোকে নতুন উল্লেখযোগ্য কোনো নিৰ্মাণকাৰ্য কৰিব নোৱাৰিলে ( অৱশ্যে হৰপ্পাত হোৱা ইটা-চুৰি কাৰ্যই যদি সেই চিহ্ন সম্পূৰ্ণৰূপে নাইকিয়া কৰি দিলে তেন্তে বেলেগ কথা )। হেজাৰ হেজাৰ বছৰীয়া নগৰ দুখন এই আক্ৰমণকাৰীবোৰ অহাৰ পিছতেই বিলুপ্ত হ'ল। এই অনুমানবোৰ সত্য বুলি ব্যাখ্যা কৰিবলৈ হলে, খাদ্য উৎপাদন-ব্যৱস্থাও ধ্বংস হৈছিল বুলি দেখুৱাব পাৰিব লাগিব। আক্ৰমণকাৰীসকলে পূৰ্বৰ পদ্ধতিৰে খেতি নকৰিলে বা কৰিব নোৱাৰিলে—তেহেলৈ সেই পদ্ধতি যেনেকুৱাই নহওক পূৰ্বৰ পদ্ধতিতকৈ উন্নত। কিবা খেতিৰ পদ্ধতি তেওঁলোকে জানিছিল বুলিও ক'ব নোৱাৰি। এইখিনিতে সিন্ধু উপত্যকাৰ সৈতে মেছোপটেমীয়াৰ প্ৰভেদ। মেছোপটেমীয়াত পুৰণি নগৰ ধ্বংস হ'বলৈ নিদিয়াকৈ তাতে নতুন নগৰ নিৰ্মিত হৈছিল, আৰু সেই নগৰবোৰত একাদিক্ৰমে অহা আক্ৰমণকাৰীয়ে বসতি কৰিবলৈ সমৰ্থ হৈছিল। হাম্মুৰাবি বংশৰ দৰে কোনো কোনো আক্ৰমণকাৰী দলে প্ৰাচীন মেছোপটেমীয় চহৰত আৰু তাৰ লগে লগে বিশ্বসভ্যতাৰ ইতিহাসতো গভীৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল। উৰ আদি চহৰৰ দৰে চহৰবোৰৰ অৱসানৰ লগত সুনিশ্চিতভাৱে জলসিঞ্চন-খাল খনা পদ্ধতিৰ অৱহেলাৰ সম্পৰ্ক আছিল- বিশেষকৈ এছিৰীয় আৰু পাৰ্চীয় যুগৰ পিছৰ ডোখৰ কালত।

বৈদিক ইন্দ্ৰই জান-জুৰি আৰু নদীক মুক্তি দিয়াৰ বৰ্ণনা ঋক্‌বেদত সঘনে পোৱা যায়। মেক্সমূলাৰৰ দিনত এইবোৰ বৰ্ণনাক প্ৰকৃতিজনিত অতিকথা বুলি ব্যাখ্যা কৰা হৈছিল। বৰুণ দেৱতাই ডাৱৰৰ হাতৰপৰা বন্দী জলৰাশিক মুক্তি দিয়া কথাটো কাব্যিক কল্পনা বুলি ধৰা হৈছিল। লিপিবদ্ধ অথচ অৱহেলিত এনে ক্ষুদ্ৰ বৰ্ণনাবোৰ পঢ়িলে ওপৰৰ ব্যাখ্যা অসম্ভৱ যেন বোধহয়। ইন্দ্ৰই বৃত্ৰাসুৰৰ হাতৰপৰা নদীবোৰক মুক্ত কৰি দিলে। বৃত্ৰাসুৰ শব্দটোৰ অৰ্থ দুজন বিদগ্ধ শব্দতাত্ত্বিকে[১৬] ব্যাখ্যা কৰিছে। এওঁলোকে উৎপাদনৰ হাতিয়াৰৰ তথ্য বিবেচনা কৰা নাছিল যদিও উভয়ৰে সংস্কৃত আৰু ইৰাণীয় ( আৰ্য ) নথিৰ (records) সম্পূৰ্ণ জ্ঞান আছিল। শব্দতাত্ত্বিক দৃষ্টিভঙ্গীৰ ফালৰপৰা তেওঁলোকৰ মত হ'ল এই ঃ—'বৃত্ৰ' শব্দৰ অৰ্থ বাধা, বান্ধ, bloquaze, তাৰ অৰ্থ অসুৰ নহয়। ঋকবেদৰ মূল বৰ্ণনাতো এই অৰ্থ সম্পূৰ্ণৰূপে প্ৰকাশ পাইছে। বৰ্ণনাটো এনে ঃ আওগৰীয়া

---

১৬. C Benveniste আৰু L. Renou ৰ Vrta et Vrthagna ( Paris, 1934 ) গ্ৰন্থ পঢ়ক ; পৃষ্ঠা ১৯৬।

স্থানসমূহৰ মাজত অসুৰটো ক'লা সাপ এটাৰ দৰে পৰি আছে। নৈবোৰ বন্ধ হৈ গ'ল ( তস্তভানাঃ )। যেতিয়া ইন্দ্ৰৰ বিধ্বংসী বজ্ৰই 'অসুৰক' হানিলে, তেতিয়া মাটিয়ে ফেৰ পাতি ল'লে। ৰথৰ চকৰিৰ দৰে শিল বাগৰি গ'ল ; গোট খাই থকা পানী তলমূৰকৈ পৰি থকা দানৱৰ ওপৰেদি বাগৰি গ'ল। ( cf RV 4, 19, 4-8, 2-15.-3 )। এইটো বান্ধৰ সুন্দৰ বৰ্ণনা ( পিগ্‌গটে ইয়াক পাৰৰ মথাউৰি বুলি ভুল কৰিছে )। বান্ধটো ভাগিল। এনে ধৰণৰ প্ৰাগৈতিহাসিক বান্ধ ( আজিকালি গেৱৰ-বান্ধ বোলে ) পশ্চিমাঞ্চলৰ এই আলোচিত স্থানৰ ভালেমান পানী যোৱা সুঁতিত আজিও দেখা যায়। বৃত্ৰাসুৰ ব্যাখ্যাৰ যুক্তিসন্মত ব্যাখ্যা দিলেই ইন্দ্ৰৰ বান্ধ ভঙাৰ সাক্ষ্য পোৱা হ'ল বুলি ক'লে ভুল হ'ব। RV, 2 15. 8 নং শ্লোকত আছে "ৰিণগ ৰোধাংসি কৃত্ৰিমাণি' অৰ্থাৎ "তেওঁ কৃত্ৰিম বাধা নিৰ্মূল কৰিলে।'—এই বাক্যই উক্ত ব্যাখ্যা পৰিষ্কাৰ কৰি দিয়ে। 'ৰোধস্'—শব্দৰ অৰ্থ, 'বান্ধ'--ঋক্‌বেদৰ অন্যান্য অংশত আৰু পিছৰ যুগৰ সংস্কৃততো 'ৰোধস্‌ৰ অৰ্থ একে। বানপানীৰে কূল ওপচোৱা 'ৰিবালি' নামৰ নৈখন পুনৰ নিজ গতিপথেদি বৈ যোৱাত যি বাধা আছিল—তাক আঁতৰোৱাৰ বাবে ইন্দ্ৰৰ প্ৰশংসা কৰা হৈছে। ইযাবপৰা বুজিব পাৰি প্ৰাক্-আৰ্য কৃষি-পদ্ধতিৰ স্বৰূপ। স্বাভাৱিক বানপানীৰ ওপৰত ভাৰসা কৰাৰ উপৰিও ( নিয়মিত নিৰ্মাণ কৌশলৰ প্ৰযোগ নকৰাকৈযে ) ঋতুকালীন ( R V. 5 32 2 ) বান্ধ বান্ধি তাৰ সহাযত সৰু নদীবোৰৰ পাৰৰ মাটিত সৃষ্টি কৰা বানপানীৰ ওপৰত নিৰ্ভৰ কৰিয়েই এনে ক্ষতি কৰা হৈছিল। এনে বানপানীৰ ফলত মাটিত পলস পৰে আৰু সেই পলসুৱা মাটি জবকাৰে নিৰাই মানুহে খেতিৰ উপযোগী কৰি লয। আৰ্যসকলে আহি এই বান্ধ দিয়াৰ প্ৰথা ধ্বংস কৰিলে। ফলত এই অঞ্চলত খেতিও ধ্বংস হ'ল। লগে লগে বেছি দিনলৈ নাগৰিক জীৱন আৰু জনতাক পোহপাল দি ৰখা অসম্ভৱ হৈ পৰিল। এই সৰ্বনাশৰ কাহিনী অস্বীকাৰ কৰা অসম্ভৱ। গতিকে যি তথ্যপাতি পোৱা যায় তাৰে সহায়ত ইয়াৰ কাৰণ নিৰ্ণয় কৰা আৱশ্যক। ইয়াৰ ভিতৰত উল্লেখযোগ্য হ'ল মহেঞ্জদাৰোৰ খনন-কাৰ্যত ওলোৱা পলসৰ অসংখ্য গধুৰ দ মবোৰ। যি বানপানীয়ে নগৰ আৰু গাওঁ বিপদগ্ৰস্ত কৰি তুলিছিল, সেই বানপানীয়েই খেতিৰ উৎপাদনত সহায় কৰি অধিবাসীসকলক জীয়াই থকাৰ সংগ্ৰামত সহায় কৰিছিল।

ওপৰোক্ত কাৰণবোৰ ফঁহিয়াই চাই আমি যি সিদ্ধান্তত উপনীত হলো, তাক খোৰতে এনেকৈ ক'ব পাৰি ঃ সিন্ধু উপত্যকাৰ মানুহে কিয় ফুটা থকা নালৰ কুঠাৰ, কামি লগা যাঠি, তৰোৱাল, খাল, নাঙল আৰু নথী সংৰক্ষণৰ অৰ্থে ( প্ৰায় যুগমীয়া ) ৰোকাৰ 'টেবলেট' আদি উদ্ভাৱন কৰিব নোৱাৰিলে বুলি যদি সোধা হয়, তেন্তে তাৰ

উত্তৰত মাথোন ক'ব লাগিব,—যিসকল মানুহে বাহিৰলৈ গৈ উন্নত উৎপাদনৰ পদ্ধতি দেখিছিল, সেই শ্ৰেণীৰ লোক উৎপাদনকাৰী নাছিল। তেওঁলোকৰ মনত সজনিৰ বাবে কোনো প্ৰেৰণাও ওপজা নাছিল। ইয়াৰপৰা এটা কথা বুজা যায়, যিসকল লোকে সিন্ধুনদীৰ পাৰৰ উৎপাদনৰপৰা লাভবান হৈছিল, সেইসকল লোকেই আত্মসাৎ কৰা বাহি উৎপন্নৰ ওপৰত নিৰাপদে অধিকাৰ লাভ কৰিবলৈ সমৰ্থ হৈছিল, কাৰণ, তেওঁলোকে স্বদেশত বিশেষ প্ৰতিযোগিতাৰ সন্মুখীন হ'ব লগা নহৈছিল, আৰু বহুত দিনলৈকে নিজৰ জনসাধাৰণ অথবা বিদেশী আক্ৰমণকাৰী কাৰো হিংসাত্মক বিৰোধিতাৰ সন্মুখীন হৈ বিপদগ্ৰস্ত হোৱা নাছিল। সিন্ধু-উপত্যকাৰ সংস্কৃতিৰ উৎপত্তি পৃথিৱীৰ এনে এটুকুৰা ঠাইৰ বীজকেন্দ্ৰৰপৰা হৈছিল, যাৰ সংস্কৃতিৰ মাজত চুমেৰীয় সংস্কৃতিৰ উপাদানো দেখা গৈছিল ( সেই উপাদানবোৰৰ উৎপত্তি ভাৰতবৰ্ষতো হ'ব পাৰে )। নতুবা এনেও হ'ব পাৰে যে সিন্ধু সংস্কৃতিয়ে ওপৰ হিলমণ্ড অন্তৰ্বাহিকাৰপৰা সভ্যতাৰ বীজ গ্ৰহণ কৰিছে। পৰম্পৰাগতভাৱে চলি অহা অব্দ ৩১০১ খ্ৰীঃ পূঃতে কলি যুগ আৰম্ভ হৈছিল বুলি কোৱা হয়। এই অব্দটোৰ লগত এই দুখন নগৰৰ প্ৰতিষ্ঠাৰ ঘটনাৰ বাহিৰে আন ঘটনাৰ সম্পৰ্ক আৱিষ্কাৰ কৰা টান। এই অধিবাসীসকলে অন্য এবিধ মানুহৰ লগত মিলি এটা মন্দিৰ গঢ়িলে আৰু প্ৰাক্‌জলসিঞ্চন যুগৰ বানপানী আৰু জৰকাৰ ওপৰত নিৰ্ভৰশীল কৃষিৰ পাতনি জুৰিলে আৰু উৰসকলৰ তৃতীয় ৰাজবংশৰ অভ্যুত্থানৰ পূৰ্বতে প্ৰাক্-চিলিণ্ডাৰ মোহৰৰ ( Pre-cylinder seal ) সহায়েৰে বেপাৰ আৰম্ভ কৰিলে। আৰম্ভণিৰেপৰা তেওঁলোকৰ কাম-কাজৰ পদ্ধতি মন্দিৰৰ দ্বাৰা নিয়ন্ত্ৰিত হৈছিল যেন বোধ হয়।

সেই সমাজ-ব্যৱস্থাত কোনো ডাঙৰ প্ৰতিযোগিতাৰ প্ৰেৰণা আছিল, আনকি বুৰঞ্জী, নথী আৰু চুক্তি ৰক্ষাৰ প্ৰয়োজনো তেওঁলোকে এই সুদীৰ্ঘ কালছোৱাত অনুভব কৰা নাছিল। নদীৰ বান্ধবোৰ কিমান দৰ উন্নত সভ্যতাৰ স্থবিৰতাৰ চিন অথবা কাৰণ, সেইটো এতিয়াও অনুসন্ধানৰ বিষয়। বৰ্বৰসকলে যেতিয়া আক্ৰমণৰ পদ্ধতি আয়ত্ত কৰি মৰুভূমি অতিক্ৰম কৰিবলৈ সমৰ্থ হ'ল, তেতিয়াই নগৰবোৰৰ পতন আৰম্ভ হ'ল। যি ব্যৱস্থাই সম্পত্তিৰ অধিকাৰীসকলৰ প্ৰতি হিংসা-প্ৰয়োগত বাধা দিছিল, সেই ব্যৱস্থাই আৱশ্যকতা আহিলতো তাক ৰক্ষাৰ কাৰণে যুজাঁবুকে উলিয়াব নোৱাৰিলে। বৰ্বৰসকলেহে শেষত নগৰ ধ্বংস কৰিলে আৰু সমাজৰ স্থবিৰতা গুচালে। এওঁলোকেই নতুন অঞ্চলত নাঙল লগাই খেতি কৰিলে আৰু পূব ভাৰতৰ হাবি অঞ্চলতো নতুন ৰাজ্য আৰু নতুন ধনৰ সন্ধানৰ পথ মুকলি কৰি দিলে। সেইবোৰ কথা আমি পিছত পঢ়িবলৈ পাম।

# চতুৰ্থ অধ্যায়

## সপ্তনদীৰ তীৰৱৰ্তী স্থানত আৰ্যসকল



যিসকল মানুহে প্ৰথমে বেদক ধৰ্মগ্ৰন্থ হিচাপে ব্যৱহাৰ কৰিছিল, আৰু যিসকলে প্ৰথমে সংস্কৃত ভাষা কৈছিল আৰু ইন্দ্ৰাদি দেৱতাক পূজিছিল সেইসকলেই নিজকে আৰ্য বুলি পৰিচয় দিছিল। পৰৱৰ্তী কালৰ সংস্কৃত আৰু তাৰপৰা উৎপত্তি হোৱা ভাষাবোৰত এই শব্দ চলন্তি আছিল। শেষত গৈ ই সন্মানজনক সম্বোধনৰ শব্দ হ'লগৈ। আজিৰ সময় ছোৱাত আৰ্য শব্দৰ অৰ্থই 'মহৎ', 'সৎকুলোদ্ভৱ' আৰু মুক্ত আদি বিভিন্ন ৰূপ পৰিগ্ৰহ কৰিছে। পশ্চিমৰ পণ্ডিতসকলে ঊনবিংশ শতিকাৰপৰা আৰম্ভ কৰি 'আৰ্য' শব্দটো সমগোষ্ঠীয় সংস্কৃত গ্ৰীক, লেটিন, টিউটনীয়, শ্লাভ আৰু পাৰসিক ভাষাবোৰৰ গোটটোক বুজাবলৈ ব্যৱহাৰ কৰিছিল। কিছুদিনৰ কাৰণে Brachycephalic grammar'ৰ দৰে 'আৰ্যজাতি'ৰ ধাৰণাটোকো হাস্যকৰ বুলি বিবেচনা কৰা হৈছিল। এই সিদ্ধান্ত আজিও গ্ৰহণ কৰিব পাৰি। অৱশ্যে বুৰঞ্জীত আৰ্যজাতি নাছিল বুলি ক'লে ভুল হ'ব, আছিল। কিন্তু জাতিৰ ধাৰণাটো কংকালৰ জোখ চুলিৰ ৰং, ছালৰ বৰণ, চকুৰ ৰং, আদি তথ্যৰ ওপৰত প্ৰতিষ্ঠিত হৈছিল। সেইবোৰ তথ্যৰ প্ৰজননমূলক ( genetic ) নিশ্চয়তা আজিকালি সন্দেহৰ বিষয়। তথাপিও দেখা যায় যে পুৰণি কালত ভাৰতৰ বাহিৰৰ কিছুমান জনজাতিয়েও নিজকে আৰ্য বুলি দাবী কৰিছিল। হিটাইট ভাষাটো আৰ্য-ভাষা গোষ্ঠীৰ অন্তৰ্ভুক্ত কৰাৰ ফলত আমি আৰ্যসকলৰ বিষয়ে ভালেমান নতুন তথ্য সংগ্ৰহ কৰিছোহঁক। বিভিন্ন ভাষাৰ তুলনামূলক আলোচনাই আমাক সেই কালত প্ৰচলিত দেৱতা আৰু মানুহৰ কিছুমান নাম জানিবলৈ সুবিধা দিছে, এইবোৰে আৰ্য পূজা-পাতল আৰু ৰজাসকলক

চিনাক্ত কৰা সহজ কৰি তুলিছে। সকলো আৰ্য ভাষা-ভাষী লোকৰে এনে উমৈহতীয়া বৈশিষ্ট্য নাই। কিন্তু বৈদিক আৰু ইৰাণীয় আৰ্যসকলৰ মাজত উমৈহতীয়া উপাদান আছে আৰু দুয়োটা জাতিকে একে শ্ৰেণীভুক্ত কৰিব পাৰি। ইঁপিনে এই ভাষাবোৰত পোৱা নিকট সম্বন্ধবাচক শব্দ কেতবোৰে কিছু ক্ষেত্ৰত ৰোমীয়, গ্ৰীক, শ্লাভ আৰু টিউটনসকলৰ সৈতে এওঁলোকৰ মূল একে বুলি সূচায়। বুৰঞ্জীত এই মানুহসকলৰ প্ৰথম আৱিৰ্ভাৱৰ লগত মেছোপটেমীয়া, ইজিপ্ত, ভাৰতবৰ্ষ আৰু আনকি অনুন্নত ডানিয়ুব আৰু স্কাণ্ডিনেভীয় উপত্যকাৰ (ৰণৰ কুঠাৰ ব্যৱহাৰ কৰা লোকসকল) আভ্যন্তৰীণ ৰাজনৈতিক বিপ্লৱৰ সম্পৰ্ক পোনপটিয়া। উদাহৰণ স্বৰূপে অ'ল্ড টেষ্টামেণ্টৰ স্থানবাচক 'গোশ্বেন' (goshen) শব্দটিৰ মূল হিব্ৰু নহয়, আৰ্যহে, গো-শব্দৰপৰা—এই শব্দৰ উৎপত্তি, এসময়ত কনা'ন canaan নামে স্থানটুকুৰা নতুন পশুপালক জাতি এটাই আক্ৰমণ কৰিছিল, এই শব্দটোৱে সেই সময়ৰ কথা সূচায়।

৪১ যিসকল আৰ্যই[১] সিন্ধুনগৰ ধ্বংস কৰিছিল, সেইসকল আৰ্য খ্ৰীঃ পূঃ দুহেজাৰ বছৰৰ আৰম্ভণিতে পোন প্ৰথম ইয়াত আৱিৰ্ভাৱ হৈছিলহি। খ্ৰীঃ পূঃ দ্বিতীয় সহস্ৰবৰ্ষৰ মাজভাগতে পৃথিৱীৰ ভূমধ্য ভূভাগৰ পূবৰ 'কাঁচিজোন' অঞ্চলত বহুতো বিভিন্ন আৰ্যগোষ্ঠীয়ে নিগাজীভাৱে বসতি কৰিবলৈ লৈছিল। এওঁলোক ছুমেৰীয় আৰু চেমিটিক সভ্যতাৰ উত্তৰাধিকাৰী আছিল। ইজিপ্তৰ দ্বাবিংশতি আৰু ত্ৰিবিংশতিতম বংশৰ 'ফেৰোৱা' সকলৰ নামৰ তালিকাত (খ্ৰীঃ পূঃ ৯৪৫ৰ পিছৰ ফালে) শ্বশঙ্ক নামটো সঘনে পোৱা যায়, এই শব্দৰ লগত সংস্কৃত শশাঙ্ক শব্দৰ ধ্বনিগত সম্পৰ্ক স্পষ্ট। এই বংশৰ পূৰ্ব পুৰুষসকল (Tyrrhenians) বা তিৰ্হেনীয়সকলৰ বা ছাৰ্দিনীয় আদি আৰ্য গোষ্ঠী সম্ভূত লোকৰ সম্বন্ধীয় বহিৰাগত লোক। কিন্তু, পুৰাতাত্ত্বিক দৃষ্টিৰপৰা সকলো আৰ্য গোষ্ঠীৰে সংস্কৃতি একে বোলাটো ভুল হ'ব।

---

১ V. Gordon Childeৰ আন গ্ৰন্থৰ লগতে Aryans, (1926, London) দ্ৰষ্টব্য। ইয়াত যথেষ্ট বস্তুও আছে, যদিওবা তা'ৰ কিছুমানৰ সংশোধনৰ আৱশ্যক। খোৰেজমৰপৰা আৰম্ভ হোৱা মানৱ যাত্ৰা ছুটিৰ সূচনা সম্পৰ্কে মই অধ্যাপক ছেৰজেই পৱলভিচ টলষ্টৱৰ লগত ছোভিয়েট কছিয়াৰ জাতিতত্ত্ব গৱেষণালয়ত আলোচনা কৰিছিলোঁ। তাৰপৰা যথেষ্ট ফল পাইছিলোঁ। তেওঁ থকা যিম দেৱতা'ৰ মূল ধৰ বাজাৰ সভ্যতা খ্ৰীঃ পূঃ প্ৰথম এহেজাৰ বছৰৰ আগ হোৱাৰ বুলি অনুমেয়। এনে ধৰণৰ আৰু (পুৰণি যুগৰ) অনুৰূপ সভ্যতা নিশ্চিতভাৱে আছিল। এইবোৰ বিষয়ে আৰু সাধাৰণ আলোচনা অথবা ইৰাণীয় তথ্যৰ বাবে E Herzfeldৰ Zoroaster and his world (Princeton) পঢ়ক।

সেই কাৰণে আগৰ অধ্যায়ত বৰ্ণিত পদ্ধতিতকৈ বেলেগ এটি পদ্ধতিৰেহে এওঁলোকৰ সংস্কৃতিৰ বিচাৰ কৰিব লাগিব। আৰ্যসকলৰ 'পটাৰী' বা মাটিৰ বাচন-ছাতিয়াৰ আৰু অস্ত্ৰাদিত কিবা সুকীয়া বিশেষত্ব আছিল বুলি ক'ব নোৱাৰি। আৰ্যসকলে যিহকে শুজা যেন পাইছিল, তাকে সংস্পৰ্শলৈ অহা সকলো লোকৰে-পৰা গ্ৰহণ কৰিছিল। সাধাৰণতে তেওঁলোকৰ দৈহিক আৰু প্ৰজননমূলক বৈশিষ্ট্য একে বুলিব নোৱাৰি। তেওঁলোকৰ মাজত তুলি লোৱা প্ৰথা ব্যাপকভাৱে প্ৰচলিত আছিল, আৰু বিভিন্ন ধৰণৰ সংসৰ্গ আৰু বিজয়ৰ দ্বাৰা আৰ্য কৰা মানুহৰ লগত তেওঁলোকৰ বিয়া-বাৰুও হৈছিল। আৰ্যৰ লাওখোলাৰ কোনো সৰ্বসম্মত আকৃতি আজি পৰ্যন্ত আৱিষ্কৃত হোৱা নাই, যদিওবা এই সম্পৰ্কে ভালেমান তত্ত্বগধুৰ প্ৰবন্ধ-পাতি লেখা হৈছে। কবৰৰ কঙ্কালবোৰতো নাসিকা-নিদৰ্শনৰ জোখ-মাপ ( nasal index measurements ) প্ৰযোগ কৰিব নোৱাৰি। জীৱন যাত্ৰা পদ্ধতিৰ পৰিবৰ্তন ঘটিলে, কেইপুৰুষমানৰ ভিতৰতে লাওখোলা আৰু নাসিকা নিদৰ্শনৰ জোখ মাপ বদলে। সেইদৰে শ্ৰেণীসমাজৰ অভ্যন্তৰত এশ্ৰেণীৰ জোখ-মাপৰ লগত আন এশ্ৰেণীৰ জোখ-মাপৰ অমিল ঘটে। তথাপিও ইন্দ-য়ুৰোপীয গোষ্ঠীৰ অন্তৰ্ভুক্ত ভালেমান গোটে নিজকে নুকুল বিজ্ঞানৰ দৃষ্টিৰে আৰ্যজাতি বুলি বিবেচনা কৰে। উদাহৰণ স্বৰূপে পাৰস্যৰ সম্ৰাট প্ৰথম ডেৰিয়াচে তেওঁৰ কবৰফলিত ( ৪৮৬ খ্ৰীঃ পূঃ ) লেখাইছিল যে-তেওঁ "পাৰ্স, পাৰ্সহ্য পুথ্ৰ, আৰ্য, আৰ্য-চিথ্ৰ" , অৰ্থাৎ "মই পাৰস্য দেশীয, পাৰস্যলোকৰ ল'ৰা। আৰ্যগোষ্ঠীসম্ভূত আৰ্য।" এৰিযইসকলে আলেকজেণ্ডাৰৰ আক্ৰমণ কালত ইৰাণৰ ( Ariana ) অংশবিশেষ আৰু আফগানিস্থানৰপৰা আৰম্ভ কৰি সিন্ধু পৰ্যন্ত এই দেশছোৱা অধিকাৰ কৰি আছিল বুলি ষ্ট্ৰাবোৱে ( ১৫-২-৯ ) লেখিছে। এৰিযনইসকল সিন্ধুনদ অঞ্চলত বাস কৰিছিল। টেচিটাচে উল্লেখ কৰা 'Arii' নামৰ জনজাতিটোৱেই জাৰ্মাণসকলৰ ভিতৰত সবাতোকৈ দুৰ্ধৰ্ষ আছিল। যুদ্ধত তেওঁলোকে অতুলনীয় বীৰত্ব প্ৰদৰ্শন কৰিছিল। কিন্তু, নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিব পৰাকৈ তেওঁলোক গতিশীল নাছিল। যিবিলাক নেতিবাচক বিষয় ওপৰত উল্লেখ কৰা হ'ল, সেইবিলাকৰপৰা বুজিব পাৰি যে—আৰ্য শব্দৰ অৰ্থ এটি নতুন জীৱন-পদ্ধতি আৰু এটা নতুন ভাষা।

ঐতিহাসিক আৰ্যগোষ্ঠীবোৰৰ বহুতকেই হয় কাচ্ছাইট আৰু হিটাইটসকলৰ নিচিনাকৈ সীমিত অঞ্চলত শাসন কৰা মিশ্ৰিত জাতৰ শাসক হিচাপে অথবা গ্ৰীকসকলৰ নিচিনাকৈ বহিৰাগত আক্ৰমণকাৰী আৰু পমুৱাৰ ৰূপত দেখা গৈছিল। প্ৰাক্ বুৰঞ্জী যুগৰ আৰ্যসকলৰ উমৈহতীয়া বৈশিষ্ট্যবোৰৰ কথা নিশ্চিতভাৱে জনা

যায়। সেইসকল বিভিন্ন কামত অতিশয় পটু, যুৱাৰু, উৎপতীয়া আৰু গো-পালনক মূল জীৱিকা হিচাপে গ্ৰহণ কৰা ব্ৰঞ্জযুগীয় পিতৃতান্ত্ৰিক জনজাতি। তেওঁলোকে আৰম্ভণিতেই লোৰ ব্যৱহাৰ শিকি তাৰ প্ৰচলন কৰিছিল। এওঁলোকৰ হাততে, ( বিশেষকৈ কাচ্ছাইটসকলৰ হাতত ) পোন প্ৰথমতে ঘোঁৰাই সামৰিক গুৰুত্ব লাভ কৰে, তেওঁলোকে ৰথতহে ঘোঁৰা ব্যৱহাৰ কৰিছিল, বাহন হিচাপে নহয়। ছুমেৰীয়সকলে গাধ-ব্যৱহাৰ কৰিছিল,—বিশেষকৈ ৰাজকীয় ৰথৰ বাবে। অৱশ্যে তেওঁলোকৰ মাজত তাৰ ব্যাপক প্ৰচলন নাছিল। ঘোঁৰা চলাবলৈ ব্যৱহাৰ কৰা যু'ৱলিবোৰ ভালবিধৰ নাছিল। যু'ৱলিৰ ( harness ) ভৰত ঘোঁৰাৰ উশাহ-নিশাহ বন্ধ হৈছিল। কাৰণ, পূৰ্বতে গধুৰ গাড়ী আৰু নাঙল টনা বলদৰ কান্ধতহে এই যুৱলি ব্যৱহাৰ কৰা হৈছিল। ইয়াৰ কেইবা শতিকাও পিছলৈকে অশ্বাৰোহী সেনাৰ আৱিৰ্ভাব হোৱা নাছিল। এই যুগৰ সৰ্বশ্ৰেষ্ঠ অশ্বাৰোহী সেনা আছিল এচিৰীয়-সকল। কেৱল উত্তৰ য়ুৰোপতহে ঘোঁৰাৰ হতুৱাই নাঙল টনোৱা হৈছিল। এই প্ৰথা সম্ভৱতঃ তেওঁলোকেই প্ৰৱৰ্তন কৰে। জন্তুটোক কেৱল সামৰিক ব্যৱহাৰত লগাবলৈ লোৱাৰপৰা সমাজৰো সলনি হৈছিল। ইয়াৰ ফলত এটা নতুন উচ্চ সামাজিক শ্ৰেণীৰ জন্ম হ'ল, এই ঘোঁৰাৰ অধিকাৰী আৰু ব্যৱহাৰকাৰী লোকসকলে এটি অশ্বাৰোহী সম্প্ৰদায় জন্ম দিলেগৈ। Cavalier ( অশ্বাৰোহী ) আৰু Chivalry এই দুটা শব্দ অশ্বযুগৰ দান,—নাগৰিক জীৱনৰ দান যেনেকৈ 'সভ্যতা'।

ইৰাণী আৰু ইন্দু আৰ্যসকলৰ নাম আৰু বিভিন্ন পূজা-পাতলৰ মাজত মিল আছিল। একে ধৰণৰ উৎপাদন আহিলাৰে জীৱিকা নিৰ্বাহ কৰা লোকসকলৰ মাজত আদিমকালত একে ধৰণৰ অনুষ্ঠানৰ সৃষ্টি হৈছিল। কিন্তু, একে নাম ল'বলৈ কিছু যোগাযোগৰো দৰকাৰ। আৰ্যসকলৰ মাজতেই পোন-প্ৰথমে ব্যাপকভাৱে শৱদাহ প্ৰথাৰ প্ৰচলন দেখা যায়। ধাতুৰ যুগৰ আগত এই প্ৰথাৰ প্ৰচলন অসম্ভৱ আছিল। প্ৰকৃতপক্ষে প্ৰচলনৰ কথা জনাও নাযায়। খনিৰ অশোধিত ধাতু পুৰি যেনেকৈ বিশুদ্ধ ধাতু উলিওৱা যায়, ঠিক তেনেকৈ শবদাহৰ যোগেদি দেহৰ দূষিত জাবৰবোৰ অৰ্থাৎ মঙহখিনি পুৰি পেলোৱা হয়। আৰ্যসকলে অগ্নিক পৱিত্ৰ জ্ঞান কৰি তেওঁক ডাঙৰ বৈদিক দেৱতা কৰি লৈছিল। এওঁ ইৰাণীসকলৰ পূজাৰো ঘাই দেৱতা; সেইবাবে সেই অগ্নিক অপৱিত্ৰ শ স্পৰ্শ কৰিবলৈ দিয়াৰ ভাবটো আদিম লোকসকলৰ বাবে বৈপ্লৱিক ভাব আছিল। ইৰাণীয়সকলে শেহত গৈ মাংসাশী চৰাই আৰু পশুক শ খাবলৈ দি মঙহ গুচোৱাৰ ব্যৱস্থা কৰিলে। কিন্তু তেওঁলোকৰ 'শৱ স্তম্ভ' 'দখমা'ৰ অৰ্থ 'পোৰাৰ ঠাই'। ভাৰতত আৰ্য বুলি জনাজাত লোকসকলৰ মাজতো দশম

শতিকা পৰ্যন্ত এনেকৈ মুকলিকৈ শ পেলাই দিয়াৰ প্ৰথা প্ৰচলিত আছিল। শৱদাহৰ ব্যৱস্থা আদিতে কেৱল অগ্নি-পুৰোহিত আৰু দলপতিসকলৰ কাৰণেহে আছিল। কালক্ৰমত তলৰ শ্ৰেণীৰ মানুহেও তাক গ্ৰহণ কৰে। শৱ মঙহবোৰ গুচোৱাৰ পিছত যি হাড় আৰু ভস্ম বাকী থাকে, ভাৰতবৰ্ষত আনুষ্ঠানিকভাৱে তাৰ দ্বিতীয় সংস্কাৰ কৰা হয়। আদি কালত এনেকৈ পাত্ৰত আৰু শিলৰ চম্পুকত কবৰ দিয়া হৈছিল। পৰৱৰ্তীকালত এই প্ৰথাৰ সলনি অস্থিখিনি পৱিত্ৰ নদীত পেলোৱাৰ ব্যৱস্থা হ'ল।

পুৰাতাত্ত্বিক তথ্যৰপৰা অনুমান হয় যে আৰ্যসকলৰ নিজৰ ভিতৰতে ভালেমান পাৰ্থক্য আছিল। অৱশ্যে ভাৰতলৈ অহা উপদলবোৰৰ ঐতিহাসিক যাত্ৰাৰ কথা প্ৰায়ে নিশ্চিতভাৱে জানিব পৰা যায়। এই পশুপালক জনজাতীয় দলবোৰ পোণতকৈ মধ্যএছিয়াৰপৰা বিভিন্ন সময়ত দুটা ডাঙৰ দলত বিভক্ত হৈ ভাৰতলৈ আহিছিল। প্ৰথম দল মানুহ খ্ৰী° পূঃ দ্বিতীয় সহস্ৰবৰ্ষৰ প্ৰায় আৰম্ভণিতে আহিছিল আৰু দ্বিতীয়খিনি মানুহ শেষলৈ আহিছিল। ইৰাণীয়সকলৰ যিম (যম) ৰজাৰ শীত-তাপক্ষুধা মৃত্যুবিহীন ( Yasna 9-4-5 ) কাল্পনিক সুখৰ ৰাজ্য 'বৰ' ৰাজ্যৰ সমানেই ইয়াৰ পৰিসৰ। খনন কাৰ্যত শিলেৰে বেৰোৱা গোহালি এটা ওলাইছে। তাৰ ভিতৰত গৰুবোৰ আছিল আৰু বেৰবোৰৰ কোঠাত মানুহে বাস কৰিছিল। এই গোহালিটোৰপৰাই উক্ত ৰাজ্যৰ অনুমান কৰা হৈছে। হেৰাক্লেচে (Herakleides) ঢাকা কৰা অগিয়েন ৰজাৰ ঘোঁৰাশালটোও, ইয়াৰে সমতুল্য। পিছে কি কাৰণনো আৰ্যসকলৰ প্ৰব্ৰজন আৰম্ভ হৈছিল, তাক কোৱা টান, কাৰণ আভ্যন্তৰীণ বিপদৰ হোৱাৰ চিন পোৱা নাযায়। সম্ভৱতঃ ক্ৰমবৰ্ধমান জনসংখ্যাই তাৰ কাৰণ। খোৰেজমৰপৰা কিছুমান পশুপালক অঘৰী বৃহদেশৰ গছগছনিহীন সমভূম অঞ্চল জয় কৰিবলৈ গৈছিল। আন কিছুমানে কাস্পিয়ান সাগৰ পাৰ হৈ এচিয়া মাইনৰ পাইছিলগৈ। আন এদল লোক ডানিয়ুব উপত্যকা আৰু তাৰ ঘৰেপাও পাইছিলগৈ, এওঁলোক হ'ল ৰণ-কুঠাৰধাৰী লোক। সাগৰৰ নৌ যাত্ৰাত পৰাক্ৰম দেখুওৱা গ্ৰীক্‌সকলৰ দৰে আৰ্য উপদলবোৰলৈ চালে এওঁ লোকৰ যে নতুন অৱস্থাৰ লগত খাপ খুৱাই লোৱাৰ ক্ষমতা আছিল তাক ধৰিব পাৰি। আনকি ঋক্‌বেদতো মাজে মাজে এশ বঠাৰে পৰিচালিত জাহাজেৰে স্থলৰপৰা তিনিদিনৰ দূৰৈৰ ঠাইলৈ সাগৰ যাত্ৰা কৰাৰ কথা উল্লেখ আছে ( RV 1 116. 4-5 )। এই ঋক্‌বেদত থাইকৈ পঞ্জাবৰ উপৰিভাগৰ কথা পোৱা যায়।

আৰ্যসকলক এটি গোট বুলি ধৰাৰ কাৰণ হ'ল তেওঁলোকৰ বিৰাট ঐতিহাসিক সাফল্য। ভালেমান আদিম সংৰক্ষণশীল, খেতিয়ক সম্প্ৰদায়ৰ মাজত থকা বিভিন্ন

বাধা এওঁলোকে ধ্বংস কৰিবলৈ সমৰ্থ হ'ল। অৱশ্যে এই প্ৰত্যেকটো সম্প্ৰদায়েই নিজৰ নিজৰ প্ৰাচীন হাতিয়াৰ আৰু বিশ্বাস ৰক্ষা কৰি চলাইছিল। ইয়াৰ ২০০০ বছৰৰ পিছত সম্পূৰ্ণ বেলেগ এটি সামাজিক স্তৰত বাস কৰা আৰব সকলেহে মাথোন এনে ধৰণৰ পৰিৱৰ্তন সাধিবলৈ সমৰ্থ হৈছিল, এওঁলোকে তাগাগে পৰিবৰ্তনো কৰিছিল। এনে ধৰণৰ জাতিবোৰে সংৰক্ষণশীলতা মানি চলালে শেহলৈ অৱলুপ্তি ঘটাবহে সম্ভাৱনা, মৰু সাগৰৰ ওচৰত বাস কৰা ৎচ্ছালীয় লোকসকল তাৰেই উদাহৰণ। আন কিছুমান এনেকুৱা বিচ্ছিন্ন গোট পোৱা যায়, যিবোৰ কেৱল তেওঁলোকৰ জটিল অলঙ্কৰণ প্ৰথাৰ কাৰণেহে জনাজাত। গ্ৰেটব্ৰিটেইন, আইবেৰিয়া বা দক্ষিণ ভাৰতৰ মেগালিথ নিৰ্মাতাসকলৰ কাম ইয়াতকৈও অধিক ব্যাপক আছিল। এওঁলোকে যি অলপ-অচৰপ উৎপাদন বাঢ় কৰিব পাৰিছিল, তাক মৃতকৰ সংস্কাৰত খৰচ কৰিছিল। কিন্তু, তাৰপাছত কোনো সামাজিক উন্নতি হোৱা দেখা নগৈছিল। প্ৰস্তৰ যুগৰ শেষত মাল্টা পাৰৱ দ্বীপত পৰিণত হৈছিল, বেপাৰ আৰু ধৰ্মৰ যুগল শক্তিৰ সহায়তহে চাপে ৰাৰ অসংখ্য অস্থিভৰালবোৰ নিৰ্মাণ কৰা সম্ভৱ হৈছিল। কালক্ৰমত বেপাৰৰপৰা মানুহে লাভ কৰা সকলো সুবিধা ধৰ্মই তল পেলালে। মেছোপটেমীয়া আৰু সিন্ধু উপত্যকাতো একে বিকাশ ধাৰাই আৰু একেৰে ওপৰলৈ চৰিল। কিন্তু ক্ৰমাৎ সেই ধাৰাও অচল হৈ পৰিল। সিন্ধুৰ নগৰ নিৰ্মাতাসকলে উন্নত পদ্ধতিৰে খাদ্য উৎপাদন আৰু উন্নত হাতিয়াৰ ব্যৱহাৰ কৰিবলৈ সমৰ্থ নোহোৱাৰ কথা আমি দেখি আহিছোঁ। অথচ সেই দুয়োটাৰে কাৰিকৰী জ্ঞান তেওঁলোকে আয়ত্ত কৰিব পৰাকৈ আছিল। ইজিপ্তৰ মানুহে ইয়াতকৈ সৰহ বাঢ়ি উৎপাদন কৰিছিল। কিন্তু সেই খাদ্য তেওঁলোকে ঘড়ী নিৰ্মাতাসকলৰ দৰে অতি সূক্ষ্ম কৌশল প্ৰয়োগ কৰি বিৰাট বিৰাট পিৰামিড গঢ়িলে। ফলত মৃতকৰ পূজা-পাতল আৰু পুৰোহিত শ্ৰেণীৰ খৰচে গোটেই দেশখনকে গ্ৰাস কৰি পেলালে। আৰ্যসকলে ভালেমান বিচ্ছিন্ন আদিম গোষ্ঠীক পদদলিত কৰি তেওঁলোকৰ বিশ্বাস পৰ্যন্ত নিশ্চিহ্ন কৰিছিল। তাৰ পিছত তাৰ অৱশিষ্ট উপাদানৰ সহায়ত নতুন সমাজ এখন ৰচনা কৰাৰ পূৰ্বাৱস্থাৰ সৃষ্টি কৰিছিল। তেওঁলোকে সচেতনভাৱে অথবা দয়া-পৰৱশ হৈ এনে সমাজ ৰচনা কৰা নাছিল। তেওঁলোকে উপস্থিত লাভৰ বাবে এনে ধ্বংসাত্মক আৰু হিংসাত্মক কাৰ্য কৰিছিল। আৰ্যসকলৰ ঘাই ৰৱগুণ হ'ল বিস্তৃত ৰূপত নতুন উৎপাদন সম্পৰ্ক প্ৰৱৰ্তন কৰি ব্যৱস্থাৰ গুণগত ৰূপান্তৰ সাধন কৰা। পূৰ্বতে বেলেগ হৈ থকা বহুতো গোষ্ঠীয়ে এইদৰেই শক্তিৰ হেঁচাত নতুন ধৰণৰ সমাজব্যৱস্থা গ্ৰহণ কৰিবলৈ ধৰিলে। বিভিন্ন লোকসমষ্টিয়ে

গুপ্তকৈ থোৱা পটুতা, হাতিয়াৰ আৰু উৎপাদন কৌশল ন-কৈ সকলোৰে আয়ত্তাধীন কৰোৱাৰ ফলতে নতুন সমাজব্যৱস্থাৰ ভেটি তৈয়াৰ হ'ল। ফলত ন-সমাজত মানুহ তুলি লোৱাৰ নিয়ম শিথিল হ'ল। আৰু ন-কৈ উদ্ভাৱন কৰি কোনো বস্তু প্ৰৱৰ্তন কৰাৰ শক্তি মানুহে লাভ কৰিলে। লগে লগে নতুন বস্তু বিনিময় ব্যৱস্থা আৰু নতুন পণ্য উৎপাদন ব্যৱস্থাও প্ৰৱৰ্তিত হ'ল। ইয়াৰ উপৰিও কম-বেছি পৰিমাণে স্থানীয়-ভাৱে বিকশিত হোৱা লোক সমষ্টিয়ে সপোনতো নভবা পদ্ধতিৰে ন ন অঞ্চলত মাটি ভাঙি খেতি কৰাৰ ব্যৱস্থা হ'ল। বিস্তৃত পুৰাতাত্ত্বিক তথ্যৰপৰা এই কথা জানিব পাৰি। যি পদ্ধতিৰে এইবোৰ নতুন খেতি কৰা হৈছিল, সেইবোৰ হিংসাপূৰ্ণ। কিন্তু পূৰ্বৰ বেপাৰ, যুদ্ধ অথবা বলিদানৰ তুলনাত এইবোৰে নিশ্চয় অধিক আৰু ডাঙৰ উন্নতিৰ সূচনা কৰিলে। প্ৰকৃতপক্ষে ছৰগনৰ যুগৰপৰা পৰৱৰ্তী পূৰ এচিবীয় ৰজাসকলৰ যুগলৈকে এই প্ৰাচীন কালছোৱাত নিকট প্ৰাচ্যত আমি ক্ৰমাৎ যুদ্ধ বাঢ়ি অহা দেখিবলৈ পাওঁইক, এইবোৰ যুদ্ধত নিষ্ঠুৰতাৰ পৰিমাণো ক্ৰমাৎ বৃদ্ধি পাই গৈছিল, কিন্তু তাৰ ক্ষতিপূৰণ কৰিব পৰাকৈ বিশেষ উন্নতি হোৱা নাছিল। এইবিলাক যুদ্ধ যেন মেছোপটেমীয়া অঞ্চল শুকাই পেলোৱা খৰ; খৰত তাৰ জল-সিঞ্চন ব্যৱস্থা ধ্বংস হৈ গৈছিল। অনহাতে আৰ্যসকল যেন প্ৰলয়ঙ্কৰী বান-পানী,—পলস পেলাই মাটি সবুৰা কৰি নতুন উন্নতিৰ সূচনা কৰিছিল। মৃতকৰ বাবে কৰা পূজাপাতল আৰু কাৰ্মবিলাকৰ একমাত্ৰ সামাজিক ভূমিকা আছিল সমাজৰ স্থিতি-শীলতা ৰক্ষা। ফলত নতুন উৎপাদন পদ্ধতিৰ উদ্ভৱ নহৈছিল আৰু মন সংকুচিত হৈ পৰিছিল। আৰ্যৰ আক্ৰমণে প্ৰাচীন শ্ৰেণীবোৰ আৰু তেওঁলোকৰ পূজা-পাতলো সম্পূৰ্ণৰূপে ধ্বংস কৰিলে।

বিভিন্ন সম্প্ৰদায়ৰ মাজত থকা বাধাবোৰ পুনৰ প্ৰতিষ্ঠা কৰা অসম্ভৱ হৈ পৰিল, কাৰণ, আৰ্যসকলে যোগাযোগৰ এটি অমূল্য বাহন সকলোবোৰকে দি গ'ল —সেইটো হৈছে সুবিস্তৃত অঞ্চল জুৰি প্ৰসাৰিত হোৱা এটি সৰলতৰ ভাষা। এওঁলোকৰ নিজা আখৰ নাছিল, কুণিফৰ্ম ( বানমুখী ) আৰু ফোনিশীয় লিপিৰপৰা যিখিনি ল'ব পাৰি তাকে সৰল ৰূপত গ্ৰহণ কৰি সকলো অঞ্চলতে প্ৰচাৰ কৰিলে। ফলত অক্ষৰ জ্ঞানৰ একচেটীয়া অধিকাৰ পুৰোহিত শ্ৰেণী, 'ক্ষুদ্ৰ লেখাৰু' শ্ৰেণী অথবা ঠেকগাওঁত আবদ্ধ আত্মকেন্দ্ৰিক সদাগৰী গিল্ডবোৰৰ হাতত নাথাকিল। আনহাতে প্ৰাচীন নথী যদি আছিলো সেইবোৰৰ বিলুপ্তি ঘটিল, আৰু নিৰ্দিষ্ট পুৰাতাত্ত্বিক স্তৰবোৰত সন্নিবেশিত তথ্যাদিৰ সংখ্যাও লাহে লাহে কমি আহিল। আৰ্য উপনিবেশবোৰৰো সততে স্থানান্তৰ ঘটিবলৈ ধৰিলে। সেই কাৰণে স্থিতিশীল সিন্ধু সংস্কৃতিৰ তুলনাত, এই

সংস্কৃতিৰ স্থায়ী অৱশিষ্ট কমেইহে পোৱা যায়। বৈদিক নদীবোৰৰপৰা ঐতিহাসিক ঘটনাৰ কালক্ৰম উলিওৱা টান, আনকি এইবোৰৰপৰা বিভিন্ন স্তৰত পোৱা মাটিৰ পাত্ৰবোৰৰ ক্ৰম অনুসৰণ কৰি এটি আপেক্ষিক ঐতিহাসিক কালক্ৰম নিৰ্ধাৰণ কৰাও টান। ভাৰতীয় সমাজৰ কোনটি গোট আৰ্য আৰু কোনটি নহয়, তাক নিৰ্ধাৰণ কৰা এনেয়ে অসুবিধাজনক, তাতে বহুতো শতিকা ধৰি শব্দবিলাকৰ অৰ্থ পৰিবৰ্তন হৈ থকা হেতুকে, অসুবিধা কমক ছাৰি বৃদ্ধিহে পাইছে। ইফালে উৎপাদনৰ আহিলাৰ পৰিবৰ্তনৰ লগে লগে, অনুষ্ঠান আদিৰো পৰিবৰ্তন ঘটিছিল। ভাৰতীয় আৰ্য আৰু ইৰাণীয় আৰ্যসকলে উভয়ৰে সমাজত থকা কিছুমান বৈশিষ্ট্য হয়তো প্ৰাচীনতৰ সিন্ধু আৰু চুমেৰীয় নাগৰিক সংস্কৃতিৰপৰা গ্ৰহণ কৰিছিল, কিয়নো, এই প্ৰাচীনতৰ সমাজবোৰৰ মাজত ভালেমান সাদৃশ্য আছিল। ইয়াৰ উপৰিও আৰ্যসকলৰ মাতৃ-তান্ত্ৰিক সমাজ পিতৃতান্ত্ৰিক সমাজলৈ স্বাভাৱিক গতিত ৰূপান্তৰিত হোৱা নাছিল, মাজত-ব্যাঘাত জন্মিছিল। পিছলৈ এও'লোকে ভাৰতৰ অনাৰ্যসকলক তুলনামূলক-ভাৱে শান্তিপূৰ্ণ উপায়েৰে আৰ্য জীৱন পদ্ধতিত দীক্ষিত কৰাৰ ফলতেই এনে ব্যাঘাত জন্মে। দেখা যায়, মাতৃ তান্ত্ৰিক সমাজৰ স্ত্ৰীধন প্ৰথা, অৰ্থাৎ তিৰোতাক ব্যক্তিগত সম্পত্তিৰ সামান্য অংশ দান দিয়াৰ নিয়ম বহুত পলমকৈ ভাৰতীয় পৰম্পৰাৰ পুনৰায় অন্তৰ্ভুক্ত হয়। পুৰাণ প্ৰথা এটি এনে ধৰণৰ আপেক্ষিক শান্তিপূৰ্ণ উপায়েৰে নতুন জীৱন-যাত্ৰা প্ৰণালীৰ অন্তৰ্ভুক্ত কৰাৰ কাৰণ ব্যাখ্যা আন ধৰণেৰে কৰা অসম্ভৱ। অলপ সাৱধানে বিচাৰ কৰিলে আমি এনে ব্যাখ্যাৰ অন্তৰায়সমূহ দূৰ কৰিবলৈ সমৰ্থ হ'ম, অৱশ্যে এই ক্ষেত্ৰত আমি সততে পূৰ্বতে দি অহা বুৰঞ্জীৰ সংজ্ঞাৰ্থৰ কথা বিবেচনা কৰি চলিব লাগিব।

৪'২ আৰ্যসকলৰ আক্ৰমণ, ধ্বংসকাৰ্য আৰু বিজয়ৰ যুগৰ ঘাই উৎস হ'ল ঋক্‌বেদ[২], এই বেদ চাৰিবেদৰ ভিতৰত প্ৰাচীনতম, এই যুগৰ পুৰাতত্ত্বৰ তথ্য

(২) ঋক্‌বেদৰ কাৰণে সায়নৰ টীকাসহ পুনৰ 'বৈদিক সংশোধন মণ্ডলৰ দ্বাৰা' প্ৰকাশিত চাৰিখন গ্ৰন্থৰ (১৯৩৩-৪৬) পাঠ পঢ়া হৈছে। তাৰ লাগতিয়াল অৰ্থ উলিয়াবৰ বাবে K. F. Geldner ৰ (হাৰ্ভাৰ্ড অৰিয়েণ্টল চিৰিজৰ vol 33-35, Cambridge. Mass 1951) অনুবাদ সাৱধানে পঢ়া ভাল। H. Grassmennৰ waertebuck (ঋক্‌বেদৰ) তৃতীয় সংস্কৰণো এতিয়া পোৱা যায়; তাৰ Index খুব মূল্যবান যদিওবা তেওঁৰ শব্দাৰ্থ ঠায়ে ঠায়ে সন্দেহজনক। A. A. Macdonell আৰু A. B. Keith ৰ vedic index (2 vol London 1912) গ্ৰন্থখনৰ সংশোধন দৰকাৰ—বিশেষকৈ পুৰাতত্ত্বৰ আৱিষ্কাৰৰ আলমত। কিন্তু উদ্ধৃতিৰ স্থান নিৰ্ধাৰণৰ বাবে ব্যৱহাৰ কৰিব পৰা যায়। আবেস্তাৰ বাবে মই C. Darmsteter ৰ অনুবাদ পঢ়িছোঁ (S. B. E.) vols 4. 23; L. H. Mills, S.B.E., 31 (for the yasina) জৰথুষ্ট্ৰীয় সংস্কাৰে বেছিভাগ আৰ্যদেৱতাক দানৱ কৰিলে (আবেস্তাত daeva বোলা হৈছে)—অগ্নি আৰু সোমৰস অৱশ্যে একে ৰূপতে আছে।

নিচেইকৈ নাই বুলিলেও হয় ( সেই ৰিল্লাকৰ সম্পৰ্কে পঞ্চম অধ্যায়ত সবিশেষ আলোচনা কৰা হৈছে ) পুৰাতত্ত্বৰ তথ্য এইৰাবেই লাগে যে—সিন্ধু উপত্যকাৰ খনন-কাৰ্য হোৱাৰ পিছৰপৰা বৈদিকযুগৰ অধ্যয়ন সম্পূৰ্ণ নতুন ধৰণে কৰিব লগা হৈছে। ঋক্‌বেদত ( 6 27. 5 ত ) 'হৰিয়ুপীয়া' নামৰ ঠাইখন এসময়ত আফগানিস্থানৰ কুৰুমৰ শাখা হলিয়াব বা অৰিঅ'ৰ নৈ বুলি কল্পনা কৰা হৈছিল আৰু আৰ্যসকলৰ লগত হোৱা যুদ্ধখনো আফগানিস্থানত ঘটিছিল বুলি অনুমান কৰা হৈছিল। তেতিয়া কোনেও ভবা নাছিল যে এই নগৰখন হৰপ্পা হ'ব পাৰে। এলব্ৰাইটৰ সময়-পঞ্জী অনুসৰি সিন্ধু সভ্যতাৰ পতন আৰম্ভ হয় প্ৰায় ১৭৫০ খ্ৰীঃ পূঃত, তাত ঋক্‌বেদত বৰ্ণিত ঘটনাবোৰৰ সময় ১৫০০ খ্ৰীঃ পূঃ[৩] বুলি কোৱা হৈছে। মূল পাঠৰ আভ্যন্তৰীণ প্ৰমাণৰ ওপৰত এই কাল নিৰ্ধাৰণ কৰা হৈছে বুলি কোৱা হৈছে, কিন্তু, কেনেকৈ কৰিছে তাক মই ক'ব নোৱাৰো। যজুৰ্বেদৰ লগত সম্বন্ধিত আৰ্যসকলৰ স্থায়ী বসতিৰ কাল খুব সম্ভৱ ৮০০ খ্ৰীঃ পূঃত আৰম্ভ হৈছিল। ইয়াৰপৰা দেখা যায়, একমাত্ৰ ভাষাৰ ভেটিতেই ঋক্‌বেদক বিভিন্ন স্তৰত বিভক্ত কৰিব লগা হৈছে। অথচ ইয়াৰ সৰহ ভাগ কথাই আজি দুৰ্বোধ্য। বেদক ছায়াবাদী দৰ্শনৰ শ্ৰেষ্ঠ কীৰ্তি বুলি গণ্য কৰা পিছৰ ভালেমান টীকাকাৰে তাৰ ভালেমান কথাৰ অপব্যাখ্যা কৰি গৈছে। এটা বিষয়ত অৱশ্যে সমালোচকসকল ভাগ্যৱান। আন আন শাস্ত্ৰীয় সংস্কৃত নথীবোৰৰ তুলনাত ঋক্‌বেদৰ কথাভাগ সুনিশ্চিতভাৱে সংৰক্ষিত। কাৰণ, ঋক্‌বেদৰ সূক্তসমূহ অপৰিবৰ্তনীয় অনন্তকাল ধৰি চলি অহা আৰু ঋষিসমূহৰ দ্বাৰা দৃষ্ট' ( বিৰচিত নহয় ) বুলি গণ্য কৰি অহা হৈছে। বেদসমূহক ( বিশেষকৈ ঋক্‌বেদক ) কঠোৰ শৃংখলাৰ দ্বাৰা হুবহু অপৰিবৰ্তিত ৰূপত সংৰক্ষিত কৰা হৈছিল। শৃংখলা কিমান কঠোৰ আছিল, তাক পৰৱৰ্তীকালৰ পুৰোহিত ব্ৰাহ্মণশ্ৰেণীয়ে পালন কৰা কঠোৰ শৃংখলাৰ কথালৈ মন কৰিলেই হ'ল। সেই কালত ন-শিকাৰুৱে অৰণ্যাশ্ৰমলৈ গৈ গুৰুৰ ওচৰত বিদ্যা শিক্ষা লাভ কৰিছিল। বাৰবছৰ বা ততোধিক কাল ধৰি শিষ্যই গুৰুৰ গৰু চৰাই আৰু আহাৰ গোটাই ( আহাৰ উৎপাদন কৰা নাছিল ) দিব লাগিছিল। তাৰ বিনিময়ত গুৰুৱে শাস্ত্ৰৰ জ্ঞান দিছিল। প্ৰথম কাম আছিল

(৩) A B Keith ৰ' Religion and Philosophy of the vedas (HOS 31—2 1925) গ্ৰন্থত বেদ'ৰ সম্পৰ্কে নিৰ্ণয় কৰা প্ৰাথমিক সিদ্ধান্ত আছে, পিছত প্ৰতিযুক্তিৰে এইবোৰ খণ্ডিত হৈছে। জে, তিৰিষ্ঠা সম্বন্ধীয় তাৰিখবোৰ পাঠৰ অদ্ভুত ব্যাখ্যাৰ ওপৰত প্ৰতিষ্ঠিত। শেহতীয়া ব্যাখ্যামতে ( যদি মেলুহ্‌হাক সিন্ধু দেৱতা বুলি ধৰা যায় ) অৱনতিৰ কাল ১৭৫০ খ্ৰঃত পৰিব (D.E. Mccown, JAOS 74 178 ) (W F Albright in BASOR 139—16)

শাস্ত্ৰৰ শ্লোকৰ অক্ষৰ বা বৰ্ণ নিৰ্ভুলভাৱে মুখস্থ কৰা। সুদীৰ্ঘ আলোচনা-বিলোচনাৰ মাজেদি শ্লোকৰ অৰ্থ শিকোৱা হৈছিল। বিদ্যাৰ্থীয়ে সম্পূৰ্ণ পাঠ কণ্ঠস্থ কৰিব লাগিছিল। চিজাৰৰ গ্যল-ৰাজ্যৰ ড্ৰুইডসকলৰ দৰে এই পুৰোহিতসকলেও শাস্ত্ৰবোৰ অলিখিত ৰাখিছিল আৰু জ্ঞানৰ অধিকাৰ একচেটীয়া কৰি লৈছিল। ইয়াৰ ফলত মানুহৰ মাজত তেওঁলোকৰ অপূৰ্ব প্ৰতিষ্ঠা লাভ হৈছিল, আৰু তেওঁলোকৰ কামতো একতা পৰিলক্ষিত হৈছিল। চমুকৈ ক'বলৈ গলে এওঁলোকে ক্ৰমে এটা শক্তিশালী শ্ৰেণীত পৰিণত হৈ ভাৰতৰ ইতিহাসত নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল।

ভাৰতলৈ অহাৰ সময়ত আৰ্যসকলৰ সমাজ পিতৃতান্ত্ৰিক আছিল। তেওঁলোকৰ দেৱতাসকলৰ সৰহভাগেই মতা, আচল দেৱতা আছিল অগ্নি। ইৰাণীয়সকলৰ দেৱতা অগ্নিৰ দৰেই এওঁ আছিল যজ্ঞাগ্নি। নৰত্বআৰোপ কৰা বাকীবোৰ দেৱতাৰ নেতা আছিল আৰ্য মুখিয়াল ইন্দ্ৰ। এই ইন্দ্ৰ আছিল, যুদ্ধত অপৰাজেয় আৰু ধ্বংসকাৰী বজ্ৰৰ ধাৰক (এই বজ্ৰ আদিতে গদা আছিল পিছলৈ বজ্ৰপাত বুলি জনাজাত হ'ল)। তেওঁ বেগী ৰথত উঠি যুদ্ধ কৰিছিল, আজিকোপাতি ধৰি চিনাক্ত কৰিব নোৱাৰা পৱিত্ৰ সোমলতাৰ ৰস (ইৰাণীয়সকলৰ ভাষাত ইয়াক haoma, হয়োমা বোলে) পান কৰি মাতাল হৈছিল, বহুত নগৰৰ আৰু নদীৰ বান্ধ ধ্বংস কৰিছিল, ভালেমান নৈৰ সোঁত বোৱাই দি ৰাইজক পানী যোগাইছিল, আৰু ছলেবলে কৌশলেৰে নাস্তিক শত্ৰুৰ নিধি সততে হৰণ কৰিছিল। এওঁ বৰুণ দেৱতাৰ স্থান অধিকাৰ কৰি লৈছিল। এই বৰুণ (গ্ৰীকসকলে এওঁক ournanos বোলে) দেৱতা আছিল অধিক দয়ালু আকাশদেৱতা, কিন্তু, এওঁ মৰতৰ মানুহৰ ওপৰত বেমাৰ জাপি দি শাস্তি দিব পাৰিছিল। বেদত দেৱীৰ সংখ্যা কম, তাৰ ভিতৰত ঘাই জনা হ'ল ইলা, কিন্তু দেৱতাৰ পূজাত দিয়া মদাঞ্জলিত নৰত্ব আৰোপৰ নামেই ইলা যেন বোধহয়। আন এগৰাকী দেৱী হ'ল—উষা। অৰ্থাৎ উষা কালৰ দেৱী। এওঁ ইন্দ্ৰৰ হাতত পৰাজয় বৰণ কৰাৰ পিছতো পূজিত হৈ আছিল। শব্দতাত্ত্বিক দৃষ্টিৰপৰা এই উষা দেৱীক হোমাৰৰ কাব্যৰ Eos দেৱীৰ লগত তুলনা কৰা হয়, কিন্তু বেদত এওঁৰ স্থান সেই দেৱীতকৈ অধিক গুৰুত্বপূৰ্ণ, কাৰ্যতঃ এওঁ মেছোপটেমীয় ইছটৰ দেৱীৰ সমতুল্য। দেৱতাসকল অবিবাহিত, কাচিতহে এওঁলোকৰ লগত প্ৰিয়া থাকে। দেৱ-পত্নীসকলক সমূহীয়াভাৱে jnas বা 'জ্নস' বোলা হৈছিল। কিন্তু, তেওঁলোকৰ কাম একো নাছিল। সম্ভৱতঃ উল্লিখিত কাল আৰু স্থানৰ আৰ্যসমাজত যোৰ বা গাইগুটীয়া বিবাহ প্ৰচলিত নোহোৱাৰ কথাই ই সূচায়। এই বেদত এজন শিল্প-দেৱতাৰ (ত্বষ্ট্) নাম আছে; ভাৰতৰ বাহিৰত এওঁক পাবলৈ নাই। এওঁক

কোঁতিয়াৰো প্ৰকটাৰ ৰূপতো দেখা যায়। এই দেৱতাৰ ধাৰণা সেই আদিম কালত প্ৰয়োজনীয় নাছিল। কাৰণ, তেতিয়া সাবুৰা মাটিৰপৰা স্বাভাৱিকভাৱে আহৰণ কৰা দ্ৰব্যই মানুহৰ বিশেষ প্ৰয়োজনীয় আছিল ; তাৰ তুলনাত কাৰিকৰে প্ৰস্তুত কৰা দ্ৰব্য সিমান লেখৰ নাছিল। পাঠান্তৰত (৪) মই দৰ্শাইছো যে এই শিল্প দেৱতাজন প্ৰাক্ আৰ্যসমাজৰপৰা গ্ৰহণ কৰা ; সম্ভৱতঃ নগৰ কাৰিকৰসকলৰ লগতে তেওঁক গ্ৰহণ কৰা হৈছিল। বেদৰপৰা আৰ্যসকলৰ যুদ্ধৰ ৰথৰ তন্ন তন্ন বৰ্ণনা আৰু আয়তনৰ কথা অনুমান কৰিব পাৰি, সেই ৰথ নিৰ্মাণৰ বাবে উত্তম কাৰিকৰী বিদ্যাৰ প্ৰয়োজন হৈছিল। ধাঁড়ৰ দ্বাৰা চালিত গধুৰ 'অনস' গাড়ীবোৰ তেতিয়া বস্তু পৰিবহনৰ কামত লগোৱা হৈছিল। তেতিয়া নাঙলৰ নাম আছিল 'সিৰ' ( sira ), ঘাই শস্য 'যব'ৰ নামেৰে বাকীবোৰ শস্যৰো নামকৰণ কৰা হৈছিল। ( ঘেঁহু গো-ধূম বা গ্ৰীক ভাষাত ( bosmoron ) আৰু চাউলৰ ( ব্ৰীহি ) পোনপটীয়া উল্লেখ প্ৰাচীনতম্ বেদত নাই। কিন্তু 'দাত্ৰ' বা কাচি আৰু 'খনিত্ৰ' বা খনা হাতিয়াৰৰ উল্লেখ আছে। 'বাসীন্দা' ( বিশ )সকল খেতিয়ক আছিল ( 'কৃষ্টি' ) নচহোৱা মাটিক অকৃষীৱল' বুলিছিল। মাটিৰ স্বত্বাধিকাৰ বা মাটিৰ ভগোৱা-ভগিৰ বিষয়েও কোনো উল্লেখ নাই, মাটি বা অন্যান্য পণ্য দ্ৰব্যৰ কিনা-বেচাৰ খবৰো আমি নেপাওঁ। সম্পত্তিৰ ঘাই আধাৰ আৰু জোখ আছিল গৰু। তাৰ পিছতে স্থান আছিল ঘোঁৰাৰ। বেদত এজন মুখিয়ালে উট কিছুমান দান কৰাৰ উল্লেখ আছে। ম হ বা 'মহিষ' 'খুব শক্তিশালী' জন্তু বুলি গণ্য হৈছিল। কিন্তু সম্ভৱতঃ এই উপকাৰী জন্তুটো তেতিয়াও ঘৰচীয়া কৰা হোৱা নাছিল। প্ৰত্যেকবিধ গৰু আৰু ঘোঁৰাৰ নাম থকাৰ উপৰিও সিহঁতৰ বেলেগ বেলেগ বৰণ বুজাবলৈও বিশেষ নাম আছিল। স্বাভাৱিকতে সেই কালত পানীৰ বাবে হোৱা সংগ্ৰামবোৰৰ বিশেষ গুৰুত্ব আছিল। ইন্দ্ৰৰ নাম আছিল অপ্সুজিৎ ( RV. 8 13 2, 1 100 ; 11, 6 44 18 &c )। পানীৰ কাৰণেই তেওঁ দসীযুসকলৰ নগৰ ( brazen cities ) উচ্ছন্ন কৰাৰ উপৰিও আন আন নগৰো ধ্বংস কৰিছিল ( RV. 2. 20. 8 )। অকল ইন্দ্ৰই নহয়, সকলো জাতিয়েই পানীৰ বাবে যুদ্ধ কৰিছিল ( RV. 4. 24. 4 ) তেওঁলোকে সন্তি-সন্ততি ( তনয়ে ), গৰু ( গোষু ) আৰু পানীৰ ( অপ্সু ) বাবে যুদ্ধ কৰিছিল ( RV. 6. 25 4 )। এইবোৰ যুদ্ধৰ সময়ত দুয়োপক্ষৰ লোকে বিজয়ৰ কাৰণে ইন্দ্ৰৰ ওচৰত প্ৰাৰ্থনা কৰিছিল। ইয়াৰপৰা বুজা যায় যে আৰ্য গোষ্ঠীবোৰৰ মাজত আভ্যন্তৰীণ যুদ্ধ হৈছিল। এইবোৰ তথ্যৰপৰা ইয়াকো বুজা যায় যে এই সময়ত সমাজত বিবিধ পৰস্পৰ বিৰোধী অৱস্থাৰ উদ্ভৱ হৈছিল, এফালে পশুচাৰণ যুগৰ বিচৰণশীল এই জীৱন, আনফালে সভ্যতাৰ ওপৰত

কৰা সফল আক্ৰমণৰ লুপ্ত পৰম্পৰা ; আনহাতে আকৌ নিগাজী থোঁতিৰ আৱশ্যকতা— এইবিলাক বেলেগ পৰিস্থিতিৰ মাজত বিৰোধ দেখা দিছিল।

সিন্ধু উপত্যকাৰ ৰাজনৈতিক বিকাশৰ কথা ক'বলৈ যোৱাৰ আগতে কোৱা ভাল হ'ব যে তেতিয়াও আৰ্যসকলে ভাৰতৰ বাহিৰৰ আৰ্যসকলৰ লগত আৰু তেওঁলোকৰ পৰম্পৰাৰ লগত সম্পৰ্ক ছেদ কৰা নাছিল। ভাৰতীয় কুঁজা বলদৰ ছবি কেইটামান ছীৰ হিট্টাইট ( Syro Hitttite ) মোহৰত ( প্ৰায় ১০০০ খৃঃ ) পোৱা গৈছে ( W. H. Ward , seal-cylinders of Western Asia ; Washington, D C. 1910 ; nos, 922, 930, etc ) । লোকচক্ষুৰ সমুখত সময়ে সময়ে নিজৰ দেহ আৰু বক্ষ অনাবৃত কৰা ঋক্‌বেদৰ উষস্ দেৱীৰ প্ৰতিকৃতিও সেই একে অঞ্চলৰ একে যুগৰ মোহৰত পোৱা গৈছে ( Ward ; loc. cit chapter L ) ; দুয়োবিধ প্ৰতিকৃতিতে কেঁতিয়াবা পাখি থাকে। ইয়াৰ অৰ্থ কি তাক কোৱা টান , সম্ভৱতঃ ভাৰতবপৰা কিছু আৰ্য উভতি যোৱাৰ চিন , আৰ্যসকল দ্বিতীয় প্ৰব্ৰজনৰ সংকেতো ঋক্‌বেদত পোৱা যায় , দুই এটা পাৰ্চীয আৰু পাৰস্যৰ ঐতিহাসিক বীৰৰ নাম তাত আছে। ঋক্‌বেদত ( 1 53 9-10 ) 'বংশহীন' মুখিয়াল সুশ্ৰৱসই কুৰিজন বিৰোধী ৰজাক যুদ্ধত পৰাস্ত কৰাৰ কথা পোৱা যায় ; এওঁ নিঃসন্দেহে আৱেষ্টত উল্লিখিত পিতৃহত্যাৰ প্ৰতিশোধ লওঁতা ইৰাণীয কবি হুশ্ৰৱস। তুৰণ্য আৰু তুৰ্‌যন ( দ্ৰুতগামী ) শব্দইয়ো তুৰাণীয়সকলৰ কথা বুজাব পাৰে। অৱশ্যে এওঁলোক কোন সেই কথা বেলেগ। ঋক্‌বেদত ( 8 6. 46 ) তিৰিন্দিৰৰ প্ৰশংসা পোৱা যায়। এওঁৰ লগত এজন পৰ্শুৰ সম্পৰ্ক আছে, গতিকে পাৰ্চী হ'ব পাৰে। আৱেষ্টত উল্লিখিত মতে সপ্তনদীৰ দেশখন আৰ্যসকল বাস কৰা এটি অঞ্চলতেই। সেই সপ্তনদীৰ দুখন-শুকাই গ'ল। ঋক্‌বেদৰ দৃশ্বদ্বতী নৈখন আধুনিক ঘগ্‌গৰ নৈৰ শুকান মৰি সুঁতিত আছিল। দৃশ্বদ্বতী আৰু সিন্ধু নৈৰ স'তে মিলি সাগৰত পৰা সৰস্বতী নদী ( বেদৰ টীকা ) ব্ৰাহ্মণবোৰ ৰচিত হোৱাৰ সময়তে মৰুভূমিত গৈ পৰিছেগৈ। বৰ্তমানে সৰস্বতী পূব পঞ্জাবৰ এখন ক্ষুদ্ৰ নৈ। এই নদীৰ নাম ইৰাণীয় শব্দ Harahvaiti বা 'হৰহ্‌বৈতি'ৰ পৰা উদ্ভূত হ'ব পাৰে ; এই ইৰাণীয় শব্দটিয়েই টিগ্‌লেথ-পিলেসেৰ ( তৃতীয় ) ৰ্ফাল এখনত উল্লিখিত অৰকট্টু। যদি এই কথা সঁচা হয়, তেন্তে হিলমণ্ডেই হ'ল আদি সৰস্বতী। এই কথা ভবিষ্যতৰ কাৰণে পুৰাতত্ত্ববিদসকলে মনত ৰখা উচিত হ'ব ; অৱশ্যে 'মুণ্ডিগকত' খনন কাৰ্য কৰি এই বিষয়ত তেওঁলোকে এতিয়াও কোনো নিৰ্ভৰযোগ্য সাক্ষ্য পোৱা নাই। 'ইৰাৱতী' নামটো 'ৰাৱিৰ'পৰা গৈ ব্ৰহ্মদেশৰ মূল নদীখনত

আৰোপিত হ'লগৈ। পঞ্জাৱপূবৰ দাঁতিয়েদি বৈ যোৱা সৰু চন্দ্ৰভাগা নৈখনৰ নামকৰণ চিনাবৰ পৰাই হৈছে। এনে ধৰণৰ নামান্তৰ সাধাৰণতে হৈ থকা দেখা যায়।

ভাৰতবৰ্ষৰ বাহিৰে-ভিতৰে উভয়তে প্ৰাচীনতৰ সংস্কৃতিৰ লগত হোৱা একে ধৰণৰ আনবোৰ সংস্পৰ্শৰ চিনো ইয়াতকৈ কম স্পষ্ট, কিন্তু সেইবোৰৰ কথা সুনিশ্চিতভাৱে জনা যায়। উদাহৰণস্বৰূপে ঋক্‌বেদত ( R 5 45 1-3 ) সূৰ্যদেৱতাই পৰ্বত চূৰ্ণ-বিচূৰ্ণ কৰি দুৱাৰ মুকলি কৰাৰ এটি বৰ্ণনা আছে। মেছোপটেমীয়াৰ এটি মোহৰতো এই দৃশ্যটি অঙ্কিত কৰা হৈছে। তাত প্ৰাসাদ-বিহীন দুখন দুৱাৰ মুকলি কৰি থোৱা আছে, মাজেদি পৰ্বতৰপৰা সূৰ্য দেৱতাৰ ৰূপ আধা ওলাই থকা অৱস্থাত দেখা যায়।

এনে ধৰণৰ উমৈহতীয়া অতিকথাবোৰৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ উপাখ্যানটো হ'ল ইন্দ্ৰৰ দ্বাৰা 'ত্বষ্ট' দেৱতাৰ তিনিশিৰিয়া পুত্ৰৰ মুণ্ড ছেদন। এই আখ্যানৰ লগতো মোহৰৰ ছবিৰো মিল আছে। ঋক্‌বেদত ( RV 10. 8. ) পুত্ৰজনে নিজে সেই ঘটনা বৰ্ণোৱা দেখা যায়—যদিও তেওঁক হত্যা কৰা হ'ল বুলি ধৰা হৈছে। এইজন পুত্ৰক অৰ্থাৎ ত্বাষ্ট্ৰক উপনিষদৰ আদি গুৰুসকলৰ এজন বুলি কোৱা হয়। ব্ৰাহ্মণ্য অতিকথাত এওঁৰ হত্যাকাণ্ডই গভীৰ ৰেখাপাত কৰিছিল, কিয়নো ৰজাই নিজে যজ্ঞপুৰোহিতৰ মুণ্ড ছেদন কৰা কাৰ্যৰ এই প্ৰথম উদাহৰণ অতিশয় ভয়ঙ্কৰ। এই তিনিটা মূৰৰপৰাই বোলে তিনিবিধ দীঘলনেজীয়া চৰাই হ'ল ( patridges ) ঃ তাৰে দুবিধৰ নামত দুটা ব্ৰাহ্মণ বংশ থাকি গ'ল। সিন্ধু উপত্যকাৰ মোহৰত তিনিমুখীয়া দেৱতাৰ ছবি পোৱাৰ পিছত এই উপাখ্যানৰ[8] গুৰুত্ব বাঢ়িল। এই তিনিখন মুখ দেখিলে ধৰিব পাৰি যে ( পৰৱৰ্তী কালৰ ) জটাত অৰ্ধচন্দ্ৰ ধাৰণ কৰা শিৱৰ দৰে তেওঁ এজন চান্দ্ৰ দেৱতা। আৱেষ্টতো এই উপাখ্যান পোৱা যায়, অৱশ্যে তাত ইন্দ্ৰ নাই। এওঁ যদিও দেৱতা আছিল, জৰথুষ্ট্ৰীয় সংস্কাৰৰ পিছত তেওঁ দানৱত ( Daeva, এই শব্দৰ অৰ্থ আদিতে 'দেৱতা' আছিল ) পৰিণত হয়। সেইবাবে আৱেষ্টৰ আন ঠাইত ইন্দ্ৰক দানৱ বুলি বৰ্ণনা কৰা হৈছে। আৱেষ্টৰ আখ্যানত মুণ্ড ছেদন কৰা তিনিশিৰীয়া

---

(৪) The origin of the Brahmin gotras ( JBBRAS. 26—1950 HS 28—80 ) তিনিশিৰীয়া দানৱ এটাৰ কথা আইৰিশ উপাখ্যানতো আছে। আন বহুততে আছে। দানৱহন্তা জেকে এনে এটা তিনিশিৰীয়া ক্ষুদ্ৰ দানৱ হত্যা কৰে। ( ৮৮ পৃঃত উল্লিখিত ৪ নং টোকাও এইখিনিৰেই বুলি ধৰিব। )

প্ৰতিদ্বন্দ্বীজন হ'ল অজি দহাক। এওঁক খাহ নামেহত জ'হাক বোলা হৈছে। পিছে এই দ'হাকে মুণ্ডছেদনৰ হাত সাৰি শেষত নবী জৰথুস্ত্ৰক প্ৰলুব্ধ কৰিছিল। অজিদ'হাক হ'ল—'চাৰিচুকীয়া ৱৰেণ' চহৰত জন্ম হোৱা বীৰ থ্ৰীতন আথ্য (Athvya)। পাৰ্চীসকলে আজিকালি কাস্পিয়ানৰ দক্ষিণত অৱস্থিত আধুনিক গীলানকে এই চহৰ বুলি চিনাক্ত কৰে, কিন্তু প্ৰকৃতপক্ষে এই শব্দৰ অৰ্থ হ'ব লাগে ৱৰসকলৰ স্থান অৰ্থাৎ খোৰেজম্। এই খোৰেজমৰপৰাই আৰ্যসকলে বিভিন্ন দেশলৈ যাত্ৰা কৰিছিল। জহাকৰ দুবাহুত দুটা সাপৰ মূৰ ফেঁট তুলি আছিল, প্ৰত্যেকটো মূৰকে নিতৌ একোটিকৈ মানুহৰ আহাৰ লাগিছিল, 'অজি' শব্দৰ অৰ্থ সংস্কৃতৰ 'অহি' অৰ্থাৎ 'সাপ'। মেছোপটেমীয়াৰ মোহৰতো মানুহৰ মূৰ থকা এজন দেৱতা আছে। তেওঁৰ গাত দুবাহুৰপৰা ওলোৱা দুটা সাপৰ মূৰ দেখা যায়, আগৰ কালত এই দেৱতাজনক নিন্-গিশ্-জি-দি আৰু পিছৰ কালত তিশপক বুলিছিল। এই মূৰ্তিৰ মাজত বিভিন্ন ধৰ্ম বিশ্বাসৰ সংঘৰ্ষৰ চিন সংৰক্ষিত হৈছে। ভাৰতবৰ্ষত বীৰ থ্ৰীটন আথ্য নাই; ইয়াত ইন্দ্ৰৰ সৈতে একেলগে থকা ত্ৰিত আপ্ত্য বোলা এজনৰ কথাহে পোৱা যায়। দুইটা নামৰ দ্বিতীয়াংশৰ মিল স্পষ্ট। এই ত্ৰিত ইৰাণীয় সাম বংশৰ থ্ৰিতৰ (cf Yasna 9. 7–11) বাহিৰে আন হ'ব নোৱাৰে। এই থ্ৰিতই কোনো দানৱ হত্যা কৰা নাই। ঋক্‌বেদত থ্ৰীটনৰ লগত অধিক সাদৃশ্য থকা শব্দ হ'ল—'ত্ৰৈতন',—এই ত্ৰৈতন নিজে দাস (শত্ৰু)। এওঁ দীৰ্ঘতমস্ (দীঘলীয়া আন্ধাৰ) নামৰ ব্ৰাহ্মণৰ মূণ্ড ছেদন কৰিব খুজিছিল। কিন্তু অস্ত্ৰ উৰ্ভাত আহি তেওঁৰহে বক্ষ আৰু দুই কান্ধ ছিন্ন কৰিলে। ভাব হয় এই গ্ৰন্থত উপাখ্যানটো যেন সি পক্ষইহে বৰ্ণাইছে। তাক সম্পূৰ্ণৰূপে সলনি কৰা হোৱা নাই। ঋক্‌বেদৰ ভালেমান বৈশিষ্ট্যৰ ইও এটা। ইয়াত বহিঃভাৰতীয় আৰু সিন্ধুৰ প্ৰাক্-আৰ্য বিষয়বস্তুৰ সংমিশ্ৰণ ঘটিছে বুলি আমাৰ বিশ্বাস হয়। গতিকে মানুহবো মিলন ঘটিছিল বুলি ভাবিবৰ থল আছে। উক্ত উপাখ্যানটিৰ সম্পূৰ্ণ আলোচনা কৰিবলৈ হ'লে ই এখন সম্পূৰ্ণ গ্ৰন্থ হ'ব, ইয়াত তাক অতি চমুতে বৰ্ণনা কৰা হৈছে।

ইন্দ্ৰ, বৰুণ, নাসত্যস (এওঁ যেন ভাৰতৰ দিঅ'স্কুৰি) আদি ইন্দ-আৰ্যদেৱতাসকলৰ নাম বঘাজ-কই[৫] পুথিবোৰত আছে। ওপৰ ইউফ্ৰেটিছৰ মিটান্নীয় লোকসকলে ১৪00 খ্ৰীঃ পূঃ মানত এইসকল দেৱতাৰ পূজা কৰিছিল। মেডীয় (বা একে গোষ্ঠীৰ)

---

(৫) নিৰ্ভৰযোগ্য উল্লেখৰ বাবে (ZDMG, 76, 1922, PP. 174—269)—E. Forber ৰ মৌলিক ৰিপৰ্ট পঢ়ক। লগতে P.E. Dumont ৰ (JAOS 67, 1947 PP 251—253) চাওক।

আৰ্য জাতিবোৰে উৰ্মিয়েহ হ্ৰদৰ আশে পাশে প্ৰায় এই সময়ছোৱাতে বসতি কৰিছিল ; অৱশ্যে তেতিয়াও তেওঁলোকে যুদ্ধত জয়ী হৈ সেই অঞ্চলত প্ৰাধান্য বিস্তাৰ কৰিব পৰা নাছিল। নাসত্যস দেৱতা বিশেষভাৱে দয়ালু, এওঁৰ ৰথখন গাধই টানে। এই বৈশিষ্ট্য প্ৰাক্ আৰ্য যুগৰ বিদেশী প্ৰভাৱ যেন বোধ হয়।

৪.৩ অতিকথা বা উপাখ্যানবোৰ চালি-জাৰি চাই তাৰ বিষয়বস্তু উদ্ধাৰ কৰা মনোমুগ্ধকৰ কাৰ্য হ'লেও, এনে কাৰ্যই আমাক ঐতিহাসিক লক্ষ্যৰপৰা বিচ্যুত কৰাও সম্ভৱপৰ। এনে কাম হাতত লোৱাৰ প্ৰধান কাৰণ হ'ল এয়ে যে ঋক্‌বেদত বা আন সংস্কৃত গ্ৰন্থত মণিব নোৱাৰাকৈ থকা ঘটনাবোৰ অতিকথা আৰু উপাখ্যানৰ ভিতৰত সোমাই পৰিছে। যি ইন্দ্ৰৰ সামৰিক শৌৰ্যবীৰ্যৰ কথা ঋক্‌বেদত বৰ্ণিত হৈছে, সেই ইন্দ্ৰই প্ৰকৃতপক্ষে মানৱ আৰ্যপতি ( বা মুখিয়াল ) হিচাপে সেই যুদ্ধক্ষেত্ৰত নামিছিল নে ( ওপৰৰপৰা ) দেৱতা হিচাপে তাত ভাগ লৈছিল ? সন্দেহ নাই যে পুৰণি শত্ৰুবোৰক দানৱ বোলা হৈছিল। ঋত বা সত্যৰ সাতগৰাকী মাকৰ কথা ঋক্‌বেদত উল্লেখ কৰা হৈছে, এওঁলোকৰ আগত 'য়হ্বী' ( ইয়াৰ অৰ্থ সৰ্বদা বিৰামহীন' নেকি ?) নামৰ কৌতূহলোদ্দীপক বিশেষণটি ব্যৱহাৰ কৰা দেখা যায়। অনুমান হয়, এই সাতগৰাকী আই হ'ল সাতখন নদী। সেই সময়ত পানী ইমান দৰকাৰী বস্তু আছিল যে ঋক্‌বেদত ব্যৱহাৰ কৰা ঋত ( সত্য, ন্যায়, অথবা যি বস্তু প্ৰকৃতপক্ষে ঠিক, এইকেইটাকে ইয়াৰ অৰ্থ বুলি ধৰা হয ) শব্দৰ লগত পানীৰ সম্বন্ধ আছে। ঋক্‌বেদৰ (RV 5 12 2) এঠাইত ইন্দ্ৰক ঋতৰ 'সুঁতিসমূহ' মুকলি কৰি দিবলৈ কোৱা হৈছে। এই বেদত 'ৱণিক' শব্দটো এবাৰ বণিক বা সদাগৰ অৰ্থত ব্যৱহাৰ কৰা দেখা যায। শব্দটো পণি' শব্দৰপৰা ওলাইছে, পণি হ'ল ইন্দ্ৰ আৰু তেওঁৰ অনুগামীসকলৰ শত্ৰুতা কৰা এটি জাতি। ঋক্‌বেদৰ দশম মণ্ডলত (RV. 10 10৪) আমি এটি বিখ্যাত কিন্তু পৰৱৰ্তী কালত ৰচিত কথোপকথন পাওঁ। তাত সৰমা দেৱীয়ে পণিসকলৰ ওচৰলৈ ইন্দ্ৰৰ দূতীৰূপে যোৱাৰ কথা উল্লেখ আছে। সৰমা কুকুৰৰূপী স্ত্ৰী-দেৱী। কিন্তু, মা প্ৰত্যয় থকাৰপৰা বুজিব পাৰি যে তেওঁ মাতৃদেৱী অৰ্থাৎ উমা, ৰমা আৰু আন আন দেৱী আইসকলৰ সমকক্ষ। এই দেৱীগৰাকীয়ে ইন্দ্ৰৰ হৈ পণিসকলৰপৰা গৰু দাবী কৰিছিল। পিছৰ ব্যাখ্যাবোৰত পোৱা যায় এই গৰুবোৰ ইন্দ্ৰ আৰু অন্যান্য দেৱতাসকলৰপৰা চুৰি কৰি নিয়া হৈছিল,—অৱশ্যে উক্ত শ্লোকত এই কথাৰ কোনো উল্লেখ নাই। পিছলৈ এই পণিসকল ইন্দ্ৰৰ শত্ৰু দানৱ ৰূপে বৰ্ণিত হৈছে। অতীত কালত হোৱা ডাঙৰ আক্ৰমণ কাৰ্য আৰু লুটপাতৰ স্মৃতিৰক্ষাৰ্থে বি পূজা-পাতল পতা হৈছিল সেইবোৰত এই শ্লোকটো আবৃত্তি কৰি

গোৱা হৈছিল। এইবোৰ পূজা-পাতলত ঐতিহাসিক ঘটনাৰ অনুকৰণ কৰা হৈছিল, যাতে সেই বুৰঞ্জী পুনৰায় ঘটে। মাৰাঠাসকলৰ মাজত আজিও সীমোল্লঙ্ঘন উৎসৱ আৰু সোণহৰণৰ প্ৰতীকমূলক অনুষ্ঠান প্ৰচলিত আছে ( সোণৰ ঠাইত আজিকালি কেইখিলামান পাতেৰে কাৰ্য সমাধা কৰা হয় )। এই অনুষ্ঠানবোৰ তেনে পূজা-পাতলৰে আধুনিক সংস্কৰণ। ওঠৰশ শতিকাত হোৱা বাৎসৰিক আক্ৰমণবোৰৰ স্মৃতিস্বৰূপে এই উৎসৱবোৰ পালিত হয়। উৎসৱৰ পূজা-পাতলৰ মাজত পৰিবৰ্তিত ৰূপত প্ৰাচীন সামাজিক ৰূপবোৰ পোৱা যায়। ঋকৃবেদত (45. 31. 33) বৃবুক পণিসকলৰ শ্ৰেষ্ঠ বোলা হৈছে। এওঁক ঋষি ভৰদ্বাজে দয়াবান বুলি প্ৰশংসা কৰিছিল, ভৰদ্বাজ ব্ৰাহ্মণ আৰু আৰ্য হিচাপে পণিসকলৰ বিপক্ষত থকা উচিত আছিল। ভৰদ্বাজৰ এই কাৰ্যত পিছৰ কিছুমান ব্ৰাহ্মণ অসন্তুষ্ট হৈছিল। তেওঁলোকে কৈছিল—বৃবু তক্ষন ( বাঢ়ৈ ) জাতিৰ, গতিকে অনাৰ্য, তথাপি দান লোৱা বাবে ভৰদ্বাজ ঋষি নিন্দাৰ পাত্ৰ হ'ব নোৱাৰে। ঋকৃবেদৰ দান স্তুতিবোৰেই সম্ভৱতঃ অতিশয় নিৰ্ভৰযোগ্য তথ্য প্ৰদান কৰে। ঋকৃবেদ প্ৰকৃতপক্ষে ধৰ্মানুষ্ঠান আদিত পঠিত সম্পূৰ্ণৰূপে পদ্যত ৰচিত স্তোত্ৰৰ সংগ্ৰহ। এইবোৰ দানস্তুতিত চেডি নামৰ জনজাতিৰ উল্লেখ আছে। মহাভাৰতত এওঁলোকৰ বিশেষ উল্লেখ পোৱা যায়। পিছৰ যুগৰ গায়কসকলৰ মাজত মহাকাব্যৰ আখ্যান পঢ়োতে পোনতে কল্যাণকৰ বেদ-স্তুতি পাঠ কৰি লোৱাটো নিয়ম আছিল। এই দানস্তুতিবোৰ অতীত আৰু বৰ্তমানৰ পৰম্পৰাৰ মাজত থকা যোগসূত্ৰ। লগতে এইবোৰৰ উদ্দেশ্য আছিল সমসাময়িক কালত বদান্যতাৰ উদ্ৰেক কৰা। গীতৰ এনে যোগসূত্ৰবোৰেই পৰম্পৰা-বোৰ বহুকাল ধৰি জীৱিত থকাৰ এটি ঘাই কাৰণ। ব্ৰাহ্মণক দান দিয়াটো বিশেষ গুৰুত্বপূৰ্ণ কাম বুলি হোৱা ধাৰণাটো এইবিলাক স্তুতিৰপৰাই উদ্ভৱ হৈ পিছৰ যুগৰ বুৰঞ্জীত অধিকতৰ গুৰুত্বপূৰ্ণ হৈ পৰিল।

এতিয়া পণিসকলৰ কথালৈ আহোঁ। এওঁলোক আৰ্যসকলৰ ভেৰোণীয়া, ধনী, আক্ৰোহী, বিশ্বাসঘাতকী শত্ৰু আছিল। এওঁলোকৰ ঐশ্বৰ্যৰ ভাণ্ডাৰ লুট হৈছিল বুলি ঋকৃবেদত উল্লেখ আছে (2. 24 6-7)। আগতে কৈ অহা মতে শেহলৈ দুয়োচাম লোকৰ মাজত ( কাম-কাজত ) বুজা-পৰা হৈছিল, কাৰণ তেতিয়া আৰ্যসকলৰো কিছুলোক গৈ এওঁলোকৰ দৰে বণিকত পৰিণত হৈছিলগৈ। তেতিয়া আৰ্যসকলৰ ঘাই শত্ৰু পণিবিলাক নাছিল, আছিল দসীয়ু বা দাসসকল। এই শব্দই শেহলৈ slave বা helot অৰ্থত ব্যৱহৃত হৈছিলগৈ। slave আৰু helot শব্দৰ দৰেই এই শব্দৰো উৎপত্তি জাতি বা স্থানৰ নামৰপৰা। দসীয়ুসকলৰ নিজৰ ৰজা আছিল।

ৱশ অশ্ব্য (RV. 8. 46. 32) নামৰ এজন পুৰোহিতে বলবূথ আৰু তৰুক্ষ ( অথবা কেৱল বলবূথ তৰুক্ষ ) নামৰ দাস ৰজা দুজনৰপৰা এশটা উটৰ দান গ্ৰহণ কৰিছিল। সেই একেটা স্তোত্ৰৰ আদিতে কবিয়ে কানীত পৃথুশ্ৰৱস নামৰ আৰ্য নামধাৰী এজন লোকৰ মহানুভৱতাৰ প্ৰশংসা কৰিছে। আন এঠাইত আমি এজন ব্ৰাহ্মণে দুয়ো পক্ষৰে লগত লেন-দেন কৰাৰ, কথা পাওঁহক। অৱশ্যে দাসসকলক সাধাৰণভাৱে বৰ ভাগ্যৱান বুলিব নোৱাৰি, কাৰণ তেওঁলোকৰ আগৰ ৰজাসকলক ইন্দ্ৰৰ দ্বাৰা বিধ্বস্ত দানৱৰ ৰূপতহে দেখোঁ। তাৰে ভিতৰত বৃত্ৰক আৰ্যৰ সাধাৰণ বাধা বা শত্ৰু হিচাপে ব্যাখ্যা কৰি অহা হৈছে। ঋক্‌বেদত (RV L. 51. 6) অৰ্বুদক ইন্দ্ৰই পদদলিত কৰাৰ বৰ্ণনা আমি পঢ়িবলৈ পাওঁহক, আন ঠাইতো তেওঁৰ উল্লেখ আছে। বৰ্ণনাৰপৰা আমি তেওঁক দাস বুলিহে ধৰিব পাৰো। আন একো পৰিচয় তেওঁৰ পাবলৈ নাই। ঋক্‌বেদত (RV 1 103 8 1, 1. 1043) উল্লিখিত 'কুয়ব' বুলিবৰ এজন লোকৰ নামৰ অন্য আক্ষৰিক অৰ্থ 'বেয়া যৱ ( বালি )' অৰ্থাৎ 'বনৰীয়া যৱ', অথবা কম পৰিমাণৰ খেতিৰ শস্য। কুযব আৰু দসীযু নমুচীক একে যেন বোধ হয। নমুচিৰ লগত ইন্দ্ৰৰ এখন চুক্তি হৈছিল। পিছে ইন্দ্ৰই কোনো উপায়েৰে ছলনা কৰি তেওঁৰ মুণ্ড ছেদন কৰে। আদিতে নমুচি দুখন নদীৰ অধিপতি আছিল, সম্ভৱতঃ এই নদী দুখন তেওঁৰ পত্নী। এওঁৰ সেনা বাহিনী ( অথবা নাৰী ) আছিল নাৰীৰে গঠিত। তাক দেখি ইন্দ্ৰৰ হাঁহি উঠিছিল। দান স্তুতিত 'ধ্ৰুশম' বুলি যিটি জনজাতীয নাম পোৱা যায়, সেইটিৰ লগত পিছৰ কালৰ পঞ্জাৱৰ লোণৰ পুং থকা অঞ্চলৰ সম্পৰ্ক আছে। ঋক্‌বেদত (RV. 2 20. 6) ইন্দ্ৰই 'দাস অৰ্শসানসৰ প্ৰিয় মুণ্ড ছেদন' কৰাৰ উল্লেখ আছে। প্ৰিয় হোৱাৰ কাৰণ কি তাক ক'ব নোৱাৰি। সম্ভৱতঃ ঋষি গৃৎসমদৰ অন্তৰত এই দানৱৰ[৬] প্ৰতি সহানুভূতি উদয হৈছিল।

---

(৬) ইন্দ্ৰই অত্যান্ত বন্ধুস্থানীয় লোকৰো মুণ্ডছেদন কৰা কাৰ্যৰপৰা এইবোৰ উপাখ্যান বিশেষ তাৎপযপূৰ্ণ হৈছে। এবাৰ তেওঁ অনাৰ্য বিষ্ণু আৰু আন এবাৰ অগ্নি পুৰোহিত ( অগ্নিহোত্ৰ ) দধ্যঞ্চ আথৰ্বণক বধ কৰে। পিছৰজনৰ অশ্বমুণ্ড ( যজা নাসত্যস সকলে এই মুণ্ড স্থাপন কৰিছিল) আছিল। দুৰ্ঘটনাৰ পিছত নাসত্যসসকলে পূৰ্বৰ মুণ্ডকে সংস্থাপন কৰে। এইদৰে কটা অশ্বমুণ্ডটো শৰ্যণাৱত নামৰ পুখুৰীত পেলাই দিয়ে—তাৰপৰা ই মাজে সময়ে উঠি আহি ভৱিষ্যতবাণী কৰে। এই কথাই আমাক মনত পেলাই দিয়ে ডেনমাৰ্কত খান্দি উলিওৱা এটা অশ্বমুণ্ডলৈ; প্ৰাচীন ক্ষুদ্ৰ-পুখুৰী খান্দি এই অশ্বমুণ্ড পোৱা গৈছিল। সেইদৰে গছ-গছনিৰে শোভিত ডেনীচীয় কুণ্ডৰ অক্ষত ঘোঁৰাৰ জকাবোৰৰ লগতো পুৰণি ভাৰতৰ অশ্বমেধ যজ্ঞৰ মিল দেখা যায়। ই আকৌ যজ্ঞৰ পৰিবেষ্টিত উৰধ্য গোহক গাতলৈও মনত পেলায়; তাত নাড়ী-ভুক আৰু সাৱধানে গুচোৱা বিচ্ছিন্ন হাড় সমৰ্পণ কৰা হৈছিল। অশ্ব আৰ্যসকলৰ পশু। গতিকে শেহতীয়া উপাখ্যানবোৰৰ সৈতে সহজে শিৰচ্ছেদিত অনাৰ্য ৰাক্ষসসকলৰ সম্পৰ্ক স্থাপন কৰা টান।

ঋক্‌বেদৰ প্ৰথম মণ্ডলত (RV. L. 51. 11) ইন্দ্ৰই সুষ্ণৰ শক্তিশালী দুৰ্গ ভাঙি দিয়াৰ কথা উল্লিখিত হৈছে। এনে বৰ্ণনা (RV. 8. 1. 28) অষ্টম মণ্ডলতো আছে। সুষ্ণক খৰাং বতৰৰ অধিষ্ঠাতা দানৱ বুলিব পাৰি ; কিন্তু এই অৰ্থ গ্ৰহণ কৰিলে 'পুৰ' শব্দৰ অৰ্থ ধৰা টান হৈ পৰে। ('পুৰ' শব্দৰ সাধাৰণ অৰ্থ সংৰক্ষিত স্থান বা দুৰ্গ।) অৱশ্যে কোনো বসতি অঞ্চল ধ্বংস সাধনৰ দ্বাৰা ভেঁটা দিয়া পানী মুকলি কৰা বুলি ধৰিলে তাৰ অৰ্থৰ তেনে বেমেজালি নঘটে। পিপ্ৰু দানৱৰো তেনেকুৱা এখন সুসংৰক্ষিত 'পুৰ' ইন্দ্ৰই ধ্বংস কৰিছিল (RV. 1 51 5. 6. 20. 7)। আৰ্য ঋজিশ্বনে সেই পুৰৰ ঐশ্বৰ্য লাভ কৰে। এনেকুৱা শত্ৰুসকলৰ ভিতৰত বিখ্যাত আছিল ৱচিনৰ মিত্ৰ সম্বৰ। সম্বৰ বহুতো পুৰৰ অধিপতি আৰু দি'ৱদাসৰ শত্ৰু আছিল। দি'ৱদাসৰপৰাই আমি ঋক্‌বেদৰ ঐতিহাসিক স্তৰত প্ৰৱেশ কৰোঁ। তাৰ পিছৰপৰা আমি দেৱদানৱৰ যুদ্ধৰ কথা নাপাওঁহক। মানৱীয় যোদ্ধা-প্ৰতিযোদ্ধাৰ ভিতৰত সংঘৰ্ষ হোৱাৰ কথাহে পঢ়িবলৈ পাওঁ। দি'ৱদাস কোনো পুৰৰ অধিপতি নাছিল। তেওঁৰ সতি-সন্ততিয়ে কোনো 'পুৰ' অধিকাৰ কৰিছিল বুলিও আমি বেদৰপৰা জানিবলৈ নাপাওঁ।

ইন্দ্ৰ হৈছে পুৰন্দৰ, কিন্তু, ইন্দ্ৰ অথবা ইন্দ্ৰৰ অন্যান্য অনুগামীক কোনো পুৰাধিপতি বা পুৰনিৰ্মাতা বুলি পঢ়িবলৈ পোৱা নাই। তেওঁলোকৰ কোনেও কোনো গৃহাদি নিৰ্মাণ কাৰ্য কৰা নাছিল। ঋক্‌বেদ'ত 'ইষ্টা' বা 'ইটা' শব্দটো পাবলৈ নাই, পিছৰ বেদবোৰতহে তাৰ উল্লেখ আছে। তাকো যজ্ঞৰ বেদী নিৰ্মাণৰ বাবেহে সেইবোৰৰ ব্যৱহাৰ কৰা হৈছিল। আৰ্যসকলৰ বসতিৰ নিয়মিত গোট আছিল গ্ৰাম। গ্ৰামৰ অৰ্থ তেতিয়াৰেপৰা গাওঁ। কিন্তু এই শব্দৰ অৰ্থ ওৰে নিশাৰ শিবিৰো বুলিব পাৰি। ঋক্‌বেদীয় যুগৰ লোকসকলে সিন্ধুনগৰবোৰ ধ্বংস কৰিছিল যদিও সেইবোৰ পুনৰাধিকাৰ কৰাৰ কোনো জ্ঞাতব্য সংবাদ সেই গ্ৰন্থত থৈ যোৱা নাই। তেওঁলোকে নিজে কোনো নতুন নগৰ নিৰ্মাণ কৰা নাছিল, কাৰণ, পশুপালক আক্ৰমণকাৰীৰ বাবে নগৰৰ প্ৰয়োজন ক'ত? গতিকে আৰ্যসকলে সমাজলৈ যোগোৱা বৰঙণি কিছুদূৰ নেতিবাচকো আছিল। তাৰ সম্ভৱতঃ আধা হেজাৰ বছৰৰ পিছতহে তেওঁলোকৰ নতুন উৎপাদন পদ্ধতিৰ উৎকৰ্ষৰ ভেটিত সমাজত নকৈ নগৰ সজা সম্ভৱপৰ হৈ উঠিছিল। প্ৰাচীন সিন্ধু সমাজে গঢ়া বহুত সম্পদেই ধ্বংসৰ বুকুত বিলীন হৈ গৈছিল।

ঋক্‌বেদৰ পিছৰ যুগত আৰ্য আৰু প্ৰাক্-আৰ্য বা অনাৰ্যসকলৰ মাজত ঘটা সংমিশ্ৰিত পুনৰ গঠনৰ বাতৰি আমি পাওঁহক। এই নতুন জনজাতিবোৰৰ মাজত

তেতিয়া প্ৰবল আত্ম-কন্দল আৰম্ভ হৈছিল। দি'ৱদাস শব্দৰ অৰ্থ 'স্বৰ্গৰ দাস'; কিন্তু 'দাস' শব্দটিয়ে তেতিয়া অনাৰ্যকহে বুজাইছিল। 'দিৱদাস' শব্দৰ অৰ্থই অকল স্বৰ্গৰ প্ৰতি কাবোবাৰ বিমূৰ্ত ভক্তিয়েই নুবুজাইছিল, দাসক আৰ্য সমাজ-ভুক্ত কৰাৰ কথাও বুজাইছিল। তেতিয়া ঋক্‌বেদত একাধিক দিৱদাসৰ উল্লেখ থকা সম্ভৱপৰ; সৰ্বজনবিদিতজন আছিল 'অতিথি-গ্ব' অৰ্থাৎ এই লোকজনৰ গৰুবে য'তে ত'তে চৰিব পাৰে। তেওঁৰ উত্তৰাধিকাৰী ৰজা সুদাস পৈজৱন . সুদাস শব্দক পিছলৈ সুদাম বলা হৈছিল। আগতে এই শব্দই 'ভাল দাতা' বুজাইছিল। পৈজৱনৰ লগে লগেই আমি ঋক্‌বেদৰ শেহ স্তৰৰ বৃহত্তম ৰাজনৈতিক বিপৰ্যযৰ যুগত ভৰি দিওঁ। এই ৰাজনৈতিক ঘটনাই হ'ল 'দহ ৰজাৰ' বিৰুদ্ধে হোৱা সংগ্ৰাম। এই দহ ৰজা জনজাতীয় নামেৰেহে জনাজাত, তাৰে কিছুমান নাম আৰ্য বুলি ধৰিব পাৰি। সুদাস জনজাতিৰ নাম 'তৃৎসুস,—এও'লোক ভৰতসকলৰ এটা ডাল মাথোন। এই ভৰতসকলৰপৰাই 'ভাৰত' নামৰ উৎপত্তি। এই যুদ্ধৰ কথা সপ্তমমণ্ডলৰ এঠাইত প্ৰসঙ্গক্ৰমে বাৰেপতি উল্লেখিত হৈছে ( RV 7 83 6 )। কিন্তু তাৰ বিশেষ বৰ্ণনা পোৱা যায় সেই মণ্ডলৰে আন এঠাইত ( RV 7 18 )। যুদ্ধত পৰাজিত শত্ৰুসকল হ'ল শিমীযু, তুৰ্বশ যক্ষু, মৎস্য ভৃগ্যু, দ্ৰুহীয়ু, পকৃথ ভলান অলিন আৰু ৱিষাণিন। ইযাৰে ভিতৰত মৎস্য শব্দৰ অৰ্থ মাছ, অলিন শব্দৰ অৰ্থ মৌমাখি। দুযোটাই টোটেম। ৱিষাণিন শব্দৰ অৰ্থ শিঙাল, এই শব্দই সিন্ধুমোহৰৰ শিঙাল দেৱতাবোৰৰ কথা মনত পেলাই দিযে। মেছোপটেমীযাৰ শিঙাল মুকুটৰ কথাও ই আমাক স্মৰণ কৰোৱাই দিযে। 'পবিত্ৰ' অৰ্থাৎ 'শিৱাসস' বুলি অভিহিত কৰিলেও এও'লোকক অনাৰ্য যেনহে বোধহয। ঋষিৰ মতে 'আৰ্যসকলৰ মাজিয়াৰ অতিথি' জনে ( ইন্দ্ৰই ) তৃৎসুসক সহায কৰিছিল। ঋক্‌বেদৰ সপ্তম মণ্ডলত ( RV. 7. 83. 1 ) দাস আৰু আৰ্য শত্ৰুবিলাকৰ বিৰুদ্ধে ৰজা সুদাসক সহায় কৰিবৰ বাবে ইন্দ্ৰলৈ আহ্বান জনোৱা হৈছে। লাছেন আৰু আন আন পণ্ডিতসকলে আলেক্‌জেণ্ডাৰৰ সমসাময়িক গ্ৰীক পণ্ডিতসকলে উল্লেখ কৰা উক্ত অঞ্চলৰে পক্‌থেসসকল আৰু আধুনিক পখটুনসকলক ( পাঠান ) ওপৰোক্ত পকৃথ জনজাতি বুলি অভিহিত কৰিছে। ঋক্‌বেদৰ সপ্তম মণ্ডলত (RV 7. 18. 13) মৃধ্ৰৱাক অৰ্থাৎ কুবচন কওঁতা পূৰসৰ বিৰুদ্ধে তৃৎসুসে যুদ্ধত জয়লাভৰ প্ৰাৰ্থনা কৰাৰ উল্লেখ আছে, আৰু আলেক্‌জেণ্ডাৰৰ সময়লৈকে এই জনজাতি থকাৰ প্ৰমাণ পোৱা যায়। সম্ভৱতঃ 'পূৰী' নামৰ আধুনিক পঞ্জাবী উপাধিৰ ভিতৰতো সেই নামৰ চিন আছে। মেচিডনীয়সকলে পৰাজিত কৰা পোৰস আৰু একে নামৰ তেওঁৰে এজন

ভাগিনৰ উল্লেখৰপৰা ধৰিব পাৰি যে গোটৰ বাহিৰৰ মানুহবোৰে তেতিয়াও উক্ত জনজাতিৰ দলপতিজনক জনজাতিটোৰ নামেৰেই মাতিছিল। পোৰ্‌স নামৰ এজন ৰজাই আগষ্টছ চীজাৰৰ গুৰিলৈ এজন ৰাজদূত পঠাইছিল বুলি ষ্ট্ৰাবোৱে উল্লেখ কৰিছে ( Strabo 15. 1. 73 ; Pandion 15. 1. 4 ) ওপৰোক্ত দহোটি নামৰ ভিতৰত ভৃগুৰ নামেই আটাইতকৈ আচৰিত। শব্দতত্ত্বৰ দৃষ্টিৰপৰা 'ফ্ৰীজিয়ান' শব্দৰ ই সমাৰ্থক, কিন্তু ভাৰতবৰ্ষত এটি ব্ৰাহ্মণ বংশৰ* নাম বুজাবলৈহে আজিকালি ব্যৱহৃত হয়। এই বংশটি ঋকৃবেদৰ পিছৰ যুগত বৰ বিখ্যাত হৈ পৰে। ঋকৃবেদত ভৃগুসকলৰ ৰথৰ কথা বৰকৈ প্ৰশংসা কৰা হৈছে। এই নামৰ অৰ্থ 'কুমাৰ' বুলিও ধৰিব পাৰি, কাৰণ, পালি ভাষাত কিছুকাল ধৰি এই শব্দ এনে অৰ্থতহে ব্যৱহৃত হৈছিল। আদিতে মূল আৰ্য জনজাতি মুঠতে পাঁচোটি আছিল বুলি অনুমান হয় ( পঞ্চ জনাঃ বা পঞ্চ কৃষ্টয়ঃ )। ক'তো স্পষ্টভাৱে নকলেও বাৰে বাৰে উল্লেখ কৰা এই পঞ্চ জনসমূহেই গোটেই আৰ্যসমাজখনৰ সমাৰ্থক।

ওপৰোক্ত সাংঘাতিক যুদ্ধৰ কাৰণ—পানী। ঋকৃবে'দত ( RV. 7 18 8 ) আৰু সায়নৰ ঋকৃবেদৰ টীকাত ( RV. 7 18 5 ) কোৱা হৈছে যে—যিবিলাক মূৰ্খই পৰুষ্ণীৰ ( ৰাবিৰ এটা সুঁতি ) ধাৰা সলাব খুজিছিল, সিহঁতক পৰাস্ত কৰা হ'ল। যুদ্ধত পৰাক্ৰম দৰ্শোৱাৰ নতুন আদৰ্শ আৰ্যসকলে চৰম লক্ষ্য বুলি গ্ৰহণ কৰাৰ ফলত নিজৰ কাৰণেই নিজৰ জীৱনো লাহে লাহে দুৰ্বহ হৈ পৰিবলৈ ধৰিলে। গতিকে তেওঁলোকে পূবফালে যাত্ৰা আৰম্ভ কৰিলে। দশৰজাৰ যুদ্ধত বিজয়ী ভৰতসকলেও এই যাত্ৰাত নিজে ভাগ ল'লে। নতুন আক্ৰমণকাৰীৰ ভয়তে হওক, অথবা অধিক

---

* ঋকৃবেদত উল্লিখিত 'শিগ্ৰুম' সকলো ( RV. 7. 18. 19 ) সুদাসৰ শত্ৰু। এওঁলোকৰ একেনামৰ এটি ব্ৰাহ্মণ গোত্ৰ আজিও আছে। অৱশ্যে যাই গোত্ৰ তালিকাত তাৰ উল্লেখ নাই। মথুৰাৰ শৈগ্ৰৱ গোত্ৰ ( Lüders, No 82 ) এই প্ৰসঙ্গত উল্লেখযোগ্য। শিগ্ৰুক Moringa pterygosperma বুলি চিনাক্ত কৰা হৈছে। এইজোপা গছ এবিধ মূলা; সংস্কৃতত শোভাঞ্জন বোলা হয়। ইয়াৰ গছৰ শিপা আৰু পাত মানুহে খায়। যদি এই অৰ্থ ভুল হোৱা নাই, তেন্তে লেটিন নামৰপৰা ধৰিব পাৰি যে—গছজোপা drum stick গছ আৰু ইয়াৰ মাহৰপৰা ভাল তৰকাৰী হয়। মনুসংহিতাত ( Ms. 6. 14 ) ত বানপ্ৰস্থীৰ বাবে এই গছ নিষিদ্ধ কৰা হৈছে। তাৰ লগতে কাঠফুলাৰো উল্লেখ আছে। নিষিদ্ধ কৰাৰ কাৰণ কি তাকহে দিয়া হোৱা নাই। কিছুমান কাঠফুলাৰ দৰে ই সম্ভৱ বিহগছ নহয়। টীকাকাৰৰ মতে হিমালয় অঞ্চলৰ বলৃথৰ বিখ্যাত শাক হ'ল শিগ্ৰুকস। নামটোৱেই আহাৰ টোটেমৰ আভাস দিয়ে। সম্ভৱতঃ তাৰপৰাই তৈগ্ৰুৰ উৎপত্তি।

সুন্দৰ ঘাঁহনিৰ সন্ধানতেই হওক, তেওঁলোকে এনে যাত্ৰা আৰম্ভ কৰিছিল। ২০০ খৃঃ পূঃ মানত বৈয়াকৰণিক পতঞ্জলিয়ে কৰা ৰচনাত অতিৰিক্ততা বা অত্যুক্তিৰ ( redundancy ) উদাহৰণ দিবলৈ 'পূবৰ ভৰতসকলৰ' কথা উল্লেখ কৰিছে। কাৰণ, পূৰ্বদিশৰ বাহিৰে ক'তো ভৰতসকলক পাবলৈ নাই। তেতিয়া পূব মানে গঙ্গা উপত্যকাৰ এছোৱা। গতিকে ভৰতসকল পূৰ্বৰ বিৰাট বিজয়ৰ ক্ষেত্ৰৰপৰা তেতিয়া ভালেমান দূৰ আঁতৰি গ'ল।

৪৪, ১৭৫০ খ্ৰীঃ পূঃ মানত যিসকল আৰ্য আক্ৰমণকাৰীয়ে সিন্ধু নগৰ দুখন আক্ৰমণ কৰিছিল, সেইসকল আৰ্যৰ লগত ( ১০০০ খৃঃ পূঃ মানৰ ভিতৰতে ) পঞ্জাৱৰপৰা পূব দিশে আগবঢ়া আৰ্যসকলৰ ভালেমান অমিল। দুৰ্ভাগ্যবশতঃ আৰ্যসকলৰ যাত্ৰাবোৰৰ কালক্ৰম নিৰ্ধাৰণ কৰা একোপধ্যেই সম্ভৱপৰ নহয়। তেওঁলোকে হাতী আৰু ম'হ লাহে লাহে ঘৰচীয়া কৰিবলৈ লৈছিল, অথবা কৰিবৰ উপক্ৰম কৰিছিল। তেওঁলোকৰ ৰথ, ঘোঁৰা, গৰু আদি আগৰ নিচিনাই আছিল, মাথোন তেও'লোকৰ গৰুৰ পালত সিন্ধু উপত্যকাৰ কুঁজা গৰুৰ সংখ্যাই সৰহ হৈছিলগৈ। এঠাইৰপৰা আন ঠাইলৈ যাও'তে বাটত সকলো ধৰণৰ থিতাতে পোৱা খাদ্য অত্যাৱশ্যকীয় হৈ পৰিছিল, সেইদৰে সস্তীয়া ধাতুৰ লোও আৱশ্যকীয় হৈছিল। প্ৰায় ১০০০ খ্ৰীঃ পূঃ মানৰ ভিতৰতে তেও'লোকে এই লোৰ সন্ধান পাইছিল। নাঙলৰ ব্যৱহাৰৰ ফলত ইফালে খাদ্য-শস্যৰ উৎপন্ন বৃদ্ধি হৈছিল, আনহাতে তেও'লোকে সিন্ধু উপত্যকাৰ মানুহৰপৰা শিক্ষা লৈ কুমাৰ, তাঁতী, বাঢ়ৈ আৰু আন আন কাৰিকৰৰ বিদ্যাও আয়ত্ত কৰি লৈছিল। পিছে ৰাহি খাদ্য শস্য অথবা পণ্য দ্ৰব্যৰ বিনিময়ৰ অবিহনে এনে ধৰণৰ উৎপাদন অৰ্থহীন আছিল, আৰু সেই কাৰণেই তেও'লোকে নতুন সমাজ সংগঠন কৰিছিল। এই নতুন সংগঠিত সমাজেই পোন-প্ৰথমতে এনে শ্ৰমৰ যোগান ধৰিছিল—যি শ্ৰমৰ ৰাহিখিনি সহজে উচ্চ শ্ৰেণীয়ে নিজৰ অধিকাৰলৈ আনি তাৰ সহায়েৰে সিন্ধু উপত্যকাৰ দাঁতি-কাষৰীয়া অঞ্চলত বসতি বিস্তাৰ কৰিব পাৰিছিল। এই সংগঠনৰ কথা যে মিছা নহয়, তাক ৩৩০ খ্ৰীঃ পূঃত লেখা গ্ৰীক বুৰঞ্জীবিদৰ বৰ্ণনাৰপৰা জানিব পাৰি; তাৰপৰা পঞ্জাৱত কেইটামান আৰ্য জনজাতিয়ে বেহা-বেপাৰৰ লেনদেন আৰু ৰাহি-বিনিময়ৰ ব্যৱস্থা কৰিব নোৱাৰি আদিম বৈদিক জনজাতীয় সমাজৰ প্ৰাচীন জীৱন ধাৰণৰ স্তৰতে মুজুৰা লাগি ক্ৰমাৎ ক্ষয়িষ্ণু হৈ পৰিছিল বুলি ধৰিব পাৰি।

'ছপেইথেচ'সকলৰ দেশত এটা লৱণ-পৰ্বত আছে বুলি কোৱা হয়। এই পৰ্বতে সমগ্ৰ ভাৰতবৰ্ষকে লোণ বিলাব পাৰে। ওচৰৰ আন আন পৰ্বততো

সোণ-ৰূপৰ ভাল খনি আছে,—এই কথা খনিজ বিদ্যাবিদ্ গৰগছে পৰীক্ষা কৰি জানিব পাৰিলে। পঞ্জাবৰ ভাৰতীয়সকলে খনি খানিব আৰু অশোধিত ধাতু গলাব নেজানে ;—গতিকে তেওঁলোকে নিজৰ সম্পদবো ভু নেপায়। তেওঁলোকে কৰা 'আদান-প্ৰদানৰ ধৰণো অতি সৰল' ( ষ্ট্ৰাবো, ১৫, ১, ৩০ )। 'আন কিছুমান জনজাতিৰ মাজত আকৌ যু'জত বিজয়ী মালক পুৰস্কাৰ স্বৰূপে কুমাৰী দান কৰা প্ৰথা আছে। অৱশ্যে এনে কুমাৰীৰ লগত যৌতুক দিয়া নহয়। আন কিছুমান জনজাতিৰ মাজত আকৌ উমৈহতীয়াভাৱে মাটি কৰ্ষণ কৰা প্ৰথা আছে। শস্য ছপাবৰ সময়ত প্ৰত্যেকজন লোকেই বছৰটো চলিবৰ বাবে তাৰে একো একোটা ভাগ ভাৰ বৈ লৈ যায়। বাকীখিনি উৎপন্ন জ্বলাই দিয়া হয়' ( Strabo 15 ·1 66 )।

আৰ্যসকলে পূৰ্বতে উল্লিখিত নবীন সংগঠনৰ বলত বাটত লগপোৱা সকলো আদিবাসীকে সমাজভুক্ত কৰি ল'বলৈ সমৰ্থ হৈছিল। বহুবিবাহৰ ফলতো আৰ্য-অনাৰ্যৰ সংমিশ্ৰণ ঘটিল। কিছুমান সিন্ধু উপত্যকাৰ লোক জনশূন্য ঠাইলৈ পলাই গৈ তাত কিঞ্চিৎ পৰিমাণে হলেও উন্নত কৌশল আৰু সংস্কৃতিৰ প্ৰৱৰ্তন কৰাৰ বিৰাট সম্ভাৱনা নুই কৰিব নোৱাৰি। কিন্তু প্ৰধানতঃ আৰ্যসকলেই নিজৰ অৱস্থা টনকিয়াল কৰি সাধাৰণভাৱে বসতি অঞ্চলৰ প্ৰসাৰ কৰি সেই ব্যৱস্থাৰ প্ৰচলন কৰিছিল। বসতি অঞ্চলৰ নতুন জনজাতীয় নাম আৰু গাইগুটীয়া মানুহৰ নামবোৰলৈ মন কৰিলে দেখা যায়, আৰ্যসকলৰ (জাতিগত) প্ৰসাৰতকৈ তেওঁলোকৰ উৎপাদন কৌশল আৰু জীৱন-যাত্ৰা পদ্ধতিৰহে ( ইয়াৰ ভিতৰত ভাষাকো ধৰিব লাগিব, কাৰণ আদিম লোকে অত্যাৱশ্যকীয় বুলি বিবেচনা কৰা আৰ্য পূজা-পদ্ধতি গ্ৰহণ কৰাৰ লগে লগে সেই ভাষাও লৈছিল) প্ৰসাৰ ঘটিছিল। কাৰণ, আদিবাসী-সকলে আৰ্যসকলৰ অনুষ্ঠানৰ লগত গভীৰভাৱে জড়িত থকা নতুন উৎপাদনৰ আহিলাবোৰকো অত্যাৱশ্যকীয় বস্তু বুলি গ্ৰহণ কৰিছিল। গঙ্গা-যমুনাৰ ( যুগল নদী ) উল্লেখ ঋক্‌বেদত পোৱা নাযায় বুলিলেই হয়। অথচ গঙ্গা-যমুনা অঞ্চলেই পৰৱৰ্তী আৰ্য সংস্কৃতিৰ হৃদয় স্বৰূপ। কিন্তু ক্ৰমাৎ লোপ পাবলৈ ধৰা সৰস্বতীৰ পাৰত অনুষ্ঠিত যজ্ঞবোৰ আৰ্যসকলে বহুতদিনৰ পিছলৈকে বিশেষ পুণ্যকৰ্মৰ আধাৰৰূপে গণ্য কৰি আছিল।

উৎপাদনৰ ক্ষেত্ৰত মানৱ সম্পৰ্কৰ যি ঘাই পৰিবৰ্তন সাধিত হ'ল, সেই পৰিবৰ্তন হ'ল বিজিত দাস লোকসকলেৰে গঠিত এটি অধীন শ্ৰেণীৰ সৃষ্টি। তেতিয়াৰপৰা এই দাস শব্দ একপ্ৰকাৰ 'helot' ৰ অৰ্থত ব্যৱহৃত হ'বলৈ ধৰিলে। এনে দাসৰ দীক্ষা অথবা অৱধাৰণ কৰাৰ অধিকাৰ নাছিল। দাসৰ সম্পত্তিও নাছিল, কাৰণ

এই দাসসকল সমগ্র আৰ্যজাতিটোৰে সম্পত্তি বুলি পৰিগণিত হৈছিল। দাস আৰু গৰুৰ মৰ্যাদা প্ৰায় সমতুল্য আছিল। ঋকবেদৰ কবিসকলৰ বৰ্ণনাত ৰজাই গৰু, ঘোঁৰা আৰু দাস ভাগ কৰি দিয়াৰ কথা পোৱা যায়। পশু শব্দটোৰ অৰ্থ জন্তু; বিশেষ অৰ্থত ই সদায় গৰুক বুজায় ( গৰুক বন্ধাটো নিয়ম )। পশু শব্দটো সাধাৰণতে জন্তুৰ ক্ষেত্ৰত, বিশেষকৈ ( ৰচিৰে বান্ধি থোৱা ) গৰু ম'হৰ ক্ষেত্ৰত ব্যৱহৃত হোৱা দেখা যায়। কিন্তু ঋক্‌বে'দৰ এঠাইত ( RV. 3 62 14 ) মানুহতো ব্যৱহৃত হৈছে; এই শ্লোকত দুঠেঙীয়া আৰু চাৰিঠেঙীয়া পশুৰ কথা উল্লেখ কৰা হৈছে। গ্ৰীকসকলেও ঠিক একেদৰেই দাসসকলক andrapodon আৰু পশুক tetrapodon বুলি উল্লেখ কৰিছে। 'দাস' কিন্তু Chattel slave বা প্ৰভুৰ সম্পত্তি নহয়। কাৰণ, আৰ্যসকলৰ মাজত তেতিয়াও ব্যক্তিগত সম্পত্তি ভালদৰে বিকাশ হোৱা নাছিল, আৰু সেই হিচাপে বেপাৰৰ বাবে বিপুল পণ্য দ্ৰব্য আৰু ৰাহি শস্যও উঁৎপাদন হোৱা নাছিল। গৰু একেলগেই চৰোৱা ব্যৱস্থা আছিল, আনকি হালো প্ৰায় সমূহীয়াভাৱে বোৱা হৈছিল। সেইবাবে দাসকো সমূহীয়া জনজাতীয় সম্পত্তি কৰাটো বিশেষ একো অযুক্তিকৰ কথা নাছিল। যেতিয়া জনজাতীয় কৰ্তৃপক্ষই কিছুমান নিৰ্দিষ্ট উপদলক শ্ৰম কৰাবৰ বাবে এটি বা ততোধিক সংখ্যাৰ গোটত দাস ভগাই দিবলৈ ধৰিলে তেতিয়া ব্যক্তিগত সম্পত্তি উৎপত্তি হোৱাৰ পথ সুচল হ'ল আৰু বিভিন্ন পৰিয়ালৰ গোটৰ হাতলৈ সম্পত্তিৰ অধিকাৰ গ'ল, মন কৰিবলগীয়া কথা, এনে অৱস্থাত সমূহীয়া সম্পত্তি নাছিল। অনুমান হয়, এই দাসবিলাক সিন্ধু উপত্যকাৰ নগৰসমূহত ৰাহি উৎপাদন কৰা বাসিন্দাসকলৰ বংশধৰ; সম্ভৱতঃ বল প্ৰয়োগ নকৰাকৈ ধৰ্মৰ সহায়েৰে বা তেনে ধৰণৰ উপায়েৰে এওঁলোকক নতুন ব্যৱস্থা গ্ৰহণ কৰোৱা হৈছিল। ভাৰতবৰ্ষত জাত প্ৰথাৰ আৰম্ভণি এইদৰেই হয়। আমাৰ দেশত বৰ্ণ শব্দটি ব্যৱহাৰ কৰা হয়, বৰ্ণৰ অৰ্থ ৰঙ। দাস বা দসীয়ুসকল ক'লা বৰণৰ লোক বুলি সাধাৰণতে কোৱা হয়; গতিকে এই শব্দটিৰ ব্যৱহাৰ যুক্তিসম্মত আছিল। আৰ্যসকলৰ বৰণ বগা আছিল; বগা ন'হলেও বগা চানেকীয়া আছিল বা ক'লা নাছিল।

মেছোপটেমীয়াৰ দৰেই সিন্ধু উপত্যকাৰ দাস প্ৰথা যদি একে ধৰণৰ আছিল বুলি ধৰা যায়, তেন্তে আৰ্য বিজয়ৰ পিছত ভাৰতীয় সমাজৰ বিকাশ সম্পূৰ্ণভাৱে স্বাভাৱিক আছিল বুলিয়েই ক'ব লাগিব। মেছোপটেমীয়াত দুই শ্ৰেণীৰ দাস আছিল। প্ৰথম শ্ৰেণীটোৰ দাসসকল "আদিতে যুদ্ধ বন্দী, ঋণ পৰিশোধ কৰিব নোৱাৰা লোক অথবা জন্মদাস-যিয়েই নহওক কিয়, তেওঁলোকে তিনি উপায়েৰে

প্ৰভুত্বজনিত দাসত্বৰপৰা মুক্তি লাভ কৰিব পাৰিছিল। প্ৰথম উপায় হ'ল—নিজ সম্পত্তিৰ বলেৰে ঋণ শোধ কৰা; দ্বিতীয় উপায় হ'ল কোনো জ্ঞাতিৰ হতুৱাই মুক্তিৰ দাম দিওৱা; তৃতীয় উপায় হ'ল গৰাকীয়ে নিজে দাসজনক তুলি লোৱা।" যদি পুৰুষ-স্ত্ৰী নিৰ্বিশেষে এনে দাসে কেতিয়াবা মুক্ত মানুহক বিয়া কৰায় তেন্তে বিবাহৰ ফলত হোৱা সন্তান-মুক্ত হ'ব।* অৰ্থশাস্ত্ৰতো (Arthasastra 3. 13) আমি ঠিক এনে ব্যৱস্থাকে পাওঁ। বেবিলনৰ শিৰকুটু মন্দিৰৰ দাসসকল এটি জাতত পৰিণত হৈছিল; তেওঁলোকে বেহা-বেপাৰ আৰু সম্পত্তি নিযন্ত্ৰণ কৰা সত্ত্বেও এনে অৱস্থা প্ৰাপ্ত হৈছিল। কিযনো কোনো অ-শিৰকুটু লোকৰ লগত বিবাহ ঘটি যি সন্তানৰ জন্ম হৈছিল, সেই সন্তানো মন্দিৰৰে হৈছিল। ভাৰতৰ শূদ্ৰসকলৰো এনে ব্যৱস্থা। ইয়াত মন্দিৰৰ ঠাই লৈছিল আৰ্য জনজাতিয়ে অথবা তাৰ শেহৰ কালৰ তিনিটি উচ্চ আৰ্য জাতিয়ে।

সকলো দাসেই দাসত্ব ভোগ কৰি থকা নাছিল। তাৰে কোনো দাস উচ্চ শাৰীলৈ উঠি আৰ্য হৈছিল। এই কথা আগতে দৰ্শোৱা হৈছে। বৈদিক ঋষি-সকলৰ মাজত কৃষ্ণ বুলিবৰ এজন ঋষিৰো নাম পোৱা যায়। কৃষ্ণ শব্দই 'জন্মসূত্ৰে শ্বেত আৰ্য্য'ক বুজোৱা যেন বোধ নহয়। অৱশ্যে কৃষ্ণই সংস্কৃত জানিছিল। ইন্দ্ৰই ধ্বংস কৰা দুৰ্গবোৰক কৃষ্ণ-গৰ্ভাঃ বোলা হৈছে অৰ্থাৎ 'যাৰ গৰ্ভত ক'লা মানুহ থাকে।' ঋকৃবে'দৰ দশম মণ্ডলৰ ৯৬ নং শ্লোকত (RV 8. 96 13-15) সোমৰ উপাখ্যান নে কৃষ্ণ আৰু ইন্দ্ৰৰ যুদ্ধৰ পোনপটীয়া বৰ্ণনা আছে তাক ধৰা টান। পৰৱৰ্তী কালত কৃষ্ণ হ'লগৈ বিষ্ণুৰ অৱতাৰ স্বৰূপ ক'লাবৰণীয়া হিন্দু দেৱতা। ঋকৃবে'দত বিষ্ণুক ইন্দ্ৰৰ বন্ধু হিচাপেই দেখা পাওঁ, যদিওবা কাচিত কেতিয়াবা দুয়োৰে মাজত চুৰ্চ্‌ৰীয়া সংঘৰ্ষ লগাৰ বতৰাও পোৱা যায়। এই বিষ্ণু ভাৰতৰ বাহিৰৰ আৰ্য দেৱতা বুলি জনাজাত নহয়। তথাপি কৃষ্ণ আৰু ইন্দ্ৰৰ বিৰোধৰ উপাখ্যান ভাৰত-বুৰঞ্জীত থাকি গ'ল্।

ইমান কম প্ৰমাণ থকা সত্ত্বেও এই বিষয় বিবেচনা কৰিবৰ বাবে ইমান গভীৰভাৱে আলোচনা কৰাৰ একমাত্ৰ কাৰণ এয়ে যে—ইয়াৰ লগত জাত গঠনৰ, বিশেষকৈ ব্ৰাহ্মণ জাতৰ সম্পৰ্ক আছে। আনদেশৰ আৰ্য পৰম্পৰাত ব্ৰাহ্মণৰ দৰে

---

* এই বিষয়ে সবিশেষ জানিবৰ বাবে আৰু উদ্ধৃতিত যি পাঠ আছে সেই পাঠৰ কথা জানিবৰ বাবে I Mendelsohn ৰ Slavery in the Ancient Near East (New York 1949; P. 56; P 104) গ্ৰন্থ পঢ়ক। শিৰকুটুৰ কথা জানিবৰ বাবে R. P. Dongherty ৰ The Sirquter of Babylonian deties (yale or 5/2, New Haven 1923) গ্ৰন্থ পঢ়ক। লগতে দাসত্বৰ কথা সবিশেষ জানিবৰ বাবে I Mendelsohn ৰ প্ৰবন্ধ (BAS OR 89. 25—29) পঢ়ক।

এশ্ৰেণী বৃত্তিধাৰী পুৰোহিত একেবাৰে পোৱা নেযায়। পিছৰ কালত ভাৰতবৰ্ষত এই শ্ৰেণীটোৱে সকলো পূজা-পাতলৰ প্ৰায় একচেটিয়া অধিকাৰ লাভ কৰিছিল। পৰিয়ালৰ মূল-মানুহজনে কিছুমান পূজা-পাতল কৰাটো সমাজৰ সাধাৰণ নিয়ম আছিল। জনজাতিৰ মুখিয়ালজনে পশু আৰু পথাৰৰ উৰ্বৰতা আৰু মানুহৰ মঙ্গলৰ অৰ্থে এনেধৰণৰ ভালেমান কৰ্তব্য সম্পাদন কৰিব লাগিছিল। প্ৰত্যেকজন বয়সীয়া মতা মানুহেই অগ্নিৰ উপাসনা কৰিছিল, অৰু ব্ৰাহ্মণৰ সহায় নোহোৱাকৈ ইন্দ্ৰ, বৰুণ অথবা আন দেৱতাক প্ৰাৰ্থনা জনাব পাৰিছিল। গ্ৰীচ আৰু ৰোমত আমি এনে হোৱা দেখি আহিছো। লেটিনসকলৰ অগ্নি-পুৰোহিত ফ্লমেনক বহুতে ব্ৰাহ্মণৰ লগতে ৰিজাব খোজে, কিন্তু এওঁলোকক ব্ৰাহ্মণৰ লগত একে বোলা ভুল ( cf Keith in HOS 31 p 39 p 276. )। ব্ৰাহ্মণ শব্দৰ মূল ( পুং অথবা ক্লীৱ উভয় ৰূপতেই ) সম্পূৰ্ণৰূপে ভাৰতীয। আদি বৈদিক পুৰোহিত আছিল অৰ্থৱন। এওঁ ইৰাণীযসকলৰ আথ্ৰৱন। যজ্ঞ পুৰোহিতবিলাকৰো ইৰাণীয় সংস্কৰণ পোৱা যায়। হোতৃৰ দৰে অন্যান্য যজ্ঞ পুৰোহিতসকলৰো ইৰাণীয় ৰূপ এটি আছে। কিন্তু ব্ৰাহ্মণৰ নাই, ব্ৰাহ্মণৰ আৱিৰ্ভাবো বহুত পলমকৈ হৈছে। ব্ৰাহ্মণৰ আৱিৰ্ভাবে প্ৰত্যেকটি আৰ্য জনজাতিৰ ভিতৰতে নতুন শ্ৰেণী বিভাগ আৰম্ভ হোৱাৰ কথা সূচায়। জনজাতীয় ৰজাই সদায় যজ্ঞৰ বাবে দান আনিছিল। ঋক্‌বে'দৰ অন্তিম কালত এই দানবোৰক বলি কৰ বোলা হৈছিল আৰু এই দানবোৰ মুখিযালৰ বাহিৰে আনে পোৱাটো নিয়ম নাছিল ( RV 10. 173. 6 বলিহৃতঃ )। এইটোৱেই সমাজৰ নিয়মিত আভ্যন্তৰীণ কৰ আছিল। পিছৰ কালত এই কৰ স্থায়ীভাৱে বেদৰ পিছৰ কালৰ ক্ৰমবৰ্ধমান কৰৰ তালিকাত অন্তৰ্ভুক্ত হৈ পৰিল। যজুৰ্বেদৰ কথা পিছৰ অধ্যাযত আলোচনা কৰা হৈছে। এই বে'দত নিয়মিত বসতি অঞ্চলৰ কথাহে অধিক পোৱা যায; ৰাজ্যবিজযৰ কথা তাত কম। এই বে'দত আমি দেখোঁ যে প্ৰত্যেকটো জনজাতিৰ ভিতৰতে চাৰিটাকৈ জাতৰ[৭] বিকাশ হৈছিল। ব্ৰাহ্মণ, ক্ষত্ৰিয, বৈশ্য আৰু শূদ্ৰ। সেইকালত অগ্নিযজ্ঞবোৰ ইমান জটিল[৮] হৈ

(৭) ঋক্‌বে'দত ( ১০, ৯০ ) চাৰিটা জাতৰ কথা কেৱল এবাৰ উল্লেখ কৰা হৈছে, অৰ্থাৎ ব্ৰাহ্মণ, ক্ষাত্ৰিয় বৈশ্য আৰু শূদ্ৰ। এই শ্লোক পিছত সুমুৱাই দিয়া। কম উল্লিখিত আৰু অনাৰ্য বুলি পৰিগণিত আদিম 'সাধ্য' দেৱতাসকলে কৰা পুৰুষ-মেধ যজ্ঞৰপৰা চাৰিজাতিৰ উদ্ভৱ হৈছে বুলি ধৰা হয়। এই স্তুতিয়ে ক্ষমতা আৰু প্ৰথাৰ দ্বাৰা সৃষ্ট সামাজিক সংগঠনৰ বাবে ধৰ্মীয় আধাৰ তৈয়াৰ কৰিছিল।

(৮) শব্দাঙ্কিত ইটা আৱিষ্কাৰ হোৱাৰ ফলত যজুৰ্বেদীয় অশ্বমেধ যজ্ঞৰ সম্পূৰ্ণ অনুষ্ঠানৰ প্ৰমাণ পোৱা গৈছে। এইবোৰ ইটাৰে যজ্ঞ বেদী সজা হৈছিল। যিবোৰ ঠাইত এনে ইটাৰ সন্ধান পোৱা গৈছিল সেইবোৰ হৰিদ্বাৰৰ কাষত। কাল প্ৰায় খ্ৰীষ্টাব্দৰ আৰম্ভণি। এই তথ্য-মূল্যবান।

পাৰিছিল যে ব্যৱসায়িক পুৰোহিত নহলে কাম নচলা হৈছিলগৈ। যজ্ঞৰ থাই প্ৰকাশ্য সংকল্প আছিল যুদ্ধ জয়। কালক্ৰমত দুয়োটাই জটিল বাহুল্য অনুষ্ঠান হৈ পৰিল। অৱশেষত তাতোকৈও শক্তিশালী দ্বিতীয় উদ্দেশ্য উদ্ভৱ হ'ল; সি হ'ল নতুন শ্ৰেণীবোৰৰ আভ্যন্তৰীণ সংঘৰ্ষৰ নিৰোধ। ক্ষত্ৰিয়শ্ৰেণীৰ সুবিধাৰ্থে বৈশ্য (অধিবাসী, husband man) আৰু শূদ্ৰ (helot) এই দুয়ো শ্ৰেণীকে শোষণ কৰাৰ আৱশ্যক আহি পৰিল; ব্ৰাহ্মণ এই কাৰ্যৰ সহায়ক হ'ল। বৈশ্যসকলৰ লগতে প্ৰথম সংঘৰ্ষ আৰম্ভ হয; ঋকবে'দত এই সংঘৰ্ষ সমূহীয়া গোটত বাস কৰা মৰুতসকলৰ লগত মুখিয়াল ইন্দ্ৰৰ সংঘৰ্ষ বুলি বৰ্ণিত হৈছে। পিছত আমি দেখিবলৈ পাওঁ যে এই মৰুতসকলেই খেতিয়ক (বিশ)। খেতিয়কৰ অধিপতি ইন্দ্ৰই এওঁলোকক ভোজন কৰিছিল।[৯] যজ্ঞৰ এটা প্ৰধান সংকল্প আছিল বাকী তিনিটা জাতক ক্ষত্ৰিয় শাসকসকলৰ বাধ্য কৰি তোলা (TS. 2. 5. 10)। ঐতৰেয় ব্ৰাহ্মণত[১০] কোৱা হৈছে (A B 7 29) "বৈশ্যটোৰ দৰে অন্যৰ কৰতলীয়া, অন্যৰ দ্বাৰা ভুক্ত, অন্যৰ দ্বাৰা ইচ্ছানুসাৰি পীড়িত, শূদ্ৰৰ দৰে অন্যৰ সেৱক, অন্যৰ দ্বাৰা ইচ্ছানুযায়ী বিতাড়িত আৰু বধ্য।" এই দুটি তলৰ জাতক যজ্ঞ বলিদানৰ প্ৰাৰম্ভিক আৰু অন্তিম উৎসৱ কাৰ্যৰ সময়ত ক্ষত্ৰিয় আৰু ব্ৰাহ্মণ শ্ৰেণীৰ মাজত ভুক্ত কৰি, শৰণাগত কৰা হয়[১১] (S. B 6 4 4. 13)। ক্ৰমাগত জটিলতাৰ ৰূপ ধাৰণ কৰি অহা যজ্ঞৰ অগ্নি বলিদান বহুদিনীয়া উৎসৱত পৰিণত হৈছিল; তাত

---

৯। ঋগ্বে'দত (১, ৬৫, ৭) ৰজাৰ ৰূপত অগিয়ে অৰণ্য ভক্ষণ কথা উল্লেখ আছে। গেল্ডনেৰৰ মতে ইভ্যসকল হ'ল যোত্ৰবান হস্তীচালক অমাত্য। ঋক্বে'দত এনে সামন্ত যুগীয় সমাজ ব্যৱস্থা থকাৰ উল্লেখ নাই। অশোকৰ শিলালিপিত (পঞ্চম পাৰ্বত্য লিপিত) ইভ্য শব্দত ব্ৰাহ্মণৰ বিপৰীত অৰ্থত ব্যৱহৃত হৈছে, গতিকে ই নীহজাতিৰ নাম। অম্বষ্ঠ সুত্ত (দীঘ নিকায়ত) আৰু ছান্দোগ্য উপনিষদতো (১, ১০, ১-১২) এনে ভাৱতেই শব্দটো ব্যৱহৃত হৈছে; ব্ৰাহ্মণ উষস্তি চাক্ৰায়ণৰ (দাৰিদ্ৰ্য প্ৰপীড়িত) কাহিনী ছান্দোগ্য উপনিষদত বৰ্ণিত হওঁতে এই শব্দৰ উল্লেখ হৈছে। ঋক্বে'দত ৰজাই ইভ্য-ভিন্ন আন জনজাতিকহে গ্ৰাস কৰাৰ কথা কোৱা হৈছিল। ধনী দাসসকলক লুটপাত কৰি অথবা হস্তী টোটেমবিশিষ্ট দুখীয়া আদিবাসীসকলক গ্ৰাস কৰাৰ কথা ইয়াত সহজেই অনুমেয়। এই আদিবাসীসকল পিছলৈ নীহকুলীয়া হাতীবাউত বুলি জনাজাত হয়।

১০। ইয়াৰ বাবে ঐতৰেয় ব্ৰাহ্মণৰ সহায় লোৱা হৈছে (A. B. Keithৰ অনুবাদ চাওক, HOS, 25, 1920)। ব্ৰাহ্মণৰ যিটো অধ্যায়ৰ কথা কোৱা হৈছে, সেই অধ্যায় প্ৰক্ষিপ্ত-বুলি ধৰা হয়; গতিকে তাত উল্লিখিত বিষয়বস্তু ঋগ্বেদৰ যুগৰ বোলা টান।

১১। শতপথ ব্ৰাহ্মণ (যজুৰ্বেদৰ যজ্ঞৰ টীকা) অনুবাদ কৰিছে ইগ্গেলিঙে (SBE Vols, 12, 26. 41, 43, 44-Oxford 1882-1900)। তাত খুব ভাল এখন index দিয়া হৈছে।

বহুদিনীয়া প্ৰথা অনুসৰি ক্ৰমে মতা-মানুহ, ঘোঁৰা, বলধ, মতা-ভেৰা, মতা-ছাগলী, আদি জন্তু বলিৰ পশু কৰাৰ নিয়ম প্ৰচলিত আছিল। এনে যজ্ঞৰ প্ৰভাৱত জনজাতিৰ নতুন ভিতৰুৱা শ্ৰেণী ব্যৱস্থা নিয়ন্ত্ৰিত হৈছিল। তাত নিম্নজাত-বিলাকৰ উল্লেখ কৰাৰ পৰা ধৰিব পাৰি যে—এনে নিয়ন্ত্ৰণ কিছু পৰিমাণে সচেতন উদ্দেশ্যত পৰিণত হৈছিল। কেতিয়াবা অৱশ্যে জনজাতিৰ আভ্যন্তৰীণ কন্দল-সমূহে প্ৰত্যক্ষ যুদ্ধৰ ৰূপ গ্ৰহণ কৰিছিল।

কিছুমানে কয় যে—ইৰাণীয়সকলৰ মাজতো সাধাৰণ ধৰণৰ এটি জাত বিভাগ আছিল। যস্নত (১৯'১৭) চাৰিবিধ শ্ৰেণীৰ উল্লেখ আছে; —পুৰোহিত সাৰথি, কৃষক আৰু কাৰিকৰ। এইবিলাক শ্ৰেণীৰ লগত জাতৰ কোনো সম্পৰ্ক নাছিল। কাৰণ ইয়াত endogamyৰ (অন্তৰ্বিবাহ) কোনো উল্লেখ নাই। তদুপৰি এই চাৰিও শ্ৰেণীৰে সন্মান সমান আছিল—কাৰণ ধাৰ্মিক ন্যায়ৱন্ত লোকে নিজৰ কৰ্তব্য সম্পাদন কৰোতে বা ধাৰ্মিক অভিজ্ঞতা লাভ কৰোতে সদায় সহধৰ্মী হিচাপে থাকি নৈতিক সমৰ্থন দিব পাৰিছিল। গ্ৰীক লেখকসকলেও ভাৰতীয় জাত-প্ৰথাক অতুলনীয় বুলি কৈছে। তেওঁলোকে ইৰাণীয় শ্ৰেণীবিভাগৰ লগত জাত প্ৰথাৰ তুলনা কৰা নাই। আৱেস্তত তিনিটা শ্ৰেণীৰ উল্লেখ আছে, কাৰিকৰ শ্ৰেণীটো পিছত নতুনকৈ হৈছিল। ইৰাণীয় কাৰিকৰক ভাৰতীয় শূদ্ৰ বুলিব নোৱাৰি। এই যুগৰ পাৰ্চীসকলে সাম্ৰাজ্যৰ পূৰ্বৰ অধিকাৰীসকলৰপৰা দাসত্ব প্ৰথাৰ জ্ঞান লাভ কৰিছিল। ভাৰতীয় শূদ্ৰ হ'ল অশুচি, অন্য দেশৰ মুক্তি-ৰহিত শ্ৰেণীৰ ই ভাৰতীয় প্ৰতিৰূপ। ইৰাণৰ মাগি (Magian) সকলক ব্ৰাহ্মণৰ নিকটতম প্ৰতিৰূপ বুলিব পাৰি। হিৰ'ডটাচৰ বৰ্ণনাৰপৰা গম পোৱা যায় যে—এওঁলোক পাৰ্চী-মেডীয় গোষ্ঠীৰ অন্তৰ্ভুক্ত দুটি জনজাতিৰ এটি। গৌমাত নামৰ মাগিজনে সিংহাসনত উঠি কিছুকালৰ বাবে নিজকে কম্বীসেস (কম্বুজীয়) বুলি চিনাকি দিছিল। ডৰিয়ুচে তেওঁক বধ কৰাৰ পাছত মাগি-পুৰোহিত শ্ৰেণীক ব্যাপকভাৱে হত্যা কৰা হয়। এই ঘটনাকে আলম কৰি বছৰি 'মেগ'-ফণিয়া' উৎসৱ পালন কৰা হয। তথাপি মাগিসকল পাৰ্চীসকলৰ পুৰোহিত হৈ থাকিল—বিশেষকৈ সাম্ৰাজ্যৰ পশ্চিম খণ্ডত। পূব খণ্ডৰ পুৰোহিতসকল মাগি নহয়, তেওঁলোকক আথ্ৰৱন বোলে, উক্ত ধৰ্মৰ প্ৰৱৰ্তক জৰথুস্ত্ৰেৰে 'মেগাচ' আৰু 'মেগপ'ট' শব্দ দুটা সন্মানসূচকভাৱে ব্যৱহাৰ কৰিছে; ঋকবে'দত ব্ৰাহ্মণ শব্দৰ ব্যৱহাৰ অধিক সন্মানসূচক হলেও, তাৰ লগত একেধৰণৰ বুলিব পাৰি। ভাৰতীয় ব্ৰাহ্মণৰ উৎপত্তিৰ লগত সুন্দৰ সাদৃশ্য থকা উদাহৰণ এটি আমি ইয়াত দেখা পাওঁ।

৪'৫. যিবিলাক প্ৰাচীন সংস্কৃত সাহিত্য আজিকালি পোৱা যায়, সেইবিলাকৰ সৰহভাগেই হয় ব্ৰাহ্মণৰ ৰচনা, নহয় তেওঁলোকৰে অধিকাৰত থকা বস্তু বা কিবা নহয় কিবা প্ৰকাৰে ব্ৰাহ্মণ্যবাদৰ দ্বাৰা প্ৰভাৱান্বিত ৰচনা। বৌদ্ধ আৰু জৈন আদি অন্যান্য সাহিত্যতো এনে ধৰণেৰে ৰহন সনা হৈছে। প্ৰথমতে এই বৌদ্ধ আৰু জৈন সাহিত্যত পোৱা যায় শেহৰ যুগৰ বৈদিক ব্ৰাহ্মণ্যবাদৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ প্ৰভাৱ; শেহলৈ আকৌ এইবোৰ সাহিত্যতে পোৱা যায় ব্ৰাহ্মণ্য প্ৰভাৱৰ অনুপ্ৰৱেশ। এইটো শ্ৰেণীয়ে আহিলাৰ্জনিত আৰু উৎপাদন-সম্পৰ্কৰ বিবিধ পৰিৱৰ্তনৰ লগত নিজকে খাপ খুৱাই লৈছিল। তাৰে ভালেমান পৰিৱৰ্তনৰ চিন আমি কেৱল আদৰ্শগত ৰূপৰ মাজতহে দেখা পাওঁ। এই ক্ষেত্ৰত এই জাতটোৰ গঠনৰ কথাই আমাৰ ঘাই বিবেচনীয় বিষয়। ইয়াৰ পিছত যিবোৰ পৰিৱৰ্তন ঘটিছিল সেইবোৰ সময়মতে বিবেচনা কৰিম।

আৰ্য-পুৰোহিত তন্ত্ৰ আৰু সিন্ধু সংস্কৃতিৰ পূজা-পাতলৰ ক্ষেত্ৰত আগবঢ়া পুৰোহিত-তন্ত্ৰৰ সংমিশ্ৰণৰ ফলতেই প্ৰথম ব্ৰাহ্মণসকলৰ উৎপত্তি হয় বুলি ভাবিবৰ যথেষ্ট কাৰণ আছে। ব্ৰাহ্মণসকলৰ সাতোটা ঘাই বিভাগত অসংখ্য গোত্ৰ আছে। গোত্ৰৰ মানুহে নিজৰ গোত্ৰৰ বাহিৰতহে বিবাহ কৰিব পাৰে, গতিকে এই গোত্ৰ লেটিনৰ gens ৰ সমতুল্য। 'গোত্ৰ' শব্দ বিশুদ্ধ সংস্কৃত শব্দ, ইয়াৰ আদি অৰ্থ 'গৰু গোহালি', এই অৰ্থত ঋক্‌বে'দতো শব্দটো ব্যৱহাৰ হৈছিল। প্ৰত্যেকটো গোত্ৰই গৰুৰ গাত দিবলৈ নিজা চিন ব্যৱহাৰ কৰিছিল বুলি আমি জানো, গতিকে এই সময়ত গৰুৰ ওপৰত সমূহীয়া অধিকাৰ আছিল। পৰৱৰ্তী কালত যেতিয়া উমৈহতীয়া অধিকাৰৰ গোট যুটীয়া পৰিয়াল হ'লগৈ, (-এই যুটীয়া পৰিয়াল ভাৰতবৰ্ষৰ বহুত ঠাইতে আছে,—) তেতিয়া গোত্ৰ শব্দই অৰ্থ সলাই 'ঘৰ' আৰু বংশ দুয়োটাকে বুজোৱা হ'ল। সমূহীয়া সম্পত্তিৰ অধিকাৰী এই মানৱ গোষ্ঠীবোৰৰ একতা আৰু নামৰ উৎপত্তি হৈছিল-সম্পত্তিৰ ৰূপৰপৰা[১২]। যেতিয়া মাটি লাহে লাহে সম্পত্তি হ'ল, তেতিয়াও গৰু ধনৰ জোখ স্বৰূপ হৈ

---

১২। ৪ নং টোকাৰ উল্লেখৰ বা'হিৰেও পাঠকসকলে (মোৰ সমালোচনামূলক ৰচনা Brahmin clans খন, SAOS, 73, 1953, PP 202-208) পঢ়ি চাব পাৰে। আধুনিক ব্ৰাহ্মণসকলৰ দ্বাৰা অনুমোদিত গোত্ৰ পৰিচয় গ্ৰন্থখন হ'ল J Brough ৰ দ্বাৰা প্ৰণীত The early Brahminical system of gotra and pravara (Combridge, 1953)। Brough এ কৰা কিছুমান সংশোধনী (SAOS, 74, 1955 PP 263-266) প্ৰকাশ হৈছে; সেইবোৰ উল্লেখযোগ্য। কাৰণ সেইবোৰ নগঢ়ালৈকে মই মৎস্য পুৰাণৰ গোত্ৰ বিৱৰণীকে প্ৰচলিত গোত্ৰ বিৱৰণীৰ মূল বুলি বিবেচনা কৰিছিলোঁ।

ৰ'ল ; মাখোন ধনৰ জোখৰ লগত মাটিৰ পৰিমাণৰ এটা সমানুপাতিক সম্পৰ্ক আছিল। তত্ত্বৰ দৃষ্টিৰপৰা চালে বৃহৎ সপ্ত গোত্ৰৰ প্ৰত্যেকটোৰেই অথবা প্ৰত্যেক গোত্ৰৰ যেই কোনো উপদল একোজন ঋষিৰপৰা উৎপত্তি হৈছিল। সেই ঋষিজনৰ নামেৰেই গোত্ৰটো হয়। কাৰ্যতঃ এই আদি ঋষিসকলৰ সংখ্যা সাতোটি বুলি ধৰাটো টান,— তেহেলৈ যি পদ্ধতিৰেই এই গণনা কৰা নহওক কিয়। 'সাত'ৰ তালিকা দুখন আছে। তাৰে পুৰাণ তালিকাখনৰ লগত বৰ্তমানৰ উৎ-কৰ্ষিত ব্ৰাহ্মণ বংশৰ তালিকাৰ মিল নাই বুলিলেই হয়। খুব সম্ভৱ 'সাত'ৰ লগত প্ৰাচীন সপ্তনদীৰ আৰু প্ৰাচীন মেছোপটেমিয়াৰ সপ্তৰ্ষিৰ সম্পৰ্ক আছে। অনাৰ্য ব্ৰাহ্মণ থকাৰ প্ৰমাণ হ'ল এয়ে যে—কিছুমান ব্ৰাহ্মণক মাকৰ ল'ৰা বুলি কোৱা হয়। 'ত্ৰিতন'ৰ হাতত পৰান্ত হোৱা দীৰ্ঘতমস্ দাসী মমতাৰ ল'ৰা। বাপেক হ'ল কোনোবা উশিজ বা উচথ্য। ঋক্বে'দত আৰ্য্যসকলৰ পৰিচয় জন্মসূত্ৰে বাপেকৰ ফালৰপৰা দিয়া হৈছে। ঋকবে'দৰ মতে অন্ধ দীৰ্ঘতমসে নদীত পূৰ্বদিশে উটি গৈ অচিন জাতিৰ মাজত সন্মান বিচাৰি পাইছিলগৈ। উপাখ্যানটোৰ অৰ্থ এতিয়া বোধগম্য হ'ব। সিন্ধুৰ পুৰোহিতসকলেই এনে কাৰ্য কৰা সম্ভৱ যেন লাগে। 'দাসী পুত্ৰ' বুলি আন কেইজনমান বৈদিক ঋষিৰ বিৰুদ্ধেও উক্ত বেদত কটুক্তি কৰা হৈছে। গোত্ৰৰ জন্মদাতাৰূপে খ্যাত আন দুগৰাকী ঋষি হ'ল—বশিষ্ঠ আৰু অগস্ত্য। দুয়োৰে জন্ম কুম্ভত। কুম্ভৰ অৰ্থ গৰ্ভ। বশিষ্ঠ প্ৰাক্ আৰ্য মাতৃৰ সন্তান যেন বোধ হয়। ঋক্বে'দত (৭'৩৩) বশিষ্ঠই সম্পূৰ্ণৰূপে নিজৰ জন্ম কাহিনী বৰ্ণনা কৰিছে। বশিষ্ঠ বংশাৱলী পঢ়িলে আমি তেওঁক ৰজা সুদাসৰ পুৰোহিত ৰূপে পাওঁ,[১৩] গতিকে তেওঁ আছিল ভৰতসকলৰ মুখ্য পুৰোহিত। বশিষ্ঠৰ আগতে ভৰতসকলৰ ঘাই পুৰোহিত আছিল বিশ্বামিত্ৰ। ঋক্বেদৰ তৃতীয় মণ্ডলত তাৰ উল্লেখ আছে,

---

১৩। মোৰ গোত্ৰ বশিষ্ঠ। এই অজ্ঞাত কুলসম্ভূত আদি পুৰুষৰ বিৰুদ্ধে মোৰ কোনো বিদ্বেষ নাই। এই নামটোৰ অৰ্থ 'অতিশ্ৰেষ্ঠ'।—যদিও ই আৰ্য্য শব্দ, শব্দটো নিজে লোৱা যেন বোধহয়। প্ৰত্যেকটো বংশই নিজ নিজ ধৰণেৰে কেশবিন্যাস কৰা পদ্ধতি পৰৱৰ্তীকালতো চালু ৰাখিছিল। ভৃগুসকলে মূৰ খুৰায় (shavepate)। গৌতম আৰু ভৰদ্বাজ গোত্ৰৰ লোকৰ চুলিত পাঁচোটা খোপা (five hair crests) থাকে। অত্ৰেয়সকলৰ চুলিত তিনিটি ভাঁজ আছে। বশিষ্ঠগোত্ৰৰ কেশবিন্যাসত সোঁফালে মাখোন এটি ভাঁজ দেখা যায়। বশিষ্ঠ কেশবিন্যাস পদ্ধতি সিন্ধু মোহৰত পোৱা নাযায়। কিন্তু ইজিপ্তৰ ধৰ্মগুৰু মূৰ্ত্তিত এনে ধৰণৰ কেশবিন্যাস দেখা যায়। হিট্টাইট বন্দী-সকলৰ (Gurney, The HiHiles, Plate 2, bis) চিত্ৰ সম্বলিত ইজিপ্তৰ এটি বিলিকত এটি অকলশৰীয়া মূৰ্ত্তি (সম্ভৱতঃ পুৰোহিতৰ) দেখা যায়। তাত বশিষ্ঠ জাতীয় কেশবিন্যাস পৰিষ্কাৰকৈ দেখা যায় (দক্ষিণতস-কপৰ্দ)।

বশিষ্ঠ বিশ্বামিত্ৰৰ মাজত কন্দল হোৱাৰ কথা পিছৰ কাহিনীবোৰত সততে পোৱা যায়। কিছুমানে ঋক্‌বে'দৰ তৃতীয়মণ্ডলৰ ৫৩ নং শ্লোকত (RV. 3. 53. 21-24) বিশ্বামিত্ৰৰ শাপৰ বৰ্ণনা আছে বুলি কয়। কোনো বশিষ্ঠই ( বশিষ্ঠ বংশীয় লোক ) সেই বৰ্ণনা পঢ়ি বিষম ফল নোপোৱাকৈ নাথাকে বুলি এটি প্ৰবাদ আছে। একেটা স্তোত্ৰতে আমি জমদগ্নিয়ে মূৰ্চ্ছাপ্ৰায় বিশ্বামিত্ৰক ৰহস্যময় 'সসৰ্পীৰ' দান দিয়াৰ কথা পাওঁহক। টীকাকাৰসকলৰ মতে এই সসৰ্পীৰিয়ে তেওঁক বশিষ্ঠৰপৰা আত্মৰক্ষা কৰিবলৈ শক্তি দিছিল। বংশ প্ৰতিষ্ঠাপক পুৰোহিতসকলৰ ভিতৰত বিশ্বামিত্ৰ নিঃসন্দেহে এজন প্ৰকৃত আৰ্য, তেওঁ হ'ল জহ্নু বংশৰ ক্ষত্ৰিয় আৰু শাসক ( যোদ্ধা ) শ্ৰেণীৰ লোক। 'কুঁশি' বা ফেঁচা হৈছে এই বংশৰ টোটেম। বশিষ্ঠসকলৰ দৰে ভাল আৰ্য নাম থাকিলেও জমদগ্নিসকল প্ৰকৃতপক্ষে বহুত পিছতহে গণ্ডীভুক্ত হৈছিল। তেওঁলোকৰ কোনো বংশাৱলী নাই। তেওঁলোকক ভালেমান দিনৰ পিছৰ ভৃগু-সকলৰহে এটা ডাল বুলি ধৰা হয়। এই ভৃগুসকলে সুদাসৰ বিৰুদ্ধে হোৱা দশৰজাৰ যুদ্ধত জনজাতি হিচাপে যোগ দিয়াৰ কথা আমি দেখিবলৈ পাওঁহঁক।

ব্ৰাহ্মণ্য ধৰ্মৰ অন্যান্য লক্ষণ চালেও প্ৰাক্ আৰ্যসকলক তুলি লোৱাৰ প্ৰমাণ আমি পাওঁহঁক। উষা দেৱীৰ ২১টা গুপ্ত নাম আছিল, যিবিলাক কেৱল তেওঁৰ পন্থাত বিশেষভাৱে দীক্ষিত পুৰোহিতসকলে জানে। তন্ত্ৰ ধৰ্মত আমি সিন্ধুযুগৰ বহুত কল্পনাৰ অৱশেষ আৰু সিবোৰৰ পুনৰোদ্ধাৰৰ দৃশ্য দেখিবলৈ পাওঁহক। এইবিলাক আদিতে 'ফাৰ্টাইলেটি' উৰ্বৰীকৰণৰ পূজা-পাতল আছিল। কিন্তু সেইবোৰ পূজা আদি কালবেপৰা ব্ৰাহ্মণসকলৰ লগত সংশ্লিষ্ট বুলি ধৰা হয়। ফলিবিলাকৰপৰা যিবোৰ ভাৰতীয বৰ্ণ প্ৰথম পঢ়ি উলিওৱা হৈছে, সেইবোৰ বৰ্ণ খুব সৰল আৰু মূলতঃ খৰোষ্ঠি বৰ্ণব দৰে হয়তো ছেমিটিক, তথাপি এই কথা মন কৰিবলগীয়া যে ব্ৰাহ্মণ-সকলৰ প্ৰভাৱতহে ভাৰতীয লেখা syllabic হয়। মোছাপৰ্টেমিয়াৰ দৰে ইয়াতো ( আৰু চীনত ) বৰ্ণ ( letter ) আৰু syllable একে। কিছুমান প্ৰসিদ্ধ ৰজাৰ দুটা দুটা নাম আছিল ঃ—সংস্কৃতত এটাৰপৰা ইটো নামৰ মূল উলিওৱা টান।

এই বৈষম্য ব্যাখ্যা কৰিবলৈ হ'লে কুনিফৰ্ম বা বানমুখী আখৰৰ দৰে আখৰত লেখা কোনো মূল নথিৰ কল্পনা কৰি ল'ব লাগিব ; কুনিফৰ্ম আখৰৰ নামবিলাক একধৰণে লেখা হয়, কিন্তু আন এক ধৰণেৰে উচ্চাৰণ কৰা হয়। উদাহৰণ স্বৰূপে 'শিৰ-পুৰ-ল' এই Syllable কেইটা উচ্চাৰণ কৰিলে 'লগশ' নামৰ এখন নগৰৰ নাম শ্ৰুতিগোচৰ হয়। সেইদৰে 'প-তে-ছি'ৰ উচ্চাৰণ হ'ল 'ইশ্বকু' অৰ্থাৎ ৰজা-শাসক। এনেদৰে আৰু বহুত উদাহৰণ দিব পৰা যায়।

খেতি-বাতি নোহোৱা অৰণ্যত নিৰ্বাচিত গুৰুৰ তলত থাকি কৰা সুদীৰ্ঘ আৰু কঠোৰ অধ্যয়নৰ সাধনাই পবিত্ৰ শাস্ত্ৰবোৰৰ অপৰিবৰ্তনীয়তা ৰক্ষাত সহায় কৰিছিল। এই কথা আগতেই কৈ অহা হৈছে। উপৰোক্ত অধ্যয়নৰ সাধনাৰ নিয়ম অতি আদিকালৰেপৰা প্ৰচলিত আছিল বুলি যদি ধৰি লোৱা যায়, তেন্তে এনে আওহতীয়া ঠাইত বাস কৰা হেতুকে নাগৰিক জীৱন, ( উৎপাদনৰ ) কৌশল আৰু বুৰঞ্জী আদিৰ খবৰ পোৱা সম্ভৱপৰ নহৈছিল বুলি ক'ব লাগিব। কিন্তু ব্ৰাহ্মণসকলে এনে সাধনাৰ ফলত বিৰাট পাণ্ডিত্য, অতি কথা আৰু অতি জটিল পৰম্পৰা সৃষ্টি কৰাৰ কথা কল্পনা কৰিলে অনুমান হয় তেওঁলোকে এনে সাধনাৰ আগতে অক্ষৰ-যুগীয় সংস্কৃতি আৰু নাগৰিক জীৱনৰ অভিজ্ঞতা লাভ কৰিছিল। বৈদিক আৰ্যসকলৰ এনে অভিজ্ঞতা বোধহয় নাছিল। একমাত্ৰ অনাৰ্যসকলেই বৈদিক যুগৰ নগৰবোৰৰ ঘাই বাসীন্দা আছিল। আদিম যুগৰপৰা ঐতিহাসিক যুগলৈকে যিবোৰ ব্ৰাহ্মণ বংশৰ নাম পোৱা যায় সেইবোৰত স্পষ্টভাৱে জনজাতীয় নামৰ চাব আছে। পুৰুকুৎস নামটো দুটা আৰ্যজনজাতিৰ যুগ্ম নাম। ঋকবে'দত (RV. 6.20 10) এজন ভৰদ্বাজ ঋষিয়ে এই নামৰ ৰজা এজনক প্ৰশংসা কৰাৰ কথা পোৱা যায়। এতেকে ভৰদ্বাজ ব্ৰাহ্মণগোত্ৰৰ মাজত আজি পুৰুকুৎস বুলিবৰ এটি উপগোত্ৰ থকা কথাটোৰ তাৎপৰ্য মন কৰিবলগীয়া। আন আন জনজাতীয নামৰ ভিতৰত সুদামে পৰাজিত কৰা ত্ৰিকৰ্ণৰ নাম উল্লেখযোগ্য। কেইবাটাও গোত্ৰৰ লোকৰ মাজত এওঁৰ বংশধৰ পোৱা যায়। উডুম্বৰসকল উত্তৰ বৈদিক জনজাতি। এওঁলোকৰ মুদ্ৰাত তেওঁলোকৰ উডুম্বৰ গছৰ ছাপ আছে, এই গছ নিশ্চয় তেওঁলোকৰ টোটেম। কিন্তু বিশ্বামিত্ৰ আৰু কাশ্যপসকলৰ মাজতো উডুম্বৰ ব্ৰাহ্মণ পোৱা যায়। ব্ৰাহ্মণ্যধৰ্মৰ শেষৰ কালত কাশ্যপসকল অধিক প্ৰখ্যাত হৈ পৰে,—বিশেষকৈ গঙ্গা অৱবাহিকাত। ঋকৃবে'দত এওঁলোকৰ কোনো বিশেষ মৰ্য্যাদাই নাছিল। কাশ্যপ আৰু কণ্বসকলক বহুদিনলৈকে যজ্ঞৰ দক্ষিণাৰ উপযুক্ত পাত্ৰ বুলি গণ্য কৰা হোৱা নাছিল। এই বিশেষ অসন্মানকৰ নিষেধাজ্ঞাৰ ব্যাখ্যা দৰকাৰ। পিছৰকালৰ অথৰ্ববে'দত কণ্বক এবিধ দানৱ বুলি অভিহিত কৰা হৈছিল,—আৰু তাক খেদাবলৈ বিশেষ পূজাৰ ব্যৱস্থাও আছিল ( AV. 2. 25 )। ঋকৃবে'দৰ অষ্টম খণ্ডটো কণ্ব ব্ৰাহ্মণসকলৰ পাৰিবাৰিক গ্ৰন্থৰূপে পৰিগণিত। সম্ভৱতঃ কিছুমান প্ৰাক্ আৰ্যযুগৰ কণ্বক আৰ্যযুগৰ কণ্ব সমাজৰ অন্তৰ্ভুক্ত কৰা হোৱা নাছিল। বশিষ্ঠসকলৰ 'ৱৰশিখ' গোত্ৰক শব্দ প্ৰকৰণৰ দৃষ্টিৰপৰা হৰিয়ূপিয়াত ইন্দ্ৰই বিধ্বস্ত কৰা ৱৰশিখসকলৰপৰা উদ্ভৱ হোৱা বুলি ধৰিব পাৰি।

একোটি জনজাতিয়ে দৰ্শোৱা গভীৰ নিকপকপীয়া বাৰ্দ্ধোনৰপৰা মুক্তি লাভৰ চেষ্টা আৰু আন আন জনজাতিৰ লগত মিলি যোৱাৰ শক্তিয়ে পিছৰ যুগতো ব্ৰাহ্মণ্য ধৰ্মৰ বিকাশত যথেষ্ট সহায় কৰিছিল। আমি ইতিমধ্যেই দেখা পাইছো কিদৰে ঋকবে'দৰ ঋষিসকলে দুয়োপক্ষৰপৰা দক্ষিণা গ্ৰহণ কৰিছিল। যি সকল বশিষ্ঠই ভৰতসকলৰ ফলীয়া হৈ পুৰুসকলক শাপিছিল, তেওঁলোকেই পুনৰ ঋকবে'দত সিসকলক প্ৰশংসা কৰিছে ( RV. 7. 96. 2 )। কিন্তু ক্ষত্ৰিয়সকলক সদায় ক্ষত্ৰিয় অৰ্থাৎ কোনো নিৰ্দিষ্ট জনজাতিৰ ক্ষত্ৰিয় বুলিহে অভিহিত কৰা হয়। পিতৃ তান্ত্ৰিক দস্তুৰ অনুসৰি কাৰোবাক তুলি ল'লে পূৰ্বৰ বংশ পৰিয়ালৰ লগত সেই তোলনীয়াৰ সম্পৰ্ক ছেদ হয়, বিশেষকৈ উত্তৰাধিকাৰৰ আৰু পূজা পাতলাদিৰ ক্ষেত্ৰত। অতি পুৰণি ব্ৰাহ্মণসকলৰ কিন্তু বিপৰীত উদাহৰণ কিছুমানহে দেখা পাওঁ। যেনে— শুনঃশেপ ( ইয়াৰ অৰ্থ কুকুৰৰ নেজ। শুনঃশেপৰ ভাই-ককাই দুজনৰো নামৰ অৰ্থ একে। সম্ভৱতঃ ই বিভক্ত টোটেম )। এই শুনঃশেপৰ ভোকাতুৰ বাপেক অজীগৰ্তই বলিৰ বাবে তেওঁক বিক্ৰী কৰিছিল,—তেওঁক বিশ্বামিত্ৰই ৰক্ষা কৰি তুলি ল'লে। তাৰ পিছত শুনঃশেপৰ নাম হ'ল দেৱৰাত। আজিও দেৱৰাত গোত্ৰৰ মানুহে বিশ্বামিত্ৰ আৰু জমদগ্নিসকলৰ লগত বিয়া-বাৰু কৰাব নোৱাৰে। এনেকুৱা দুটা গোত্ৰ থকা বহুত বংশ আছে, কিছুমান আকৌ দিনত বশিষ্ঠ হয় আৰু ৰাতি কাশ্যপ হয়। এইবোৰ কথাৰ ব্যাখ্যা কৰিবলৈ হ'লে আমি ধৰি ল'ব লাগিব মাকৰ ফালৰপৰা কুটুম্বিতা গণনা কৰা কিছুমান লোকে বিজেতা পিতৃ তান্ত্ৰিক সমাজৰ লগত নিজকে খাপ খুৱাই লৈছিল।

ঋকবে'দৰ ঋষি কৱষ ঐ লূষক দাস্য পুত্ৰ বুলি অভিযুক্ত কৰা হৈছিল। অন্যান্য পুৰোহিতসকলে তেওঁক এৰি থৈছিল। তেওঁৰ স্তোত্ৰৰ শক্তিয়ে ( RV. 10. 30 ) সৰস্বতী নদীক মৰুভূমি পৰ্যন্ত তেওঁৰ অনুগামিনী হ'বলৈ বাধ্য কৰিছিল। তেওঁৰ পূৰ্বপুৰুষ কৱষক ( সুদামৰ হৈ ) ইন্দ্ৰই ক্ষমতাচ্যুত কৰে। আন দুজন ঋকবে'দৰ ঋষি—কণ্বপুত্ৰ বৎস আৰু মেধাতিথি সতিনী পোষুগলেও এনে ধৰণৰ কন্দল কৰাৰ সংবাদ আমি পাওঁহক;—আগৰজনক দাসপুত্ৰ বুলি পিছৰজনে অভিহিত কৰিছিল। কলঙ্কমুক্ত কৌলিন্য প্ৰতিপন্ন কৰিবৰ অৰ্থে শেষত তেওঁ জুইৰ ওপৰেদি খোজ কাঢ়িব লগা হ'ল। এইবিলাক সংবাদ যদিও ঋকবে'দৰ পিছৰ যুগৰ তথাপি প্ৰাচীন ব্ৰাহ্মণ্য পৰম্পৰাতে পোৱা যায়। বিষয় ব্যাখ্যাৰ কাৰণেই এইবিলাক কাহিনী উদ্ভাৱন কৰিছিল বুলি অনুমান কৰাটো ভুল হ'ব। গতিকে কিছুমান ব্ৰাহ্মণ অন্ততঃ দাসকুলোদ্ভৱ বুলি কৰা অনুমানত সত্যতা নাই বুলি কোৱা টান।

এই অনুমানৰ দ্বাৰা এই ব্ৰাহ্মণসকলক আৰ্য পিতৃ আৰু আৰ্য জনজাতিসকলৰ লগত সম্বন্ধহীন এটি সুকীয়া ঐক্যৰ সত্তা দিব পৰা যাব। ঋক্‌বে'দত মাতৃত্বৰ অৰ্যাদিষ্ট বৈ যোৱা কাৰণো এয়ে হ'ব পাৰে। আমি কেইবাজনো মাতৃ অথচ এজনো স্বীকৃত পিতৃ নথকা একোজন দেৱতাৰ উল্লেখ পাওঁ।

মুখিয়ালজনৰ বাহিৰে জনজাতিৰ আনবিলাক সদস্যৰ যি ধৰণৰ সম্পত্তিৰ স্বত্ব আছিল, ব্ৰাহ্মণৰো—সেই একেই ধৰণৰ স্বত্ব আছিল। আদিকালৰেপৰা আমি ভালেমান পুৰোহিতক নিজৰ কঠোৰ দাৰিদ্ৰৰ কথা বৰ্ণাই বিলাপ কৰা দেখা পাওঁ। বামদেৱে ( RV. 4 14. 13 ) এই বুলি বিলাপ কৰিছে, "বিষম প্ৰয়োজন অনুভৱ কৰি মই কুকুৰৰ নাড়ীভুৰু ৰান্ধিলোঁ। দেৱতাসকলৰ মাজত মোৰ কোনো ৰক্ষক নোলাল। নিজৰ তিৰোতাক ভ্ৰষ্টা হোৱা দেখিলোঁ। তেতিয়া শেন ইন্দ্ৰই মোক জনজাতীয় ভোজলৈ নি মধুপৰ্ক ( মৌ আৰু পানীৰ জোল ) খাবলৈ ( স্বত্ব ) দিলে।" এইটো ইন্দ্ৰৰ দান স্তুতি। পিছৰ কালৰ মানৱ মুখিয়ালসকলে যেনেদৰে দানস্তুতি পাইছিল, ইও তেনে ধৰণৰ। যিজনা ঋক্‌বেদীয় ঋষিয়ে ( RV. 1-105 ) Great Bear ( সপ্তৰ্ষি ) আৰু Cassiopoeia ক ৰাতি কুঁৱা এটাৰ ভিতৰৰপৰা প্ৰত্যক্ষ কৰিছিল, ( মানুহজন ৰাতি কুঁৱাত পৰিছিল যেন অনুমান হয় ), তেওঁ এই বুলি কৈছে,—"মোৰ লেবেলা কামিহাড়বোৰে সতিনীসকলৰ দৰে ক্ৰন্দনত প্ৰবৃত্ত হৈছে। ভোকাতুৰ এন্দুৰে যেনেকৈ নিজৰ নেজ কামুৰি কুটে, ময়ো তেনেকৈ বহুত দুৰ্দশা কামুৰি কুটিছো।" RV. 10 109ৰ স্তুতিত আকৌ পাওঁ ৰজাই অপহৰণ কৰা এগৰাকী ব্ৰাহ্মণ পত্নীৰ প্ৰত্যাবৰ্তনৰ প্ৰাৰ্থনা। আন এটা স্তুতিত (RV. 8. 102-19-2) পোৱা সৰল কাকুতিৰে ব্ৰাহ্মণ পৰিয়ালে বিনীতভাৱে অগ্নিক তেওঁৰ পোকে খোৱা বা ঘূণে ধৰা খৰিৰ যজ্ঞ গ্ৰহণ কৰিবলৈ খাটিছে, কিয়নো তেওঁৰ গৰু অথবা কুঠাৰ একো নাই।

এইবিলাক স্তুতিয়ে প্ৰমাণ কৰে যে পুৰোহিতসকল কেতিয়াবা নিঃসহায় হৈ পৰিছিল। জনজাতিভুক্ত কোনো সদস্যৰ এনে দশা সম্ভৱপৰ নহ'লহেতেন। অৱশ্যে কোনো কোনো ব্ৰাহ্মণ নিশ্চয় জনজাতিৰ গণ্ডীৰ সীমাত আছিল। পিছৰ-কালত যেতিয়া ক্ষত্ৰিয় শ্ৰেণীৰ সৈতে ব্ৰাহ্মণৰ সন্ধি ঘটিল, তেতিয়া এই ব্ৰাহ্মণকে কেন্দ্ৰ কৰি জাতৰ ভেটিত-সমাজ পুনৰ সংগঠন আৰম্ভ হয়। উচ্চ স্তৰৰ উৎপাদন ব্যৱস্থা, নিয়মিত বসতি আৰু জনজাতীয় সংগঠনৰ অৱশ্যম্ভাৱী পতন আৰু তাৰ লগে লগে নতুন ধৰণৰ সম্পত্তিৰ বিকাশ,—সমাজৰ পুনৰ গঠনৰ অৰ্থ এয়ে।

# পঞ্চম অধ্যায়

## আৰ্যসকলৰ বসতি বিস্তাৰ



আৱশ্যকীয় পুৰাতাত্ত্বিক জ্ঞানৰ অভাৱ, বুৰঞ্জীৰ তথ্যৰ অভাৱ, পূজা-পাতল বা অতিকথাৰ বাহিৰে আন নথিৰ অভাৱে ঐতিহাসিকৰ কাৰণে আলোচিত যুগৰ কথা ভবা প্ৰায় অসম্ভৱ কৰি তুলিছে। তথাপিও দুই এটা মৌলিক কথা পৰিষ্কাৰ। সেই যুগত সিন্ধু উপত্যকাৰ পূবলৈ কম বেছি পৰিমাণে স্থায়ী-বসতি অঞ্চল কিছুমান গঠিত হৈছিল। এই যুগতে আহাৰ্য উৎপাদনৰ অৰ্থে নাঙলৰ ব্যৱহাৰ বাঢ়ি আহিছিল ; তাৰ তুলনাত গৰু-ম'হ পালন কৰি আহাৰ্য উলিওৱাৰ প্ৰচলন কমি গৈছিল। পঞ্জিকাও এই যুগতে আৰম্ভ হয়। এই পঞ্জিকাৰ তাৎপৰ্য পিছত ব্যাখ্যা কৰিম। এই যুগতে নতুন আৰ্য জনজাতিবিলাকৰ ভিতৰত চাৰিজাত বিশিষ্ট শ্ৰেণী ব্যৱস্থাৰ (৪.৪ অধ্যায় চাওক) উদ্ভৱ হ'ল। এই ব্যৱস্থাই পৰৱৰ্তী সমাজ গঠনৰ পথ নিৰ্দেশ কৰিলে। জনজাতীয় সমাজৰ ভিতৰত শ্ৰেণীৰ উদ্ভৱ হ'লত জনজাতিতকৈ বহল সমাজ এখনৰ জন্ম হ'ল, সেই সমাজত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় বৰ্ণই বৈশ্য ( আৰ্য খেতিয়ক ) আৰু শূদ্ৰ ( অনাৰ্য দাস ) বৰ্ণবোধক দমন আৰু শোষণ কৰিবলৈ ধৰিলে। অৱশ্যে এনেবোৰ কাৰণেই ইয়াক দাস-সমাজ বোলা টান। এই সমাজবোৰত জনজাতীয় প্ৰভাৱ বহুত দিনলৈ আছিল। বিভিন্ন জনজাতীয় ৰজাৰ মাজত পাৰস্পৰিক যুদ্ধই আছিল এই সমাজবোৰৰ আদৰ্শ। বসতি অঞ্চল আৰু সম্পত্তিৰ ৰূপ

সৰ্জনি হ'বলৈ ধৰাত এবিধ নতুন বিবাহ পদ্ধতিৰ প্ৰৱৰ্তন হ'ল। প্ৰাচীন দল-বিবাহৰ চিন-মোকাম ব'ল জনদিয়েকৰ বহু বিবাহ আৰু সাধাৰণ Levirate বা ভ্ৰাতৃবধু-বিবাহ প্ৰথাৰ মাজত। স্বাস্থ্য উপাখ্যানত যি ৰজা আৰু ৰাজপুৰুহিতৰ কন্দলৰ বৰ্ণনা পোৱা যায় সেই কন্দলো এই যুগৰে। দুৰ্ভাগ্য বশতঃ এইবিলাক তথ্য উদ্ধাৰ কৰা সহজ কথা নহয়। কিয়নো বিভিন্ন আধাৰ গ্ৰন্থৰ পাঠসমূহৰ ভাল বিশ্লেষণ নাই আৰু সেইবোৰৰ বিৰ্বাক্তিকৰ আলোচনাত প্ৰবৃত্ত নোহোৱাকৈ ওপৰুক্ত তথ্যবিলাক উদ্ধাৰ কৰা টান। কোনোবা পাঠকে যদি মোৰ পদ্ধতি ভাল নাপায়, তেন্তে তেওঁ আনুমানিক সিদ্ধান্ত বাদ দি নথি আৰু তথ্যপাতিৰ ভেটিত পুনৰগঠিত যি কোনো গ্ৰন্থ পঢ়ি চালেই আচল অসুবিধাৰ কথা বুজিব পাৰিব। গতিকে ইযাত মাথোন ভবিষ্যত গবেষণাৰ কিছুমান সম্ভৱপৰ ক্ষেত্ৰৰ সন্দেহে পাঠকসকলে পাবলৈ আশা কৰিব পাৰে।

৫.১ অনুপ্ৰবেশকাৰী আৰ্যসকলে এই দেশলৈ নিজ ভাষা লৈ আহিছিল, সেইবাবে আৰ্যবসতি অঞ্চল বুলিলে ভাৰতীয় আৰ্য ভাষা-ভাষী অঞ্চলবোৰকে ( অথাৎ উত্তৰে বঙালী, হিন্দী পঞ্জাবী আৰু পশ্চিমে ৰাজস্থানী, গুজৰাটী, মাৰাঠী ভাষা-ভাষীৰ অঞ্চল ) বুজোৱা হয। ফলত তামিল, তেলেগু, মালযালম, কানাড়ী, তুলু ইত্যাদি দ্ৰাবিড় ভাষা-ভাষী উপদ্বীপ অঞ্চলৰ কথা ইয়াৰপৰা বাদ পৰে। অৱশিষ্ট ভাষাখিনি মুণ্ডাৰী, ওৰাওঁ আৰু তেনে ধৰণৰ সংখ্যালঘু ট্ৰাইবেল ভাষা-ভাষী লোকৰ। আদি অষ্ট্ৰেলীয় ভাষাৰ লগত সাদৃশ্য থকা হেতুকে এই ভাষাবোৰক সাধাৰণভাবে অষ্ট্ৰিক ভাষা বোলা হয[1]। শব্দতাত্ত্বিক বিভাগৰ ভেটিত কৰা এই লোকবিৱৰণমূলক ( demographic ) ব্যাখ্যা অনুসৰি আৰ্যসকলে পূৰ্বৰ দ্ৰাবিড়ী লোকসকলক দক্ষিণলৈ ঠেলি দিলে বুলি অনুমান কৰা হয, সেই একে যুক্তিকে দৰ্শাই কোৱা হয যে দ্ৰাবিডীসকলে আদিম জনজাতিবোৰক অৰ্থাৎ অষ্ট্ৰিক ভাষা-ভাষীবোৰক পাৰ্বত্য অঞ্চললৈ ঠেলি পঠিযালে। প্ৰমাণ স্বৰূপে ( দ্ৰাবিড়ী ভাষা-ভাষী ) আফগানিস্থানৰ ব্ৰাহুইসকললৈ আঙুলিযাই দিযা হয, এই ব্ৰাহুইসকলৰ ভাষাত আৰ্য প্ৰভাৱ আছে। বঙালী ভাষা চলিত ভাৰতীয় ভাষাবিলাকৰ ভিতৰত অধিক সংস্কৃতীযা, কিন্তু তথাপি ইযাৰ গাথনি চাই কিছুমান শব্দতাত্ত্বিকে তাক 'আৰ্য শব্দেৰে পৰিপূৰ্ণ দ্ৰাবিড়ী ভাষা' বুলি বিবেচনা কৰে। সেইদৰে দ্ৰাবিড়ী ভাষাবোৰৰ

---

১। জাতি বিৱৰণী আৰু ভাষাসমূহৰ ভাল সমীক্ষাৰ কাৰণে ৰেণো-ফিলিঅ'জট ৰচিত L' Inde classique গ্ৰন্থ পঢ়ক। বিশেষকৈ দ্বিতীয় আৰু তৃতীয় অধ্যায়ত দিয়া P. Meile ৰ ৰিপোৰ্টটো।

মাজতো অষ্ট্ৰিক ভাষাৰ কিছুমান সামান্য উপাদান বিচাৰি উলিওৱা হয় ( A. V. 5. 13. 20 )। অথৰ্ববেদত উল্লিখিত দুৰ্বোধ্য 'তাবুৱন' শব্দক দক্ষিণ সাগৰীয় দ্বীপপুঞ্জৰ 'তবু' বুলি ধৰি তাক অষ্ট্ৰিক শব্দ হিচাপে দৰ্শোৱা হৈছে। আন কিছুমান পাঠত পোৱা 'তাবুকম' নামৰ সমগোত্ৰীয় ( variant ) অৰ্থহীন শব্দটিলৈ আঙুলিয়াই দি আৰু 'তবু'ৰ ( tabu ) অৰ্থ নুবুজোৱাকৈ অথৰ্ববেদত সৰ্প-বিষ গুচোৱা মন্ত্ৰ এটি ৰচনা কৰালৈ চাই ক'ব পাৰি যে এনে ব্যাখ্যা অবাস্তৱ। শব্দতত্ত্বৰ তথ্য প্ৰতিপন্ন কৰিবলৈ এনথ্ৰ'প'মিট্ৰিৰ সহায় লোৱা হয়. লাওখোলা, নাকৰ দৈৰ্ঘ্য আদিৰ জোখৰ ভেটিত আমাৰ দেশত তিনি প্ৰকাৰ লোক[২] আছে বুলি বহুতো পণ্ডিতে মত দিছে। এই তিনিবিধ লোক হ'ল ঃ (১) গৌৰবৰ্ণ দীঘলমূৰীয়া আৰ্য, (২) ক'লা দ্ৰাবিড়ী আৰু (৩) বহল নকা ট্ৰাইবেল বৰ্বৰ। এনেবোৰ আলোচনা কৰোঁতে সাধাৰণতে লেখকে ন-পঢ়াকৈ সেইবোৰৰ অৰ্থহীনতা ঢাকি থবলৈ অসংখ্য তথ্যৰ তালিকা দাঙি ধৰে। এই ধৰণৰ ৰচনা পঢ়ি ধাৰণা হয়, nasal index ( অৰ্থাৎ নাকৰ জোখ ) আনকি ৫০ বছৰ পৰ্যন্তই একেদৰে নাথাকে। এইবিলাকৰ লগত বংশগতিৰ ( heredity ) সম্পৰ্ক কি তাক নজনাকৈ এনেবোৰ তথ্য ব্যৱহাৰ কৰি জাতিবোৰ বিভাগ কৰা টান হৈ পৰে। আহাৰ, জীৱন ধাৰণৰ অভ্যাস, দীৰ্ঘকাল জোৰা দুৰ্ভিক্ষ আৰু মহামাৰীৰ ফলত হোৱা মানুহৰ বাছনি ( selection ), এই সকলোবোৰৰে প্ৰভাৱ সম্পূৰ্ণৰূপে বিবেচনাৰ বাহিৰত ৰখা হৈছে। আনহাতে দেখা গৈছে বেছিভাগ এনথ্ৰ'প'মিট্ৰিষ্টে নিজ নিজ পূৰ্ব ধাৰণাৰ বশবৰ্তী হৈ পৰীক্ষাৰ কাৰণে মানুহ বাছে। যুক্ত প্ৰদেশৰ কেইবা নিযুতো লোকৰ ভিতৰত মাথোন এহেজাৰমান মানুহৰহে এনে জোখ লোৱা হৈছিল। সেইদৰে 'তেলেগু ব্ৰাহ্মণ'সকলৰ দৰে সংমিশ্ৰিত আৰু অসম প্ৰকৃতিৰ এক গোষ্ঠী লোকৰ মাজৰপৰা বাচি কেৱল পঞ্চাশ জনৰহে পৰীক্ষা লোৱা হৈছিল। ইয়াৰ পৰাই অনুমান কৰিব পাৰি এনথ্ৰ'প'মিট্ৰিৰ সিদ্ধান্ত কিমান নিৰ্ভৰযোগ্য।

---

(২) ১৯৩১ চনৰ চেন্সাচ অব্‌ এণ্ডিয়াৰ Vol-1 Part 3 ত বি. এছ. গুহই আধুনিকতম শ্ৰেণী-বিভাগ দিছে। উত্তৰ প্ৰদেশত লোৱা জোখ-মাখৰ ( ১৯৪১ চনত ) বিশ্লেষণ 'সংখ্যা' আলোচনীত ( Vol. 3, 1948-9 pp 90-324 ) প্ৰকাশ পাইছিল। তাতো সৰ্বমুঠ তিনিটা গোটৰ উল্লেখ কৰা আছে। পি. চি. মহলানবিচ, ডি. এন. মজুমদাৰ আৰু চি. আৰ. ৰাওৱে এই বিশ্লেষণ কৰিছিল। মই সেই বিশ্লেষণৰ সমালোচনা প্ৰকাশ কৰিছিলো মস্কোৰ Institute Entographii (1156) আলোচনীত। উক্ত লেখকসকলৰ জাতি বিবৰণীৰ পদ্ধতিৰে চালে সমাজৰ অৰ্থনৈতিক আৰু জাত বিভাগৰ প্ৰভেদ ধৰিব নোৱাৰি। তদুপৰি তেওঁলোকৰ তথ্যপাতি যে সম্পূৰ্ণৰূপে একপক্ষীয় আৰু অসম্পূৰ্ণ তাক সকলোৱে ক'ব। মোৰ বক্তব্য এয়ে আছিল।

এনথ্ৰ'প'মিট্ৰিৰ প্ৰায় সকলোবোৰ পৰীক্ষাৰ ভুল হয় নাহে নাহে ধৰা পৰি আহিছে, নহয় সেইবোৰৰ ভুল প্ৰতিপন্ন হ'ব পাৰে বুলি শঙ্কা কৰা হৈছে। এই প্ৰণালীৰ বিৰুদ্ধে আমাৰ ঘাই অভিযোগ হ'ল এয়ে যে গণনাবোৰ কৰোঁতে খাদ্য উৎপাদন পদ্ধতিৰ উন্নতিৰ ফলত জন্মৰ হাৰ, জনসংখ্যা বৃদ্ধি আৰু দৈহিক জোখ-মাখৰ পৰিবৰ্তন ঘটাৰ কথা মুঠেই বিবেচনালৈ অনা নহয়। এনেবিলাক পৰিবৰ্তনে আওপকীয়াভাৱে ভাষাৰো পৰিবৰ্তন সাধন কৰে। ট্ৰাইবেল লোকসকলৰ 'স্থানান্তৰ'ৰ তত্ত্বৰ ক্ষেত্ৰতো একে কথাই খাটে। এই তত্ত্বৰ মূল ধাৰণা হ'ল, ট্ৰাইবেলসকল বৰ্তমানৰ ঘাই বসতি স্থানবোৰৰ আদিবাসী আছিল। এই ধাৰণা মুঠেই বিশ্বাসযোগ্য নহয়; কাৰণ আজিকালি সৰহ উৎপন্ন হোৱা বেচিভাগ মাটিতে বৃহৎ জলসিঞ্চন ব্যৱস্থা নহলে খেতি হোৱা টান, অন্যথা এই মাটিবোৰ আদিতে থৰালি কালত সাধাৰণ চিকাৰ কৰিব পৰা গভীৰ বনাঞ্চলহে আছিল। যিবিলাক অঞ্চলত আজিও ট্ৰাইবেলসকলক পোৱা যায়, সেইবিলাকেই অতীজতো তেওঁলোকৰ বাবে আটাইতকৈ উপযোগী বসতি-অঞ্চল আছিল,—যেনে মধ্যভাৰতৰ পৰ্বতশ্ৰেণী, উপদ্বীপাঞ্চল, অসম আৰু হিমালয়ৰ নামনি। এইবোৰ অঞ্চলত এতিয়াও জুমখেতি ( Slash and Burn ) হয়, আগেয়েও হৈছিল; এইবোৰ ঠাই কিছুদূৰ গৰু চৰোৱাৰো উপযোগী। এনে খেতি বা গৰুচৰোৱা কাম, চিকাৰ কাৰ্যৰ পৰিপূৰক আছিল; অথবা চিকাৰ-জীৱি জনজাতিসমূহৰ চিকাৰ দ্ৰব্যৰ লগত উক্ত খেতিৰ দ্ৰব্য বা গৰুৰ বিনিময় হৈছিল। ট্ৰাইবেল লোকসকলক সাবুৱা সমতলৰপৰা পৰ্বতলৈ খেদি দিয়া হৈছিল বুলি কৰা কিছুমান পণ্ডিতৰ ধাৰণা ভুল। খুব কম সংখ্যক ট্ৰাইবেলৰ ক্ষেত্ৰতহে এনে ধাৰণা খটুৱাব পাৰি। ঋক্‌বে'দৰ পৰৱৰ্তী যুগৰ আৰ্যসকলে বিৰাট সংখ্যক আদিবাসী ( autochthonous ) খেদি দিয়া দূৰৈৰ কথা, লগ পাইছিল বুলিও ক'ব নোৱাৰি, কেৱল সিন্ধু উপত্যকাতহে তেওঁলোকে আদিবাসীক লগ পাইছিল বুলি ধৰিব পাৰি।

যেতিয়া ৰাইজে পূৰ্বৰ খাদ্যসংগ্ৰহৰ অৰ্থনৈতিক ব্যৱস্থা এৰি নিয়মিত খাদ্য উৎপাদনৰ ব্যৱস্থা গ্ৰহণ কৰিলে তেতিয়া তেওঁলোকৰ জন্মৰ হাৰ বৃদ্ধি পাবলৈ ধৰিলে। উন্নত খাদ্য যোগানৰ পৰোক্ষ ফল হ'ল সতি সন্ততিৰ জন্মবৃদ্ধি। সেই অনুপাতে পুৰঠ বা বৃদ্ধ বয়সলৈকে আয়ুস লাভ কৰা মানুহৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে। আলোচিত যুগৰ 'আৰ্য'সকল আছিল যোদ্ধা জনজাতীয় লোক। এওঁলোকে গো-পালন আৰু নাঙলেৰে খেতি কৰি জীৱন ধাৰণ কৰিছিল। সেই কালত আৰ্যসকল পৰিবৰ্তনৰ সন্ধিক্ষণত বাস কৰিছিল। কিয়নো তেতিয়া

গো-পালনৰ তুলনাত নাঙলৰ খেতিয়ে অধিক উৎপাদনৰ সম্ভাৱনা দৰ্শাইছিল। সেই কাৰণে তেতিয়াই এটি নতুন জীৱন-ধাৰণ প্ৰণালীৰ বিস্তাৰ হ'বলৈ ধৰিলে। অৱশ্যে লগে লগে মানুহে নতুন ঠাইলৈ উঠি যাবলৈ আৰম্ভ কৰিছিল বুলি কোৱাটো টান। বৰং প্ৰসাৰ এনেদৰে হৈছিল বুলিব পাৰি: বিভিন্ন গোষ্ঠীৰ মিশ্ৰিত লোকে ডাঙৰ হাবি কাটি তাত বসবাস আৰম্ভ কৰিছিল আৰু তাত লাহে লাহে পূৰ্বৰ খাদ্য সংগ্ৰহকাৰী লোক-সমষ্টিৰ তুলনাত তেওঁলোকৰ জনসংখ্যা এনে অধিক হাৰত বৃদ্ধি হ'বলৈ ধৰিলে যে অৱশেষত তেওঁলোকেই সংশ্লিষ্ট অঞ্চলটোৰ ঘাই বাসিন্দাত পৰিণত হ'লগৈ। নতুন জীৱন ধাৰণ প্ৰণালীৰ অভ্যাস আৰু নিয়মিতভাৱে যথেষ্ট খাদ্য যোগানৰ ফলত মানুহৰ দৈৰ্ঘ্য, নাকৰ জোখ ( nasal index ) আৰু আনকি বৰণৰো সলনি ঘটে। মোৰ ধাৰণা মতে এনে ধৰণৰ প্ৰত্যেকটো বসতি অঞ্চললৈকে পোনতে কিছুসংখ্যক আৰ্য উঠি গৈছিল . কিন্তু আৰম্ভণিতে বসতিৰ কষ্টৰ সন্মুখীন হোৱাত অনাৰ্যসকলৰ লগত যুটীয়া পাম পাতিছিল। তেওঁলোকেই একোটি আছুটীয়া 'আৰ্য' জনজাতিৰ সৃষ্টি কৰিছিল। এনে নতুন জনজাতিৰ ভাষাও আৰ্য ভাষাই আছিল , কাৰণ আদিবাসী অনাৰ্যসকলৰ সমাজ আৰু ভাষাৰ সাধ্যাতীত সম্পূৰ্ণৰূপে বেলেগ। ন হাতিয়াৰ আৰু সামাজিক সম্পৰ্কৰ তেতিয়া সৃষ্টি হৈছিল। বৃটিশসকলে প্ৰাক্-বুৰ্জোৱা যুগৰ উৎপাদন ব্যৱস্থা সলাই বুৰ্জোৱা উৎপাদন-ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ ফলত সমাজে যি উদ্‌গতি কৰিলে, এই কালছোৱাত তাতকৈ সমাজে ডাঙৰ উদ্‌গতি কৰিছিল। এই সলনি ইচ্ছামূলক বা সচেতন আছিল বুলি ক'ব নোৱাৰি। অধিকতৰ ৰূপত বাণিজ্যৰ প্ৰচলন, ন উৎপন্ন বস্তুৰ বিনিময়, অপূৰ্ব সামাজিক গোষ্ঠীত বিভক্ত আৰ্চাৰ্যিতভাৱে ক্ৰমবৰ্ধিত এখন সমাজৰ মানুহৰ ভিতৰত অতিশয় জটিল ভাৱৰ আদান-প্ৰদানৰ প্ৰয়োজন বৃদ্ধি আৰু আচহুৱা মন্ত্ৰপাঠৰ ভেটিত নতুন পূজা-পাতল কৰাৰ আৱশ্যকতা—এইবোৰ অভিজ্ঞতা প্ৰকাশ কৰা শক্তি জনজাতীয় ভাষাৰ সাধ্যাতীত আছিল। অৱশ্যে ক্ৰমাগত ৰূপান্তৰৰ বাবে যথেষ্ট সময় থকা হ'লে কিছুমান জন-জাতীয় ভাষাই নিশ্চয় উন্নত ৰূপ ল'লেহেতেন, সেই বিষয়ে সন্দেহ নাই। ব্ৰাহুই ভাষা-ভাষী লোকৰ দৰে স্থানান্তৰিত হৈ আছুটীয়া হোৱা দুই এটি গোটৰ বাহিৰে আন দ্ৰাবিড়ীসকলে বাণিজ্যিক সংযোগৰ ফলত বহুল [illegible] কৰিছিল যেন মোৰ বোধহয়। দাক্ষিণাত্যলৈ বাহিৰা মানুহ [illegible], সেইদেখি সাংস্কৃতিক সংযোগ হোৱাৰ কালতো দ্ৰাবিড়ীসকলে নিজৰ ভাষাৰ উৎকৰ্ষ সাধিবলৈ সমৰ্থ হৈছিল। এলাহ, অবিশ্বাস আৰু কিছুমান আদিম পূজা-পাতলৰ

সংকোচনমূলক প্ৰভাৱৰ ফলস্বৰূপে যিবিলাক ঠাইত অধিবাসীসকলে খাদ্য উৎপাদনকাৰী অৰ্থনৈতিক ব্যৱস্থা গ্ৰহণ কৰিবলৈ সমৰ্থ নহ'ল, অথবা যিবিলাক ঠাইত পৰৱৰ্তীকালত পমুৱাসকল খাদ্যসংগ্ৰহকাৰী গোটলৈ অৱনমিত হ'ল, সেইবিলাক ঠাইত মানুহ আদিবাসী হৈ ৰ'ল। অষ্ট্ৰিক ভাষাও তেওঁলোকৰ মাজত থাকি গ'ল। অৱশ্যে নীলগিৰিৰপৰা আৰম্ভ কৰি অসমলৈকে এই গোটেই অঞ্চলৰ ট্ৰাইবেল ভাষাৰে উমৈহতীয়া বৈশিষ্ট্য বিচাৰ কৰিলে এই অষ্ট্ৰিক ভাষাৰ কি অৰ্থ হয় তাক মই ক'ব নোৱাৰো। ভাৰতৰ ভাষাসমস্যাটো ওপৰোক্ত দৃষ্টিভঙ্গীৰপৰা আগেয়ে কোনেও বিচাৰ কৰা নাই। মৰৰ ( Marr's ) জফেটিক তত্ত্ব[৩] অনুসৰি ( Japhetic Theory ) এনেবোৰ ঘটনাক 'টোটেম' বুলি ধৰি লৈ গৱেষণা আৰম্ভ কৰা হৈছিল; কিন্তু পিছৰ ফালে সেই গৱেষণাত কিছুমান আদৰ্শমূলক ধাৰণা অৱতাৰণা কৰাত ককেচীয় দোৱান আৰু ভাষাৰ অধ্যয়নে এটা কিম্ভুত-কিম্বাকাৰ ৰূপ ল'লেগৈ। ইয়াৰ ফলত আনদেশত দেখা পোৱা একে ধৰণৰ ঘাই বৈশিষ্ট্যবোৰ ব্যাখ্যা কৰাত এই ব্যাখ্যা ব্যৰ্থ হ'ল। আজিপৰ্যন্ত কোনেও মুণ্ডাৰি আদি ভাষাৰ 'আকৃতি' ( structure ) কি বা কি প্ৰকাৰে চাৰিওকাষৰ উন্নত ভাষাৰ নিশ্চিত প্ৰভাৱৰপৰা বিচ্ছিন্ন কৰি এই আকাৰ উদ্ধাৰ কৰিব পৰা যায় তাক ক'ব নোৱাৰে। এই সমস্যাৰ আৰু জটিল ৰূপ দেখা পাওঁ ট্ৰাইবেল অৱস্থাৰপৰা বিকশিত হোৱা বাস্ক আৰু ফিনো-উগ্ৰিয়ান গোষ্ঠীৰ যুৰোপীয় ভাষাসমূহৰ ( যেনে, ফিনিছ আৰু হাঙ্গেৰীয় ভাষা ) ক্ষেত্ৰত। মেইণ্লেণ্টৰ আৰ্য ব্যাকৰণৰ দৰে এখন উমৈহতীয়া ব্যাকৰণ এইবোৰ ভাষাৰ নাই। উৎপাদনৰ পদ্ধতিত ডাঙৰ বিপ্লৱ ঘটিলে আদিম ভাষাবোৰৰো পৰিৱৰ্তন আৱশ্যম্ভাৱী। এই সলনিবোৰ নিৰ্ভৰ কৰে ঐতিহাসিক অৱস্থাৰ ওপৰত আৰু ঐতিহাসিক পটভূমিৰ ওপৰত।

আমাৰ দৃষ্টিৰপৰা অত্যাৱশ্যকীয় কথা হ'ল এটাই। নাঙলৰ খেতি প্ৰৱৰ্তন হোৱাৰ ফলত খাদ্য যোগান বেচি পৰিমাণে বৃদ্ধি আৰু নিয়মিত হ'ল। ইয়াৰ ফলত জনসংখ্যা সৰহ হ'ল আৰু মানুহে বৃহৎ গোট পাতি থাকিবলৈ ল'লে। উদাহৰণ স্বৰূপে 'ৱেডড' নামৰ চিকাৰী জাতিটোৰ কথাই কওঁ। ছজন সাতজন মানুহৰ দল পাতি এই জাতিটো অনাই বনাই ঘূৰি ফুৰে। ( তাৰ কাৰণ তেওঁলোকৰ

(৩) মৰৰ্ ( Marr ) পদ্ধতিৰ এটি উদাহৰণ ৰি, নিকিটিনৰ Note sur le Kurde নামৰ টোকাত পোৱা যায়। সেই টোকাটি Oriental studies in honour of Curretji Parvy নামৰ গ্ৰন্থৰ অন্তৰ্ভুক্ত। এই গ্ৰন্থখন লণ্ডনৰপৰা প্ৰকাশিত ( ১৯৩৩ চন ; পৃঃ ৩০৫-৩৩৫ )।

উৎপাদন ব্যৱস্থা )। নাঙলৰ খেতি প্ৰবৰ্তন কৰাৰ ফলত একোটা অঞ্চলত বসতি লাহে লাহে স্থিৰ আৰু স্থায়ী হৈ পৰে ; কিন্তু চিকাৰ আৰু পশুপালন বৃত্তি লোৱা অঞ্চলবোৰত মানুহ ভ্ৰাম্যমান হ'বলৈ বাধ্য। জুম ( slash and burn ) খেতি কৰা মানুহৰ ক্ষেত্ৰতো একে কথাই খাটে। সংখ্যাগত আৰু গুণগত পৰিবৰ্তন একেলগে হৈছিল। তেতিয়া অকল যে জনসংখ্যাৰ বৃদ্ধি হৈছিল অৰ্থাৎ বহুত মানুহ একেলগে থাকিবলৈ লৈছিল এনে নহয়, সম্পূৰ্ণ বেলেগ এবিধ মানুহৰ সৃষ্টি হৈছিল , তেওঁলোকৰ সামাজিক প্ৰয়োজনো হ'ল সুকীয়া। এই প্ৰয়োজন পূৰণৰ অৰ্থেই নতুন ভাষাৰ আৱশ্যক হৈছিল।

৫.২ ভাৰতবৰ্ষত আৰ্যসকলে যি ছোৱা আদিকালৰ ভিতৰত পশুপালনৰ স্তৰৰ-পৰা উন্নীত হৈ খেতিৰ সহায়ত খাদ্য উৎপাদনৰ অৰ্থনীতি গ্ৰহণ কৰিছিল, সেইছোৱা কালৰ কৃষিজাত ৰূপান্তৰৰ সাক্ষ্য যিবিলাক আধাৰত পোৱা যায় সেইবোৰৰ পুৰাতাত্ত্বিক প্ৰমাণ বা কালবিজ্ঞানৰ্জনিত উপযোগৰ অভাৱ। সেই আধাৰবোৰৰ সৰহভাগেই হ'ল পিছৰ কালৰ পূজা-পাতল, উপাখ্যান, অতিকথা, সাধু অথবা উপদেশবাণী। তাৰে বহুতৰে ৰূপ ব্ৰাহ্মণ শ্ৰেণীয়ে সলাই ন অৱস্থাৰ উপযোগী কৰি ললে। কাৰণ এই শ্ৰেণীটো উৎপাদনকাৰীসকলৰপৰা ক্ৰমাৎ আঁতৰি গৈছিল ; তদুপৰি নিজৰ শ্ৰেণীগত বিশেষ সা-সুবিধা দাবী কৰিবৰ বাবে বা আত্মমৰ্যাদা প্ৰতিষ্ঠাৰ অৰ্থে ভালেমান পৰম্পৰাকে তেওঁলোকে ন-কৈ ৰচনা কৰিলে। শাস্ত্ৰৰ যিবোৰ শ্লোকত ব্ৰাহ্মণৰ শ্ৰেষ্ঠত্বৰ দাবী প্ৰতিপন্ন নকৰাৰ ইঙ্গিত আছে অথবা যিবোৰ শ্লোকত ব্যাখ্যা কৰিবলগীয়া বিৰ্বাক্তকৰ বিষয় থাকে, সেইবোৰতহে আচল ঘটনাৰ সম্ভেদ থাকিব পাৰে। তথাপি সেই সময়ৰ সমাজখন সম্পূৰ্ণৰূপে কল্পনা কৰা টান বা অসম্ভৱ , গতিকে এনে শ্লোকৰ তথ্যও সম্পূৰ্ণৰূপে মূল্যায়ন কৰা টান।

ঋক্‌বেদৰ পিছৰ কালৰ লিখিত তথ্যপাতিবোৰৰ ভিতৰত তিনিবিধ পাই। প্ৰথমবিধ হ'ল পৰবৰ্তী বৈদিক যুগৰ সাহিত্য। ইয়াৰ পৰা সামবেদক বাদ দিব পাৰি ; কাৰণ সামবেদৰ শব্দবোৰ (কথা) ঋক্‌বেদৰে ; মাথোন অগ্নি-যজ্ঞত সঙ্গীতৰ সুৰত স্তোত্ৰ পাঠৰ প্ৰয়োজনত অ'ত ত'ত সামান্য সলনি কৰা হৈছে। যজুৰ্বেদৰ কেবাটাও সংস্কৰণ পোৱা যায়। তাৰে দুখণ্ড কৃষ্ণ যজুৰ্বেদ। তাৰে ভিতৰত আমি মন্ত্ৰ আৰু টীকা সম্বলিত তৈত্তিৰীয় সংহিতাখনকে (TS) লাগতিয়াল গ্ৰন্থ বুলি ল'ব পাৰোঁ। শ্বেত যজুৰ্বেদত ( ৱাজসনেয়ী সংহিতা ) পূজাদিৰ বৰ্ণনা একেই ; মাথোন তাত শাস্ত্ৰ-ব্যাখ্যা বেলেগকৈ দিয়া হৈছে। টীকা অংশ হ'ল শতপথ ব্ৰাহ্মণ ; আমি পোৱা টীকাগ্ৰন্থসমূহৰ ভিতৰত এইখনেই অতি লাগতিয়াল গ্ৰন্থ। ইয়াৰ

উপৰিও ঋক্‌বেদৰ ওপৰত কেইবাখনো টীকা ওলাইছে। এই গ্ৰন্থসমূহৰ সহায়ত আমি উপনিষদীয় যুগবো সন্ধেদ পাওঁ। একাদিক্ৰমে বেদ, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদৰ মাজেদি এটি ধাৰাবাহিক আভ্যন্তৰীণ বিকাশৰ ধাৰা প্ৰবাহিত হৈ আহিছে। বাহিৰা পৰম্পৰাৰ স্থান ইয়াত অতি কম। তথাপিও সেইবোৰত মাজে মাজে আমি কিছুমান বাহ্যিক পৰম্পৰাই অনুপ্ৰবেশ কৰা দেখোঁইক। এই গ্ৰন্থবোৰত পূজাৰ মন্ত্ৰ, পূজাৰ উপদেশ, অতিকথা ( myth ) আৰু পূজাৰ উৰ্দ্ধৰ তুৰীয় ৰহস্যবাদৰ কথা একাদিক্ৰমে লিপিবদ্ধ হৈ আছে। সেইবিলাক অনুসৰণ কৰিলে সমাজৰ উৎপাদনৰ আধাৰৰ ধীৰ ক্ৰমবিকাশ কেনেকৈ হৈছিল তাক বুজিব পাৰোঁইক। সদৌ শেষত আমি অথৰ্ববেদৰ (AV) কথা বিবেচনা কৰিব লাগিব। উপনিষদৰ যুগলৈকে এই বেদখনক ইকিখনৰ শাৰীত ধৰা হোৱা নাছিল। ইয়াত বৰ্ণিত 'শ্বেত' আৰু 'কৃষ্ণ' ( 'মেজিক' ) যাদুক্ৰিয়াবোৰ আনবিলাক বেদৰ পূজাপাতলৰ তুলনাত চুম্বক। এইবোৰক 'genre ritual' বুলিব পাৰি।

আমি যিবিলাক গ্ৰন্থক দ্বিতীয়ভাগৰ প্ৰমাণিক গ্ৰন্থত অন্তৰ্ভুক্ত কৰিছোঁ, সেইবিলাক গ্ৰন্থৰ কাল-ক্ৰম নিৰ্দিষ্ট। তাৰ ভিতৰত ৰামায়ণ মহাভাৰতক ধৰাটো টান। এই দুখন কাব্য বেদৰ পৰৱৰ্তী কালৰ , কিন্তু ইয়াত যিবোৰ ঐতিহাসিক সমল আছে, সেইবোৰ ভালেমান লেখকে নিজৰ মতানুসাৰে বঢ়াই বা টুটাই দৰ্শাইছে। মহা-ভাৰতত দিল্লীৰ কাষত হোৱা গৃহযুদ্ধৰ ঘটনাসমূহ বৰ্ণিত হৈছে। এই যুদ্ধৰ কাৰণ আছিল এখন সাম্ৰাজ্য। এই সাম্ৰাজ্য পূবে বঙ্গদেশ, পশ্চিমে তাক্ষিলা আৰু দক্ষিণে দাক্ষিণাত্যৰ অভ্যন্তৰলৈকে বিস্তৃত আছিল। খ্ৰীঃ পূঃ চতুৰ্থ শতিকাৰ আগতে ভাৰত-বৰ্ষত এনে এখন সাম্ৰাজ্য গঢ়া সম্ভৱপৰ নাছিল। আনকি মৌৰ্যসকলৰ অভ্যুদয়ৰ পূৰ্বে এনে সাম্ৰাজ্য আছিল বুলি কল্পনা কৰাই টান। মহাভাৰতৰ লগতে আমি পুৰাণসমূহো পাওঁইক। এই পুৰাণসমূহৰ পাঠ সৌ সিদিনালৈকে বাৰেপতি সংশোধিত ( পুনৰ ৰচিত ) হৈ আছিল। ইয়াৰ উপৰি ইয়াত যিবোৰ ৰজাৰ নাম-তালিকা পোৱা যায় সেইবোৰ ভৱিষ্যদ্বাণীৰ মাজত সোমাই আছে। এই পুৰাণবোৰ সমালোচনামূলক দৃষ্টিভঙ্গীৰে সম্পাদনা কৰিলে, অৰ্থাৎ দহ বাৰখন পুৰাণ মিলাই সামগ্ৰিক আৰু সমালোচনামূলক দৃষ্টিৰে পঢ়ি বিবিধ অতিকথাবোৰৰ মাজৰপৰা অসংখ্য পতানৰ মাজত দুই এক ক্ষুদ্ৰ ধান উদ্ধাৰ কৰাৰ দৰে কিঞ্চিৎ ঐতিহাসিক তথ্য উদ্ধাৰ কৰিব পাৰি। মহাভাৰততো অতিৰঞ্জনা বৰ বেছি। অলপতে মহাভাৰতৰ যিখন সম্পাদিত তাওৰণ প্ৰকাশ পাইছে. সেইখন মূল মহাভাৰতৰ যথেষ্ট কাষ চাপিছে। মূল ৰচনাৰ কাল খ্ৰীঃ পূঃ দ্বিতীয় আৰু খ্ৰীষ্টাব্দ দ্বিতীয় শতিকাৰ মাজভাগতে পৰিব।

মহাভাৰতৰ এই আৰ্হি প্ৰায় ২৪০০০ বা ন্যূন্যাধিক শ্লোকেৰে গঠিত লুপ্ত আৰু প্ৰাচীন মহাভাৰতৰ ওপৰত আধাৰিত। সেই শ্লোকবোৰ আকৌ গ্ৰাম্য কবিৰ দ্বাৰা মুখে মুখে বিৰচিত কবিগানৰ ওপৰত আধাৰিত। ৰামায়ণ খনক সদ্যহতে সমালোচনামূলক দৃষ্টিৰে সম্পাদনা কৰিবলৈ লোৱা হৈছে। এই গ্ৰন্থত অযোধ্যা বা ফৈজাবাদৰ এজন নিৰ্বাসিত ৰজাৰ পত্নীৰ হৰণৰ আৰু উদ্ধাৰৰ কাহিনী আছে। পত্নীগৰাকীৰ নাম সীতা। লঙ্কাধিপতি ( লঙ্কাক চিলন্ বুলি কোৱা হয় ) দশানন ৰাৱণ সঁচাকৈয়ে সেইযুগৰ আৰ্যসকলৰ অজ্ঞাত আছিল। মহাকাব্য দুখনৰ উপৰিও আমাৰ হাতত সৰল পালি ভাষাত লিখিত বৌদ্ধধৰ্মৰ সাহিত্যখিনি আছে। এই গ্ৰন্থখিনি প্ৰায় অশোকৰ সময়ত বিহাৰত লেখা হৈছিল। সেইবোৰত দিয়া ঘটনাৱলী ঘটাৰ সময়ৰ প্ৰায় আঢ়ৈ শতিকাৰ পাছত সেইবোৰক লৈ টীকাৰ ৰূপত ভালেমান গল্প সাহিত্যৰ সৃষ্টি কৰা হৈছিল। এনেবোৰ সাহিত্যৰ ভিতৰত জাতকসমূহ প্ৰধান ; এই জাতক-বোৰত যথেষ্ট তথ্যপাতি পোৱা যায়। পালি সাহিত্যৰ লগে লগে আমি ভাৰত বুৰঞ্জীৰ বোধগম্য কালত ভৰি দিওঁহঁক। জাতকৰ কালৰ বিষয়ে আমি পুৰাতত্বৰ সাক্ষ্যও পাওঁহঁক। জৈন সূত্ৰবোৰ এই কালৰ অন্তৰ্ভুক্ত কৰিব পাৰি। কিন্তু বৰ্তমানৰ সূত্ৰ সাহিত্যবোৰ বহুত পিছৰ সাহিত্য ; সেইবোৰৰ ঐতিহাসিক গুৰুত্বও কম।

এনেবোৰ বিষয়ৰ নেতিবাচক অধ্যয়নো আৱশ্যকীয়। তাৰ ফলত প্ৰথম লাভ হয় সেইবিলাক বিষয়ৰ সাম্ভাব্য ঐতিহাসিক অস্তিত্ব সম্পৰ্কে থকা সন্দেহ মাৰ নিওৱাত। দ্বিতীয়তে তাৰপৰা এনেকুৱা কিছুমান অংশ বাছি উলিয়াব পৰা যায়, যিবিলাকৰ সত্যতা পিছলৈ পুৰাতাত্বিক গৱেষণাৰ দ্বাৰা প্ৰতিপন্ন কৰা সহজ হয়। যজুৰ্বেদৰ পূজাৰ পুৰাতাত্বিক প্ৰমাণ পোৱা যায় ( IAR 1954, PP 10-11 , আৰু তাৰো আগৰ ৰিপোৰ্ট চাওক )। মহাভাৰতত বৰ্ণিত অথবা উল্লিখিত অলঙ্কাৰসমূহ গুপ্ত যুগৰ স্তম্ভত খোদিত প্ৰতিকৃতিবোৰৰ লগত মিলাব পাৰি। এইবিলাক মিলোৱাৰ কাম ভৱিষ্যতৰ। হোমাৰ বা বাইবেলৰ ঘটনাৰ তথ্য পুৰাতাত্বিক খননকাৰ্যৰ দ্বাৰা সমৰ্থিত হোৱাৰ দৰেই এইবিলাক ঘটনাও সমৰ্থিত হ'ব পাৰে। আনহাতে সম্পূৰ্ণ সাহিত্যিক আৰু সমালোচক দৃষ্টিভঙ্গীৰে এই গ্ৰন্থবোৰ অধ্যয়ন কৰিলে এটি অসাধাৰণ বৈশিষ্ট ধৰা পৰে। শেহতীয়া গ্ৰন্থবোৰতো এনে কিছুমান প্ৰাচীনতম পৰম্পৰাৰ প্ৰথম উল্লেখ পোৱা যাব পাৰে, যিবোৰ পূৰ্বতে ক'তো উল্লিখিত হোৱা নাছিল। আগতে ক'ৰবাত তেনে পৰম্পৰা উল্লিখিত হ'লেও তাত সামান্য উল্লেখৰ বাহিৰে আন একো পোৱা নাযায়।

উদাহৰণ স্বৰূপে ক'ব পাৰি ৰাজপানীৰ উপাখ্যানৰ কথা। শতপথ ব্ৰাহ্মণত

( S B 1, 8. 1, 1-6 ) ইয়াৰ প্ৰথম উল্লেখ পোৱা যায়। এই ঘটনা অনুসৰি মনুক এটা ডাঙৰ মাছে ৰক্ষা কৰিছিল। মাছটোৱে মনুক এটা সজা ( ark ) কৰিবলৈ কৈছিল। এই কাহিনীত আৰ্যাবৰ্তৰ উল্লেখ নাই, তাৰ ঠাইত হিমালয়ৰ টিঙত সজাটো পতাৰ কথা দিয়া হৈছে। টিঙৰ বাহিৰে বানপানীয়ে বাকীবোৰ ঠাই বুৰাই পেলাইছিল। এই মাছটোৱে মনুক শাস্ত্ৰৰ শিক্ষা দিছিল। ইয়েই পৈ মহাভাৰত আৰু মৎস্য পুৰাণ পুথিত বিষ্ণুৰ ৰূপত অৱতীৰ্ণ হ'লগৈ। ইয়েই প্ৰথম স্বীকৃত বান-পানীৰ অৱতাৰ, দ্বিতীয় হ'ল কূৰ্ম আৰু তৃতীয় বৰাহ। শতপথ ব্ৰাহ্মণত ( S B. 1.4 1, 211 ) এই বৰাহক আমি সৃষ্টিকৰ্তাৰূপে পাওঁ, অৱতাৰ হিচাপে নহয়। দেৱাসুৰে সাগৰ মন্থন কৰোঁতে ঘোটা-মাৰি কৰা পৰ্বতটোৰ ভাৰ বহন কৰিছিল এই আদি কূৰ্মই ( MBH. 1. 26 10. ff ) পাছলৈ এই কূৰ্মই পৈ বিষ্ণু হয়গৈ। কূৰ্মৰ মূল্য হ'ল টোটেম হিচাপে। পিছত যজ্ঞবেদীতো কূৰ্ম সাজিব লগা হ'ল ( SB 7. 5 1 5-7 ), কাৰণ ইয়াৰ গুৰুত্ব সাৰ্বজনীন, পিছে কূৰ্ম যজ্ঞবলি নহয়। শব্দৰ ব্যুৎ-পত্তিগত অৰ্থ বিচাৰিলে দেখা যায়, কূৰ্মৰ লগত ব্ৰাহ্মণসকলৰ কাশ্যপ গোত্ৰৰ সম্পৰ্ক আছে; আদিকালৰেপৰা ব্ৰাহ্মণ হ'ব খোজা আদিবাসীসকলক কাশ্যপ গোত্ৰভুক্ত কৰা দেখা যায়, মাতঙ্গ কচ্ছপ নামটোৱে তাকে সূচায়। ইয়াৰ উপৰিও বংশৰ নাম নথকা বা বংশ-বিস্মৃত লোক আৰু গোত্ৰবহিৰ্ভূত বিবাহৰ সন্তানক কাশ্যপ গোত্ৰত অন্তৰ্ভুক্ত কৰা হয়। তেওঁলোকৰ গুৰুত্ব বাঢি আহিছিল। শেহলৈ আকৌ কোশল-মগধৰ বৌদ্ধসংঘ গঠন কৰাত এওঁলোকেই আগ ভাগ লৈছিল। পাঁচনখীয়া জন্তুবোৰৰ তালিকাত কাছকো ধৰা হৈছে, এই কাছ ভোজন কৰিলে টেবু নেভাগিছিল। ইয়াৰ পৰাই ধৰিব পাৰি যে ব্ৰাহ্মণসকলে টোটেমজনিত পূজা-পাতলৰ সময়ত সম্ভৱতঃ এই আহাৰ ভক্ষণ কৰিছিল। কাৰণ ইয়াক আহাৰ হিছাপে কোনো গ্ৰন্থত নিৰ্দেশিত কৰা হোৱা নাই। তদুপৰি ঘাই বা প্ৰিয় আহাৰ হিছাপেও ক'তো ইয়াৰ নাম পোৱা নাযায়। মৎস্য অৱতাৰৰ পম খেদিলে চুমেৰীয়াতো পোৱা যায়। সম্ভৱত সিন্ধু সভ্যতাৰ মাধ্যমেদি তালৈ গৈছিল। 'Ea' বা 'Enki' ৰ প্ৰতীক হ'ল এটি অজ-মৎস্য, এওঁ পানীৰ ভিতৰত কোঠাত শোৱে,—ঠিক বিষ্ণু নাৰায়ণে পানীত শোৱাৰ দৰে। নাৰায়ণ নামটোৱেই অনাৰ্য হ'ব পাৰে। কাৰণ 'নাৰা' শব্দই পানীক বুজায়। সম্ভৱতঃ এই শব্দটো সংস্কৃতলৈ আন ভাষাৰ পৰা অনা হৈছে। মূলতে ই দ্ৰাবিড়ী কি এছিৰীয় হ'ব।

জাতকবোৰত আমি বেবিলনৰ বিবৰণ ( Babirus-Baveru ) পাওঁইক; বাস্তৱত সেই ৰাজ্য আৰু নাম জাতক ৰচনাৰ বহু পূৰ্বেই লোপ পাইছিল।

এনেবোৰ অধ্যয়নৰপৰা বহুত তথ্য সংগ্ৰহ কৰিব পৰা যায়, যদি তথ্যৰ ভৌতিক আধাৰ অনন্ত অনুমান আৰু পাঠৰ বিকৃতিয়ে নষ্ট কৰি নেপেলায়।

৫.৩ তৈত্তিৰীয় সংহিতাই আমাক ব্ৰাহ্মণ্য পৰম্পৰাৰ আন এটি বৈশিষ্ট্যলৈ আঙুলিয়াই দিয়ে। এই গ্ৰন্থই সকলো আৰ্যৰ প্ৰতিনিধিত্ব নকৰে; মাত্ৰ কেইটামান আৰ্য-গোষ্ঠীয়েহে ইয়াত স্থান পাইছে। বিভিন্ন বংশৰ গ্ৰন্থ আৰু আন কিছুমান কথা একেলগ কৰি ঋক্‌বে'দৰ শাকল সংস্কৰণ তৈযাৰ কৰা হৈছিল; এই সংস্কৰণকে আমি উত্তৰাধিকাৰ সূত্ৰে পাইছোঁ আৰু ই সকলোৰে অনুমোদিত। কেইবাটাও বেলেগ বেলেগ জনজাতীয় গোটে লগ লাগি যজুৰ্বেদ সংৰক্ষণ কৰে। এই পৰম্পৰাৰ লগত জড়িত 'কঠ' আদি নাম এই গ্ৰন্থত পোৱা যায়। আলেকজেণ্ডাৰৰ সময়ৰ গ্ৰীক লেখকসকলে এইবোৰ নাম ভাৰতৰ জনজাতিৰ নাম বুলি লেখি থৈ গৈছে। তৈত্তিৰীয় সংহিতা ( T S ) এনেধৰণৰ এটি সংস্কৰণ। এই সময়ত আৰ্য জনজাতিবোৰৰ মাজত বিশেষ গুৰুত্বপূৰ্ণ প্ৰভেদ দেখা পোৱা নগলেও তেওঁলোক যে বিভক্ত হ'বলৈ আৰম্ভ কৰিছিল তাক ইযাৰ পৰাই ধৰিব পৰা যায়। এই গ্ৰন্থ পঞ্জাবত বসতি কৰা পূৰুস্‌সকলৰ গ্ৰন্থ নাছিল, ই অনিৰ্ণীত পঞ্চজাতিসকলৰ গ্ৰন্থও নাছিল। নতুন ৰাজ্য অধিকাৰ কৰাৰ লগে লগে আৰ্যসকলৰ মাজত নতুন জনজাতীয় নাম প্ৰচলন হ'বলৈ ধৰিলে। এই নামবোৰ নতুন বহিৰাক্ৰমণৰ ফলত প্ৰচলিত হোৱা নাম নাছিল। ঋক্‌বে'দৰ কালৰেপৰা পঞ্জাব প্ৰদেশত এনেবোৰ নামৰ প্ৰচলন হোৱা দেখা গৈছিল। নতুন জনজাতিবোৰৰ বিকাশ সম্পূৰ্ণৰূপে আভ্যন্তৰীণ আছিল যেন বোধ হয়। কিছু সংখ্যক আৰ্য পমুৱাৰ লগত অনাৰ্য আদিবাসীৰ সম্ভৱপৰ সংমিশ্ৰণৰ ফলত এই বিকাশ ঘটিছিল, এনে এটি ধাৰা ঋক্‌বে'দৰ যুগতো প্ৰচলিত আছিল। 'তিত্তিৰি' নামটোৰপৰা তৈত্তিৰীয় সংহিতা হৈছে। তিত্তিৰি পক্ষী এটি গোটৰ টোটেম। আন এটি আমোদজনক আখ্যানো ইয়াৰ লগত জড়িত আছে। ইন্দ্ৰই তিনি শিৰীয়া ত্বাষ্টৰ এটা মূৰ ছেদন কৰাত সেই মূৰটো তিত্তিৰ পক্ষী হয় বুলি উক্ত সংহিতাত ( T.S. 2. 5 1 ) আছে। মহাভাৰতত ( T S 5 5 11-2 ) কোৱা হৈছে যে তিত্তিৰ দেশত সুন্দৰ ঘোঁৰাৰ জন্ম হৈছিল। এই গ্ৰন্থ খনত নকৈ উদ্ভৱ হোৱা বহুত যজ্ঞৰ বিকাশ হোৱাৰ খবৰ আছে; তাত থকা বলিৰ জন্তুৰ নামবোৰৰপৰা তাক জানিব পাৰি ( T.S. 5. 5. 11-2 )। এই জন্তুবোৰক ঘাই বলি ঘোঁৰাৰ লগতে বধ কৰা হৈছিল। তৈত্তিৰীয় সংহিতাত ( T S. 5 5. 11-2 ) বাৰিষাৰ চাৰিমাহত পতা কিছুমান লোকযজ্ঞৰ চমু উল্লেখ আছে। সংহিতা খনত দলপতি মুখিয়ালে কৰা পূজা-পাতল

আৰু উৎসৰ্গাৰ কথাও পোৱা যায়। গৃহপতি শব্দটোও তাত আছে। গাৰ্হপত্য অগ্নিৰ কথাও তাত পোৱা যায়। গৃহপতি শব্দৰ অৰ্থ সৰু গৃহস্থ হ'ব নোৱাৰে; কাৰণ এনে গৃহস্থৰ কাৰণে কেতিয়াও এনে ধৰণৰ ডাঙৰ যজ্ঞ অনুষ্ঠিত হোৱা সম্ভৱপৰ হোৱা নাছিল। গতিকে শব্দটোৰ অৰ্থ আছিল হয় বংশৰ বুঢ়া, নহয় ডাঙৰ ঘৰৰ পতি, আজি কালিৰ লেখত হ'লে এনে ঘৰত ১২।১৩ টা পৰিয়াল থাকিলহেঁতেন। সংহিতাত ( T.S. 2 21 ) কোৱা হৈছে, "যাৰ মাটি সংক্ৰান্তীয় বা চুবুৰীয়াৰ লগত হোৱা বিবাদৰ গোচৰ আছে, তেওঁ এঘাৰটা খোলাকটিত নৈবেদ্য দি ইন্দ্ৰ আৰু অগিক উৎসৰ্গা কৰিব।" এই উদ্ধৃতিক সেইকালৰ মাটিৰ ব্যক্তিগত সম্পত্তিৰে সাক্ষ্য বুলি ধৰা বিধেয় নহ'ব। বৰং সভাত বহি একোটি জনজাতিৰ গণ্ডীৰ মাজত মীমাংসা কৰিব নোৱাৰা ওচৰচুবুৰীয়া বিভিন্ন গোটৰ মাজত দেখা দিয়া বিবাদৰ কথাহে ইয়াত কোৱা হৈছে। গতিকে ইয়াত ওচৰ চুবুৰীয়া অঞ্চলৰ বিভিন্ন জনজাতীয় গোটৰ মাজত হোৱা কন্দলৰ কথাহে উল্লিখিত হৈছে। 'তেওঁ' শব্দৰ অৰ্থ প্ৰত্যেক গোটৰ মুখিয়াল, তেহেলৈ গোটৰ আকাৰ যিমানেই নহওক কিয়। তেতিয়াৰেপৰা আহল-বহল ঘৰবাৰীযেই উচ্চ শ্ৰেণীসমূহৰ মৰ্যাদাৰ মানদণ্ড হয়। পিছৰ সামন্তযুগ আৰু তাৰো পিছৰ যুগত এই মানদণ্ডই চলি আছিল। 'গোত্ৰ' শব্দটোৰ অৰ্থ পূৰ্বতে বংশ আছিল, কিন্তু তেতিয়া তাৰ অৰ্থ 'পৰিয়াল' হ'ল। এইটোক ওপৰুক্ত বিকাশৰ সমান্তৰাল বিকাশ বুলি ধৰিব পাৰি।

ঋক্‌বে'দৰ লগত তৈত্তিৰীয় সংহিতাৰ ভালেমান আচৰিত ধৰণৰ অমিল আছে। উদাহৰণ স্বৰূপে ( T S. 7 47 ) সংহিতাত সুদাসৰ পুত্ৰসকলে বশিষ্ঠৰ ল'ৰাক মৰাৰ কথা উল্লেখ কৰা হৈছে, কিন্তু ঋক্‌বে'দত ( R. V 7. 18 ) এই সুদাসেই বশিষ্ঠৰ প্ৰাৰ্থনাৰ বলতে দশ-ৰজাৰ লগত যুদ্ধ কৰি জয়লাভ কৰিছে বুলি কোৱা হৈছে। অথৰ্ববে'দত ( A V 5. 18. 5. 14) ব্ৰাহ্মণৰ গৰু খোৱা দুৰ্ভগীয়া ক্ষত্ৰিয়সকলক শাপ দিয়াৰ লগতে তোমামোদৰ দ্বাৰা বাৰণো কৰা হৈছে। তাত কোৱা হৈছে,—"হে ৰাজপুত্ৰ, ব্ৰাহ্মণৰ গৰু নাখাবা। কাৰণ সেই গৰু নীৰস আৰু অখাদ্য।" ( A. V. 5. 18. 3 )। সেই একেসুৰতে পৰশুৰামৰ উপাখ্যানো বৰ্ণোৱা হৈছে। ভৃগুবংশীয় এই বীৰজনাই একৈশবাৰ পৃথিবী নিঃক্ষত্ৰিয় কৰিলে। ক্ষত্ৰিয়সকলৰ প্ৰাধান্যৰ ফলত ব্ৰাহ্মণসকলৰ নিঃসহায় অৱস্থা হৈছিল। এই অতিৰঞ্জিত আৰু অন্তৰ্বিৰোধপূৰ্ণ নিঃক্ষত্ৰিয়-কৰণ হ'ল এনে নিঃসহায় অৱস্থাৰ মানসিক আৰু সঙ্গত ক্ষতিপূৰণ। মহাভাৰতত ভৃগুৰ প্ৰাধান্য যথেষ্ট; তাত পৰশুৰামো বিষ্ণু অৱতাৰলৈ উন্নীত হৈছে।

ইয়াৰ পাছৰপৰাই বৈদিক সাহিত্যত ব্ৰাহ্মণ-ক্ষত্ৰিয়ৰ কন্দলৰ কথা প্ৰচ্ছন্নভাৱে পোৱা যায়। অৱশ্যে যেতিয়াই দৰকাৰ হয় এই দুটা জাতে বাকী দুটা জাতৰ বিৰুদ্ধে একগোট হৈ থিয় দিয়ে। চতুৰ্বৰ্ণমূলক শ্ৰেণী ব্যৱস্থা একেদৰেই চলি থ'ল। ওপৰুক্ত পূজা-পাতলসম্পৰ্কীয় ৰচনাত অনাৰ্য পণিস, দস্যু আৰু তেনে ধৰণৰ শত্ৰুৰ বিৰুদ্ধে কোনো যুদ্ধ হোৱাৰ কথা নোপোৱাটো বিশেষ মন কৰিবলগীয়া কথা। ইয়াৰ পৰাই ধৰিব পাৰি যে অনাৰ্য শত্ৰু তেনেকৈ আবিৰ্ভাৱ হোৱা নাছিল। তথাপি গ্ৰন্থখনত নতুন লোকউৎসৱ আৰু বিশ্বাসৰ কথা থোৰতে উল্লেখ কৰা হৈছে। তৈত্তিৰীয় সংহিতাৰ মতে ( T S 7 5 10 ) দাসীসকলে মূৰত পানীৰ কলহ লৈ মাৰ্জালীয় যজ্ঞৰ অগ্নিৰ কেউফালে নাচিব লাগিছিল। এইটো আৰ্যপূজা পদ্ধতি হ'ব নোৱাৰে। ইয়াৰ বহুত পিছতহে পানীৰ ঘট পবিত্ৰ বুলি ব্ৰাহ্মণসকলে গ্ৰহণ কৰিছিল। তৈত্তিৰীয় সংহিতাত ( T S 3 26 ) কোৱা হৈছে,—"কৃষ্ণপক্ষীয়ে ( যজ্ঞস্থলীতে ) ৰঙীন মাখন চুলে. তাৰ দাসবোৰ মৰিব পাৰে। কুকুৰে চুলে, তাৰ চাৰিঠেঙীয়া গৰু মৰিব পাৰে। যদি সেই মাখন ফাটে তেন্তে গিৰিহঁত মৰিব পাৰে।" ইয়াত মানুহৰূপী পশুৰ বিষয়ে নিচেই সামান্য সংবাদহে পোৱা যায়। কেনেধৰণৰ দাসপ্ৰথা সেই সময়ত আছিল, তাক ইয়াত স্পষ্টকৈ ক'তো পোৱা নাযায়। কিন্তু দাস ( helot ) থকাৰ কথা আওপ্ৰকাৰে প্ৰমাণিত কৰিব পাৰি। তাতোকৈও দৰকাৰী হৈছে এই সংহিতাত থকা শস্যৰ তালিকা , ধান, বালি, তিল, উৰহী ( kidney jeans ) উৰহীজাতীয় ( vetches ) আন এবিধ উদ্ভিদ, ঘেহুঁ, মাহ, যধান. Panicum milliacaeum, panicum frumentaceum আৰু বনৰীয়া ধান ( T S 4 7 4 )। এইবিলাকৰ বৃদ্ধিৰ বাবে যজ্ঞদাতাই প্ৰাৰ্থনা কৰিছিল। ইয়াৰ লগতে সংহিতাত উল্লেখ কৰা ধাতুৰ তালিকাখনো চোৱা ভাল হ'ব—( T S. 4. 7 5 ), ধাতুবোৰ হ'ল সোণ, পিতল-ব্ৰঞ্জ, টিন, লো আৰু তাম। এইবিলাক বস্তু দূৰ দেশৰপৰা বেহাবেপাৰ কৰি অনা হৈছিল। সিন্ধু উপত্যকা আৰু গঙ্গা-উপত্যকাত এইবোৰ বস্তু উৎপন্ন হোৱা নাছিল। 'চহোৱা মাটি' অথবা নচহোৱা মাটি দুয়োবিধৰে উৎপন্ন প্ৰয়োজনীয় কথা আছিল, এই সময়ত। এই কালছোৱাই মানুহৰ নিগাজী বসতিৰ কাল। তেতিয়াও সমাজত নগৰৰ জন্ম হোৱা নাই। সংহিতাত অমাবস্যা আৰু পূৰ্ণিমাৰ যজ্ঞ কেতবোৰ আৰু ২৭টা নক্ষত্ৰপুঞ্জৰ তালিকা পোৱা যায়। ইতিমধ্যে সমাজত ভাৰতীয় পঞ্জিকাসন্মত চান্দ্ৰমাসৰ প্ৰচলন হৈ গৈছিল। সৌৰ গণনাই ইয়াত কিবা সালসলনি ঘটাইছিলনে নাই তাক স্পষ্টকৈ ধৰিব নোৱাৰি। অৱশ্যে এনে ধৰণৰ সালসলনি নোহোৱাকৈ সৰহদিন থকাটো সম্ভৱপৰ নাছিল , কাৰণ ঋতুকালীন বৰষুণৰ আগতে হাল বাবৰ

বাবে সময় মতে এনে সালসলনি ঘটোৱাৰ ওপৰতে শস্যৰ ভৱিষ্যত নিৰ্ভৰ কৰিছিল।

উক্ত গ্ৰন্থত সোণৰ প্ৰতি দৰ্শোৱা মূল্যালৈ চাই নিয়মিত বেহাবেপাৰ সেইসময়ত আছিল যেন বোধ হয়। আমি ভালেমান ঠাইত 'সোণেই অমৰত্ব' ( T.S. 5 2.7.C ) এই কথাষাৰ উল্লেখ পাওঁক ; ইয়াৰ পূজা সংক্ৰান্ত মানসিক ব্যাখ্যাও তাত আছে। অৱশ্যে সংহিতাৰ মতে পুৰোহিতক চাৰি 'কৃষ্ণলা' গোটত সোণ দান দিয়া হৈছিল ( T S 2 3 2 ), ১০০ কৃষ্ণলা ওজনৰ সোণৰ টুকুৰাৰে এনে গোট কৰা হৈছিল। কৃষ্ণলা বা গুঞ্জ হ'ল এবিধ ( abrus piccatorius ) গছৰ গুটি। গুটিটো ক'লা ফুট থকা কিন্তু ৰঙা। এইবিধ গুটি আজিকালিও ভাৰতীয় সোণাৰীয়ে ওজনৰ ফেৰ মাৰিবলৈ ব্যৱহাৰ কৰে। আৰু এটি কথা বিশেষ তাৎপৰ্যপূৰ্ণ। ভাৰতবৰ্ষৰ অতি পুৰণি ৰূপৰ মুদ্ৰা এটাৰ ওজনো ৩২ কৃষ্ণলা জোখৰ। এই ওজন প্ৰায় ৫৪টা শস্য-গুটিৰ ওজনৰ সমান। মহেঞ্জোদাৰো আৰু হৰপ্পাৰ 'ডি' শ্ৰেণীৰ ওজনৰ লগত এই ওজনৰ জোখ একে। তৈত্তিৰীয় সংহিতাৰ ঘাই বিষয় যদিও যজ্ঞৰ কথাৰেই ভৰা, তথাপি তাৰপৰা আমি এনে ধৰণৰ কিছুমান সঠিক বাতৰি পাওঁ। অশ্ববলিয়েই এই সংহিতাত বৰ্ণিত ঘাই বলি। ঋক্‌বে'দতো তাৰ বিকাশ আমি দেখা পাওঁ ( R V 1 162 )। এই যজ্ঞত অকল পশুটিক বধ কৰি ভোজন কৰিলেই নহৈছিল। ঘাই ৰাণী গৰাকীয়ে মৃত অশ্বৰ লগত অশ্লীল কথা-বতৰা পাতি ওৰ খাব লাগিছিল। এইটো নিশ্চয় 'ফাৰটাইলিটি ৰাইট' বা উৰ্বৰীকৰণ উৎসৱ। ঘোঁৰাটো সম্ভৱতঃ মানুহৰ অৰ্থাৎ দলপতিৰ প্ৰতীক। মানুহক এসময়ত এনেদৰে বলি দিয়া হৈছিল। সেই সময়ত মানুহৰ লগতে অন্যান্য জন্তুকো বলি দিয়াৰ প্ৰথা আছিল। আৰ্যসকলৰ যুদ্ধত অশ্বৰ ব্যৱহাৰ বৰ গুৰুত্বপূৰ্ণ আছিল কাৰণেই যে এনে যজ্ঞ বাহুল্য কৰা হৈছিল, তেনে নহয়। আৱশ্যকতা অনুসৰি আন আন বস্তুও যোগ দিয়া হৈছিল। অশ্বত্থ, ন্যায়গ্ৰোধ, প্লক্ষ আৰু উডুম্বৰ আদি অদ্যাপি পূজিত বৃক্ষক ( A B 8. 16 আৰু 9. 82 ) ঐতৰেয় ব্ৰাহ্মণত পোন প্ৰথমবাৰৰ বাবে পৱিত্ৰ জ্ঞান কৰা হয়। আই মাতৃৰ ত্ৰিমূৰ্ত্তি[৪] আৰু অপ্সৰাৰ পূজাৰ প্ৰচলনৰপৰা অনুমান কৰিব পাৰি যে আৰ্য আৰু মাতৃতান্ত্ৰিক আচাৰ-ব্যৱহাৰ মানি চলা অনাৰ্যসকলৰ মাজত সংস্পৰ্শ বাঢ়ি

---

(৪) অম্বা, অম্বিকা আৰু অম্বালিকা সকলোৰে অৰ্থ মাতৃ। তৈত্তিৰীয় সংহিতাত ( T.S. 7. 4. 19) এই তিনি বাই ভনীৰ উল্লেখ আছে। অম্বিকাক ৰুদ্ৰৰ ভগ্নী বুলি কোৱা হৈছে ( T.S. 1. 8. 6. f)। একেটা স্তোত্ৰৰ পিছৰ কালে ত্ৰম্বক দেৱতাৰ উল্লেখ আছে।

আহিছিল। ভালেমান পৌৰাণিক ৰজাৰ বংশৰ আদি মাতৃ হ'ল ঘৃতাচি আৰু অলম্বুচা আদি অপ্সৰাসকল। বিখ্যাত (ৰজা) ভৰত হ'ল মেনকা অপ্সৰাৰ কন্যা শকুন্তলাৰ পুত্ৰ। ঋক্‌বেদত আমি যি ভৰত জাতিৰ উল্লেখ পাওঁ সেই জাতিৰ কোনো আদি পুৰুষ নাই; কিন্তু এই গ্ৰন্থত ভৰত জাতিৰ নামদাতা আদি পুৰুষ হ'ল ভৰত। যজুৰ্বেদত আকৌ অশ্ব-যজ্ঞৰ ব্যৱস্থা অলপ বেলেগ ধৰণৰ হ'ল। এই যজ্ঞ মতে ৰজাই উৎসৰ্গা কৰাৰ পিছত ঘোঁৰা এৰি দিয়ে, এই ঘোঁৰাই এবছৰ বা ততোধিক কাল বিচৰণ কৰি ঘূৰি ফৰে, এই বিচৰণ কালত যদি কোনো ৰজাই ঘোঁৰাৰ বাট ভেটে তেন্তে সেই ৰজাৰ পৰাজয় বাঞ্ছনীয় হৈ পৰে। এনে দিগ্বিজয়ৰ ঘোঁৰাক বাধা দিওঁতা সকলো প্ৰতিপক্ষক পৰাজিত কৰি ৰজাৰ সাৰ্বভৌমত্ব প্ৰতিষ্ঠা কৰাৰ পিছত বছৰৰ শেষৰফালে যজ্ঞ অনুষ্ঠিত কৰা হয়। এই উন্নত অশ্বমেধ যজ্ঞ মহাকাব্যৰ যুগৰ ঘাই বৈশিষ্ট্য ৰূপে প্ৰতিভাত হয়, বিশেষকৈ মহাভাৰতত আমি এই বৈশিষ্ট্য দেখা পাওঁ। তৈত্তিৰীয় সংহিতা (T S) আৰু ব্ৰাহ্মণ সাহিত্যত আমি আন কিছুমান উৎসৰ্গাৰ উৎপত্তি হোৱা দেখা পাওঁ (A B. 8. 14), যিবোৰৰপৰা আমি বুজি পাওঁ যে এইবিলাকৰ ঘাই উদ্দেশ্য হ'ল, মুখিয়ালসকলক কোনো প্ৰকাৰে জনজাতীয় সমূহীয়া নিয়ন্ত্ৰণৰপৰা উদ্ধাৰ কৰা। ইয়াত জনজাতীয় 'সভাৰ' আমি কোনো উল্লেখ নাপাওঁ, কিন্তু তেতিয়া যে সভাৰ প্ৰচলন নাছিল তেনে নহয়। ব্ৰাহ্মণ্য-বাদৰ বিকাশৰ তাৎপৰ্য হ'ল শ্ৰেণীব্যৱস্থাৰ বিকাশ, একোটা জনজাতিৰ ভিতৰত শ্ৰেণীব্যৱস্থাৰ জন্ম হৈ সেই জনজাতিৰ ওপৰত সাৰ্বভৌম ৰজাৰ নিয়ন্ত্ৰণ প্ৰতিষ্ঠিত হয়। ইন্দ্ৰই দেৱতা আৰু অগ্নিপুৰোহিতসকলৰ বিৰুদ্ধে হিংসাত্মক যুদ্ধ কৰাৰ কথা ঋক্‌বেদত আছে। এই কথাই উক্ত ব্যৱস্থাৰ আৰম্ভণিকে সূচায়; তাত সম্ৰাট, স্বৰাট আদি শব্দৰ উল্লেখ বিশেষৰূপে তাৎপৰ্যপূৰ্ণ। এইবিলাক শব্দকে শেষলৈ বিভিন্ন ধৰণৰ পবিত্ৰকৰণৰ দ্বাৰা প্ৰতিষ্ঠিত ৰাজত্বৰ অৰ্থ প্ৰকাশ কৰিবৰ অৰ্থে ব্যৱহাৰ কৰা হৈছিল।

৫.৪. শতপথ ব্ৰাহ্মণত (S B 1. 4. 1. 4–17) আৰ্যসকলৰ মাটি-ভঙা পদ্ধতিৰ বিষয়ে নিম্নলিখিত বৰ্ণনা দিয়া হৈছে-(১৪)......"বিদেঘ মাথৱ সেই সময়ত সৰস্বতী তীৰত বাস কৰিছিল। তেওঁ (যজ্ঞ অগ্নিয়ে) পৃথিবী দহন কৰি পূৰ্বাভিমুখে ধাৱিত হৈছিল। তেওঁ দহন কৰি যোৱাৰ লগে লগে তেওঁৰে অনুসৰণ কৰিছিল পুৰোহিত গোতম ৰহুগণ আৰু ৰজা বিদেঘ মাথৱে। তেওঁ এই নদীসমূহ পুৰি (শুকাই) পেলাইছিল। সেই সদানীৰা (সদায় জলেৰে পৰিপূৰ্ণ) নদী উত্তৰৰ

পৰ্বতৰ ( হিমালয়ৰ ) পৰা প্ৰবাহিত। এই নদীখন তেওঁ দহন নকৰিলে। ব্ৰাহ্মণসকলেও এই নদী পূৰ্বতে অতিক্ৰম কৰা নাছিল। কাৰণ তেওঁলোকে ভাবিছিল 'অগ্নিবৈশ্বানৰে এই নদী দহন কৰা নাছিল।' (১৫) কিন্তু আজিকালি এই নদীৰ পূবেও ভালেমান ব্ৰাহ্মণে বাস কৰে। সেই সময়ত এইবোৰ ( সদানীৰাৰ পূবে থকা মাটি ) অনাবাদী আৰু পিতনি হৈ পৰি আছিল ; কাৰণ সেই মাটিৰ অগ্নি বৈশ্বানৰে স্বাদ লোৱা নাছিল। (১৬) আজিকালি সেই মাটিত ভালকৈ খেতি কৰা হয় ; কাৰণ ব্ৰাহ্মণসকলে যজ্ঞ পাতি (অগ্নিক) এই মাটিৰ স্বাদ গ্ৰহণ কৰালে। জহকালিৰ শেহতো ই (নদী) যেন খৰস্ৰোতা , অগ্নি বৈশ্বানৰে স্পৰ্শ নকৰা হেতুকে এই নদী অতি শীতল। (১৭) বিদেঘ মাথৱই তেতিয়া (অগ্নিক) ক'লে, 'মই ক'ত থাকিম ?' তেওঁ ক'লে, 'ইয়াৰ ( নদীৰ ) পূবে তোমাৰ ঘৰ হওক।' আজিও ই ( নদীয়ে) কোসল আৰু বিদেহৰ মাজৰ সীমা নিৰ্দ্ধাৰণ কৰে। এই লোকসকলেই হ'ল ( মাথৱৰ সাঁত সন্ততি ) 'মাথৱ।'

আৰ্যসকল পূৱদিশে আগবঢ়াৰ লগে লগে হিমালয প্ৰদেশৰ অৰণ্যসমূহ দাহ কৰিছিল। সেই অৰণ্যহীন ভূমিবোৰ শুকাই খৰ্খৰীয়া মাৰিলে। কিছুকালৰ বাবে গ্লেচিয়াৰ-ধৌত নদী এখনে এই অগ্ৰগতিত ভেটা দিলে, কিন্তু তাৰ পিছত তেওঁলোকে পূৱ দিশত বসতি কৰিবলৈ ল'লে। এই কাম কৰোতে তেওঁলোকে একে উল্লিখিত প্ৰথাৰে মাটি উলিয়াই লৈছিল। তাৰ প্ৰমাণ ঋকবেদত পোৱা অগ্নিৰ বিশেষণবোৰেই ঃ 'তেওঁ অৰণ্যভক্ষণকাৰী, তেওঁ কুঠাৰ আৰু তেওঁ ক'লা সীৰলু থৈ যায়।' নদীখনৰ নাম কৰতোৱা বুলি ধৰা হৈছে , বঙ্গদেশৰ কুৰাট্টীলৈকে কৰতোৱা বুলি কোৱা হয়। কিন্তু এই নদীখন বৰ্তমান বহুত পূৱে অৱস্থিত। মূল কৰতোৱাখন পূৰ্বে গণ্ডকৰ ওচৰে-পাজৰে আছিল।[৫] উত্তৰ প্ৰদেশৰ গঙ্গা আৰু হিমালযৰ মধ্যৱৰ্তী ঘাই স্থান টুকুৰা চাফ কৰি উলিওৱাৰ প্ৰমাণ অৱশ্যে ইয়াত ক'তো পোৱা নাযায়।

ঐতিহাসিক কালত এনেধৰণে মাটি উলিওৱা পদ্ধতি ঘাই প্ৰচলিত পদ্ধতি নাছিল , কিন্তু মহাকাব্যত তাৰ বৰ্ণনা আছে। মহাভাৰতৰ (1. 214-225) খাণ্ডৱদাহ পৰ্বত আৰ্য পদ্ধতিৰে ভূমি দাহ কৰাৰ সুন্দৰ বৰ্ণনা আছে। পূৰ্বৰ যজ্ঞত অত্যাধিক মাখন খোৱাৰ ফলত পেটবুগীয়া হৈ যেতিয়া শ্ৰান্ত অগ্নি দেৱতাই খাণ্ডৱ

(৫) ব্ৰাহ্মণসকলৰ গৃহদেৱতাসকলৰ মাজত ( Lares and Penates ) খোৱা 'শালিগ্ৰাম' [ শালেগ্ৰাম—fossil ammonite) সমূহ গণ্ডক নদীৰ পৰা অনা বুলি খ্যাত আছে। পৱিত্ৰতা ৰক্ষাৰ্থে এই ব্যৱস্থা। এই প্ৰথা শতপথ ব্ৰাহ্মণৰ শ্লোকটোৰ সমানে পুৰণি, এনে বোধ হয়।

অৰণ্য দাহ কৰিব নোৱাৰা হ'ল ( এই খাণ্ডৱ অৰণ্য দিল্লীৰ অনতিদূৰৰ যমুনা পাৰত ) আৰু প্ৰাৰ্থনা জনালে, তেতিয়া কৃষ্ণ আৰু পাণ্ডৱসকলে সেই অৰণ্য দাহ কৰি অগ্নিৰ শক্তি পুনৰ প্ৰতিষ্ঠা কৰিলে। সেই অৰণ্য তেতিয়া ইন্দ্ৰৰ দ্বাৰা ৰক্ষিত আছিল। তাত অন্যান্য জীৱৰ লগতে অতিকায় নাগ তক্ষকেও আশ্ৰয় লাভ কৰিছিল। সকলো দিশত জুই লগাই দিয়াৰ পাছত, বীৰসকলে সকলো পলায়নকামী অথবা সংগ্ৰামী জীৱক বধ কৰিলে। কেৱল ছটি প্ৰাণী দগ্ধ নোহোৱাকৈ ৰ'ল: অশ্বসেন, ময়, ( ময নামৰ অসুৰজন ইন্দ্ৰৰ দ্বাৰা নিহত নমুচিৰ ভাতৃ, এওঁ এজন বুদ্ধিমান ভাস্কৰ। পিছলৈ এৰেঁই পাণ্ডৱসকলৰ সভাগৃহ নিৰ্মাণ কৰিছিল। এই গৃহতে পাশাখেল খেলি পাণ্ডৱসকলে ৰাজ্য হেৰুৱাইছিল। ) আৰু চাৰিটি সাৰঙ্গ পক্ষী। পানীৰ মাছকে ধৰি সকলো জীৱ-জন্তুকে অগ্নিয়ে দাহ কৰিলে। কিছুমান যজ্ঞ-কৰোতাসকলে বধিলে। নাগ-তক্ষক সেই সময়ত তাত নাছিল, সেইবাবে কোনো ৰকম বাচিল।

এতিয়া আমি ভৌগোলিক দিশৰপৰা বিষয়টো আলোচনা কৰোঁহক। বিদেহ আৰু কোসলসকলে আধুনিক উত্তৰপ্ৰদেশ আৰু বিহাৰত ঐতিহাসিক কালতো ৰাজত্ব কৰিছিল। এওঁবিলাকৰ লগত মহাকাব্যৰ গভীৰ সম্পৰ্ক। তাৰ কাৰণ সম্ভৱতঃ এনে ধৰণৰ,—যিবোৰ মুখিয়ালে তেওঁলোকে দাবী কৰা উপৰিপুৰুষসকলৰ সন্মান প্ৰতিষ্ঠাৰ্থে মহাকাব্য আৱশ্যকমতে ব্ৰাহ্মণসকলৰ হতুৱাই ন-কৈ লিখোৱাৰ কথা অনুভৱ কৰিছিল, সেইবোৰ মুখিয়ালক সন্তুষ্ট কৰিবলৈ মহাকাব্য ন-কৈ ৰচনা কৰা হৈছিল। ইতিপূৰ্বে বৈদিক বংশাৱলীৰ পৰালি পৰিছিল। কাৰণ পুৰণি বৈদিক জনজাতি সমূহৰো বিনাশ ঘটিছিল। অথবা নতুন ব্ৰাহ্মণসকলে তেওঁলোকক বৰ্বৰ বুলি বিবেচনা কৰিছিল। ৰামৰ মাক কোসল বংশৰ কুঁৱৰী আছিল। কিন্তু পৰৱৰ্তী কালত এই কোসলসকল দক্ষিণলৈ গৈ আধুনিক মহানদীৰ পাৰত বাস কৰিবলৈ লৈছিল। যিসকল উত্তৰত ৰৈ গ'ল সেইসকলে বৌদ্ধযুগত আধুনিক উত্তৰপ্ৰদেশৰ গণ্ডা আৰু বাহ্ৰাইক জিলাৰ ওচৰে-পাজৰে বস-বাস কৰিছিল; হিমালয়ৰপৰা গঙ্গা নদীলৈকে ধৰি এই অঞ্চলত তেওঁলোকৰ ৰাজ্য প্ৰতিষ্ঠিত হৈছিল। বিদেহ-ৰাজ জনকৰ অপহৃতা কন্যা সীতাক বাপেকে হলকৰ্ষণত লাভ কৰিছিল। সীতা শব্দৰ অৰ্থ 'নাঙলৰ সীৰলু'। সকলোবোৰ শাস্ত্ৰতে বৰ্ণিত আন এটি বংশ হ'ল কুৰুবংশ। ঋকবেদত পোৱা কুৰুশ্ৰৱণ ( কুৰুসকলৰ গৌৰৱ ) শব্দৰপৰা (R.V. 10 32. 9 আৰু 10) সেইকালত তেওঁলোকৰ অৱস্থিতিৰ কথা অনুমান কৰিব পাৰি। এই ৰজাজন মিত্ৰাতিথিৰ পুত্ৰ। এওঁ ত্ৰসদস্যু বা ত্ৰসদসীয়ুৰ

বংশধৰ আৰু উপমশ্ৰবসৰ পিতৃ। ঋষিজনা হ'ল কৱষ এইলুস। এওঁক দাসীপুত্ৰ বুলি এসময়ত নিন্দা কৰা হৈছিল। তেৱেঁই পাশাখেলৰ ( পাশা খেলুৱৈৰ ) বিখ্যাত আৰু চিত্তস্পৰ্শী শ্লোকৰ ৰচয়িতা ( R. V. 10. 34 )। এৱেঁই ভোকত অস্থিৰ হৈ কৈছিল যে তেওঁৰ কামিহাড়বোৰে পতিৰ সতিনীসকলৰ দৰে কাজিয়া কৰিছে। উপমশ্ৰৱসক উদ্দেশ্য কৰি তেওঁ পুনৰ কৈছিল,—"হে কুৰুশ্ৰৱণ-পুত্ৰ উপমশ্ৰৱস, হে মিত্ৰাতিথি-পৌত্ৰ, মোৰ কথালৈ কাণ কৰা, মই তোমাৰ পিতৃৰ প্ৰিয় গীতিকাৰ।"

যমুনা তীৰবৰ্তী দিল্লী-মিৰাট অঞ্চলত কুৰুসকলে বাস কৰিছিল বুলি ধাৰণা হয়। এওঁলোক পঞ্চালসকলৰ ( five eels ) মিত্ৰ আছিল। বুদ্ধৰ যুগলৈকে ক্ষুদ্ৰ ৰজাৰূপে কুৰুসকলে সেই অঞ্চলতে ৰাজত্ব কৰি আছিল। দীঘনিকাযৰ মতে (D N 15., D N 22) বুদ্ধই নিজে কুৰুদেশৰ কম্মাসদম্ম নামৰ ( কুৰুসকলৰ ) বাণিজ্য স্থান (নিগম) দৰ্শন কৰিছিল। মহাজিম নিকাযত (M N 10, MN 106) এই ঘটনাৰ উল্লেখ আছে। মহ্‌জিমনিকায়ত ( M N 82 ) বুদ্ধ-শিষ্য ৰট্‌ঠপাল ( ৰাষ্ট্ৰপাল ) স্থানীয় পৰিবালসমূহৰ ঘাই গাওঁবুঢ়াৰ পুত্ৰ আছিল। এওঁ থুল্ল-কোট্‌ঠিতত ( কুৰুদেশ ) বাস কৰিছিল আৰু তাতে ভগবান বুদ্ধই তেওঁক দীক্ষিত কৰে। এই থুল্ল-কোট্‌ঠিততে কুৰুসকলৰ মিগাচীৰ নামৰ এখন ৰাজকীয় উপবন আছিল।

উত্তৰ-কুৰুসকলে মেৰু পৰ্বতৰ সমীপবৰ্ত্তী অঞ্চলৰ 'ভূস্বৰ্গত বাস কৰিছিল বোলা' সন্মানসূচক কিম্বদন্তী অক্ষুণ্ণ ৰাখি তাত বসবাস কৰিবলৈ সমৰ্থ হৈছিল। সেই ভূস্বৰ্গত সকলো মানুহ দয়াবান, তেওঁলোকে পবিত্ৰ জীৱন যাপন কৰিছিল, সেই দেশৰ মানুহৰ নাঙলেৰে খেতি কৰাৰ অভ্যাস নাছিল। মাটিত যি বনৰীয়া ধান হৈছিল তাকে তেওঁলোকে ব্যৱহাৰ কৰিছিল। তেওঁলোকে ৰথৰ ব্যৱহাৰো নকৰিছিল। ঐতৰেয় ব্ৰাহ্মণত ( A B. 8 14 ) এই উত্তৰ-কুৰুসকলৰে উল্লেখ আমি পাওঁহক। তেওঁলোকৰ ৰজাসকলক হিমালয়ৰ সিপাৰৰ দেশত বিশেষভাৱে পবিত্ৰ কৰাৰ কথা তাত পোৱা যায়। ঐতৰেয় ব্ৰাহ্মণত ( A.B. 8. 23 ) তেওঁলোকৰ ভূস্বৰ্গৰ যি বিৱৰণী আমি পাওঁ, সেই বিৱৰণীমতে সেই ঠাইখন দুৰ্জেয় দেৱ-ভূমি। কোনো মৰত বাসীয়ে সেই ঠাই জয় কৰিব নোৱাৰে। ভাৰতবৰ্ষত উপাখ্যান বা অতি কথাৰ লগত বাস্তৱ অৱস্থাৰ প্ৰভেদ এনেয়ে খুব নগণ্য, তাতে সেই কালত এই প্ৰভেদ আৰু কম আছিল, বিশেষকৈ মূল আধাৰবোৰৰ ক্ষেত্ৰত। অন্যান্য স্বৰ্গৰ আখ্যানৰ লগত এই ভূস্বৰ্গৰ আখ্যান তুলনা কৰিলে আমি যি তথ্যৰ আভাস পাওঁহক, সেই তথ্যৰপৰা

ইয়াকে অনুমান কৰিব পাৰি যে ই এটা মুক্ত, সুখী, শান্তিময় জনজাতীয় জীৱনৰ পৰম্পৰা ; তাত কোনো ধৰণৰ আক্ৰমণে তেওঁলোকক ছোৱা নাছিল, আৰু খেতি-বাতিৰো প্ৰচলন নাছিল।

৫.৫ বহুত গ্ৰন্থত কোসলকুলৰ প্ৰতিষ্ঠাতা ইক্ষ্বাকুৰ ( এওঁ ঋক্‌বেদৰ 10. 60. 4 শ্লোকত বৰ্ণিত এজন নামনাচ দলপতি মাথোন ) নাম পাওঁহঁক। গ্ৰন্থসমূহত উল্লিখিত ভালেমান উমৈহতীয়া নামৰ মাজত আমি এই নামৰ উল্লেখ দেখা পাওঁ। ইক্ষ্বাকু শব্দৰ উৎস হ'ল ইক্ষু শব্দ, অৰ্থাৎ কুঁহিয়াৰ। অথৰ্ববেদত (AB 1. 34. 5) আমি এই শব্দৰ প্ৰথম উল্লেখ পাওঁহক। এই শব্দৰ আন এটি অৰ্থ হ'ল এবিধ লাও। ইয়াৰ পৰাই ধৰিব পাৰি যে এই শব্দটো টোটেম স্বৰূপে প্ৰাক্-আৰ্য যুগত ব্যৱহৃত হৈছিল। শৰ্কৰা শব্দটো সমগ্ৰ জগততে জনাজাত হৈছে : এইটো ভাৰতীয় শব্দ যদিও সংস্কৃত মূলজাত নহয় যেন লাগে। ৰামচন্দ্ৰ ইক্ষ্বাকু কুলজাত। ৰামচন্দ্ৰৰ পিতা দশৰথ নামটোৰ লগত মিটন্নীয নাম Tuzrattaৰ মিল আছে। সেই একে কুলৰে আন এজন লোক হ'ল, মহাৰথী বৃহদ্ৰথ ( মৈত্ৰী উপনিষদৰ 1 2 নম্বৰ শ্লোক চাওক )। বৃহদ্ৰথ শব্দই এজনতকৈ অধিক দলপতিৰ কথা[৬] বুজায়। বৃহদ্ৰথ পুত্ৰ জৰাসন্ধই ( জৰাৰ দ্বাৰা জোৰা লগোৱা ) মহাভাৰতৰ কালত বিহাৰৰ ৰাজগীৰত ৰাজত্ব কৰিছিল বুলি পোৱা যায়। এওঁৰ জন্মৰ ইতিহাস এনে ধৰণৰ। দুজনী বাযেক ভনীয়েকে মন্ত্ৰপূত ফল এটাৰ দুভাগ খোৱাত দুয়োজনীৰে গৰ্ভত দুটা ফাল উপজিল। পিছত দুয়োফাল মাংসপিণ্ডকে দলিযাই পেলাই দিয়া হ'ল। সেই দুই খণ্ড পিছত জৰা ৰাক্ষসীয়ে বুটলি লগলগাই এটি শিশুৰ সৃষ্টি কৰিলে আৰু সেই ৰাক্ষসীৰ নামেই তাৰ নামকৰণো কৰা হ'ল ( Mbh 2 16 31-40 )। এই জৰাসন্ধকে ভীমে আকৌ দুফাল কৰিলে। জৰাসন্ধই মথুৰাৰপৰা কৃষ্ণ আৰু যদুসকলক খেদি পঠিয়াইছিল। পুৰাতত্ত্বৰ গবেষণা কৰিলেহে জনা যাব এই জৰাসন্ধ ঐতিহাসিক ব্যক্তি হয়নে নহয়। ৰাজগীৰত এতিয়াও বিৰাটাকাৰৰ প্ৰাগৈতিহাসিক শিলৰ বেৰ পোৱা যায়। শেহতীয়াকৈ ধৰিলেও এই শিলৰ প্ৰাচীৰবোৰ বুদ্ধৰ মৃত্যুৰ পাছত ৰাজত্ব কৰা অজাতশত্ৰুৰ দিনৰ বুলি ঠাৱৰ কৰিব পাৰি,—অৰ্থাৎ ৪৮০ খ্ৰীঃ পূঃ মানৰ। অজাতশত্ৰুৱেই ( M N 108 )

---

(৬) মন্ত্ৰটোত বৃহদ্ৰথ শব্দই এজন ৰজাক বুজাইছেনে দুজন ৰজাক বুজাইছে তাক কোৱা টান। ইন্দ্ৰ বৈকুণ্ঠই মানুহজন বা মানুহ দুজনক ৰক্ষা কৰিলেনে মাৰিলে তাকো জনা নাযায় ( Rv. 10 49.6 )।

ৰাজগীৰৰ এই প্ৰাচীন প্ৰাচীৰসমূহ নিৰ্মাণ অথবা পুনৰ্বানিৰ্মাণ কৰিছিল। এই প্ৰাচীৰসমূহ ভালকৈ আজিও খনা হোৱা নাই; যদি এই বিৰাট প্ৰাচীৰবোৰ তাতোকৈয়ো পুৰণি বুলি পৰিগণিত হয়, তেন্তে জৰাসন্ধ প্ৰথম মগধপতি বুলি তেওঁকে প্ৰথম পশ্চিম দেশ আক্ৰমণকাৰী বীৰ বুলি গণিতা কৰিব পৰা যায়। কিন্তু ৰাজ্যৰ ভৌগোলিক অৱস্থিতি নিৰ্ণয় অত্যন্ত কঠিন। বীৰ কৃষ্ণক গ্ৰীক্‌সকলে হেৰক্লেছ বুলিছে, কাৰণ এওঁ যমুনাত সহস্ৰফনাযুক্ত কালনাগক দমন কৰে আৰু তেৱেঁই মথুৰাত মল্লসকলক বধ কৰে। শেহত এই কৃষ্ণই নিজৰ মানুহবোৰ লৈ মথুৰা ত্যাগ কৰি কাথিয়াবাৰৰ দ্বাৰকালৈ গমন কৰে। উপাখ্যান মতে যদুসকল ( Mbh 2 13 49 65 ) মথুৰাৰপৰা পশ্চিম দিশে যায় বুলি জনা যায়। কিন্তু দ্বাৰকা প্ৰকৃতপক্ষে মথুৰাৰ দক্ষিণেহে। এই বাটত এখন মৰুভূমি আছে। দ্বাৰকাত খননকাৰ্য কৰি কৃষ্ণৰ বিষয়ে কিছু জনা যাব পাৰে। কিন্তু আফ্‌গানিস্থানৰ দৰৱাজ দ্বাৰকাৰ সমাৰ্থক, সেই ঠাই খানিলেও তথ্য ওলাব পাৰে। বৰং মথুৰাৰ ভগনীয়া যাত্ৰীসকলে পূৰ্বৰ আৰ্যৰ আগমনৰ পথেদি ঘূৰি গৈছিল বুলি অনুমান কৰাটো বিধেয় হ'ব। এনে অনুমান সঠিক হ'লে দৰৱাজ হে ভগনীয়াসকলৰ লক্ষ্যস্থল হোৱা বোধ সম্ভৱপৰ। মহাভাৰতত গোৰথ পৰ্বতৰ উল্লেখ আছে। ৰাজগীৰৰ সমীপবৰ্তী পৰ্বত এটাত ব্ৰাহ্মী আখৰত লেখা গোৰথ শব্দটি খোদিত অৱস্থাত পোৱা গৈছে[৭]। গতিকে এই ঘটনাৰ সংক্ৰান্তত পুৰাতাত্ত্বিক গবেষণা কৰিবলৈ যথেষ্ট কাৰণ আছে বুলি ধৰিব পাৰি।

দিল্লীৰ কাষৰ কুৰুক্ষেত্ৰত হোৱা মহাযুদ্ধত কুৰুসকলৰ নিধন হোৱাৰ পিছত পাণ্ডৱসকলে তেওঁলোকৰ অন্তিম কালৰ আভাস পাই তক্ষশিলাত ( তক্সিলা ) উত্তৰাধিকাৰী পৰীক্ষিত ৰজাক সিংহাসনত বহুৱাই থৈ যায়। কিন্তু পৰীক্ষিত ইমান দূৰলৈ কিয় যাব লগা হ'ল সেই কথা জনা নাযায়। আনহাতে কুৰুসকলনো কেনেকৈ যুদ্ধৰ সময়লৈকে বাচি ৰ'ল তাকো ভালদৰে জনা টান। ব্ৰাহ্মণসকলৰ সাহিত্যত পৰীক্ষিতক যজ্ঞকৰা বাবে ভূয়সী প্ৰশংসা কৰা হৈছে। তেওঁ যজ্ঞৰ পুৰুহিতসকলক উদাৰচিত্তে দান কৰিছিল।

'আপোনালোক মৰণশীল মানুহতকৈ শ্ৰেষ্ঠ, দেৱতুল্য', লোকপালক ৰজা বৈশ্বানৰ

---

(৭) মহাভাৰতৰ মতে ভীম আৰু কৃষ্ণই গোৰথাগিৰিৰপৰা পুৰণি ৰাজগিৰ ( গিৰিব্ৰজ ) নিৰীক্ষণ কৰিছিল ( Mbh. 2. 18. 30 )। বৰাবৰ পৰ্বতৰ কলিত এই নামটো পোৱা যায়। ( cf. V. H. Iackson's report ın JBORS, Vol. 1 pp 152 172 )।

পৰীক্ষিতৰ উচ্চ প্ৰশংসা শুনক। অতিশয় শ্ৰেষ্ঠ পৰীক্ষিত ৰজাই ৰাজপাটত উঠিয়েই আমাক ঘৰবাৰী যোগাৰ কৰি দিছে। কুৰুদেশত পতিসকলে নিজ নিজ ঘৰত আশ্ৰয় পাই পত্নীৰ লগত এইদৰে কথা পাতে। 'মই আপোনাক কি দিওঁ ? দৈ দিওঁনে, মদ দিওঁনে, ঘোটা পানীয় দিওঁ ?'—পৰীক্ষিতৰ ৰাজ্যত পত্নীয়ে পতিক এইভাৱে সোধ পোচ কৰে। পোহৰৰ দৰে পকা বালি পাত্ৰৰ কাণ উপচি বাগৰি পৰে। পৰীক্ষিত ৰজাৰ ৰাজ্যত প্ৰজাসকলে আনন্দত কাল কটাইছে। (AV 20 27 7 -10)

কুৰুদেশৰ উল্লেখৰপৰা বুজা যায় যে তাত মানৱীয় ৰজাক পৱিত্ৰ অগ্নিৰ থাপলৈ উন্নীত কৰা হৈছে, অকল অগ্নিক মানৱীয় নাম দি পূজা কৰাই নহয়। কিম্বদন্তীমতে পৰীক্ষিতৰ অভিষেকৰ লগে লগে ৩১০১ খ্ৰীঃপূঃত কলিযুগ আৰম্ভ হয়। সিন্ধু উপত্যকাৰ বাহিৰে আন ঠাইৰ ঘটনাৱলীৰ কথা এই যুগৰ লগত সংশ্লিষ্ট কৰা টান। আনহাতেদি মহাভাৰত ৰচনাৰ পূৰ্বেই সিন্ধু সংস্কৃতি যে সম্পূৰ্ণৰূপে বিস্মৃতিৰ গৰ্ভত লোপ পাইছিল তাক নকলেও হ'ব। উপনিষদসমূহত পৰীক্ষিতৰ বংশৰ পৰিণতি সম্পৰ্কে এটি অমীমাংসিত প্ৰশ্ন পোৱা যায়, 'পৰীক্ষিতৰ সতি সন্ততিসকলৰ কি হ'ল ?'

বিভিন্ন পৰম্পৰাৰ মাজত প্ৰভেদ ঘটাৰ আংশিক কাৰণ হ'ল বিভিন্ন গোষ্ঠীয়ে বিভিন্ন ধৰণৰ পৰম্পৰাক নিজ নিজ বিশেষ সম্পত্তি বুলি বিবেচনা কৰিছিল। ভৃগুসকলে[৮] মহাভাৰতখন পুনৰায় লেখি উলিয়াইছিল। কাশ্যপসকলে বেদৰ ভালেমান টীকা আৰু বৌদ্ধশাস্ত্ৰসমূহ ৰচনা কৰিছিল। মহাভাৰতৰ সমীক্ষকসকলে তাত অকল নতুন আখ্যান বা ঘটনা যোগ দিয়েই ক্ষান্ত নাছিল, ভালেমান নতুন মতবাদো সংযোগ কৰি দিছিল। বিৰাট শান্তিপৰ্বখণ্ড গঙ্গাতনয় আৰু মহাকাব্যৰ পূৰ্বখণ্ডৰ প্ৰখ্যাত নায়ক ভীষ্মদেৱৰ মুখনিসৃত শিকনিৰে ভৰপূৰ। ধৰ্মশাস্ত্ৰসমূহৰ ভিতৰত শেহতীয়া গ্ৰন্থ এখনৰ নাম উল্লেখ কৰিব পাৰি। এইখনৰ নাম

(৮) ভি এছ সুকৃঠঙ্কাৰৰ এইটো ডাঙৰ আৱিষ্কাৰ ( ABORI. Vol. 18. pp 1-17 Epic Studies VI—Collected papers in Sukthankar memorial edition—pp 278-337 )। ৰচনাত পৰশুৰামৰ অতিৰঞ্জিত বৰ্ণনাৰ অনুপাতেই প্ৰায় অনাৱশ্যকভাৱে পৰশুৰামৰ পৌনঃপৌনিক উল্লেখো কৰা হৈছে :—পিছে তাৰ পৰাই তথ্যৰ সূত্ৰ পোৱা গ'ল। সুকৃঠঙ্কাৰে বন্দোপাধ্যায়ৰ আলোচনা কৰোঁতে ( Festschriff—F. W. Thomas, 294-303. Mem, ed. 406-415 ) দেখুৱাইছে যে মহাভাৰত কাব্যৰ ভাৰত আৰু মহাভাৰত এই দুই সংস্কৰণৰ মাজৰ কালছোৱাতে খুব সম্ভৱ ৰামায়ণৰ ৰচনা হৈছিল।

ভগবদ্‌গীতা। এই গ্ৰন্থখনে নতুন উদ্দেশ্যেৰে সাংখ্য, উপনিষদ, আৰু বৌদ্ধদৰ্শনৰ সমাহাৰ কৰি নতুন ৰূপ দিছে। ব্যক্তিগত ভগবানত বিশ্বাস ইয়াৰ মূল সূত্ৰ। এই বিশ্বাস থাকিলে সকলো অপৰাধ স্খলন হয়। আনকি যুদ্ধত ভাতৃ হত্যাও অপৰাধ হিচাপে গণ্য নহয়। এই ব্যক্তিগত ঈশ্বৰজনা হ'ল শ্ৰীকৃষ্ণ। মহাভাৰতৰ সমালোচনামূলক টীকা প্ৰস্তুত হোৱাৰ কালত এওঁক বিষ্ণু নাৰায়ণৰ অৱতাৰ বুলি স্বীকাৰ কৰা হয়। তেতিয়াও ইবোৰ অৱতাৰক স্বীকাৰ কৰি লোৱা নাছিল। আচল কৃষ্ণৰ ঐতিহাসিক ব্যক্তিত্ব থাককেই বা নাথাককেই, গীতাৰ অথবা অনুগীতাৰ স্ৰষ্টা শ্ৰীকৃষ্ণৰ ঐতিহাসিক বৈশিষ্ট্য একো নাই। মহাকাব্য অনুযায়ী তেওঁ অৰ্জুনৰ সাৰথি আৰু পঞ্চপাণ্ডৱৰ উপদেষ্টা। তেওঁৰ নিজৰ বংশৰ লোকসকলে প্ৰতিপক্ষৰ হৈ যুদ্ধ কৰিছিল আৰু শেহান্তত তেওঁলোক গৃহযুদ্ধত ধ্বংসপ্ৰাপ্ত হৈছিলগৈ। যদু-সকলৰ নাম ঋক্‌বে'দতো পোৱা যায়, আনহাতে আজিও আমাৰ দেশত ভালেমান যাদৱ বা যাধৱ বাঁচি আছে। এওঁলোক প্ৰকৃততে যদুবংশীয় নে নাই ব্ৰাহ্মণবিৰচিত উপাখ্যানৰ অপৰিহাৰ্য সহায়ত এই বিখ্যাত বংশ প্ৰাপ্ত হৈছিল তাক নিৰ্ণয় কৰা কঠিন। আলোচিত গ্ৰন্থসমূহৰপৰা বুৰঞ্জী উদ্ধাৰ কৰাৰ আগতে ইয়াৰ লগত সম্পৰ্ক থকা 'পটাৰী' বা মাটিৰ বাচনাদিৰ কালক্ৰম আৰু স্তৰ নিৰ্ণযৰদ্বাৰা 'পুৰাতত্ত্ববিদসকলে জ্ঞান আহৰণ কৰিব লাগিব, কিন্তু এইকাম মুঠেই সহজ নহয়। ভগবদ্‌গীতাৰ মাজত দেখা বিভিন্ন ভাৱৰ সমন্বয় খুব সফল হ'ল, আজিও উচ্চ হিন্দুসকলৰ ভাৱজগতত উদয় হোৱা সংঘৰ্ষ নিবাময় কৰোতে ভগবদ্‌গীতাৰ শক্তি কামত লগোৱা হয়। বি, জি, তিলকে নিজৰ জীৱনৰ অনুপ্ৰেৰণাৰ স্থল গীতাৰ এখন নতুন টীকা ৰচনা কৰিছিল। (তিলকে ওৰে জীৱন ভাৰতীয় বুৰ্জোৱাসকলৰ স্বাৰ্থৰ হকে যু'জ দিছিল, কিন্তু লগতে আৰ্যসকলৰ আদিভূমি আৰ্কটিক মহাদেশ বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল।) মহাত্মাগান্ধীয়ে ভাৰতৰ বুৰ্জোৱা জাতীয় স্বাধীনতা আন্দোলনৰ সফলতা অনাত আচল নেতৃত্ব দান কৰিছিল, তেৰোঁ গীতাৰ ওপৰত একান্তভাৱে নিৰ্ভৰ কৰিছিল।

৫.৬ মহাভাৰতৰ মূল আখ্যান আৰু তাৰ লগত জড়িত গৌণ ধৰ্মীয় উদ্দেশ্যৰ কথা নিলগাই চালে, পৰীক্ষিততনয় জন্মেজয়ৰ যজ্ঞত যে এই মহাভাৰত পাঠ কৰা হৈছিল তাৰ কথা স্পষ্ট হৈ পৰে। এই যজ্ঞৰ সংকল্প আছিল নাগসকলৰ সম্পূৰ্ণ উচ্ছেদ সাধন; এই উদ্দেশ্য প্ৰায় সফল হৈছিলগৈ।

নাগ শব্দৰ আভিধানিক অৰ্থ হ'ল ফেঁটীসাপ অথবা হাতী। ইয়াৰ দ্বাৰা যে বহুলভাৱে প্ৰচাৰিত ফেঁটীসাপৰ পূজা-পাতলৰ বা পদ্মাৰ কথা বুজোৱা হৈছে সেই

সম্পৰ্কে আমি নিসন্দেহ। অসম আৰু বৰ্মাত নাগ জনজাতিসকল এতিয়াও বাচি আছে। এই নাগসকলৰ ( নগা ) স্বায়ত্বশাসনৰ দাবীয়ে নতুন জাতীয় চৰকাৰৰ যথেষ্ট অসুবিধাত পেলাইছে। অন্যান্য নাগসকলে মধ্যভাৰতৰ উত্তৰ খণ্ডত[১] ক্ষুদ্র ৰজা হিচাপে ৰাজত্ব কৰাৰ কথা বুৰঞ্জীত পঢ়িবলৈ পাওঁহঁক। এই ৰজাসকলে প্রায় ১৫০ খ্রীঃত কিছুদিনৰ কাৰণে কেইটামান মুদ্রাও প্রচলন কৰিছিল। ভাজাত (Luders, 1078) দান দিওঁতা নাভসৱ এজন নাগৰজা আছিল বুলি ধাৰণা হয়। সমুদ্র মন্থন কৰোঁতে সহস্রফনা নাগক জৰী হিচাপে ব্যৱহাৰ কৰা হৈছিল। পিছত তেওঁ শিৱ আৰু বিষ্ণু উভয়বে অভিভাৱকৰূপে অৱতীর্ণ হৈছিল। নাগপঞ্চমীৰ দিনা সমগ্র দেশতে যিটি গুৰুত্বপূৰ্ণ উৎসৱ প্ৰতিপালিত হয়. সেই উৎসৱত এই নাগৰ পূজাও হয়। নাগৰ আন এটি নাম হ'ল তক্ষক। ইযায় অৰ্থ বাঢ়ৈও হয়। পৰম্পৰা মতে নাগ হৈছে সৰ্প-ৰাক্ষস, ই ইচ্ছা কৰিলেই মানৱৰূপ ধাৰণ কৰিব পাৰে। এই নাগক উচ্চখাপৰ কাৰিকৰ ৰূপেও দেখিবলৈ পাওঁহঁক। একে তক্ষ ধাতুৰপৰা তক্ষিলা হৈছে, আনহাতে কাশ্মীৰত বিবিধ নাগ-পূজাৰ থান আমি দেখিবলৈ পাওঁহঁক। নীলমত পুৰাণত ( সম্পাদক—K de Vreese Leiden 1949 ) এই থানবোৰৰ প্ৰাচীনত্বৰ প্ৰমাণ পোৱা গৈছে। ইযাৰ পৰা বুজা যায এই পূজাবোৰ কাশ্মীৰ উপত্যকাৰ আদিম থলুৱা পূজা। শ্রীকণ্ঠনাগ থানেশ্বৰৰ অধিষ্ঠাতা দেৱতা আছিল ( Har. 96 111-113 )। নাগ নামটি আৰু নাগপূজা সম্পূৰ্ণৰূপে অনাৰ্য। কিন্তু তৈত্তিৰীয উপনিষদত ( TS 5 5. 10 ) পবিত্র অগ্নিৰ অধিষ্ঠাতা দেৱতা স্বৰূপে সাপক বিশেষ পূজা দিযাৰ ব্যৱস্থা আছে। বুদ্ধৰ বংশ শাক্য। এই শাক্যসকলৰ ওচৰ-চুবুৰীয়া জনজাতি আছিল কোলীয়সকল। পুৰাণি পালি সাহিত্য পঢ়িলে বুজা যায় এই কোলীয়সকল তেতিয়া আৰ্যীকৃত হওঁ হওঁ অৱস্থাত আছিল। পিছৰ যুগৰ 'মহাবস্তু'ত বাৰানসীৰ কুষ্ঠৰোগী কোল ঋষিক কোলীয়সকলৰ পূৰ্বপুৰুষ বুলি গণ্য কৰা হৈছিল। পালি সাহিত্যৰপৰা বুজা যায় যে এটি বান্ধ বান্ধি নৈ এখনৰ সোঁতি সলাই দিয়াৰ অজুহাত লৈ কোলীয় আৰু শাক্যসকলৰ যুদ্ধ লাগিছিল। এই

(১) কে, পি জয়ছৱালে History of India ত ( 150 AD to 580 AD-Lahore 1933 ) নাগ শাসনৰ কথা অসম্ভৱ ধৰণে অতিৰঞ্জিতকৈ বৰ্ণাইছে। অৱশ্যে কিছুমান ক্ষুদ্র নাগ ৰজাৰ অৱস্থিতি সম্পৰ্কে আমি নিসন্দেহ ( তাৰে প্ৰথম আৰু শেষৰ জন ৰজাৰ নাম আমি জানো )। এইকালত এওঁলোকে বিন্ধ্য অঞ্চল আৰু সম্ভৱতঃ মথুৰাতো ৰাজত্ব কৰিছিল। কলিযুগৰ বংশাৱলীত ( DKA 49. 53) এই ৰজাসকলৰ শাসনৰ কেৱল উল্লেখহে আছে।

যুদ্ধত শাক্যসকলে পানীত বিহ ঢালি কোলীয়সকলৰ বিৰুদ্ধে অনাৰ্য যুদ্ধ-পদ্ধতি অৱলম্বন কৰিছিল। বুদ্ধৰ দগ্ধ অস্থিৰ অষ্টমাংশ কোলীয়সকলৰ সদৰ ঠাই ৰামগামলৈ নিয়া হৈছিল। দীঘনিকায়ৰ প্ৰাচীন শ্লোক এটাৰ মতে ( DN 16 gatha 28 ) নাগসকলে ৰামগামত সেই অস্থিৰ পূজা কৰিছিল। গতিকে কিছু সংখ্যক অথবা গোটেইখিনি কোলীয়ই সেই সময়ত নাগ আছিল। বৌদ্ধ বিনয়ৰ শ্লোক অনুসৰি নাগসকলক বিহাৰত[১০] অন্তৰ্ভুক্ত হ'বলৈ দিয়াটো নিষিদ্ধ আছিল।

নাগসকলৰ শেহতীয়া আৱিৰ্ভাৱ আৰু সুবিস্তৃত ভৌগোলিক প্ৰসাৰৰ কথা ব্যাখ্যা কৰিবলৈ আৰ্যসকলে সকলো বৰ্বৰ জনজাতিকে এটা সাধাৰণ নাম দি তাৰেই তেওঁলোকৰ পৰিচয় দিছিল বুলি ধৰি লব লাগিব, কাৰণ সাপ-পূজা পিছলৈ আৰ্য পূজা-পাতলৰ অন্তৰ্ভুক্ত হৈ পৰিছিল। যিখিনি অৱশিষ্ট প্ৰমাণ পোৱা গৈছে, সেইখিনি প্ৰমাণৰপৰা অনুমান হয় এই জনজাতিসমূহ আৰ্য বসতি অঞ্চলৰ দাঁতি-কাষৰীয়া ঠাইত থকা থলুৱা আদিবাসী। আৰ্যসকলৰ প্ৰভাৱৰ ফলত তেওঁলোক অন্যান্য আদিবাসীৰ তুলনাত যথেষ্ট আগবঢ়া আছিল। দেখাত নাগসকলক আৰ্যবসতি অঞ্চলৰপৰা ভাগি গৈ তাৰ দাঁতিকাষৰীয়া অঞ্চলত বাসকৰা যেন বোধ হ'লেও প্ৰকৃতপক্ষে আৰ্য প্ৰভাৱৰ ফলত ন ন জনজাতি সততে নাগসকলৰ পৰ্যায়লৈ উন্নীত হোৱাৰ ফলতেই এই ভ্ৰান্তিৰ উদ্ভৱ হৈছিল। এইবিধ সাংস্কৃতিক আন্দোলন আৰ্যকৰণৰ পূৰ্বৰ স্তৰৰ। এনে বিস্তাৰৰ ফলতে কোলীয়সকলৰ দৰে কিছুমান প্ৰাক্তন নাগ জনজাতি আৰ্য সমাজভুক্ত হৈছিল। মহাভাৰতৰ আৰম্ভণিতে আমি প্ৰাক্তন নাগৰজাসকলৰ এখন তালিকা পাওঁ, এই তালিকাভুক্ত নাগসকলে মহাযুদ্ধৰ সময়ত ৰজৰূপে পুনৰ জন্ম পাইছিল। তাৰে ভিতৰত উল্লেখযোগ্য ৰজাজন হ'ল কুৰুৰাজ অন্ধ ধৃতৰাষ্ট্ৰ। বৌদ্ধ সাহিত্য মতে ধৃতৰাষ্ট্ৰ নাগ। দ্ৰোণপুত্ৰ অশ্বত্থামাৰ শিৰোমণি উৎপাটিতত কৰি পাণ্ডৱসকলক দিয়াৰ লগে লগে হে পাণ্ডৱসকলৰ হাতলৈ ৰাষ্ট্ৰৰ সাৰ্বভৌমত্ব হস্তান্তৰিত হয়। ধৃতৰাষ্ট্ৰৰ শতপুত্ৰৰ দৰে অশ্বত্থামাৰ (?) জন্ম এটা কলহত। মহাভাৰতত অশ্বত্থামাক ক'তো ৰজা বুলি কোৱা হোৱা নাই, কিন্তু পাণ্ডৱসকলে দ্ৰোণাচাৰ্যক কিছুকালৰ বাবে উত্তৰৰ পঞ্চাল ৰাজ্য দান দিয়াৰ কথা উল্লেখ আছে। অথচ পঞ্চালৰ ৰজা পাণ্ডৱসকলৰ শত্ৰুৰ আছিল। পঞ্চাল

---

(১০) মহাভগ্গ ( 1.63 ) ( SBE, 13, pp 217-9 )। প্ৰশ্নটো হ'ল 'আপুনি মানৱ নে কি?' আচল অৰ্থ, ন লোক জন নাগ হোৱা উচিত নহয়। এই কথা টীকাৰপৰা স্পষ্টভাৱে ধৰিব পাৰি।

ৰাজকন্যা দ্ৰৌপদী পঞ্চ পাণ্ডৱৰ[১১] উমৈহতীয়া তিৰোতা আছিল। এনে ধৰণৰ বহুস্বামী বিবাহ প্ৰথা অনাৰ্য বুলি বহুতৰে ধাৰণা ; অৱশ্যে বেদত কৃষক-দেৱতা মাৰুতসকলৰ ৰোদসী নামে এগৰাকী উমৈহতীয়া পত্নী আছিল বুলি উল্লেখ আছে। একালত নাসত্যসকলৰো সূৰ্যা নামে এগৰাকী উমৈহতীয়া পত্নী আছিল যেন বোধ হয়। সূৰ্যক পিছত নাসত্যসকলৰ ভগ্নী বুলি দৰ্শোৱা হৈছে। কিন্তু কালক্ৰমত এই দল-বিবাহৰ প্ৰথা লুপ্ত হ'ল, অৱশ্যে তাৰে ভিতৰত বহুপত্নী বিবাহ প্ৰথা ৰৈ গ'ল। কপালত মণি থকাৰ অৰ্থ ফেঁটীসাপৰ বা নাগৰ পৰম্পৰাগত চিহ্ন গ্ৰহণ কৰা। অশ্বত্থামাক সপ্ত চিৰঞ্জীৱীৰ এজন বুলি কিয় ধৰা হয় তাক জনা নাযায়। মেগেস্থেনিছে উল্লেখ কৰা ৰজা স্পতেম্বস অশ্বত্থামাই। দেখা যায় গোটেই ভাৰত যুদ্ধখনৰে উৎপত্তি কোনো লুপ্ত অনাৰ্য অথবা প্ৰাক্ আৰ্য ঘটনা-সূত্ৰত। কাৰণ ৰাজধানী হস্তিনাপুৰ ( অথবা আধুনিক দিল্লী ) 'নাগপুৰ' শব্দৰ সমাৰ্থক। নাগ শব্দটোৰ অৰ্থ হস্তিন্ বা হাস্তীও হয, সম্ভৱতঃ সাপচানেকীয়া শুৰডালৰপৰাই জন্তুটোৰ এনে নামকৰণ কৰা হৈছিল। বৌদ্ধ পৰম্পৰা মতে নাগ শব্দৰ অৰ্থ 'মহৎ চৰিত্ৰ'। ফলি পঢ়িলে ( EI 9, 174-18 ) বুজা যায যে একাদশ শতিকামানলৈকে নাগবংশৰ বুলি কোৱাটো গৌৰৱৰ কথা আছিল। বিভিন্ন আখ্যান আৰু অৰ্থৰ সংমিশ্ৰণৰ ফলত মহাভাৰতৰপৰা ইতিহাস উদ্ধাৰ কৰা সহজ কথা নহয়। মহাভাৰত আৰু পুৰাণসমূহৰ বৰ্তমানে ঐতিহাসিক[১২] মূল্য বৰ কম, সামান্য অংশৰ ভিতৰত যিবোৰ ঐতিহাসিক তথ্য নিহিত আছে, সেইবোৰ অন্য কিছুমান তথ্যৰ দ্বাৰা প্ৰমাণিত কৰা হৈছে।

---

(১১) পাণ্ডৱসকলৰ উমৈহতীয়া পত্নী প্ৰথা আছিল দেখি বহুতে তেওঁলোকক তিব্বতীয় আক্ৰমণকাৰী বুলি ঠিক কৰিছিল। কিন্তু তিব্বতীয় সকল ৩১০১ খ্ৰীঃ পূঃ আৰু ১০০০ খ্ৰীঃ পূঃৰ মাজৰ ছোৱা কালত দেশ আক্ৰমণ কৰিবলৈ সমৰ্থবান আছিল বুলি প্ৰমাণ পোৱা নাযায়। এই দুটা তাৰিখকে মহাভাৰতৰ যুদ্ধৰ কাল নিৰ্ণয়ৰ বাবে ধৰা হয়। দল-বিবাহৰ অৱশিষ্ট হৈছে বহুস্বামী আৰু বহুপত্নী বিবাহ। দেওৰ-বিবাহৰ ( levirate ) কথা ঋক্‌বেদত ( 10. 40. 2 ) উল্লেখ কৰা হৈছে। এই বিবাহো অৱশিষ্ট স্বৰূপ। সংস্কৃত শব্দ 'দাৰা' সদায় বহুবচনত ব্যৱহৃত হয়। এজনীক বুজালেও হয়।

(১২) এফ-ই পাৰ্জিটাৰৰ ( DKA ) গ্ৰন্থখনেই পুৰাণসমূহৰ ঐতিহাসিক তথ্য আৱিষ্কাৰ কৰাৰ অতি লাগতিয়াল ( সমালোচনাৰ ) প্ৰচেষ্টা। এওঁ ৰাজবংশাৱলী থকা সকলোবোৰ পুৰাণ পৰীক্ষা কৰিছিল। কিন্তু মুদ্ৰা আৰু ফলিৰ দ্বাৰা সমৰ্থিত হোৱাৰ ফলতহে এই তথ্যবোৰ লাগতিয়াল হৈছে।

আমাৰ দেশৰ আৰু বিদেশৰো ভালেমান লোকে 'টোটেম'বাদক অতি নীহ, দুৰ্ধৰ্ষ, বৰ্বৰ আৰু মহৎ সভ্যতাৰ পৰিপন্থী যেন জ্ঞান কৰে। আমি আদিম টোটেমীয় সমাজৰ কথা ইয়াত আলোচনা কৰা নাই , বৰং কিছু উন্নত সমাজৰ কথাহে কৈছো। এই সমাজত বংশ আৰু উপাধিক কেতিয়াও সমান মৰ্যাদা দিয়া হোৱা নাছিল। এই উন্নত সমাজবোৰে অন্যান্য আচল আদিম জনজাতিবোৰক নিজৰ ভিতৰত অন্তৰ্ভুক্ত কৰি লৈছিল। ৰোমৰ জন্তুবাচক বা শাক-বাচক গোত্ৰ নামবোৰ অৰ্থাৎ পৰ্চিযা (গাহৰি), এৰ্চিনিযা (গাধ), ফেবিয়া (উৰহী) আদি নামবোৰত বিভিন্ন স্তৰৰ টোটেমৰ অৱশেষ আবিষ্কাৰ কৰিব পৰা যায়। তৈত্তিৰীয় উপনিষদ (2 2) আৰু মৈত্ৰী উপনিষদৰ ( 11-12 ) অন্ন-দৰ্শনো সু-সংস্কৃত টোটেমবাদৰ সুন্দৰ উদাহৰণ। এই দৰ্শনমতে সকলো প্ৰাণীৰ জন্ম অন্নত, জীৱন অন্নত আৰু পৰৱৰ্ত্তী জীৱন-ৰূপো অন্নই। মানুহৰ লগত টোটেমৰ একত্ববোধ নাগ-সংস্কৃতিৰ এটা বিশেষত্ব। এনে জন্তুবাচক টোটেমৰ বিষয়ে সাধাৰণ বিশ্বাস প্ৰচলিত নথকা হলে, আত্মাৰ অভিপ্ৰয়াণ সম্পৰ্কীয বৌদ্ধ তত্বত মানুহে বিশ্বাস নকৰিলেহেঁতেন। অৱশ্যে বিশিষ্ট টোটেম পূজাবোৰৰ কথা খৰচি মাৰি জনাটো টান। কাৰণ এইবোৰ বংশৰ গুপ্ত-ক্ৰিয়াস্বৰূপ আছিল। আৰু গোপন অৱস্থাতে সেইবোৰৰ নাশ ঘটিল। সংস্কৃত ব্ৰত শব্দৰ অৰ্থ ধৰ্মানুষ্ঠান। আন এটি অৰ্থ হ'ল (এক বস্তুকে) 'কেৱল ভোজন কৰি চলা।' গতিকে এই শব্দৰ লগত টোটেমৰ সম্পৰ্ক আছে যেন লাগে। এবাৰ বুদ্ধ এচেল সেনীয নামৰ কুকুৰ-ব্ৰতাচাৰী শিষ্য এজনৰ ওচৰলৈ গৈছিল ( DN 24 MN 57 )। এই মানুহজনে সকলো কথাতে কুকুৰৰ অনুসৰণ কৰে। বুদ্ধই ভবিষ্যতদ্বাণী কৰিছিল, বোলে মৃত্যুৰ পাছত মানুহজনে হয কুকুৰ হিচাপে পুনৰ জীৱন পাব, নহয কুকুৰব্ৰতাচাৰীসকলৰ বাবে আচুতীয়াকৈ থোৱা নৰকৰ স্থান বিশেষত থাকিবগৈ। অৰ্থশাস্ত্ৰত (11 1) কুকুৰ জাতিক মানুহৰ দুৰ্ঘোৰ শত্ৰুসকলৰ শাৰীত থোৱা হৈছিল। সেই সময়ত বুদ্ধৰ সঙ্গী আছিল সাধাৰণ কোলীয শিষ্য পুন্ন , এই লগৰীয়াজন গো-ব্ৰতাচাৰী ( bull-vrata ) জাতিৰ লোক। সেই কাৰণে মৃত্যুৰ পাছত নিজৰো তেনে দশা হ'ব বুলি ভয কৰি তেওঁ বৌদ্ধধৰ্মত দীক্ষিত হ'ল। মহাভাৰতত ( Mbh 5 97. 13-14 ) কুকুৰব্ৰতাচাৰীসকলৰ বাবে নৰকত সুকীয়াকৈ থোৱা স্থানৰ কথা উল্লেখ আছে ; এটা প্ৰক্ষিপ্ত শ্লোকত কোৱা হৈছে যে এই ব্ৰতৰ অৰ্থ বলধৰ দৰে শান্তভাৱ আৰু অন্যান্য উচ্চ আধ্যাত্মিক গুণ প্ৰদৰ্শন কৰা। এচেলৰ কুকুৰ ব্ৰতৰ কথা ভাবিলে ভাৱ হয় যেন ই একপ্ৰকাৰ পাগলামিহে। কিন্তু যি নিৰ্দ্দিষ্ট ৰূপত ই প্ৰকাশ

পাইছিল, তাক লওঁতাই গহীনভাৱেই লৈছিল, কাৰণ ই যাই ব্ৰতবোৰৰ তালিকাত অন্তৰ্ভুক্ত আছিল। পালি সাহিত্যত আন আন ব্ৰতবো উল্লেখ আছেঃ বাদুলী, ছাগলী আৰু হাতী ব্ৰত ইত্যাদি। এইবিলাক ব্ৰতত মানুহে উল্লিখিত জন্তুবোৰক অনুসৰণ কৰি সন্ন্যাস ক্ৰিয়া পালন কৰিছিল। এচেলই যেনেকৈ কুকুৰক অনুকৰণ কৰি এনে ক্ৰিয়া কৰিছিল, ঠিক তেনেকৈ আনবোৰেও কৰিছিল। সপ্তম শতিকাত বাণেও 'ব্ৰত' শব্দ ব্যৱহাৰ কৰিছিল। তেওঁৰ বৰ্ণনামতে বাৎসায়ন-গোত্ৰৰ অনুগামীসকল কুক্কুটব্ৰতাচাৰী (কুকুৰা ব্ৰতাচাৰী) আছিল[১৩]। এজন টীকাকাৰৰ মতে ব্ৰত শব্দৰ অৰ্থ এবিধ (পূজাৰ) আহাৰ্য দ্ৰব্য। বাণে তেওঁৰ ৰচনাত এই দুয়োটা অৰ্থৰে প্ৰয়োজন অনুভৱ কৰিছিল।

৫ ৭, এই গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত দেখা পোৱা ঘটনাৰে অনুৰূপ ঘটনাৰ আমি ইয়াত সন্মুখীন হৈছোঁহঁক। একোখন উন্নতিশীল সমাজৰ লগতে আদিম উপাদানৰ অৱশেষবোৰো সমানে প্ৰকাশ পায়। ভাৰতবৰ্ষৰ সকলো যুগতে এনেধৰণৰ বৈশিষ্ট্যপূৰ্ণ সংমিশ্ৰণ আমি দেখা পাওঁ। দেখা যায় বিস্তাৰৰ ক্ষেত্ৰ যিমান বহল, পূৰ্ণ সভ্যতাৰ অভিমুখে হোৱা প্ৰগতিৰ বেগ সেই অনুপাতে অতি কম। ভৃগু আৰু কাশ্যপ আদি বিশিষ্ট ব্ৰাহ্মণ বংশই সমাজভূক্তিৰ কামত আগভাগ গ্ৰহণ কৰিছিল, কিন্তু অন্যান্য ব্ৰাহ্মণসকলেও সেই একে পথকে অনুসৰণ কৰিছিল। ভালেমান ব্ৰাহ্মণে অগ্নি যজ্ঞৰ কথা জানিবৰ উদ্দেশ্যে উত্তৰ প্ৰদেশৰপৰা তক্ষিলা[১৪]

---

(১৩) ১৯৪৮ চনত বোম্বাইৰপৰা প্ৰকাশিত সপ্তম নিৰ্ণয়সাগৰ সংস্কৰণৰ ৩৯ পৃঃ চাওক। টীকাকাৰৰ স্পষ্ট মত 'ব্ৰত' শব্দটোৰ অৰ্থ তো ব্যৱহৃত হয়। কুক্কুটান্ ব্ৰতম্ ভক্ষণম্ যেন কুক্কুটম্ আৰু কুক্কুটব্ৰতম্ নিয়ম বিশেষঃ। ইয়াৰ অৰ্থ আনুষ্ঠানিক আহাৰ। কাৰণ সেই সময়ত ব্ৰাহ্মণ্য ধৰ্মই বৈদিক কালৰ গোমাংস ভক্ষণৰ স্তৰ অতিক্ৰম কৰি আহিছিল।

(১৪) তক্ষিলা সংস্কৃত শিক্ষাৰ প্ৰাচীন কেন্দ্ৰ। ৰাজকুমাৰ প্ৰসেনজিয়ে তাত শিক্ষা লভিছিল। আনকি তাতে গৈ শিক্ষা ল'লে চাণ্ডালো ( Jat 498 ) ব্ৰাহ্মণ হ'ব পাৰিছিল। ইয়াৰ অৰ্থ জাতৰ বিচাৰ নোহোৱাকৈ ছাত্ৰ ভৰ্তি কৰা হৈছিল। সেই সময়ত জাত প্ৰথা বৰ কঠোৰ নাছিল। ব্ৰাহ্মণ-সকলে মাজে সময়ে তেনে মত প্ৰকাশ কৰা সত্ত্বেও এনে ব্যৱস্থাই চলিছিল। ছান্দোগ্য উপনিষদত ( Chup 44 ) পোৱা যায় কি দৰে হাৰিদ্ৰুমত গোতমই সত্যকাম জাবালৰ গোত্ৰ নজনাকৈ আৰু মাকেও পিতৃৰ সম্বন্ধে দিব নোৱাৰ অৱস্থাতো তেওঁক ছাত্ৰ হিচাপে গ্ৰহণ কৰিছিল। এই উপনিষদ সমূহত ব্ৰাহ্মণ গুৰুসকলৰ নামৰ তালিকা মাতৃ পক্ষীয়। ইয়াৰপৰা বুজা যায় পৰম্পৰা কিমান চঞ্চল। এই সময়তো পিতৃপক্ষীয় অনভিজ্ঞ বহুতো লোক আৰ্য পৰম্পৰা ভুক্ত হৈছিল। পিছৰ কালত সুবিধা মতে বহুতেই নিয়মৰ ব্যতিক্ৰমে চলিছিল।

অথবা সীমান্ত দেশলৈ দীঘলীয়া যাত্রা কৰিবলগা হৈছিল ( Br. Up. 3 3. 1 ; 3. 7. 1)। মহাভাৰতৰ শুধৰণি প্ৰস্তুত হৈ থকা কালত ব্ৰাহ্মণসকলৰ শিক্ষাস্থান মদ্ৰদেশখন বৰ্বৰ আছিল যেন অনুমান হয়। মদ্ৰসকলে কন্যালাভৰ বাবে কিয় গা-ধন ভাৰিব লাগিছিল সেই সম্পৰ্কে মহাভাৰতৰ এটি দীঘলীয়া শ্লোক আছে। শ্লোকটো পিছত পাঠৰ টীকাকাৰকসকলৰ হেঁচাত মূল পাঠৰপৰা গুচাই দিয়া হ'ল। মাজে মাজে ক্ষত্ৰিয়সকলক ব্ৰাহ্মণসকলে যজ্ঞ বা ( নব্য ধাৰ্মিক আদৰ্শ অৰ্থাৎ ) 'ব্ৰহ্ম'ৰ অৰ্থ সুধিলে ব্ৰাহ্মণসকলে বৰ নিসহায় বোধকৰা দেখা যায়। তেওঁলোকে তেতিয়া প্ৰৱহন জৈবালি ( ChUp. 5 3 1 8 ; Br Up, 6 2 ) অশ্বপতি কৈকেয় ( ChUp 5 11—12 ) আৰু ৰজা জনকৰপৰা ( S. B. 11 6 2 etc ) এইবিলাক বিষয়ে শিক্ষালাভ কৰিবলৈ বাধ্য হয়। এইবিলাক তথ্যই প্ৰমাণ কৰে যে গঙ্গা অৱবাহিকাত প্ৰচলিত প্ৰাচীনতৰ ব্ৰাহ্মণ্য পৰম্পৰাবোৰ আৰ্যসকলৰ যজ্ঞৰপৰা হোৱা নাছিল ; আন কিহবাৰ পৰাহে তাৰ উৎপত্তি। সম্ভৱতঃ এই উৎস সিন্ধু উপত্যকাৰ গুপ্ত পৰম্পৰা অথবা জনজাতীয় বেজালি। ক্ষেত্ৰবিশেষে দুয়োটাকে উৎস বুলি ধৰিলেও ভুল নহয়। বৈদিক ক্ৰিয়া সম্পাদনৰ দক্ষিণা যে বৰ লাভজনক আছিল তাৰ ৰজাসকলে একোখন একোখন গাওঁ ( বা গাওঁসমূহ ) ব্ৰাহ্মণ পুৰোহিতক উৎসৰ্গা কৰাৰপৰা ধৰিব পাৰি। কোশল ৰাজ প্ৰসেনডিয়ে ব্ৰাহ্মণ পোস্কৰছাডিক উক্কটঠা গ্ৰাম ধৰ্মস্ব ৰূপে দান কৰাৰ কথা আমি জানোহঁক। ( DN—3 )। লোহিক্ক ব্ৰাহ্মণে শালৱটিকা ( DN—12 ) গ্ৰাম দান পাইছিল। এই দুযোটা পাত্ৰকে নিশ্চিতৰূপে ধৰিব পৰা যায়। প্ৰসেনডিৰ সমকালীন ৰজা মগধৰ বিম্বিসাৰে কুটদন্ত নামৰ এজন ব্ৰাহ্মণক খানুমত নামে এখন গ্ৰাম দান কৰিছিল। অশোকৰ দিনত এই দীৰ্ঘধিকায়খন নকৈ লেখা হৈছিল যদিও এনেবোৰ পৰম্পৰাৰ মূল্য নুই কৰিব নোৱাৰি, কাৰণ এনেবোৰ পৰম্পৰা আৱিস্কাৰ কৰাৰ কোনো প্ৰয়োজন নাছিল ; কাৰণ বৌদ্ধসকলে ব্ৰাহ্মণক দান দিয়াটো ভাল বুলি ভাবিবলৈ নিশ্চয় টান পালেহেঁতেন। ব্ৰাহ্মণসকলে নিজে এনেবিলাক বদান্যতাৰ কাহিনী বঢাই কৰলৈ যত্ন কৰিছিল। ঐতৰেয় ব্ৰাহ্মণত ( A B ৮ 20 ) এনে এটি নিৰ্দেশ পোৱা যায়—"ৰজাই অভিষিক্ত হোৱাৰ পাছত অভিষেককাৰী ব্ৰাহ্মণক সোণ দিব লাগে। এহেজাৰ সোণৰ মোহৰ, এখন পথাৰ আৰু চতুষ্পদী জন্তু ....।' এই গ্ৰন্থখন পিছৰ কালৰ। পূৰ্বতে যজ্ঞৰ দক্ষিণা আছিল গৰু-ম'হ, ব্ৰাহ্মণে খাব পৰা বাঁজী চেউৰী গৰু, পানীয় আহাৰ আৰু তেনে ধৰণৰ দ্ৰব্য। ঐতৰেয় ব্ৰাহ্মণত ( AB 8—22 ) আকৌ লেখিছে, ৰজা

অঙ্গই উদময় অত্ৰেয়ক 'হেজাৰ বিজাৰ দাসী আৰু দহ হাজাৰ হাতী' দান দিছিল। অঙ্গ সম্ভৱতঃ মগধৰ পূবফালৰ অঞ্চলৰ জনজাতীয় নাম। পুৰোহিতজনৰ নাম আনত্ত পোৱা মনত নপৰে। এনে ধৰণৰ অনুমতি দানৰ কথা যে উদ্ভট, সেই কথা নকলেও হ'ব। কাৰণ এটা হাতীক খুৱাওঁতেই মানুহৰ টান পৰে, দহ হেজাৰটা হাতী খুওৱা কিমান দুৰুহ কথা হ'ব তাক নকলেও হ'ব। দাসৰ শ্ৰমেৰে পৰিপুষ্ট শস্য অৰ্থনীতিৰ ( Plantation economy ) প্ৰমাণো ই নিদিয়ে। কাৰণ শ্লোকত বিভিন্ন দেশৰ উচ্চ শ্ৰেণীৰ পৰিয়ালবৰ্গৰপৰা অহা কণ্ঠহাৰ পৰিহিতা দাসীসমূহৰ কথাহে কোৱা হৈছে, আনহাতে দানৰ পাত্ৰই শই শই দাসী বিলাই দিছিল, আৰু দানৰ ঘোষণা কৰি থাকোঁতে পৰিশ্ৰান্ত হৈ পৰিছিল। এনে পৰম্পৰাৰ প্ৰাচীনতৰ আখ্যানবোৰক কিমান সঁচা বুলি ধৰিব পাৰি কব নোৱাৰো। উদাহৰণ এটি দিওঁ। অসুৰ এটডু ( TS 2 6 9 ) নামটো শুনাত কোনো ইতিহাস-প্ৰসিদ্ধ এছীৰীয়[১৫] যেন লাগে। অথৰ্ববেদত উল্লেখ কৰা (AV 4 6 1) জ্যেষ্ঠ-পুত্ৰ আৰু প্ৰথম সোমৰস পান কৰোঁতা দহমূৰীয়া ব্ৰাহ্মণজননো কোন? মানুহজনক কাল্পনিক ব্যক্তি বুলি উৰুৱাই দিব নোৱাৰি, কাৰণ ঋক্‌বেদত নৱম

---

(১৫) ঋক্‌বেদৰ মন্ত্ৰ অগ্নিম ঈলেপুৰোহিতম্ পংক্তিত থকা 'ঈল' ক্ৰিয়া অৰ্থ নহয়। এছৰীয় 'ইলু'ৰ ( দেৱতা বা ৰজাৰ সন্মানসূচক উপাধি ) লগত কিবা সম্পৰ্ক থাকিব পাৰে। এছৰীয় 'দন্নু' শব্দৰ লগত 'দানৱ' শব্দৰ সম্পৰ্ক থকা সম্ভৱপৰ। দস্যু শব্দ কঁৰ হ্ৰুবাড়ুন। পিছে ই ।নশ্চা এছিৰীয় মূলৰ হ'ব লাগে তাক নিৰ্ণয় কৰা টান। হলেণ্ডৰ অধ্যাপক লিণ্ড' উ'ৰলেৰ ...' বা তাৰ দ গবেষণা প্ৰস্তুত কৰা অপ্ৰকাশিত টোকাত ছুমেৰীয়, বেবিলেনীয় আৰু এছিৰীয় ভাষাত এনে বিস্তৰ উদৈহতীয়া মূল ধাতুৰ আৱিষ্কাৰ কৰিছিল, যিবোৰ সংস্কৃত আৰু দ্ৰাবিড়ী ভাষাসমূহত পোৱা যায়। কিন্তু এই মিল তাৎপৰ্য্যপূৰ্ণ নহয়। ই প্ৰণালীবদ্ধ অনুসন্ধানৰ বিষয় হব পাৰে মাত্ৰ এটা সূত্ৰ। গৱেষকে এই কামত যথেষ্ট সময় ব্যয় কৰাৰ পাছতো নেতিবাচক ফলাফল লাভ কৰিবলৈ প্ৰস্তুত থাকিব লাগিব। এইবিলাক শব্দৰ মিলৰ ক্ষেত্ৰত যাই প্ৰশ্ন হ'ল এইটোৱেই। কোনো নিৰ্দিষ্ট ক্ষেত্ৰত ভাৰতলৈ অহাৰ পূৰ্বে প্ৰব্ৰজনৰ কালত মেছোপটেমীয়া আদি ঠাইৰ সংস্পৰ্শলৈ আহোঁতে প্ৰাচীনতৰ সভ্যতাৰপৰা যদি আৰ্যসকলে কিবা অনাৰ্য বস্তু গ্ৰহণ কৰিছিল তেন্তে তাক কেনেকৈ নিৰ্ণয় কৰা যাব? এইবিলাক আৰ্যবস্তু প্ৰাচীন ভাৰতীয় সভ্যতাৰ ( সিন্ধু সভ্যতাৰ ) অৱশিষ্ট নেকি? বৰ্তমান তথ্যৰ অভাৱ, গতিকে স্পষ্ট মীমাংসা কৰা টান। সচৰাচৰতে কৰাৰ দৰে উদ্ভট কল্পনাৰ আশ্ৰয় ল'লে আচল সত্য উদ্ধাৰকৰা টান হ'ব। আচল সত্য হ'ল আচহুৱা শব্দ, লক্ষণ বা কুসংস্কাৰ ( পূৰ্বাপৰ পৰম্পৰাৰপৰা ) আহৰণ বা সংৰক্ষণৰ পথ সুচল কৰি দিয়ে উৎপাদনৰ আহিলাই। অৰ্দ্ধিয়মৰ বিজেতা 'ছৰগণৰ' ( Circa 2400 B.C. ) লগত এনেয়ে পৌৰাণিক 'সাৰ্বজনিক সম্ৰাট' 'সগৰ'ৰ একত্ব প্ৰতিপন্ন কৰা অৰ্থহীন; অৱশ্যে মূল পাঠৰপৰা লেখিত বংশাৱলী উদ্ধাৰ কৰিলে অথবা ছৰগণীয় কালৰ সূক্ষ্ম কাৰিকৰী বিকাশ ভাৰতত যে কিয় নহ'ল তাক যুক্তি দি বুজাব পাৰিলেই বেলেগ কথা।

আৰু দশম পুৰোহিতসকলৰ উল্লেখ আছে। দশম অৰ্থাৎ দহটা খণ্ডেৰে গঠিত প্ৰাণীটিয়েই অথৰ্ববেদৰ এই অসুৰজন হ'ব পাৰে। ৰাৰণ সম্পৰ্কীয় সকলো পৰম্পৰাতে পোৱা যায় যে ৰামে নিহত কৰা দহমূৰীয়া ৰাক্ষস ৰাৱণো ব্ৰাহ্মণ আছিল। কেতবোৰ বশিষ্ঠ বংশাৱলীত আমি ৰাৱাণন গোত্ৰৰ উল্লেখ পাওঁ। এই ক্ষেত্ৰত এটা কথা মাথোন নিসন্দেহে ক'ব পাৰোঁ যে পুৰোহিত শ্ৰেণী বৰ দুখীয়া আছিল, তেওঁলোকে ধন পালে পুৰণি পৰম্পৰাৰ সাল-সলনি, শুধৰণি অথবা তাৰ লগত নতুন আখ্যানৰ সংযোগ কৰিবলৈ অকণো দ্বিধাবোধ নকৰিছিল। পূবদেশৰ উষস্তি চাক্রায়ণ নামৰ ভোকাতুৰ ব্ৰাহ্মণজনৰ কথা (Ch Up I 10-11) এই প্ৰসঙ্গত উনুকিয়াব পাৰি। শিলাবৃষ্টি আৰু ধুমুহাই চাক্ৰাযণৰ পথাৰৰ (শস্য) অনিষ্ট সাধন কৰাত (বা তেনে কোনো দুৰ্যোগ উপস্থিত হোৱাত), তেওঁ ঘৈণীযেকক লৈ নতুন পৃষ্ঠপোষকৰ সন্ধানত ওলাই গৈছিল। বাটত ইভ্যজাতিৰ মানুহ এজনৰ পৰা তেওঁ 'কুল্মাষ'ৰ (উৰহীৰ জোল) অৱশিষ্ট মলিযণ আহাৰ খুজি খাব লগা হৈছিল। ব্ৰাহ্মনে সাধাৰণতে এনে আহাৰ নেখায়। এই আহাৰ খাই মানুহজন সুস্থ হ'ল আৰু পিছদিনা ৰাজসভাত বাঞ্চিত সফলতা লাভ কৰিলে।

নতুন পুৰোহিত শ্ৰেণীয়ে আৰ্য আৰু অনাৰ্য জনজাতিসমূহৰ সংমিশ্ৰণত গঠিত হোৱা সমাজৰ বিকাশত প্ৰভাৱ বিস্তাৰ কৰিছিল। এই ভূমিকা সচেতন, পৰিকল্পিত আৰু সংকল্পিত নাছিল, পেটৰ ভোকৰ তাগিদাতহে এই কাম কৰিছিল। তেওঁলোকৰ একমাত্ৰ উদ্দেশ্য আছিল জীৱিকা উলিওৱা। বেদৰ কঠোৰ আৰু দীঘলীযা শিক্ষাই ব্ৰাহ্মণসকলক জনজাতীয সমাজৰ অগোচৰ একতাৰ ভাৱত সংঘবদ্ধ হ'বলৈ শক্তি দিছিল। সেই শক্তিযে জনজাতীয বান্ধোন শিথিল কৰি এখন নতুন সমাজ গঠন কৰিবলৈ তেওঁলোকক সহাযতা কৰিছিল। কিন্তু লগে লগে তাৰ ফলতে তেওঁলোকে ধনুৰ্বিদ্যা অথবা হলকৰ্ষণ কৰিবলৈ অনুপযুক্ত হৈছিল। পুৰোহিতসকলৰ সংখ্যা অপৰ্যাপ্ত হোৱাত জনজাতি আৰু বংশৰ মুখিয়াল নেতাসকলৰ পূজা-পাতল কৰি এওঁলোকে ভালদৰে জীৱন নিৰ্বাহ কৰিবলৈ সমৰ্থ হোৱা নাছিল। দাৰিদ্ৰ্যৰ তাড়নাত পৰি তেওঁলোকে ভালেমান দুখীয়া জাতৰ মানুহক সহানুভূতি দৰ্শাব লগাত পৰিছিল। তেওঁলোকে সমাজখনক নতুন ধৰণৰ সম্পত্তিৰ ধাৰণাৰ (কৃষিজাত সম্পত্তিৰ) অনুকূল কৰি গঢ় দিয়াত যথেষ্ট বৰঙণি যোগালে। এই ধাৰণা জনজাতীয় সমাজৰ সকলো সদস্যই গ্ৰহণ কৰা নাছিল, কাৰণ গৰু ম'হৰ পালৰ দৰে এই সম্পত্তি তেওঁলোকৰ উমৈহতীয়া চেষ্টাৰ ফল নাছিল। বহু

দাল্ভ্য বা গ্লাৱ মৈত্ৰেয়ৰ ( Ch Up. 1. 12. ) আখ্যানৰ যদি কিবা যুক্তিসম্মত অৰ্থ আছে তেন্তে সেই অৰ্থ এনে ধৰণৰ ঃ ব্ৰাহ্মণসকলে অনাৰ্য জনজাতিৰ মাজত সোমাই আৰু নতুন পূজা-পাতল বা পন্থা গ্ৰহণ কৰি এখন খাদ্যসংগ্ৰহকাৰী সমাজক খাদ্যউৎপন্নকাৰী সমাজলৈ ৰূপান্তৰিত কৰিলে। এই দুইনাম যুক্ত ব্ৰাহ্মণ গৱাকীয়ে ছাত্ৰ অৱস্থাত এদিন ৰাতি কিছুমান 'কুকুৰ'ৰ গতিগোত্ৰ চোৰাংভাৱে নিৰীক্ষণ কৰিছিল। (এই মানুহজনৰ এটা নাম পিতৃগোত্ৰৰ আৰু আনটো মাতৃ গোত্ৰৰ বুলি ধৰিলে, দুয়োটা নামকে বিকল্প বুলি ধৰিব পাৰি।) এই কুকুৰবোৰে সিহঁতৰ নেতা শ্বেত কুকুৰক সুধিছিল, 'হে প্ৰভু আমাৰ বাবে কিছু আহাৰ বিচাৰি মন্ত্ৰপাঠ কৰক'। প্ৰত্যুষতে শ্বেত কুকুৰে এটি পূজাৰ মন্ত্ৰ মাতি আৱশ্যক অনুযায়ী চতুৰ্দিশ প্ৰদক্ষিণ কৰি ব্ৰাহ্মণ্য ৰীতিমতে বাক্যপূৰক 'হিং' শব্দ উচ্চাৰণ কৰি সামৰিলে। এই আখ্যানটোৰ অৰ্থ ওলাব যদি আমি ইয়াক কুকুৰ টোটেম-বিশিষ্ট বংশৰ পূজা পাতলৰ বৰ্ণনা বুলি ধৰোঁ। কিন্তু তাত থকা নীৰৱ ব্ৰাহ্মণ পৰ্যবেক্ষকজনৰ কথা বিশেষ তাৎপৰ্যপূৰ্ণ। দুৰ্ভাগ্যবশতঃ এনেধৰণৰ তথ্য ইমান কম যে এই বিলাক বিষয় লৈ বিস্তৃত অনুসন্ধান কৰাও দুৰূহ।

ব্ৰাহ্মণসকলৰ এই শিথিল আচৰণ লোভৰ ফল যদিও এই শিথিলতা যথেষ্ট কামত আহিছিল, বিশেষকৈ নিম্নতম হিংসাৰ দ্বাৰা আৰ্য-অনাৰ্যৰ সমাহাৰ আৰু সংহতি স্থাপন কৰা কাৰ্যত ইয়াৰ প্ৰভাৱ স্মৰণীয়। এই বিষয়ে পিছত আমি কিছু কথা আলোচনা কৰিম। প্ৰজননৰ দৃষ্টিৰপৰা চালে সেইকালৰ ব্ৰাহ্মণসকল যে সংমিশ্ৰিত আছিল তাক পতঞ্জলিৰ মন্তব্যৰ ( Pan 2 2 6 ) পৰাই ধৰিব পাৰি। 'বজাৰত বহি থকা কোনো ক'লা মানুহ (যাৰ বৰণ ক'লা উৰহীৰ দ'ম এটাৰ দৰে) দেখিলে অনুসন্ধান নকৰাকৈ নিশ্চিতকৈ ক'ব পাৰি যে মানুহজন ব্ৰাহ্মণ নহয় এইকথা মানুহে অনুমানত ধৰিব পাৰে।' ইয়াৰ বিপৰীতে বৃহদ্‌আৰণ্যকত ( Br Up 6 4 16 ) আমি ব্ৰাহ্মণৰ ক'লা সন্তান হোৱাৰ বিষয়ে এটা বিশেষ সূত্ৰই পোৱা যায় ঃ 'যদি কোনোবাই মোৰ শ্যাম বৰণীয়া আৰু ৰঙাচকুৱা সন্তান হ'ব বুলি আৰু সেই সন্তানে তিনি বেদ আবৃত্তি কৰি সম্পূৰ্ণ আয়ুস পাব বুলি কামনা কৰে, তেন্তে দম্পতীয়ে পানীৰে চাউল পাক কৰি তাত ঘিউ সানি খাব।'

বগা ল'ৰা আৰু ছোৱালী জন্ম দিবৰ বাবে কৰা অন্যান্য কৰ্মৰ নিৰ্দেশৰপৰা এই কথা প্ৰতীয়মান হয় যে পূৰ্বাঞ্চলৰ ব্ৰাহ্মণসকল আজিৰ দৰেই তেতিয়াও একে ধৰণৰ নাছিল (বা অসমসত্ব আছিল)। নিজৰ দাৰিদ্ৰ্য, ব্ৰাহ্মণ হ'বলৈ লগা কঠোৰ

শিক্ষা আৰু আন জাতততকৈ উচ্চ বুলি কৰা মিছা গৰ্ব-এই সকলোবোৰ অৱস্থাৰ তেওঁলোকে সুযোগ গ্ৰহণ কৰিছিল। (কাৰ্যক্ষেত্ৰত অৱশ্যে ব্ৰাহ্মণসকলে আনবোৰ জাততকৈ উচ্চ সন্মান পোৱা নাছিল।) তলৰ শ্ৰেণীবোৰৰ শ্ৰদ্ধা আকৰ্ষণ কৰিবৰ অৰ্থে উচ্চ শ্ৰেণীবোৰে নিজ কৃচ্ছ্ৰ সাধন কৰি শাসক শ্ৰেণীৰ আদৰ্শ নিষ্ঠাৰে পালন কৰি দেখুৱাব লগাত পৰে। এই কাৰণেই ব্ৰাহ্মণ্য ধৰ্মৰ উপৰুৱা বৈশিষ্ট্যবোৰৰ সমাজত ইমান প্ৰাদুৰ্ভাৱ : এই বৈশিষ্ট্যবোৰে শ্ৰেণীসমাজত ব্ৰাহ্মণ্যবাদৰ আচল ভূমিকাৰ কথা তল পেলাই থয়। এই সময়ৰ পাছৰ পৰাই সমাজ স্পষ্ট শ্ৰেণীত বিভক্ত হৈ পৰে। জাত-প্ৰথা এই বিভাজনৰ ফলস্বৰূপ, কিন্তু পৰম্পৰায়ো এই প্ৰথাক গঢ় দিয়াত সহায় কৰিছে।

৫. ৮, আমি নথি-পত্ৰ ঘাটি তাৰ আওপকীয়া বিশ্লেষণ কৰি কিছু তথ্য যোগাব কৰিলোঁহক। এই নথি-পত্ৰত থকা অতিকথা ভাগৰপৰা বুৰঞ্জীৰ বাস্তৱতাক নিলগাই চোৱা অতি দুৰুহ কাম, এই কাৰণে বহুতো বুৰঞ্জীবিদে এইবোৰ নথি-পত্ৰৰ সহায়ত বুৰঞ্জী ৰচনা কৰিবলৈ গৈ উজুটি খায়। তাৰে এজন বুৰঞ্জীবিদ হ'ল পাৰ্জিটাৰ। এওঁৰ সিদ্ধান্ত মতে গঙ্গা উপত্যকাৰ সভ্যতা ঋক্‌বেদতকৈ প্ৰাচীন। কিন্তু পাৰ্জিটাৰে ভাবি নাচালে যে খ্ৰীঃ পূঃ ১৫০০ চনত গঙ্গা অৱবাহিকাৰ হাবি মুকলি কৰা অলপো সম্ভৱপৰ নাছিল, কাৰণ সেই সময়ত ধাতুৰ অভাৱ আছিল। আনকি বুদ্ধৰ সময়তো এই অঞ্চল হাবিৰে পৰিপূৰ্ণ আছিল।

৬৩০ খ্ৰীঃ মানত হিউৱেন চাঙে ঘোৰ অৰণ্যৰ মাজেদি ৭০ মাইল বাট অতিক্ৰম কৰিহে বাৰানসী ওলাইছিলহি ( Beal, 2 43 )। সেইকালত এই অঞ্চলত ভালেমান জনজাতিয়ে বসবাস কৰিছিল। তাৰে কিছুমান অতি আদিম জনজাতিয়ে আৰ্যসকলৰপৰা শিক্ষালাভ কৰিছিল। এওঁলোকে ধনু-কাঁড় ব্যৱহাৰ কৰি আত্মৰক্ষা কৰিছিল। কিছুমান জনজাতি আকৌ আৰ্য হৈ পৰিছিল। কিছুমানে ৰাজ্যস্থাপন কৰিবলৈ সমৰ্থ হৈছিল; পূৰ্বৰ জনজাতীয় সদৰ ঠাইতে তেওঁলোকে ক্ষুদ্ৰ ৰাজধানী পাতি লৈছিল। আনহাতে ৱৃজি আৰু মল্লসকলৰ দৰে (ৱৃজিসকলক লিচ্ছবীও বোলা হয়) পূৰ্বৰ অধৰী জনজাতিবোৰ তেতিয়া পৰিষদবৰ্গৰ দ্বাৰা শাসিত হৈছিল আৰু সেই কাৰণে তেওঁলোকক ব্ৰাত্য বোলা হৈছিল। এইবোৰ ৰাজ্যত চতুৰ্বৰ্গীয় বৰ্ণ প্ৰথাৰ আদি ব্ৰাহ্মণ্য অনুষ্ঠানৰ প্ৰৱেশ ঘটা নাছিল, আৰু সেইকাৰণে সেইবোৰ ঠাইত সমাজৰ জনজাতীয় ৰূপ

বিশুদ্ধ ৰূপত প্ৰচলিত হৈ আছিল। ব্ৰাত্য[১৬] অনুষ্ঠানবোৰক ব্ৰাহ্মণ্যৰূপ দিবলৈ যিবোৰ চেষ্টা হৈছিল সেইবোৰ সফল নহ'ল,—বিশেষকৈ অথৰ্ববেদত বৰ্ণিত প্ৰজনন-কৃত্য বা সাবুৱাকৰণ উৎসৱবোৰৰ দৰে অনুষ্ঠানসমূহৰ এনে ৰূপ দিবলৈ যত্ন কৰা হৈছিল। সেইবাবে ব্ৰাত্য শব্দৰ অৰ্থই হ'ল ব্ৰাহ্মণ্য সংস্কাৰৰ লগত খাপ নোখোৱা বস্তু। বুদ্ধই শেহকালত যেতিয়া উত্তৰ দিশে খোজ কাঢ়ি ভ্ৰমণ কৰিছিল, তেতিয়া লিচ্ছবীসকলে বুদ্ধৰপৰা অকুণ্ঠ প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হৈছিল। মহামুনি বুদ্ধই ভবিষ্যদ্বাণী কৰি কৈছিল বোলে যেতিয়ালৈকে লিচ্ছবীসকলে জনজাতীয় অনুষ্ঠানসমূহ মানি চলিব তেতিয়ালৈকে তেওঁলোক অপ্ৰতিদ্বন্দ্বী হৈ থাকিব। কথাও সঁচা, শেহত সেয়েই হ'লগৈ। বৌদ্ধ আৰু জৈন সংঘবোৰ ট্ৰাইবেল সংগঠনৰ আঁহিত গঢ়া, এনে হোৱা স্বাভাৱিক, কাৰণ বুদ্ধ শাক্য জনজাতিৰ আৰু মহাবীৰ লিচ্ছবী জনজাতিৰ লোক। ৰোম সাম্ৰাজ্যই গীৰ্জাৰ ওপৰত থৈ যোৱা প্ৰভাৱবোৰৰ লগত এই জনজাতীয় প্ৰভাৱৰ কথা ৰিজাব পাৰি। জনসংখ্যা বাঢ়ি আহিছিল। গতিকে পশুপালন প্ৰধান জীৱন-যাত্ৰা পদ্ধতিৰ বিৰুদ্ধে মানুহৰ সততে বিৰোধৰ ভাৱ মুখৰ হৈ উঠিছিল। নাঙলৰ খেতিয়ে কিন্তু মানুহক অধিক উৎপাদনৰ প্ৰতি-শ্ৰুতি দিছিল। এইবোৰ তথ্য ব্ৰাহ্মণ্য সাহিত্যত পোৱা যায়। শতপথ ব্ৰাহ্মণৰ ( 3 1 2. 21 ) এটি বিখ্যাত শ্লোকত পোৱা যায় যে গোমাংস খোৱা পাপ, কাৰণ দেৱতাসকলে পৃথিৱীৰ সকলো শক্তি গাইগৰু আৰু ষাড়গৰুৰ মাজত সুমুৱাই দিছে। শ্লোকৰ শেষত প্ৰভাৱশালী উপনিষদৰ ঋষি যাজ্ঞবল্ক্যই কঠোৰভাৱে এই-দৰে ঘোষণা কৰিছে, 'এই কথা হয়তো- সঁচা , তথাপি যদি তাৰ মঙহ কোমল হয় মই সেই মঙহ খাম।' সমসাময়িক ব্ৰাহ্মণৰ তেতিয়া গো-মাংস সাধাৰণ আহাৰ আছিল। অথৰ্ববেদৰপৰা ( 12 4 ) এই কথা বুজিব পাৰি। তাত সন্ন্যাসী

---

(১৬) J. W Hover'ৰ Der Vratya ( Vol. 1. Stuttgart, 1927 )—এই গ্ৰন্থৰ পিছত এওঁৰ কোনো গ্ৰন্থ ওলোৱা নাই। এওঁৰ দৃষ্টি-ভঙ্গী কেনেকুৱা তাক পাঠৰ শিৰোনামৰপৰা বুজা যাব ( die Vratya als nichtbrah manische kult genossenschaften arischer Herkunft ) ইয়াত দিয়া উল্লেখবোৰ প্ৰণালীবদ্ধ। কিন্তু গ্ৰন্থকাৰে 'আৰ্য' বা 'ব্ৰাত্য' শব্দৰ কালক্ৰমিক অৰ্থ পৰিবৰ্তনৰ কথা মন কৰিবলৈ পাহৰি গ'ল। পতঞ্জলিৰ সময়ত 'ব্ৰাত্য' শব্দৰ অৰ্থ আছিল— যিবিলাক জনজাতিয়ে অস্ত্ৰ, আহিলা বা খেলৰ বিদ্যা আদিৰ সহায়ত জীৱিকা অৰ্জন কৰিছিল। এওঁলোকৰ মাজত জনজাতীয়মুখীয়াল প্ৰথা আছিল। তদুপৰি সেই সমাজ গাঠনিও আছিল জন-জাতীয় ( Cf. the Comment on Pain 5. 2. 21 )—'অৱৰী' বা নেঃমাড শব্দৰ একমাত্ৰ অৰ্থ তেতিয়া এই আছিল যে যি দলবোৰে খেতি-বাতি কৰি মাটিৰ লগত অপৰিবৰ্তনীয় সম্পৰ্ক গঢ়ি তোলা নাছিল, সেইবোৰেই অৱৰী।

ব্ৰাহ্মণক বাঁজী গৰুবোৰ দান দিবলৈ কোৱা হৈছে। ব্ৰাহ্মণসকলে এই গৰুবোৰ নিশ্চয় আহাৰ হিচাপে ব্যৱহাৰ কৰিছিল। যদি অব্ৰাহ্মণ গৃহস্থই কোনেবাকৈ 'ঘৰত বাঁজী গৰু পোৱে (তাইক বলি দিয়কেই বা নিদিয়কেই), তেন্তে সেই গৃহস্থই দেৱতা আৰু ব্ৰাহ্মণৰ বিৰুদ্ধে পাপত লিপ্ত হয়।' ইয়াৰপৰা বুজা যায় যে ব্ৰাহ্মণসকলে নিজৰ আহাৰৰ ঘাই উৎস ৰক্ষা কৰিবলৈ বিচাৰিছিল আৰু সেইবাবেই এই ধৰ্মতত্বৰ সৃষ্টি কৰিছিল। পশুপালন প্ৰধান জীৱন-যাত্ৰা পদ্ধতি যে অৰ্থনীতি সম্মত হ'বলৈ এৰিছিল আৰু সেই জীৱনৰ ওপৰতে ভেটি কৰি সেই আহাৰ আৰু পূজা-পাতলবোৰৰ সৃষ্টি হৈছিল, সেই কথালৈ তেওঁলোকে ভ্ৰূক্ষেপ কৰা নাছিল। ট্ৰাইবেল ক্ষত্ৰিয় সকলৰপৰাই (প্ৰায় একে ঠাই আৰু একে সময়তে) মহৎ ধৰ্মশিক্ষক-সকলৰ সৃষ্টি হৈছিল, এই সকলৰ একেশাৰীৰে বিলট্‌ঠিপুত্ত, মকৃথলি গোসাল আদি ধৰ্ম প্ৰবৰ্তকৰ নামো উল্লেখযোগ্য। এই কথাৰপৰাই বুজিব পাৰি যে জন-জাতিবোৰে তেতিয়া সাংগঠনিক অৱনতিৰ গুৰুত ভৰি দিছিলগৈ; সমাজখনক ট্ৰাইবেল সমাজৰ অগোচৰ বেলেগ এটা আধাৰত প্ৰতিষ্ঠা কৰিবলগীয়া হৈছিল। পূজা-পাতলৰপৰা বেলেগ আন ধৰণৰ উৰ্দ্ধগাথনি নিৰ্মাণ অৰ্থাৎ দৰ্শন আৰু ধৰ্মৰ প্ৰয়োজন হৈ পৰিছিল। অধিক প্ৰগতিশীল শ্ৰেণীবোৰে অনুভৱ কৰিছিল জন-জাতীয় সমাজৰ উৰ্দ্ধৰ নতুন কিছুমান দৰ্শন আৰু ধৰ্মৰ কথা, যাতে সেই আদৰ্শৰ মাজেদি সমাজৰ বিভিন্ন অঙ্গক একগোট কৰি ৰাখিব পাৰি।

খাদ্য উৎপাদনত হোৱা গুৰুত্বপূৰ্ণ আৱিষ্কাৰে কিদৰে ভাষা আৰু পূজা-পাতলৰ ওপৰত প্ৰভাব ৰাখি থৈ যায় তাৰে দুই এটা উদাহৰণ ইয়াত দিয়া সমীচীন যেন কৰিছো। শাস্ত্ৰীয় সংস্কৃত বা ঘাই ভাৰতীয় ভাষাবোৰত 'তৈল' শব্দটোৰ অৰ্থ তেল। কিন্তু শব্দগত অৰ্থ হ'ল 'তিলৰ পৰা'। ভাৰতবৰ্ষত প্ৰথম যি খোৱা-তেল ব্যৱহাৰ হৈছিল সেই তেল হৈছে তিলৰ তেল। শেষ বৈদিক যুগৰ সাহিত্যত বা অথৰ্ববেদত ( I 7 2 ) তৈলস্য বা তৌলস্য শব্দ এবাৰেই ব্যৱহৃত হৈছে। গতিকে এই শব্দৰ নিশ্চয়তা সন্দেহজনক। প্ৰাক্ আৰ্য যুগত অৱশ্যে তিলৰ কথা মানুহে জানিছিল আৰু সিন্ধু সংস্কৃতিৰ কালত মানুহে এই শস্যৰ কথা বোধহয় গম পাইছিল। বৈদিক সমাজত আৰু সীমান্ত অঞ্চলৰ জনজাতিবোৰৰ মাজত পশু-চাৰণ যুগৰ আহাৰ্য দ্ৰব্যৰ ওপৰত আটাইতকৈ অধিক গুৰুত্ব আৰোপ কৰা হৈছিল; তেতিয়া পূজা-পাতলত মাখন-চৰ্বি ব্যৱহাৰ কৰা হৈছিল, দেখা যায় পানিনিয়ে তিলৰ কথা তিনিবাৰ উল্লেখ কৰিছে, কিন্তু 'তৈল'ল শব্দ স্পষ্টভাৱে ক'তো উল্লেখ কৰা নাই। পোন প্ৰথমতে মানুহে এই পুষ্টিকৰ গুটিবোৰ সিজাই মণ্ড কৰি ভাতৰ

লগত খাইছিল যেন আমাৰ অনুমান হয়। আনহাতে অৰ্থশাস্ত্ৰত তৈল শব্দটো ৪১ বাৰ উল্লেখ কৰা হৈছে। তাত আকৌ তিল শব্দৰ উল্লেখ ৪ বাৰতকৈ বেছি পোৱা নাযায়। ইয়াৰ পৰাই বুজিব পাৰি যে তেতিয়া সমাজৰ অৰ্থনীতি পশুচাৰণ স্তৰৰ-পৰা কৃষি উৎপাদনৰ স্তৰলৈ ৰূপান্তৰিত হৈছিল। আনহাতে তিল শব্দৰপৰা আমি স্বৰ্গৰ সৰ্বশ্ৰেষ্ঠ সুন্দৰী অপ্সৰা তিলোত্তমাৰ নাম পাওঁ। অৰ্থাৎ 'তিলৰ দৰে মিহি' —( MBHI. 203. 4 ; নামৰ কাৰণৰ বাবে চাওক—1. 203 17 ) এই তিলোত্তমাৰ সৌন্দৰ্যই দেৱতা আৰু দানৱ উভয়ৰে মন বিভ্ৰান্ত কৰি তুলিছিল। প্ৰেতকাৰ্যত ( মনেস'ৰ ) তিলাঞ্জলি আহাৰানুষ্ঠানৰ সময়ত ক'লা তিল এতিয়াও ব্যৱহৃত হয়। প্ৰাচীনতৰ পূজাপাতলত দান হিচাপেও তিলগুটিৰ ব্যৱহাৰ হৈছিল (S B 9. 1 1. 3 —বনৰীয়া তিল আৰু খেতিৰ তিল দুয়োবিধ তিলগুটিৰ কথা পোৱা যায় )। সূৰ্যৰ উত্তৰায়ণকালৰ আৰম্ভণিত ( সূৰ্য এই সময়ত মকৰক্ৰান্তি বৃত্তত সোমায়। ভাৰতীয় পঞ্জিকাত নিৰ্দ্ধাৰিত কাল আচল কালতকৈ তিনি সপ্তাহ পিছৰ ) অৰ্থাৎ বিখ্যাত মকৰ-সংক্ৰান্তি উৎসৱৰ উপলক্ষে তিল দান দিব লাগে। দেশৰ অপেক্ষাকৃতভাৱে শুকান অংশবোৰত যেতিয়া দ্বিতীয় তিল শস্যৰ সময় হয়, তেতিয়া এই উৎসৱ হয়। পশ্চিম ভাৰতৰ 'সুগড' বুলি এটি বিশেষ উৎসৱ ইয়াৰ লগত জড়িত। এই উৎসৱত বিশেষভাৱে নিৰ্মিত ক্ষুদ্ৰ 'সুঘট'ত তিল আৰু গছৰ বিবিধ প্ৰথম ফল দি, হালধি আৰু সেন্দুৰেৰে বাহিৰটো সুন্দৰভাৱে আঁকি মাইকী মানুহবোৰে পূজা কৰে। বিবাহিতা তিৰোতাই ( বিধবা নহয় ) নিজৰ ভিতৰতে এনেবিলাক ঘটৰ দান দিয়া দি কৰে। এইটো প্ৰাচীন পূৰ্ণকুম্ভ ( সাবুৱাকৰণ ) উৎসৱ ( fertility rite ) , পুৰাণ বা ব্ৰাহ্মণ্য পূজা বিধিত ইয়াৰ উল্লেখ পোৱা নাযায়। প্ৰাচীনতম ভাৰতীয় পঞ্জিকাত 'জোডিয়াকৰ' ( ৰাশিচক্ৰ ) দ্বাদশ বিভাগৰ ( আৰু লগতে তাৰ বিশেষ প্ৰতীক-চিহ্নৰ ) কোনো উল্লেখ নাই, ইয়াৰ পৰাই ধৰিব পাৰি কেনেকৈ উৎপাদনৰ আহিলা আৰু উৎপাদকৰ মানসিকতাৰ লগত খাপখুৱাই নতুন ধৰ্মানুষ্ঠানৰ উদ্ভৱ হয়। শেহতীয়াকৈ প্ৰৱৰ্তিত শস্য হ'লেও নাৰিকল সকলোধৰণৰ পূজাপাতলত সোমাই পৰিল। দেশৰ পশ্চিমাঞ্চলত আগষ্ট মাহৰ পূৰ্ণিমাৰ সময়ত নাৰিকল উৎসৱো হয়। প্ৰায় যোৱা দুই শতিকামানৰ ভিতৰতে উপকূলবৰ্তী অঞ্চলৰপৰা এই উৎসৱৰ উদ্ভৱ হয়। আৰু এটি মন কৰিবলগীয়া কথা আছে। একে পথাৰত কেইবাবাৰো শস্য কৰা পদ্ধতি আৰু খৰতা ধানৰ আবিষ্কাৰ কৃষিৰ জগতত ডাঙৰ বৈপ্লৱিক ঘটনা ; কিন্তু আমাৰ পূজাপাতলত এইবোৰৰ কোনো সাঁচ নাই। খুব সম্ভৱ প্ৰোটিন খাদ্যৰ সৰবৰাহৰ বাবেই একে মাটিত কেবাবাৰো শস্য কৰাৰ পদ্ধতি উদয় হ'ল। অন্ন-শস্যৰ ওপৰত

নিষেধ, গোমাংসভক্ষণ পৰিহাৰ ইত্যাদি কাৰ্য্যৰ ফলত মাটিত মটৰ, বুট, মাহ, উৰহী আদি শস্য কৰি তাৰ পৰা আৱশ্যকীয় প্ৰোটিন গোটোৱাৰ প্ৰয়োজনে দেখা দিয়ে। অৰ্থশাস্ত্ৰত পোৱা যায় ( Arth. 2. 24 ) কঠিয়াতলীৰপৰা ধানৰ পুলিবোৰ তুলি নিয়াৰ পাছত কেনেকৈ তাত মাহজাতীয় ( 'লেগুমিনাচ' ) শস্য ৰোৱা হয়। এই লেগুমিনাচ গছবোৰে মাটিত নাইট্ৰোজেন গোট খুৱায়। বাৰিষা কালত ঘাই খাদ্য শস্য ৰোৱা হয। জাৰ কালিলৈ পৰিপূৰক শস্যবোৰ ৰোৱা হয়। দেশৰ চমৎকাৰ বতৰে জলসিঞ্চনৰ সহাযত তৃতীয এটা খেতি কৰিবলৈও থল উলিযাই দিয়ে। শাকাহাৰ আৰু শাক প্ৰধান অৰ্থনীতিৰ ফলস্বৰূপেই মাটিত এই পৌনঃ পৌনিক খেতি উদ্ভৱ হয। ইয়াক দীঘলীযাকালৰ পৰ্যবেক্ষণ আৰু চিন্তাৰ ফল বুলিব নোৱাৰি। ধান আমাৰ দেশৰ ঘাই খাদ্য শস্য, কিন্তু মাছ, মাংস বা মাহ আদিৰ অবিহনে চাউলৰ আহাৰক নিযমিত প্ৰযোজনীয আহাৰ বুলি গণ্য কৰিব নোৱাৰি। ইয়াৰে খহতা শস্যবোৰ আদিবাসীসকলৰপৰা লোৱা হৈছিল। ঘাই শস্যৰপৰা পোৱা খাদ্য বস্তুৰ পৰিপূৰক হিচাপে এইবোৰ শস্য ব্যৱহাৰ কৰা হৈছিল।

সেই কেচুৱা সমাজৰ হাতত আৰ্যসকলে ব্যৱহাৰ কৰা সকলো ধৰণৰ হাতিযাৰ আৰু কৌশল আছিল। তদুপৰি অন্যান্য সমাজৰপৰাও দুই এপাত হাতিযাৰ ই গ্ৰহণ কৰিছিল। অৰ্থৰ্ববেদত ( A V 3 22 ) নৈৰ পানী নতুন খাললৈ নিয়াৰ সময়ত কৰিবলগা পূজা-পাতলৰ উল্লেখ আছে। অথৰ্ববেদত ছয় আৰু আঠোটা যাঁড়গৰুৰে হাল টনাৰ কথা উল্লেখ পোৱা যায়। কৃষিৰ কামত লগাবৰ বাবে এই সময়তে ম হ্‌কা ঘৰচীয়া কৰা হয। এই উপকাৰী আৰু বৈশিষ্ট্যপূৰ্ণ ভাৰতীয জন্তুটোৰ অবিহনে গঙ্গা অৱবাহিকাৰ বেছিভাগ দলানিত খেতি কৰাটো সম্ভৱপৰ হৈ নুঠিলহেঁতেন। কিন্তু আমাৰ শাস্ত্ৰত এই জন্তুটোৰ নামগোন্ধ পাবলৈ নাই, কেৱল মৃত্যুদেৱতা যমৰ বাহন বুলি ঠাযে ঠাযে উল্লেখ আছে। আনহাতে ৰক্তলোভী কালী গোঁসানীয়ে বধ কৰা দানৱটো এই জন্তুটোৰপৰা সৃষ্টি হৈছে। ঘোঁৰা গাইগুটীয়া পৰিবহন আৰু যুদ্ধত ব্যৱহাৰ হৈছিল। ৰথ অভিজাত সম্প্ৰদায়ৰ বাহন হিচাপে পৰিগণিত হৈ গৈছিল। এই ৰথৰো বাহক আছিল ঘোঁৰা। অশ্বমেধযজ্ঞৰ গুৰুত্বৰ কথা আমি ইতিমধ্যে উল্লেখ কৰিছোৱেই। যুদ্ধত ব্যৱহাৰৰ অৰ্থে হাতীও ঘৰচীয়া কৰা হৈছিল। শাস্ত্ৰবোৰত হাতীৰ বিশেষ উল্লেখ পোৱা নাযায়। হাঁহ, কুকুৰা আৰু গাহঁৰি পোহাৰ কথাও আমি জানোঁইক। এইবিলাক জন্তুৰ লগত কৃষি অৰ্থনীতিৰ বিশেষ সম্পৰ্ক নাই। সেই কালত কাঠৰ আৰু খেৰৰ ঘৰ সজা হৈছিল; সেই ঘৰবোৰ ভাঙি এঠাইৰপৰা আনঠাইলৈ কঢ়িয়াই নিব পৰা বিধৰ আছিল

(A. V. 9. 3)। তথাপি দেখা যায় পবিত্ৰ বেদী সাজিবৰ বাবে ইটাৰো ব্যৱহাৰ মনুহে কৰিছিল। লাহে লাহে সেই ইটা সাধাৰণ কামতো লগোৱাৰ ব্যৱস্থা হৈছিল, স্থায়ী ঘৰ-দুৱাৰ সাজিবলৈ শিলৰ লগত ইটাও খাজি দিয়াৰ কথা আমি জানিবলৈ পাওঁ। জনজাতিৰ বা সমাজৰ সদস্যভুক্ত প্ৰত্যেক পৰিয়ালৰ লোকেই সদস্যপদৰ চিনস্বৰূপে নিৰ্দিষ্ট মাটিৰ অপৰিবৰ্তনীয় পাৰিবাৰিক দখলী-স্বত্ব ভোগ কৰিছিল আৰু সেই মাটিত খেতি কৰিছিল। তথাপি এবিধ নতুন মালিকীস্বত্বৰ প্ৰৱৰ্তন হৈছিল বুলি ভাবিবৰ থল আছে। ব্ৰাহ্মণসকলে জনজাতিৰ লগত কোনো নিৰ্দিষ্ট সম্পৰ্ক নেৰাখিলেও হৈছিল, অৱশ্যে ব্ৰহ্মণসকলো নিৰ্দিষ্ট জাতভুক্ত সদস্য আছিল। তেওঁলোকে লাভ কৰা দানৰ সম্পত্তি জনজাতিৰ সমূহীয়া নিয়ন্ত্ৰণৰপৰা মুক্ত হৈ পাৰিছিল। আৰ্নাক বাসিন্দাসকলে দিবলগীয়া ৰাজহৰ কৰবপৰাও এই ন অধিকাৰীসকল মুক্ত আছিল। কোনো দায়িত্ব তেওঁলোকে বহন কৰিব লগা নহৈছিল। গতিকে ব্ৰাহ্মণৰ সম্পত্তি (উমৈহতীয়া হ'লেও) সাধাৰণ জনজাতীয় সম্পত্তিৰপৰা সম্পূৰ্ণ বেলেগ পৰ্যায়ত ধৰা হৈছিল। খ্ৰীঃ পূঃ ষষ্ঠ অথবা পঞ্চম শতিকাত পোন প্ৰথম বৃপৰ মুদ্ৰাৰ প্ৰচলন হয়। ইয়াৰপৰা বুজা যায় যে মগধৰপৰা তক্ষিলা আৰু তক্ষিলা হৈ পাৰস্য পৰ্যন্ত এই গোটেই বাণিজ্য পথ জুৰি নতুন ধৰণৰ বাণিজ্যিক আদান-প্ৰদান আৰম্ভ হৈছিল। কিন্তু পিছলৈ ক্ৰমাত ভাৰতবৰ্ষত আত্মকেন্দ্ৰিক গাওঁসমূহ সমাজৰ বিশিষ্ট অৰ্থনৈতিক আধাৰস্বৰূপ হৈ পৰাত সমাজখনত নিয়মিতভাৱে পণ্য উৎপাদনৰ উন্নত ব্যৱস্থাৰ সৃষ্টি ন'হল। চন পৰি থকা সু-বিস্তৃত মাটিবিলাক ভাঙিবৰ বাবে কোনো ব্যৱস্থা নাছিল, তদুপৰি দলীয় চেষ্টাৰ অবিহনে গাইগুটীয়া মানুহে এনেবিলাক মাটিত খেতি কৰা টান হৈ পৰিছিল। এহাতে বনৰীয়া জন্তু আৰু আনহাতে বনৰীয়া জনজাতিৰ ভয়। উৎপাদনৰ উন্নতিৰ লগে লগে নতুন আদৰ্শ অৰ্থাৎ ধৰ্মৰো প্ৰয়োজন হ'ল। সেই সময়ত যিখন ৰাজ্যই নদী-পথ আৰু ধাতুৰ একমাত্ৰ ভাল যোগান কেন্দ্ৰলৈ যোৱাৰ পথ নিয়ন্ত্ৰণ কৰিছিল সেইখনেই বাকীবোৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। অৱশ্যে ধাতুৰ সন্ধেদ পালেই যথেষ্ট নাছিল। সেই ধাতু বিস্তৃত পৰিমাণত কেনেকৈ পাব পাৰি সেয়েই আছিল আচল সমস্যা; তদুপৰি এই ধাতুৰ নিয়ন্ত্ৰণৰ সহায়ত সেই ধাতুৰ হাতিয়াৰ ব্যৱহাৰ কৰি উত্তৰ প্ৰদেশ আৰু বিহাৰৰ হাবি মাটি ভাঙিবলৈ বিচৰা ৰাইজক শাসনত ৰখাও পৰম আৱশ্যকীয় কাম আছিল। উক্ত দুই ৰাজ্যৰ মাটিখিনিয়েই ভাৰতৰ শ্ৰেষ্ঠ মাটি আছিল, গতিকে এনে ধৰণেৰে প্ৰসাৰিত কৰা ন খেতিৰপৰা পৰ্যাপ্ত পৰিমাণৰ উদ্বৃত্ত শস্য উৎপন্ন হৈছিল।

পূবদেশীয় বাণিজ্য পথটি ৰাজগিৰত আৰম্ভ হৈ উত্তৰেদি গঙ্গাৰ অভিমুখে গতি

কৰিছিল। গঙ্গা অতিক্ৰম কৰাৰ স্থল আছিল পাটনাৰ উজনিত। বিপৰীত দিশে গয়ালৈও এটি শাখাপথ গৈছিল। গঙ্গাৰ সিপাৰলৈ এই পথেদি প্ৰথম লিচ্ছবী ৰাজ্যৰ ৰাজধানী বৈশালি ( বৰ্সাই ), তাৰ পিছত ক্ৰমে মল্লসকলে প্ৰাধান্য বিস্তাৰ কৰা কুশীনাৰা ( কসিয়া ) পোৱা যায়; ইয়াতে শেষ যাত্ৰাৰ সময়ত বুদ্ধৰ মৃত্যু ঘটে। তাৰপৰা গৈ নেপালৰ তেৰাই অঞ্চলত অৱস্থিত বুদ্ধৰ জন্মস্থান চিহ্নিত কৰা বুম্মিনদেই অশোকস্তম্ভৰ দাঁতি-কাষৰীয়া স্থান এখনি পোৱা গৈছিল। বুদ্ধৰ জন্মভূমিৰপৰা শাক্যসকলৰ ৰাজধানী কপিলাবস্তু বেছি দূৰত নহয়। এই ঠাইৰপৰা বাণিজ্য পথ ক্ৰমাৎ পশ্চিম মুৱা হৈ সেইকালৰ বিখ্যাত ৰাজ্য কোসলৰ ৰাজধানী শ্ৰাৱন্তী ( সেট-মহেট ) অতিক্ৰম কৰি দিল্লী-মথুৰা অঞ্চলত মিলিছেগৈ। পঞ্জাৱৰ সিপাৰে বাণিজ্য-পথৰ সিটো মূৰ শেষ হৈছিল তক্ষশিলাত। সম্ভৱতঃ এটি গুৰুত্বপূৰ্ণ বাণিজ্য পথ শ্ৰাৱন্তীৰপৰা কোসম্বী হৈ ( সংস্কৃত কোশম্বী,—আধুনিক কালৰ যমুনা তীৰবৰ্তী কোশম ) উজ্জয়িনীত মিলিছিলগৈ। উজ্জয়িনী আছিল বন্য জনজাতিসকলৰ দ্বাৰা অধ্যুষিত দক্ষিণ দেশলৈ পোখা মেলা বিভিন্ন ক্ষুদ্ৰ বাণিজ্যপথৰ যুক্তিসন্মত ব্যাপনকেন্দ্ৰ। এই বাণিজ্য পথ সম্পৰ্কে প্ৰণালীবদ্ধভাৱে পুৰাতাত্বিক গৱেষণা হোৱাৰ আৱশ্যক। পথৰ দহখন মান সাৱধানে নিৰ্বাচিত কৰা স্থান খানি স্বাভাৱিক মাটি উলিয়াব পাৰিলেই লিখিত নথি-পত্ৰগত পৰম্পৰাৰ আখ্যানভাগৰ সত্যতা প্ৰতিষ্ঠা কৰিব পৰা যাব। ভাল-মতে আকাশীযানেৰে পথটি পৰ্য্যবেক্ষণ কৰিলেও কিছুমান নজনা কথা জানিবলৈ সুচল হ'ব। এই স্থলপথটোৰ পৰিপূৰক জলবাণিজ্য পথ এটি গঙ্গা নদীয়েদি চলিছিল, কালক্ৰমত এই পৰিপূৰক পথটিয়ে ঘাই পথটি সম্পূৰ্ণ নিস্প্ৰভ কৰি পেলালে। বাৰানসী এই নদীপথৰ পুৰণি বন্দৰ আছিল। বুদ্ধৰ সময়ত সাগৰ পথেদিও বাণিজ্য আৰম্ভ হৈ গৈছিল। সাহসী বেপাৰী সকলে এই নদীয়েদি গৈ একেবাৰে নদীৰ মোহনা পাইছিলগৈ আৰু তাৰপৰা উপকূলেদি বিদেশলৈ আগবাঢ়ি গৈছিল।

# ষষ্ঠ অধ্যায়

## মগধৰ উত্থান



যি সংগঠনৰ বলেৰে আৰ্যসকলে সিন্ধু উপত্যকাৰ নাগৰিক সভ্যতা ধ্বংস কৰিলে, সেই সংগঠনৰ বলেৰেই তেওঁলোকে পূৰ্বাঞ্চলৰ এটব্য অৰণ্যানী ভেদি বসতি স্থাপন কৰিলে। সেই নতুন আৰু পুনৰ গঠিত সমাজত দুটা জাত মাথোন ৰ'ল, এই সমাজে শূদ্ৰসকলৰ ওপৰত নিৰ্ভৰ কৰি চলিবলৈ ধৰিলে। এই নতুন শ্ৰেণীৰ অবিহনে মাটি চাফা কৰি ঘাঁহনি আৰু খেতিৰ তলি উলিওৱা কাম কোনো ৰকমে লাভজনক নহলহেঁতেন। ইয়াৰ লগে লগে উচ্চ জাতবোৰ বিভিন্ন জাত-বিশিষ্ট শ্ৰেণীত বিভক্ত হ'ল. গ্ৰীচ আৰু ৰোমত দাস-প্ৰধান শ্ৰেণী সমাজৰ ক্ষেত্ৰত যেনে ধৰণৰ ক্ষমতা আৰু চোকা পৰিদৰ্শনৰ দৰ্কাৰ হৈছিল, তেনে ক্ষমতা বা পৰিদৰ্শনৰ আৱশ্যক নোহোৱাকৈয়ে এইবিলাক সমাজত সৰহকৈ বাহি উৎপন্ন কৰিব পৰা হৈছিল। খ্ৰীঃ পূঃ সপ্তম শতিকাৰ ভিতৰত পঞ্জাব আৰু বিহাৰলৈকে এই খণ্ডৰ সুবিস্তৃত আৰু অসমান মাটিত ভাৰতীয় বসতি স্থাপিত হয়। এই ছোৱা ঠাইৰ বাসিন্দাসকল নিশ্চিতভাৱে বিভিন্ন ধৰণৰ জন সমষ্টিৰ দ্বাৰা গঠিত হৈছিল, বিভিন্ন গোট উন্নতিৰ বিভিন্ন স্তৰত আছিল। কিন্তু তেওঁলোকৰ মাজত এক উমৈহতীয়া ভাষা আৰু পৰম্পৰা চলি থকা হেতুকে পৰস্পৰৰ মাজত বাণি-জ্যিক আৰু সাংস্কৃতিক আদান-প্ৰদান হোৱাত সুচল হৈছিল। বিবিলাক সামাজিক সম্পৰ্কৰ কাৰণে জনজাতিবোৰে (বিভিন্ন ঠাইত) প্ৰাথমিক বসতি কৰিবলৈ সমৰ্থ হৈছিল, শেষত সেইবোৰ সামাজিক সম্পৰ্কই গৈ উন্নতিৰ অন্তৰায় স্বৰূপ হ'লগৈ।

গতিকে সমাজক উন্নত স্তৰলৈ নিবৰ বাবে সেইবোৰ সম্পৰ্ক ভাঙিব লগা হ'ল। প্ৰায় ৫২০ খ্ৰীঃ পূঃত বিম্বিসাৰে অঙ্গ ৰাজ্য জয় কৰে; প্ৰায় ৩৬০ খ্ৰীঃ পূঃত মহাপদ্ম নন্দই আৰ্য জনজাতিসমূহ ধ্বংস কৰে। দুয়োটা বছৰেই আনুমানিক। মাজৰছোৱা কালতেই এখন বৈশিষ্ট্যপূৰ্ণ নতুন সমাজ ৰচনাৰ অৰ্থে সকলো ধৰণৰ লাগতিয়াল ব্যৱস্থা গ্ৰহণ কৰা হয়। এইবোৰ পৰিৱৰ্তনৰ ঘাই ফল হ'ল মগধৰ (বিহাৰ) উন্নতি, তাৰ লগতে সমগ্ৰ দেশ জুৰি মাগধী ধৰ্মৰ (বৌদ্ধ ধৰ্ম) উদ্ভৱ আৰু মাগধী সাম্ৰাজ্যৰ বিস্তাৰ ঘটে। এইবোৰৰ প্ৰভাৱ দেশৰ সীমান্তৰ বাহিৰলৈকো বিস্তৃত হৈছিল। ধৰ্ম বিস্তাৰৰ পদ্ধতি (ক্ষেত্ৰ বিশেষে সচেতনভাৱে গ্ৰহণ) আৰু সাম্ৰাজ্য স্থাপনৰ ফলত দেশৰ ওপৰত মচিব নোৱাৰা প্ৰভাৱ পৰে।

৬.১ খ্ৰীঃ পূঃ ৭ম শতিকাৰ ভিতৰত বুৰঞ্জীৰ কেন্দ্ৰ পঞ্জাৱৰপৰা গৈ গঙ্গা উপত্যকাতহে স্থাপিত হ'লগৈ। পঞ্জাৱত তেতিয়া তেনে কোনো গুৰুত্বপূৰ্ণ সলনি ঘটা নাছিল। সম্ৰাট ডৰিয়ুচে ষষ্ঠ শতিকাৰ তৃতীয় চতুৰ্থাংশত সপ্তনদীৰ (অৰ্থাৎ সেই সময়ত পঞ্চনদী) ৰাজ্য আক্ৰমণ কৰে, তেতিয়াৰপৰা এই অঞ্চলৰ ক্ৰমিক বুৰঞ্জী আৰম্ভ হয়। তেওঁৰ ফলিত কম্বুজিয়, গণ্ডাৰ, হিন্দুশ আদি প্ৰদেশৰ উল্লেখ আছে। গতিকে এইবোৰ প্ৰদেশ আফগানিস্থানৰপৰা ধৰি সিন্ধুনদীৰ অঞ্চললৈকে—এই ঠাই টুকুৰাৰ ভিতৰত স্থাপিত হৈছিল। পূৰ্বতে এইবোৰত আৰ্যবসতি আছিল। পশ্চিম পঞ্জাৱৰপৰা (বা হিন্দুশ) নিয়া বুৰুট আৰু সংগৃহীত সেনাই গৈ ডৰিয়ুচ আৰু জেৰেক্সেছৰ সেনাবাহিনীত যোগ দি গ্ৰীক্সকলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। তেতিয়া দেশৰ সীমান্তত খুব সম্ভৱ 'তক্ষিলা' নগৰ আছিল, এই নগৰে পাৰস্য সাম্ৰাজ্যক সাধাৰণ কৰ দিব লাগিছিল আৰু সেই কৰ পাৰস্যই যেতিয়াই তুলিব পাৰে তেতিয়াই তুলি নিছিল। এই তক্ষিলা আছিল অৰ্থনৈতিকভাৱে শক্তিশালী দুটা অঞ্চলৰ স্থল-বাণিজ্যৰ বিৰাট কেন্দ্ৰ। এই দুটা অঞ্চল হ'ল স্থিতিশীল পাৰস্য ৰাজ্য আৰু আনখন হ'ল গঙ্গা উপত্যকাৰ নকৈ উঠি অহা ৰাজ্য। পঞ্জাৱৰ বাকী অঞ্চল তেতিয়া সম্পূৰ্ণৰূপে বৈদিক যুগৰ অৱস্থাতে আছিল। পুৰুস্ আৰু আন আন কিছুমান জনজাতিয়ে তেতিয়া বিস্তাৰ লাভ কৰিছিলহে মাথোন। আলেকজেণ্ডাৰৰ সময়তহে পুৰুস্ আদি জনজাতিবোৰে বিস্তাৰ লাভ কৰি ৰাজ্য স্থাপন কৰিবলৈ সমৰ্থ হৈছিল। ইয়াৰ বাহিৰেও অন্যান্য যিবোৰ নগৰ আছিল সেইবোৰৰ বেছিভাগেই প্ৰকৃত পক্ষে জনজাতীয় সদৰ ঠাই আছিল। সেইবোৰ সদৰ ঠাই দৰাচলতে বিৰাট গাওঁহে। কেৱল তক্ষিলা নগৰ আৰু পিউকেলাওটিচ (পুষ্কৰৱতী,—পুষ্কৰ বা পদুম পুখুৰীৰ নগৰ; এই নগৰ আধুনিক

'চৰসদ্দা') আদি কেইখনমান ক্ষুদ্ৰতৰ কেন্দ্ৰীয় ঠাইহে ইয়াৰ ব্যতিক্ৰম আছিল। কিন্তু এইবোৰ নগৰ মহেঞ্জোদাৰো বা হৰপ্পা নগৰৰ তুলনাত একোৱেই নহয়। কিয়নো এই দুখন নগৰৰ আকাৰ আৰু পৰিকল্পিত সংগঠন কোনোটোৱেই এই-বোৰত নাছিল। অৱশ্যে সিন্ধু উপত্যকাৰ জনসাধাৰণ তেতিয়া অস্ত্ৰ-শস্ত্ৰৰ ক্ষেত্ৰত অধিক সুসজ্জিত আছিল আৰু তাৰ আঞ্চলিক অৰ্থনীতিৰ দৃঢ় ভেটি আছিল পশুপালন আৰু কৃষিজনিত উৎপাদন ব্যৱস্থা, লগত আছিল বাণিজ্য। এওঁলোকে নাঙল ব্যৱহাৰ কৰিছিল আৰু জলসিঞ্চনৰ কাৰণে ক্ষুদ্ৰ খাল খান্দিছিল।

দক্ষিণ উপকূলৰ কথা সিমান ভালকৈ জনা নাযায়। সেই সময়ত এই অঞ্চল শেহতীয়া প্ৰস্তৰ যুগৰ বৰ্বৰ অৱস্থাত আছিল। কিছুমান ঠাইত সামান্য পৰিমাণৰ ধাতু ব্যৱহাৰ হোৱাৰ কথা জনা গৈছে। কিন্তু সেই ঠাইবোৰৰ সঠিক সময় নিৰ্ধাৰণ কৰা হোৱা নাই। সম্ভৱতঃ নদী-উপত্যকাবোৰলৈ পশুপালনধৰ্মী জীৱন নিশ্চয় প্ৰসাৰিত হৈছিল। অন্ধ্ৰৰ উপকূল পৰ্যন্ত এই সভ্যতা বিস্তৃত হৈছিল বুলি ভাবিবৰ থল আছে। বিহাৰৰপৰা কিছুমান পৰিশ্ৰমী বেপাৰী আৰু মাজে মাজে দুৰ্দশাগ্ৰস্ত ব্ৰাহ্মণ গৈ দক্ষিণ অঞ্চলত সোমাইছিলগৈ, গোদাবৰীৰ মধ্যস্থল পৰ্যন্ত এনেদৰে বসতি বিস্তৃত হৈছিল। সেই কাৰণে আমি গঙ্গা উপত্যকাৰ নতুন উদ্ভাৱনবোৰৰ ওপৰত মনোনিবেশ কৰা উচিত হ'ব। পঞ্জাব অথবা দক্ষিণৰ তুলনাত এইবিলাক অঞ্চলৰ কথা অধিক জনা যায়। এই অঞ্চলৰ বিকাশৰ ধাৰা স্বাভাৱিক গতিত আগবাঢ়ি এটি যুক্তিকৰ পৰিণতিৰ অভিমুখে ধাবিত হৈছিল। এই অঞ্চলটোত কিছুকালৰ পিছতেই মৌৰ্যসকলৰ অধীনত প্ৰথম বিৰাট 'সাৰ্বজনিক ৰাজতন্ত্ৰ' প্ৰতিস্থাপিত হোৱাৰ কথা আমি সকলোৱে জানোহঁক।

এই সময়ছোৱাৰ বিষয়ে জ্ঞান লাভ কৰিবলৈ হ'লে ঘাইকৈ বৌদ্ধ-সাহিত্য পঢ়িব লাগিব। লগতে জৈন নথিপত্ৰ আৰু পৌৰাণিক ৰাজ-বংশাৱলীসমূহকো ধৰিব পাৰি। 'মহাবংশো' নামৰ বৌদ্ধ গ্ৰন্থখন চিলনত কেইবাবাৰো শুধৰাই, তাত নতুন তথ্য-পাতি সংযোজিত কৰা হৈছিল। ইয়াৰ কালক্ৰমত প্ৰায় ৬০ বছৰ মানৰ এটি ব্যৱধান থকা দেখা যায়, ফলত বুদ্ধ ৫৪৩ খ্ৰীঃ পূঃত ঢুকাইছিল নে ৪৮৩ খৃঃ পূঃত ঢুকাইছিল তাক ধৰা টান হৈ পৰে। তথাপি মই ঘটনাটো পিছৰটো চনত ঘটিছিল বুলি এটা যুক্তিকৰ সিদ্ধান্ত গ্ৰহণ কৰিছোঁ। জৈন মহাবীৰ ( নিগণ্ঠ, নাটপুত ) তেওঁতকৈ কম বয়সীয়া কিন্তু একে সময়ৰ লোক ; এই কথা দুয়ো সম্প্ৰদায়ৰ মতৰপৰা নিৰ্ণয় কৰিব পাৰি। প্ৰায় ৩২০ খ্ৰীঃ পূঃ মানত ব্ৰাহ্মণ্য পুৰাণবোৰ ভালদৰে সম্পাদিত কৰা হৈছিল ; তেতিয়া গুপ্ত ৰাজত্ব আৰম্ভ হৈছিলহে মাথোন। পূৰ্বকালত হোৱা পুনৰ

সম্পাদনাৰ উদাহৰণ কেইটিমান এইখিনিতে উল্লেখ কৰিব লগা হ'ল ; যেনে— মধ্যদেশৰ অযোধ্যাপতি ইক্ষ্বাকু বংশীয় ৰজা দিবাকৰৰ কথা বৰ্তমান কালত বৰ্ণিত হৈছে ( DKA. 10 )। 'নাগপুৰ'ত ( দিল্লী-মিৰাট অঞ্চলৰ প্ৰাচীন হস্তিনাপুৰ ) ৰাজত্ব কৰা পুৰু অধিসীম কৃষ্ণ ( DKA. 4 )। গিৰিব্ৰজত ( প্ৰাচীন ৰাজগিৰ ) ৰাজত্ব কৰা বৃহদ্ৰথ সেনাজিত ( DKA 15 )ৰ কথাও বৰ্তমান কালত বৰ্ণোৱা হৈছে। পাৰ্জিটাৰৰ মতে বৰ্তমান কালৰ প্ৰয়োগে পুৰাণসমূহৰ প্ৰথম সম্পাদনাৰ নিৰ্দেশহে সূচনা কৰিছে। এই অনুমান সঁচা হ'ব পাৰে। অৱশ্যে পুৰাণবিলাক সাধাৰণ শোচনীয় ব্ৰাহ্মণ্য প্ৰসিদ্ধিৰপৰা মুক্ত নহয় , সেই কাৰণে এই পুথিবোৰত বিভিন্ন গোষ্ঠীৰ বিভিন্ন পৰম্পৰাকো প্ৰণালীবদ্ধভাৱে একেলগে কৰা আমি দেখিবলৈ পাওঁহক। এটি উদাহৰণ লোৱা যাওক। পাৰ্জিটাৰৰ গ্ৰন্থত ( DKA 66—7 ) পোৱা যায়, সিদ্ধাৰ্থ, ৰাহুল আৰু প্ৰসেনাডি ইক্ষ্বাকুবংশীয় ৰজা , এওঁলোকে একাদিক্ৰমে ৰাজ্যত ৰাজত্ব কৰিছিল। কিন্তু, সিদ্ধাৰ্থ ( বুদ্ধই জ্ঞান পোৱাৰ পূৰ্বৰ নাম ) নিজৰ শাক্য কুলৰো ৰজা হোৱা নাছিল বুলি আমি জানো। তেওঁৰ পুত্ৰ ৰাহুলক সৰুতেই ভিক্ষু কৰা হয়। প্ৰসেনাডি কোশলৰ একছত্ৰী ৰজা আছিল, তেওঁৰ মৃত্যু প্ৰায় বুদ্ধৰ মৃত্যুৰ একে সময়তে ঘটে , কিন্তু, তেওঁ ইক্ষ্বাকু-বংশীয় নাছিল। সেই কাৰণে উক্ত বৰ্তমান কালে প্ৰথম সম্পাদনাৰ সূচনা নিদিবও পাৰে। বৰং তিনিখন বেলেগ স্থানীয় নথি পত্ৰ একেলগ কৰাৰ কথাহে তাৰপৰা নিৰ্ধাৰণ কৰিব পাৰো। আন হাতে অধিসীম কৃষ্ণৰ পুত্ৰ নিকক্ষুৱে ( DKA 5 ) গঙ্গাৰ বানপানীৰ তাণ্ডৱলীলাত তিষ্ঠিব নোৱাৰি নিজৰ ৰাজধানী কৌশম্বিলৈ ( কোসম্বী, যমুনাতীৰৱৰ্তী কোসম ) স্থানান্তৰিত কৰে ( বুলি কথিত আছে )। ইয়াক যুক্তিসম্মত বাৰ্চান যেন বোধহয় কাৰণ ঠাইটুকুৰা বেহা-বেপাৰৰ কাৰণে বৰ সুচল ঠাই। ৰজাসকলৰ অৰ্থহীন নাম—তালিকাৰ এই পৰিপূৰক তথ্য প্ৰাচীন হস্তিনাপুৰৰ খনন কাৰ্যই সমৰ্থন কৰিছে। কাৰণ, ( সাংবাদিকৰ প্ৰাৰম্ভিক বিপৰ্টৰপৰা জনা যায় ) প্ৰাচীন হস্তিনাপুৰত এনে ধৰণৰ বানপানী হোৱাৰ সাক্ষ্য পোৱা গৈছে। কোসম্বীত এলাহাবাদ বিশ্ববিদ্যালয়ে চলোৱা খনন-কাৰ্যৰ কোনো নিৰ্ভৰযোগ্য সম্ভেদ আমি নাপাওঁ। কিন্তু যদি তাত 'গ্ৰে ৱাৰ' বা ধোঁৱা বৰণীয়া খোলাকটি ওলাইছে তেন্তে তাক উমৈহতীয়া সংস্কৃতিৰ স্মাৰকচিহ্ন বুলি ধৰিব পৰা যায় ( cf.A 1 10—11 4, 150—51 )। এই খোলাকটিবোৰ অকল আৰ্য বস্তু নুবুলি পুৰুস অথবা তেনে কোনো জনজাতিৰ বুলিবও পাৰি। আৰ্যসকলৰ মাজত হোৱা বিভিন্ন শ্ৰেণী বিভাগলৈ চালে এনে অনুমান প্ৰযোজ্য বুলি ধৰিব লাগিব। শেহত জাতকসমূহৰপৰা ( ইয়াত ৫৭৭টা দ্বিগুণবিশিষ্ট সাধু, কাহিনী আৰু উপাখ্যান আছে )

আমি সাধাৰণ মানুহৰ জীৱননিৰ্বাহৰ বতৰা পাওঁহক। প্ৰত্যেকটো গল্পৰ বৰ্ণনা বুদ্ধই দিয়া ; পূৰ্বাণ ঘটনা এটিৰ আলমত নতুন ঘটনাৰ ব্যাখ্যা দিবলৈ গল্পৰ অৱতাৰণা কৰা হয় আৰু প্ৰত্যেকটো গল্পতে পূৰ্বৰ নায়ক জনেই পুনৰ জনম লৈ 'বৰ্তমান' ঘটনাবিলাক সংঘটিত কৰে। গল্পবিলাকৰ নিৰ্ভৰযোগ্য সংস্কৰণ পোৱা যায় ( Fausböll )। এই গল্পবিলাকৰ নিৰ্ভৰযোগ্য অনুবাদো আছে ( Jat )। লগে লগে এইবিলাক গল্পবোৰৰ মূল্যবান বিশ্লেষণো পোৱা যায় ( Fick )। যদিওবা এইবোৰৰ পৰম্পৰা পূৰ্বাণ, তথাপি জাতকবিলাকক বুদ্ধৰ নিজৰ সময়ৰ সমাজসম্পৰ্কৰ ছবি বুলি ধৰিব নোৱাৰি। কাৰণ জাতকবোৰ বহুত পিছত লেখিত হৈছিল। বেপাৰীসকলৰ দ্বাৰা প্ৰভাৱান্বিত পৰিবেশত এইবোৰ লেখা হয়, সম্ভৱতঃ এই সময়ত শাতবাহনসকলে ৰাজত্ব কৰিছিল। ইযাৰ উপৰিও, চিলনত পোৱা বৌদ্ধ-জাতকসমূহ চায়ো ( এইবোৰ জাতক হেৰাল ) এই সাধুবোৰ শুধৰোৱা হৈছিল, —তাৰপৰা বৰ্তমানৰ পাঠবোৰ পালিলৈও ভঙা হৈছিল। বৌদ্ধ নীতিবোৰ অশোকৰ সময়তে ৰচিত হয়, অৱশ্যে তাৰ কিছুদিন পিছলৈও ৰচনাৰ কাম চলি আছিল। তাৰ কিছুমান নীতিৰপৰা বুদ্ধৰ মৃত্যুৰ সময়ৰ সামাজিক অৱস্থাৰ কিছু তথ্য সংগ্ৰহ কৰিব পাৰি। সেই সময়ত সমাজ আৰু সমাজৰ উৎপাদনৰ উপায় লাহে লাহে ৰূপান্তৰিত হৈছিল, তদুপৰি বিশেষ কোনো অনাৱশ্যকীয় বিষয়ৰ বৰ্ণনা আৱিষ্কাৰ কৰিবলগীয়া হৈছিল বুলিও একো বিশেষ যুক্তি দৰ্শাব নোৱাৰি।

সমাজত হোৱা পৰিবৰ্তনবোৰ কেইবিধমান নতুন অনুষ্ঠানৰ মাজেদি প্ৰকাশ পালে। সেই অনুষ্ঠানবোৰ হ'ল--বন্ধক, সুদ আৰু চোটা প্ৰথা (usury)। বৈদিক যুগতে ঋণৰ প্ৰথা আছিল। 'ঋণ' শব্দৰ পোনপ্ৰথম অৰ্থ আছিল 'পাপ' অথবা 'উলংঘন'। ঋগ্‌বেদৰপৰা জনা যায় (RV. 10 34 10) যে ঋণগ্ৰস্ত জুৱাৰীয়ে 'ৰাতি ভয়ে ভয়ে আনৰ ঘৰত ধন বিচাৰি যায।' জুৱাৰীজন চুৰ কৰিবলৈও যাব পাৰে অথবা গোপনে ঋণ লবলৈও যাব পাৰে। অথৰ্ববেদত এনে কিছুমান শ্লোক আছে যিবোৰ মৃত উত্তমৰ্ণৰ ঋণদান শেষ হলে গাব লাগে ( AV. 6. 117—9 )। ভাব হয়—এই শ্লোকৰ উদ্দেশ্য আছিল অধমৰ্ণ পাত্ৰজনক আধিদৈবিক আতংকৰপৰা মুক্ত কৰা। তাত সুত লোৱাৰ কথা নাই। কিন্তু 'ঋণ' শব্দৰ সমাৰ্থক 'বৃদ্ধি' শব্দ আছে ; বৃদ্ধিৰ স্পষ্ট অৰ্থ হৈছে বীজ ধাৰে নিয়া মানুহে শস্যৰ ভাগ ধাৰ দিওঁতাক দিব লাগে। অধমৰ্ণ আৰু উত্তমৰ্ণৰ মাজত শস্যৰ সমান ভাগ হোৱাৰ নিয়ম প্ৰথমে প্ৰচলিত আছিল। শস্য নোহোৱা বছৰ উত্তমৰ্ণৰ সম্পূৰ্ণ ক্ষতি হৈছিল। সেই

সমান বণ্টনৰ প্ৰথাই গৈ শেষত আধি খোৱা বা 'অৰ্দ্ধসীতক' প্ৰথাত পৰিণত হ'ল আদি ঐতিহাসিক কালৰ আৰম্ভণিতে নিয়মবোৰ এনে আছিল ( Arth, 3. 11 ) :

"বছৰৰ শতকৰা ১৫ পণ অৰ্থাৎ মাহেকত ১¼ পণ সুদ ধৰ্মসম্মত আৰু ন্যায়-সম্মত। বেপাৰত ৫ 'পণে'ই ( ৬০% ) নিযমীয়া সুদ আছিল। উদ্যোগত ১০ পণ ( ১২০% ) সিদ্ধ,—কাৰণ এইবোৰ কামত মানুহে অৰণ্য ভ্ৰমণ কৰিবলৈ বাধ্য হয়। সাগৰীয় বাণিজ্যত শতকৰা ২০ পণ দিয়া ( ২৪০% ) নিয়ম আছিল। যদি কোনো লোকে অধিক হাৰত সুদ লয় বা লোৱায়, তেন্তে তেওঁ উচ্চ নিৰিখত জৰিমনাও ভৰিব লাগে। ৯৬ পণলৈকে প্ৰথম 'সাহস' জৰিমনা লোৱা হয। তেনে ঋণ চুক্তিৰ সাক্ষীয়ে তাৰ আধা নিৰিখৰ জৰিমনা ভৰিব লাগে। ৰজাই ভালদৰে ন্যায়বিচাৰ নকৰিলে, উত্তমৰ্ণ আৰু অধমৰ্ণ উভযেই অনিযমিত লেনদেনত লিপ্ত হোৱা দেখা যায।

"শস্যৰ সুদ দিব লাগে শস্য চপাবৰ সময়ত। ঋণৰ আৰু শস্য চপোৱাৰ সময়ৰ দামৰ ওপৰত ভিত্তি কৰি এই সুদ নিৰ্ধাৰণ কৰা হয। ই মূল ঋণৰ আধাতকৈ বেছি হ'ব নোৱাৰে। উদ্যোগ ওচৰত হ'লে আৰু সেই উদ্যোগ নিৰ্দিষ্ট স্থানত স্থাপিত হ'লে, তাৰপৰা বছৰি সুদ লব পাৰি। উদ্যোগ চিৰকাললৈ পৰি-ত্যক্ত হ'লে অথবা বিফলকাম হলে উদ্যোগীয়ে ঋণৰ সম্পূৰ্ণ দুগুণ সুদ দিব লাগিব। ( মূলধন আৰু সুদসহ এনে ধন দিয়া প্ৰথা ভাৰতবৰ্ষৰ কোনো কোনো ঠাইত আজি পৰ্যন্ত প্ৰচলিত। ) দীৰ্ঘদিন জুৰি যজ্ঞ কৰোঁতা লোক গুৰু ঘৰত পঢ়া ছাত্ৰ, শিশু আৰু সংস্থানহীন লোকে কোনো সুদ দিব নালাগে। পুত্ৰ বা সম্বন্ধীয়া—যিকোনো উত্তৰাধিকাৰীয়ে মৃতকৰ ঋণ, সুদ দিব লাগিব। তেওঁলোকৰ সহ-ঋণী অথবা প্ৰতিশ্ৰুতি দিওঁতা লোকসকলেও এই সুদ দিব লাগিব।'

দুশ বা ততোধিক বছৰ ধৰি চলি অহা অতি পুৰণি প্ৰথাৰপৰাই ৩০০ খ্ৰীঃ পূঃ মানৰ ভিতৰতে উক্ত নীতিসমূহ প্ৰমাণিত হয়। কাৰণ আদি বৌদ্ধ শাস্ত্ৰত ঋণ বা সুদৰ উল্লেখ আছে। মগধৰ নতুন উৎপাদন ব্যৱস্থাৰ কাৰণ আৰু ফলাফল স্বৰূপে অৰ্থাৎ বেহা-বেপাৰ, পণ্য উৎপাদন ব্যৱস্থা আৰু সদাগৰী মূলধনৰ উপজাত ফলস্বৰূপে এই ঋণ আৰু সুদৰ প্ৰথা প্ৰচলিত হৈছিল। ঋণ পূৰ্ব-নিৰ্দিষ্ট উচ্চতম হাৰলৈ উঠিলে, ঋণৰ ওপৰত চক্ৰহাৰ ভৈটিত সুদ ধৰা বা ওপৰাঞ্চি সুদ লোৱা নহৈছিল। সাধাৰণতে এহ উচ্চতম নিৰিখৰ পৰিমাণ ঋণৰ দুগুণ। দীঘলীয়া ঋণক ব্যতিক্ৰম বুলি গণ্য কৰা হৈছিল। দূৰাণিবটীয়া জল বা স্থল বাণিজ্যত বিপদৰ মাত্ৰা বেছি, গতিকে তেনে ক্ষেত্ৰত ঋণ দিলে ঘূৰাই পোৱাৰ আশা কম। সেই বাবে তাত সুদৰ হাৰ

বেছি আছিল। এইবোৰ সুদৰ হাৰৰ কথা বিবেচনা কৰিলে বুজিব পাৰি যে সেই সময়ত এনে ধৰণৰ উদ্যোগবোৰ বৰ লাভজনক আছিল। মূলধন দাতাক সাধাৰণী চোটা লওঁতাৰ লগত তুলনা কৰিব নোৱাৰি। বৰং তেওঁ বেপাৰৰ অংশীদাৰ আৰু ইন্সিওৰেন্স এজেন্টৰ দৰেহে কাম কৰিছিল।

৬ ২—৬০০ খ্ৰীঃ পূঃ মানত গঙ্গা উপত্যকাত বিভিন্ন স্তৰত ভালেমান নিৰ্দিষ্ট সামাজিক গোষ্ঠীৰ বসবাস আছিল। বঙ্গদেশ তেতিয়া দলনিৰে ভৰা অটব্য অৰণ্য। বিহাৰ আৰু উত্তৰ প্ৰদেশৰ ভালেমান ঠাইত তেতিয়া আৰ্য-ভাষা নোকোৱা জনজাতীয় লোকসকলৰ সেৰেঙা বসতি আছিল। এওঁলোকৰ লগত আৰ্যসকলৰ কোনো পোনপটীয়া সম্পৰ্ক নাছিল। এওঁলোক থকা ঠাইৰ ওপৰফালে আৰ্যসকলৰ লগত সততে সংগ্ৰামৰত ভালেমান উন্নত জনজাতি আছিল। এই জনজাতিসকলে নিজ নিজ ভাষা তেতিযাও ব্যৱহাৰ কৰিছিল। এই উন্নত অনাৰ্যসকলক সাধাৰণভাৱে নাগ বুলি অভিহিত কৰিব পাৰি। গোটেই অঞ্চলটোতে খাদ্যবস্তু উৎপাদনকাৰী জনজাতি নাছিল। এই দুইবিধ জনজাতিয়েই সেৰেঙাকৈ তাত বসতি কৰিছিল। 'নাগ' সকলতকৈ উন্নত স্তৰত থকা আৰ্যসকল নদীৰ পাৰত আৰু স্থলবাণিজ্য পথৰ দাঁতিত বাস কৰিছিল। প্ৰত্যেকটো জনজাতিয়ে একোটি আৰ্যভাষা কৈছিল, তাৰ ভিতৰত কিছুমান জনজাতিৰ ভিতৰত জাত-শ্ৰেণী বিভাগৰ জন্ম হৈছিল। আৰ্য জনজাতিবোৰ দুভাগে বিভক্ত হৈছিল। তাৰ ভিতৰত যি ভাগ সহজতৰ সমাজ ব্যৱস্থাত বাস কৰিছিল, সেইভাগে ব্ৰাহ্মণ্য পূজা-পাতল নেমানিছিল। আৰ্য জাতিবোৰৰ মাজত ডাঙৰীযাতন্ত্ৰ বা পাৰিষদতন্ত্ৰ প্ৰতিষ্ঠা হৈছিল আৰু তেওঁলোকে শূদ্ৰ দাসসকলক শোষণ কৰিছিল। জনজাতি আৰু ব্যক্তিসমূহৰ নাম চাই সেই জনজাতিবোৰৰ কোনোবাটো কিছুকালৰ আগেয়ে অনাৰ্য আছিল নেকি তাক ধৰিব নোৱাৰি, কিন্তু তাৰে কিছুমানে যে নতুন আৰ্য ভাষা গ্ৰহণ কৰিছিল আৰু নাঙল তথা গৰু মহৰ সহায়েৰে খাদ্যবস্তু উৎপন্ন কৰিবলৈ সক্ষম হৈছিল, তাক স্পষ্টভাৱে জানিব পাৰি। কাৰণ বেদ বা ব্ৰাহ্মণত উক্ত জনজাতিবোৰৰ কোনো উল্লেখ নাই। দৈনন্দিন জীৱনতো এই জনজাতিয়ে বৈদিক আচাৰ-ব্যৱহাৰ মানি চলা নাছিল। ইয়াৰ বাহিৰে বাদ বাকী যিবোৰ ব্ৰাহ্মণ্যবাদৰ দ্বাৰা প্ৰভাৱান্বিত জনজাতি আছিল, সেইবোৰ লাহে লাহে ধ্বংসৰ সন্মুখীন হ'ল আৰু তেওঁলোকৰ মাজত জাত প্ৰথাৰ উদ্ভৱ হৈ লাহে লাহে চাৰি শ্ৰেণীত বিভাজন হ'বলৈ ধৰিলে। এই চাৰি শ্ৰেণীৰ দৰেই শূদ্ৰসকলৰ দৰে বৈশ্যসকলো উৎপীড়িত হৈছিল। এনে ধৰণৰ চতুৰ্বৰ্ণবিশিষ্ট জনজাতিবোৰৰ সাৰ্বভৌম ক্ষমতা কেন্দ্ৰীভূত হৈছিল মুখিয়ালসকলৰ ওপৰত। সেই

ক্ষমতা সাধাৰণতে আক্ৰমণৰ অৰ্থে প্ৰযোজিত হৈছিল। অত্যাৱশ্যকীয় বেহা-বেপাৰৰ ফলত এই সম্প্ৰদায়বোৰৰ মাজত নিবিড় সম্পৰ্ক ঘটিছিল যদিও তেওঁলোক কেতিয়াও শান্তিত বাস কৰা নাছিল। আনকি আৰ্য ৰাজ্যবোৰৰ মাজতো সততে কন্দল হৈছিল। কোনো এটা বিশেষ প্ৰভাৱশালী গোটৰ হাতত শক্তি থকা হ'লে, সেই গোটে দণ্ড-শক্তিৰ বলেৰে বাকীবোৰক দাসত পৰিণত কৰি এই ভিতৰুৱা অন্তৰ্দ্বন্দ্ব নিৰাময় কৰিব নোৱাৰিলেহেঁতেন। কাৰণ সমাজত তেতিয়া যথেষ্ট ৰাহি উৎপন্ন নহৈছিল আৰু পণ্য উৎপাদনো বৃহদাকাৰৰ নাছিল, গতিকে ব্যাপক দাসত্ব প্ৰৱৰ্তন কৰাটো লাভজনক নহ'লহেঁতেন। অঞ্চলটো অসুবিধাৰে ভৰা আছিল, তাত ভালেমান দূৰে দূৰে ঠায়ে ঠায়ে এই গোটবোৰ সেৰেঙাকৈ বসতি কৰিছিল। জন-জাতীয় লোকসকল পশ্চাদপসৰণ কৰিবৰ জোখাৰে যথেষ্ট ঠাই সেই অঞ্চলত আছিল, সেইদৰে নাঙলৰ খেতিৰ বাবেও মাটিৰ অভাৱ নাছিল। গ্ৰীচ আৰু ইটালীৰ লগত তুলনা কৰি চালে দেখা যায যে তাত সীমিত অঞ্চলত কামতু লগাব পৰা মাটিহে আছিল।

'অংগুত্তৰ-নিকায়'ত[১] প্ৰায় খ্ৰীঃ পূঃ ৭ম শতিকামানৰপৰা পৰম্পৰাগতভাৱে চলি অহা যোলখন মহাজনপদৰ নাম উল্লেখ কৰিছে। মগধৰপৰা আটাইতকৈ দূৰত

(১) মোৰ পিতৃৰ মাৰাঠি গ্ৰন্থৰসমূহৰপৰা মই বৌদ্ধ ধৰ্মৰ অধ্যয়ন কৰিবলৈ যথেষ্ট শিক্ষা পাইছো। ১৯১৩ চনতে তেওঁ বৌদ্ধ ধৰ্মৰ অৰ্থনৈতিক আধাৰৰ কথালৈ আঙুলিয়াই দিয়ে (Buddha, dharma anı sanga)। 'ভগবান বুদ্ধ' তেওঁৰ শেষ গ্ৰন্থ (দুয়োখন গ্ৰন্থ নাগপুৰৰ পৰা প্ৰকাশিত হৈছিল। ১৯৪০-৪১ চন। দুয়োখনৰে হিন্দী অনুবাদো আছে)। তেওঁ অতিকথাৰ যুক্তিসম্মত বিচাৰ কৰি বৌদ্ধ বুৰঞ্জীৰ যি ব্যাখ্যা কৰিছে, সেই ব্যাখ্যা বাঞ্চিত মানদণ্ডলৈ উঠা নাই; এই কথা সঁচা। তথাপি তেওঁৰ পৰাই মই বুৰঞ্জীৰ প্ৰথম শিক্ষা পাওঁ। 'পালি পুথি সমাজে' (বা Palı Text Socıety) উলিওৱা পালি গ্ৰন্থৰ ভাঙনি আমি মূঠৰ ওপৰত নিৰ্ভৰযোগ্য বুলি ধৰিব পাৰোঁ; কিন্তু এই গ্ৰন্থ-বোৰৰ অনুবাদবোৰ সিমান নিৰ্ভৰযোগ্য নহয়। 'জাতক'ৰ কাৰণে Cowell আৰু আনবোৰে কৰা ইংৰাজী অনুবাদ পঢ়াতকৈ J Dutoıt ৰ (1906—1921) সাতখণ্ডত সমাপ্ত জাৰ্মান অনুবাদ পঢ়া ভাল। লগতে E. S Burlingame ৰ Buddhıst Legends (Hos. 28. 30) নামৰ তিনিখণ্ডত সমাপ্ত গ্ৰন্থও পঠিতব্য। ই "ধম্মপদ অঠ-কথা"ৰ ভাঙনি। বৌদ্ধ বিনয় পাঠসমূহৰ অনুবাদ Sacred Books of the East ত (S. B. E. vols. 13. 17. 209) প্ৰকাশিত হৈছে। তাৰে মহাবগ্‌গ আৰু কুল্লবগ্‌গবো সামান্য সহায় লোৱা হৈছে। G.P. Maealsekera ৰ Dıctıonary of Palı Names (2 vols. London, 1938) খন পালিৰ পাঠ্য-পুথিক হিচাপে ব্যৱহাৰ কৰিব পৰা যায়; এই গ্ৰন্থখন উপযুক্ত গ্ৰন্থ। যিবিলাকে জাতকমালাৰ সত্যতা সম্পৰ্কে সন্দেহ কৰে, তেওঁলোকে G. Przyluski ৰ Legende de Liempereur Asoka (Asokavadana) পঢ়িব পাৰে। Asoka-vadana গ্ৰন্থ চীন-তিব্বতী মূলৰপৰা অনা। উক্ত গ্ৰন্থ ১৯২৩ চনত পেৰিচৰপৰা প্ৰকাশিত হৈছে।

আছিল কম্বোজ আৰু গান্ধাৰ ; ডেৰিয়ুছৰ ৰাজ্য জয় তালিকাত থকা হিন্দুশৰ লগতে কম্বুজিয় আৰু গান্ধাৰৰ নামো আছে। প্ৰথমখন আফগানিস্থানত পৰিছিল। গান্ধাৰ ৰাজ্য কান্দাহাৰ উপত্যকা পৰ্যন্ত বিস্তৃত হৈছিল। সীমান্ত অঞ্চলৰ ঘাই নগৰ আছিল 'তক্ষিলা' ; এই নগৰ বাণিজ্য আৰু ব্ৰাহ্মণ্য শিক্ষাৰ প্ৰাণকেন্দ্ৰ আছিল। কম্বোজৰ মানুহবোৰে পোক-পৰুৱা, পখিলা, ভেকুলী আৰু সাপ বলিদান দি পূজা-পাতল কৰিছিল। আৱেস্তীয় পৰম্পৰাইয়ো এইবোৰ পূজা সমৰ্থন কৰে। 'মহাকপফিন' নামৰ ৰজাই ৰাজত্ব কৰা 'কুক্কুটৱতী' নামৰ নগৰখন আজিও খাটাংকৈ নিৰ্ণয় কৰিব পৰা হোৱা নাই , এইখন নগৰ হয় কম্বোজৰ নিকটৱৰ্তী, নহয় সম্ভৱতঃ কাশ্মীৰত আছিল। তক্ষিলাৰ গান্ধাৰ ৰজা পুক্কুসাতিয়ে মগধৰ বিম্বিসাৰৰ লগত মূল্যবান বেপাৰৰ বস্তুৰ উপহাৰ বিনিময় কৰিছিল। এওঁ খোজ কাঢ়ি বুদ্ধক দৰ্শন কৰিবলৈ গৈছিল। দুয়োৰে ভিতৰত দেখা হৈছিল এজন কুমাৰৰ ঘৰত ( MN 140 )। ইয়াৰ অলপ দিনৰ পিছতে গাই গৰুৰ শিঙৰ খোচত ৰজাৰ মৃত্যু ঘটে। অস্সক ( অশ্মক ) ৰাজ্য দক্ষিণৰ গোদাবৰী নদীৰ পাৰত অৱস্থিত। ওচৰতে 'আল্লক' ৰাজ্য। দুয়োখনেই (?) আন্ধ্ৰ (অন্ধক) দেশ আছিল। কিন্তু দুয়োখনৰ বিষয়ে বিশেষ একো জনা নাযায়। 'বাৱৰী' (এওঁক বুদ্ধই ধৰ্মান্তৰিত কৰিছিল) নামৰ এজন ব্ৰাহ্মণে এই দুখন ৰাজ্যৰ ওচৰতে আশ্ৰম পাতি বাস কৰিছিল, আৰু তেওঁ উঞ্ছ (ধান) সংগ্ৰহ কৰি আৰু (সম্ভৱতঃ) বনবীয়া ফলাহাৰ খাই জীৱন নিৰ্বাহ কৰিছিল। ('উঞ্ছ'ৰ অৰ্থ ধান খেতি চপোৱাৰ পিছত বৈ যোৱা ধান বা শস্যৰ সংগ্ৰহ . ব্ৰাহ্মণসকলে এই ব্ৰত ধৰকৈ অনুমোদন কৰিছিল)। 'অস্সক' গুৰুত্বপূৰ্ণ বাণিজ্যকেন্দ্ৰ হৈছিলগৈ। তাতকৈ গুৰুত্বপূৰ্ণ ৰাজ্য আছিল অৱন্তী , এই অৱন্তীৰ ৰাজধানী হ'ল উজ্জয়িনী। ইয়াৰ ৰজা প্ৰজ্জোত (প্ৰদ্যোৎ) ৰোমাণ্টিক উপাখ্যানৰ বিখ্যাত নায়ক। এই উপাখ্যানবোৰৰ মতে এওঁ একেধাৰে উদয়নৰ শত্ৰু আৰু শহুৰ। এই উদয়নে যমুনাতীৰৱৰ্তী বংস (বৎস) ৰাজ্যত ৰাজত্ব কৰিছিল ; তাৰ

---

আদি বৌদ্ধ নীতি আৰু আচাৰ আদিৰ বিষয়ে H. Luderৰ মৰণোত্তৰ গ্ৰন্থ Beobach tungen uber die Sprache des Budhistischen Urkanons ( Berlin , 1954 ) পঢ়া ভাল। এই গ্ৰন্থৰ সম্পাদকৰ নাম হ'ল : E. Waldschmidt। A. L. Basham ৰ History and doctrines of the Ajivikas নামৰ গ্ৰন্থখন এই সম্প্ৰদায়ৰ বিষয়ে লেখা শ্ৰেষ্ঠতম গ্ৰন্থ। এই যুগৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক বুৰঞ্জী পোনপ্ৰথমে মোৰ Ancient Kosala and Magadha (JBBRAS (15, 52, 180—213) নামৰ প্ৰবন্ধতে সম্ভৱতঃ আলোচিত হয়। পিছৰ অধ্যায়ত ইয়াৰ বিষয়ে আলোচনা কৰিম।

ৰাজধানী আছিল কোসম্বীত। কোসম্বীৰপৰা উজ্জয়িনীলৈ তেতিয়া এটি ডাঙৰ বাণিজ্য পথ আছিল। কিছুমান অসমৰ্থিত পুৰাণৰ মতে প্ৰদ্যোৎসকলে ১৩৮ বছৰ কাল ৰাজত্ব কৰিছিল। মজ্জহিম নিকায়ৰ মতে ( MN 108 ) মগধৰাজ অজাতশত্ৰুৱে প্ৰদ্যোৎসকলৰ আক্ৰমণৰ ভয়ত ৰাজগিৰৰ দুৰ্গ মেৰামতি কৰাইছিল। এই কাৰ্য বুদ্ধৰ মৃত্যুৰ ঠিক পাছতেই। এনেবোৰ সংবাদৰ মূল্য নিৰ্ধাৰণ কৰা টান; বিশেষকৈ দুয়োখন ৰাজ্যৰ ৰাজধানীৰ মাজত থকা দূৰত্বৰ কথা ভাবিলে তেনে ভাব হয়। ষষ্ঠ শতিকাৰ বিখ্যাত মগধবাসী চিকিৎসক জীৱক কোমাৰভচ্ছ প্ৰদ্যোৎ ৰজাক ৰোগমুক্ত কৰিবলৈ উজ্জয়িনীলৈ আহিছিল। ৰজাই তেওঁলৈ 'সীৱেয্যক' নামে মূল্যবান পোছাক পঠিয়াইছিল, এই পোছাক নিশ্চয় পঞ্জাবৰ 'শোৰকোট' বা শিবি[২] দেশৰপৰা অনা হৈছিল। কোসম্বীত ঘোষিত, কুক্কুট আৰু পাৱাৰিক নামৰ তিনিখন ডাঙৰ বিহাৰ আছিল। তিনিওখন বিহাৰৰেই সম্ভৱতঃ দাতাৰ নামেৰে নামকৰণ কৰা হৈছিল। ঘাই বৌদ্ধ আখ্যানবোৰত কৌসম্বীৰ মুখ্য ভিক্ষু পিণ্ডল ভাৰদ্বাজৰ নাম পোৱা নাযায়। তেওঁৰ উপাখ্যান মৌলিক নে নাই পিছলৈ কোসম্বীৰ বণিকসকলৰ কাৰণে তেওঁৰ আখ্যান শাস্ত্ৰত লেখা হ'ল--তাক ধৰা টান। আন আন ৰাজ্যৰ ভিতৰত শূৰসেন ৰাজ্য আৰু তাৰ ৰাজধানী মথুৰাৰ কথা গ্ৰীকসকলে জানিছিল। তালৈ বুদ্ধ কাচিতহে গৈছিল। ভিক্ষুসকলে এই ৰাজ্য ভাল নোপোৱাৰ কাৰণ পাঁচোটা :--ওখোৰা-মোখোৰা আলিবাট, অতিপাত ধূলি, উৎপতীয়া কুকুৰ, নিষ্ঠুৰ যক্ষ ( দানৱ ), আৰু ভিক্ষা প্ৰাপ্তিত ভয়ানক আহুকাল। কুৰু, পাঞ্চাল আৰু মৎস্য নামৰ আৰ্য-জনজাতীয় ৰাজ্য তিনিখনৰ নাম মহাকাব্য পৰম্পৰাতো জনাজাত আছিল। যোৱা অধ্যায়ত প্ৰথম ৰাষ্ট্ৰখনৰ কথা বিবেচনা কৰা হলেই। উত্তৰ পাঞ্চালৰ ৰাজধানী আছিল--কম্পিল্ল। মৎস্যসকলৰ বিষয়ে বিশেষ একো জনা নেযায়। সুদাসৰ বিৰুদ্ধে দহজন ৰজাই কৰা যুদ্ধৰ বৰ্ণনাত এওঁলোকৰ নাম আছিল। পৰম্পৰামতে তেওঁলোকৰ দেশ হ'ল—আধুনিক ভৰতপুৰ। চেতিয (চেদি) ৰাজ্যৰ কথা আৰু সেই ৰাজ্যৰ ৰজাসকলৰ নাম তালিকা জাতকত ( Jat 422 ) আছে, এজন পুৰোহিতৰ অভিশাপত বোলে এই ৰাজ্য উচ্ছন্ন হয়। আন আন সাহিত্যত এই ৰাজ্যৰ নাম মদ্ৰৰ নামৰ সৈতে একে। মহাভাৰতৰ এটা প্ৰধান উপাখ্যান হল চেদিৰাজ শিশুপালৰ বধ, শ্ৰীকৃষ্ণই এওঁক বধ কৰে। মধ্যযুগৰ আদি ভাগত মধ্যভাৰতৰ

---

(২) শিবিৰ লগত শোৰকোটৰ একত্ব প্ৰতিপন্ন কৰা হৈছিল হু'নীয়ভাৱে সংগ্ৰহ কৰা তথ্যৰ ভেটিত। এই কাম কৰিছিল J. Ph Vogel য়ে (EI, 16 (1921), 15-17)।

নৰ্মদা তীৰত 'চেডি' বুলিবৰ এখন ৰাজ্য আছিল। ততাতৈয়াকৈ প্ৰস্তুত কৰা ওপৰৰ এই তালিকাই এটা কথা প্ৰমাণ কৰে ঃ লোকবসতি, বেপাৰ আৰু ৰাজতন্ত্ৰৰ বিকাশে ক্ৰমাৎ বিৰাটাকাৰ ধাৰণ কৰিছিল।

এইবিলাক ৰাজ্যই মৌলিক বিকাশত বিশেষ ভাগ লোৱা নাছিল, কিন্তু অৱশিষ্ট ডাঙৰ জনপদসমূহত এনে মৌলিক বিকাশ ঘটিছিল। তাৰে দুখন স্বাধীন, শক্তিশালী, সাৰ্মৰিক আৰু জনজাতীয় ডাঙৰীয়া-ৰাজ্যত পৰিণত হৈছিল, জনপদৰ নিৰ্দিষ্ট সীমাৰ বাহিৰতো ৰাজ্যৰ বিস্তৃতি বাঢ়িছিল। আলেকজেণ্ডাৰৰ আক্ৰমণৰ সন্মুখীন হোৱা মল্লসকল নিশ্চয় মল্ল জনজাতি, অৱশ্যে এওঁলোকক মালৱ জনজাতিৰ লগত মিলোৱা হয়। কিন্তু 'মল্ল' শব্দক মালৱৰ লগত মিলোৱা টান। কাৰণ, তাত এটা অক্ষৰ বা syllable নায়েই। গঙ্গা উপত্যকাৰ মল্লসকলে কোসল প্ৰভাৱৰ বহিৰ্ভূত হৈ পূৰ্বাঞ্চলত বসতি কৰিছিল। এই অঞ্চলৰে দুটা জনাজাত কেন্দ্ৰ হ'ল 'পাৱা (আধুনিক পডওনা) আৰু কুসিনাৰা (কসিয়া) 'কুসিনাৰাত' বুদ্ধই শেষকাল কটাইছিল। এই দুখন ৰাজ্য স্বাধীন আছিল, কিন্তু বজ্জি বা লিচ্ছৱী ক্ষত্ৰিয়সকলৰ দৰে এওঁলোক সিমান ভয়ঙ্কৰ নাছিল। শেহলৈ মল্ল শব্দৰ অৰ্থ 'মাল বুলি জনাজাত হৈছিল। ইৰাণীয়সকলৰ 'পেহ্লৱি' শব্দৰপৰা যিদৰে 'পেহ্লৱান' শব্দ হ'ল ঠিক সেইদৰে। মাল-যুঁজৰ প্ৰথা আমি চানূৰ মুষ্টিকৰ দিনৰপৰাই পাওঁহক, এওঁলোকক কৃষ্ণ আৰু বলৰামে মঞ্চত বধ কৰিছিল। 'মৎস্য' আৰু 'লিচ্ছৱী' দুযোটি জনজাতিকে নীহকুলীয়া মিশ্ৰিত জাতৰ লোক বোলা হৈছিল, এওঁলোকক ব্ৰাত্যক্ষত্ৰিয়ৰ বংশধৰ বুলিও চিনাকি দিয়া হৈ আহিছে। ইয়াৰপৰা বুজিব পাৰি যে দুয়োটি জনজাতিয়ে ব্ৰাহ্মণ্য পূজা-পাতল মনা নাছিল। এওঁলোকে বৈদিক যজ্ঞ পতাৰ কথাও আমি পোৱা নাই। লিচ্ছৱীৰ ৰাজধানী 'বেসালী' হ'ল আধুনিক বসাই (মজফৰপুৰ)। —সেই শব্দৰ অপভ্ৰংশ 'নিচ্ছৱি—এই নামেৰেও এওঁলোকক চিনাকি দিয়া হৈছিল। আধুনিক তিৰহুত জিলাক 'নিচ্ছৱি' বোলা যায়। পৰম্পৰা মতে তেওঁলোকৰ সংখ্যা হ'ল ৭০৭৭, গোটেই ৰাজ্য জুৰি এই লোকসকলৰ বিস্তাৰ ঘটিছিল। এওঁলোকে গাইগুটিয়াভাৱে কৰ সংগ্ৰহ কৰিছিল, সেইবাবে সভা আৰু ন্যায় সোধাৰ কাম অৱহেলা কৰিছিল। কিন্তু 'লিচ্ছৱী' নামটি বুদ্ধৰ মৃত্যুৰ প্ৰায় এহেজাৰ বছৰৰ পিছতো প্ৰচলিত হৈ আছিল। কাৰণ প্ৰথম গুপ্ত সম্ৰাটে প্ৰায় ৩২০ খ্ৰীষ্টাব্দত লিচ্ছৱী ৰাজকুমাৰী কুমাৰ দেৱীক বিবাহ কৰাইছিল। সম্ৰাট-সম্ৰাজ্ঞীৰ নামত মুদ্ৰাও মৰা হৈছিল। এইটো অসাধাৰণ ব্যৱস্থা। লিচ্ছৱী জনজাতিৰ

কন্যা বিবাহ কৰোৱাটো গৌৰৱজনক কাম নোহোৱা হ'লে এনে ব্যৱস্থা সম্ভৱটে নকৰিলেহেঁতেন, কিয়নো লিচ্ছৱীসকলে নিজে কোনো মুদ্ৰা মৰা নাছিল। বুদ্ধৰ নিজৰ মানুহ হ'ল—শাক্যসকল, এওঁলোকৰ বসবাস আছিল নেপালৰ সীমান্তৰ অলপ সিফালে। এওঁলোক ক্ষুদ্ৰ জনজাতি আছিল। এও'লোকে স্বাধীনতা হেৰুওৱাৰ পিছতো তেও'লোকৰ জাতীয় গৌৰৱ ম্লান পৰা নাছিল; কাৰণ ইতি-মধ্যে কোশলৰাজ (প্ৰসেণ্ডিং বা) প্ৰসেনজিয়ে এওঁলোকক জয় কৰি পৰাধীনতাত ৰাখি গুৰুতৰ ক্ষেত্ৰত মানুহৰ জীৱন-মৰণৰ অধিকাৰো নিজৰ হাতত তুলি লৈছিল। অন্যান্য ক্ষেত্ৰত শাক্যসকলে নিজ ৰীতি অনুসৰি চলিছিল আৰু ক্ষুদ্ৰ-ক্ষত্ৰিয় হিচাপে হাল বাই খেতি কৰিবলৈও সংকুচিত নহৈছিল। তেওঁলোকৰ ৰজাজন আছিল মুখ্য পৰিয়ালবোৰৰপৰা পাল পাতি বছা, অনিৰ্দিষ্ট কালৰ বাবে নিৰ্বাচিত মুখিয়াল। মল্ল বা 'বৃজ্জিয সকলৰ ৰজা আছিল বুলি কোনো তথ্য পোৱা নাযায়, কেৱল অজাতশত্ৰুৰ বিৰুদ্ধে সংযুক্ত জনপদসমূহক নেতৃত্ব যোগোৱা যুদ্ধ-নেতা বুলি পৰিগণিত চেডগৰ নামহে পোৱা যায়। ভিন্‌চেণ্ট স্মিথে শাক্যসকলক নেপালৰ 'বলিষ্ঠ পৰ্বতীয়া লোক' আৰু অনাৰ্য বুলি অভিহিত কৰিব খুজিছিল। এইটো অৰ্থহীন কথা। কাৰণ শাক্যসকলে যি জীৱন পদ্ধতি মানি চলিছিল, তাক বুজা-বলৈ আৰ্য শব্দ ব্যৱহাৰ কৰা হৈছিল। ইয়াৰ উপৰিও তেওঁলোকৰ ভাষাও আছিল আৰ্য। পালিভাষাত তাৰ নাম হল 'সক্ক'। এই নাম ডৰিয়ুচৰ ফলিসমূহৰ 'ইলমাইট' পাঠত পোৱা যায়, এই ফলিসমূহ বুদ্ধৰ সমযৰে। সক্ক শব্দৰ পাচী প্ৰতিশব্দ 'শক'; বেবীলনীয় প্ৰতিশব্দ গিমিৰিৰ (চিমৃৰি)। পাৰস্য সাম্ৰাজ্যত ত্ৰিবিধ শক আছিল: তীগ্ৰখোদা (জোঙা হেলমেট পিন্ধা), হোমৱৰ্গা (গ্ৰীক ভাষাত Amyrgianc, ইয়াৰ লগত একপ্ৰকাৰ হোম পূজাৰ সম্পৰ্ক আছে যেন লাগে), তৃতীয়বিধ 'সকা তেয়ী তৰদ্ৰয়'-মহাসমুদ্ৰৰ সিপাৰৰ শক)। এওঁলোকক স্কাইথীয় বুলি কোৱা হয়, কিন্তু শাক্যসকলৰ লগত কিবা সম্পৰ্ক নাই বুলি থিতাতে উৰাই দিবও নোৱাৰি।

৬'৩—ইয়াৰ পিছতে আমি যাই, সক্ৰিয় আৰু বৰ্ধমান ৰাজ্য কেইখনৰ কথা আলোচনা কৰিব পাৰোঁ। লগে লগে আমি সেই যুগৰ ৰাজনৈতিক বুৰঞ্জীতো ভুমুকি মাৰিব লাগিব।[৩] এনে ধৰণৰ ৰাজ্যত ৰজাই নিজৰ সাৰ্বভৌম ক্ষমতা

(৩) কোসল আৰু মগধৰ বিষয়ে লেখা মোৰ প্ৰবন্ধটোত এই বিষয়ে কিছু কথা আছে। শাক্য গোত্ৰৰ বিতং বিৱৰণী ... Brahmin Class নামৰ প্ৰবন্ধত। ( JAOS vol. 73, No 4, 1953 )।

প্ৰয়োগ কৰাত কোনো জনজাতীয় বাধা-নিষেধ মানিবলগীয়া হোৱা নাছিল। এওঁলোকে ঘাইকৈ অস্ত্ৰধাৰণৰ অধিকাৰী ক্ষত্ৰিয় শ্ৰেণীৰ ওপৰতে নিৰ্ভৰ কৰি চলিছিল; ক্ষেত্ৰিয় শ্ৰেণীয়ে আকৌ আন শ্ৰমিকসকলে মাটিত কৰা খেতিৰ উৎপন্নৰ বাহিৰপৰা কৰ লৈ জীৱিকা নিৰ্বাহ কৰিছিল। এওঁলোকে ৰজাৰ খাজনা সংগ্ৰহ কৰাৰ দায়িত্বও গ্ৰহণ কৰিছিল। এওঁলোকৰ লগত সদাগৰ আৰু পুৰোহিতশ্ৰেণীৰো যোগ আছিল। এই তিনিও শ্ৰেণীৰ নাগৰিকক 'পৌৰ' বোলা হৈছিল। নগৰসমূহত পূৰ্বে কেতবোৰ লুপ্ত জনজাতিৰ সদৰ ঠাই আছিল, নকৈ হোৱা ৰজাজন সাধাৰণতে সেই জনজাতিৰ লোক নহ'লেও হৈছিল। তথাপি পূৰ্বৰ জনপদৰ নাম প্ৰচলিত আছিল। তদুপৰি পূৰ্বৰ জনজাতীয় প্ৰথাৰ প্ৰভাৱত এনেধৰণৰ পৌৰ জনপদ নাগৰিকে ৰাষ্ট্ৰৰ লগত বিশেষ সম্পৰ্ক ৰক্ষা কৰি চলিছিল। এই দস্তুৰ বহুত বছৰ ধৰি চলি আছিল। বিষয়টি লাহে লাহে পৰিষ্কাৰ হ'ব। উক্ত ব্যৱস্থাৰ ফলত জনপদবোৰে যথেষ্ট স্থানীয় স্বায়ত্তশাসন লাভ কৰিছিল। অৱশ্যে স্বায়ত্তশাসনৰ পৰিমাণ সকলোতে একেধৰণৰ আছিল বুলি কোৱাটো টান। এনেবোৰ জনপদৰপৰা আন ৰাজ্যৰ দৰে কৰ-কাটল তোলা টান হৈ পৰিছিল। ৰজাৰ অভিষেকৰ বাবেও এইবিলাক জনপদৰ অনুমতিৰ আৱশ্যক হৈছিল। অৱশ্যে ঘাই কথা হ'ল এয়ে যে ৰজা আৰু ডা-ডাঙৰীয়াক পোহপাল দিবলৈ বিশেষ এটা শ্ৰমিক শ্ৰেণী তেতিয়া তাত আছিল। বেহা-বেপাৰৰ বস্তু বেচা-কিনাৰ দৰে সম্পত্তিৰ অৰ্থত মাটিৰ বেচা-কিনা তেতিয়া নহৈছিল। ধন লৈ মাটি বিক্ৰী কৰাৰ কেৱল এটা উদাহৰণ পোৱা গৈছে। সেইটো হৈছে শ্ৰাৱস্তীৰ স্বচ্ছল সদাগৰ-বিত্তদাতা অনাথ-পিণ্ডিৰ; এওঁৰ বিষয়ে এটা বিখ্যাত সাধু আছে। এই উদাৰ হৃদয়ৰ সদাগৰজনে ৰাজকুমাৰ জেতৰ উপবনখন অদ্ভুত দাম দি (কথাৰ কোবত) কিনি লৈছিল। মাটি গোটেইখন বোলে সোণৰ মুদ্ৰাৰে ওপচাই পেলাইছিল। সেই মাটি পিছত বৌদ্ধ সংঘক দান দিয়া হ'ল। ভাৰতবৰ্ষত ধন লৈ মাটিৰ মালিকীস্বত্ব আনক হস্তান্তৰ কৰা নিয়ম নিৰ্দিষ্ট অঞ্চলৰ সাময়িক বেহা-বেপাৰ অথবা নগদ টকাৰ লেনদেনৰ প্ৰচলিত ধৰণৰ ওপৰত নিৰ্ভৰশীল আছিল। সেই সময়ত যেতিয়া চহোৱা মাটিয়েই আছিল সুবিধাভোগী শ্ৰেণীৰ ভোগ আৰু সমাজভুক্তিৰ ঘাই নিদৰ্শন (সামন্তবাদৰ শেষলৈকে এনে অৱস্থাই চলিছিল), জাত বা কমিউনৰ অন্তৰ্ভুক্ত হোৱাৰ দৰেই মাটি কিনা-বেচা কৰাও নোৱাৰাতহে সংঘটিত হৈছিল। খ্ৰীঃ পূঃ ষষ্ঠ শতিকামানৰ ভিতৰত নগৰ আৰু উপকণ্ঠ অঞ্চলত মানুহে ব্যক্তিগতভাৱে ঘৰ-বাৰীৰ বাবে মাটি ৰখাটো সাধাৰণ ঘটনা হৈ পৰিছিল। কিন্তু, খেতিৰ মাটিৰ ক্ষেত্ৰত এনে ধৰণৰ ব্যক্তিগত মালিকানা নাছিল।

সেই কালত পৰম্পৰা অনুসৰি চলি অহা প্ৰাচীন ৰজাবোৰে বিজয় অথবা অনধিকাৰ প্ৰবেশৰ দ্বাৰা আন ৰাজ্য অন্তৰ্ভুক্ত কৰিবলৈ আৰম্ভ কৰিছিল। এইদৰে বিদেহ (তাৰ ৰাজধানী মিথিলা) লুপ্ত হ'ল। এই ৰাজ্যৰ শেষ ৰজা সুমিত্ৰতে ইক্ষ্বাকু বংশৰ সমাপ্তি ঘটে ( D.K A. 12 ), তেতিয়া বুদ্ধ কেঁচুৱা। তাৰ পাছৰপৰা সেই অঞ্চলত (অৰ্থাৎ দ্বাৰভাঙ্গা) আমি কোসল ৰাজত্ব আৰু তাৰ পিছত লিচ্ছৱীসকলৰ ৰাজত্ব চলি থকাৰ কথা জানিব পাৰোঁ। মগধৰ আক্ৰমণ নোহোৱা পৰ্যন্ত এই ৰাজ্য দুখনৰ অস্তিত্ব আছিল। বিহাৰৰ ( যাৰ ৰাজধানী চম্পা ) পূবে আছিল অঙ্গাদেশ। এই ৰাজ্যখন মগধৰাজ বিম্বিসাৰৰ দিনত অথবা তাৰ আগতেই জয় কৰা হয়। বিম্বিসাৰ, বুদ্ধৰ সমসাময়িক কিন্তু তেওঁতকৈ বয়সত ডাঙৰ। (মগধ হ'ল আধুনিক 'গয়া' আৰু পাটনা জিলা)। উক্ত বিজয়ৰ পিছৰপৰাই 'অঙ্গা-মগধৰ' নাম সংযুক্ত হৈ পৰে। কাসী জনপদৰ ৰাজধানী আছিল বানাৰস। উত্তৰৰ কোসল ৰাজ্যই ইয়াক জয় কৰাৰ পিছত এই ৰাজ্যৰ নাম কাসসী-কোসল হয়। ইও এটি সংযুক্ত নাম। সেই কালত বানাৰসৰ উৎপন্ন বস্তুৰ খুব নাম; ইয়াৰ উপৰিও আনটি কাৰণ হ'ল ই নদীতীৰৱৰ্তী বন্দৰ। 'কাসিক' শব্দটোৱে অকল উত্তম বানাৰসী কাপোৰকে বুজোৱা নাছিল, কালক্ৰমত সকলো উত্তম বস্তুকে 'কাসিক' বুলিবলৈ ধৰা হৈছিল। সম্ভৱতঃ প্ৰযাগ (এলাহবাদ) সেই সময়ত সিমান উন্নত ঠাই নাছিল। কিন্তু আজিকালি এই সঙ্গমৰ এই নগৰখন কাসীৰ সমানে পৱিত্ৰ আৰু কাসীৰ তুলনাত যাতাযাতৰ কেন্দ্ৰ।

সেই সময়ত কোসলেই সকলোতকৈ ডাঙৰ ৰাজ্য আছিল, অচিৰৱৰ্তী (ৰাপ্তি) নদীৰ পাৰৰ শ্ৰাৱস্তী (সাৱথি) আছিল ইযাৰ ৰাজধানী। শ্ৰাৱস্তীৰ ভগ্নাৱশেষ এতিযা গণ্ডা আৰু বহ্ৰৈচ জিলাৰ সীমান্তবৰ্তী 'সেট' আৰু 'মহেট' বুলি দুখন গাঁৱৰ ওখ পথৰুৱা টিলাসমূহত পোৱা যায়। কোসলৰ প্ৰাচীন ৰাজধানী আছিল সাকেট (ফৈজাবাদ), এয়ে মহাকাব্যৰ অযোধ্যা। বোধহয় 'সাকেট দক্ষিণ কোসলৰ কেন্দ্ৰ আছিল, সম্ভৱতঃ ই দ্বিতীয় ৰাজধানী। আৰ্যসকলে হিমালয়ৰ নামনিত পতা প্ৰাচীন বসতিস্থলৰ ভিতৰত এই কোসলো আছিল এখন, গতিকে এই ৰাজ্যৰ লগত বৃহত্তৰ পৰিবহনৰ পথ গঙ্গা নদীৰ লগত যোগসূত্ৰ ৰখা পৰম আৱশ্যকীয় আছিল। ওপৰৰ বিৱৰণীৰপৰা অনুমান হয়, দেশৰ নাম জনজাতিটোৰ নামৰপৰাই উদ্ভৱ হৈছিল। আন ক্ষেত্ৰতো এনে ধৰণেই নামৰ মিল পোৱা যায়। প্ৰাচীন খেল প্ৰধান জাতসমূহ ( guild castes ) আৰু বৃত্তিসমূহৰ নামৰ মূলো জনজাতিয়েই আছিল। অৰ্থশাস্ত্ৰত 'বৈদেহিক' শব্দৰ অৰ্থ

'সদাগৰ'। সেই সময়ত মগধ বুলিবৰ এবিধ প্ৰাচীন গীতকাৰ বা ভাট আছিল। কিন্তু, মনুস্মৃতিত ( 10 47 ) মগধ শব্দৰ অৰ্থ সদাগৰ বোলা হৈছে। জনজাতীয় সমাজৰপৰা খেল-প্ৰধান সমাজলৈ হোৱা ৰূপান্তৰৰ ই এটা স্বাভাৱিক উদাহৰণ। এইদৰে জনজাতিৰপৰা খেল খেলৰপৰা জাতৰ বিকাশ হয়। ব্ৰাহ্মণ্য তত্ত্বমতে মগধ আৰু বৈদেহিক দুয়োটাই মিশ্ৰিত মূলৰপৰা হোৱা দুটা জাত। যদি 'বিদেহ' নামৰ জনজাতি এটা তেতিয়াও বাচি আছিল বুলি কোৱা হয়, তেন্তে সুমিত্ৰৰ লগে লগে ৰাজ্যৰ অন্ত পৰিল বোলাটো বৰ সমীচীন কথা নহ'ব। মনুস্মৃতিৰ কথাৰপৰা ইয়াকে মাথোন বুজা যায় যে মগধৰ নাগৰিকসকল তেতিয়া ভ্ৰাম্যমান বেপাৰী আছিল।

নিশ্চিতভাৱে সেই সময়ৰ ঘাই সংগ্ৰামখন ঘটিছিল মগধ আৰু কোসলৰ ভিতৰত, দুয়োখন দেশেই একেসময়তে জনজাতিবোৰৰ বিৰুদ্ধেও যুদ্ধ কৰিছিল। দেখাত কোসলেই তেতিয়া অধিক শক্তিশালী, বৃহৎ অঞ্চলৰ অধিকাৰী আৰু সুদীৰ্ঘ ঐতিহাসিক বৈশিষ্ট্যসম্পন্ন ৰাজ্য আছিল। গ্ৰামদানভোগী পুৰুহিত শ্ৰেণী আৰু ক্ষত্ৰিয় প্ৰশাসক 'পাযাসি ৰাজঞঞ'ৰ দৰে সামন্তসকলে এই ৰাজ্যৰ পৃষ্ঠপোষকতা কৰিছিল ( DV 23 )। সেইসময়ত মাটি দকৈ চহোৱা নহৈছিল। শাক্য সকলৰ দৰে উন্নত জনজাতিৰ উপৰিও ভালেমান অৰণ্যবাসী-বৰ্বৰ জাতিবো তাত বসতি আছিল। মগধৰ ইয়াতকৈও অধিক গুৰুত্বপূৰ্ণ কিছুমান বৈশিষ্ট্য আছিল। সেইবিলাকৰ এটা হ'ল ধাতু খনন কাৰ্য। আনহাতে চহৰখন আছিল নৈৰ কাষত, সেইকালৰ প্ৰাচীন ৰাজধানীবিলাকৰ বিচাৰ ল'লে আমি দেখা পাওঁ একমাত্ৰ 'ৰাজগীৰ'ক (-ৰাজগৃহ-)। নদীৰ এটা পাৰত ইয়াৰ অৱস্থান। নদীৰ সিপাৰে থকা আৰ্যবসতি অঞ্চলবোৰৰ লগত উত্তৰৰ হিমালয় পাদদেশৰ বসতিস্থলৰ যোগাযোগ আছিল। ( আনৰ তুলনাত ) ৰাজগীৰৰ চৌকাষৰ অঞ্চলসমূহ আজিও হাবিময়। এনে আওহতীয়া আৰু কম অসাৰুৱা মাটিত ৰাজধানী পতাৰ অৰ্থ কি আছিল? এই কথাৰ ব্যাখ্যা দৰকাৰ। বৰাবৰ পৰ্বততেই হ'ল ধাৰৱাৰ ধাতু-আকৰৰ আটাইতকৈ উত্তৰত অৱস্থিত ঠাই। —তাত সহজে খানিব পৰা লোৰ চামনি আছে। গতিকে ইয়ে আছিল ৰাজগীৰৰ নিকটতম লোৰ আকৰ। দ্বিতীয়তে এই ঠাইৰপৰা ( গয়াকে ধৰি ; তেতিয়া গয়ালৈ ঘন হাবিৰ মাজেদি এটি পথ আছিল) ধালভূম আৰু সিংভূম জিলাৰ দক্ষিণ-পূবৰ লো আৰু তামৰ আকৰ লৈ যোৱা ঘাই পথটি গৈছিল। এই দুখন জিলাতে ভাৰতৰ সৰ্বাতকৈ অধিক লো আৰু তাম থকা খনি পোৱা গৈছিল। আজিও তাৰ 'তাম্ৰ' শব্দযুক্ত পাওঁ

কিছুমানত ( যেনে—'তামৰ' ) পূৰ্বাপি কিন্তু বিস্তৃত তাম মাটিৰ স্তৰ পোৱা যায়। এক কি দুই শতিকামান কালৰ পিছত 'তামলুক' নামৰ তাম ৰপ্তানি কৰা এটি বন্দৰো হৈছিল। কম পৰিমাণে হ'লেও ৰাজস্থান বা দক্ষিণৰপৰা সিন্ধু উপত্যকালৈও তাম আমদানি কৰা হৈছিল। গতিকে দেখা যায় মগধৰ হাতত সেই সময়ৰ আচল ক্ষমতাৰ উৎস ধাতুবোৰৰ প্ৰায় একচেটীয়া অধিকাৰ আছিল। মগধৰ বিখ্যাত ৰাষ্ট্ৰতত্ত্ববিদ চাণক্যই খনিৰ গুৰুত্বৰ কথা ভালকৈ উপলব্ধি কৰিছিল। তেওঁ লেখিছিল—"খনিৰ ওপৰতে ৰাজকোষ বৰ্তি থাকে। ৰাজকোষৰ ওপৰতে ৰাজসেনা বৰ্তি থাকে।" ( Arth 2. 12 )। আন ঠাইত আকৌ লেখিছে—"যুদ্ধৰ বয়বস্তুৰ গৰ্ভ হৈছে খনি।" ( Arth 7 14 )।

নথি-পত্ৰৰপৰা তিনিওটি প্ৰধান ৰাজশক্তিৰ ক্ষমতাৰ কন্দলৰ খুটি-নাতি কথা থূল-মূলভাৱে জানিব পাৰি। কোসলসকলে বাৰানসীলৈ চলোৱা দক্ষিণমুৱা অভিযান ইতিমধ্যে কিম্বদন্তীত পৰিণত হৈছে। বাৰানসীৰ আখ্যান প্ৰসিদ্ধ ৰজা ব্ৰহ্মদত্তই কোসলৰ লগত যুঁজি ঠায়ে ঠায়ে জয়লাভ কৰিছিল। অন্ততঃ ৰাণীৰে সৈতে ৰজা দীৰ্ঘীতিক ( Maha vagga 10 2 , Jat 428 ) বন্দী কৰি তেওঁ প্ৰাণদণ্ড বিহাৰ কথা পোৱা যায়। ভগনীয়া কোসল ৰজা দীঘাবুয়ে পুনৰ নিজৰ হেৰুওৱা ৰাজ্য উদ্ধাৰ কৰিছিল আৰু সম্ভৱতঃ ব্ৰহ্মদত্তৰ জোৱাই হৈ তেওঁ কাসী ৰাজ্যও অধিকাৰ কৰিছিল ( Jat 371 )। কোসল কোঁৱৰ চটুৰ কাহিনীও একে ধৰণৰ। বাপেকৰ পৰাজয়ৰ পিছত তেওঁ ব্ৰহ্মদত্তৰপৰা কোসল-ৰাজ্য উদ্ধাৰ কৰিছিল আৰু সাৱত্থি নগৰক অভেদ্য দুৰ্গ কৰি সাজিছিল। এই ৰাজকুমাৰ জনে তিনিবেদৰ শিক্ষা ল'বৰ বাবে 'তক্ষিলা' লৈ পলাই গৈছিল। জাতকৰ মতে ( Jat. 303 ) কোসলৰ দব্বসেন ৰজাই কাসী অধিকাৰ কৰে। জাতকৰ আন এটা সাধু মতে ( Jat 355 ) ৱংকইহে এই নগৰ লয়। আন এখন জাতকৰ মতে ( Jat 532 ) বানাৰসীৰ ৰজা মনোজে কোসলৰ অধীনতা গ্ৰহণ কৰিছিল। এইবিলাক নামৰ বিশেষ কোনো অৰ্থ নাই, কিন্তু যি কন্দলৰ ফলত কাসীৰ ওপৰত কোসলৰ প্ৰাধান্য প্ৰতিষ্ঠা হ'ল, সেই কন্দল ঐতিহাসিক ঘটনা যেন বোধহয়।

কোসলৰাজ প্ৰসেনজিয়ে ( প্ৰসেজিতে ) প্ৰাচীন ইক্ষ্বাকুবংশীয় ৰজা এজনৰ নাম গ্ৰহণ কৰিছিল যদিও বৈদিকব্ৰাহ্মণ্য পৰম্পৰা অনুসৰি হোৱা ক্ষত্ৰিয় নাছিল। তেওঁ নীচ জনজাতীয় কুলৰ লোক। তেওঁৰ পৰিয়ালৰ নাম মাতঙ্গকুল ; এই কুল-বৰ্তমানৰ অস্পৃশ্য মাংজাতৰ সৈতে একে। কিন্তু সেই সময়ত মাতঙ্গপন্থী বা মাতঙ্গ-টোটেম

বিশিষ্ট জনজাতিসকলৰপৰা এই জাতৰ উৎপত্তি হৈছিলহে মাত্ৰ। তেওঁৰ পাটমাদৈ মল্লিকা ফুল বেচা মানুহ এজনৰ ( মালী-? ) জীয়েক গতিকে, এই মালীজন ক্ষত্ৰিয় বা আন উচ্চ জাতৰ লোক নাছিল। বৈদিক ব্ৰাহ্মণৰ প্ৰতি তেওঁৰ বিশেষ উদাৰতাৰ কাৰণ এয়ে হ'ব পাৰে। কিয়নো নিজৰ ৰাজকীয় স্থানৰ লগত খাপ-খোৱা অথচ নিজৰ জাততকৈ উচ্চ এটি সামাজিক সন্মান লাভ কৰিবৰ বাবে তেওঁ চেষ্টা কৰিছিল। অৱশ্যে তেওঁৰ ভনীযেক ৰজা বিম্বিসাৰৰ পত্নী হৈছিল। এৰেঁই ৰজা অজাতশত্ৰুৰ মাক। এই গৰাকী কোসলকন্যাৰ ( বা-বিদেহ সুতা ) যৌতুকত বানাৰসী অঞ্চলৰ এখন গ্ৰাম-দান কৰা হৈছিল। বিম্বিসাৰৰ পুত্ৰ অজাতশত্ৰুৱে নিজৰ বাপেকক বন্দী কৰি খাবলৈ নিদি মাৰিলে। অৰ্থশাস্ত্ৰ পঢ়ি বুজা যায় সিংহাসনৰ অধিকাৰী আৰু উত্তৰাধিকাৰীৰ মাজত এনে ধৰণৰ সংঘৰ্ষ একো অনিয়মিত ঘটনা নাছিল। তাত ৰজাক যুৱৰাজৰ ওপৰত সততে চোকা চকু ৰাখিবলৈ কোৱা হৈছে ( Arth 1 17 )। লগতে অৰ্থশাস্ত্ৰই যুৱৰাজকো ( Arth 1. 18 ) সন্দিগ্ধমনা বাপেকক কেনেকৈ পৰাস্ত কৰিব লাগে তাৰ উপদেশ দিছে। প্ৰসেনজিয়ে নিজৰ শিক্ষা সাং কৰাৰ লগে লগে বাপেকৰপৰা সিংহাসন লাভ কৰিছিল। বিম্বিসাৰক আকৌ বাপেকে পোন্ধৰ বছৰ বয়সতে সিংহাসনত অভিষিক্ত কৰি নিজে ৰাজপাট ত্যাগ কৰিলে। এই দুয়োজনা ৰজাই জনজাতীয় সামৰিক সংগঠন পৰিহাৰ কৰি নতুন ধৰণৰ এটা সেনাবাহিনী গঠন কৰিলে। এই সেনা-বাহিনীৰ একমাত্ৰ অনুগত্য হ'ল ৰজাৰ প্ৰতি। বংশানুক্ৰমে বিষয় ভোগ কৰাৰ নীতি প্ৰচলিত হোৱাত, নতুন সেনাপতিৰ বাব এটা সৃষ্টি হ'ল। সিংহাসনৰ উত্তৰাধিকাৰী বা যুৱৰাজে মাজে-সময়ে এই বাব পাইছিল। নিয়মিত কৰ আৰু বিপুল ৰাজহৰ অবিহনে এনে সেনা-বাহিনী এটি চলোৱা টান হৈ পৰিল। ৰজাৰ একচ্ছত্ৰী ক্ষমতাৰ ঘাই আধাৰ হ'ল সেনাবাহিনী। বিম্বিসাৰে ( মহাবগ্‌গ ৫_১ ) ৮০,০০০ খন গাৱঁৰ ওপৰত ৰাজত্ব কৰিছিল বুলি জনা যায়। প্ৰাচীন পৰম্পৰা ধ্বংস হোৱাৰ লগে লগে মাগধী ব্ৰাহ্মণসকলক তাচ্ছিল্য ভাৱেৰে 'ব্ৰহ্মবন্ধু' আৰু মাগধী ক্ষত্ৰিয় ৰজাসকলক 'ক্ষত্ৰবন্ধু' বুলি উপলুঙা কৰা হৈছিল। বন্ধু শব্দৰ অৰ্থ ইটালীয় '—accio' শব্দৰ সৈতে একে, তাৰপৰা বুজা যায় ওপৰুক্ত কোনোটো জাতকে পৰম্পৰাগত বৈদিক বিধিৰ অন্তৰ্ভুক্ত কৰিব নোৱাৰি।

পোনপটীয়া হিংসা প্ৰয়োগৰ দ্বাৰা ৰাষ্ট্ৰযন্ত্ৰ নিয়ন্ত্ৰন কৰাৰ অভিনৱ ঘটনাই গভীৰ সলনিৰ সূচনা কৰিলে। পঞ্জাবৰ ৰাজ্যবোৰত তেতিয়াও ট্ৰাইবেল নিৰ্বাচন পদ্ধতি আৰু ট্ৰাইবেল কৰ্তৃত্বৰ প্ৰচলন হৈ আছিল। কিন্তু, গঙ্গা অৱবাহিকাৰ বৃহত্তৰ ৰাজ্যবোৰত সেই আৱশ্যকতা সম্পূৰ্ণৰূপে লুপ্ত হ'ল। প্ৰকৃতপক্ষে ট্ৰাইবেল ব্যৱস্থা চলি

থকা হ'লে এইবোৰ ৰাজ্যৰ বিকাশ নহ'লহেতেন। আনহাতে ট্ৰাইবেল মুখিয়ালবোৰৰ স্থানল'বৰ কাৰণে নিয়মিত সভাসদৰ উদ্ভৱ হোৱাৰ কোনো সন্দেহ আমি নেপাওঁ। ইয়াৰ অৰ্থ হ'ল এয়ে যে-বেপাৰ, পণ্য দ্ৰব্য উৎপাদন, পৰিয়ালৰ মাটিৰপৰা ৰাহি শস্য উৎপন্ন আদি কামত নিযুক্ত থকা এটি নতুন শ্ৰেণীৰ জন্ম হ'ল। এক কথাত ক'বলৈ গ'লে এওঁলোকে ব্যক্তিগত সম্পত্তিৰ সৃষ্টি কৰিলে, সেই উদ্দেশ্য সাধনৰ অৰ্থে তেওঁলোকে সকলো ধৰণৰ জনজাতীয় সংস্কাৰ আৰু জনজাতীয় প্ৰথাৰে লাভৰ অংশ-গ্ৰহণ কৰা ব্যৱস্থাৰপৰা মুক্তি ল'লে। তেওঁলোকৰ বাবে আটাইতকৈ ডাঙৰ প্ৰয়োজন হ'ল আলিবাটত নিৰাপদ যাতায়তৰ প্ৰতিশ্ৰুতি আৰু সম্পত্তিৰ নতুন স্বত্বৰ ৰক্ষণাবেক্ষণ দিব পৰা এজন ৰজা পতাটো। কোনো বিশেষ ৰজাক তেওঁলোকে বিচৰা নাছিল। মাথোন ট্ৰাইবেল আইন বা উমৈহতীয়া সম্পত্তিৰ স্বত্বৰ পুনৰ সংস্থাপনত সফলতাৰে বাধা দান কৰিব পৰা একোজন ৰজা হ'লেই হৈছিল। এনে কাম কৰা সহজ হৈ পৰিছিল। কাৰণ মগধ ৰাষ্ট্ৰই বিষয়াৰ যোগেদি ব্যাপকভাৱে কৰ হিচাপে তোলা শস্য আৰু পণ্যৰ বেহা-বেপাৰ কৰিবলৈ ধৰিছিল। আনহাতে ৰজাই পূৰ্বৰ ট্ৰাইবেল মুখিয়ালৰ সকলোবোৰ বিশেষ স্বত্ব নিজে হস্তগত কৰি ল'লে, আনহাতে উক্ত জনজাতীয় মুখিয়ালসকলৰ অতি সামান্য দায়িত্বহে তেওঁলোকে গ্ৰহণ কৰিলে।

প্ৰসেনজিতে ভগিনীয়েকৰ যৌতুকত দিয়া কাসী গাওঁৰ দান নাকচ কৰিব খুজিছিল, কিন্তু ভাগিনীয়েকৰ লগত হোৱা যুদ্ধত কেইবাবাৰো হাৰ মানিব লগা হোৱাত সেই আশা পূৰণ নহ'ল। এই গাওঁখন নদীৰ দলঙৰ দাঁতিৰ সামৰিক গুৰুত্বপূৰ্ণ স্থানত অৱস্থিত, গতিকে যেয়ে সেই দলংখন অধিকাৰ কৰি ৰাখিব পাৰে, তেৱেঁই নদীখন আৰু তাৰ সৰ্ববৃহৎ বন্দৰটো নিয়ন্ত্ৰণ কৰিব পাৰে। প্ৰসেনজিতৰ বিপৰ্যয়ৰ কাৰণ হ'ল:— মল্ল জনজাতি-সম্ভূত মন্ত্ৰী দীঘ কাৰায়নই শেহান্তৰত কৰা বিশ্বাসঘাতকতা। কাৰণ, দীঘ কাৰায়নৰ দদায়েক মল্ল বন্ধুলক উচ্চ পদবী দান কৰাৰ পিছতো বিশ্বাসঘাতকতা কৰি ৰজাই সন্দেহত নিধন কৰিছিল। প্ৰসেনজিতয়ে বুদ্ধক শেষ দেখা কৰিবলৈ যাওঁতে কাৰায়নই কোসলৰ ৰাজদণ্ড প্ৰসেনজিতৰ পুতেক আৰু সেনাপতি বিড়ূডভৰ হাতত গতাই দিয়ে। খবৰ পাই বৃদ্ধ প্ৰসেনজিত ৰাজগীৰলৈ পলাই যায়। তেওঁৰ লগত তেতিয়া এগৰাকী দাসীৰ বাহিৰে আন কোনো নাছিল। ভগনীয়া কোসল ৰজাই ভাগৰত মৃতপ্ৰায় হৈ তাতে মৰণৰ মুখত পৰে, তাৰ পিছত ভাগিনীয়েক অজাত শত্ৰুৱে তাতে তেওঁক ৰাজকীয় সন্মানেৰে চিতাত তোলে। ইয়াৰ পিছত ৰাপ্তীৰ অকাল বানপানীত সেনাবাহিনী সহ সেনাপতি বিড়ূডভ উটি যায়; সেই সময়ত

তেওঁ ৰাপ্তীৰ শুকান বালিত শিবিৰ পাতি আছিল। এনে অৱস্থাত কোসল ৰজাহীন আৰু সেনানীবিহীন হ'ল, সেই সুযোগ পাই সু-সজ্জিত সেনাবাহিনীৰ সহায়েৰে প্ৰসেনজিৰ ভাগিন বুলি ঘোষণা কৰি অজাতশত্ৰুৱে কোসল অধিকাৰৰ দাবী কৰিলে। ফলত বিনা যুদ্ধে কোসলৰ পতন ঘটিল। অকল সেয়ে নহয়, ইতিহাসৰপৰাও কোসলৰ নাম লুপ্ত হৈ গ'ল। অৱশ্যে মধ্যযুগত আন এখন মধ্যভাৰতীয় ৰাজ্যক 'কোসল' নাম দিয়া হৈছিল। বুদ্ধই বেছিভাগ গাথা শ্ৰাৱস্তীত ৰচনা কৰিছিল। কিন্তু, তেওঁৰ মৃত্যুৰ পিছত বহু প্ৰথম বৌদ্ধ সংঘখন ৰাজগীৰত পতা হয়, ইয়াৰ পৰাই বুজিব পাৰি যে খ্ৰীঃ পূঃ ৪৮৩ ৰ ভিতৰত কোসলে পূৰ্বৰ প্ৰাধান্য হেৰুৱাই পেলাইছিল। ইফালে ৰজাবোৰৰ লগত জনজাতিবোৰৰ তিক্ত কন্দল আৰম্ভ হ'বলৈ ধৰিলে।

৬.৪—ইতিমধ্যে উক্ত জনজাতিবোৰ ধ্বংসৰ সম্মুখীন হৈছিল, তেওঁলোকৰ ভিতৰৰ ডাঙৰ পৰিয়ালবোৰৰ হাতত স্থায়ী সম্পত্তি গোট খোৱাই ইয়াৰ কাৰণ। শাক্য গৌতম ( বুদ্ধ ) আৰু লিচ্ছৱী মহাবীৰ আদিয়ে ভিক্ষু হৈ ডাঙৰ ধৰ্ম প্ৰতিষ্ঠা কৰা ঘটনাই বা মল্ল বন্ধুলৰ দৰে বীৰে বিদেশী ৰজাৰ তলত অধীন কৰ্মচাৰী হোৱাৰ উদাহৰণে এটা কথা স্পষ্টভাৱে প্ৰমাণ কৰে। সেই সময়ৰ ট্ৰাইবেল জীৱনত সুবিধা বা সন্তোষৰ অভাৱ ঘটিছিল আৰু বুদ্ধিমান লোকসকলে এনে জীৱনত কোনো সাৰ্থকতা বিচাৰি নেপাইছিল। ট্ৰাইবেল ৰীতি অনুসৰি জাতত তুলি নোলোৱাকৈ কোনো জনজাতীয় লোকে বাহিৰৰ কন্যা বিবাহ কৰাব নোৱাৰিছিল। তথাপি আমি জানো যে বিম্বিসাৰৰ চেল্লনা' বুলিবৰ এগৰাকী লিচ্ছৱী ৰাণী আছিল। জৈন সাহিত্যৰ মতে এৱেঁই অজাতশত্ৰুৰ মাতৃ। কিন্তু প্ৰাচীন নিয়ম মতে বিম্বিসাৰৰ সকলো ৰাণীয়েই যিকোনো ৰাজকোৱঁৰৰ ( সমূহীয়া ) মাতৃ বুলি বিবেচিত হ'লহেঁতেন। প্ৰসেনজিয়ে এগৰাকী শাক্য পত্নী বিচাৰিছিল। তেওঁ শাক্যসকলৰ অধিপতি হলেও কুলত তেওঁলোকতকৈ হীন, গতিকে এনে প্ৰস্তাৱ পাই শাক্যসকল বৰ ক্ষুন্ন হৈছিল, তথাপি দুইকুল ৰক্ষাৰ বাবে 'বাসৱখত্তিয়া' নামৰ এগৰাকী ধুনীয়া ছোৱালীক পবিত্ৰ শাক্যকুলৰ কন্যা বুলি যাচি দাষৰ হাত সাৰিলে। এই ছোৱালী আচলতে মহানাম সাক্যৰ নাগমুণ্ডা নামৰ এগৰাকী দাসীৰ গৰ্ভত ওপজা। নাগমুণ্ডা নামটোৱেই দুটা আদিবাসীৰ সংমিশ্ৰণত উৎপত্তি হোৱা যেন বোধহয়। এই বিবাহৰ ফলত বিড়ূডভ সেনাপতিৰ জন্ম হয়। এই বিড়ূডভয়েই শেষত ৰাজপাট দখল কৰিলেগৈ। শাক্যসকলে কৰা চক্ৰান্ত কালক্ৰমত ধৰা পৰিল যদিও প্ৰসেনজিয়ে শেহান্তৰত শাক্যসকলক ক্ষমা কৰিলে। কিন্তু পুত্ৰই শাক্যসকলৰ ওপৰত কঠোৰ

প্ৰতিশোধ ল'লে, তেওঁৰ নিজৰ সিংহাসন শাক্যৰ তেজেৰে ৰাঙলী কৰিলে। তথাপি, এই হত্যাকাণ্ডৰ পিছতো অতি কমসংখ্যক শাক্য জীয়াই ৰ'ল। যেতিয়া পিছৰ কালৰ চিলনৰ ৰজাসকলে বুদ্ধৰ বিখ্যাত বংশৰ লগত সম্বন্ধ কৰিবলৈ শাক্যবংশৰ ছোৱালী অনুসন্ধান কৰিছিল, তেতিয়া দুগৰাকী নে এগৰাকী শাক্য কন্যাৰহে অস্তিত্ব পোৱা গৈছিল। জনজাতি হিচাপে শাক্যৰ ইতিমধ্যে বিলুপ্তি ঘটিছিল। সেই সময়ত সাৰ্বভৌম ৰজাসকলে যি সামৰিক আক্ৰমণ চলাইছিল, সেই সামৰিক আক্ৰমণৰ আচল কাৰণ হ'ল এইঃ স্বেচ্ছাচাৰী ৰাজতন্ত্ৰই অৰ্দ্ধ স্বাধীন জনজাতিৰ অৱস্থিতিও আনকি সহ্য কৰিব নোৱাৰে কাৰণ তাৰপৰা নিজৰ বিপদ অৱশ্যম্ভাৱী। এই একে কাৰণেই, নতুন উৎপাদন ব্যৱস্থায়ো এনে অৰ্দ্ধ স্বাধীন জনজাতিৰ অৱস্থিতি সহ্য নকৰে।

অজাতশত্ৰুৱে লিচ্ছৱীসকলৰ বিৰুদ্ধে কৰা এনেধৰণৰ আক্ৰমণ ইযাতকৈও কঠিন আছিল, কাৰণ তেওঁলোকে মল্লসকলৰ সৈতে গোট খাই এখনি সংযুক্ত ৰাজ্য গঠন কৰি লৈছিল। নদীপথৰ সংযোগস্থানত থকা বেপাৰীসকলে মগধ ৰজাৰ বিষয়া আৰু লিচ্ছৱী জনজাতি দুয়োপক্ষকে কৰ দিব লগাত পৰিছিল বুলি সেই সময়ত অভিযোগ তুলিছিল। গতিকে মগধৰ ৰজাৰ প্ৰথম কাম হ'ল, পাটলিপুত্ৰ ( পাটনা )ৰ স্থাপন। পিছত ই মগধ সাম্ৰাজ্যৰ ৰাজধানীত পৰিণত হয়। আদিতে তাত এটা ক্ষুদ্ৰ দুৰ্গ আছিল, বুদ্ধৰ মৃত্যুৰ বছৰত এই নগৰ নিৰ্মাণৰ পৰিকল্পনা কৰা হয়। এই ঠাইটুকুৰা স্থলপথ আৰু নদীপথৰ সঙ্গমস্থল, 'শোণ' নদী এই ঠাইতে গঙ্গাৰ লগত লগ লাগিছে। গতিকে এই ঠাইত শত্ৰুক বাধা দিব পৰাকৈ এটা সম্পূৰ্ণ গড় বান্ধি লোৱা হৈছিল। দ্বিতীয় কাম হ'ল, লিচ্ছৱীসকলৰ আভ্যন্তৰীণ বিৰোধৰ সূচনা কৰা। আখ্যান অনুসৰি এই কাম কৰিছিল এজন ব্ৰাহ্মণ মন্ত্ৰীয়ে। এওঁৰ মতা নাম—ৱস্সকাৰ, অৰ্থাৎ এই নাম কাম অনুসৰি দিয়া হৈছিল। এওঁৰ কাহিনী 'হিৰডিটাচে বৰ্ণোৱা' জপীৰচৰ ( Book 111, end ) কাহিনীৰ দৰে। ব্ৰাহ্মণজনে ভাও ধৰি মগধ ৰজাৰ দ্বাৰা অপমানিত ব্যক্তি বুলি পৰিচয় দি লিচ্ছৱীসকলৰ লগ ল'লেগৈ। লিচ্ছৱীসকলে তেওঁক সবিনয়ে গ্ৰহণ কৰিলে, এনে বিনয়ৰ প্ৰতিদান স্বৰূপে এওঁ এজনৰ বিৰুদ্ধে আন এজনক গোপনে ( মিছা ঘটনা বৰ্ণাই ) উচটাবলৈ ধৰিলে। ফলত জনজাতীয় সভাই কাম কৰিবলৈ এৰিলে। অজাতশত্ৰুৰ পথ প্ৰশস্ত হ'ল। তেওঁ নিৰ্বিঘ্নে 'বেসালি'লৈ গ'ল। বৌদ্ধ সাহিত্যত এনেধৰণেই বৰ্ণোৱা হৈছে। জৈন সাহিত্যত এখন প্ৰকাণ্ড যুদ্ধ হোৱাৰ কথা উল্লেখ আছে। এইবিলাক সবু

সুৰা ঘটনা সঁচাই হওক বা মিছাই হওক, এটা কথা উল্লেখযোগ্য, মল্ল নগৰী পাৱা আৰু কুসীনাৰাত যি ধ্বংস-যজ্ঞ অনুষ্ঠিত হৈছিল, বেসালিত তেনে ধ্বংস যজ্ঞ অনুষ্ঠিত হোৱা নাছিল। মল্ল সংযুক্ত ৰাজ্যকো সম্ভৱ একে সময়তে নিশ্চিহ্নকৈ ধ্বংস কৰা হয়। অজাতশত্ৰুৰ ৰাজত্বৰ এশবছৰৰ পিছত বেসালিত লিচ্ছৱী (ৱৃজিয়) ভিক্ষুকে আৰু সাধাৰণ বৌদ্ধধৰ্মী লোকে দান-খোজাৰ কথা কুল্লবগ্গত (১২, ১, ১) বৰ্ণনা কৰা হৈছে। মল্ল অথবা লিচ্ছৱী জনজাতি নিশ্চিহ্ন হ'ল ; তাৰে দুই এটা ডাল নেপালত থাকি যোৱাৰ কথা অৱশ্যে বেলেগ। এনেদৰে মগধৰ ক্ষমতা দহদহীয়া কৰা হ'ল। অজাতশত্ৰুৰ পুত্ৰ (বা নাতি) উদয়নে ৰাজধানী পাটনালৈ উঠাই নিয়ে। পিছৰ প্ৰায় ৭০০ বছৰ কাল পাটনা প্ৰসিদ্ধ ভাৰতীয় নগৰ ৰূপে পৰিগণিত হৈ আহিছিল।

মগধৰ ৰজা মহাপদ্ম নন্দই ৩৫০ খ্ৰীঃ পূঃ মানৰ ভিতৰত আন আন বাকী ক্ষত্ৰিয় জনজাতিক (কুৰু আৰু পাঞ্চাল) সম্পূৰ্ণৰূপে নিশ্চিহ্ন কৰিলে আৰু বিডুডভ আৰু অজাতশত্ৰুৱে আৰম্ভ কৰা কাম সম্পূৰ্ণ কৰিলে। অৰ্থনৈতিক অৱস্থাৰ সলনি ঘটা হেতুকে তেওঁলোকৰ অভ্যন্তৰীণ ধ্বংস অনিবাৰ্য হৈ পৰিছিল। কিন্তু জনজাতিৰ বান্ধোনৰপৰা মুক্ত ৰজাবোৰেও এনেধৰণৰ 'গণতন্ত্ৰ' বাচি থকাটো বিপদজনক বুলি গণ্য কৰিছিল। পুৰাণবোৰত দুখ কৰি কোৱা হৈছে যে—ইয়াৰ পিছত হোৱা সকলোবিলাক ৰজাই শূদ্ৰতুল্য আছিল। প্ৰাচীন বৈদিক পৰম্পৰা অনুসৰি এই বিবৃতি শুদ্ধ। কিন্তু ব্ৰাহ্মণসকলে নিজৰ বিধি উলংঘা কৰি প্ৰসেনজিৰ দৰে নীহ জাতিৰ ৰজাৰপৰা দান গ্ৰহণ কৰিবলৈ এৰা নাছিল ; অথবা সফল ৰজা সকলক ক্ষত্ৰিয় বুলি ঘোষণা কৰিবলৈও দ্বিধাবোধ কৰা নাছিল। মাত্ৰ এটা মৌলিক সলনি ঘটিছিল। চতুৰ্বৰ্ণমূলক জাত প্ৰথাত এটা মৌলিক সলনি ঘটিল, ই শেহত গৈ জনজাতীয় নীতি-নিয়মৰ তুলনাত উদাৰ অথচ সিবিলাকৰ বন্ধনৰপৰা মুক্ত ৰূপ গ্ৰহণ কৰিলে। ৱস্সকাৰ হ'ল প্ৰথম ব্ৰাহ্মণ মন্ত্ৰী। ইয়াৰ আগতে ক'তো ব্ৰাহ্মণ মন্ত্ৰী হোৱা নাছিল। তেওঁ নিজৰ অভূতপূৰ্ব মেকিয়ভেলীয় ব্যৱহাৰৰ বাবে যথেষ্ট পুৰস্কাৰ লাভ কৰিছিল। এওঁক একেবাৰে কাল্পনিক ব্যক্তি বুলি উৰাই দিয়া টান, কাৰণ, তেওঁ প্ৰয়োগ কৰা বিশেষ বিভেদ কৌশলৰ বৰ্ণনা পিছৰ এজন ব্ৰাহ্মণ মন্ত্ৰীয়ে বৰ সুন্দৰভাৱে বৰ্ণনা কৰিছে। তেওঁৰ নাম চাণক্য ( Arth 11 1 )।

৬·৫-এই যুগত যিবোৰ আটাইতকৈ চিত্তাকৰ্ষক ঘটনা ঘটিল, সেইবোৰ ঘটনাৰ সম্ভেদ উপাখ্যান আৰু কাহিনীসমূহ কষ্টেৰে চালি-জাৰি সংগ্ৰহ কৰা তথ্য-

পাতিত নাই। সাহিত্য বা নথি-পত্ৰ ৰচনাৰ উদ্দেশ্য আছিল ধৰ্ম প্ৰচাৰ। এই ধৰ্মসমূহৰ ভিতৰত শ্ৰেষ্ঠ হ'ল বৌদ্ধ ধৰ্ম। এই ধৰ্ম মগধৰ সীমান্ত অতিক্ৰম কৰি বিস্তৃত হৈছিল। এই দেশত বৌদ্ধ মতৰ উদ্ভৱ হৈছিল; সেই কাৰণে এচিয়াৰ কোটি কোটি লোকৰ মানত ভাৰতবৰ্ষ পবিত্ৰ দেশ। চীন তিব্বত, মঙ্গোলিয়াৰ পৰা দুৰ্গম গিৰিপথ লংঘন কৰি, শুকান মৰুভূমি আৰু প্ৰচণ্ড মহাসাগৰ পাৰ হৈ, অবুজ ভাষাভাষী লোকৰ দ্বাৰা অধ্যুষিত দেশ অতিক্ৰম কৰি অগণন তীৰ্থযাত্ৰীয়ে সাৰনাথৰ মূলস্তুপৰ ঠাঁত বৈ আজিও সৰল প্ৰাৰ্থনা-মন্ত্ৰ পাঠ কৰেহি। তেনে অৱস্থাত কেতিয়াবা ভগ্ন সৌধৰ দুই-এচপৰা ইটা খহি পৰিলেও তালৈ কাৰো ভ্ৰূক্ষেপ নেথাকে। ভক্তিত তেওঁলোক ইমান গদ্‌গদ্‌। মঙ্গোলিয়াত বৌদ্ধধৰ্ম মহৎ সভ্যতাবাহী শক্তি হিচাপে পৰিগণিত হৈছিল। চীনদেশৰ সামন্ত সমাজৰ ঘাই আধাৰ আছিল বৌদ্ধ-ধৰ্ম (এই ধৰ্মৰ প্ৰভাৱত তাত সামন্তসকলৰ মাজত শান্তি স্থাপিত হৈছিল)। দুৰ্গম তিব্বতত মানুহৰ সেৰেঙা বসতি। তাত বৌদ্ধনীতি ৰাষ্ট্ৰ আৰু ধৰ্মৰ আধাৰ স্বৰূপ হৈ পৰিল। এই ধৰ্মৰ প্ৰভাৱতে টুন হুৱানৰপৰা অজন্তালৈকে এই ঠাই ছোৱাত অতি সুন্দৰ গুহা কলাৰ সৃষ্টি হয, থাইলেও, বৰ্মা আৰু ইন্দোচীনত অপূৰ্ব মন্দিৰ নিৰ্মাণ আৰু আফগানিস্থানৰ বামিয়া গিৰিশৃঙ্গৰ সুবৃহৎ ভাস্কৰ্যৰ প্ৰেৰণাও এই বৌদ্ধ ধৰ্মই। ইযাৰ আখ্যানৰ প্ৰভাৱতে যীশুৱে পানীত খোজ কঢ়াৰ সাধু, বাৰলাম আৰু জোছফতৰ মনোৰম খৃষ্টীয় আখ্যানৰ সৃষ্টি হয়। কুমাৰানৰ (বা Dead sea) স্ক্ৰল'ৰপৰা পণ্ডিতসকলে যি এজন এস্‌সেনীয় ধৰ্ম শিক্ষকৰ সন্ধান পাইছে. তেওঁক বুদ্ধৰ দৰেই একেধৰণৰ উপাধি গ্ৰহণ কৰাৰ সন্দেহ পোৱা গৈছে। এই উপাধিৰ নাম হ'ল 'শাস্তা' বা ধৰ্ম-চক্ৰপৱৰ্তক। এনেধৰণৰ উপাধিৰ মিল আকস্মিক হ'ব নোৱাৰে। মানিকীয মতবাদৰ (Manicheism) ওপৰতো বৌদ্ধধৰ্মৰ প্ৰভাৱ পৰিছিল। মুছলমানসকলৰ "লুকমান"কো বুদ্ধ বুলি প্ৰমাণিত কৰা হ'লে একো আচৰিত কথা নহ'ব। আৰবোপাখ্যানত পোৱা যায় কেনেকৈ 'বাৰ্মেচীয়'ত মন্ত্ৰী এজনে এটা শুদা ভোজ দিছিল। এই ঘটনাৰ ফলস্বৰূপে এই নাম পিছলৈ বিশেষণৰূপে ব্যৱহৃত হৈছিল। এই মন্ত্ৰীজনা পাৰস্যৰ বৌদ্ধ মঠৰ (পৰমক) অধিকাৰী কোনো পৰিয়ালৰ লোক।

এই সৰ্বপ্ৰধান ধৰ্মটি সেই সময়ত মগধত আৰম্ভ হোৱা একে ধৰণৰ ভালেমান ধৰ্মমতৰ মাথোন এটি। এই ধৰ্মসমূহৰ ভিতৰত ভাৰতত আজিও বাচি থকা ধৰ্ম হ'ল জৈন ধৰ্ম। বিবোৰ কাৰণত এই ধৰ্ম বাহিৰত প্ৰচাৰিত হ'ব নোৱাৰিলে, সেই একেবোৰ কাৰণতেই ই দেশৰ ভিতৰত বাচি ৰ'ল। এই ধৰ্মই শেহলৈ

জাত প্ৰথা আৰু পূজা-পাতল স্বীকাৰ কৰি ল'লে। বৌদ্ধধৰ্মই এইবোৰ স্বীকাৰ নকৰিলে। বৌদ্ধ সম্ৰাট অশোকে আৰু তেওঁৰ নাতি দশৰথে আজীৱিকসকলক গুহাৰ বিহাৰসমূহত আশ্ৰয় দান দিছিল। মগধৰ বাহিৰত আজীৱিকসকলৰ বিশেষ প্ৰাধান্য নাছিল। অৱশ্যে তেওঁলোকৰ কোনো কোনো লোকে ত্ৰয়োদশ শতিকাৰ শেষত দক্ষিণৰ কানাড়ী দেশলৈকো প্ৰভাৱ বঢ়াইছিল। আজীৱিকসকল লুপ্ত হোৱা ভালেমান দিন হ'ল, এতিয়া আনকি নামটো পৰ্যন্ত পাবলৈ নাই। ইয়াৰ বাহিৰেও বৌদ্ধ আৰু জৈন সাহিত্যত ( খণ্ডনৰ অৰ্থে তৰ্কৰ খাতিৰত উপস্থাপন কৰা ) ভালে-মান ধৰ্মমতৰ কথা আমি আওপকীয়াকৈ জানিবলৈ পাওঁ। সেইদৰে ব্ৰাহ্মণ্য গ্ৰন্থ সৰ্ব দৰ্শন সংগ্ৰহ'ত খণ্ডন কৰা বিপৰীত মতসমূহৰপৰাও আমি সেইকালৰ কিছুমান মতৰ উল্লেখ পাওঁ। দীঘ-নিকায়ৰ আৰম্ভণি সূত্ৰত উল্লিখিত বিৰোধী মতৰ তালিকাত আমি ৬২টা ধৰ্মৰ উল্লেখ পাওঁ। পিছৰ সূত্ৰৰ বৰ্ণনাৰপৰা বুজা যায় কিদৰে পিতৃবধী অজাতশত্ৰুৱে এনেকুৱা আঠোটা ধৰ্মমত শুধৰাই শেষত সেইবিলাকৰ প্ৰতি বুদ্ধৰ মনো-যোগ আকৰ্ষণ কৰিছিল। ' সেই দিনৰ ৰজাসকলে ধৰ্মসম্পৰ্কীয় বিষয়ত গভীৰ অনুৰাগ দৰ্শাইছিল আৰু বিভিন্ন মত ৰক্ষা কৰি ৰাজধৰ্ম ৰক্ষা কৰিছিল। বিম্বিসাৰে জৈন আৰু বৌদ্ধ ধৰ্ম দুয়োটাৰে প্ৰতি বন্ধুত্ব প্ৰদৰ্শন কৰাৰপৰা এই কথা আমি ভালদৰে গম পাওঁ। উপনিষদৰ যুগৰ ব্ৰাহ্মণৰ পৃষ্ঠপোষক হিচাপে জনক যেনে, কাসীৰ অজাতশত্ৰু এই মতসমূহৰ পৃষ্ঠপোষক হিচাপে তেনে (Brcııp 2 1 ) প্ৰসেনজিয়ে অকল যে বুদ্ধকে সন্তুষ্ট কৰি চলিছিল এনে নহয়, যজ্ঞও পাতিছিল। ইয়াৰপৰা বুজা যায় যে—নতুন বিশ্বাসবোৰ আন কিবা গভীৰ প্ৰয়োজনৰ ফলতহে উদ্ভৱ হৈছিল। উৎপাদনৰ আধাৰ সলনি হোৱা কাৰণেই এনে প্ৰয়োজনে দেখা দিছিল।

আল্লাৰ কালাম নামে এজন কোসল ক্ষত্ৰিযই সমাধিৰ সপ্তসাধনৰ কথা শিকাইছিল। গভীৰ যোগ আৰু ভাৱৰ সংযমেই হৈছে সমাধি। উডডক ৰামপুত্ৰই এটি অষ্টম সাধনাৰ শিক্ষা দিছিল। কশ্যপ পুৰণে দিয়া শিক্ষা মতে 'কোনো কামৰে পাপ-পুণ্য ফল নাই। মকৃখালি গোসালে আজিৱক মত প্ৰৱৰ্তন কৰে। এওঁৰ মতে চেষ্টা নিষ্ফল; প্ৰত্যেকজন ব্যক্তিয়ে আপোন ইচ্ছাৰ ওপৰত অনিৰ্ভৰশীল ৮,৪০০,০০০টা জীৱন-চক্ৰ পৰিভ্ৰমণ কৰিলেহে তেওঁৰ শোক আপোনা-আপুনি মাৰ যায়। যেনেকৈ মহুৰাৰ এনেচা সূতা খুলিলে সি শেহলৈকে খোল খায়েই থাকে ঠিক সেইদৰে জীৱনটো এইবিলাক চক্ৰৰ মাজেৰে শেহলৈকে গতি কৰিব লাগে। পুৰণৰ মত আৰু গোসালৰ পন্থা দুটাৰ ইটোৰে সৈতে সিটোৰ খুব মিল আছে; সম্ভৱতঃ দুয়োটাই শেষত এক হৈ পৰিছিল। আজীৱিকসকলৰ

মত দাক্ষিণৰ জৈনসকলৰ মাজত চলিছিল ; ইটো মতৰ (অৰ্থাৎ সমাধি পন্থাৰ) লগত সাংখ্য দৰ্শনৰ সাদৃশ্য বৰ্তমান। জৈন মতৰ লগত বৌদ্ধ মিল থকা মত হৈছে সঞ্জয় বেলাটঠি-পুত্তৰ নাস্তিকবাদ। এই ব্ৰাহ্মণ গৰাকীয়ে সৎ কৰ্ম বা অসৎ কৰ্মৰ ভাল ফল বা বেয়া ফল আছে বুলি স্বীকাৰো কৰা নাছিল, অস্বীকাৰো কৰা নাছিল। পৰলোক আছে নে নাই, সেই সম্পৰ্কেও তেওঁ একো কৈ যোৱা নাই। সঞ্জয়ৰ ঘাই শিষ্য দুগৰাকী হ'ল সাৰিপুত্ত আৰু মোগল্লান, দুয়ো ব্ৰাহ্মণ। এওঁলোকে বৌদ্ধ মত গ্ৰহণ কৰি তাৰ প্ৰখ্যাত প্ৰচাৰক হয়গৈ (কিছুদিন আগতে এওঁলোকৰ অস্থি সমগ্ৰ পৃথিবী পৰিভ্ৰমণ কৰোৱাই অনাৰ পিছত সাঁচীত সমাধিস্থ কৰা হৈছে)। অজিত কেসকম্বলে আদিম বস্তুবাদী মত পোষণ কৰিছিল। এওঁৰ মতে দান, যজ্ঞ, পূজা, দেৱতা আৰু সৎ বা অসৎ কৰ্ম এইবোৰৰ অস্তিত্ব নাই। মানুহ কিছুমান উপাদানেৰে গঠিত, গতিকে মৃত্যুৰ লগে লগে সেইবোৰ পুনৰ কিছুমান উপাদানত মিলি যায়। এই উপাদানবোৰ হ'ল: মাটি, পানী, বায়ু আৰু জ্যোতি। তাৰ পিছত মানুহৰ পুণ্য আত্মা আৰু ব্যক্তিত্ব—এইবোৰ একো বাকী নাথাকে। পকুধ কচ্চায়ণৰ মত পৰৱৰ্তী বৈশেষিকসকলৰ দৰে। এওঁৰ মতে উক্ত চাৰি উপাদানৰ স্থায়িত্ব আছে যদিও তাৰ লগতে আৰু তিনিটা বস্তু আছে, সেইকেইটা হৈছে সুখ, দুখ আৰু জীৱন। কোনেও এই মৌলিক উপাদানবোৰ মাৰিব, জানিব, বৰ্ণাব বা প্ৰভাৱান্বিত কৰিব নোৱাৰে। যি-অস্ত্ৰই শিৰচ্ছেদ কৰে, সেই অস্ত্ৰই মাথো এইবোৰ উপাদানৰ গ্ৰন্থিৰ মাজতহে আঘাত হানে। অতি প্ৰাচীন জৈন মতৰ প্ৰৱৰ্তক হল পাৰ্শ্ব তীৰ্থংকৰ, এওঁ কেই শতিকামানৰ আগৰ। অহিংসা, সত্য, অস্তেয়, ত্যাগ এওঁৰ শিকনিৰ সাৰ-বস্তু। মহাবীৰে এইবিলাকৰ লগতে ব্ৰহ্মচৰ্যও সুমাই দিলে। এইবিলাক মানি চলিলে আৰু সন্ন্যাস গ্ৰহণ কৰিলে পূৰ্ব জন্মৰ পাপ সম্পূৰ্ণ খণ্ডন কৰিব পাৰি।

বৌদ্ধ ধৰ্মৰ সাৰবস্তু হ'ল—অষ্টাঙ্গিক মাৰ্গ। সম্যক কৰ্মান্ত (প্ৰাণী হত্যা, চুৰি, ব্যভিচাৰ ইত্যাদি কামত অলিপ্ত থাকি কৰা কায়-কৰ্ম), সম্যক বাক্য (অসত্য বাক্য, অ'ৰ কথা ত'ত লগোৱা, গালি-শপনি দিয়া, অনৰ্থক বলকা, অসৎ বাণীৰ বৰ্জন), সম্যক দৃষ্টি আৰু সম্যক সংকল্প (পৰৰ ঐশ্বৰ্যৰ প্ৰতি আকাঙ্ক্ষা বৰ্জন, ঘৃণাশূন্যতা, সৎ আৰু অসৎ কৰ্মৰ ফল হিচাবে পুনৰ্জন্মত বিশ্বাস)। ইয়াৰ লগত আৰু চাৰিটা মাৰ্গ আছে: সম্যক আজীৱ (জীৱিকা), সম্যক ব্যায়াম (exertion), সম্যক সমাধি (self control) আৰু সম্যক স্মৃতি (cultivation of proper thoughts)। বৌদ্ধ মত আনবোৰ মতৰ তুলনাত অধিক সক্ৰিয় আৰু সমাজ

সচেতন। তদুপৰি এই ধৰ্মত ব্যক্তিগত আৰু সৰ্বশক্তিমান ঈশ্বৰৰ স্থান নাই। পূজা-পাতলতো এই ধৰ্মই আস্থা প্ৰকাশ কৰা নাই।

৬.৬ এইবিলাক পন্থাৰ কিছুমান কথা একেধৰণৰ। প্ৰত্যেক ধৰ্মৰে প্ৰৱৰ্ত্তকজনে যথেষ্ট কায়িক আৰু মানসিক সাধনা কৰিব লগা হৈছিল। আনকি যি বিলাকে প্ৰচাৰ কৰিছিল যে কৰ্মৰ মাজতহে কেৱল দৃশ্যমান ফল, বৰ্তমান, সেই সকলেও বিস্ময়কৰ সবল জীৱন যাপন কৰিছিল। মহাবীৰে সম্পূৰ্ণৰূপে বিবস্ত্ৰতা পোষকতা কৰিছিল (পাৰ্শ্বই গাত তিনি টুকুৰা বস্ত্ৰ লবলৈ সম্মতি দিছিল)। গোসালৰ ক্ষেত্ৰতো সেই একেই কথা। বহুত বছৰ কঠোৰ সন্ন্যাস ব্ৰত অৱলম্বন কৰি মহাবীৰে সম্পূৰ্ণ তত্ত্ব উপলব্ধি কৰিছিল। তেওঁ লিচ্ছৱীৰ পথাৰত ভৰিৰ আঙুলিৰ ওপৰত থিয় দি চোকা ৰ'দত তপস্যাত ৰত হৈছিল। ৩৫ বছৰীয়া বুদ্ধই ল'ৰা-তিৰোতা এৰি থৈ গৈছিল আৰু শাক্য সামন্তৰ জীৱন পৰিত্যাগ কৰিছিল। অকল সেয়ে নহয়, তেওঁ ইচ্ছা কৰা হ'লে কোনো পাবত গজা ৰাজসভাত সেনাপতি বা মন্ত্ৰীৰ পদত অভিষিক্ত হ'ব পাৰিলেহেঁতেন। কিন্তু, তাকে নকৰি বহুত বছৰ ধ্যান, অধ্যয়ন তপস্যাত নিমগ্ন হৈ তেওঁ নিজা মত এটি প্ৰৱৰ্তন কৰিলে। সন্ন্যাস ধৰ্ম এইবিলাক প্ৰৱৰ্তকৰ আৱিষ্কাৰ নহয়। কাৰণ ব্ৰাহ্মণসকলৰ মাজতো এনে এটা পৰম্পৰা প্ৰচলিত আছিল যে অৰণ্যত প্ৰাণী হিংসা নকৰাকৈ ফলমূল আহৰণ কৰি জীৱিকা নিৰ্বাহ কৰাটো বিশেষ পুণ্যৰ কাম। এই নতুন প্ৰৱৰ্তকসকলে সেই সৰল জীৱনৰ আধাৰত কিছুমান সাধন-যোগ্য সিদ্ধান্ত গ্ৰহণ কৰিলে, এই সিদ্ধান্তবোৰ খাদ্য উৎপাদনকাৰী অনা-ট্ৰাইবেল সমাজৰেৰৰ বাবে ৰচনা কৰা হৈছিল। এওঁলোক হিন্দু নে অহিন্দু সেই কথা বিচাৰ কৰি লাভ নাই। এইবিলাক পন্থাৰ অবৰ্জনীয় প্ৰভাৱ পৰৱৰ্ত্তী হিন্দু ধৰ্মত পৰিছিল, কেইবা শতিকাৰো পিছত এইবোৰ ধৰ্মৰ বিলুপ্তি ঘটাৰ অন্তত সেইবিলাকৰ অবিস্মৰণীয় প্ৰভাৱ গ্ৰহণ কৰিহে হিন্দু ধৰ্মৰ জন্ম হ'ল।

এই মতবোৰৰ দ্বিতীয় এটি উমৈহতীয়া বৈশিষ্ট্যৰ কথা আমি উল্লেখ কৰিব পাৰোঁহক। এই প্ৰৱৰ্তকসকলৰ ভিতৰত 'পুৰণ' বা সঞ্জয়ৰ দৰে ব্ৰাহ্মণ আছিল; কিন্তু তেওঁলোক প্ৰত্যেকেই প্ৰত্যক্ষ বা পৰোক্ষভাৱে বৈদিক পূজা-পাতল আৰু আচাৰ-ব্যৱহাৰ আদিৰ প্ৰয়োজনীয়তা স্বীকাৰ নকৰিছিল। এই বিলাক পন্থাৰ বিচাৰ কৰোতে আমি সেইবিলাকৰ মাজৰ সূক্ষ্ম আধ্যাত্মিক প্ৰভেদৰ ওপৰত গুৰুত্ব নিদি উক্ত পন্থাবোৰৰ পটভূমিত থকা ট্ৰাইবেল জীৱন আৰু ট্ৰাইবেল ৰাজ্যসমূহত ঘটা যাগ-যজ্ঞৰ অভাৱনীয় আৰু অনিষ্টকৰ বৃদ্ধিৰ কথা মনত ৰাখিব লাগিব।

এইবিলাকৰ মাজৰপৰা আৰু সেইবোৰ ক্ৰিয়াৰ সমাজবিৰোধী দোষৰ প্ৰতিবাদ স্বৰূপেই এনেবিলাক পন্থাৰ উদ্ভৱ হৈছিল। যজ্ঞৰ সৰ্বোত্তম ফল আছিল যুদ্ধ-জয়। যুদ্ধক যুদ্ধৰ কাৰণেই মহিমামণ্ডিত কৰা হৈছিল। ইয়াক বোলা হৈছিল ক্ষত্ৰিয়ৰ স্বাভাৱিক ধৰ্ম। ব্ৰাহ্মণৰ কৰ্তব্য আৰু জীৱন নিৰ্বাহৰ উপায় আছিল বৈদিক যাগ-যজ্ঞ সম্পাদন। আন দুটা জাতৰ মানুহে শ্ৰম কৰি ৰাহি শস্য উৎপন্ন কৰিছিল। স্বাভাৱিক স্বত্বৰ বলত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় শ্ৰেণীয়ে আন দুটা শ্ৰেণীয়ে উৎপন্ন কৰা ৰাহি শস্যখিনি লৈ যায়। আদিতে গোটেই জনজাতিটোৰ মঙ্গলৰ বাবেই এই শস্য লোৱা হৈছিল, পিছলৈ উচ্চজাত দুটাৰ মঙ্গলৰ অৰ্থেহি ৰাহি শস্য গ্ৰাস হবলৈ ধৰিলে। পশুচাৰণ যুগত বৈদিক পূজা-পাতলবোৰৰ সৃষ্টি হয়, সেই যুগত উমৈহতীয়া অধিকাৰত থকা ডাঙৰ ডাঙৰ পশুৰ পাল আছিল প্ৰধান সম্পত্তি। নতুন সমাজখনত খেতিৰ প্ৰৱৰ্তন হৈছিল। গতিকে বাঢ়ি অহা যাগ-যজ্ঞত বৰ বেছিকৈ জন্তু হত্যা কৰিলে উৎপাদন আৰু উৎপাদকৰ যথেষ্ট ক্ষতি সাধন হোৱাটো নিশ্চিত। এই সলনিৰ ফলত আগৰ তুলনাত জনমূৰি গৰু-ম'হৰ উৎপাদন কমিবলৈ ধৰিলে, আনহাতে সেইবোৰ জনজাতিৰ সমূহীয়া সম্পত্তি হোৱাতকৈ বংশ অথবা পৰিয়ালৰ সম্পত্তিতহে পৰিণত হ'ল। পশুপালকতকৈ খেতিয়কৰ কাৰণেহে এইবোৰ সম্পত্তি মূল্যবান হৈ পৰিল। আগৰ প্ৰথামতে কোনো ক্ষতিপূৰণ নিদিয়াকৈ এই পশুবোৰ যজ্ঞৰ কাৰণে অনা বাবে বৈশ্য শ্ৰেণীৰ ওপৰত ডাঙৰ কৰৰ বোজা জাপি দিয়াৰ দৰে হৈছিল। এনে কৰৰ বোজাৰ ফলত বৈশ্য শ্ৰেণীৰ বেপাৰৰ বস্তু কমি গৈছিল। আনহাতে অবিৰামভাৱে ক্ষুদ্ৰ যুদ্ধ বিগ্ৰহ লাগি থকাৰ ফলত বেপাৰ আৰু উৎপাদনৰ ক্ষতি সাধন হৈছিল। ওপৰোক্ত পন্থাবোৰৰ ভিতৰত যিবোৰ আটাইতকৈ অধিক নিষ্ক্ৰিয় আছিল, সেইবোৰেও যাগ-যজ্ঞ পূজা-পাতলৰ ব্যৱহাৰ এৰি দিছিল। জৈন আৰু বৌদ্ধ ধৰ্মই সম্পূৰ্ণৰূপে অহিংসাৰ ওপৰত আপোন আধাৰ প্ৰতিষ্ঠা কৰি লৈছিল। যুদ্ধ আৰু যজ্ঞ বলিদানৰ বিৰোধিতা কৰিবলৈকে 'হত্যা বৰ্জন' মত প্ৰচলিত হৈছিল।

সত্য কথা কোৱা, অন্যেয় আৰু আনৰ সম্পত্তি দখল নকৰাৰ বাবে দিয়া উপদেশৰ কথা প্ৰচাৰ কৰালৈ চাই অনুমান হয়, সম্পূৰ্ণ নতুন এটি ধাৰণাই মানুহৰ মনত ঠাই পাইছিল। এই ধাৰণা ব্যক্তিগত সম্পত্তিৰ ধাৰণা। প্ৰাচীন সমাজত উমৈহতীয়া সম্পত্তিৰ প্ৰচলন আছিল। সৰ্বসন্মতিক্ৰমে বংশ বা গৃহস্থসকলে এনে সম্পত্তি একেলগে ভোগ কৰিছিল। আচহুৱা লোকৰ সম্পত্তিৰ স্বীকৃতি সমাজত নাছিল। পৰৱৰ্ত্তী হৰণাদি অপৰাধৰ শাস্তি বিহাৰ ব্যৱস্থালৈ চাই, পৰিয়ালৰ

সংগঠন কটকটীয়া হৈছিল বুলি ধৰিব পাৰি আৰু লগে লগে দল-বিবাহৰ (group marriage) যুগৰো অৱসান ঘটিছিল যেন অনুমান হয়। এনে ধৰণৰ নীতি ধৰ্মৰ অবিহনে ব্যৱসায় কৰা অসম্ভৱ হৈ উঠিলহেঁতেন। বুদ্ধৰ সৰ্বসাধাৰণ গোড়া শিষ্যসকলৰ বেছিভাগেই বেপাৰী আছিল। ভাৰতৰ জৈনধৰ্মী লোকসকলৰ মাজত আমি বেপাৰী সকলৰ প্ৰাধান্য দেখা পাওঁ। অহিংসাৰ নীতিয়ে এটা মূল কথালৈ আমাৰ দৃষ্টি আকৰ্ষণ কৰে। পশুপালনজনিত অৰ্থনীতিয়ে আগুৰা একোডোখৰ ঠাইত যিমান মানুহে জীৱিকা নিৰ্বাহ কৰিব পাৰে, খেতি প্ৰধান অঞ্চলত তেনে পৰিমাণৰ ঠাইত বৰ্গমাইলে প্ৰতি তাৰ দুগুণ লোকে জীৱিকা নিৰ্বাহ কৰিব পাৰে। ইয়াৰ ফলত যজ্ঞ আৰু বলিদানৰ দ্বাৰা জীৱিকা নিৰ্বাহ কৰা সম্প্ৰদায়ৰ অশেষ ক্ষতিসাধন হৈছিল। এই কথা মহাভাৰতৰ পাততো পঢিবলৈ পোৱা যায়, ইফালে মহাভাৰত কাব্য হ'ল দিগ্বিজয়ী আৰু আত্মক্ষয়ী গৃহযুদ্ধ-জনিত হত্যাকাণ্ডৰ কাহিনী মাথোন। এই সময়তে ইন্দ্ৰাদি বৈদিক দেৱতাসকলৰ নাম নুমাই যাবলৈ ধৰিলে আৰু বৈদিক যজ্ঞ-ক্ৰিয়াদিৰ প্ৰচলন কমি গ'ল। ফলত নতুন দেৱতাৰ সৃষ্টি কৰা প্ৰয়োজন হৈ পৰিল। আনহাতে এটি নতুন আদৰ্শৰ উদ্ভৱ হবলৈ ধৰিলে। ই জনজাতীয় সংকীৰ্ণতাৰ সম্পূৰ্ণ পৰিপন্থী। এই আদৰ্শমতে সকলো জীৱৰে নিজৰ প্ৰাক্তন কৰ্মফল অনুসৰি পুনৰ্জন্ম ঘটে। বিশেষ টোটেমত এই জন্ম নঘটে, কামৰ লেখ অনুসৰি আৰু তাৰ উপযোগী কোনো যোনিত এই জন্ম ঘটে। গতিকে পুনৰ্জন্মত মানুহ দেৱতাও হ'ব পাৰে, পোকো হ'ব পাৰে। ইন্দ্ৰৰপৰা সামান্য কেঁচুলৈকে সকলো কৰ্মৰ অধীন। কুকৰ্মৰ ফলত দেৱৰাজ ইন্দ্ৰও পতিত হৈ শেষত জন্তু হ'বগৈ। একোটি পোকেও বহুত জন্মৰ প্ৰাক্তন সুকৰ্মৰ ফল ভোগ কৰি মানুহৰ ৰূপ পায়গৈ আৰু তাৰ পিছত স্বৰ্গীয় সুখ_ভোগ কৰিবগৈ। অৱশ্যে স্বৰ্গপ্ৰাপ্তিৰ পিছতো পোকটোৱে নিজৰ পৰবৰ্তী কৰ্মফলৰ প্ৰভাৱৰপৰা উদ্ধাৰ নেপায়।

কৰ্ম সেইবাবে ধৰ্মৰ ক্ষেত্ৰত প্ৰয়োগ কৰা এটি প্ৰাথমিক বিমূৰ্ত ধাৰণা। এই ধাৰণা ব্যক্তি, জাত অথবা জনজাতিৰ অধীন নহয়। আগ ঋতুত ৰোপন কৰা বীজ পিছ ঋতুত যেনেকৈ গজি আৰু পকি শস্য হয়, তেনেকৈ কৰ্মৰ বৃদ্ধি বা বিকাশ ঘটে। ঋণ যেনেকৈ নিৰ্ধাৰিত কালৰ ভিতৰত পৰিশোধ কৰিব লগা হয়, কৰ্মও তেনেকৈ কালত পৰিশোধনীয় হয়। আনহাতে ঋণৰ দৰেই ইয়াক নিৰ্ধাৰিত নিৰিখত শোধ কৰিব লগা হয়। অলপ গাঁম-পিতি চালেই ক'ব পাৰি যে এনে ধাৰণা খেতিয়ক আৰু বেপাৰীৰ গ্ৰহণযোগ্য আছিল। শূদ্ৰইয়ে

কোঁতিয়াবা বজা হৈ পুনৰ জন্ম ল'ব পাৰিম বুলি এই 'ধাৰণা গ্ৰহণ কৰিছিল। আনহাতে বৈদিক ব্ৰাহ্মণ্য ধৰ্মৰ তুলনাত ওপৰোক্ত নতুন ধৰ্মবোৰ পালনৰ খৰচ তুলনামূলকভাৱে কম আছিল। বিশেষকৈ আৰম্ভণিৰ কালছোৱাত। শ্ৰমণ ভিক্ষু আৰু সন্ন্যাসীসকলে শস্য উৎপাদন নকৰিছিল, কাৰণ তেওঁলোকৰ ধৰ্মমত অনুযায়ী শ্ৰম নিষিদ্ধ আছিল। উৎপাদনৰ আহিলা-পাতিৰ ওপৰত তেওঁলোকৰ একো নিয়ন্ত্ৰণ নাছিল। তদুপৰি এওঁলোকক ঘৰ-দুৱাৰ, পথাৰ, গৰু-ম'হ, সোণ-ৰূপৰ স্পৰ্শ আৰু বেহা-বেপাৰ এইবোৰৰ অধিকাৰ সমূলঞ্চে পৰিত্যাগ কৰিবলৈ নিৰ্দেশ দিয়া হৈছিল। ভিক্ষুসকলে ভিক্ষা কৰি জীৱিকা নিৰ্বাহ কৰিছিল, যিকোনো দাতাৰপৰা তেওঁলোকে আহাৰ গ্ৰহণ কৰিছিল। সময়ত দিনটোৰ কাৰণে কথমপি সামান্য আৰু মলিন আহাৰ পালেই তেওঁলোক সন্তুষ্ট হৈছিল, অন্যথা তেওঁলোকৰ লঘোন অনিবাৰ্য। এই ব্যৱস্থা অৱলম্বন কৰাৰ ফলত জনজাতি আৰু জাতে মানি চলা পংক্তি ভোজনাদিৰ সমূহীয়া 'টেবু' ভঙ্গ কৰিব লগা হৈছিল। অৰণ্যলৈ গৈ গ্ৰহণ কৰা ( ব্ৰাহ্মণ্য অনুষ্ঠান ) বানপ্ৰস্থাশ্ৰমৰ লগত ভিক্ষুসকলৰ এই জীৱন যাত্ৰাৰ পদ্ধতিৰ অমিল আছে। ব্ৰাহ্মণসকলে বানপ্ৰস্থাশ্ৰমলৈ সন্ন্যাসী হৈ নগৈছিল, তেওঁলোকৰ লগত এগৰাকী বা ততোধিক স্ত্ৰী আৰু শিষ্য অৰণ্যলৈ যাব পাৰিছিল। অৰণ্যত গো-পালন কৰি আৰু ফলাহাৰ বুটলি খাই তেওঁলোকে জীৱন নিয়াইছিল, সংৰক্ষিত বিধি অনুসৰি তেওঁলোকে প্ৰাণী হত্যা কৰিব নোৱাৰিছিল। আনহাতে ভিক্ষুসকলে নিজৰ সংঘভুক্তিৰ লগে লগে নিজ নিজ জাত আৰু জনজাতি বিসৰ্জন দিব লাগিছিল। সংঘবিলাকক জনজাতীয় সমাজ সংগঠনৰ আহিৰে সংগঠিত কৰা হৈছিল। একোজন ভিক্ষুৱে তিনিখন 'চীৱৰ' ( এই কাপোৰ ফটা কানিৰপৰা চিলোৱা হ'লে ভাল হয় ), এটি ভিক্ষা পাত্ৰ, বেজীসূতা, আৰু খুৰ, এই কেইপদ বস্তুহে নিজাকৈ ৰাখিব পাৰিছিল, লগতে সম্ভৱতঃ একো বটল তেল আৰু কোঁতিয়াবা পাত্ৰ বিশেষে ( পাত্ৰজনৰ স্বাস্থ্য লেহুকা হ'লে ) পাদুকা এযোৰ ৰখাৰ অধিকাৰ তেওঁলোকৰ আছিল। বাৰিষাৰ চাৰিমাহ কাল তেওঁলোকে জীৰ্ণ আবাসত 'বৰ্ষাবাস' কৰিব লগাত পাৰিছিল আৰু বাকীছোৱা কাল খোজ কাঢ়ি ফুৰি নতুন লোকক উপদেশ দিব লাগিছিল। বুদ্ধই নিজে আশী বছৰ পৰ্যন্ত অৰ্থাৎ মৃত্যুকাললৈকে এই নিয়ম নিখুঁতভাৱে পালন কৰিছিল। তেওঁৰ শিষ্যসকলে নতুন নতুন বাণিজ্য পথেদি যাত্ৰা কৰি কম বসতিপূৰ্ণ ভিতৰুৱা জনজাতীয় অঞ্চলবোৰ সোমাইছিলগৈ আৰু সেইবোৰলৈ শান্তিৰ বাণী বহন কৰি লৈ যোৱাৰ লগে লগে মগধৰ বাণিজ্যৰ প্ৰভাৱো বঢ়াইছিল। তেওঁলোকে জনভাষাত

ধৰ্মপ্ৰচাৰ কৰাৰ উপৰিও জনতাৰ লগত বাস কৰিছিল.। তাৰ তুলনাত দুৰ্বোধ্য বৈদিক সংস্কৃতৰ একচেটীয়া অধিকাৰী ব্ৰাহ্মণসকল জনসাধাৰণৰপৰা দূৰৈত বাস কৰিছিল। ভিক্ষুসকলৰ জীৱন বৰ কঠোৰ আছিল, আৰু অবিবাহিত হোৱাহেতুকে তেওঁলোকৰ সংখ্যা নিৰ্দিষ্ট আছিল। বুদ্ধৰ মৃত্যু কালত বৌদ্ধ সংঘবোৰত ৫০০ত কৈ অধিক ভিক্ষু আছিল বুলি মনে নধৰে. আদিসূত্তবোৰত এই সংখ্যাৰহে উল্লেখ পোৱা যায়। একমাত্ৰ 'সামঞ্ঞফল-সূত্ত'তহে এটি ডাঙৰ সংখ্যা পোৱা যায়। এই সংখ্যা হ'ল ১২৫০।

এই নতুন ধৰ্মৰ লগে লগে ৰাজনৈতিক ক্ষেত্ৰত "সাৰ্বজনিক ৰাজতন্ত্ৰ"ৰ অভ্যুদয় ঘটে। ইয়াৰ মূলত একেবোৰ অৰ্থনৈতিক কাৰণ। বহুত শক্তিৰ বিভিন্ন উৎপীড়নৰ ঠাইত এটি শক্তিৰ একচ্ছত্ৰী ক্ষমতাৰ অভ্যুদয় বুলি ইয়াকে কব পাৰি। সকলো জাতৰ উৰ্দ্ধত এশ্ৰেণীৰ নতুন আৰু সন্মানিত লোকৰ উদয় হোৱাত আৰু ব্ৰাহ্মণৰ স্বাভাৱিক উচ্চ মৰ্যাদাৰ ছলনা ভালদৰে বোধ কৰিব পৰা এশ্ৰেণী ভিক্ষুৰ সৃষ্টি হোৱাত সমাজৰ তল খাপত হোৱা সংঘৰ্ষ নিশ্চয় কমি গৈছিল। অৱশ্যে চতুৰ্বৰ্ণ শ্ৰেণী ব্যৱস্থাৰ ফলত উদ্ভৱ হোৱা সামাজিক সংঘৰ্ষ ইয়াৰ দ্বাৰা কমা নাছিল। এটা কথা মনত ৰখা ভাল হব। সেই সময়ত ব্ৰাহ্মণসকলৰ পূজা-পাতলবোৰ ৰজা, সামন্ত মুখিয়াল আৰু ধনী বেপাৰীসকলৰ কামতহে লাগিছিল, সাধাৰণ মানুহৰ প্ৰয়োজনত নেলাগিছিল। পিছৰ কালত ব্ৰাহ্মণ পুৰোহিত সম্প্ৰদায়ৰ যেতিয়া সম্পূৰ্ণ বিকাশ ঘটিল, তেতিয়াহে তেওঁলোকে সময়ত সামান্য দা-দক্ষিণা লৈয়েই যাৰে তাৰে ঘৰত সাধাৰণ পূজা-পাতল কৰিবলৈ লৈছিল।

মজ্‌ঝিম নিকায়ত ( MN 93 ) বুদ্ধই ডেকা ব্ৰাহ্মণ অস্সলায়নক এনেকৈ কৈছিল বুলি পোৱা যায়, "তুমি বোধহয় জানা যে য়োন, কম্বোজ আৰু অন্যান্য সংলগ্ন সীমান্ত অঞ্চলত মাত্ৰ দুটা জাতহে পোৱা যায়। এটা আৰ্য, আনটো দাস। আৰ্য হ'লেও মানুহ দাস হ'ব পাৰে, আৰু দাস হ'লেও মানুহ আৰ্য হ'ব পাৰে।" য়োন ( যবন বা আয়নিয় ) ৰাজ্য আফগানিস্থানৰ এটা অংশত অৱস্থিত আছিল, গতিকে এই ৰাজ্য আলেকজেণ্ডাৰে পাৰস্য সাম্ৰাজ্য বিজয় কৰাৰ পূৰ্বৰ হ'ব নোৱাৰে। বুদ্ধই যি দুই বৰ্ণৰ কথা উল্লেখ কৰিছে, সেই দুই বৰ্ণ ঋগ্‌বেদৰ দুই বৰ্ণ নহয়। কাৰণ, সেই প্ৰথামতে আৰ্য কেতিয়াও দাস হব নোৱাৰে। গতিকে বুদ্ধই গ্ৰীক দাস প্ৰথাৰ কথাহে কৈছিল। আমাৰ দেশত দাসক স্থাৱৰ সম্পত্তি স্বৰূপে গণ্য কৰাৰ কথা নাছিল বুলিলেই হয়। সূত্ত বিলাকে উল্লেখ কৰা প্ৰথা গ্ৰীকসকলৰ প্ৰথাহে। তাৰ মুক্ত আৰু দাস দুবিধ লোকক ইয়াত আৰ্য আৰু দাস বোলা হৈছে।

এই তথ্যৰ দ্বাৰাই চতুৰ্বৰ্ণ প্ৰথা প্ৰাকৃতিক বিভাজন বুলি দৰ্শোৱা মত খণ্ডন কৰিব পাৰি। জৈনসকলেও জাত প্ৰথা মানিছিল। চাৰিওটা বৰ্ণৰ লোক সংমিশ্ৰণ কৰি নতুন জাতৰ সৃষ্টি কৰিব পাৰি বুলিও এওঁলোকে স্বীকাৰ কৰিছিল। গৰ্ভৰ ভ্ৰূণ সলনি কৰাৰ ফলত মহাবীৰ ব্ৰাহ্মণ হয় বুলি কোনো লোকে এটা মতো দাঙি ধৰিছিল। তেওঁৰ গোত্ৰ আছিল কাশ্যপ। উত্তৰ প্ৰদেশত এই গোত্ৰৰ লোক বেছি। পিছৰ কালৰ নতুন ব্ৰাহ্মণসকলৰো গোত্ৰ কাশ্যপ।

দীঘ নিকায়ত (DN. 5) বুদ্ধৰ মুখেদি এটা আখ্যান ব্যক্ত কৰা হৈছে। এই আখ্যান অনুসৰি ৰজা মহাৱিজিতে অগ্নি-পুৰোহিতৰ উপদেশ মতে বৈদিক যজ্ঞ পৰিহাৰ কৰে। ৰাইজৰ উন্নতি, ডকাইতিৰ অৱসান, আৰু চৌৰ্য বৃত্তিৰ অৱসান কৰাৰ উপায় দিওঁতে পুৰোহিতে কৈছিল যে—যিসকল লোকে অনুগত হৈ ৰাষ্ট্ৰৰ সেৱা কৰিব খোজে, সেইসকলক উপযুক্ত কাম, বেপাৰীক মূলধন আৰু খেতিয়কক ভাল কঠিয়া ৰজাই দিব লাগে। এনে ব্যৱস্থা কৰিলে সকলো লোকেই নিজ নিজ কৰ্তব্য কৰিব। ফলত বিদ্ৰোহ নহ'ব, বৰং অলপ কষ্ট কৰিলেই কৰ সংগ্ৰহ হ'ব আৰু ৰজাৰ স্বৰ্ণ ভাণ্ডাৰ পূৰ্ণ হ'ব। এই মনোভাব সম্পূৰ্ণৰূপে আধুনিক। আন এটি সূত্ৰত (DN. 26) বেলেগ এটি কাহিনী পোৱা যায়। এই কাহিনী অনুসৰি ৰজাই দান দি চৌৰ্য বৃত্তি নিৰ্মূল কৰিবলৈ চেষ্টা কৰোতে সেই কাৰ্যৰ বৃদ্ধিহে হ'ল। চৌৰ্য কাৰ্যৰ উৎপত্তি দাৰিদ্ৰ্যৰপৰা। তাৰ ফলতেই ৰাজ্যত চুৰিৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। ৰজাইযো কঠোৰ শাস্তি বিহিবলৈ ধৰিলে। তেতিয়া সশস্ত্ৰ ডকাইতি, বিদ্ৰোহ আৰু বিশৃংখলাৰ সৃষ্টি হ'ল। তেতিয়াহে ৰজাৰ মৌলিক উপলব্ধি হ'ল। গতিকে নিম্নোক্ত পালি পদ ফাকিৰ মূলত একো অন্ধ সংস্কাৰ নাই, তাৰ তাৎপৰ্য হ'ল সমসাময়িক বাস্তৱতাৰ সম্যক উপলব্ধি লাভ। পদ ফাকি এই ঃ "গৰু-ম'হ আমাৰ বন্ধু, পিতৃ-মাতৃ আৰু অন্যান্য মিতিৰৰ দৰেই সেই-বোৰ আপোন। কাৰণ গৰু-ম'হ ন'হলে খেতি কৰা অসম্ভৱ। গৰু-ম'হে খাদ্য দান কৰে, বল, সুন্দৰ বৰণ আৰু সুখো আমি গৰুৰপৰাই পাওঁ। এই কাৰণেই আগৰ দিনৰ ব্ৰাহ্মণ সকলে গৰু ম'হ নিধন নকৰিছিল"। এই উক্তিৰ লগত ব্ৰাহ্মণ যাজ্ঞবল্ক্যৰ উক্তি ৰিজালে আচৰিত হ'ব লাগে। যাজ্ঞ-বল্ক্যই কৈছিল—তেওঁ গো-মাংস খাবলৈ নেৰে। সেইদৰে উপনিষদৰ ব্যাখ্যাৰ লগতো ইয়াৰ অমিল। উপনিষদত পূজাৰ অন্তৰ্নিহিত তাৎপৰ্য ৰহস্যময় বুলি ব্যাখ্যা কৰা হৈছে, কিন্তু তাত ক'তো পশু বলিদান অথবা পূজা-পাতলৰ এবাৰ কথা উল্লেখ কৰা হোৱা নাই। গোড়া ব্ৰাহ্মণসকলে বিবিলাক নীতি-নিয়মৰ

ওপৰত বোঁছ জোৰ দিয়ে, সেই বিলাক নীতি-নিয়ম সেইযুগৰ, যি যুগত আহাৰ যোগানৰ বাবে খেতি-বাতিৰ ইমান প্ৰয়োজন নাছিল। কিন্তু যেতিয়া অধিকাৰ-মুক্ত আৰু মুকলি মাটিৰ পৰিমাণ কমি খেতিৰ মাটি বাঢ়িল, আৰু চন পৰা মাটিত বাদে এনে মাটিত গৰু-ম'হ চৰোৱা অসম্ভৱ হৈ উঠিল. তেতিয়া এনে নীতি নিয়ম মনা টান হৈ পৰিল।

শ্ৰমণসকলে জাত নেমানিছিল সচা, কিন্তু কোনোটো ধৰ্ম সম্প্ৰদায়েই সমাজৰপৰা তেতিয়া জাত প্ৰথা নিৰ্মূল কৰিবলৈ চেষ্টা কৰা নাছিল। বৌদ্ধ সংঘবোৰ ট্ৰাইবেল সভাৰ আৰ্হিত সংগঠিত হৈছিল। কিন্তু, বৌদ্ধ মতবোৰ জনজাতি, জাত আৰু পন্থাৰ উৰ্দ্ধত থকা শ্ৰেণী সমাজৰ বাবেহে ৰচিত হৈছিল। এটা কথা মনত ৰখা ভাল হ'ব। আমি এই যুগতে পোন প্ৰথম শ্ৰেণী-বিভক্ত সমাজত ভৰি দিছিলো। এই সমাজৰ লগত এটি নতুন উৎপাদন প্ৰণালীৰ এৰাব নোৱাৰা সম্পৰ্ক ঘটিল, এই ধৰ্মমত বোৰত যি দুখৰ কথা বাৰে বাৰে আলোচনা কৰা হৈছে, সেই দুখৰ বোজা বৃদ্ধি নকৰাকৈ ৰাখিবলৈ হ'লে উক্ত উৎপাদন প্ৰণালীৰ উচ্ছেদৰ কথা ভাবিবই নোৱাৰি। এটা বিখ্যাত গাথা অনুসৰি বৌদ্ধ ধৰ্মৰ ঘাই কথা হ'ল এই, "কাৰণ-সম্ভূত কাৰ্যাৱলীৰ কাৰণ বিচৰা আৰু সেই কাৰণৰ নেতিকৰণ কৰা।" দ্বন্দ্ব-সমন্বয়মূলক তত্ত্বৰ প্ৰথম খাপত কাৰণৰ নেতিকৰণ ৰূপ দেখা যায়। তাতকৈ উচ্চ পৰ্যায়লৈ যাবলৈ নেতিকৰণৰো নেতিকৰণ আৱশ্যক, কিন্তু তালৈকে সমাজৰ প্ৰভূত উন্নতি সাধনৰ আৱশ্যক। খ্ৰীঃ পূঃ ৬০০ত সমাজৰ যি সাধাৰণ উৎপাদিকা শক্তি আছিল, সেই উৎপাদিকা শক্তিৰ লগত এনে উন্নতিৰ সম্পৰ্ক স্থাপন কৰা অসম্ভৱ, কাৰণ বিভিন্ন ধৰণৰ উৎপাদনক্ষম সমাজৰ উত্থানৰ মাজেদি ঘটা উন্নতিৰ ফলতহে নেতিকৰণৰ নেতিকৰণ সম্ভৱ হ'ব পাৰে। কিছুমান সাধাৰণ পাঠকৰ মতে বৌদ্ধ সকলৰ নিৰ্বাণৰ অৰ্থ হেনো পূৰ্ণ বিলুপ্তি! প্ৰাৰম্ভিক কালত নিৰ্বাণৰ অৰ্থ আছিল নেতিকৰণ। প্ৰত্যেক ব্যক্তিয়েই এটি সংঘাৰহীন আৰু অবিভক্ত মানসিক অৱস্থা লাভ কৰিব লাগে,—এয়ে আছিল অৰ্থ। বহু জন্মৰ সাধনাৰ ফল স্বৰূপে মানুহে এনে সামগ্ৰিক পূৰ্ণতা লভি ব্যক্তিত্বক কৰ্মবন্ধন আৰু পূৰ্ণতাৰপৰা মুক্ত কৰে। শ্ৰেণীহীন আৰু অবিভক্ত সমাজৰ স্মৃতি যে স্বৰ্ণ যুগৰ কাহিনীত পৰিণত হৈ পৰিছিল তাক কিছু লিখনিৰপৰা জনা যায় ( DN. 27; cf Kalanos In Strabo 15. 1. 64 )। এনে স্বৰ্ণ যুগত মানুহৰ সম্পত্তি আৰু লোভ নাছিল। গতিকে পৃথিবীয়ে আপোনা আপুনি বিনাশ্ৰমে যথেষ্ট আহাৰ উৎপন্ন কৰিছিল। সমাজক শ্ৰেণীহীন কৰা আৰু গাইগুটীয়া শ্ৰমৰ ঠাইত সামূহিক সামাজিক আৰু

সৰ্বতোমুখী শ্ৰমৰ প্ৰচলন কৰা একমাত্ৰ উচ্চস্তৰৰ উৎপাদন ব্যৱস্থাৰ ভিতৰেদিহে সম্ভৱপৰ, গতিকে যোৱা শতিকালৈকে মানুহে এনে কল্পনা কৰিবলৈ সমৰ্থ হোৱা নাছিল। এনে উন্নত উৎপাদন ব্যৱস্থাত মাঁৰৰ প্ৰাকৃতিক শক্তিসমূহৰ দৰেই সামান্য মানবীয় শ্ৰমৰ সহায়েৰে সকলো লোকৰে অভাৱ পূৰণ কৰিব পৰা যাব।

৬.৭ (এই অংশ পাঠ টান, আৰু বুজিবলৈ টেক্নিকেল জ্ঞানৰ আৱশ্যক। গতিকে প্ৰথম অৱস্থাত পাঠকে তাক পৰিশিষ্ট হিচাপে ধৰি বাদ দিব পাৰে)। অজাতশত্ৰুৰ মৃত্যুৰ পিছতো মগধৰ দ্ৰুত উন্নতি হ'বলৈ ধৰিলে। এক অনিৰ্দিষ্ট কালত অবন্তিকো অধিকাৰ কৰি লোৱা হয়। মৌৰ্যবংশৰ প্ৰতিষ্ঠাতা চন্দ্ৰগুপ্তই আফগানিস্থানৰ একাংশ আৰু তক্ষিলা, অৰ্থাৎ পেছোৱাৰ অঞ্চল জয় কৰি লয়। তক্ষিলাৰ জৰিয়তে ভাৰতবৰ্ষই ভালেমান 'মিণ্ট' নকৰা ৰূপ (unminted silver) পাইছিল। এই ঠাইৰপৰাই ভাৰতবৰ্ষলৈ গ্ৰীক ক'লা পাত্ৰবোৰ পোন প্ৰথমে আমদানি কৰা হয় বুলি আমাৰ ধাৰণা। ভাৰতবৰ্ষত ক'লা মৃৎ পাত্ৰৰ নিৰ্মাণ শাতবাহন যুগৰ কোনো এটি কালত অন্ত পৰিছিল। এইবিলাক মাটিৰ পাত্ৰ নিঃসন্দেহে বেপাৰৰ বস্তু আছিল, স্থায়ী ভাটিত জটিল পদ্ধতিৰে এই-বোৰ তৈয়াৰ কৰা হৈছিল। সম্ভৱতঃ এইবিলাক পাত্ৰ ভৱিষ্যতৰ ব্যৱহাৰৰ বাবে ৰখা ভাল মদ তৈয়াৰৰ নিদৰ্শন। লিখিত তথ্যপাতিৰপৰা আমি এই কথা গম পাওঁ যে পূজা-পাতল সংস্কৃত শিক্ষা আৰু ঔষধৰ বিষয়ত তক্ষিলাৰ খ্যাতি থকা হেতুকে এই চহৰৰ সাংস্কৃতিক মৰ্যাদাও উচ্চ স্তৰৰ আছিল। ৰাজ বৈদ্য জীৱক আৰু চন্দ্ৰগুপ্তৰ মন্ত্ৰী চাণক্য উভয়েই তক্ষিলাত শিক্ষা লাভ কৰিছিল। গ্ৰীক নথি-পত্ৰত চন্দ্ৰগুপ্তক চন্দ্ৰকোট্ৰজ (বা অন্দ্ৰকোট্ৰজ) বোলা হৈছিল, তেওঁ সৰু-কালতে আলেকজেণ্ডাৰক সেই অঞ্চলতে দেখা কৰাৰ কথা আমি পঢ়িবলৈ পাওঁ। পাণিনিৰ ব্যাকৰণো তক্ষিলা ৰাজ্যতে ৰচিত হৈছিল। তক্ষিলা পোন প্ৰথমতে আছিল বাণিজ্য কেন্দ্ৰ, কিন্তু শেষত ই এখন শক্তিশালী সাম্ৰাজ্যৰ সীমান্ত প্ৰশাসনৰ কেন্দ্ৰ স্বৰূপ হৈ পৰেগৈ আৰু তাৰ ফলতে তাৰ পতনো ঘটিল। কিয়নো এই সাম্ৰাজ্যৰ ৰাজধানী আছিল পাটনাত আৰু সম্ৰাটৰ এজন প্ৰতিনিধিয়ে এই অঞ্চল সম্পূৰ্ণভাৱে নিয়ন্ত্ৰণ কৰিছিল। তক্ষিলাৰ এই ৰূপান্তৰ খ্ৰীঃ পূঃ ৩০৫ বা তাৰ দহ বছৰ আগতে সাধিত হয়। তথাপি বিজয়ৰ আগতো মগধৰ বিশেষ প্ৰাধান্য তক্ষিলাত চলি আছিল বুলি ভাবিবলৈ যথেষ্ট কাৰণ পোৱা যায়। তাৰ প্ৰমাণ মুদ্ৰাই দিয়ে।

এই বিষয় অনুসন্ধান[8] কৰিবলৈ নতুন, জটিল অথচ যুক্তিপূৰ্ণ, অঙ্ক শাস্ত্ৰ-সম্মত, কঠোৰ বিশুদ্ধ বস্তুবাদী আৰু বৈজ্ঞানিক পদ্ধতি অৱলম্বন কৰিব লাগিব। এটা মুদ্ৰাৰ বিষয়ে জানিবলগীয়া বিষয় হ'ল মূল আকাৰ, ধাতুৰ মিশ্ৰণ, আৰু তাৰ লগত জড়িত আখ্যান। আখ্যান আটাইতকৈ দৰকাৰী বিষয় আৰু ইয়াৰ কাৰণেই মুদ্ৰা-বিজ্ঞানক ফলি-বিজ্ঞান বা এপিগ্ৰাফীৰ অঙ্গ বুলি ক'ব পাৰি। তাৰিখ-হীন মুদ্ৰাবোৰৰ ক্ষেত্ৰত নেতিবাচক সাক্ষ্যৰ প্ৰয়োজন। তাৰিখহীন মুদ্ৰাবোৰক কালক্ৰম অনুসৰি ভগোৱাৰ পদ্ধতি সুকীয়া। পুৰাতত্ত্বৰ কাল সঙ্গতিৰ লগত সামঞ্জস্য ৰাখি কোনবিলাক স্তৰৰ আগলৈ এনেধৰণৰ মুদ্ৰা পোৱা নাযায়, তাক নিৰ্দ্ধাৰণ কৰি নেতিবাচক সাক্ষ্য গ্ৰহণ কৰাই হ'ল এই পদ্ধতি। পিচে আখৰহীন মুদ্ৰাৰ ক্ষেত্ৰত এই নিয়ম নেখাটে, গতিকে এই অঞ্চলৰ আলোচিত কালৰ যিবোৰ আখৰহীন মুদ্ৰা পোৱা গৈছে. সেইবোৰত এই পদ্ধতি কামত নাহে। এই মুদ্ৰাবোৰত চিহ্নবোৰ ওপৰা-ওপৰিকৈ থকা দেখা যায়. সম্ভৱতঃ এটাৰ পিচত আন এটাকৈ বেলেগ চিহ্-যন্ত্ৰেৰে এইবোৰ চিহ্নিত কৰা হৈছিল। কেতিয়াবা একোটা মুদ্ৰাত চিহ্নৰ সামান্য অংশ এটিহে পোৱা যায়, ফলত ভালেমান মুদ্ৰাৰ তুলনামূলক অধ্যয়ন আৱশ্যক হৈ পৰে। চিহ্নিত কৰা মুদ্ৰাৰ অধ্যয়ন কৰিবলৈ ধৈৰ্য, ভাল দৃষ্টিশক্তি, সুদীৰ্ঘ অভ্যাস, আৰু প্ৰৱল কল্পনাৰ আৱশ্যক হয়। অতি পাৰ্গত লোকেও এনে দক্ষতা প্ৰদৰ্শন কৰা দেখা নেযায়। মুদ্ৰাবোৰৰপৰা ৰাজত্বাদি সূচক নাম ( heraldic sigla ) উদ্ধাৰ কৰি সেইবোৰ বিভিন্ন গোটত ভগাব প'ৰা যায। ( চিত্ৰাক্ষৰৰ তাৎপৰ্য সুকীয়া, গতিকে তেনে মুদ্ৰাক এনেদৰে ভগোৱা নাযায। ) তেতিয়া সমস্যা হয়, সেইবোৰক বুৰঞ্জীৰ ক্ৰম অনুসৰি কেনেকৈ সজোৱা হ'ব। মুদ্ৰা অধ্যয়নক বিজ্ঞান বুলি গণ্য নকৰিলে এনে কাম হাতত লোৱা দুৰূহ। মুদ্ৰাৰ প্ৰকৃত উদ্দেশ্যে আখ্যান, প্ৰতিকৃতি অথবা ধৰ্ম-চিহ্ন প্ৰচাৰ কৰাই নহয়, ইয়াৰ প্ৰধান উদ্দেশ্য হৈছে নিৰ্দিষ্ট ওজনৰ

---

(৪) চিহ্নযুক্ত মুদ্ৰাৰ অধ্যয়ন কৰা হৈছিল মোৰ মূল প্ৰৱন্ধ এটাত। তাৰ নাম হ'ল : Study and metrology of silver punc-marked coins. ( New Indian Antiquary 4, (1941), 1-35, 49-76, )। পৰৱৰ্তি উল্লেখ নকৰাকৈ কোসল ( পৈল ভাণ্ডাৰ ) আৰু মাগধী মুদ্ৰাৰ বাবে ) JBBRAS ৰ (24-5), (1948-9), 33-47 ) আৰু (27, (1952), 261-271) প্ৰৱন্ধ দুটাত পৰৱৰ্তী তথ্যাদি দিয়া হৈছে। পাৰিভিক তত্ত্ব আৰু তাৰ সংখ্যাৰ প্ৰয়োগৰ বিষয়ে মোৰ নিম্নলিখিত টোকা পঢ়ক—The effect of circulation upon the weight of metallic currency (Current Science : Bangalore 1942 : Vol 11, PP 227-230 )। এই টোকাৰ দ্বাৰা মই মুদ্ৰা অধ্যয়নৰ পদ্ধতিক বিজ্ঞান হিচাপে প্ৰতিষ্ঠা কৰিছোঁ। মই অৰ্থশাস্ত্ৰৰ বিষয়ে আগতে যি ধৰণে মূল্যায়ন কৰিছিলোঁ, প্ৰথম তাতকৈ ৰচনাখন লিখাৰ পিচত বেলেগধৰণে কৰিছোঁ।

ধাতুৰ টুকুৰা কাটি প্ৰচলন কৰোৱা। মিণ্ট কৰা কৌশলৰ বৈশিষ্ট্যই হ'ল, প্ৰত্যেক বিধ 'মিণ্ট' মৰা মুদ্ৰাৰে ওজন আন এবিধৰ লগত অমিল। দুবিধ মুদ্ৰাৰ ওজন নিৰ্ভুল তুলাচনীত জুখিলেও একে হ'ব নোৱাৰে। তদুপৰি বহুকাল হাতে হাতে বাগৰাৰ পিচত মুদ্ৰাৰ গা-ক্ষয় যায়। আকৌ সকলো মুদ্ৰাই একে ধৰণে ক্ষয় নাযায়। এটা গোটৰ মুদ্ৰাৰ সাধাৰণ ওজন, এনে পৰিমাণত কমে আৰু বিভিন্নতা এনে পৰিমাণত বাঢ়ে যে —সেই পৰিমাণৰ লগত প্ৰচলনৰ কালৰ সমানুপাতিক সম্পৰ্ক বিদ্যমান। অৱশ্যে মুদ্ৰাৰ ক্ষয় নিয়মিতভাৱে সমান গতিত হৈছে বুলি আমি যদি ধৰিব পাৰো তেহে, মুদ্ৰাৰ প্ৰকৃত প্ৰচলনৰ কালত বিভিন্ন প্ৰকাৰৰ মুদ্ৰাৰ অৱস্থা অধ্যয়ন কৰি আমি এই সত্য নিৰ্দ্ধাৰণ কৰিব পাৰো। কামটো সহজ নহয়, কাৰণ একোটি মুদ্ৰা আধুনিক তুলাচনীত জুখিবলৈ অন্ততঃ তিনি মিনিট সময়ৰ আৱশ্যক। মই নিজে ১২০০০ তকৈও অধিক (বিভিন্ন কালত) মুদ্ৰাৰ জোখ লৈহে এই সিদ্ধান্তত উপনীত হৈছোঁ. তাৰে ৪০০০ মান মুদ্ৰাত চিহ্ন বৰ্তমান। আধুনিক তথ্য-বিজ্ঞানৰ পদ্ধতিৰে মই তথ্য-পাতিৰ মূল্য নিৰ্দ্ধাৰণ কৰিছিলোঁ। এই পদ্ধতিৰে কৰা পৰীক্ষা মতে গ্ৰাফৰ সৰলৰেখাই ক্ৰমাগত কমি অহা ওজনৰ কথাহে সূচায যদিও গ্ৰাফৰ প্ৰাচীন মুদ্ৰাসূচক মূৰত এই ক্ৰম নাথাকে। সৰল ভাষাত ক'বলৈ হ'লে অতি প্ৰাচীন কালৰ অৱশিষ্ট মুদ্ৰা যিবোৰ আছে, সেইবোৰ সাধাৰণতে বঢ়া জোখৰ। ইয়াৰ কাৰণ হ'ল এই: যিবোৰ মুদ্ৰা বেছিকৈ ক্ষয যায়, সেইবোৰ দ্ৰুতগতিত মানুহৰ হাত বাগৰা মুদ্ৰা, কেতিয়াবা এনে মুদ্ৰাৰ প্ৰচলন নোহোৱা হয়গৈ। কেতিয়াবা সেইবোৰ এনেকৈ ক্ষয যায যে সিহঁতক নিৰ্দিষ্ট গোট বা শ্ৰেণীভুক্ত কৰিবলৈ টান হৈ পৰে। গতিকে এই অৱশিষ্ট মুদ্ৰাৰ যিবোৰক গোটভুক্ত কৰিব পাৰি. সেইবোৰ মুদ্ৰাৰ অৱস্থিতিৰ কালৰ তুলনাত প্ৰচলন কম বুলি গণ্য কৰিব লাগিব।

এইবিলাক মূলনীতিৰ সাৰ্থক প্ৰয়োগৰ অৰ্থে, কিছুমান নিৰ্দিষ্ট অৱস্থাৰ আৱশ্যক। আৰম্ভণিতে এইবোৰ মুদ্ৰা যথেষ্ট নিখুঁতভাৱে কটা হ'ব লাগিব; যাতে আদিতে সিহঁতৰ জোখৰ হেৰফেৰৰ তুলনাত মুদ্ৰা প্ৰচলনৰ কালত হোৱা ক্ষয় পৰিমাণত কম হয়। পুৰণি কালত তাম, সংকৰ সীহ (তাম বা টিন সহ) অথবা সংকৰ-বৃপ (তাম সহ) মুদ্ৰাবোৰৰ কথা আমি ইয়াত ধৰা নাই। যন্ত্ৰত কটা হোৱা মুদ্ৰাবোৰৰ ক্ষেত্ৰত কেৱল 'পাই মুদ্ৰা' বাদ দিলেই হ'ব। অৱশ্যে এই মুদ্ৰা সিমান প্ৰচলিত মুদ্ৰা নহয়। মুদ্ৰাৰ প্ৰচলনো নিয়মিত হ'ব লাগিব, যাতে তাৰ প্ৰভাৱ মুদ্ৰাত ধৰিব পৰাকৈ পৰা দেখা যায়। এনে গোটৰূপৰ সাধাৰণতে সোণৰ মুদ্ৰা

বাদ দিব লাগিব, কাৰণ এইবিলাক মুদ্ৰা অলপ কাল প্ৰচলিত হোৱাৰ পিছতে সাঁচি থোৱা হয়। অৱশ্যে এই মুদ্ৰাৰ দাঁতি কটা উদাহৰণো কম নহয়; সেইদৰে ভাৰত-বৰ্ষৰ দৰে দেশত পৰশ-পাথৰেৰে এনে মুদ্ৰা ঘঁহাৰো প্ৰমাণ পোৱা যায়। এইবোৰ চৰ্তৰ উপৰিও এইবিলাক মুদ্ৰাৰ গোটত ভালেমান এনে মুদ্ৰা থাকিব লাগিব, যিবোৰৰ মাজত বুৰঞ্জীৰ তুলনীয় সমল পোৱা যায়; আন কথাত এইবিলাক মুদ্ৰা একে ভঁৰালৰ ( hoard ) অন্তৰ্ভুক্ত হ'ব লাগিব। এটা উদাহৰণ দিওঁ। ১৯৪২ চনত পুণা বজাৰত মেনণ্ডাৰৰ মুদ্ৰা এটি প্ৰচলিত অৱস্থাত পোৱা গ'ল। এই মুদ্ৰাৰ বুৰঞ্জীৰ লগত ৰেলছত পোৱা মেনণ্ডাৰৰ মুদ্ৰাৰ (IA 34 1905, P 252) বুৰঞ্জী তুলনীয় নহয়; ( এই ৰেলছৰ মুদ্ৰাৰ লগত ৰোমীয় মুদ্ৰাও পোৱা হৈছে )। পঞ্জাবত পোৱা মুদ্ৰাৰ লগতো এই মুদ্ৰাৰ তুলনা নহয়। ইয়াক অসাধাৰণ ঘটনা বোলা টান। প্ৰথম মহাযুদ্ধৰ পূৰ্বে সকলো দেশৰ আৰু সকলো বিধৰ মুদ্ৰাকে ঘোকোট গাঁৱৰ মানুহেও একে ধৰণৰ ভাৰতীয় মুদ্ৰাৰ মূল্যৰে সলাই সেইবোৰ সংগ্ৰহ কৰিছিল। তদুপৰি প্ৰাক্-বৃটিশ যুগৰ ডাঠ আৰু সাঁচত গঢ়া মুদ্ৰাৰো ( লগতে কড়িও চলিছিল ) তেতিয়া প্ৰচলন আছিল। অৱশ্যে আইনগত 'টেণ্ডাৰ'ৰ প্ৰচলন তেতিয়া নাছিল। এইবিলাক মুদ্ৰা ভালদৰে সঞ্চিত কৰা হ'ব লাগে। নহ'লে এনেও হয়তো হ'ব পাৰে যে মুদ্ৰাবোৰত চাৰ্মানি পৰা হেতুকে প্ৰচলনৰ ফলত ঘটা ক্ষয় ধৰিবলৈ টান হৈ পৰিব আৰু ওজনৰ বিষম তাৰতম্য পৰিলক্ষিত হ'ব। ভাৰতৰ মাটি জেকা। এনে জেকা মাটিত কেইবা শতিকাও ধৰি তাম-ৰূপৰ সংকৰ-মুদ্ৰা পুতি থোৱা থাকিলে মুদ্ৰাৰ তামবোৰ বাহিৰলৈ ওলাই আহে আৰু তলত সোপোকা ৰূপখিনি বৈ যায়। আন আন দেশতো তামৰ এনে ক্ষয় ( decuprification ) ঘটা দেখা যায়। ভাৰতীয় মুদ্ৰাবিদসকলে এই কথা ভালদৰে গমিপিতি নোচোৱাৰ ফলত এনে মত প্ৰকাশ কৰিছিল যে ৰূপৰ মুদ্ৰাৰ ওপৰত গলিত তাম বাকি দি ওজন বঢ়াবলৈ কৰা চেষ্টাৰ ফলতে এনে পৰিবৰ্তন ঘটে। এনে মত বিজ্ঞানসম্মত নহয়। বিভিন্ন সাঁচতীয়া ভঁৰালত পোৱা একে ধৰণৰ মুদ্ৰাবিলাকৰ উমৈহতীয়া আপেক্ষিক স্থিতিৰ নিৰ্ণয় কৰি লাভ কৰা তথ্যৰ সূক্ষ্ম তুলনামূলক অধ্যয়ন কৰিব পাৰি। ভাৰতবৰ্ষত এই কাম এতিয়াও হৈ উঠা নাই; কিয়নো যিবিলাক অনুষ্ঠানে মুদ্ৰা সংৰক্ষণ কৰিছে, সেইবিলাকে মুদ্ৰাৰ বৰ্ণনা আৰু ওজনৰ শুদ্ধ তথ্য প্ৰকাশো কৰিব নোৱাৰে আৰু আনকো সেইবিলাক মুদ্ৰা অধ্যয়ন কৰিবলৈ নিদিয়ে। এনে অৱস্থাত সকলোবোৰ সাঁচতীয়া ভঁৰালৰ মুদ্ৰাৰ অধ্যয়নৰ ক্ষেত্ৰতে সমানে প্ৰযোজ্য নতুন কৌশলৰ এটি দীঘলীয়া ব্যাখ্যা দিবলৈ যোৱা বাবে যেন পাঠকসকলে দায়-দোষ নধৰে।

তক্ষিলাৰ ভিৰ টিলাত ১৯২৪ চনত এনে ধৰণৰ সবাতোকৈ গুৰুত্বপূৰ্ণ মুদ্ৰাৰ ভাণ্ডাৰটি খান্দি উলিওৱা হয়। তাৰ মাটি শুকান; সেই কাৰণে মুদ্ৰাবোৰ সংৰক্ষিত হৈ ৰ'ল; এক লিটাৰ ওজনৰ যিটো ব্ৰঞ্জৰ কলহত সাঁচতীয়া মুদ্ৰা আছে, সেই কলহটোৰো সংৰক্ষণত অৱদান যথেষ্ট। এই মুদ্ৰাবোৰৰ তাৰিখ সাধাৰণভাৱে নিৰ্দ্ধাৰণ কৰিব পাৰি তাত পোৱা আলেক্‌জেণ্ডাৰৰ দুটা মুদ্ৰা আৰু তেওঁৰ পগলা সতিনী-ভায়েক ফিলিপ এৰৰ্‌ হিডেয়চৰ এটা মুদ্ৰাৰ সহায়ত। ফিলিপ কিছু কালৰ বাবে আলেকজেণ্ডাৰৰ ঠাইত শাসক আছিল। তক্ষিলা তেওঁৰ নিজৰ ৰাজ্যৰ পৰা বহু দূৰৈত আছিল। তেওঁ কেইটামান মুদ্ৰা প্ৰচলন কৰিছিল। ইয়াত পোৱা মুদ্ৰাতো মিণ্ট কৰা অৱস্থাতে পোৱা গৈছে। এইবিলাক কাৰণৰপৰা এনেও অনুমান হ'ব পাৰে যে—মুদ্ৰাটো প্ৰচলন কৰাৰ প্ৰায় লগে লগেই কলহত থোৱা হৈছিল। এই ভাণ্ডাৰৰ তাৰিখ নিৰ্দ্ধাৰিত হৈছে ৩১৭ খ্ৰীঃ পূঃত। এই বছৰতে এৰৰ্‌ হিডেৱচক বন্দী কৰি হত্যা কৰা হৈছিল। পাৰ্চী সাম্ৰাজ্যৰ এটি ডৰিক মুদ্ৰাও তাত পোৱা গৈছে। তক্ষিলা এই সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হৈছিল, কামত নহ'লেও নামত। ইয়াৰ উপৰিও তাত ৭৯ বিধ স্থানীয় ক্ষুদ্ৰ মুদ্ৰা আৰু ৩৩ বিধ স্থানীয় জোখৰ আৰু চিহ্নৰ বক্ৰশলা ( Bent Bar ) মুদ্ৰা আছিল। এইবিলাক ভাণ্ডাৰৰ উপৰিও মগধত আৰু মাগধী শাসনৰ দ্বাৰা প্ৰভাৱান্বিত অঞ্চলত ব্যাপকভাৱে প্ৰচলিত ১০৫৯ বিধ ফুটা ( punch marked ) মুদ্ৰা তাত পোৱা যায়। এইবিলাক মহেঞ্জদাৰোৰ D ওজনৰ ( প্ৰায ৫৪ টা শস্য বীজৰ সমান ) শ্ৰেণীৰ মুদ্ৰা, তাৰ শতকৰা ৯৫ ভাগ মুদ্ৰাই সিন্ধু উপত্যকাৰ খনন কাৰ্যত পোৱা সুসংৰক্ষিত আৰু শুদ্ধ-জোখত কটা D শ্ৰেণীৰ শিলৰ ডগাবোৰে দৰ্শোৱা ওজনৰ প্ৰকাৰণ-ভেদৰ দৰেই প্ৰকাৰণ-ভেদ দৰ্শায়। পৰম্পৰাগত 'কাৰ্ষাপণ'ৰ জোখৰ ৩২ ৰক্তিকা মুদ্ৰাৰ মানৰ লগত ইয়াৰ মান মিলে।

কাৰ্ষাপণবোৰ সোতোৰা-সুতুৰি যেন দেখি। কাৰণ সিহঁতৰ গাত প্ৰত্যেকটি ফুটাৰে সঁচৰ দাগ বেলেগ হৈ জিলিকি থকা দেখিবলৈ পোৱা যায়। তথাপি মূলতঃ পৰৱৰ্তী যুগৰ প্ৰায় সকলো মুদ্ৰাতকৈ এইবোৰ উন্নত। ইহঁতৰ নিৰ্মাণ পদ্ধতিও ভাল, এই মুদ্ৰা নিৰ্মাণৰ বাবে ব্যৱহৃত সংকৰ-ধাতু ( alloy ) বঢ়িয়া। আনহাতে সেইবিলাকৰ ওজন প্ৰায় প্ৰাক্‌যুদ্ধ যুগত মিণ্ট কৰা বৃটিশ টকাৰ ওজনৰ দৰেই সাৱধানে ঠিক কৰা। এই কাৰণে এই মুদ্ৰাবোৰত পৰা প্ৰচলনৰ প্ৰভাব সহজে নিৰ্দ্ধাৰণ কৰি সময়ৰ ক্ৰম অনুসৰি মুদ্ৰাবোৰ সজোৱা একো টান কথা নহয়। আন এটি মন কৰিবলগীয়া বৈশিষ্ট্যই কালানুক্ৰমিকভাৱে সজোৱাৰ কামত

সহায় কৰে। 'মুণ্ড' আৰু 'পুচ্ছ'ত থকা ফুটাৰ চিহ্নবোৰ স্বাধীন মিণ্ট পদ্ধতিৰ পৰিচায়ক। মুণ্ড দিশত নিয়মিতভাৱে পঞ্চচিহ্ন থাকে; তাৰ প্ৰত্যেকটি চাৰিটি চিহ্নৰ গোটে ৰজাক বুজায়। পঞ্চম চিহ্নটোৱে মুদ্ৰা প্ৰৱৰ্তনকাৰী কৰ্তৃপক্ষ, যুৱৰাজ, মন্ত্ৰী, প্ৰাদেশিক অধিকৰ্তা বা অন্যান্য লোকৰ মৰ্যাদা সূচায়। চাৰিটি চিহ্নৰ ভিতৰত এটি চিৰবৰ্তমান 'সূৰ্যচিহ্ন'; দ্বিতীয়টো চিহ্ন হ'ল ছডাল শলাৰ একোটি চকা; এই শলাকেইডালে পৰিধি ৰেখা ভেদ কৰি আচহুৱা বিন্দু চুইছেগৈ। এই নিৰ্দিষ্ট ছয়শলাৰ চকাবোৰে একোটি বংশৰ অৱস্থিতি ঘোষণা কৰে। তৃতীয় চিহ্নটো সাধাৰণতে ছয়মুখীয়া চকাৰ লগত থাকে, আনহাতে চতুৰ্থটি চিহ্ন ৰজাৰ মোহৰ। অশোকৰ মোহৰ আছিল ৰাজদণ্ড (caduccus)। মহান সম্ৰাট অশোকৰ বুলি বা তেওঁৰে হ'ব পাৰে বুলি ক'ব পৰা মুদ্ৰা এই ধৰণৰেই। এই তথ্যৰ পৰা আমি বৌদ্ধ পৰম্পৰাত পোৱা দুজন অশোকৰ কথাও জানিব পাৰোঁ,-কাৰণ তক্ষশিলাৰ মুদ্ৰাভাণ্ডাৰতে আমি একে চিহ্নৰ বাহক পিছৰ জনাতকৈ কম মহান আন এজন অশোক ৰজাৰ সন্ধান পাওঁ। অশোকৰ যুগতে প্ৰথম পালি নথি (ৰচনা) সমূহ সংগৃহীত হৈছিল। অশোক যুগৰ মানুহে সেইসময়ৰ দুয়োবিধ মুদ্ৰাৰ প্ৰচলনৰ কথা জানিছিল। আগৰজন অশোক যে তেওঁলোকৰ সম্ৰাট ধৰ্মাশোক নহয় তাক তেওঁলোকে জানিছিল, গতিকে সিজনক কালাশোক অৰ্থাৎ 'প্ৰাচীন অশোক' বা অবৌদ্ধ (ক'লা) অশোক বুলিছিল। গতিকে তেওঁৰ নামো সেইদৰে লিপিবদ্ধ হোৱা পোৱা গৈছে। আন এটি গোটৰ মুদ্ৰাত পঞ্চম চিহ্নটো চতুৰ্থ স্থানত পোৱা যায়, এই স্থানান্তৰৰ কাৰণ বাপেক-পুতেকৰ সম্পৰ্ক। দুই কি তিনি ক্ষেত্ৰত পূৰ্বৰ গোটৰ মুদ্ৰাকে, পৰৱৰ্তী ৰজাসকলে মৰাই তাৰ পুনৰ প্ৰচলন কৰাইছিল। এনেবোৰ মুদ্ৰাত তেওঁলোকে নিজ নিজ চিহ্ন মুণ্ড; দেশত মৰাই দিছিল যুদ্ধ-বিগ্ৰহৰ যোগেদি বংশৰ সাল-সলনি ঘটিলেও এনে চিহ্ন মৰা দেখা যায়। ঐতিহাসিক কালতো এনে ধৰণৰ ঘটনা ঘটিছিল। জোঘল্‌টেম্বী-ভাণ্ডাৰৰ নহপান ৰজাৰ মুদ্ৰা ঐতিহাসিক কালৰ, বিজেতা শাতৰ্কাণিয়ে পিঠিফালে নিজৰ চিহ্ন মাৰি সেই মুদ্ৰাৰ পুনৰ প্ৰচলন কৰিছিল।

কোনোবাই হয়তো ক'ব যে—এনেবিলাক সমলৰ দ্বাৰা আমি মুদ্ৰাৰ সমস্যা সমাধান কৰিব পাৰো; বিশেষকৈ ৰজাৰ তালিকাত কালানুক্ৰমিকভাৱে মুদ্ৰাৰ ক্ৰম মিলাই তাৰ কাল নিৰ্দ্ধাৰণ কৰে। কিন্তু তাকে কৰা টান। নোৱাৰাৰ মুখ্য কাৰণ হ'ল নথিৰ অসন্তোষজনক পৰিস্থিতি। ব্ৰাহ্মণ, জৈন আৰু-বৌদ্ধ নথিবোৰে আমাক একেজন ৰজাৰে বিভিন্ন নাম যোগান ধৰাৰ উপৰিও ৰজাসকলৰো বিভিন্ন তালিকা

যোগান ধৰে। হীনযানী আৰু মহাযানী বৌদ্ধসকলৰ পৰম্পৰাবিলাকৰো তথ্য পৰম্পৰ বিৰোধী। সাধাৰণভাৱে দেখা যায়, পালি-বৌদ্ধ আজিকাবোৰ সম্পূৰ্ণৰূপে মানি ল'ব নোৱাৰিলেও এইবোৰৰ লগত এই মুদ্ৰাসমূহৰ কালানুক্ৰম বহুত দূৰ মিলে। তুলনা কৰি চাই ক'ব পাৰি যে ব্ৰাহ্মণ, জৈন আৰু বৌদ্ধ সম্প্ৰদায়ৰ সাহিত্যৰ ভিতৰত বৌদ্ধ সাহিত্যৰ আপেক্ষিক গুৰুত্ব এই কাৰণেই অনস্বীকাৰ্য। যি কি নহওক ৰজাৰ নামৰ লগত আনুমানিকভাৱে মুদ্ৰাৰ সংযোগ সাধন হৈছে বুলি ধৰিব পৰা যায়। পুৰাণবিলাকত মগধ বংশটোক ( বিম্বিসাৰৰপৰা আৰম্ভ কৰি ) 'শিশু নাগ' বংশ বুলিছে। এই নামৰ অৰ্থ 'কেঁচু'। কিন্তু মুদ্ৰাবোৰত 'কেঁচু'ৰ চিহ্ন পাবলৈ নাই। উক্ত সন্ধিযুক্ত শব্দৰ 'নাগ' নামটিৰ ব্যাখ্যা দৰকাৰ। সেই আদি কালত 'নাগ' শব্দৰ লগত বৈদিক আৰ্য পৰম্পৰাৰ সম্পৰ্ক নাছিল ; সেই কাৰণে 'কোসল'ৰ মাতঙ্গসকলৰ দৰে এই শব্দই জনজাতীয় সম্পৰ্ক সূচাব পাৰে। বৌদ্ধসকলে 'শিশু নাগ'ক বিম্বিসাৰৰ পিতৃ বুলি ক'তো কোৱা নাই। জনামতে পিতৃবধী অজাতশত্ৰুক ধাইজে আঁতৰাই বংশৰ পঞ্চমজন ৰজা পাতে। ধাইজৰ বিদ্ৰোহৰ ফলত 'সুসুনাগ' নামৰ এজন অমাত্য সিংহাসনত বহে। 'সুসুনাগ' হ'ল শিশুনাগৰ পালি প্ৰতিশব্দ। পুনৰ মুদ্ৰিত মুদ্ৰাবিলাকত থকা কুকুৰ পোৱালিৰ ( শিশু ) বংশ চিহ্নই তাকে সূচায়। এই কুকুৰ পোৱালিটো পিছলৈ ৰাজ মহিমাসূচক পাঁচখন তোৰণৰ ওপৰত খোদিত হোৱা আমি দেখিবলৈ পাওঁহক। এই তোৰণে পৰ্বত সূচায়। অৱশ্যে ই স্বৰ্গৰ অৰ্থও বুজাব পাৰে। এই তোৰণবিলাক পৰীক্ষা কৰিলে দেখা যায় যে তাত কেইবাটাও বস্তু বা গছৰ চিহ্নও আছে। এইবিলাক বংশ-চিহ্ন ( টোটেম ) বা আতি-গুৰিৰ চিন। এই বংশটো 'শিশু'ৰ সতি-সন্ততিয়েই হ'ব। মৌৰ্যসকলে তোৰণত এসময়ত ম'ৰা চৰাইৰ চিহ্ন দিছিল , এই তোৰণবোৰৰ নাম 'মোৰীয়' অৰ্থাৎ 'ম'ৰা চৰাইৰ'। মৌৰ্যসকলৰ সাধাৰণ ৰাজ-চিহ্ন হ'ল তোৰণৰ ওপৰত অৰ্দ্ধচন্দ্ৰ। পুৰাণতো মৌৰ্যসকলক 'চন্দ্ৰ বংশী' বোলা হয় , এই চিহ্ন 'সোহগৌৰ'ৰ তামৰ ফলিত পোৱা যায়। এগৰাকী শিশুনাগ ৰজাৰ ৩৯১ টা মুদ্ৰা ভাণ্ডাৰত পোৱা গৈছে। এওঁৰ মুদ্ৰাৰ সংখ্যাই সবাতকৈ বেছি। এওঁৰ নিজা মোহৰৰ চিহ্ন নন্দী। গতিকে তেওঁৰ নাম নন্দী হ'ব পাৰে। তেওঁৰ পিছতে বিজন ৰজা হৈছিল, তেওঁ ১০২ টা মুদ্ৰাত নিজৰ সুকীয়া বংশ চিহ্ন মাৰি গৈছে। এওঁ নন্দী বংশোদ্ভূত। কিন্তু বংশৰ চক্ৰ তাতো একেই। ইয়াৰ পিছত মাত্ৰ এজন ৰজা হ'ল ; তেওঁৰ প্ৰায় ১৫০টা মুদ্ৰাত এটা বেলেগ চক্ৰ পোৱা যায়। এওঁৰ নাম সম্ভৱ মহাপদ্মনন্দ। "নৱ নন্দ"ৰ কাহিনীৰ আমি এটা ব্যাখ্যা দিয়া

উচিত হ'ব। 'নব' শব্দৰ অৰ্থ যদি আমি 'নজন' নকবি জয়হুৱলৰ মতে 'নতুন' বুজি ধৰি লওঁ, তেন্তে সেই ব্যাখ্যা সহজ হৈ পৰে। মহাপদ্ম নীচ জাতৰ লোক। মৌৰ্যসকলে তেওঁৰ পাচতেই ৰাজপাট লাভ কৰে, কাৰণ উক্ত ভাণ্ডাৰত আমি মহাপদ্মৰ মুদ্ৰা আৰু নতুন মৌৰ্য-মুদ্ৰাৰ মাজৰ কালছোৱাত আন কোনো মুদ্ৰা থকাৰ চিন-চাব নেপাওঁ। এই নতুন মুদ্ৰাবোৰ নিশ্চয় চন্দ্ৰগুপ্ত মৌৰ্যৰ। পেশ্বোৱাৰৰ মুদ্ৰাভাণ্ডাৰত আমি দেখা পাওঁ মহাপদ্মৰ মুদ্ৰাৰ ওপৰত মৌৰ্য তোৰণ আৰু অৰ্দ্ধচন্দ্ৰ মাৰি সেইবোৰ মুদ্ৰাৰ পুনৰ প্ৰচলন কৰাৰ সাক্ষ্য। ইয়াৰপৰা বুজিব পাৰি কিদৰে হিংসাজনিত বংশৰ পৰিবৰ্তনৰ ফলত মুদ্ৰাৰ পৰিবৰ্তন ঘটিছিল।

নন্দসকলৰ সম্পত্তিৰ কথা সৰ্বজনবিদিত। তেওঁলোকৰ মুদ্ৰাৰ উচ্চ মানদণ্ডৰ কথা পৰম্পৰাৰপৰা আমি জানিবলৈ পাওঁহক। এই মুদ্ৰাত উন্নত সংকৰ-ধাতু ব্যৱহাৰ কৰা হৈছিল আৰু সেই মুদ্ৰাবোৰ আগৰবোৰৰ তুলনাত পাতল আৰু আকৃতিত সূক্ষ্ম। প্ৰথম ৰজাজনৰ নাম অনুসৰি যিবোৰ মৌৰ্যমুদ্ৰা মৰা হৈছিল, সেইবোৰ পৰীক্ষা কৰিলে দেখা যায়, সেই সময়ত মুদ্ৰাৰ প্ৰয়োজন খুব বাঢ়িছিল আৰু মুদ্ৰা নিৰ্মাণতো অৱনতি সাধন হৈছিল, একেটি মুদ্ৰাত আধাতকৈও বেছি তাম। তদুপৰি এইবোৰ মুদ্ৰাই পূৰ্বৰ তুলনাত স্থূল (বুঢ়) জোখ পদ্ধতিৰ কথা সূচায়। দ্বিতীয় মহাসমৰৰ সময়ত আমি বৃটিশ ভাৰতীয় মুদ্ৰাৰ ক্ষেত্ৰতো তেনে এটা দৃশ্য দেখিবলৈ পাইছিলোহঁক। এইবোৰ ক্ৰমাত সস্তীয়া ধাতুৰ দ্বাৰা নিৰ্মিত হ'বলৈ ধৰিছিল। লগতে মিণ্টৰ ওজনৰো প্ৰকাৰণ-ভেদ বাবুকৈয়ে ঘটিছিল, অৱশ্যে লগতে পৰিপূৰক কাকত-মুদ্ৰাৰো বহুল প্ৰচলন কৰা দেখা গৈছিল। মৌৰ্য আৰু প্ৰাক্-মৌৰ্য মুদ্ৰাৰ প্ৰভেদ উলিয়াবলৈ হ'লে আমি টিলাত পোৱা সুকীয়া ১৮৩টা ফুটা মৌৰ্য-মুদ্ৰাৰ লগত এই ভাণ্ডাৰৰ মুদ্ৰাৰ তুলনা কৰিব লাগিব। ডিঅ'ডটচৰ এটি মুদ্ৰা পোৱাৰ ফলত কালো নিৰ্দ্ধাৰিত কৰিব পৰা গৈছে। এই কাল প্ৰায় ২৪৮ খ্ৰীঃ পূঃ ত পৰিব।

মুদ্ৰাৰ ওলোটা ফাল বা পুচ্ছভাগৰ চিহ্নবোৰৰো ইয়াতকৈও গুৰুত্বপূৰ্ণ কিছুমান নিজা বৈশিষ্ট্য আছে। প্ৰাক্ মৌৰ্য মুদ্ৰাবোৰত কোনো ধৰণৰ পুচ্ছ-চিহ্ন পোৱা নেযায়। বহুততে সেই মুৰ খালীয়েই থকা দেখা যায়। এই পুচ্ছভাগৰ চিহ্নবোৰ ওপৰ ভাগৰ চিহ্নতকৈ ক্ষুদ্ৰতৰ।

সেইবোৰ স্থিৰ গোটত ভগোৱা অসম্ভৱ। পুচ্ছ ভাগৰ চিহ্নৰ সংখ্যাও ওপৰ ভাগৰ চিহ্নৰ তুলনাত অধিক। যদি কোনোবাই মুণ্ডভাগৰ কথা পাহৰি পুচ্ছ ভাগৰ

চিহ্ন চাই মুদ্ৰাবোৰ বিভক্ত কৰি গোটত ভগায়, তেন্তে এটা আচৰিত কথা দেখা যায়। পুচ্ছভাগৰ চিহ্নৰ সংখ্যা বঢ়াৰ লগে লগে ওজনৰ সাধাৰণ গড় নিয়মিত-ভাবে কমি যায়। প্ৰাক্ বৃটিশ যুগৰ ভাৰতীয় টকাৰ লগত তাৰ তাৰিখৰ পাৰস্পৰিক সম্পৰ্কৰ লগত এই পাৰস্পৰিক সম্পৰ্ক একেবাৰে একে ধৰণৰ। এনে ধৰণৰ পুচ্ছ চিহ্ন লেভাণ্টৰ পাৰ্চী মুদ্ৰাবোৰতো পোৱা যায়, সেই কাৰণে এই বিলাক বৈশিষ্ট্যক অকল মাগধী অথবা ৰাজকীয় মুদ্ৰা বোলা টান। এইবোৰ মুদ্ৰা বেপাৰীৰ চিহ্ন যেনহে লাগে। এই বেপাৰীবোৰে বেঙ্কাৰ, বিত্তদাতা, আৰু মূল্য-বান ধাতুৰ বিক্ৰেতা—তিনিওটা শ্ৰেণীৰে কাম কৰিছিল। আজিও ভাৰতীয় শ্ৰোফ-বোৰে নিজৰ চিহ্ন ব্যৱহাৰ কৰে, এইবোৰ চিহ্ন কেৱল জনাসকলেহে বুজিব পাৰে। এই চিহ্ন তেওঁলোকে একোটুকুৰা পৰীক্ষিত ধাতুত মাৰি পৰীক্ষা কাৰ্য সূচিত কৰে। আজিৰ যুগত ব্যৱসায়ী প্ৰতিষ্ঠানবোৰে বিল আৰু চেক্ ভঙাবলৈ যি প্ৰতি-চহী ( counter signature ) দিয়ে, এই চিহ্ন তাৰ সমাৰ্থক। আকাৰ অথবা বৈশিষ্ট্যৰ ফালৰপৰা এই চিহ্ন আধুনিক আমেৰিকাৰ টিকেট কলেক্টৰসকলে টিকটত দিয়া ফুটাৰ সমতুল্য। এটা কথা মনত ৰখা ভাল। সময় বিশেষে এই মুদ্ৰাবোৰ গাইগুটীয়া লোকে তৈয়াৰ কৰে। তাত ৰাজকীয় ফুটা বা চিহ্ন দি দিয়াৰ পিছত তাক প্ৰচলনৰ বাবে দিয়া হয়। পৰ্যাপ্ত পৰিমাণৰ ৰূপ থাকিলে যিকোনো এটুকুৰা ধাতুৱেই মুদ্ৰাৰ কাম কৰিব পাৰিছিল। মহেঞ্জদাৰোত পোৱা কিছুমান ধাতুৰপৰা এই অনুমান দৃঢ় হয। এই বিলাকত কোনো ৰকমৰ চিহ্ন নাই। ৰূপৰ থাল কাটি 'D' শ্ৰেণীৰ ওজনৰ প্ৰায় সমানকৈ ( ৫৪টা শস্যবীজ বা ততোধিক ওজনৰ ) এই টুকুৰাবোৰ কৰা হয়। আচলতে ওজন হয়তো নিৰ্দ্ধাৰিত পৰিমাণতকৈ অলপ বেছিয়েই হয়গৈ। তাৰ পিছত ঘঁহি শুদ্ধ ওজনলৈ আনিলে এইবিলাকেই চিহ্নবিহীন মুদ্ৰাত পৰিণত হয়। পণ শব্দৰ লগত ( অৰ্থাৎ মুদ্ৰা ) বণিক ( অৰ্থাৎ বেপাৰী ) শব্দৰ সম্পৰ্ক বিচাৰ কৰিলে এটা কথা প্ৰতিপন্ন কৰিব পাৰি যে বণিকসকলেই এইবোৰ মুদ্ৰা প্ৰচলন কৰিছিল। ইয়াৰ উপৰি এনে এটি দ্বিমানদণ্ডবিশিষ্ট মুদ্ৰা পোৱা গৈছে যাৰ 'মুণ্ড' বা ওপৰ ভাগ খালী আৰু পিঠি বা পুচ্ছভাগত কেৱল ১৩টা সৰু চিহ্ন আছে। তাৰপৰাও একে অনুমানকে কৰিব পাৰি। বণিকসকলেই চিহ্নৰ প্ৰচলন কৰে। পৰবৰ্ত্তী কালতহে ৰজাই প্ৰচলনকাৰী কৰ্তৃপক্ষ স্বৰূপে নিজৰ মুদ্ৰাত চিহ্ন দিয়াৰ ভাৰ লয়; ৰজাই কৰ্তৃত্বৰ বলেৰে চিহ্নৰ সহায়ত মুদ্ৰাবোৰৰ সূক্ষ্ম গুণ আৰু ওজন নিৰ্দ্ধাৰণ কৰি দিয়ে। গতিকে আমি ওজনৰ হ্ৰাস আৰু পিঠিভাগৰ চিহ্ন—এই দুটা লক্ষণক

এই যুগৰ নিদর্শন বুলিব পাৰোঁ। কোসলৰ ৰাজধানীৰ নিকটৱৰ্ত্তী পৈল নামৰ স্থানত কোসল ভাণ্ডাৰৰ মুদ্রাসমূহৰ ( এই মুদ্রাবোৰৰ শোধন কাৰ্য সুবিধাজনক নহ'ল ) ওজনৰ গড় উলিয়াই আৰু পুচ্ছ চিহ্ন পৰীক্ষা কৰি সেই তথ্যৰ যি নতুন সৰলৰৈখিক সংখ্যাসূচী তৈয়াৰ কৰা হ'ল, তাৰ সহায়ত পূৰ্বতকৈ বহুত ভালকৈ বুৰঞ্জীৰ কালক্ৰম ধৰিব পৰা গৈছে। ইতিমধ্যে মোগল আৰু কোসল যুগৰ আহি মুদ্ৰাৰ ঘাই ঐতিহাসিক কালক্ৰম লিপিবদ্ধ কৰা হৈছে। পঞ্চম চিহ্ন থকা হেতুকে মাগধী মুদ্ৰাৰ বৈচিত্ৰ অধিক। কোসল মুদ্রাবোৰৰ চিহ্ন চাৰিটা :—এই বিলাক ½ D মানৰ ওজনৰ মুদ্রা ( ৪০½টা শস্য বীজৰ )। এই মুদ্রাবিলাকে যুদ্ধ-বিগ্ৰহৰ মাজেদি হোৱা এটি আৰু শান্তিপূৰ্ণ পৰিবৰ্তনৰ মাজেদি হোৱা আন এটি বংশ পৰিবৰ্তনৰ তথ্য আমাক যোগায়। প্ৰত্যেকজন মগধৰ ৰজাৰে ঘাই প্রচলিত মুদ্ৰাত পঞ্চম চিহ্ন হিচাপে হাতীৰ ছবি থকা যেন অনুমান হয়। পৰৱৰ্ত্তী মৌৰ্য যুগত আমি সম্রাটৰ ব্যক্তিগত আৰু পঞ্চম চিহ্ন থকা মুদ্রা দেখিবলৈ পাওঁহঁক। কিন্তু তাত মৌৰ্য বংশৰ তিনটি চিহ্নৰ সলনি তিনটি ক্ষুদ্র মানৱ-চিহ্ন ( homo sign ) দেখিবলৈ পাওঁহঁক। তক্ষিলাৰ ভাণ্ডাৰত আমি তেনে কোনো মুদ্রা দেখা পোৱা নাছিলোঁ। অথচ ইয়াত আলেকজেণ্ডাৰৰ দ্বাৰা পৰাজিত ভালেমান জনজাতিয়ে ক্রমবৰ্দ্ধমান মাগধী সাম্রাজ্যৰ দাঁতিত মধ্যৱৰ্ত্তী ৰাজ্য গঠন কৰি আছিল। গতিকে এইবিলাক মুদ্রাক আমি সম্রাটৰ একছত্ৰী শাসনৰ তলতীয়া জনজাতিসকলৰ মুদ্রা বুলি ধৰিব পাৰোঁ। 'মৌৰ্য' কালত মুদ্ৰাৰ পুচ্ছ চিহ্ন নাইকিয়া হৈ পৰিল, তাত কেৱল এটি ৰাজকীয় চিহ্ন থকাহে আমি দেখিবলৈ পাওঁহঁক। অন্যান্য চিহ্নৰ তেনে কোনো উমান নোপোৱাৰ পৰা আমি বুজিব পাৰো কিদৰে দক্ষিণৰ ফালে প্ৰতিষ্ঠিত হোৱা নতুন ৰাজ্যখণ্ডত নকৈ প্ৰভূত বাণিজ্যৰ প্ৰসাৰ ঘটিছিল; মগধৰপৰা লেভাণ্ট পৰ্যন্ত বিস্তৃত প্রাচীন আৰু নিয়মিত পণ্যবিনিময় নিয়ন্ত্ৰিত কৰা উত্তৰদেশীয় বণিক গিল্ড ( guilds ) বোৰে এই প্ৰসাৰৰ বাট ভেটিব পৰা নাছিল। মাগধী ৰজাসকলে সেই বাবে প্রাচীন বেহা-বেপাৰৰ সা-সুবিধাবোৰ সাময়িকভাৱে স্থগিত ৰাখি বা তুলি দি নতুন ৰাষ্ট্ৰীয় বাধা-নিষেধৰ প্ৰৱৰ্তন কৰিলে। এই কথা আমি পাছত দেখিবলৈ পাম।

তক্ষিলা মুদ্রা ভাণ্ডাৰৰ আন এটি বৈশিষ্ট্যলৈ আমি আঙুলিয়াব খোজোঁ। সেইটো হৈছে স্থিৰ-শোষণৰ ( absorption ) নিৰিখ। প্রচলিত মুদ্ৰাৰ প্ৰায় শতকৰা ১/১০ ভাগ পুচ্ছ চিহ্নযুক্ত মুদ্রা চলা অঞ্চলত প্ৰবেশ কৰাৰ পিছত তাতে বৈ যোৱাৰ চিন পোৱা যায়; এই মুদ্রা গলোৱা আৰু বাহিৰলৈ উলিয়াই পঠিওৱাৰ কোনো চিন পোৱা নাযায়। ইয়াৰপৰা বুজা যায় যে চাৰিটি মুদ্ৰাৰ

ভিতৰত তিনিটা মুদ্ৰাৰে গাত একোবাৰ চিহ্ন দিয়াৰ পিছত পুনৰায় পৰৱৰ্ত্তী পৰীক্ষাৰ সময়ত চিহ্ন দিয়া হৈছিল। অনুমান হয়, বেপাৰে সৰ্বসম্মতিক্ৰমে মুদ্ৰাবোৰ মাজে মাজে পৰীক্ষা কৰিছিল ; নহ'লে মুদ্ৰাবোৰৰ স্থিৰ গতিত ওজন কমা আৰু ক্ষয় হোৱাৰ কথা বুজা টান হৈ পৰে। সেই সময়ত বাণিজ্যৰ আয় বা সুবিধা তক্ষিলাই অধিক ভোগ কৰিছিল বুলি বুজা যায়, কাৰণ মাগধী মুদ্ৰা এই অঞ্চলত প্ৰচলন হোৱাৰ বাৰ্তাৰ আমি যেনেকৈ পাওঁ, ঠিক তেনেকৈ তক্ষিলাৰ বক্ৰশলা মুদ্ৰা ( এশ 'ৰক্তিকা' মানৰ ওজনৰ ) মাগধী বা দক্ষিণৰ ভাওাৰবোৰত পোৱাৰ কথা জানিবলৈ নেপাওঁ। তক্ষিলাত কোসল মুদ্ৰা বা ¼ কাৰ্ষাপণ নোপোৱাৰপৰা অনুমান হয়, এই ৰাজ্য কিজানি ইতিমধ্যে বিলুপ্ত হৈছিল। তক্ষিলাত ব্যাপক খনন কাৰ্য নকৰা সত্ত্বেও এই কথা ন দি ক'ব পাৰি। হাবি-বননি চাফ কৰাৰ পিছত গঙ্গা উপত্যকাত নৈৰ পাৰে পাৰে বসতি বঢ়াৰ লগে লগে উত্তৰৰ হিমালয়ৰ নামনিৰ বাণিজ্য পথৰ গুৰুত্ব কমি গ'ল। আন কথাত কবলৈ হ'লে যুদ্ধ-বিগ্ৰহাদি নোহোৱাকৈ কোসলৰ ভাগ্য বিপৰ্যয় ঘটিল। কোসলৰ কম গুণ-সম্পন্ন মুদ্ৰাবোৰ দেখিলে এই অনুমান আৰু দৃঢ় হয়।

মাগধী মুদ্ৰা আৰু সেই মুদ্ৰাৰ বাহক বেপাৰীবোৰৰ লগত নিশ্চয় শান্তি, ভ্ৰাতৃত্ব, সকলো শ্ৰেণীৰ মাজত ঘটা সংঘৰ্ষৰ নিৰাময়কৰণৰ নতুন আদৰ্শ বহনকাৰী কিছু ভিক্ষুও গমন কৰিছিল। তাৰে কিছুমান লোক আছিল শাক্য বিহাৰৰ লোক ; এওঁলোকে ৰঙা 'কাষায়' ( আজিও বাৰানসীত ইয়াক কাথায় বোলে ) বস্ত্ৰ পিন্ধি বুদ্ধৰ নাম আৰু বাণী বহন কৰি লৈ গৈছিল। চন্দ্ৰগুপ্ত মৌৰ্যৰ সেনা বাহিনীয়ে পূব পঞ্জাবৰ মধ্যৱৰ্ত্তী জনজাতীয় ৰাজ্যবোৰ জয় কৰা, আলেক্জেণ্ডাৰৰ নতুন মেচিডনীয় সেনা বাহিনীক পৰাজয় কৰা আৰু চলিউকচ নিকটৰৰ পুনৰাক্ৰমণ ওফৰাই সীমান্ত প্ৰদেশবোৰ এৰি দিবলৈ বাধ্য কৰাৰ আগতে এনেবোৰ ঠাইত এই ধৰ্মই গভীৰভাৱে শিপাইছিল বুলি ভবা ভুল হ'ব। পাটনাৰ নতুন অধীশ্বৰে তক্ষিলাত এজন শাসক নিযুক্ত কৰি কঠোৰ নিয়ন্ত্ৰণ প্ৰৱৰ্ত্তন কৰাৰ ফল স্বৰূপে তাৰ সুদীৰ্ঘকালৰ বেহা-বেপাৰ প্ৰায় মৰি গ'ল। এই বিষয়ে আমি পিচৰ অধ্যায়ত আলোচনা কৰিম। আলেক্জেণ্ডাৰৰ আক্ৰমণৰ এক পুৰুষ পিছতে তক্ষিলাৰ অৰ্থনৈতিক ব্যৱস্থাৰ বিপুল অৱনতি ঘটিল, সেই অৱস্থা আৰু ঘূৰি নাহিল। কোনে জানে কিজানি মগধৰ ভয়ঙ্কৰ আক্ৰমণৰ আশঙ্কা কৰিয়েই বণিকসকলে প্ৰাচীন ভাওাৰত পোৱা মুদ্ৰাবিলাক পুতি থৈছিল! ( প্ৰাচীন তক্ষিলা ভাওাৰৰ মুদ্ৰাবোৰে অন্ততঃ আমাক সেই ইঙ্গিত দিয়ে। ) এই ভাওাৰবোৰে আমাক আৰু এটা শিক্ষা দিয়ে। বিবিলাক মদগৰ্বী

ৰজাই নিজৰ চিহ্ন দি মুদ্ৰা মাৰিছিল, সেইবিলাক ৰজাই গৌৰৱৰ ইতিহাস ৰচা নাছিল। যিবিলাক চিত্ৰাক্ষৰ লিখকে ৰহস্যময় তান্ত্ৰিক প্ৰতীকবোৰ ৰচনা কৰিছিল, সেইবোৰ চিত্ৰাক্ষৰ লিখকেও ইতিহাস ৰচা নাছিল। গুপ্ত চিহ্ন গ্ৰহণ কৰি বেপাৰ কৰা বণিকসকলেও এই ইতিহাস গঢ়া নাছিল। এই মুদ্ৰাবোৰৰপৰা আমি যি ইতিহাসৰ বাৰ্তাৰ পাওঁ, এই ইতিহাস সমগ্ৰ সমাজে ৰচনা কৰা; এই সমাজেই এই মুদ্ৰাবোৰ নিৰ্দিষ্ট আকৃতিত গঢ়ি শুদ্ধ ওজন দিছিল। অসংখ্য বিনিময়ৰ মাজেদি এই মুদ্ৰাৰ ক্ষয় এই সমাজেই কৰিছিল। মুদ্ৰাৰ প্ৰত্যেকটো ভাওাৰতে সমাজৰ স্বাক্ষৰ আছে।

# সপ্তম অধ্যায়

## গাৱঁলীয়া অৰ্থনীতি গঠন

৭·১ প্ৰথম সাম্ৰাজ্যসমূহ।

৭·২ আলেকজেণ্ডাৰ আৰু গ্ৰীকসকলে ভাৰতৰ বিষয়ে লিখা বৰ্ণনা।

৭·৩ অশোকৰ দিনত ঘটা সামাজিক ৰূপান্তৰ।

৭·৪ অৰ্থ শাস্ত্ৰৰ নিৰ্ভৰযোগ্যতা।

৭·৫ অশোকৰ দিনৰ আগৰ ৰাষ্ট্ৰ আৰু প্ৰশাসন।

৭·৬ শ্ৰেণী সংগঠনৰ ৰূপ।

৭·৭ ৰাষ্ট্ৰৰ উৎপাদনৰ ভেটি।

আৰম্ভণিৰ অধ্যায়ত আমি বুৰঞ্জীৰ যি ব্যাখ্যা দিছিলো, যোৱা তিনিটা অধ্যায়ত তাৰপৰা ফালৰি কাটি যাব লগা হ'ল। তাত পুথি-পাঁজিৰপৰা লোৱা উপাখ্যানৰ বিষয়বস্তুৰ ক্ষীণ সূত্ৰ ধৰি পাঠৰ যি সমালোচনা দিয়া হৈছে তাৰ জটিলতাই পঢ়ুৱৈসকলক ছাগে বিমোৰত পেলাইছে, কাৰণ এইবিলাক আখ্যানিক বস্তু পুৰাতত্ত্বৰ তথ্যৰ লগত সূক্ষ্মভাৱে তুলনা কৰি চাব পৰা হোৱা নাই। এটা কথা অৱশ্যে জানিব পাৰি। সৰু সৰু বৈদিক ৰাজ্য, বৈদিক অথবা অবৈদিক আৰ্যগোষ্ঠী আৰু আৰ্যগোষ্ঠীত ভুক্ত নোহোৱা অনাৰ্য জনজাতিসমূহৰ বিলুপ্তি ঘটাই গঙ্গা উপত্যকাত মগধ ৰাজ্যৰ আবিৰ্ভাৱ হয়। হাবি ভাঙি উলিওৱা মাটিত বসতি কৰা মানুহৰ সংখ্যা কি উপায়েৰে দোপতদোপে বাঢ়িবলৈ ল'লে তাক বিচাৰি উলিওৱাই আমাৰ প্ৰধান কাম হ'ব। কি উপায়েৰে এনে বৃদ্ধি সম্ভৱপৰ হ'ল? এইবিলাক ঠাইতে উৎপাদনৰ গোট হিচাবে পোন প্ৰথম প্ৰায় সম্পূৰ্ণ আত্মনিৰ্ভৰশীল গাওঁ কিছুমানৰ উদ্ভৱ হয় আৰু লাহে লাহে এই অৰ্থনীতি গোটেই ভাৰতবৰ্ষতে বিস্তৃত হ'বলৈ ধৰে। গাওঁবোৰেই হ'ল তেতিয়াৰ উৎপাদনৰ মূল গোট। এনে ধৰণৰ প্ৰথম আৰু প্ৰধান গাওঁলীয়া বসতি স্থাপন কৰা হয় ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণত। এনেবোৰ গাওঁলীয়া বসতি অঞ্চলৰ সৈতে ঘাইকৈ গাইগুটীয়া বেপাৰীৰ অৰ্থাৎ স্বৰূপাৰ্থত গাই-গুটীয়া উদ্যোগৰ গোটবোৰৰ সততে জীৱন-মৰণ সংগ্ৰাম চলি আছিল। এই

কাৰণে কৃষি খতিকা পৰ্যন্ত ভাৰতীয় বেপাৰী শ্ৰেণীটোৰ কথা বুৰঞ্জীত আমি একো পাইবলৈ নাপাওঁ। তথাপি এই নতুন অৰ্থনীতি প্ৰবৰ্ত্তন হোৱাৰ ফলত কেন্দ্ৰীভূত ৰাষ্ট্ৰীয় শক্তিৰ ভেটি লবে। এই বিলাক লাগাতিয়াল তথ্য জানিবলৈ হ'লে আমি সেইবিলাকক ঐতিহাসিক ক্ৰম অনুযায়ী ভাগ কৰি চাব লাগিব। সহজ কথাত ক'বলৈ হ'লে আমি স্বীকৃত বুৰঞ্জীৰ সহায় ল'ব লাগিব। মৌৰ্যসকলৰ আৱিৰ্ভাৱৰ লগে লগে এনে বুৰঞ্জীৰ জ্ঞান আহৰণ কৰা সম্ভৱপৰ হৈ পৰিল। তলত দিয়া বস্তুবোৰক আমি এই কালৰ নিৰ্ভৰযোগ্য তথ্যৰ উহ হিচাপে গ্ৰহণ কৰিব পাৰো— (১) প্ৰথম ফলিসমূহৰপৰা উদ্ধাৰ কৰা পাঠ। (২) পুৰাতাত্ত্বিক খনন কাৰ্যত ওলোৱা বিভিন্ন ধ্বংসাৱশেষ (৩) বৌদ্ধ আৰু জৈন পৰম্পৰা (৪) অৰ্থশাস্ত্ৰ আৰু (৫) আলেকজেণ্ডাৰৰ আক্ৰমণ আৰু তাৰ ফলস্বৰূপে লিখিত হোৱা গ্ৰীক-পৰিব্ৰাজক সকলৰ বৃত্তান্তসমূহ। পণ্ডিত বুৰঞ্জীবিদসকলে যি ধৰণেৰে অন্তহীনভাৱে একসুৰীয়া পুনৰাবৃত্তি কৰি পুৰণি কথাকে চোবাই আহিছে, সেই ধৰণেৰে নেচাই আমি ঘাই ঘটনাসমূহৰ উহবিলাক অৱলোকন মাত্ৰ কৰি এইবিলাকৰপৰা মগধ সাম্ৰাজ্যৰ বিস্তাৰৰ মূল শক্তি, অশোকে বৌদ্ধধৰ্ম গ্ৰহণ কৰাৰ ঘাই প্ৰেৰণা আৰু কেন্দ্ৰীয় শক্তিৰ অৱশ্যম্ভাৱী অৱমানৰ মূল কাৰণ কি তাক উলিয়াবৰ বাবে যত্ন কৰোহঁক আহক। মৌৰ্য সাম্ৰাজ্যই ভাৰতক ভৱিষ্যত ৰাজনৈতিক একতাৰ ইন্ধন যোগায়; ভাৰতৰ ৰাষ্ট্ৰয়ো এই সাম্ৰাজ্যৰ দিনতে সাৰ্বভৌম ক্ষমতাৰ অধিকাৰ লাভৰ আদৰ্শ গ্ৰহণ কৰে। ইউৰোপৰ ৰোম সাম্ৰাজ্যৰ লগত এই দেশৰ মৌৰ্য সাম্ৰাজ্যৰ তুলনা হয়, যদিও পিছৰ সাম্ৰাজ্যখনৰ এটি স্থানীয় ধৰণ আছিল।

৭.১ ৩২৭ খ্ৰীঃ পূঃত তক্ষিলাৰ[১] ৰজাই আলেকজেণ্ডাৰৰ ওচৰত সেও মানে। পিছৰ বছৰত আলেকজেণ্ডাৰৰ হাতত পুৰুৰ ( Poros ) পৰাজয় ঘটে। তাৰ পিছতে বিপাশা ( Beas ) নদীৰ পাৰত আলেকজেণ্ডাৰৰ সেনা-সকলে বিদ্ৰোহ আৰম্ভ কৰে। মেচিডনিয়াৰ গৰাকীজনা তেতিয়া পশ্চিম দিশে উভতি গ'ল আৰু তাৰ পিছত সিন্ধুনদীৰ পথ ধৰিলে। ৩২৩ খ্ৰীঃ পূঃত বেবি-লনত গ্ৰীক নেতা আলেকজেণ্ডাৰৰ পৰলোক প্ৰাপ্তি ঘটিল। চন্দ্ৰগুপ্ত মৌৰ্য সিংহা-সনত উঠা সময় নিৰ্দ্ধাৰণ কৰা হৈছে প্ৰায় ৩২০ খ্ৰীঃ পূঃত। তেওঁৰ পূৰ্বপুৰুষ হ'ল পিপ্‌ফলিবনৰ ('পবিত্ৰ ডিমৰু হাবি ) মৌৰ্যসকল; এওঁলোকে বুদ্ধৰ চিতাভস্ম

১। তক্ষিলাৰ আত্মসমৰ্পণ, আলেকজেণ্ডাৰৰ বিজয় আৰু অন্যান্য বিদেশী লিখকৰ টোকা সম্পৰ্কে CAI আৰু ITM এই দুখনতেই ভাল সমীক্ষা পুথি।

গ্ৰহণ কৰিছিল। সম্ভৱতঃ বৌদ্ধ পুথি সংগ্ৰহৰ কাম চলি থাকোতে মৌৰ্য ৰজাসকলক ভালৰি বোলাবলৈ এই আখ্যানৰ সৃষ্টি কৰিছিল, কিয়নো মৌৰ্য জনজাতিৰ নাম তেতিয়া সকলোৰে অজ্ঞাত আছিল। ৩০৫-৪ খ্ৰীঃপূঃৰ কালছোৱাত চেলুকচ নিকটৰে হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু শেহত নিৰুপায় হৈ চন্দ্ৰগুপ্তৰ লগত আপোচ কৰিবলৈ বাধ্য হয়। অনুমান মতে দুয়োৰে মাজত এটি সন্ধি হোৱাৰ উপৰিও বৈবাহিক সম্বন্ধও হৈছিল। চেলুকচে ৫০০ হাতী উপহাৰ পাইছিল আৰু সেই ৫০০ হাতীৰ সহায়ত পিছৰ বছৰ তেওঁ ইপচাচৰ যুদ্ধ জয় কৰিবলৈ সমৰ্থ হয়। চন্দ্ৰগুপ্তৰ পুতেক বিন্দুসাৰ প্ৰায় ২৯৭ খ্ৰীঃ পূঃ ত সিংহাসনত উঠে। তেওঁৰ ৰাজত্বকাল ২৭৩ খ্ৰীঃ পূঃ ত শেষ হয়। তেওঁৰ ৰাজত্বৰ বিশেষ উল্লেখ ক'তো পোৱা নাযায়। গ্ৰীকসকলে এমিট্ৰকেটেছ বুলিবৰ এজন ৰজাৰ উল্লেখ কৰিছে, সম্ভৱতঃ এৰেঁই তেওঁ। ভাৰতীয ঐতিহাসিকৰ মতে বিখ্যাত ব্ৰাহ্মণ মন্ত্ৰী চাণক্যই চন্দ্ৰগুপ্তক সিংহাসনত প্ৰতিষ্ঠা কৰাৰ পিচতো কিছুদিন কামত থাকি পুতেক বিন্দুসাৰৰ দিনতহে অৱসৰ গ্ৰহণ কৰে। বিন্দুসাৰৰ পিচত অশোক ৰাজপাটত উঠে, বাপেকৰ মৃত্যুৰ চাৰিবছৰৰ পিচত তেওঁৰ অভিষেক হয। অশোকৰ দিনতে ভালকৈ ভাৰত বুৰঞ্জী আৰম্ভ হয়, কিয়নো তেওঁৰ দিনতে বহুতো অসাধাৰণ ফলি পোৱা যায়। ২২৭ খ্ৰীঃ পূঃ ত তেওঁৰ ৰাজত্বৰ পৰালি পৰে। তেওঁৰ সুদীৰ্ঘ ৰাজত্বৰ সময়তে সমগ্ৰ দেশতে মৌলিক সলনি হ'বলৈ আৰম্ভ কৰে। অশোকে বৌদ্ধমত গ্ৰহণ কৰাৰ বাবে আৰু মগধৰ আন আন সমগোত্ৰীয় পন্থাবোৰৰ প্ৰতি সমৰ্থন জনোৱাৰ ঘটনাৰ মাজেদি এই মৌলিক সলনি মুখৰ হৈ পৰিছে।

চন্দ্ৰগুপ্তৰ সেনাই দাক্ষিণাত্যৰ ভিতৰুৱা অঞ্চলবোৰো জয় কৰিছিল। মহীশূৰো সেই অঞ্চলসমূহৰ ভিতৰত পৰে। মহীশূৰ অশোকৰ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল যদিও তেওঁ বা তেওঁৰ বাপেক ইয়ালৈ যুদ্ধ কৰিবলৈ অহা কোনো চিন এতিয়া পাবলৈ নাই। প্ৰাচীন তামিল সাহিত্যত মম মৰিয়াৰ[২] নামৰ এজন কবিয়ে সম্ভৱতঃ মৌৰ্যসেনা মাদুৰাৰ অতি কাষ পোৱাহিৰ কথাৰ উল্লেখ কৰিছে। সেইমতে তাতে

---

২। এছ, কৃষ্ণস্বামী আয়াৰ : Beginnings of South Indian history (Madras 1918) ; pp 81-103। এই গ্ৰন্থত ভাকৰীয়া তথ্য আছে ; ভালকৈ চালি-জাৰি চালে আৰু কম ওলাব। সোমসুন্দৰ দেশিকৰৰ (IHQ, 4, 1928, 135-145) প্ৰবন্ধও চাওক। দক্ষিণ ভাৰতত নাওলৰ ব্যৱহাৰ কেতিয়া হ'ল,—এই খবৰ ওপৰোক্ত গ্ৰন্থসমূহ অথবা U. R. Ramchandra Diksitarৰ শিলপ্পদিকৰণ্‌ম'ৰ ইংৰাজী ভাঙনি (Oxford 1939) বা তেওঁৰ 'Studies in Tamil literature and history' গ্ৰন্থ পঢ়িলেও পোৱা যাব।

হয় মৌৰ্যসেনা পৰাস্ত হৈ উৰ্ভাত আছে, নহয় দুৰ্বাতিক্ৰম্য পৰ্বত এটাইদি ৰথ পাৰ কৰিব নোৱাৰি উৰ্ভাত আহিবলৈ বাধ্য হয়। খ্ৰীষ্টীয় দ্বিতীয় শতিকাতে এই অনিশ্চিত আওপকীয়া উদ্রেখৰ কাল নিৰ্দ্ধাৰণ কৰিব পাৰি। গতিকে গোটেই দেশত মৌৰ্যসাম্রাজ্যৰ সময়তে প্ৰথম 'সাৰ্বজনীন ৰাজতন্ত্ৰ'ৰ প্ৰতিষ্ঠা হয়। অশোকে কেৱল এবাৰ দেশ আক্ৰমণ কৰিছিল। তেওঁৰ কলিঙ্গ (উৰিষ্যা) অভিযান ৰক্তাক্ত সংগ্ৰামৰ অভিযান। এই আক্ৰমণৰ পিছত তেওঁ সমূলঞ্চে আক্ৰমণ পৰিহাৰ কৰি বিনা অস্ত্ৰে সীমান্তৰ সিপাৰে নিজৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। তেওঁৰ ৰাজত্ব কালতে দক্ষিণত নতুন শক্তিৰ অভ্যুদয় ঘটে। তেওঁৰ সিংহাসনৰ উত্তৰাধিকাৰী নামমাত্ৰ সম্ৰাট নাতি দশৰথৰ দিনতে মৌৰ্য ৰাজ্যৰ গৌৰৱৰ অৱসান ঘটি বংশৰ অন্ত পৰে। পৰম্পৰা অনুসৰি চন্দ্ৰগুপ্তকে ধৰি মৌৰ্য সম্ৰাট মাথোন দহজন। অৱশ্যে ৰজা কেইজনৰ আচল নাম সম্বন্ধে বেলেগ বেলেগ মত আছে। মৌৰ্যসকলৰ ফুটা মুদ্ৰাবোৰৰ সংগ্ৰহত দহোটি ভাগ আছে। সেইবোৰৰ প্ৰত্যেকটো ভাগেই পাঁচোটা চিন থকা ভাগ। শেষ মৌৰ্য সম্ৰাট বৃহদ্ৰথক সেনাবাহিনীৰ কুচ-কাৱাজ পৰিদৰ্শন কৰি থকা অৱস্থাত তেওঁৰ সেনাপতি পুষ্যমিত্ৰই হত্যা কৰে। অশোকৰ শেষ বংশধৰ পূৰ্ণবৰ্মনে মগধত সামন্ত ৰজা হৈ থকা কালতে (৭ম শতিকাৰ আগভাগত) বৌদ্ধগয়াৰ পবিত্ৰ গছ পুনৰ ৰোপন কৰে ( Beal 2 118 ) মৌৰ্যৰ নাম অৱশ্যে বহুত শতিকা পিচলৈকে চলি আছিল। ভালেমান ক্ষুদ্ৰ আওহতীয়া স্থানত এই নামৰ স্থানীয় চলন্তি অব্যাহত আছিল। এই স্থানবোৰৰ ক্ষুদ্ৰ গোষ্ঠীপতিসমূহে নিজকে মৌৰ্য বংশৰ বুলি দাবী কৰিছিল।[৩] কিছুমানৰ মতে মহাৰাষ্ট্ৰৰ চন্দ্ৰৰাও মোৰে চন্দ্ৰগুপ্ত মৌৰ্যৰ (নামমাত্ৰ) বংশধৰ। আমাৰ দৃষ্টিৰপৰা মন কৰিবলগা বিষয় হ'ল, সাম্রাজ্যৰ চৌদিশে বিস্তাৰ ঘটা কাৰণে অশোকৰ ৰাজত্বকালৰ আগেয়ে কোনো মৌৰ্য মুদ্ৰাতে গুৰু ধাতুৰ পৰিমাণ কমাবলগা হোৱা নাছিল। অশোকৰ দিনতে মুদ্ৰাত ৰূপৰ তুলনাত তামৰ পৰিমাণ বেঁচি হয়। শুঙ্গ (ডিমৰু গছ) বংশীয় পুষ্যমিত্ৰৰ দিনত প্ৰথম ভাৰতীয় সাঁচত মৰা মুদ্ৰাৰ প্ৰচলন হয়। এই শুঙ্গ বংশই সদায় নিজৰ 'সেনাপতি' উপাধি নামৰ লগত ব্যৱহাৰ কৰিছিল। ফুটা মুদ্ৰাৰ প্ৰচলন লাহে লাহে ভাৰতবৰ্ষৰপৰা কমি যাবলৈ ধৰিলে। অৱশ্যে দেশত, বিশেষকৈ দাক্ষিণাত্যত, বহুত শতিকাৰ শেষলৈকে মুদ্ৰাবোৰৰ ব্যৱহাৰ চলি আছিল। শুঙ্গ-

৩। মৌৰ্যসকলৰ দাবী প্ৰত্যাখ্যাত ক্ষুদ্ৰৰজা সম্পৰ্কে IA 19. 55—62; ABORI 23. 510-14 পঢ়ক।

সকল বিদেশী আক্ৰমণৰ সম্মুখীন হয়; তাৰ ভিতৰত প্ৰধান হ'ল গ্ৰীকসকলৰ; এই বিদেশীসকলৰ সম্মুখীন হ'ব নোৱাৰি শুঙ্গ সাম্ৰাজ্য টুটিবলৈ বাধ্য হয়। তেওঁ-লোকৰ ৰাজধানী সম্ভৱতঃ বিদিশাত (বেছনগৰ) আছিল। অৱশ্যে উজ্জয়িনীৰ গুৰুত্ব তেতিয়াও নাছিল। মৌৰ্যসকলৰ সাম্ৰাজ্যৰ দৰে সাম্ৰাজ্য গুপ্তসকলৰ সময়-লৈকে ভাৰতবৰ্ষত হোৱা নাছিল। ৭২০ খ্ৰীঃত গুপ্ত সাম্ৰাজ্যৰ প্ৰতিষ্ঠা হয়। মাজৰ কালছোৱাত কুশান আৰু শাতবাহন বংশই প্ৰাধান্য বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছিল।

এখন বৃহৎ সাম্ৰাজ্যৰ উত্থান আৰু পতনৰ পিছত যদি নতুন সাম্ৰাজ্য গঠিত নহয়, তেন্তে সমাজৰ ভেটিত প্ৰভূত সলনি হৈছে বুলি ধৰিব লাগিব। এতিয়া আমি এই দৃষ্টিৰপৰা আমাৰ অনুসন্ধান চলাব লাগিব। তেতিয়া হ'লেহে আমি আমাৰ বৰ্তমান দৃষ্টিভঙ্গীৰ সুফল লাভ কৰিবলৈ সমৰ্থ হ'ম।

৭২ প্লুটাৰ্কে লিখা আলেকজেণ্ডাৰ[৪] নামৰ গ্ৰন্থ খনকে আমি আমাৰ পদ্ধতি প্ৰয়োগৰ অৰ্থে আঁহি পুথি হিচাপে গ্ৰহণ কৰিছোঁ। ইয়াৰ ফলত আমি কিছুমান বেলেগ সিদ্ধান্তত উপনীত হ'ব পাৰিম। তাত কোৱা হৈছে, "ভাৰতবৰ্ষত ৰজা তক্ষিলেছৰ ৰাজ্যৰ আয়তন ইজিপ্টৰ সমান আছিল বুলি ভৱা হয়। তাত ভাল গৰু চৰোৱা ঘাঁহনি আৰু সুন্দৰ সুন্দৰ ফলৰ গছ পোৱা গৈছিল।" ইয়াত আয়তনৰ বিষয়ে বৰ বাহুল্যকৈ কোৱা হৈছে। কাৰণ তক্ষিলেছে পুৰুৰ আক্ৰমণৰ বিৰুদ্ধেও থিয় দিবলৈ সমৰ্থ নহ'ল। কিন্তু গৰু চৰোৱা ঘাঁহনি বা গোপচাৰৰ উল্লেখৰ কথা বিশেষভাৱে মন কৰিবলগীয়া। তক্ষিলাৰ প্ৰতিষ্ঠাৰ পূৰ্বে গ্ৰীকসকলে যুদ্ধত যিবিলাক বয়-বস্তু পাইছিল সেইবিলাকৰ সৰহ ভাগেই গৰু-ম'হ। বৈদিক যুগৰেপৰা এই দেশৰ সম্পত্তি গৰু-ম'হ বুলিয়েই বিবেচিত হৈ আহিছিল। তক্ষিলাত খেতি-বাতি আছিল নে নাই, সেই সম্পৰ্কে ক'তো একো ইঙ্গিত নাই। ৰজাই আলেকজেণ্ডাৰক এইবুলি কৈছিল, "আপোনালোকে যদি আমাক আৱশ্যকীয় খাদ্য বস্তু আৰু পানীৰপৰা বঞ্চিত কৰিব নোখোজে, তেন্তে যুদ্ধ কৰাৰ আৱশ্যক কি?" ইয়াত পানী শব্দালঙ্কাৰ নহয়, লিখকে আচল পানীৰ কথাকেই কৈছে। কাৰণ ঋকবেদৰ

৪। ড্ৰাইডেনৰ যিখন অনুবাদ গ্ৰন্থ A. H. Clough এ ১৮৬৪ চনত শুধৰাই নিছিল আৰু নিউইয়ৰ্কৰ মডাৰ্ণ লাইব্ৰেৰীয়ে পুনৰায় প্ৰকাশ কৰিছে, সেইখন পঢ়ক। তাৰ PP 801—845, এইকেইটা পৃষ্ঠাৰ তথ্য ব্যৱহাৰ হৈছে। 'Gandaritan' শব্দটো ভুল বুলি মই Gangardian শব্দ ব্যৱহাৰ কৰিছোঁ।

যুগৰেপৰা আৰ্যসকলে পানীৰ কাৰণে যুঁজি আহিছে। আলেকজেণ্ডাৰে যদি পানী যোগানত ব্যাঘাত জন্মাবলৈ অনিচ্ছুক তেন্তে প্ৰকৃত পক্ষে যুদ্ধ কৰাৰ কাৰণ একো থাকিব নোৱাৰে। আলেকজেণ্ডাৰে তক্ষিলাৰ ৰজাৰ প্ৰতি দৰ্শোৱা উদাৰ ভাৱ আলেকজেণ্ডাৰৰ ব্যক্তিগত চৰিত্ৰ গুণ বুলি ধৰা অযুগুত, কিয়নো সামৰিক গুৰুত্ববিহীন সকলোবোৰ বাণিজ্য কেন্দ্ৰৰ প্ৰতি তেওঁৰ নিৰ্দ্ধাৰিত নীতি আছিল সেয়ে। তলৰ কথাখিনি প্ৰণিধানযোগ্য ঃ

"তক্ষিলাৰ কাষৰ বিভিন্ন নগৰবোৰৰ ৰক্ষাৰ্থে সংগৃহীত দৰমহা খোৱা শ্ৰেষ্ঠ ভাৰতীয় সেনাবোৰে সেই নগৰবোৰ ভালদৰে ৰক্ষা কৰিছিল আৰু সিহঁতৰ সাহসিকতাপূৰ্ণ যুদ্ধই আলেকজেণ্ডাৰক এশিকনি দিছিল। যেতিয়া স্থান টুকুৰা সমৰ্পণ কৰা হ'ল আৰু সেনাবোৰ বন্দী হল, তেতিয়া আলেকজেণ্ডাৰে উভতি যোৱা সৈনাসকলৰ ওপৰত জাঁপিয়াই পৰি সকলোকে তৰোৱালেৰে কাটিলে। এনে কৰাত আলেকজেণ্ডাৰৰ কথাৰ লৰ হ'ল আৰু সেইটিয়েই তেওঁৰ যুদ্ধ বিজয়ত কলঙ্ক আৰোপ কৰিলে।"

আলেকজেণ্ডাৰে ঘূৰি যাওঁতে সু-শিক্ষিত সেনা থৈ যাব নোৱাৰিলে, গতিকে প্ৰতিৰোধৰ কেন্দ্ৰবোৰ দুৰ্বল হ'ল। লগে লগে সেই ঠাইত নতুন ঘটনাৰ উদ্ভৱ হল। এই অঞ্চলত নকৈ ওলোৱা কিছুমান জনজাতীয় সমাজবিচ্যুত ক্ষত্ৰিয়ই যিকোনো নগৰৰ হৈ যুদ্ধ কৰাৰ বৃত্তি অৱলম্বন কৰিবলৈ ধৰিলে। এই অঞ্চলবোৰত তেতিয়াও ঋকৃবেদৰ সময়ৰ বহুত জনজাতিয়ে বাস কৰিছিল আৰু সিহঁতে আগৰদৰেই নিজ আচাৰ-ব্যৱহাৰ আৰু ৰাজ্য অটুটভাৱে ৰক্ষা কৰি আছিল। জনজাতীয় নীতিৰ বান্ধ সম্পূৰ্ণৰূপে অচল হৈ পৰিলত, তেওঁলোকৰ দশাও মধ্যযুগৰ ৰাজপুতসকলৰ দশা প্ৰাপ্ত হ'ল। লগে লগে এটা এটাকৈ উক্ত কেন্দ্ৰবোৰৰ শক্তি হ্ৰাস কৰা সহজ হৈ পৰিল, বিশেষকৈ যেতিয়া বিদেশী আক্ৰমণকাৰীক ৰোধ কৰিবলৈ যথেষ্ট লোক গোট খুওৱা সম্ভৱ হৈছিল। সেই সময়ত জনজাতিবিচ্যুত যুঁজাৰুবোৰ স্থায়ী ভয়ৰ কাৰণ হৈ পৰিছিল। "ইফালে ভাৰতীয় দাৰ্শনিকসকলেও আলেকজেণ্ডাৰক কম আহুকালত পেলোৱা নাছিল। যিবিলাক ৰজাই আলেকজেণ্ডাৰৰ ফলীয়া হৈ যুঁজ কৰিছিল, সেইবোৰক তেওঁলোকে ভৰ্ৎসনা-বাণী শুনাই অন্যান্য স্বাধীন জাতিবোৰক আলেকজেণ্ডাৰৰ বিৰুদ্ধে যুঁজিবলৈ উচটাইছিল। আলেকজেণ্ডাৰে এনেকুৱা জৰ্মদিয়েক দাৰ্শনিকক ধৰি ফাঁচী দিছিল।" ইয়াত দাৰ্শনিক শব্দৰ অৰ্থ ব্ৰাহ্মণ। সন্ন্যাসী নহয়। তেতিয়া সাধাৰণতে ব্ৰাহ্মণসকলক সন্ন্যাসী শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰা হৈছিল। ব্ৰাহ্মণসকলে সন্ন্যাসী শ্ৰেণীৰ বিবিলাক কুসংস্কাৰ

সাৰোগত কৰি চলিছিল, ঠিক সেইবোৰ কুসংস্কাৰকে প্ৰচাৰ কৰিছিল বুলি কৰা অভিযোগ সচা হলেও এই কথা নকৈ নোৱাৰি যে ব্ৰাহ্মণসকলেই তেতিয়া একমাত্ৰ শ্ৰেণী আছিল, যি বিভিন্ন জনজাতিৰ মাজত সংযোগ স্থাপন কৰি আছিল আৰু লগে লগে জনজাতিৰ গণ্ডীৰ উৰ্দ্ধত এখন সমাজ গঢ়াৰ কল্পনা কৰিব পাৰিছিল। সেই সময়ত পঞ্জাৱত জনজাতীয় সমাজ-ভুক্ত ব্ৰাহ্মণ আছিল ; কিন্তু পূৰ্ব দেশৰ ব্ৰাহ্মণসকল জনজাতিবিচ্যুত জাতত পৰিণত হয়। এই সন্ন্যাসী ব্ৰাহ্মণে নিজৰ জনজাতি, জাত পৰিয়াল আৰু সম্পত্তি এইবোৰ পৰিত্যাগ কৰিছিল।

শেষ পুৰুৰ লগত হোৱা আলেকজেণ্ডাৰৰ যুদ্ধৰ যি বিৱৰণী প্লুটাৰ্কে দিছে সেই বিৱৰণী পঢ়োতে মোহাচ্ছন্ন পাঠকে সাধাৰণতে এই যুদ্ধৰ এটি উল্লেখযোগ্য ফলাফললৈ বৰকৈ চকু নিদিয়ে। ( প্লুটাৰ্কৰ মতে তেওঁ আলেকজেণ্ডাৰৰ নিজৰ চিঠি পঢ়ি এই যুদ্ধৰ বিৱৰণী প্ৰস্তুত কৰিছিল। ) এই প্ৰসঙ্গত তলত দিয়া কথা খিনিলৈ মন কৰা প্ৰয়োজন ঃ

"পুৰুৰ লগত হোৱা এই যুঁজখনে মেচিডনীয় সেনাৰ সাহস টুটালে আৰু ফল স্বৰূপে তেওঁলোকে ভাৰতবৰ্ষত অধিক বিজয় লাভৰ আশা বাদ দিলে। তেওঁলোকে যেতিয়া দেখিলে যে কুৰি হেজাৰ পদাতিক আৰু দুহেজাৰ অশ্বাৰোহী সেনা লৈ যুদ্ধ কৰা শত্ৰু এজনকে ঘটুওৱাটো টান কাম, তেতিয়া গঙ্গা পাৰ হৈ যুদ্ধ কৰিবলৈ ওলোৱা আলেকজেণ্ডাৰৰ পৰিকল্পনাৰ বিৰোধিতা কৰিবলৈ তেওঁলোকৰ যথেষ্ট যুক্তি আছে। কাৰণ, তেওঁলোকে শুনিছিল যে গঙ্গা ৩২ ফাৰ্লং বহল, এশ 'ফদম' দ আৰু দুয়োপাৰে কিছু নামনিলৈ অসংখ্য শত্ৰুৰ বাস। লগতে শুনিছিল বোলে গঙ্গাৰিডান আৰু প্ৰায়িচিয়ান ( Prachya ) সকলে আশী হেজাৰ ঘোঁৰা, দুশ হেজাৰ পদাতিক, আঠ হেজাৰ যুদ্ধৰথ আৰু সাত হেজাৰ যুঁজাৰু হাতী লৈ যুদ্ধৰ বাবে সাজু হৈ আছিল। এই খবৰ মিছা বুলি কবলৈ টান, মেচিডনীয়সকলৰ মনোবল টুটাবলৈ কৰা প্ৰচাৰকাৰ্য বুলিও ইয়াক ক'ব নোৱাৰি। কাৰণ, আলেকজেণ্ডাৰৰ আক্ৰমণৰ পিচতে এই অঞ্চলত ৰাজত্ব কৰা এণ্ড্ৰকটুচে ( চন্দ্ৰগুপ্ত ) ইয়াৰ কিছুদিনৰ পিছতে চেলুকচক একেবাৰতে ৫০০ হাতী উপহাৰ দিছিল। এই চন্দ্ৰগুপ্তই ছশ হেজাৰ সেনাৰে সমগ্ৰ ভাৰতবৰ্ষ জয় কৰিছিল আৰু সেই অঞ্চলত বহুত দিনলৈ ৰাজত্ব কৰিছিল।"

উক্ত বিৱৰণীত গঙ্গাৰ পশ্চিমৰ জোখ অলপো বঢ়াই কোৱা নাই, কিয়নো বাৰিষা কালত নৈখন সিমান বহল হ'ব পাৰে। সেই সময়ত বাৰিষা আৰম্ভ হৈছিল। বাৰিষা ফুৰা-চকা কৰা বা অভিযান চলোৱাটো পৰম্পৰাগত ভাৰতীয় ধৰ্মনীতি

মতে নিষিদ্ধ; গ্ৰীকসকলে যুদ্ধ জিকাৰ ই এটা কাৰণ। বাধা নাথাকিলেও পূৰ্ণ গতিত বৈ থকা ভাৰতীয় নৈ পাৰ হোৱা বৰ টান কাম। উদাহৰণ স্বৰূপে ক'ব পাৰি আহমদ চাহ ডুৰাণিৰ কথা। প্ৰায় দুহেজাৰ বছৰ পিচতো এওঁ যমুনা পাৰ হওঁতে প্ৰায় আধা সেনা হেৰুৱালে। মাৰাঠাসকলে এই বাট ভেটিবলৈ পাহৰি গ'ল। ফলত পাণিপথৰ যুদ্ধত ঘাটিল আৰু সাম্ৰাজ্য গঢ়াৰ শেষ সুযোগ হেৰুৱালে। আকৌ গ্ৰীক অশ্বাৰোহী সেনাৰ সমুখত পুৰুৰ ৰথবাহিনীৰ পৰাজয় ঘটিল; গ্ৰীক অশ্বাৰোহী সেনা ভাৰতীয় অশ্বাৰোহী সেনাতকৈ শ্ৰেষ্ঠ আছিল। যদি হস্তী-বাহিনীকে ভালকৈ চলালেহেঁতেন তেন্তে পুৰুৱে যুদ্ধ জিকিব পাৰিলেহেঁতেন। কিন্তু এনেধৰণৰ অভিজ্ঞ আৰু গতিশীল শত্ৰুৰ বিৰুদ্ধে সকলো বাহিনীৰ সংযুক্ত সংগ্ৰাম কৰাৰ জোখাৰে জনজাতীয় পঞ্চায়ীসকলে ৰণ-কৌশল নাজানিছিল। গ্ৰীক-সকলক পৰাজয় কৰিবলৈ কাঁড়ী বাহিনীও কামত লগাব পৰা গ'লহেঁতেন, কিন্তু তাকো ঠিকমতে ব্যৱহাৰ কৰা নহল। (পাৰ্থিয়ানসকলে ক্ৰেছাছৰ বিৰুদ্ধে যি ধৰণে ধেনু-কাঁড় ব্যৱহাৰ কৰিছিল ঠিক সেইদৰে ব্যৱহাৰ কৰিব পৰা হ'লে সুফল পোৱা গ'লহেঁতেন।) ইপিনে বাৰিষাকালত যুদ্ধ সিমান কামত নাহে। ভাৰতীয় ধনু দীঘলে ছফুট। ধনু আৰু ফদম ব জোখ একে। বুৰঞ্জীবিদ এৰিৱয়ানে (INDIKA 16 MEG 225) লিখিছিল ভাৰতীয় সেনাৰ কাঁড় ৰোধ কৰা টান। এই কাঁড়ে প্ৰতিপক্ষৰ ঢাল আৰু বুকু-কৱচ ভেদ কৰি যায়। আলেকজেণ্ডাৰে নিজেও কাঁড়ৰ আঘাত পাইছিল। মল্লীয় কাঁড়ীৰ এপাত দীঘল কাঁড়ে আলেক-জেণ্ডাৰৰ কৱচ ভেদি কামিহাড় সোমাইছিল আৰু সেইপাত উলিওৱা বৰ কষ্টকৰ হৈছিল। কাঁড়পাতৰ জোঙা আগটো তিনি আঙুল বহল আৰু চাৰি আঙুল দীঘল। মহাবীৰে পোৱা আঘাতৰ ভিতৰত আটাইতকৈ ডাঙৰ আঘাত এইটোৱেই আছিল। গঙ্গাৰিডানৰ বিপুল সেনাবাহিনীৰ ভয় সেইবাবে উলাই কৰিবলগীয়া নাছিল। এইসকল শত্ৰুক গ্ৰেনিয়াচৰ সৰু জুৰিৰ পাৰত লগ পোৱা অসঙ্ঘাত পাৰ্চীয় শত্ৰু-সকলৰ লগত তুলনা কৰিব নোৱাৰি। গঙ্গাৰিডান সেনাবাহিনীক ৰণক্ষেত্ৰলৈ পঠিওৱাৰ একমাত্ৰ পথ আছিল নৈয়েদি। গতিকে গঙ্গাৰ পাৰত প্ৰতিৰক্ষাৰ ব্যৱস্থা উত্তম আছিল।

আলেকজেণ্ডাৰে আৰু এশ্ৰেণী ভাৰতীয় লোকক লগ পাইছিল। এওঁলোক হ'ল দাৰ্শনিক, ব্ৰাহ্মণ আৰু (gymnosophist) শ্ৰমণ সন্ন্যাসী। (gymno-sophist মানে নঙঠা ফকীৰ)। প্লুটাৰ্কে এনে আঠজন ফকীৰৰ লগত হোৱা সমূহীয়া সাক্ষাতকাৰৰ বিৱৰণী দিছে। তাৰে দুজনৰ উত্তৰ বিশেষভাৱে উল্লেখ-

যোগ্য। চতুৰ্থজনক তেওঁ ( আলেকজেণ্ডাৰে ) সুধিছিল "সভাত ছুৰছুক কি যুক্তিৰে তেওঁ বিদ্ৰোহ কৰিবলৈ উচটালে।" সিজনে উত্তৰত কলে, "অন্য কোনো যুক্তি নাই। কেৱল কৈছিলো, হয় জীয়াক, নহয় সসম্মানেৰে মৃত্যু বৰণ কৰক।" মানুহজন নিশ্চয় ব্ৰাহ্মণ আছিল। এই একে ভাবকে আমি 'ভগবদ্-গীতাত' পাওঁ ( ২, ৩৭ )। মগধৰ ৰজা, কবি আৰু পুৰোহিতসকলে যুদ্ধৰ পূৰ্বে সৈন্য-সকলক এইদৰে ৰণ কৰিবলৈ উৎসাহিত কৰিছিল ( অৰ্থশাস্ত্ৰ ১০-৩ )। অষ্টমজনে তেওঁক কলে, "মৰণতকৈ জীৱন অধিক শক্তিশালী, কাৰণ, জীৱনৰ অশেষ দুখ-কষ্ট বহন কৰিবৰ শক্তি আছে।" গঙ্গা উপত্যকাৰ সমসাময়িক দৰ্শনৰ সন্ন্যাসৰ সুৰ ইয়াত বৰ্তমান। এই দৰ্শনৰ মতে জীৱন হ'ল দুখৰ সমষ্টি। বেছিভাগ লোকৰ বাবেই সেই কালত জীৱন যে দুখৰ সমষ্টি আছিল সেই বিষয়ে কোনো সন্দেহ নাই। কুকুৰ মানৱ ডায়গেনেচৰ ( এওঁ cynic অৰ্থাৎ অশ্ৰদ্ধাশীল ; কিন্তু লিখিত বিৱৰণীত তেওঁৰ যি আচৰিত আচাৰ-ব্যৱহাৰৰ কথা আমি পাওঁ তাক কুকুৰ-ব্ৰত বোলাৰ বাহিৰে উপায় নাই। ) শিষ্য অনিছিক্ৰিটাছৰ গাত উক্ত অঞ্চলৰ দাৰ্শনিকসকলক পৰীক্ষা কৰিবলৈ ভাৰ দিয়া হৈছিল। তাৰে এজনে অনিছিক্ৰি-টাছক ক'লে, আপুনি যদি মোৰপৰা শিক্ষা লাভ কৰিব খোজে তেন্তে নাঙঠ হৈ আহক। ( এই কথা ষ্ট্ৰাবোয়েও লিখিছে— 15.1.64 )। এই কথা শুনি সিজনে উদ্ধতালি বুলি ধৰি ল'লে, কিন্তু প্ৰকৃতপক্ষে শিক্ষকজন হয় আজীৱিক নহয় নতুন জৈন সম্প্ৰদায়ৰ লোক। ইয়াৰপৰা বুজিব পাৰি যে আলেকজেণ্ডাৰে ভাৰতবৰ্ষত ফকীৰসকলক লগ পাইছিল। আলেকজেণ্ডাৰৰ পিচত অহা অনুপ্ৰৱেশকাৰীসকলেও এই ফকীৰসকলকে দেখা পাইছিল। তথাপি এই ফকীৰ সম্প্ৰদায়বোৰ খ্ৰীঃ পূঃ ষষ্ঠ শতিকাৰ আগতে উদ্ভৱ হৈছিল বুলি ভাবিবলৈ টান লাগে। স্বাধীনভাৱে পঞ্জাৱত এই সম্প্ৰদায়বোৰৰ উদ্ভৱ হৈছিল বোলাও সমানে টান কাম। তক্ষিলাত আলেকজেণ্ডাৰে যি দৰ্শনৰ কথা জানিবলৈ পাইছিল, সেই দৰ্শনত মাগধী প্ৰভাৱ আছিল। সেইদৰে তক্ষিলাৰ ৰজাৰপৰা তেওঁ পোৱা বৃপৰ মুদ্ৰাবোৰতো মাগধী প্ৰভাৱ দেখা যায়। অৱশ্যে মগধৰ সেনাবাহিনীৰ লগতহে তেওঁ যুঁজিবলৈ নাপালে।

ভাৰতবৰ্ষৰ বিষয়ে গ্ৰীক বুৰঞ্জীবিদসকলে লিখা সকলো টোকাত যিবোৰ উদ্ভট বৰ্ণনা দি গৈছে, সেইবোৰৰপৰা অন্তৰ্নিহিত বাস্তৱ আধাৰ বিচাৰি উলিওৱা বৰ টান হৈ পৰে, অৱশ্যে যদি তাৰ ঐতিহাসিক প্ৰসঙ্গ জনা যায়, তেনেহলে বেলেগ কথা। গ্ৰীকসকলৰ দৃষ্টিত ভাৰতবৰ্ষ উদ্ভট দেশ আছিল। ক্ষুদ্ৰ জলবাহী গ্ৰীক নদীবোৰৰ

লগত ভাৰতবৰ্ষৰ বিৰাট নদ-নদীবোৰৰ তুলনা কৰিয়েই তেনে বোধ জন্মিছিল। সেইদৰে গ্ৰীকসকলৰ চকুত বছৰি দুই তিনিটা সুন্দৰ খেতি কৰিব পৰা ভাৰতৰ মাটি যাদুকৰী প্ৰভাৱ-সম্পন্ন বুলি প্ৰতিভাত হৈছিল। হাতী জন্তুটোৰ কথাই নাই, আনকি ভাৰতৰ মানুহেই ইয়াক অদ্ভুত জন্তু বুলি অনুমান কৰে। এই দেশৰ গছতো 'উল' লাগে। ভাৰতীয়ৰ চকুত গছত কপাহ লগাটো আচহুৱা যেন নেলাগিলেও গ্ৰীক চকুত লাগিছিল। ভাৰতীয় ইকৰাত গ্ৰীকসকলে মৌ-মিঠা ৰস দেখা পাইছিল। এই ইকৰাৰ নাম নিশ্চয় কুঁহিয়াৰ। গ্ৰীকসকলে এই দ্ৰব্যক "ডিমৰু বা মৌতকৈ সোৱাদ, পবিত্ৰ সুগন্ধি ধুনাৰ ( frankincense ) বনৰীয়া শিল"ৰ লগত মিল থকা বুলি ধৰা নাছিল, কাৰণ গুড় ( 'ৰক চুগাৰ' ) সম্পৰ্কে এয়ে গ্ৰীকসকলৰ প্ৰথম ধাৰণা হৈছিল। ভাৰতীয়সকলে মুখে মুখেই চুক্তি কৰিছিল আৰু সেই চুক্তি আখৰে আখৰে পালন কৰিছিল। "কোনো ভাৰতীয়কে মিছা কথা কোৱা বুলি অভিযুক্ত কৰা হোৱা নাছিল।" ( মেগেস্থিনিচ—২১৭ )। গ্ৰীকসকলে ঐতিহাসিক কালছোৱাত এনে ধৰণেৰে সদাচাৰ পালন কৰিছিল বুলি জনা নাযায়। গ্ৰীক ৰাষ্ট্ৰৰ ক্ষেত্ৰতো সেই একে কথা। হেলেন দেশৰ নগৰ-ৰাষ্ট্ৰবোৰত দৈনিক অবিৰামভাৱে আইন সংক্ৰান্তীয় কিছুমান অলাগতিয়াল আলচ হৈছিল। এইবিলাকক তেওঁলোকে দৈনন্দিন ন্যায়িক কাৰ্যৰ ভিতৰুৱা বুলি গণিতা কৰিছিল। তথাপি ক্লাচিক পোৰাণিক ৰীতি অনুসৰি contempt সম্পৰ্কীয় Graceculus esuriens বিধি উপযুক্তভাৱে প্ৰযোজ্য হৈছিল।

মেগেস্থিনিচে ভাৰতীয় জাত-প্ৰথা সম্পৰ্কে দিয়া বিৱৰণী আজিও পঢ়িবলৈ পোৱা যায়। গ্ৰীকসকলে এই জাতপ্ৰথাক অসাধাৰণ যেন জ্ঞান কৰিছিল আৰু সেই কাৰণেই তাৰ বৰ্ণনা লিপিবদ্ধ কৰি গৈছিল। তেতিয়া দেশত সাতটি স্পষ্ট শ্ৰেণী আছিল। এই শ্ৰেণীবোৰৰ ( genea বা meros ) ভিতৰত বিয়া-বাৰু হোৱাটো আইনসম্মত অথবা প্ৰথা-সম্মত নাছিল। ক্ৰম অনুসৰি শ্ৰেণীবোৰ এনে ধৰণৰ আছিল,—(১) দাৰ্শনিক, ব্ৰাহ্মণসকল আৰু সন্ন্যাস ধৰ্মগ্ৰহণকাৰী নঙঠা ফকীৰসকল। (২) শ্ৰমিক কৃষক ( georgoi )। (৩) গো-পালনকাৰী তথা চিকাৰী। (৪) কাৰিকৰ শিল্পী আৰু খুচুৰা বেপাৰী। (৫) যুঁদ্ধাৰু। (৬) পৰিদৰ্শক বা তদাৰক কৰোঁতা শ্ৰেণী—এওঁলোকে ৰাইজৰ বিভিন্ন কাম সম্পৰ্কে ৰজাক আৰু মুক্ত নগৰীবোৰৰ বিচাৰকবৃন্দক জনাইছিল। (৭) সহায়ক আইন উপদেষ্টা তথা সভাসদ শ্ৰেণী, এওঁলোকে ৰাজ্যৰ নীতি নিৰ্দ্ধাৰণ কৰিছিল; সশস্ত্ৰ বাহিনীৰ বিষয়া আৰু বিচাৰক এই শ্ৰেণীৰপৰাই হৈছিল। এই শ্ৰেণীটোৱেই ৰাজ্যৰ অন্যান্য সকলো কাৰ্য নিয়ন্ত্ৰিত কৰিছিল। এই শ্ৰেণী ব্যৱস্থাৰ লগত

ভাৰতৰ পৰম্পৰাগত বৰ্ণাশ্ৰম প্ৰথাৰ কোনো মিল নাই। গতিকে ভালেমান পণ্ডিতে এনে ('ভুল') বৰ্ণনাক মেগেস্থিনিচৰ ভুল বুলি কবলৈ দ্বিধাবোধ কৰা নাই। এই পণ্ডিতসকলে সেই সময়ৰ প্ৰকৃত অৱস্থাৰ কথা বুজিবলৈ চেষ্টা কৰা নাই যেন লাগে। ৰাজদূত মেগেস্থিনিচে যে সেই সময়ৰ মগধৰ সমাজব্যৱস্থাৰ কথা বৰ্ণনা কৰিছে, সেই বিষয়ে অকণো সন্দেহ নাই। আলেকজেণ্ডাৰে পঞ্জাবত জাতৰ ভেটিত প্ৰতিষ্ঠিত শ্ৰেণীপ্ৰথা দেখা পোৱা নাছিল। তেওঁ তাত মাত্ৰ জন-জাতীয় পুৰোহিত, সন্ন্যাসী আৰু যোদ্ধাক লগ পাইছিল। আলবেৰুণীৰ দৰে (এওঁ মেগেস্থিনিচৰ ১,৩০০ বছৰ পিচত ভাৰতৰ বিষয়ে লিখিছিল) মেগেস্থিনিচে শাস্ত্ৰ পঢ়ি বৰ্ণনা লিখা নাছিল, বৰং যি দেখিছিল তাকেহে লিখিছিল। ওপৰোক্ত প্ৰথম শ্ৰেণীৰ বিষযে কবলৈ একো নায়েই। শ্ৰমণ আৰু ব্ৰাহ্মণ দুযোটো শ্ৰেণীকে অশোকৰ লিপিতো একে বুলিযেই গণ্য কৰা হৈছিল আৰু দুযো শ্ৰেণীৰ সন্মানো একে আছিল, (আন যেই কোনো শ্ৰেণীৰপৰা এই শ্ৰেণীটোলৈহে একমাত্ৰ তুলি ল'ব পৰা গৈছিল)। শ্ৰমণসকল কেৱলীয়া আছিল আৰু তেওঁলোকৰ সঁতি-সন্ততি নাছিল। আনহাতে ব্ৰাহ্মণসকলে ৩৫ বছৰ বয়সলৈকে আন আন সন্ন্যাসীৰ দৰেই কঠোৰ শিক্ষা ল'ব লাগিছিল, এই কথা মেগেস্থিনিচৰ বৰ্ণনাত পোৱা যায়। দুযোটা শ্ৰেণীকেই বিশেষ পবিত্ৰ বুলি গণ্য কৰা হৈছিল, গতিকে দুয়োটাকে এটা বিভাগত ধৰাটো একো ভুল হোৱা নাই। তৃতীয় শ্ৰেণীটোক শিবিৰবাসী অঘৰী বোলা হৈছে। এই শ্ৰেণীটোৰ ভিতৰত আৰ্য, আৰ্যীকৃত, সমাজভুক্ত অৱশিষ্ট ব্ৰাত্য জনজাতিসমূহ অথবা শ্ৰেণী-সংঘবোৰো (sreni guild) আছিল। তেওঁলোক বিচ্ছিন্ন বৰ্বৰ নাছিল। 'জনসমূহ' এই সময়তে 'গণ'লৈ ৰূপান্তৰিত হয। পঞ্চম শ্ৰেণীৰ যোদ্ধাসকল নিশ্চয় ক্ষত্ৰিয়। এতিয়া বাকী শ্ৰেণীবোৰৰ চৰিত্ৰ নিৰ্দ্ধাৰণ কৰাৰ আৱশ্যক। পিছৰফালে আমি দেখাম যে হস্তশিল্পৰ উৎপাদন-প্ৰথা তেতিযাও গাৱেঁ-ভূঞে সোমোৱাগৈ নাছিল। চতুৰ্থ শ্ৰেণীৰ লোকে নগৰত পণ্যদ্ৰব্য উৎপাদন কৰিছিল আৰু গাওঁ-ভূইলৈ নি বেচিছিল। গতিকে এই শ্ৰেণীটোৱেই যে শেষত গৈ বৈশ্য জাত হৈছিলগৈ সেই বিষয়ে সন্দেহ নাই। ষষ্ঠ আৰু সপ্তম শ্ৰেণী হ'ল আমোলা শ্ৰেণী। সপ্তম শ্ৰেণীৰ আমোলাসকলক সাধাৰণতে প্ৰধান প্ৰধান নাগৰিকসকলৰপৰা বছা হৈছিল। পিচত এওঁলোকো গৈ জাতভুক্ত হয়গৈ। আমাৰ দেশত শ্ৰেণীসংগঠনৰ ৰূপ হ'ল জাত, জাতৰ মাজেদিয়েই বিভিন্ন গোষ্ঠীসমূহক লৈ সমাজ গঠন কৰা হৈছিল। পিচৰ কালত এইদৰেই বিভিন্ন মূলৰ মানুহ লৈ কায়স্থ জাতটোৰ জন্ম হয়। কায়স্থসকল আদিতে ৰাজ্যৰ নথি-

সংৰক্ষক ( record keeper ) আছিল। মৌৰ্যসকলৰ দিনতে বোধহয় এই জাতৰ আৰম্ভ হয়। এই সময়তে এনেধৰণৰ নথি-সংৰক্ষণৰ আৱশ্যক অনুভূত হৈছিল। খ্ৰীঃ পূঃ ৩য় শতিকাত এই নামটোৰ কথা মানুহে শুনা নাছিল। যিসকল উচ্চপদস্থ সভাসদ আছিল, সেইসকলে সাধাৰণতে নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছিল। এওঁলোকৰ সংখ্যাও যথেষ্ট আছিল, গতিকে এটি নতুন জাত গঢ়ি তোলা তেওঁলোকৰ পক্ষে একো অসম্ভৱ নাছিল। অৰ্থশাস্ত্ৰ আৰু মেগেস্থিনিচৰ বিৱৰণীৰ তুলনা কৰি চালে এটা কথাত স্পষ্ট মিল পোৱা যায়। সেই সময়ত এটা ডাঙৰ দৰমহা খোৱা শ্ৰেণীৰ সৃষ্টি হৈছিল। ৰজ্জুক, মহামাত্য আৰু দূতসকল মিলি দুটা নতুন জাতৰ সৃষ্টি হৈছিল, এওঁলোকৰ বৃত্তিবোৰ আছুতীয়া, সেই হেতুকে এনে জাত গঠন কৰা সহজ হৈ পৰিছিল। এইবিলাক জাতৰ সোনকালে বিলুপ্তি ঘটালৈ চাই ধৰিব পাৰি যে এইবিলাক জাতৰ ধৰণী আছিল বিশেষ এক ধৰণৰ ৰাষ্ট্ৰ। এতিয়া বাকী থাকিল ২নং শ্ৰেণীটো অৰ্থাৎ 'গিঅ'ৰগৈ' শ্ৰেণী। ইংৰাজী "husbandman" শব্দৰ সংস্কৃত প্ৰতিশব্দ বৈশ্য, গতিকে এই শ্ৰেণীটোকো পণ্ডিতসকলে বৈশ্য বুলি ধৰে, মনত ৰাখিব লাগিব যে মেগেস্থিনিচে চলিত সংস্কৃত শব্দৰ অভিধান সংকলন কৰা নাছিল। তেওঁ মাথোন খুব সাৱধানে শ্ৰেণীটোৰ বৰ্ণনা কৰিছে। জনসংখ্যাৰ সৰহখিনিয়েই* এই শ্ৰেণীৰ লোক আছিল। এওঁ-লোকে বেছিভাগ ৰাহি খাদ্যবস্তু উৎপাদন কৰিছিল, অৱশ্যে গো-পালক তথা চিকাৰীসকলেও কিছু খাদ্যবস্তুৰ যোগান ধৰিছিল। আন জাতবোৰে খাদ্য উৎপাদন কৰা নাছিল। এই শ্ৰেণীটো কেতিয়াও নগৰলৈ অহা নাছিল। নিজে অস্ত্ৰও বহন কৰিব নোৱাৰিছিল আৰু সামৰিক কাম-কাজো কৰিব নেলাগিছিল, তেওঁলোকে পথাৰত হাল বাই থাকোঁতেও আনে মাটি আৰু খেতিয়কৰ প্ৰভুত্ব লাভৰ অৰ্থে যুদ্ধ কৰি থকা দেখা পাইছিল। বৈশ্যসকলক এই বৰ্ণনাৰ ভিতৰত পেলোৱা টান; ( কিয়নো বৈশ্যসকলে এই সময়ত অস্ত্ৰবহন কৰিব আৰু বিষয় খাব পাৰিছিল )। কিন্তু শূদ্ৰসকলকহে অতি সাৱধানেৰে অস্ত্ৰধাৰণৰপৰা বঞ্চিত কৰা হৈছিল। এওঁলোকে সেনাবাহিনীতো ভৰ্তি হব নোৱাৰিছিল আৰু ৰাষ্ট্ৰ পৰি-চালনাতো ভাগ লব নোৱাৰিছিল। আনকি এওঁলোকে উৎপাদনৰ আহিলাৰ ওপৰতো দখলীস্বত্ব পোৱা নাছিল। গতিকে বৈশ্য শ্ৰেণীক মেগেস্থিনিচে বৰ্ণোৱা চতুৰ্থ শ্ৰেণীৰ মানুহৰ লগতহে ৰিজাব পাৰি। মেগেস্থিনিচে কৈছে যে সেই সময়ত মাটি, ৰাষ্ট্ৰ

* Arrian বিৱৰণী পঢ়ক ( INDIKA XI )

বা মুক্তনগৰীসমূহৰ অধিকাৰত আছিল, এই গাৰ্হলীয়া 'গিঅৰগৈ' সকলে নাই কমেও শস্যৰ এক চতুৰ্থাংশ ৰাষ্ট্ৰ বা নগৰীবোৰক দিব লাগিছিল। এই ব্যৱস্থাৰে চালে এওঁলোকক শূদ্ৰ বোলাৰ বাহিৰে আন উপায় নাই। আলেকজেণ্ডাৰৰ কাহিনীত এটা কথা স্পষ্ট নহয়, মাটি কাৰ আছিল? আনহাতে প্লুটাৰ্কৰ দ্বাৰা বিৰচিত আলেকজেণ্ডাৰৰ কাহিনীত মুক্ত নগৰীৰ কথা উল্লেখ আছে। এইবিলাক নগৰী পূৰ্বৰ অথবা সেই কালৰ জনজাতীয় বসতি অঞ্চলৰ সদৰ ঠাই আছিল। মহাকাব্য আৰু অৰ্থশাস্ত্ৰত এনে ধৰণৰ অধিবাসীসকলক পৌৰজানপদ বোলা হৈছিল। গুপ্তযুগৰ পূৰ্বেই এইবিলাক নগৰী দেশৰপৰা বিলুপ্ত হৈছিল। এই সমাস শব্দৰ শেহতীয়া উল্লেখ পোৱা যায় রুদ্ৰদমণৰ গিৰণাৰ ফলিত (১৫০ খৃঃ)। মৌৰ্য-যুগৰ কিছুমান মুদ্ৰা মানৱ-চিহ্ন বিশিষ্ট, এইবিলাক সম্ৰাটৰ অধীনস্থ জনজাতীয় মুক্ত নগৰী বিলাকৰ মুদ্ৰা বুলি ধাৰণা কৰিব পাৰি। সম্ভৱতঃ প্ৰাক-মৌৰ্য-যুগত পৌৰজানপদবিলাকৰ মুদ্ৰা প্ৰণয়ন কৰাৰ জোখাৰে স্বত্ব অথবা সম্পত্তি নাছিল। কাৰণ, এই সময়ত মগধৰ ৰজাসকলে প্ৰণালীবদ্ধভাৱে জনজাতীয় নগৰ আৰু সেনা-বাহিনীৰ ধ্বংস সাধন কৰিছিল। আলেকজেণ্ডাৰেও এনে ধ্বংসকাৰ্য কৰিছিল। ফলত জনজাতীয় স্বত্ব আৰু কৰ্তব্যসমূহে শ্ৰেণীসমাজৰ বিকাশত বাধা দিব পৰা নাছিল। যদিও উপৰুৱাভাৱে তাৰে কেতবোৰ স্বত্ব বা কৰ্তব্য তেতিয়াও চলি আছিল, বাস্তৱত শ্ৰেণীসমাজৰ অবাধ জয়যাত্ৰা আৰম্ভ হৈছিল। এনে সময়তে ব্ৰাহ্মণসকলে নতুন জনজাতি গ্ৰহণ কৰিবলৈ সুযোগ পাইছিল। নতুন বৃত্তিও অৱলম্বন কৰিব পাৰিছিল। ব্ৰাহ্মণসকলে এনে কাম কৰাৰ প্ৰমাণ নথি-পত্ৰৰপৰা জানিব পাৰি।

মেগেস্থিনিচৰ সময়ত পাটনাই আছিল পৃথিবীৰ সৰ্ববৃহৎ নগৰ। গ্ৰীক-সকলেও ইমান ডাঙৰ নগৰ নিৰ্মাণ কৰা নাছিল আৰু কৰিবলৈ সমৰ্থও নহ'লহেতেন। পাটনা-বংকিপুৰৰ ওচৰে-পাজৰে থকা পিতনিবোৰত তেওঁ বৰ্ণনা কৰা গড় আৰু স্তম্ভবোৰ বৰ্তমানে পোৱা গৈছে। পশ্চিমৰ এই পৰিদৰ্শকসকলে দাসৰ শ্ৰম নিয়োগ নকৰাকৈ এনে এখন বিৰাট সাম্ৰাজ্য আৰু এনে এখন ৰাজধানী নিৰ্মাণ কৰা দেখি আচৰিত মানিছিল আৰু ভাৰতৰ সকলো বৈশিষ্ট্যৰ ভিতৰত ইয়াকে উদ্ভট বুলি অনুমান কৰিছিল। এবিষয়ানে ( Indika-10 ; 'Meg 210 ) মেগেস্থিনিচৰ কথা এটাৰ উদ্ধৃতি দি কৈছিল,—"সকলো ভাৰতীয় মানুহেই মুক্ত। এজনো দাস নহয়। ভাৰতীয় আৰু লেকডেমনীয় প্ৰজাসকলৰ এইখিনিতে মিল। কিন্তু লেকডেমনীয়সকলে 'হেলট'সকলক দাস বুলি গণ্য কৰিছিল। 'হেলট'সকলে

পৰাধীন হৈ শ্ৰম কৰিব লগা হৈছিল। কিন্তু ভাৰতীয়সকলে বিদেশীকো দাস বুলি গণ্য কৰা নাছিল, নিজৰ দেশৰ মানুহৰতো কথাই নাই।"

'হেলট'সকলৰ অৱস্থাৰ কথা উল্লেখ কৰাটো সমীচীন হৈছে, কিয়নো 'হেলট'সকলৰ অৱস্থা শূদ্ৰসকলৰ অৱস্থাৰ লগত ভালেখিনি মিলে। দাসত্বৰ বিষয়ে দিয়া স্পষ্ট বিবৃতিখিনি কেতিয়াও কল্পনাপ্ৰসূত হ'ব নোৱাৰে। কাৰণ, মেগেস্থিনিচে যিজন ৰজাৰ প্ৰতিনিধি হৈ ভাৰতবৰ্ষলৈ আহিছিল, তেওঁ চন্দ্ৰগুপ্তৰ লগত ৰণত হাৰিছিল। ভাৰতত গ্ৰীকসকলৰ দৰে দাস প্ৰথা থকা হ'লে, চন্দ্ৰগুপ্তই বন্দী কৰা গ্ৰীক সেনাবোৰ দাস শ্ৰেণীৰ ভুক্ত হ'লহেতেন। ইয়াৰ বছৰচেৰেক আগতে আলেকজেণ্ডাৰে সীমান্ত প্ৰদেশ আৰু পঞ্জাবৰ এটা অঞ্চলত ৭০,০০০ হেজাৰতকৈও অধিক লোকক বন্দী কৰি তেওঁলোকক দাস কৰিছিল। গ্ৰীকদেশত এনেধৰণৰ পদ্ধতি প্ৰচলিত আছিল। কাৰণ জেনোফ'ণৰ দহহেজাৰ মানুহৰ প্ৰত্যেকেই সামৰিক অভিযানৰ কালত এজন বা দুজন দাস গ্ৰহণ কৰিছিল। তেওঁলোকৰ সেনাপতি চক্ৰেটিছৰ শিষ্য, সংস্কৃতবান ব্যক্তি আছিল। তেওঁ শেষৰ ফালে দাস আৰু ক্ষতি-পূৰণৰ অৰ্থে বন্দী ( ransom ) গোটাবৰ কাৰণে মানুহ ধৰাৰ অভিযান এটি চলাইছিল। তাৰ উদ্দেশ্য আছিল (হানি হোৱা) সম্পদৰ ঘাটি পূৰোওৱা। ডিঅড'ৰাচ ছিকিউলাচে মেগেস্থিনিচে বৰ্ণোৱা অৱস্থাৰ আদৰ্শ ৰূপ দি দাৰ্শনিক ব্যাখ্যা দিবলৈ যোৱাতহে যতমানে গণ্ডগোল আৰম্ভ হ'ল। তেওঁ লিখিছিল ঃ

"ভাৰতীয়সকলৰ মাজত ভালেমান বৈশিষ্ট্যপূৰ্ণ প্ৰথা আছে। তাৰে ভিতৰত এটা সঁচাকৈয়ে প্ৰশংসনীয়। এই প্ৰথাটো তেওঁলোকৰ প্ৰাচীন দাৰ্শনিকসকলে প্ৰচলন কৰা। এই আইনমতে তেওঁলোকৰ কোনো লোকেই কোনো অৱস্থাতে দাস নহয়। কিন্তু মুক্তি উপভোগ কৰিলেও তেওঁলোকে ইযাত সকলোৰে অধিকাৰ আছে বুলি মানি ল'ব লাগে, কিয়নো, মুক্তি সকলোৰে। তেওঁলোকৰ ধাৰণা মতে যিসকল মানুহে লোকৰ ওপৰত আধিপত্য কৰা নাই অথবা আনৰ ওচৰত নতি স্বীকাৰ কৰা নাই, সেইসকলে ভাগ্যৰ সকলো বিড়ম্বনা অতিক্ৰম কৰিব পৰাকৈ জীৱনক ভালদৰে প্ৰস্তুত কৰি ল'ব পাৰে। কাৰণ, তেওঁলোকৰ মতে যি আইনে সকলোকে সমানে বন্ধন ভুক্ত কৰে অথচ সম্পত্তিৰ ক্ষেত্ৰত অসমান বিতৰণৰ স্বাধীনতা দিয়ে সেই আইন যুক্তিসঙ্গত আৰু ন্যায়সঙ্গত। ( Meg. 38 ; Dio ; Sic 11. 39 text E Schwanbeek, Bonn 1846 )"

ডিঅড'ৰাচৰ এই বৰ্ণনা সম্পূৰ্ণ আদৰ্শমূলক হোৱাৰ কথা মন কৰিবলগীয়া, কাৰণ, তেওঁ দাস-প্ৰথাৰ বিৰোধিতা কৰিছিল। আনহাতে ভাৰতীয় দাৰ্শনিকসকলে

কোনোদিনে সামাজিক অসমতাৰ কথা লৈ মূৰ ঘমোৱা নাছিল। কাৰণ, জাত প্ৰথাই সমাজত তেনে অসমতাৰ সৃষ্টি কৰিছিল। 'শ্ৰমণিক' আত্মত্যাগৰ বলেৰেহে মাথোন জনদিয়েক লোকে এনে অসমতাৰ উৰ্দ্ধলৈ উঠিব পাৰিছিল। তদুপৰি ওপৰোক্ত ইংৰাজী অনুবাদত দোষ থকা অথবা ছপা নিখুঁত নোহোৱা হেতুকেও বেমেজালি ঘটিছে। গ্ৰীক শব্দ 'euethes' আৰু exousias anomalous ক লেটিন stultum আৰু 'in ae qualifatem facultanum' অনুবাদ কৰিলেহে শুদ্ধ হৈছে বুলি গণ্য কৰিব পাৰি, ওপৰৰ ( অনূদিত ) উদ্ধৃতিত দাগ দিয়া ইংৰাজী বাক্যাংশ দুটাই উক্ত গ্ৰীক শব্দ দুটাৰ অৰ্থ সিমান শুদ্ধকৈ বহন কৰা নাই। তাৰ ওপৰত হাত ফুৰালে অনুবাদৰ শেৰ বাক্যটো এনে ধৰণেৰে শেষ হ'ব: 'যি আইনে সকলোকে সমানে বান্ধে অথচ যি আইনে সুবিধাৰ অসমান বিতৰণ কৰিবলৈ স্বাধীনতা দিয়ে তেনে আইন ৰচনা কৰা মূৰ্খামি মাথোন।' পিছে কথা হ'ল, গ্ৰীকসকলেও ডিঅ-ডৰাচে আগবঢ়োৱা দাস-প্ৰথা সমস্যাৰ সমাধান মানি নল'লে আৰু ভাৰতীয়সকলেও নিজৰ অপৰিপক্ক মনোভাৱ ত্যাগ কৰি গ্ৰীকসকলে আগবঢ়োৱা প্ৰাকৃতিক ঘটনাৰ যুক্তিসম্মত বিচাৰ ধাৰা গ্ৰহণ নকৰিলে। কাৰণ, বৈজ্ঞানিক ভাৱধাৰাৰ দ্বাৰা অনু-প্ৰাণিত গ্ৰীকসকলে ভাৰতীয় দাৰ্শনিকৰ প্ৰাকৃতিক ঘটনাৰ ব্যাখ্যা বৰ অপৰিপক্ক বুলি বিবেচনা কৰিছিল। দুয়োক্ষেত্ৰতে মত নমনাৰ কাৰণ একে। এনে নতুন মত গ্ৰহণৰ দ্বাৰা প্ৰতিষ্ঠিত শ্ৰেণীবোৰে একো লাভ কৰিব নোৱাৰিলেহেঁতেন, আনহাতেদি এখন সমাজৰ পণ্য দ্ৰব্য উৎপাদন-ব্যৱস্থাৰ অৱস্থা আনখনৰপৰা সম্পূৰ্ণ বেলেগ আছিল।

৭·৩ চন্দ্ৰগুপ্ত আৰু বিন্দুসাৰৰ উত্তৰাধিকাৰী ৰজাজনে নিজৰ বাণী শিলত লিপিবদ্ধ কৰি গৈছে। অশোকৰ নিৰ্দেশবোৰ থকা এই লিপিবোৰ বিশেষভাৱে উল্লেখযোগ্য। অশোকৰ আজ্ঞপ্তিবোৰ যিকোনো দেশৰ ফলি বিজ্ঞানৰ বাবে উল্লেখযোগ্য বিষয় হ'লহেঁতেন। প্ৰাক অশোক যুগৰ বৰ বৰ ইটাৰে সজা যিবোৰ স্তূপ আৰু ঘৰ পোৱা গৈছে, সেইবোৰৰ লগত অশোকৰ দিনত নিৰ্মিত বৃহৎ ঘৰবোৰৰ তুলনা কৰিবই নোৱাৰি। পাটনাত থকা ( কুম্ৰহৰ ) মৌৰ্য প্ৰাসাদটো দেখি পঞ্চম শতিকাৰ আগভাগত চীনদেশৰ তীৰ্থযাত্ৰীসকলো মুগ্ধ হৈছিল। দুৰ্ভাগ্যবশতঃ পিছৰ দুশ বছৰৰ ভিতৰত জুই লাগি সেই প্ৰাসাদটো ধ্বংস প্ৰাপ্ত হ'ল। বৃহৎ শিলৰ খুটাবোৰ জল-ঘাই কোমল মাটিৰ এশফুট বা ততোধিক দ-লৈ সোমাই গ'ল বুলি অনুমান কৰা হয়। এই বৃহৎ খুটাবোৰৰ আধা কাঠৰ বীমৰ ( চ'তি ) ওপৰত থিয় হৈ আছিল। কিন্তু আধুনিক পুৰাতত্ত্বই এই অনুমান সঁচা বুলি ক'ব নোখোজে

( IAR, 1955 পৃঃ 19 )। অশোকৰ দিনৰ গ্ৰেণাইট শিলৰ স্তম্ভবোৰৰ উজ্জ্বল মসৃনতাৰ কথা চীন পৰিব্ৰাজকসকলে দেখিছিল আৰু তাৰ কথা কৈ গৈছিল। কিন্তু য়ুৰোপীয় পাঠকসকলে এনে কথা এসময়ত অসম্ভৱ বুলি ইঁহি উৰুৱাই দিছিল। শেহত কানিংহামে কৰা খনন কাৰ্যই যেতিয়া এই কথাৰ সত্যতা প্ৰমাণিত কৰিলে তেতিয়াহে তাক সকলোৱে গ্ৰহণ কৰিলে। কানিংহামে সাৰনাথত উক্ত খনন কাৰ্য কৰিছিল। তাত ওলোৱা সিংহ স্তম্ভটো ( Capital ) আজিও পৃথিবীৰ এটা শ্ৰেষ্ঠ কলা সম্পদ বুলি পৰিগণিত, যদিও সময়ৰ প্ৰভাৱ, প্ৰকৃতি, বিৰোধী মনোভাৱাপন্ন দৰ্শক আৰু চোৰৰ আক্ৰমণৰ কোবত লোৰ কেঁপিটেলৰ ওপৰত থকা সাৰ্বভৌমত্বৰ চিনস্বৰূপ চক্ৰটো তাৰপৰা ভাগি পৰিল। বাস্তৱিকতে এই লোৰ কেঁপিটেলটি ভাৰতৰ জাতীয় প্ৰতীক হ'বৰ বাবে উপযুক্ত বস্তু। তথাপি অশোকৰ কীৰ্তিসমূহৰ ভিতৰত শিলালিপিৰ কথাবোৰহে আটাইতকৈ আকৰ্ষণীয় বস্তু, এই কথাবোৰত সম্ৰাটৰ মনস্কামনা প্ৰকাশ পোৱাৰ উপৰিও এইবিলাকে আধুনিক সমীক্ষকৰ ওপৰত অসীম প্ৰভাৱ বিস্তাৰ কৰি আহিছে। এই শিলালিপিবোৰ পঢ়া সঁচাকৈয়ে দুৰুহ কাৰ্য। ভাবি চাবলৈ গ'লে একেটা পুৰুষৰ ভিতৰতে ইজিপ্তীয় চিত্ৰাক্ষৰ আৰু বেবিলন এছিৰিযাৰ প্ৰথম 'কুনিফম' বা বানমুখী লেখাৰ জ্ঞান আহৰণ কৰাৰ উপৰিও অশোকৰ লিপি পঢ়ি সেইবোৰৰ অৰ্থ ধৰিব পৰাটো[৫] বাস্তৱিক পক্ষে মানুহৰ এটি ডাঙৰ কৃতিত্ব। আলেকজেণ্ডাৰৰ ওপৰত ৰচনা কৰা গ্ৰন্থ আৰু ধ্বংস নোহোৱাকৈ থকা মেগেস্থিনিচৰ অৱশিষ্ট লিখনিৰপৰা মগধৰ এই শাসকগৰাকীৰ বিষয়ে যি জ্ঞান লাভ কৰা যায় তাৰ তুলনাত এই শিলালিপিবোৰৰ কথা বহুত বেলেগ। সেই কাৰণে সেইবোৰ থুলমূলভাৱে পঢ়ি চোৱাটো আমাৰ কৰ্তব্য।[৬] এখন ফলিত আছে ঃ

"( RE 1 ) ঃ দেৱতাসকলৰ প্ৰিয় ৰজা পিয়দাসিয়ে ধৰ্মৰ এই অভিজ্ঞপ্ত লিখাইছে—ইয়াত ( মোৰ ৰাজ্যত ) কোনো জীৱক হত্যা কৰিব নোৱাৰে বা বলি

---

৫। J. Prinsep এ নিজৰ আবিষ্কাৰসমূহৰ বিষয়ে (JASB 1937-8) দুটা ভাল প্ৰবন্ধ লিখিছে। আজিও এই দুটা প্ৰবন্ধ পঢ়িবলৈ ভাল লাগে।

৬। অশোকৰ শিলালিপি বিলাকৰ বাবে Corpus Inscriptionum Indicarum (I E Hultzsch, ( Oxford 1925; for the Government of India ) গ্ৰন্থ পঢ়ক। Rp PE ৰ অৰ্থ হ'ল—Rock Pillar আৰু Pillar Edict. E, Senart ৰ Les Inscriptions de Piyadasi (2 vol, Paris 1881-6); আৰু F, W, Thomas ৰ প্ৰবন্ধ JRAS, 1914, 383-395 পঢ়ক; তেওঁৰে প্ৰবন্ধ JRAS 1916, 677-698 আৰু ধৰ্মানন্দ কোসম্বিৰ (IA 32, 1910, 217) প্ৰবন্ধ পঢ়িব।

দিব নোৱাৰে। কোনো সমাজ ( বা উৎসৱৰ মেল ) ইয়াত বহুবাৰ নোৱাৰে। কাৰণ দেৱতাসকলৰ প্ৰিয় পিয়দৰ্সিয়ে এনে উৎসৱৰ মেলবোৰত যথেষ্ট কু-কৰ্ম দেখিবলৈ পায়। তথাপি কিছুমান উৎসৱৰ মেলক পিয়দৰ্সিয়ে পুণ্যকৰ্ম বুলি বিবেচনা কৰিছে। ......পূৰ্বতে ৰজা পিয়দৰ্সিৰ পাকঘৰত আজ্ঞা ৰাখিবলৈ দৈনিক হেজাৰ হেজাৰ প্ৰাণী বধ কৰা হৈছিল। কিন্তু এতিয়া আজ্ঞাৰ বাবে মাত্ৰ তিনিটা প্ৰাণী মৰা হয়। হৰিণা অৱশ্যে সদায় মৰা নহয়। ভৱিষ্যতে এই তিনিটা প্ৰাণীকো বধ কৰিব নোৱাৰিব।"

এই কথাখিনি বিবেচনা কৰোঁতে প্ৰথমতে আমাৰ মনত প্ৰশ্ন জাগে কি কাৰণে আশোকে প্ৰথমবাৰৰ কাৰণে ৰাজহুৱাভাৱে স্থায়ী ৰূপত এইবিলাক নিৰ্দেশ দিয়াটো উচিত বুলি বিবেচনা কৰিছিল। এই কথা নকৈ তেওঁ আন কথাওতো ক'ব পাৰিলেহেঁতেন। আজিকালিৰ য়ুৰোপীয় বুৰঞ্জীবিদসকলৰ মতে অশোকৰ ফলি লিখাৰ ধৰণ, সিংহস্তম্ভ, কালৰ বুকুত লুপ্ত হৈ যোৱা তেওঁৰ প্ৰাসাদ—এই সকলো-বোৰৰ আঁহি গ্ৰহণ কৰিছিল পাৰস্যৰাজ ডৰিয়ুচৰ ফলি আৰু প্ৰাসাদ আদিৰপৰা। অশোকে ডৰিয়ুচৰ ফলিসমূহ নিশ্চয় দেখা নাছিল। আনহাতে ডৰিয়ুচৰ প্ৰাসাদটো আলেকজেণ্ডাৰে পতা কোনোবা এটা উৎসৱৰ সময়ত জুই লাগি ধ্বংসপ্ৰাপ্ত হৈছিল। অশোকৰ স্থাপত্য কলা ভাৰতীয় কাঠৰ কামৰ ওপৰত ভেটি কৰি ৰচিত। ফলিৰ সহজ সৰল ভাষাখিনিত ডৰিয়ুচৰ মহিমামণ্ডিত মনোভাৱ আৰু ধ্বনিপূৰ্ণ অলঙ্কাৰ-প্ৰধান বাক্য নাই। কাৰণ ডৰিয়ুচে কৈছিল,—"মই মহাৰাজ, ৰাজাধিৰাজ, বিভিন্ন জাতিৰ দ্বাৰা অধ্যুষিত ৰাজ্যৰ অধীশ্বৰ, সুদূৰ ব্যাপ্ত এই শক্তিশালী পৃথিৱীৰ ৰজা · ·। অহুৰমাজদাৰ ইচ্ছানুসৰি মই এই স্থানক ( ছিন্ন ভিন্ন ধৰাক ) পুনৰ প্ৰতিষ্ঠা কৰিলোঁ।" অশোকে ক'তো সৰ্বশক্তিমান ঈশ্বৰৰ লগত বিশেষ সম্পৰ্ক ৰক্ষাৰ কথা কোৱা নাই, তেওঁ নিজৰ বংশ গৌৰৱ অথবা ৰাজ্যজয়ৰ কথাও বখনা নাই। ইয়াৰ ভাৱ খুব স্পষ্ট। বৈদিক বলিদান প্ৰথা নিষেধ কৰাই মাগধী ধৰ্ম আন্দোলনৰ উদ্দেশ্য আছিল; অশোকৰ ফলিত সেই ধৰ্মাজ্ঞাপ্তিয়ে পূৰ্ণতা লাভ কৰে। পশুচাৰণ অৰ্থনীতিৰ অৱসান ঘটাৰ লগে লগে বলিদানৰ প্ৰথাও নাইকিয়া হ'বলৈ ধৰিলে। লগে লগে ক্ষুদ্ৰ ৰাজ্যবিলাকৰো অৱসান ঘটে। সেই সময়ত পূৰ্বযুগৰ অৱশিষ্ট স্বৰূপ থিবোৰ বন্ধনমুক্ত উল্লাসপূৰ্ণ উৎসৱ প্ৰতিপালিত হৈছিল সেইবোৰত (Arth 1 21. 2. 25. 5. 2.; ধৰ্মানু-ষ্ঠানৰ উল্লেখ-13 5 ) জন্তু বধৰ প্ৰথাও নিষিদ্ধ কৰা হৈছে। সেইদৰে সেনা-সকলৰ বাবেও এই নিষেধাজ্ঞা প্ৰৱৰ্তিত হৈছিল (. Arth 10, 1 )। সেই

সমাজবোৰ থাকিবলৈ দিয়া হ'লে বলিদাম প্ৰথাবোৰো থাকিলহেঁতেন। আজিকালিও ঠায়ে ঠায়ে এই সমাজ আছে। বেতালৰ আগত দিয়া বলিদানৰ কথা দ্বিতীয় অধ্যায়ত বৰ্ণনা কৰা হৈছে। বছৰি বছৰি হোৱা ভাওৰ হোলী উৎসৱো এনে ধৰণৰ এটি উৰ্বৰীকৰণৰ উৎসৱ; এই উৎসৱৰ জন্ম হয়তো শেষ প্ৰস্তৰ যুগত। এই উৎসৱত বলিদান নহলেও, অশ্লীল চিঞৰ-বাখৰ, মদ্যপান আৰু মৌজ লগোৱাৰ ব্যৱস্থা আছে। মধ্য-প্ৰস্তৰ যুগৰ ধ্বংসাৱশেষ স্বৰূপ ছাইৰ বৃহৎ দ'ম, (যজ্ঞত বলি দিয়া) জন্তুৰ কেতবোৰ হাড় আৰু ৰৰযুণ পৰি ঘন হোৱা মাটিৰ স্তৰ দেখি ধৰিব পাৰি যে একে টুকুৰা ঠাইতে[১] বছৰি বা নিৰ্দ্ধাৰিত সময়ৰ মূৰে মূৰে হোৱা উৎসৱবোৰত বৃহৎ মৌজ পতাৰ নিয়ম আছিল আৰু তাত বলিদান দিয়া হৈছিল। এই সময়তে যে কৃষিমূলক অৰ্থনীতিৰ জয় হৈছিল তাক আমি সহজে ধৰিব পাৰোঁ। পশুচাৰণ-যুগৰ জীৱন আৰু পূজা-পাতলবো এই সময়তে পূৰ্ণ অৱসান হয়।

(RE 2) 'দেৱতাসকলৰ প্ৰিয়ৰজা পিয়দসিৰ ৰাজ্যৰ সকলোতে আৰু তেওঁৰ সীমান্ত ৰাজ্যবাসী চোড়, পাণ্ড্য, ক্ষতিয়পুত্ত আৰু কেৰলপুতসকলৰ মাজত, তাম্ৰপৰ্ণি আৰু যৱন (য়োনৰাজ) অন্তিয়কৰ ৰাজ্যত আৰু এই অন্তিয়ক ৰজাৰ ওচৰ-চুবুৰীয়া ৰজাৰ ৰাজ্যতো দেৱতাসকলৰ প্ৰিয়ৰজা পিয়দসিয়ে দুই ধৰণৰ চিকিৎসা প্ৰৱৰ্তন কৰিছে। এবিধ চিকিৎসা মানুহৰ বাবে, এবিধ চিকিৎসা জন্তুৰ বাবে। য'তে মানুহ আৰু গৰু-ম'হৰ বাবে উপকাৰী দৰৱৰ গছৰ অভাৱ ঘটিছে, তাতে তেওঁ নতুন গছ ৰোৱাইছে অথবা তেনে গছ আন ঠাইৰপৰা অনোৱাইছে। আলি-বাটৰ দাঁতিত কুৱা খন্দা হৈছে আৰু গছ ৰোপণ কৰা হৈছে। গৰু, ম'হ আৰু মানুহৰ ব্যৱহাৰৰ বাবে এই ব্যৱস্থা।'

এই ধৰ্ম-কাৰ্যৰ গুৰুত্ব তাৰ অন্তৰ্নিহিত উদ্দেশ্যত। প্ৰথমতে লক্ষ্য কৰিব-লগীয়া বিষয় হ'ল, মৰ্যাদাত মগধৰ সাৰ্বভৌম ৰজাৰ লগত বিজাব পৰা আন কোনো এজন ৰজা ভাৰতবৰ্ষত নাছিল: ওপৰোক্ত ফলিত দিয়া সকলো ভাৰতীয় নামেই হয় জনজাতিৰ, নহয় কোনো বিশেষ প্ৰান্তৰ। 'এইবোৰত নিশ্চয় ৰজা আছিল' বুলি ধৰি ল'ব পাৰি। আধুনিক ভাৰতীয় বুৰঞ্জীবিদে আলেকজেণ্ডাৰৰ গ্ৰীইবেল শত্ৰু-বোৰকো ৰজা নামেৰে অভিহিত কৰিছে। কিন্তু এওঁলোকে বোধহয় নাজানে যে উক্ত জনজাতীয় মূৰব্বীসকলে সময়ত বংশানুক্ৰমে শাসন লাভ কৰিলেও কোনো অৱস্থাতে সাৰ্বভৌম শাসক হোৱা নাছিল। এই জনজাতীয় অঞ্চলবোৰত কেতিয়াবা

১। Journal of the Archaeological Survey, Hyderabad vol. 11.

মুৰব্বীসকলক নিৰ্বাচিত কৰি লোৱা হৈছিল। অশোকে গ্ৰীক ৰজাসকলক ৰজা নামেৰে অভিহিত কৰা বাবে এই সূক্ষ্ম পাৰ্থক্যৰ কথা কোনেও বিবেচনা কৰা নাই। ১৩ নং শিলালিপিত ( RE 13 ) যিবোৰ গ্ৰীক নাম অশোকে উল্লেখ কৰিছে সেইবোৰ নাম মন কৰিলে ফলিখনৰ কাল খ্ৰীঃ পূঃ ২৫৮ৰ পাছত পেলাব নোৱাৰি। চীৰিণৰ মগছ এই চনতে পৰলোক প্ৰাপ্ত হয়। ফলিত অণ্টিয়কক ( 11, Theos ) 'সামন্ত' বা 'ওচৰচুবুৰীয়া ৰজা' বোলা হৈছে; কিন্তু ভাৰতীয় ওচৰ চুবুৰীয়াৰ ক্ষেত্ৰত সেই শব্দ ব্যৱহাৰ কৰা হোৱা নাই। এহেজাৰ বছৰৰ পিছত এনেবোৰ অঞ্চলৰ শাসকক 'বাৰখোৱা' ( feudatory ) বা কৰদাতা ৰজা বুলিলেহেঁতেন। ( জে, জে, মেয়েৰে অৰ্থশাস্ত্ৰ অনুবাদ কৰোঁতে[৮] ঠায়ে ঠায়ে উক্ত জনজাতীয় শাসকবোৰৰ ক্ষেত্ৰত এনে শব্দ ব্যৱহাৰ কৰা দেখা গৈছিল। ) ফলিত উল্লিখিত কাৰ্যবিলাক কৰা হৈছিল আলিবাটৰ দাঁতিয়ে দাঁতিয়ে। আলিবাট মানেই হ'ল বাণিজ্য-পথ। এনে বাণিজ্য-পথবোৰ আছিল বহু পূৰ্বেই আৰম্ভ হোৱা মাগধী বাণিজ্যৰ অতি আৱশ্যকীয় সহায় স্বৰূপ। অশোক স্তম্ভ লিপি (PE 7) অনুসৰি এক যোজনৰ অন্তৰে অন্তৰে কুঁৱা খন্দা, আম আৰু ( বাটৰুৱা জিৰাবৰ বাবে ) অন্যান্য গছৰ কুঞ্জ পতাৰ ব্যৱস্থা কৰা হৈছিল। এই ব্যৱস্থা যুক্তিসন্মত। এক যোজনৰ অৰ্থ হৈছে কান্ধত যুঁৱলি লগোৱা আৰু যুঁৱলি সোলোকোৱাৰ মাজৰ কাল-ছোৱাত এহাল গৰুৱে গাড়ী টানিব পৰা দূৰত্ব। শ্ৰাৱস্তীৰপৰা তক্ষশীলালৈ ১৪৭ যোজন বুলি কোৱা হৈছিল। আজিকালিৰ জোখমতে এক যোজন মানে হ'ল

। অৰ্থশাস্ত্ৰৰ পাঠৰ বাবে মই খাইকৈ T. Ganapati Sastri ৰ তাণ্ডৱণত বেছি নিৰ্ভৰ কৰিছোঁ। ( ১৯২৩ চনৰপৰা আৰম্ভ কৰি ত্ৰিৱান্দমত তিনিটি গ্ৰন্থমালাত ই প্ৰকাশিত হয়। ত্ৰিৱান্দম্ সংস্কৃত গ্ৰন্থমালা, নং 79,80,82)। অৰ্থশাস্ত্ৰৰ আৱিষ্কৰ্তা R, Shamasatryৰ (2nd ed, Mysore 1924) তাণ্ডৱণটোত মই বৰ নিৰ্ভৰ কৰা নাই। শামশাস্ত্ৰীৰ তিনিখন গ্ৰন্থত প্ৰকাশিত শব্দসূচী ( অৰ্থশাস্ত্ৰ; মহীশূৰ, ১৯২৫ ) অত্যাৱশ্যকীয় সমল। গ্ৰন্থৰ খাই অধ্যায়ৰ ( 21 ) বাবে মই পাটন জৈন ভাণ্ডাৰ তাল পত্ৰৰ অংশবিশেষৰ পাঠ আৰু যোগঘমই কৰা তাৰ টীকা গ্ৰহণ কৰিছোঁ। মুনি জিনবিজয়ে এই পাঠৰ সম্পাদন আৰু মুদ্ৰণ কৰিছে। কিন্তু এতিয়াও প্ৰকাশ হোৱা নাই। মুনিয়ে মোক ছপা পাঠ এটা দিছিল। I, I, Meyerৰ নিৰ্ভৰযোগ্য অনুবাদ : Das altindische Buch Vom Weltund Stqatsleben (Leipzig, 1926); এইখন অত্যাৱশ্যকীয় গ্ৰন্থ। অৱশ্যে সৰ্বমান্য গ্ৰন্থ নহয়। শামশাস্ত্ৰীৰ খনতকৈ (3rd ed Mysore 1929) তথাপি ভাল। F. Breloer ৰ যত্নসাধ্য আৰু বিৰাটকায় গ্ৰন্থখন (Kautaliya studien—(Bonn 1926, 1928) কামত নালাগে। ই কিছুক্ষেত্ৰত ভ্ৰান্তিকৰো, কাৰণ বিচাৰ বিষয়ক মন্ত্ৰবোৰৰ ব্যাখ্যা দিওতে সামাজিক উৎপাদন ব্যৱস্থাৰ পৰিবৰ্তনৰ লগে লগে প্ৰসঙ্গ সলনি হোৱাৰ কথা মুঠেই বিবেচনা কৰা নাই।

৪½ৰপৰা ৯ মাইলৰ ভিতৰত। অশোকৰ দিনৰ বাণিজ্য পথবোৰ আৰু (তাৰ দাঁতিত থকা) বণিজ-দ্ৰব্য পৰিবহন কৰা গাড়ীসমূহ (অথবা বণিকৰ দল) জিৰোৱা ঠাইবোৰ বিচক্ষণ পুৰাতত্ত্ববিদে আজিও চিহ্নিত কৰিব পাৰে। অশোকৰ শাসনৰ প্ৰভাৱত ভাৰতৰ জনজাতিবোৰে ৰাজত্ব সংগঠন অথবা পৰিবৰ্তন কৰিবলৈ সমৰ্থ হৈছিল। আনহাতে অশোকৰ প্ৰশান্ত স্বভাৱ দেখি নিশ্চিন্ত মনেৰে গ্ৰীক ৰজাসকলে নিজৰ ভিতৰতে যুঁজ কৰিবলৈ আৰম্ভ কৰিছিল।

(RE 3) "মই ৰাজপাটত অভিষিক্ত হোৱাৰ যোতিয়া দ্বাদশ বছৰ হয় তেতিয়া মই এই আদেশ দিছিলো : মোৰ ৰাজ্যৰ সকলো ঠাইতে যুক্ত, ৰজুক আৰু প্ৰাদেশিকসকলে তেওঁলোকৰ নিজ দায়িত্বাধীন এলেকাত প্ৰত্যেক পাঁচ বছৰে বছৰে তলত দিয়া উদ্দেশ্য সাধন কৰাৰ মানসেৰে সম্পূৰ্ণৰূপে ভ্ৰমণ কৰিব ;—নিম্নলিখিত ধৰ্মশিক্ষা আৰু অন্যান্য কৰ্তব্য পালন কৰাটো তেওঁলোকৰ উদ্দেশ্যৰ ভিতৰত পৰিব। 'পিতৃ-মাতৃৰ বাধ্য হোৱাটো পুণ্যৰ কাম। বন্ধু, চিনাকি লোক, মিতিৰ-কুটুম, ব্ৰাহ্মণ-শ্ৰমণক উদাৰতা দৰ্শোৱাটো পুণ্যৰ কাম। জন্তু বধ নকৰাটো পুণ্যৰ কাম। খৰছত মিতব্যয়িতা আৰু অধিকাৰ লাভত সংযম পুণ্যৰ কাম।' (মন্ত্ৰী) সভাই আদেশ দি 'যুক্তসকলৰ হতুৱাই (এই নীতিবোৰ) আক্ষৰিকভাবে শুদ্ধকৈ (আৰু যুক্তিসহ) নিবন্ধ-ভুক্ত কৰিব।"

অশোকে বৌদ্ধধৰ্ম গ্ৰহণ কৰাৰ ঘটনাটো সুঁৱৰি বহুতে তেওঁক ৰোম-সম্ৰাট কনষ্টেন্‌টিনৰ লগত ৰিজায়। আন এটি কাহিনীয়ে এই ৰিজনিত বল যোগায়। কাহিনী মতে খ্ৰীষ্টীয় সম্ৰাটজনাই পুতেক ক্ৰিছপাচক যেনে ব্যৱহাৰ কৰিছিল, ঈৰ্ষান্বিতা সম্ৰাজ্ঞীৰ প্ৰৰোচনাত অশোকেও পুতেক কুণালক তেনে ব্যৱহাৰ কৰিছিল। কিন্তু আমি কনষ্টেন্‌টিনৰ ফলি পঢ়িলে তাত অশোকৰ ফলিৰ দৰে নীতিবোধৰ প্ৰাধান্য নাপাওঁ। কিছুমানে কোৱাৰ দৰে অশোকক ধাৰ্মিক হোজা বুলিও ধৰিব নোৱাৰি, কাৰণ তেনে হোৱা হ'লে সেই সময়ত তেওঁক বলেৰে অথবা স্ব ইচ্ছাৰে সিংহাসন ত্যাগ কৰোৱাবলৈ যথেষ্ট সহজ কাম হ'লহেঁতেন ; কিয়নো খ্ৰীঃ পূঃ পঞ্চম শতিকাৰপৰা সিংহাসন চ্যুতিৰ এনে এটা ঐতিহ্য ধাৰাবাহিকভাৱে চলি আহিছিল। কিন্তু অশোকক সিংহাসন চ্যুত কৰাৰ কোনো প্ৰমাণ আমি নেপাওঁ। তেওঁৰ মৃত্যুৰ পঞ্চাশ বছৰ পিছত সেনাপতি পুষ্যমিত্ৰই অস্ত্ৰ প্ৰয়োগ কৰি সম্ৰাট বৃহদ্ৰথক সিংহাসন চ্যুত কৰে। পিছত পুষ্যমিত্ৰৰ বংশৰ শেষৰজন শুঙ্গ ৰজাক তেওঁৰ ব্ৰাহ্মণ মন্ত্ৰীয়ে বধ কৰি বৈদিক উপদেশ আৰু ৰীতি ভঙ্গ কৰি সিংহাসনত উঠে। আনহাতে দেখা যায় অশোকৰ ওচৰ-চুবুৰীয়া প্ৰতাপী গ্ৰীক ৰজাসকলে

আলেকজেণ্ডাৰক অনুকৰণ কৰি তেওঁৰ ৰাজ্য আক্ৰমণ কৰিবলৈ অহা নাছিল। দুই পুৰুষৰ পিছত এই ৰজাসকলতকৈ দুৰ্বল যৱনসকলে হ'লে ভাৰত আক্ৰমণ কৰিবলৈ সাহ কৰিছিল। সেইবাবে অশোকৰ উপদেশবোৰক ধৰ্মাতীত দৃষ্টিৰে চাব লাগিব; বিশেষকৈ এইবিলাকত যেতিয়া একো নিৰ্দিষ্ট বৌদ্ধ লক্ষণ দেখা পোৱা নাযায়। গতিকে আমি ধৰি ল'ব লাগিব সম্ৰাটৰ ধৰ্মান্তৰ গ্ৰহণ-কাৰ্য ব্যক্তিগত নহয়; ই হৈছে আগৰ গোটেই ৰাজ্যখনৰে ৰূপান্তৰ কাৰ্য। নতুন শ্ৰেণী-বিন্যাস আৰু সমাজৰ লগত খাপ খুৱাই এটা নতুন ৰাষ্ট্ৰযন্ত্ৰ তৈয়াৰ কৰাই ইয়াৰ লক্ষ্য। বিশেষকৈ মন কৰিবলগীয়া হৈছে নিম্নতম খৰছ আৰু নিম্নতম অধিকাৰৰ উপদেশ। তেওঁৰ দিনৰ মুদ্ৰাবোৰত মূল্যবান ধাতুৰ পৰিমাণ কমি গৈছিল আৰু সেইবোৰ লবালৰিকৈ নিৰ্মাণ কৰা হৈছিল। গতিকে বুজা যায় যে, সেই সময়ত ৰাষ্ট্ৰৰ ভিতৰত অতিশয় অৰ্থনৈতিক দুৰৱস্থাৰ উদ্ভৱ হৈছিল। ধন গৃহস্থই সাঁচক বা বেপাৰীয়েই সাঁচক তাৰ ফলত নাটনি ঘটিবলৈ বাধ্য, আৰু এনে নাটনিৰ সময়ত বণিকৰ হাতত যথেষ্ট ক্ষমতা কেন্দ্ৰীভূত হয়গৈ। সম্ভৱতঃ দাক্ষিণাত্যত যিবোৰ নতুন ৰাজ্যৰ সৃষ্টি হ'ল, সেইবোৰক (ধন) যোগাবলৈ পণ্য উৎপাদনৰ প্ৰাচীন কেন্দ্ৰবোৰৰ যোত্ৰ নাছিল। সেই সময়ৰ বিষয়াৰ জাত দুটি মেগেস্থিনিচে বৰ্ণোৱা মতেই আছিল। অকল মেগেস্থিনিচেই নহয়, অৰ্থশাস্ত্ৰইও এই দুটা (জাতৰ) নামৰ কথা সমৰ্থন কৰা যেন বোধ হয়ঃ

(RE 4) "বহুত হেজাৰ বছৰ এনে ধৰণৰ (কথা) নাছিল, এতিয়া দেৱতাসকলৰ প্ৰিয় পিয়দসিৰ ধৰ্মোপদেশসমূহৰ মাৰ্জোদ তলত দিয়া নিৰ্দেশবোৰ প্ৰৱৰ্তিত হৈছে,—জন্তু বধ ত্যাগ, জীৱন্ত প্ৰাণীৰ হিংসা ত্যাগ, মিতিৰ-কুটুম আৰু ব্ৰাহ্মণ-শ্ৰমণক বিনয় প্ৰদৰ্শন, আই বোপাইৰ প্ৰতি আনুগত্য, বৃদ্ধৰ প্ৰতি আনুগত্য ....(RE 5) আগৰ যুগত ধৰ্মৰ মহামাত্ৰ (মহামন্ত্ৰী) নাছিল। ময়েই সিংহাসনত অভিষিক্ত হোৱাৰ ত্ৰয়োদশ বছৰত এনে মহামাত্ৰ নিযুক্ত কৰিলোঁ। (আনকি) যৱন (য়োন), কম্বোজ, গন্ধাৰ আৰু মোৰ (ৰাজ্যৰ) অন্যান্য পশ্চিমীয়া সীমান্তবাসী প্ৰজাসকলৰ ভিতৰত যিসকল ধৰ্মানুৰাগী, তেওঁলোকৰ মঙ্গল আৰু সুখৰ অৰ্থে 'ধৰ্ম' প্ৰচাৰৰ অৰ্থে আৰু 'ধৰ্ম' সংস্থাপনৰ অৰ্থে সকলো সম্প্ৰদায়ৰ লগত তেওঁলোক লাগি আছে। তেওঁলোকে প্ৰভু আৰু ভৃত্য, উচ্চতম ব্ৰাহ্মণ আৰু নিম্নতম ইভ্য জাতি, সৰ্বহাৰা আৰু বৃদ্ধ সকলোৰে লগত লাগি আছে। ......তেওঁলোকে বন্দীকো (টকাৰে) সহায় কৰাত নিমগ্ন আৰু বন্দীসকলৰ যিসকল সপুত্ৰক, মনৰ কষ্টত ভুবুলা অথবা বৃদ্ধ সেইসকলক বন্ধন-ৰহিত কৰি

মুক্তি দিয়ে। ...(RE 6) অতীত কালত কাৰ্য সম্পাদন ব্যৱস্থা অথবা কাৰ্য বিবৰণী দাখিলৰ ব্যৱস্থা নাছিল। মই নিম্নলিখিত ব্যৱস্থাবোৰ এতিয়া লৈছোঁ। কাৰ্য বিবৰণীদাতাসকলে শীঘ্ৰে মোক ৰাইজৰ বিষয়সংক্ৰান্ত কথাৰ নিয়মিত বিবৰণী দিব লাগিব। মই য'তে নাথাকো কিয়—খাওঁতে, হাৰেমত থাকোঁতে, অন্তঃপুৰত থাকোঁতে, নিজ কক্ষত থাকোঁতে, শয্যাত কাঢ়িয়াই নিয়া অৱস্থাত থাকোঁতে বা উদ্যানত থাকোঁতে—সকলোতে, সকলো সময়তে মোক বিবৰণী শুনাব লাগিব। মই য'তে নেথাকো কিয়, তাৰেপৰাই ৰাইজৰ কাম কৰিম। আৰু যদি মন্ত্ৰীসভাত মোৰ মৌখিক ঘোষণা বা দান আৰু মহামাত্ৰক দিয়া জৰুৰী কাম লৈ মতান্তৰ ঘটে আৰু কোনোবাই সংশোধনী দিয়ে, তেন্তে তাক মোক য'তে ত'তে যি কোনো সময়তে শুনাব লাগে।"

গতিকে দেখা গ'ল, ৰজাই নকৈ ধৰ্মান্তৰিত হোৱা লোকৰ আবেগেৰে এই বিলাক 'ধৰ্ম' প্ৰচাৰ কৰা নাছিল, বৰং তেওঁ সম্পূৰ্ণ নতুন প্ৰশাসনীয় ব্যৱস্থাহে প্ৰবৰ্তন কৰিছিল। পিছৰ কালত এই ভাববোৰ বৰকৈ জনাজাত হলত তাৰ বিশেষ মহিমা নোহোৱা হ'ল। কিন্তু এই কথা ঠিক যে সাম্ৰাজ্যৰ প্ৰশাসকসকলে সেই সময়ত এই বৈপ্লৱিক পদ্ধতিৰ সাহায্য গ্ৰহণ কৰিছিল। ৭ নং শিলালিপিত (RE 7) আছে, 'দেৱতাসকলৰ প্ৰিয় ৰজা পিয়দসিয়ে সকলো স্থানতে সকলো সম্প্ৰদায় বাস কৰাটো কামনা কৰে'। এইটো শুনাত লঘু যেন বোধ হ'ব পাৰে কাৰণ অশেষ গুণাগঁথা কৰি এই উপদেশৰ অৰ্থ 'জনসাধাৰণক মুক্ত যাতায়তৰ অধিকাৰ প্ৰদানতকৈ অধিক একো কৰিব পৰা নাই। আচলতে 'ধৰ্মৰ সহায়ত সম্ৰাটে প্ৰৱৰ্তন কৰা নতুন প্ৰশাসন ব্যৱস্থাৰ এইটোৱেই আটাইতকৈ প্ৰভূত ফলদায়ক সুবিধা আছিল। 'ধৰ্মক' শব্দৰ অৰ্থ আজিকালি ধাৰ্মিক বুলি কোৱা হয়। কিন্তু মেনেন্দাৰৰ মুদ্ৰাত এই শব্দৰ গ্ৰীক ভাঙনি 'Dikaios' অৰ্থাৎ 'ন্যায়পৰায়ণ' কৰা হৈছে। ইয়াৰ আগলৈকে ৰাজাধিকাৰত থকা গাঁও অঞ্চললৈ ধৰ্মান্তৰকাৰী গুৰুসকলক যাবলৈ দিয়া হোৱা নাছিল। দেশৰ প্ৰায় সৰহভাগ অঞ্চলতেই তেতিয়া এনে ৰাজগ্ৰাম আছিল। ওপৰোক্ত আজ্ঞাপত্ৰত সকলো সম্প্ৰদায়ৰ ধৰ্মগুৰুক (এই গ্ৰামবিলাকলৈ যাবলৈ) উৎসাহ দিয়া হৈছিল। অশোকে বৌদ্ধধৰ্ম প্ৰচাৰ কৰা নাছিল, আনকি নীতিধৰ্মও প্ৰচাৰ কৰা নাছিল; মাত্ৰ স্বেচ্ছাচাৰী আইনৰ সহায়ক নগ্ন ক্ষমতাৰ ঠাইত ন্যায় আৰু সামাজিক নীতিবোধৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবলৈ বিচাৰিছিল। পৰিদৰ্শনমূলক ভ্ৰমণবোৰৰ যোগে তেওঁ পূৰ্বৰ চিকাৰ বা আমোদ আন তদ্ৰূপ বিনোদন কাৰ্যৰ ঠাইত প্ৰশাসনৰ এই নবীন 'ধৰ্ম' (RE 8) প্ৰৱৰ্তন কৰে। ভ্ৰমণকালত তেওঁ সকলো ঠাইতে ব্ৰাহ্মণ আৰু বিভিন্ন মতাৱলম্বী সন্ন্যাসীক দান দিছিল।

(RE 7) সপ্তম স্তম্ভলিপিত অশোকে এইবুলি ঘোষণা কৰিছিল,—"কিছুমান মহামাত্রক মই (বৌদ্ধ) সংঘৰ কামত লাগিবলৈ আদেশ দিছোঁ। সেইদৰে আন কিছুমানক ব্ৰাহ্মণ আৰু আজীৱিকসকলৰ সেৱাত লাগিবলৈ কৈছোঁ। আন কিছুমানক আকৌ নিগণ্ঠ (জৈন) সকলৰ কাম কৰিবলৈ দিছোঁ। আন কিছুমানক অন্যান্য সম্প্ৰদায়ৰ সেৱা কৰিবলৈ কৈছোঁ।" এনে ব্যৱস্থাৰ আৱশ্যক হৈছিল, কিয়নো ৰাষ্ট্ৰৰ সমৰ্থন পাই বিভিন্ন ধৰ্মমতৰ প্ৰচলন হোৱাৰ পিছত উত্তপ্ত ধৰ্মমূলক আলোচনাত নিযুক্ত বিভিন্ন সম্প্ৰদায়ে বাঞ্চিত সুখ আৰু মঙ্গলৰ ঠাইত অশান্তিৰহে সৃষ্টি কৰিব পাৰে। অশোকৰ বৌদ্ধধৰ্মৰ প্ৰতি অনুৰাগ আছিল, তাৰ প্ৰমাণ সাঁচি আৰু সাৰনাথৰ স্তম্ভ আৰু কলিকতা-বৈৰাটৰ শিলালিপিয়ে দিয়ে। এইবোৰ বৌদ্ধ সংঘৰ নামত উৎসৰ্গা কৰা হৈছিল। নেপালৰ লুম্মিনদেই গাৱঁলৈ তেওঁ নিজে আহি তাত পূজা কৰিছিল, কাৰণ এই গাওঁ বুদ্ধ শাক্য মুনিৰ জন্মস্থান। তাত তেওঁ এটা শিলাস্তম্ভ নিৰ্মাণ কৰিলে। কাৰণ, মঙ্গলময়ৰ জন্ম সেই ঠাইতে। লুম্মিনি গাৱঁক তেওঁ 'বলি'কৰৰপৰা মুক্ত কৰি দিয়ে। এই গাৱঁৰ ( শস্যৰ ) এক অষ্টমাংশ কৰ দিছিল। চেনাৰ্ট আৰু আন পণ্ডিতসকলে বুদ্ধক সূৰ্য উপাখ্যানৰ লগত সানি-পুৰ্টাক থ'ব খুজিছিল। কিন্তু এই শিলালিপিয়ে বুদ্ধক মাটিৰ মানুহ কৰি পেলালে। ই পালি পুথিবোৰৰ আখ্যানো সমৰ্থন কৰিলে। যোৱা ২৫০০ বছৰ ধৰি এখন ঘোকোট গাৱঁৰ নাম একেভাৱে থকাটো সঁচাকৈয়ে বিস্ময়কৰ ঘটনা। অৰ্থ শাস্ত্ৰত 'বলি' কৰৰ উল্লেখ আছে (ARTH 2. 6)। এই সময়তে সম্ভৱতঃ পোনপটীয়াভাৱে ৰাজ অধিকাৰত নথকা মাটিৰ বাবদ শস্যৰ এক ষষ্ঠাংশ কৰৰ ঠাইত এক অষ্টমাংশ কৰ প্ৰৱৰ্তিত হয়।

বৌদ্ধধৰ্মৰ ওপৰত এনে কিছুমান ঘটনাৰ প্ৰভাৱ পৰিল, বিবিলাকৰ ফল স্বৰূপে এখন সাৰ্বজনীন সাম্ৰাজ্যৰ জন্ম হ'ল। বৌদ্ধশাস্ত্ৰত বৰ্ণিত সাতজন বা ততোধিক 'পূৰ্ব বুদ্ধ'ৰ ভিতৰত কোনাকমনো এজন-; অশোকৰ নিগলীসাগৰ স্তম্ভলিপি মতে সম্ৰাটে অন্ততঃ এজনা পূৰ্ব বুদ্ধৰ নামত উৎসৰ্গিত এটা স্তুপক দুগুণ ডাঙৰকৈ পুনৰ নিৰ্মাণ কৰে। এই 'পূৰ্ব বদ্ধ'সকলৰ লগত পূৰ্ব তীৰ্থঙ্কৰসকলৰ যথেষ্ট সাদৃশ্য দেখা যায়। এইসকল বুদ্ধই এজনৰ পিছত এজনকৈ ( সম্ৰাট-সকলৰ দৰে ) উত্তৰাধিকাৰ সূত্ৰে ধৰ্মাধিকাৰ ভোগ কৰিছিল। ত্ৰিপিটক ( তিনি আটি', 'তিনি পাচি' নহয় ) নামেৰে যিখন সংগৃহীত বৌদ্ধ গ্ৰন্থ আছে, সেইখন বৌদ্ধ গ্ৰন্থৰ সূত্ৰবোৰত চক্ৰৱৰ্তিন আৰু চক্ৰৰ চালক বুদ্ধৰ মাজত সম্পূৰ্ণ সাদৃশ্য বৰ্তমান। পিছৰ ফালে মূৰ্তি শিল্পৰ দৃষ্টিৰপৰা চক্ৰ সম্ৰাট আৰু বুদ্ধ উভয়ৰে প্ৰতীক

স্বৰূপ হৈছিলগৈ। সমাজৰ পৰিবৰ্তন ঘটাৰ লগে লগে, গুৰুৰো ৰূপৰ পৰিবৰ্তন ঘটিল। প্ৰথমতে তেওঁ আছিল আপোনা আপুনি সংগঠিত হোৱা সংঘৰ পৰিচালনা কৰা সবল জনজাতীয় মুৰব্বীৰ সম মৰ্যাদাৰ লোক, পিছলৈ তেওঁ হ'ল অতি ওখ শাৰীৰ এজন ব্যক্তি আৰু সম্ৰাটৰ চিহ্নসূচক দিস্বয়। বৌদ্ধধৰ্মই সাম্ৰাজ্যৰ ওপৰত যিমান প্ৰভাৱ বিস্তাৰ কৰিবলৈ ল'লে, সাম্ৰাজ্যই বৌদ্ধধৰ্মৰ ওপৰত তাতকৈ অধিক প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে। পৰম্পৰা মতে বহুতো ৰাজকোঁৱৰ আৰু ৰাজকুঁৱৰীয়ে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিছিল বুলি ধৰা হয়; অৱশ্যে এই পৰম্পৰাবোৰ সৰ্বসন্মত নহয়; বহুতে ইয়াক বিশ্বাস নকৰে। অশোকৰ দিনত ৰাজকোঁৱৰ মহেন্দ্ৰ লঙ্কাদ্বীপলৈ গৈছিল। যাওঁতে যি জোপা পিপল গছৰ তলত বুদ্ধই বুদ্ধত্ব লাভ কৰিছিল সেইজোপা গছৰ ডাল লগত নিছিল। অনুমান অনুসৰি মগ্‌গলিপুত্ত তিছ্যৰ সভাপতিত্বত এখন তৃতীয় বৌদ্ধ মহাসভা এই কালতে বহিছিল। প্ৰথমখন মহাসভা বুদ্ধৰ মৃত্যুৰ পিছতে ৰাজগৃহত বহিছিল। দ্বিতীয়খন প্ৰায় এশ বছৰৰ পিছত বৈসালিত বহিছিল। তেতিয়া কালাশোকৰ ৰাজত্বকাল। এই কথা বৌদ্ধ পৰম্পৰাৰপৰা জনা যায়। আন এটা কথা মন কৰিবলগীয়া। ৰজা অজাতশত্ৰুৱে বৌদ্ধ ধৰ্মস্থানবোৰত পোন প্ৰথম স্মাৰক-স্তম্ভ নিৰ্মাণ কৰিছিল বুলি আৰু অশোকে সেইবিলাক বহুগুণে বৃদ্ধি কৰিছিল বুলি প্ৰবাদ আছে যদিও উভয়ৰে ৰাজত্ব কালৰ মধ্যৱৰ্তী কালছোৱাত আন ধৰ্মৰ লোকে ৰাজ অনুগ্ৰহ পোৱা দূৰৰ কথা, ৰাজদৰ্শন লাভ কৰিছিল বুলিও আমি ক'ব নোৱাৰো। আনহাতে মাগধী শিশুনাগ ৰজা-সকলক পুৰাণ লেখকসকলে ঘৃণাত আৰু ক্ৰোধত ক্ষত্ৰবান্ধৱঃ বুলি অভিহিত কৰিলেও তেওঁলোকে বৈদিক যাগ-যজ্ঞ কৰিছিল বুলি ক'তো আমি উল্লেখ নাপাওঁ। তেওঁলোক নাগবংশীয় হয়নে নহয় তাক বিবেচনা নকৰাকৈয়ে এই কথা আমি ক'ব পাৰো। আনহাতে জৈনসকলে চন্দ্ৰগুপ্ত বোলা প্ৰথম মৌৰ্য ৰজা এজনক জৈন ধৰ্মত দীক্ষিত কৰাৰ কথা কৈ গৰ্ব কৰিলেও, মৌৰ্য সম্ৰাটসকলে জৈন ধৰ্মৰ প্ৰতি বিশেষ অনুৰাগ দৰ্শাইছিল বুলি ক'ব নোৱাৰি। প্ৰায় খ্ৰীঃ পূঃ ৩০০-ত জৈনাচাৰ্য ভদ্ৰবাহুৰ লগত ভালেমান জৈনলোকে দক্ষিণলৈ গৈ কানাড়ী উপত্যকাত বসবাস কৰিছিলগৈ। তেওঁলোকৰ ঘাই পৃষ্ঠপোষক আছিল মাগধী সদাগৰসকল। হায়দৰাবাদ-মহীশূৰ অঞ্চলত শেষ প্ৰস্তৰ যুগৰেপৰা সোণ আৰু অন্যান্য বস্তুৰ উৎপাদন চলি আছিল, এইবিলাক বস্তুৰ বেপাৰ কৰিবলৈ সদাগৰসকল তালৈ গৈছিল। সেই অঞ্চলত বাস কৰা শেষ প্ৰস্তৰ যুগ আৰু আদি লৌহ যুগৰ মানুহে অশোকৰ শিলালিপি পঢ়িছিল। তেতিয়াও এই লোকসকলে বৃহৎ শিলৰ চটাৰে

কবৰ সাজিছিল। ব্ৰহ্মাগিৰিত তাৰ নিদৰ্শন এতিয়াও দেখা যায়। ভালেমান দিনলৈকে এনে ধৰণৰ শিলৰ কবৰ নিৰ্মিত হৈছিল।

ইয়াৰ আগতে ৰাজকাৰ্যত হিংসা পদ্ধতি প্ৰয়োগ কৰাৰ প্ৰমাণ পোৱা যায়। তলত দিয়া কথাবিলাকৰপৰা তাক জানিব পাৰি, ( RE 13 ) "দেৱতাসকলৰ প্ৰিয় ৰজা পিয়দসিয়ে অভিষেকৰ অষ্টম বছৰত কলিঙ্গ দেশ জয় কৰে। তাৰপৰা ১,৫০,০০০ লোকক তেওঁ স্থানান্তৰিত কৰে। ১,০০,০০০ লোকক তাতে হত্যা কৰা হয়। তাৰ বহুতো গুণ লোক মৃত্যুৰ মুখত পৰে।"

স্থানান্তৰিত কৰা মানুহবোৰক ( অপৰাধে ) দাস কৰা হোৱা নাছিল। বৰং তেওঁলোকক নি ৰজাৰ মাটিত বহুওৱা হৈছিল। অৰ্থশাস্ত্ৰত উল্লিখিত প্ৰাচীন নীতিত এই ব্যৱস্থাৰ আমি উল্লেখ পাওঁহক। বিশেষকৈ অৰ্থশাস্ত্ৰৰ কেইবা ঠাইতো এই ক্ৰিয়াক এই অৰ্থতে ব্যৱহাৰ কৰা হৈছে ( Arth, 2. 1, 7 1, 7. 16, 9. 4, 11-1, 13. 5 )। কলিঙ্গত কোনো ৰজা বা ৰাজকোঁৱৰ থকাৰ কথা তাত উল্লেখ কৰা নাই। গতিকে তাত তেনে কোনো শক্তিশালী ৰজা বা ৰাজসত্তা[১] নাছিল বুলি বুজা যায়। কিন্তু তথাপি সেই অঞ্চলৰ মানুহে জনজাতীয় স্তৰ অতিক্ৰম কৰি গৈছিল বুলি ধৰিব পাৰি আৰু সেই কাৰণেই তাত সৰহ মানুহৰ বসতি সম্ভৱ হৈছিল। মৌৰ্যৰাজ্যৰ দাঁতি-কাষৰীয়া হোৱা বাবেই এইবোৰ ঠাইৰো বিকাশ ঘটিছিল। ব্ৰহ্মাগিৰি চন্দ্ৰাৱলীৰ বৃহৎ প্ৰস্তৰ সংস্কৃতিৰ উদাহৰণো দিব পাৰি। মৌৰ্যসকলৰ সংস্পৰ্শলৈ অহাৰ ফলত আৰু বেহা-বেপাৰৰ প্ৰভাৱত আদিমতৰ স্তৰৰপৰা এই সংস্কৃতিৰ বিকাশ হৈছিল। শাতবাহনসকলৰ দিনতেই তাত নিয়মিত খেতিৰ বিকাশ হৈছিল। অশোকৰ মতে আচল বিজয় হৈছে ধৰ্মৰ সহায়েৰে কৰা শান্তিপূৰ্ণ বিজয়:

"ব্ৰাহ্মণ আৰু শ্ৰমণ নথকা কোনো দেশ নাছিল। কেৱল যৱন ( য়োন ) সকলৰ মাজত এই দুই শ্ৰেণী নাছিল। সম্প্ৰদায়ক ভুক্ত নোহোৱাকৈ থকা মানুহ

---

১। (ITM 34) Plinyৰ ৰচনাত বিবিলাক বাহিনীৰ উল্লেখ আছে ( ভাৰতত থকা আন আন বিৰাট সেনাবাহিনীৰ বিষয়ে মেগেস্থেনিচৰপৰা পোৱা তথ্যৰ ওপৰত ভেজা লৈ এইবিলাক লেখা বুলি কোৱা হয়। ) সেইবোৰ বৰ বিশ্বাসযোগ্য নহয়। অৱশ্যে ৰাজ্য বিস্তাৰৰ লগে লগে ( বিশেষকৈ Plinyৰ সময়ত ) সেনাবাহিনী ডাঙৰ হৈ যায়। গ্ৰীকসকলে পাণ্ড্যসকলক পানডেইয়াৰ লগত জোৰাই দিয়ে ( মেগেস্থিনিচৰ ৰিপোৰ্ট ), পানডেইয়া হ'ল কৃষ্ণ-হেৰাক্লেচৰ জীয়েক। এই পানডেইয়াই বাপেকৰ কালৰপৰা জন্ম দিয়া সতি-সন্ততিৰ ওপৰতে কৃষ্ণই দক্ষিণত বংশবৃদ্ধি আৰু শাসন বিস্তাৰৰ ভাৰ দিয়ে। তেতিয়া দক্ষিণত মাতৃতান্ত্ৰিক ব্যৱস্থা চলি আছিল। বহু পণ্ডিতে ধৰি এই ব্যৱস্থা তাত চলি থকাৰ প্ৰমাণ পোৱা যায়।

কোনো দেশতে নাছিল। গতিকে কলিঙ্গ অধিকাৰ কৰাৰ সময়ত মৰা, হত্যা কৰা বা স্থানান্তৰিত হোৱা মানুহৰ এশ ভাগৰ অথবা এহেজাৰ ভাগৰ এভাগ লোকৰ হানি হ'লেও এতিয়া দেৱতাসকলৰ প্ৰিয়ই অন্তৰত শোচনীয় বুলি গণ্য কৰিব। 'দেৱতা-সকলৰ প্ৰিয়'ৰ ৰাজ্যত থকা অৰণ্যবাসী সকলকো তেওঁ শান্তিপ্ৰিয় কৰি তুলি সৎ পথলৈ আনিছে। কলিঙ্গ যুদ্ধৰ পিছত অনুতপ্ত 'দেৱতাসকলৰ প্ৰিয়'ৰ বা দেৱপ্ৰিয়ৰ শক্তিৰ মহিমাৰ কথা এওঁলোকক জনোৱা হৈছে, যাতে তেওঁলোক নিজৰ দোষত নিজে লজ্জিত হ'ব পাৰে আৰু বধ নোহোৱাকৈ থাকিব পাৰে।"

অশোকৰ ৰাজত্বৰ আগতে মৌৰ্য ৰজাই 'আটবিক' নামৰ অৰণ্যবাসী বৰ্বৰ-সকলৰ সমস্যা হত্যা কৰিয়েই সমাধান কৰিছিল। অৰ্থশাস্ত্ৰৰ বিধান মতে এই বৰ্বৰ-বোৰক কেৱল সামৰিক ৰাজনীতি আৰু গোপন কাৰ্যৰ উদ্দেশ্যতহে ব্যৱহৃত কৰিব লাগে। তলত দিয়া শিলালিপিখন ঘোষণা কৰাৰ সময়ত যে ৰাজ্যৰ অৰ্থনৈতিক উদ্দেশ্য সাধনৰ বাবে পৰাজিত মানুহক দেশান্তৰ কৰা কাৰ্য বিশেষ প্ৰয়োজনীয় নাছিল তাক বঢ়িয়াকৈ বুজা যায়।

"দেৱতাসকলৰ প্ৰিয়ই বাৰেপতি ধৰ্মৰ সহায়েৰে ৰাজ্য জয় কৰিছিল। এই অঞ্চল আৰু সীমান্ত দেশবোৰ এনেকৈয়ে জয় কৰা হয়। আনকি ৬০০ যোজন আঁতৰত থকা আণ্টিঅ'কাচ নামৰ যৱন (য়োন) ৰজাৰ দেশ, আণ্টিঅ'কাচৰ ৰাজ্যৰ সিফালে থকা টলেমেয়চ, আণ্টিগনচ, মগছ আৰু আলেকজেন্দ্ৰচ নামৰ চাৰিগৰাকী ৰজাৰ ৰাজ্য আৰু দাক্ষিণাত্যৰ পাণ্ড্য আৰু চোড়ৰাজ্যক ধৰি তাম্ৰপৰ্ণি পৰ্যন্ত (তাম্ৰপৰ্ণিৰ অৰ্থ চিলন অথবা উপদ্বীপৰ মুখত থকা এখন নদী) দেৱতাসকলৰ প্ৰিয়ই এনেদৰেই জয় কৰিছিল। সেইদৰে ৰজাৰ সাম্ৰাজ্যৰ ভিতৰত থকা যৱন (য়োন), কম্বোজ, নভাক, নভিতি, ভোজ, পিতিনিক, অন্ধ্ৰ আৰু পুলিন্দ আদি সকলোতে মানুহে দেৱতাসকলৰ প্ৰিয়ৰ ধৰ্মোপদেশ মানি চলিছে।"

ইয়াত উল্লিখিত নামবোৰ কিছুদূৰ আধুনিক কৰা হৈছে। উক্ত নতুন পদ্ধতি অনুসৰণ কৰি যে বৃহৎ সফলতা লাভ কৰা হৈছিল, তাক নুই কৰিব নোৱাৰি। লগতে বাণিজ্য পথবিলাকৰ দাঁতিয়ে দাঁতিয়ে লোক-কল্যাণকৰ কাৰ্য কৰাৰ উপৰিও বাণিজ্যৰ সহায়েৰেও লোক-কল্যাণকৰ কামৰ ব্যৱস্থা কৰা হৈছিল। (RE 4) ৪নং শিলালিপি পঢ়ি জানিব পাৰি যে ইয়াৰ পিছৰপৰা অশোকৰ বিৰাট সেনাবাহিনী ৰাজহুৱা উৎসৱাদিৰ শোভাযাত্ৰা আৰু কুচ-কাৱাজৰ প্ৰদৰ্শনীত ব্যৱহৃত হৈছিল।

অশোকৰ দিনৰ আৰু বহুত স্তম্ভলিপি আৰু ক্ষুদ্ৰ ফলি পোৱা গৈছে,

যিবোৰত এই কথাকে দোহৰা হৈছে। আমি তাৰপৰা সাম্রাজ্যৰ বিভিন্ন প্রদেশ আৰু বিষয়াসকলৰ বিষয়ে যথেষ্ট জ্ঞান আহৰণ কৰিব পাৰোঁ। উজ্জয়িনী, তক্ষিলা, আৰু তোছলিত প্রাদেশিক ৰাজ্যপাল আছিল। দাক্ষিণাত্যৰ ব্রহ্মগিৰিৰ ওচৰত থকাজন আছিল আর্যপুত্র (উচ্চ ৰাজ্যপাল)। যুৱৰাজ হৈ থকা কালত অশোক নিজে তক্ষিলাৰ প্রশাসক আছিল যেন বোধ হয়। তাত (আৰু সম্ভৱতঃ খশ নামে ঠাইতো) তেওঁ এটা বিপ্লৱ দমন কৰিছিল বুলিও অনুমান কৰা হয়। গ্রীক আৰু মৌর্য আক্রমণৰ পিছত তক্ষিলাৰ অৱস্থা বেয়াৰ ফালে ঢাল খোৱাৰ কথা মনত পেলালে, এই কথা নুই কৰাৰ উপায় নাই। তেওঁ নিজকে সম্রাট বোলা নাছিল, মগধৰ ৰজা বুলিহে অভিহিত কৰিছিল। ইয়াৰ অর্থ মগধ আৰু গঙ্গা উপত্যকাত তেওঁ পোনপটীয়া শাসন চলাইছিল। অশোক নামটো কেৱল মস্কি শিলালিপিতেহে (অলপতে গুজৰাতো পোৱা গৈছে, IAR 1955, P—2) পোৱা যায়। তাতো তেওঁক 'দেৱানম্পিয়' বোলা হৈছে। তেৰেঁই ধৌলিত পোন প্রথম ৰাজধর্মৰ নতুন আৰু প্রেৰণাদায়ক আদর্শ ঘোষণা কৰে। ধৌলিৰ এক নম্বৰ আদর্শ হ'ল, 'সকলো মানুহেই মোৰ সতি-সন্ততি'। দ্বিতীয় আদর্শ হ'ল,—'তেওঁলোকক (অর্থাৎ বিষয়া-সকলক) এই উদ্দেশ্য পূর্ণ কৰিবলৈ উপদেশ দিলোঁ। মই তেওঁলোকৰ (অর্থাৎ প্রজাসকলৰ) ওচৰত ঋণ-গ্রস্ত, তাক যাতে মই শোধ কৰিব পাৰোঁ তাক চাবা।' ৫ নং অশোক স্তম্ভ লিপিত (PE 5) জন্তু বধ কৰা বাৰণ সম্পর্কে বিতং বিৱৰণী আছে। চাৰি আলিৰ মূৰে মূৰে তেতিয়া গো-মাংস বিক্রি কৰা হৈছিল। গতিকে গো-মাংস ভোজন নিষিদ্ধ নাছিল। কিন্তু 'সণ্ডক' অর্থাৎ উদণ্ডীয়া ষাঁড়গৰু মৰা সম্পূর্ণৰূপে নিষিদ্ধ আছিল। আজিকালিও এই নিয়ম চলি আছে, কিন্তু এতিয়া তাক শিৱৰ নামত উৎসর্গা কৰা হয়। অশোকৰ আন এটা উপদেশ হ'ল, "এই জীৱ বধৰ বাবে অথবা বিনা কাৰণত কোনেও হাবি পুৰিব নোৱাৰিব।" এই উপদেশৰ লগে লগে আর্যসকলৰ হাবি চাফ কৰি মাটি উলিওৱাৰ সম্মানিত প্রথাৰ অৱসান সূচিত হ'ল; সেইদৰে অশোকৰ ৰাজকীয় দায়িত্বৰ আদর্শ প্রচলিত হোৱাৰ লগে লগে যজুর্বেদ পন্থী ৰজাসকলে মানি চলা জন্তু বলিদান প্রথাও বাদ পৰিল। তেওঁৰ ৰাজত্বৰ প্রথম ছাব্বিশ বছৰৰ ভিতৰত বন্দীসকলক পঁচিশ বাৰ মুকলি কৰিহে দিয়া হৈছিল। কিন্তু ডেউকাবিহীন দুঠেঙীয়া দোষী জন্তুকহে অর্থাৎ দোষী মানুহক ৰজাই মৃত্যুদণ্ডৰপৰা ৰক্ষা কৰা নাছিল।

(PE 4) "নিম্নলিখিত কাম ৰজাৰ বাঞ্ছিত। ন্যায়িক বিচাৰ সম্পূর্ণ নিৰপেক্ষ হ'ব লাগিব আৰু সেইদৰে শাস্তিদানৰ ক্ষেত্রতো নিৰপেক্ষতা লাগিব। বন্দীশালত

থকা আৰু মৃত্যুদণ্ডেৰে দণ্ডিত দোষীক দণ্ড বিহাৰ আগতে তিনিদিন সময় দিয়া হ'ব। এই নিয়ম অনুসাৰে দোষীৰ সম্বন্ধীয়া লোকে 'লজুক' অৰ্থাৎ বিষয়াৰ কাষ চাপি দোষীসকলৰ জীৱন প্ৰাৰ্থনা কৰিব পাৰিব; আৰু যদি কোনো লোক তেনে কৰিবলৈ আগবাঢ়ি নাহে, তেন্তে দোষীসকলে পৰলোকত সুখ লাভ কৰিবৰ বাবে দান দিব বা অনশন কৰিব।" ইয়াৰপৰা পৰিষ্কাৰভাৱে জনা যায় যে আটাইতকৈ দয়াশীল ৰজাজনো মূলতঃ ৰজাই আছিল। চৰম মৃত্যুদণ্ড বিহি আইন আৰু শৃংখলা ৰখাৰ ওপৰত তেৱো গুৰুত্ব আৰোপ কৰিছিল।

তলত দিয়া শিলালিপি আৰু স্তম্ভৰ আজ্ঞাপত্ৰবোৰ কাৰ কাৰণে দিয়া হৈছিল? (PE 7) "মোৰ মনত এই ভাব খেলালে। মই ধৰ্মৰ সম্পৰ্কে ঘোষণা কৰিম আৰু ধৰ্মোপদেশ বিলাবলৈ আদেশ দিম। তাকে শুনি মানুহে সেইবোৰ পালিব।...... 'লজুক'সকলেও (অৰ্থাৎ বিষয়াসকলে) এইবোৰ মানি চলিব; তেওঁলোকে হাজাৰ-বিজাৰ মানুহক চাব-চিটিব লাগে। এওঁলোকলৈ মোৰ আদেশ 'এনে ধৰণে ৰাইজক তোমালোকে চলাবা।'......এইবিলাক কথা মনত ৰাখিয়েই মই 'ধৰ্ম'-স্তম্ভ সাজিছোঁ, 'ধৰ্ম'ৰ মহামাত্ৰ (মন্ত্ৰী) নিযুক্ত কৰিছোঁ আৰু 'ধৰ্মৰ ঘোষণা কৰিছোঁ। (ধৌলি ১,১১) তিষ্য নক্ষত্ৰকালত প্ৰত্যেক দিনা (অৰ্থাৎ বছৰি দুবাৰকৈ) এই লিপি পঢ়ি দিব লাগিব আৰু পূৰ্ণ সমাজৰ সকলো সমজুৱাই শুনিব লাগিব; উপলক্ষ লৈ আন আন সময়তো ব্যক্তিগতভাৱেও মানুহে সঘনে এই পাঠ শুনিব পাৰিব। . নিম্নলিখিত উদ্দেশ্যে এই আজ্ঞাপত্ৰ ইয়াত লিখিত হৈছে যাতে নগৰৰ সকলো বিচাৰ বিভাগীয় বিষয়াই সকলো সময়তে এই কাম কৰিব পাৰে—আৰু যাতে কাকো অবাঞ্ছনীয়ভাৱে শৃংখলিত বা বন্দী কৰা নহয় আৰু যাতে কোনেও কঠোৰ দণ্ডভোগ নকৰে।"

অকল সাধাৰণ প্ৰজাই নহয়, সৰ্বশক্তিমান ৰজুক বিষয়াসকলেও এই নতুন পথ গ্ৰহণ কৰিব লাগিছিল। প্ৰত্যেক নাগৰিকক নতুন স্বত্ব আৰু নতুন ৰাষ্ট্ৰনীতিৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। দায়তেই হওক বা অনাদায়তেই হওক বন্দী হোৱা বা শৃংখলিত হোৱাৰ অৰ্থ অকল সাধাৰণ কাৰাদণ্ড নহয়, অপৰাধজনিত সশ্ৰম দাসত্ব। অবাঞ্ছনীয় বন্দীত্বৰ অৰ্থ হ'ল এই যে জৰিমনা আদি দণ্ড ভৰাৰ পিছতো আৰু নিৰ্দোষীৰ ওপৰত বিহা কাৰাদণ্ড ভোগ কৰাৰ পিছতো মানুহজনৰ বাবে দণ্ডজনিত দাসত্ব ভোগ কৰাৰ ব্যৱস্থা অব্যাহত ৰখা। উচ্চপদস্থ কৰ্মচাৰীয়ে পাঁচ বছৰৰ মূৰে মূৰে সমগ্ৰ ৰাজ্য পৰিভ্ৰমণ কৰি ন্যায় পালনৰ এই উপদেশবোৰ কাৰ্যকৰী কৰিছেনে নাই তাৰ বিচাৰ কৰিব লাগিছিল। ধৌলিৰ শিলালিপিত নকৈ জয় কৰা এখন

ৰাজ্যৰ কথা উল্লেখ কৰা হৈছে। কিন্তু এই শিলালিপিত উল্লিখিত উপদেশসমূহ উজ্জয়িনী আৰু তক্ষিলাৰ ৰাজ্যপালসকললৈও পঠিওৱা হৈছিল। গতিকে এই সকল শব্দৰ আক্ষৰিক অৰ্থবোধক স্বত্বসমূহৰ নতুন ঘোষণাপত্ৰ ( Bill of Rights ) বুলিব পৰা যায়। এই সকল উপদেশবোৰৰ লিখন ৰীতি আৰু ভাষাৰ কথাও মন কৰিবলগীয়া। কিছুমান শব্দতাত্ত্বিকৰ মতে এনে প্ৰত্যেকখন শিলালিপিয়েই স্থানীয় ভাষাত লেখা হৈছিল। এই সিদ্ধান্ত মানিবলৈ মই টান পাইছো। বায়চুৰৰ দক্ষিণত অৱস্থিত মাস্কিৰ জনজাতীয় লোকসকলে অথবা ব্ৰহ্মগিৰিৰ ( মহীশূৰ ) লোকসকলে মাগধী অপভ্ৰংশ কোৱাটো জানো সম্ভৱ আছিল? সেইদৰে সীমান্তবাসী গ্ৰীকসকলৰ পক্ষে আলেকজেণ্ডাৰৰ চিঠিৰ প্ৰাচীন নকল পঢ়া সম্ভৱপৰ নাছিল। ওপৰোক্ত উপদেশবোৰ কাৰ্যতঃ স্থানীয় আমোলাসকলৰ বাবে ৰচিত হৈছিল। এই আমোলা আৰু বেপাৰীসকলে মাগধী ভাষা জানিব লাগিছিল। উত্তৰ ভাৰতৰ জনভাষাবোৰ এই মাগধী ভাষাৰপৰা বৰ নিলগীয়া নাছিল। বিভিন্ন শিলালিপিবিলাকৰ মাজত থকা পাঠান্তৰবোৰৰপৰা বুজিব পাৰি যে এই ভাষাই তেতিয়াও বিস্তৃত সাহিত্যিক ব্যৱহাৰৰ ফলত মানদণ্ডবিশিষ্ট হৈ উঠা নাছিল, গতিকে সেইবোৰৰ প্ৰভেদ চকুত লগা হৈ পৰিছিল। আজিও গ্ৰাম্য হিন্দী আৰু কোনকানি ভাষাত এনেধৰণৰ পাৰ্থক্য দেখা যায়; ৬০ মাইলৰ আঁতৰে আঁতৰে এনেধৰণৰ পাৰ্থক্য ঘটে। পালি উপদেশবোৰ লিপিবদ্ধ হোৱাৰ পিছতহে মাগধী ভাষা সাহিত্যিক মানদণ্ড প্ৰাপ্ত হয়। এই ভাষা অশোকৰ দিনৰ উজ্জয়িনী-মাগধী অপভ্ৰংশৰ সমতুল্য। বুদ্ধয়ো এই ভাষা ব্যৱহাৰ কৰা নাছিল; আল্পচ দেশীয় ইটালীয় এজনে যেনেকৈ ধৰ্মোপদেশ দিবৰ বাবে ছিছিলিৰ ভাষা ব্যৱহাৰ নকৰিছিল, তেনেকৈ বুদ্ধয়ো উজ্জয়িনীৰ ভাষাৰ প্ৰয়োজন বোধ কৰা নাছিল। সাম্ৰাজ্যৰ বিষয়া আৰু নাগৰিকসকলৰ বাবে এই শিলালিপিবোৰৰ গুৰুত্বৰ কথা কোনোৰকম নুই কৰিব নোৱাৰি। ভাৰতবৰ্ষত এইবিলাকেই প্ৰথম ৰাজহুৱা ব্যৱহাৰৰ বাবে ৰচিত ৰাজহুৱা ঘোষণা। অমৰ শিলত খোদিত এই বাণীসমূহ কেতিয়াবা বহুত দূৰলৈ অশেষ কষ্টেৰে ভাৰ বৈ নিব লগাত পৰিছিল।

৭৪ অশোকৰ দিনৰ আগৰ মৌৰ্য শাসনৰ বৰ্ণনা কৌটিল্যৰ অৰ্থশাস্ত্ৰত আছে। ( ভুলকৈ এওঁক কৌটিল্য বোলা হয়। ) এওঁৰ আন নাম হ'ল চাণক্য আৰু বিষ্ণুগুপ্ত। পৰম্পৰা অনুসৰি এওঁ চন্দ্ৰগুপ্ত মৌৰ্যৰ মহান মন্ত্ৰী। এই অসাধাৰণ আৰু কঠিন গ্ৰন্থখনৰ মৌলিকতাৰ বিষয়ে সন্দেহ প্ৰকাশ কৰি ভালেমান লোক অতি কটু আৰু কোবাল বাক-বিতণ্ডাত প্ৰবৃত্ত হৈছিল। গ্ৰন্থখনি বুজিবলৈ আজিও টান। এই প্ৰশ্নৰ মীমাংসা নকৰাকৈ আমি এই গ্ৰন্থৰপৰা সংগ্ৰহ কৰা তথ্যবোৰ শুদ্ধ বুলি

আগবঢ়াব নোৱাৰো। কীথৰ সমালোচনাই আটাইতকৈ কটু ঃ "অৰ্থশাস্ত্ৰৰ বৰ্ণনাৰ লগত মেগেস্থিনিচৰ কিছুমান কথাৰ বিশেষ মিল আবিষ্কাৰ কৰিবলৈ ভালেমান পণ্ডিতে চেষ্টা কৰিছে। এই চেষ্টা পণ্ডশ্ৰম হ'ল। ভালেমান মিল পোৱা গলেও সাধাৰণভাৱে এই মিলবোৰ খ্ৰীষ্টৰ জন্মৰ অলপ আগৰপৰা অলপ পিছলৈকে—এই কালছোৱাৰ বিষয়বস্তুৰ ক্ষেত্ৰতহে প্ৰযোজ্য। বহুত গুৰুত্বপূৰ্ণ বিষয়ৰ আৱশ্যকীয় মিল উলিয়াব পৰা হোৱা নাই। গ্ৰীক লিখকজনৰ বৰ্ণনা পৰীক্ষা কৰি ভুল জ্ঞান অথবা দুৰ্বোধ্য সংবাদ পৰিবেশন কৰা অংশবোৰ বাদ দিয়াৰ পিছতো এই অৱস্থা। অৰ্থশাস্ত্ৰত আমি পাটলিপুত্ৰৰ কাঠৰ দুৰ্গ বা প্ৰতিৰক্ষা কাৰ্যৰ উল্লেখ নেপাওঁ, তাত শিলৰ কৰ্মৰহে উল্লেখ আছে। অৰ্থশাস্ত্ৰই বিশেষ বিশেষ শিতানেৰে নাগৰিক বিষয়াসকলৰ বৰ্ডবোৰৰ কথা উল্লেখ কৰা নাই, কেৱল সহযোগিতামূলক কাম-কাজৰ কথাহে উল্লেখ কৰিছে—যিটোৰ ওপৰত মেগেস্থিনিচে গুৰুত্ব আৰোপ কৰিছিল। অৰ্থশাস্ত্ৰত চন্দ্ৰগুপ্তৰ জাহাজবাহিনীৰ সেনাপতি আৰু স্থায়ী নৌ সেনাৰ কোনো উল্লেখ নাই, অথচ চন্দ্ৰগুপ্তই এই সেনা নিশ্চয় কামত লগাইছিল, অৱশ্যে বহুতো ৰাজ্যত হয়তো এনে বাহিনী অতিশয় ক্ষুদ্ৰ আছিল। বিদেশী লোকৰ যত্ন, তেওঁবিলাকক সীমান্তলৈ নি এৰি দিয়া, তেওঁলোকৰ মৰণ ঘটিলে সা-সম্পত্তিৰ তদাৰক কৰা আদি কথাও এই শাস্ত্ৰত নাই। আনকি তাত জন্ম-মৃত্যু নিবন্ধভুক্ত কৰাৰ কথাও পাবলৈ নাই। আনহাতে মেগেস্থিনিচে নাগৰিক সভাৰ কামৰ ভিতৰত ন-পুৰণি পণ্য দ্ৰব্য বেচাৰ কথা বৰ্ণাই গৈছে, কিন্তু অৰ্থশাস্ত্ৰত দিয়া বৰ্ণনামতে সেইকালৰ বাণিজ্যিক আৰু ঔদ্যোগিক ব্যৱস্থা অতি উন্নত আছিল। দুয়োটা বৰ্ণনাৰে বৈসাদৃশ্য মন কৰিবলগীয়া। মেগেস্থিনিচে ৰজাক মাটিৰ গৰাকী বুলি লেখিছে, এই তথ্য আন আন ভাৰতীয় গ্ৰন্থতো পোৱা যায়। কিন্তু অৰ্থশাস্ত্ৰৰ বৰ্ণনা বেলেগ। অৰ্থশাস্ত্ৰত ভালেমান আচহুৱা কৰ-কাটলৰ উল্লেখ আছে। মেগেস্থিনিচে বৰ্ণনা দিয়া কৰ-কাটলবোৰ সাধাৰণ। মেগেস্থিনিচে কোনো লিখন কাৰ্যৰ উল্লেখ কৰা নাই, কিন্তু অৰ্থশাস্ত্ৰত নিবন্ধভুক্ত কৰাৰ নিয়ম, ৰাজপত্ৰ প্ৰভৃতিৰ প্ৰণালী আৰু পাচপৰ্ট আদি থকাৰ কথা উল্লেখ কৰিছে। সম্ভৱতঃ ৩০০ খ্ৰীঃত কোনোবা বিষয়াই এই গ্ৰন্থখন প্ৰণয়ন কৰিছিল বুলি ধাৰণা কৰিব পাৰি, কিন্তু তাক প্ৰমাণ কৰা কঠিন।"

এই একেজন গ্ৰন্থকাৰেই আগতে ( JRAS. 1916 130 ) এইবুলি লেখিছিল,—"এইখন কিতাপ বহুত পুৰণি হ'ব পাৰে। অন্ততঃ কিতাপখন খ্ৰীঃ পূঃ প্ৰথম শতিকাত ৰচিত হৈছিল বুলি ক'ব পাৰি। ইয়াত থকা তথ্য-পাতিবোৰ

কিজানি তাতোকৈও বহুত আগৰ।" কিতাপখনৰ ৰচনা কাল পৰিবৰ্তনৰ কোনো কাৰণ সূচোৱা হোৱা নাই। দেখা যায় ভালেমান নিৰ্বিচাৰ ধাৰণাই ইয়াৰ কাৰণ। এই নিৰ্বিচাৰ ধাৰণাবোৰ বিচাৰ কৰিলেহে তেওঁ ধৰা ভালেমান ইহি উঠা আসোঁৱাহৰ প্ৰকৃত স্বৰূপ বুজিব পৰা যাব। মেগেস্থিনিচৰ ৰচনাৰ যিখিনি উদ্ধাৰ কৰা গৈছে, তাত ৰাজকীয় লেখাৰ কোনো উল্লেখ নকৰা বাবেই আমি ক'ব লাগিবনেকি যে এপুৰুষৰ পিছত অশোকেই হঠাতে লিখন ৰীতি আৱিষ্কাৰ কৰিলে? অশোকৰ শিলালিপিবোৰকো আমি সন্দেহৰ চকুৰে চামনেকি? গ্ৰীক লেখক ষ্ট্ৰাবোৱে (15. 1. 67) নিয়েৰকচক যি ৰিপোৰ্ট দিছিল সেই ৰিপোৰ্টত ভাৰতীয়সকলে সুন্দৰকৈ বোৱা পাটৰ কাপোৰত আখৰ লেখাৰ কথা আছে। আনফালে অৰ্থশাস্ত্ৰত মাটিত ৰাষ্ট্ৰীয় অধিকাৰ থকা কথাৰ উল্লেখ নকৰা দূৰৈত থাওক, ৰাষ্ট্ৰৰ অধিকাৰত থকা 'সীতা' শ্ৰেণীৰ মাটিৰ সদ্ব্যৱহাৰৰ কথাহে বেছি আলোচনা কৰিছে। মেগেস্থিনিচে ৰাষ্ট্ৰীয় সভাৰ যোগেদি পণ্যদ্ৰব্য বেচাৰ কথা উল্লেখ কৰিছে, (Meg-87 = Strabo. 15 1. 50-52); তাক অৰ্থশাস্ত্ৰয়ো সমৰ্থন কৰিছে (Arth. 4. 2)। এই বিষয়াসকলক সততে বদলি কৰা হৈছিল, ইফালে শাসনৰ প্ৰত্যেকটো গোটৰে কেবাজনো মুখ্য পৰিচালক আছিল (বহুমুখ্যম্ Arth 2. 9)। এই তথ্যই গ্ৰীক লেখক মেগেস্থিনিচৰ বৰ্ণনাকেই সমৰ্থন কৰিছে। ইফালে অকল জন্ম-মৃত্যুৰ নিবন্ধ যে তৈয়াৰ কৰা হৈছিল এনে নহয়, 'গোপ' নিবন্ধকসকলে প্ৰত্যেক মানুহ আৰু সম্পত্তিকো অত্যন্ত সাৱধানতাৰে নিবন্ধভুক্ত কৰিছিল (Arth. 2. 35. 36)। এই নিবন্ধকসকলে নিজ নিজ এলেকাৰ বাহিৰলৈ যোৱা মানুহৰ সংবাদ জনাব লাগিছিল। অকল নগৰতে নহয়, গাৱঁৰপৰা ওলাই যোৱা মানুহৰো সংবাদ ৰখা হৈছিল। প্ৰত্যেকটো সৰহীয়া যাত্ৰীৰ দলতে চোৰাংচোৱা গৈছিল; অকল সেয়ে নহয়, জীৱনৰ সকলো ক্ষেত্ৰতে চোৰাংচোৱাৰ প্ৰভাৱ আছিল। বিদেশী বা আচহুৱা মানুহৰ ওপৰত বিশেষভাৱে চকু দিয়া হৈছিল। অৰ্থশাস্ত্ৰৰ এটা অধ্যায়ত (Arth. 2. 28) নৌ সেনা আৰু বাণিজ্য তৰীৰ বৰ্ণনা আছে। যিবিলাক শিল্পৰ প্ৰতিৰক্ষা ব্যৱস্থাৰ কথা কোৱা হৈছে, সেইবোৰ পাটলিপুত্ৰত আছিল বুলি ক'তো উল্লেখ কৰা হোৱা নাই, বৰং নতুনকৈ হোৱা জনপদৰ কাৰ্যালয়বোৰতহে পতা হৈছিল। মেগেস্থিনিচে ৰজাৰ বিশিষ্ট নাৰীবাহিনীৰ কথা উল্লেখ কৰিছে (Strabo 15. 1. 55–6; Meg 70–71)। অৰ্থশাস্ত্ৰত উল্লেখ কৰা নাৰী বাহিনীয়ে (Arth. 1. 21) ৰজাক জাগৰণৰ কালত ৰক্ষা কৰিছিল বুলি কোৱা

হৈছে। যেগোষ্ঠিনিচে বৰ্ণনা কৰা কিছুমান কথা আমি যদি দুৰ্বোধ্য বুলি ধৰোঁ অথবা ভুল জ্ঞানৰ ওপৰত প্ৰতিষ্ঠিত বুলি ধৰি লওঁ তেন্তে বিবেচনাৰ বাবে তথ্যই নাইকিয়া হৈ পৰে ; গতিকে তেওঁৰ বৰ্ণনা আৰু অৰ্থশাস্ত্ৰৰ বৰ্ণনাৰ মাজত সঙ্গতি বিচৰাৰ কথাও নুঠে। খেয়ালী পণ্ডিতে অৰ্থশাস্ত্ৰৰ স্বাভাৱিক দুৰ্বোধ্যতাৰ কথা এনেয়ে বঢ়াই ক'ব পাৰে। আৰু 'খ্ৰীষ্টৰ জন্মৰ অলপ আগৰপৰা অলপ পিছলৈকে এই কালছোৱাৰ' গুৰুত্বপূৰ্ণ বিষয়বস্তুৰ ক্ষেত্ৰতহে প্ৰযোজ্য—( এই বাক্যৰ অৰ্থ যিহকে নহওক কিয় ), বাক্যত উল্লিখিত মূল্যবান বিষয়বস্তু বৰ বেছি পোৱা নাযায়। অৱশ্যে এই সময়ছোৱাতো ভাৰতীয় লোকসকলে উশাহ-নিশাহ লৈ সোঁশৰীৰে জীয়াই থকাৰ কথা ক'লে বেলেগ কথা। তথাপি এই সময়ছোৱাতে অৰ্থাৎ খ্ৰীঃ পূঃ ৩০০-৩০০ খ্ৰীষ্টাব্দৰ ভিতৰতে সমাজৰ বিভিন্ন শ্ৰেণীৰ উৎপাদনৰ সম্পৰ্ক আৰু ৰাজনৈতিক শক্তিবোৰৰ অভূতপূৰ্ব পৰিবৰ্তন সাধিত হৈছিল। ৩০০ খ্ৰীষ্টাব্দত ভাৰতবৰ্ষত উল্লেখযোগ্য কোনো ৰাজ্য আৰু ৰাষ্ট্ৰ নাছিল ; এই সময়ত কোনোৰা ৰাজসভাৰ ক্ষুদ্ৰ বিষয়াই বিশেষভাৱে অৰ্থশাস্ত্ৰৰ দৰে এখন গ্ৰন্থ ৰচনা কৰি দূৰৰ এখন সুখৰ স্বৰ্গৰাজ্যৰ কল্পনা কৰিব তাক অনুমান কৰা টান। অৰ্থশাস্ত্ৰত তেনে ৰাজ্যৰ চিত্ৰ নাই। এই তথ্যপূৰ্ণ গ্ৰন্থৰ ভালেমান 'টেকনিকেল' পৰিভাষাৰ অৰ্থ আজিও ওলোৱা নাই ; বহুতে ইয়াত এনে কিছুমান কাৰ্যনিৰ্বাহক বিষয়াৰ নাম উলিয়াবলৈ বিচাৰিছে যিবোৰ বিষয়াৰ নাম অশোকৰ দিনৰ বিষয়াৰ নামৰ লগত মিলি যায়, ( কিন্তু খ্ৰীষ্টৰ জন্মৰ পিছৰ কোনো ৰজাৰ দিনৰ ব্যৱস্থাৰ লগত ইয়াৰ বৰ্ণনাৰ তুলনা কৰা হোৱা নাই )। এনে গ্ৰন্থৰ ক্ষেত্ৰত ওপৰোক্ত অনুমান প্ৰযোজ্য নহয়! কৰিলেও ই অৰ্থহীন আৰু অলৌকিক কৃতকাৰ্যতাৰ নিৰ্দশনহে হ'ব। ৩০০ খ্ৰীষ্টাব্দমানত ৰচিত প্ৰত্যেকখন গ্ৰন্থৰে ৰূপ সম্পূৰ্ণভাৱে বেলেগ। তেতিয়া সৎনীতিধৰ্মৰ ওপৰত বিশেষ জোৰ দিয়া হৈছিল। কিন্তু অৰ্থশাস্ত্ৰত আমি এই দোষ একেবাৰে দেখা নাপাওঁ। এই দোষৰপৰা ই সম্পূৰ্ণ মুক্ত। অৰ্থশাস্ত্ৰ এখন সম্পূৰ্ণৰূপে বাস্তৱমুখী গ্ৰন্থ। খ্ৰীষ্টৰ জন্মৰ পিছৰ কালৰ ৰাজনৈতিক অৰ্থনীতিৰ সাহিত্য ধৰ্মীয় ধাৰণাৰে ভৰপূৰ। কাৰণ, অশোকৰ গৌৰৱময় ঐতিহ্যই ৰাজধৰ্মৰ ব্যৱহাৰ-বিধিৰ যি গঢ় দি গ'ল, তাৰ প্ৰভাৱৰপৰা ( তেওঁৰ পিছৰ ) কোনো পণ্ডিতেই হাত সাৰিব নোৱাৰিছিল। এই প্ৰসঙ্গত চাণক্যৰ ব্যক্তিত্ব বিচাৰ কৰা ভাল হ'ব। এই মানুহজন যে ছদ্মনামধাৰী ব্ৰাহ্মণ আছিল তাত অকণো সন্দেহ নাই, কিন্তু তেওঁ শাস্ত্ৰীয় ব্ৰাহ্মণ্য ৰীতি-নীতি আৰু ব্ৰাহ্মণক অৰ্থনৈতিক সা-সুবিধা দিয়াৰ সততে দুৰ্ঘোৰ বিৰোধিতা কৰিছিল। ৩০০ খ্ৰীষ্টাব্দৰ চাণক্যৰ পক্ষে এনে ভূমিকা গ্ৰহণ কৰাটো সম্পূৰ্ণৰূপে

অসম্ভৱ আছিল। সম্ভৱতঃ গ্ৰন্থখনে পিছলৈ জনপ্ৰিয়তা হেৰুৱাইছিল, আৰু লিপিকাৰকে তাক নকল কৰিবলৈকো এৰি দিছিল। তথাপি দশম শতিকাৰ পণ্ডিত ৰাজশেখৰ, কামণ্ডকি আৰু দণ্ডিয়ে এই গ্ৰন্থৰ উচ্চমান্যতাৰ কথা স্বীকাৰ কৰি গৈছে। উত্তৰ ভাৰতৰপৰা বাৰশ শতিকাতে তালপাতত নকল কৰা অৰ্থশাস্ত্ৰ পুথিৰ এটা অংশ পোৱা গৈছে। এই গ্ৰন্থখনে জনপ্ৰিয়তা হেৰুৱাৰ কাৰণ কি? ইয়াৰ একমাত্ৰ কাৰণ হৈছে ৰাষ্ট্ৰৰ গাঠনি আৰু বিস্তাৰৰ যি বৰ্ণনা ইয়াত পোৱা যায়, সেই বৰ্ণনা পৰৱৰ্তীকালত প্ৰযোজ্য নাছিল। 'অৰ্থশাস্ত্ৰ'ৰ সমাজখনত উচ্চ হাৰত পণ্যদ্ৰব্য উৎপাদন হৈছিল, তাত বিবিধ ধৰণৰ চুক্তি আৰু ৰাষ্ট্ৰীয় উদ্যোগৰ প্ৰচলন আছিল। গতিকে এই সমাজখন অপূৰ্ব আছিল বুলি ধৰিব পাৰি।

দুটা ডাঙৰ আপত্তি এতিয়াও বৈ গৈছে। অৰ্থশাস্ত্ৰত ( 2 11 ) প্ৰবাল আলকন্দক'ৰ উল্লেখ আছে। তাত তুচৰ চহৰৰ পাট কাপোৰক 'পৰ্ত্ৰোণা' বুলি বৰ্ণনা কৰাৰ লগতে কোৱা হৈছে যে " 'পাট' আৰু 'চিনপট্ট' কাপোৰৰ উৎপত্তি স্থল হ'ল চীন অৰ্থাৎ চীনদেশ।" ছিলভান লেভিয়ে আলকন্দকৰ অৰ্থ 'আলেক-জেণ্ড্ৰিয়া সম্বন্ধীয়' বুলি কৈ এটি মৌলিক ব্যাখ্যা দিছে। এই ব্যাখ্যা গ্ৰহণযোগ্য। ( মিলিন্দপন্হোত আলেকজেণ্ড্ৰিয়াৰ সলনি 'অলসন্দ' শব্দ ব্যৱহাৰ কৰা হৈছে। ) কিন্তু এনে ব্যাখ্যা মানি ল'লেও অৰ্থশাস্ত্ৰৰ কাল পিছলৈ নিয়া টান। আলেকজেণ্ডাৰে আলেকজেণ্ড্ৰিয়া নামৰ ডাঙৰ বাণিজ্য-কেন্দ্ৰ তৈয়াৰ কৰিছিল। তাৰে প্ৰথমখনেই সকলোতকৈ ভাল আৰু সুচল স্থানত অৱস্থিত বাবে ই ডাঙৰ কাপোৰৰ বাণিজ্য কেন্দ্ৰত পৰিণত হৈছিল। যদি অৰ্ৰাহিদৈয়ছ আৰু ডিঅজটছৰ মোহৰ ছাব মৰা ভাগেই ভাৰত পাবহি পাৰিছিল, তেন্তে আলেকজেণ্ড্ৰিয়াৰ বস্তু ভাৰত নোপোৱাহিৰ কোনো কাৰণ থাকিব নোৱাৰে। ভূমধ্যসাগৰ অঞ্চলৰ প্ৰবাল মণিৰ আদৰ ভাৰতত সদায়ে আছিল, পিছত ইয়াৰ নাম 'ৰোমক-প্ৰবাল' অৰ্থাৎ "ৰোমৰ প্ৰবাল মণি" বুলি খ্যাত হৈছিল। 'আলেকজেণ্ড্ৰিয়াৰ' প্ৰবাল মণিবোৰ যে নীল নদীৰ মুখৰপৰা তোলা হৈছিল তাক নুবুজায়, 'আলেকজেণ্ড্ৰিয়াৰপৰা বেপাৰীলৈ পঠিওৱা' এনে অৰ্থহে বুজায়। অৰ্থশাস্ত্ৰৰ 'সুৰুঙ্গা' ( সুৰঙ্গ ) শব্দটো ( Arth. 73 4) গ্ৰীক শব্দ Syrinx ৰপৰা ওলোৱা বুলি অনুমান কৰা হৈছে। এইবিলাকৰপৰা ধৰিব পাৰি যে কিতাপখনৰ ৰচনাৰ কাল খ্ৰীঃ পূঃ ৩০৫ৰ পিছলৈ ঠেলিব নোৱাৰি, কাৰণ, এই চনৰ আগতেই বিন্দুসাৰৰ সেনাবাহিনীয়ে গ্ৰীক poliorcetics ৰ কথা জানিব পাৰিছিল। আন এটি যুক্তি মতে 'চীন' শব্দৰ অৰ্থ 'সমগ্ৰ চীন দেশ' হ'ব নোৱাৰে, কাৰণ, খ্ৰীঃ পূঃ ২২১ত চীন শ্বিহ হোৱাটিৰ তজতহে সমগ্ৰ চীন দেশ একত্ৰিত হয়।

কিন্তু চীন বুলি এখন প্ৰাচীন দেশো আছিল। এই দেশখনে চীন আৰু ভাৰতৰ মাজত বাণিজ্যপথ নিয়ন্ত্ৰিত কৰিছিল আৰু পাটৰ কাপোৰৰ বেপাৰ কৰিছিল। গতিকে 'চীন' শব্দই সমগ্ৰ চীন দেশকে বুজোৱাৰ কথা অৰ্থশাস্ত্ৰত কোৱা হোৱা নাই। কাৰণ, সেই শব্দ থকা অধ্যায়তে ( অৰ্থশাস্ত্ৰৰ ) আমি পুনৰ "বল্কখৰপৰা অনা চীনসী নোমৰ কাপোৰৰ" উল্লেখ পাওঁহঁক। বল্কখৰপৰা আজিকালিও এনে নোমৰ কাপোৰ পুৰণি পথেদিয়েই আহে।

অৰ্থশাস্ত্ৰত পিছলৈ কিছুমান চমু প্ৰক্ষিপ্ত কথা সোমোৱা নাই বুলি কোৱা টান। সবুসুৰা বৰ্ণনা সুমাই দি কিছুমান পাঠ নতুন কালৰ উপযোগী কৰি লোৱাটোৱেই ইয়াৰ উদ্দেশ্য হ'ব পাৰে। কিন্তু এই গ্ৰন্থৰ ভালেখিনি বিষয়বস্তু পূৰ্বৰ প্ৰশাসনীয় আৰু প্ৰাক্-মৌৰ্য ৰাষ্ট্ৰতত্ত্বৰ ভেটিত ৰচিত বুলি ধৰিবলৈ একো টান নহয়। অৰ্থশাস্ত্ৰত ( Arth. 1. 3 ) অথৰ্ববেদৰপৰা আন তিনিখন বেদক বেলেগে শ্ৰেণীভুক্ত কৰা পোৱা যায়; এই শ্ৰেণী বিভাগ ব্ৰাহ্মণ্য ৰীতি অনুসৰি চাৰিবেদক একে শ্ৰেণীভুক্ত কৰাৰ সময়ৰ আগৰ। অৰ্থশাস্ত্ৰত ( Arth. 5. 5 ) একে বিষয়ৰ আন এজন প্ৰাচীন লেখকৰ নাম উল্লেখ কৰা হৈছে। তেওঁৰ নাম 'দীৰ্ঘ চাৰায়ণ'। এওঁ ৰাজবোৰ প্ৰকাশ কৰা কিছুমান নিদৰ্শনৰ বিষয়ে লেখিছিল। "খেৰে যেনেকৈ ৰতাহৰ" নিদৰ্শন দিয়ে, এইবোৰেও তেনেকৈ ৰাজবোৰৰ নিদৰ্শন দিয়ে। এই লেখকজনে আমাক কোসলৰাজ প্ৰসেনজিৰ মন্ত্ৰী দীৰ্ঘ কাৰায়ণৰ কথা মনত পেলাই দিয়ে। এওঁ নিজৰ মোমাইদেৱেক মল্লদেশীয় বন্ধুলৰ ওপৰত প্ৰতিশোধ লৈছিল, অৰ্থাৎ বধ কৰিছিল। অৰ্থশাস্ত্ৰত ( Arth. 2. 1 ) ৰজাৰ গাওঁবোৰলৈ ব্ৰাহ্মণ-শ্ৰমণ সোমোৱা নিষিদ্ধ বুলি দিয়া নিৰ্দেশটি অশোকৰ পিছৰ যুগৰ নিয়ম হৰই নোৱাৰে।

অৰ্থশাস্ত্ৰৰ দ্বিতীয়খণ্ডত সংঘ অৰ্থাৎ জনজাতীয় সংঘ কেনেকৈ ভাঙিব লাগে, সেই বিষয়ে সম্পূৰ্ণ এটি অধ্যায় আছে ঃ

"কম্বোজ, সুৰাষ্ট্ৰ আদি ঠাইৰ ক্ষত্ৰিয় শ্ৰেণী ( guild ) বোৰ খেতি-বাতি আৰু অস্ত্ৰ-শস্ত্ৰৰ ব্যৱসায়ৰ ওপৰত বাঁতি থাকে। লিচ্ছবিক, ৰজিক, মল্লক, মদ্ৰক, কুকুৰ, কুৰু, পাঞ্চাল আদি ( লোক ) সকল 'ৰাজন' ( oligarch ) উপাধি লৈ বাঁতি থাকে। ষড়যন্ত্ৰকাৰীবোৰে এইবোৰ জনজাতিৰ ভিতৰত সোমাই ঈৰ্ষা, ঘৃণা, পাৰস্পৰিক কন্দল আদিৰ সকলো সম্ভৱপৰ কাৰণৰ সন্ধেদ উলিয়াব লাগিব আৰু সিহঁতৰ যাতে ক্ৰমে পতন ঘটে সেই উদ্দেশ্যে সমাজত ভেদৰ বীজ সিঁচিব লাগিব। জনজাতিৰ ভিতৰত যিবোৰ উচ্চশ্ৰেণীৰ লোক সেইসকলক তলৰ শ্ৰেণীৰ লোকৰ লগত একেলগে খাবলৈ আৰু বিয়া-বাৰু কৰাবলৈ হাক দিব লাগে। আনহাতে

তলৰ শ্ৰেণীৰ জনজাতীয় লোকক উচ্চ শ্ৰেণীৰ লগত খোৱা-বোৱা আৰু বিয়া-বাৰু কৰাৰ দাবি জনাবলৈ উচটাই দিব লাগে। নিম্নথাপৰ মানুহক উচ্চ থাপৰ লোকৰ সৈতে সমান পাৰিবাৰিক মৰ্যাদা লাভ কৰিবলৈ, ক্ষমতা আৰু বিভিন্ন বিষয়-বাব সলনিৰ ক্ষেত্ৰত সমতা দাবি কৰিবলৈ উচটোৱা আৱশ্যক। (জনজাতীয় সমাজত বিষয়-বাব আৰু মাটিৰ অধিকাৰ এইবিলাক এজনৰ পিছত এজনে সলনা-সলনিকৈ উপভোগ কৰিব লাগে)। ৰাজহুৱা ৰায় আৰু জনজাতীয় আচাৰ-ব্যৱহাৰ এইবিলাকৰ বিৰুদ্ধে প্ৰচাৰ কৰি সেইবিলাকৰ প্ৰতিকূলাচৰণৰ ওপৰত জোৰ দি সেইবোৰৰ অৱসান ঘটাব লাগে। ৰজাৰ ভাৰাতীয়া গুপ্তচৰে প্ৰত্যেকটো মৰ্কদমাকে কাজিয়াত পৰিণত কৰিব লাগে, এনে গুপ্তচৰে ৰাতি এপক্ষৰ সা-সম্পত্তি, পশু, মানুহ-দুনুহৰ অনিষ্ট সাধন কৰি প্ৰতিপক্ষৰ ওজৰত তাৰ দোষ পেলাই কাজিয়াৰ সূত্ৰপাত কৰিব লাগে। এনেকুৱা কন্দল ঘটিলে ৰজাই সদায় নিজৰ ধন আৰু সৈন্য-সামন্ত দি দুৰ্বল পক্ষক সমৰ্থন কৰি তেওঁৰ শত্ৰুপক্ষক বিনাশ কৰিবলৈ উচটাব লাগে। ৰজাই ক্ষুদ্ৰ ক্ষুদ্ৰ গোটত বিভক্ত মানুহবোৰক দেশান্তৰীও কৰিব পাৰে। নহ'লে গোটেইখিনি মানুহকে আন ঠাইত মাটি দি, পাঁচৰপৰা দহোটা পৰিয়ালৰ একোটা গোট কৰি সেইবোৰক ভাগ ভাগকৈ বহুৱাব লাগে। আটাইবোৰ একেলগে থাকিলে, সিহঁতে ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ সুবিধা ল'ব পাৰে। সেই কাৰণে পুনৰ একগোট নোহোৱাৰ ব্যৱস্থা কৰিবলৈ মানুহবোৰৰ ওপৰত ৰজাই জৰিমনা কৰাৰ ব্যৱস্থাও থাকিব লাগিব।......এনেদৰেই ৰজাই সকলোবোৰ জনজাতিৰ বেহা লগাই নিজে সিহঁতৰ ওপৰত অৱশিষ্ট ৰাজ্যত একছত্ৰী শাসক হ'ব পাৰিব। আনহাতে বাহিৰা একছত্ৰী ৰজাৰ আক্ৰমণৰ বিৰুদ্ধেও এই জনজাতিসমূহে আত্মৰক্ষা কৰিব পাৰিব" (Arth. 11. 1)।

আন আন গ্ৰন্থাদিতো এই উদ্ধৃত উপদেশাৱলীৰ সমৰ্থন পোৱা যায়। ওপৰত পোৱা কুকুৰ শব্দই কুকুৰ নামৰ টোটেমকে বুজাইছে। এই বিষয়ে আমি আগতে আলোচনা কৰি আহিছোঁ। মগধৰাজ অজাতশত্ৰুৰ মন্ত্ৰী বস্সকাৰে লিচ্ছৱী জনজাতিসকলৰ ভিতৰত শ্ৰেণী সংঘৰ্ষ লগাই বা কুৎসা ৰটনা কৰি ভাঙোন ঘটাইছিল। চাণক্যই এনে কাৰ্য সিদ্ধিৰ বাবে (ইয়াৰ উপৰিও) জোপ পাতি মানুহ ধৰা, বিষ খুৱোৱা, হত্যা কৰা, চোকা মদ খুওৱা, তিৰোতা লগোৱা (বেশ্যা, ভিক্ষুনী, উপপত্নী আৰু তথাকথিত ধনী বিধবা), একে আঁহিত অভিনেতা, নাচনী আৰু সৰবজান আদি নিযুক্ত কৰা, জনজাতীয় সম্পত্তিৰ সলনি ব্যক্তিগত সম্পত্তি লবলৈ উদগোৱা আদি বিভিন্ন উপায়ৰ দিহা দিছিল। উক্ত জনজাতীয় নামবোৰ বিশেষভাৱে

উল্লেখ কৰাৰ অৰ্থ হ'ল এয়ে যে, পূৰ্বতে সেইবোৰ জনজাতি বৰ শক্তিশালী আছিল আৰু সেই সময়তো তেওঁলোকৰ অৱশিষ্ট সন্তানসকলৰপৰা যথেষ্ট বিপদৰ ভয় আছিল। মৌৰ্য যুগৰ আদিকালৰ এখন নথিতহে এনে কাৰ্যৰ সমৰ্থন বোধগম্য হ'ব পাৰে; পিছৰ কালৰ ক্ষেত্ৰত ই প্ৰযোজ্য নহয়। কিয়নো, পুৰাণৰ উপাখ্যানৰ মতে মহাপদ্ম নন্দই মৌৰ্যসকলৰ অভ্যুত্থানৰ অনতিপূৰ্বেই পৰম্পৰাগত প্ৰাচীন ক্ষত্ৰিয় জনজাতিবোৰৰ শেষ বংশধৰসকলক ধ্বংস কৰে। সহভোজন, (আৰু) উচ্চ আৰু নিম্ন শ্ৰেণীৰ মাজত মুক্ত অন্তৰ্বিবাহ বন্ধ—এইবিলাক জনজাতিৰ ভিতৰত শ্ৰেণী উদ্ভৱ হোৱাৰ আৰু পোন প্ৰথম বেলেগ বেলেগ জাতৰ সৃষ্টি হোৱাৰ নিদৰ্শন বুলিব পাৰি। অৰ্থশাস্ত্ৰৰ উক্ত অধ্যায়ত একেবোৰ উপায়কে অৰণ্যবাসী আটবিকসকলৰ ধ্বংস সাধনৰ বাবেও প্ৰয়োগ কৰিবলৈ কোৱা হৈছে। যুদ্ধমান শিবিৰত বিভক্ত উন্নত জনজাতিবোৰৰ ক্ষেত্ৰতো একেবোৰ উপদেশেই প্ৰযোজ্য আছিল। 'অপৱহ' ক্ৰিয়া অৰ্থশাস্ত্ৰত দুবাৰ ব্যৱহৃত হৈছে ( Arth 11. 1 ); এই শব্দকে অশোকেও কলিঙ্গ ধ্বংসৰ সময়ত ব্যৱহাৰ কৰিছিল। ইয়াৰ অৰ্থ দেশান্তৰ কৰা। পালি আৰু অশোকৰ লিপিত সাধাৰণতে কম্বোজৰ লগত য়োনৰ বা যৱন ৰাজ্যৰ উল্লেখ পোৱা যায়; কিন্তু ইয়াত অকল কম্বোজ ৰাজ্যৰ উল্লেখহে আছে; গতিকে তাৰপৰা অনুমান কৰিব পাৰি যে এই অনুচ্ছেদ ৰচনাৰ কাল বিন্দুসাৰে পশ্চিম আফগানিস্থানত গ্ৰীক আধিপত্য মানি লোৱাৰ আগত পৰিব। এই বিবৃতিটোৰপৰা আৰ্য অনাৰ্য উভয় বিধৰ জনজাতিক কি নীতিৰ সহায়েৰে জাত বিভক্ত খেতিয়ক শ্ৰেণীত পৰিণত কৰা হৈছিল আৰু কিদৰে তেওঁলোকক ৰাষ্ট্ৰৰ বিৰুদ্ধে সশস্ত্ৰ বিদ্ৰোহ অথবা সংঘবদ্ধ সংগ্ৰাম নকৰাকৈ ৰখা হৈছিল, তাৰ এটি অমূল্য আভাস ( উক্ত অনুচ্ছেদত ) পোৱা যায়।

সংস্কৃত ভাষাত এই গ্ৰন্থখন অতুলনীয়। ইয়াৰ ভাষা সংক্ষিপ্ত, অলঙ্কাৰবহুল নহয়। গদ্য-বাক্য নিটোল। ইয়াৰ উপদেশাৱলীও ৰাজ কাৰ্যৰ অভিজ্ঞতাৰপৰা আহৰণ কৰা। সম্ভৱতঃ অধুনালুপ্ত ইতিহাস বেদৰ ( এইখনক পঞ্চমবেদ বোলা হয় ) পৰাও ইয়াৰ উপদেশ গৃহীত হৈছিল। গ্ৰন্থৰ আৰম্ভণিতে তাৰ উদ্দেশ্য এনেদৰে ব্যাখ্যা কৰা হৈছে, "পূৰ্বৰ আচাৰ্যসকলে ৰচনা কৰা বিভিন্ন অৰ্থশাস্ত্ৰবোৰ গোটাই সমগ্ৰ পৃথিৱীতে ৰাজ্যবিস্তাৰ কৰি তাক সংৰক্ষণ কৰাৰ মানসেৰে এই অৰ্থশাস্ত্ৰখন ৰচনা কৰা হ'ল।" ইয়াত পৃথিৱীৰ অৰ্থ হ'ল পৰ্বতৰপৰা সাগৰ পৰ্যন্ত বিস্তৃত গোটেই ভাৰতবৰ্ষ। "( বিজেতাৰ ঈপ্সিত ) ৰাজ্য হ'ল পৃথিৱী। চক্ৰবৰ্তী ( চক্ৰবৰ্তিণ ) সম্ৰাটে হিমালয়ৰপৰা সাগৰ পৰ্যন্ত ৰাজ্য কামনা কৰে; এমূৰৰপৰা আন মূৰলৈ এই ৰাজ্যৰ বিস্তৃতি হ'ল এহেজাৰ যোজন।" অৰ্থশাস্ত্ৰৰ ষষ্ঠ খণ্ডৰপৰা আৰম্ভ কৰি

লেখকে আক্ৰমণৰ সামৰিক আৰু ৰাজনৈতিক পদ্ধতিৰ কথাহে যাইকৈ বৰ্ণনা কৰিছে। কাৰ্যসিদ্ধিৰ উপায়ৰ ওপৰতহে লেখকৰ যাইকৈ চকু পৰিছে, ধৰ্ম বা ৰাজনৈতিক নীতিজ্ঞানৰ ওপৰত জোৰ দিয়া হোৱা নাই। কাৰ্যসিদ্ধিৰ উদ্দেশ্যে যি পদ্ধতিয়েই দৰকাৰী যেন দেখা যায়, সেই পদ্ধতিকে খটুওৱা হৈছিল। সঠিক ৰণনীতি, কৌশল, সামৰিক যন্ত্ৰ, অস্ত্ৰ বা বস্তু সৰবৰাহৰ জ্ঞান আৰু ৰাজনৈতিক মিত্ৰতাৰ উপৰিও সম্পূৰ্ণ বিশ্বাসঘাতকতা আৰু হত্যা আদি ব্যৱহাৰ তাত পৰামৰ্শ দিয়া হৈছে। গ্ৰন্থত প্ৰথম পাঁচোটা খণ্ডত ৰাজ্যক জনপদত বিভক্ত কৰি ভিতৰুৱা শাসন প্ৰতিষ্ঠা কৰাৰ কথা কোৱা হৈছে। প্ৰত্যেক বিভাগৰ বাবে বিভাগীয় মন্ত্ৰী পৰ্যায়ৰ পৰিদৰ্শক ৰখাৰ ব্যৱস্থা তাত আছে। এনেবিলাক ব্যৱস্থাৰ সহায়েৰে ৰাজ্যৰ বিস্তৃতি আৰু দেশ বিজয়ৰ বাবে নিৰাপদ আধাৰ তৈয়াৰ কৰা হৈছিল। আনবিলাক অধ্যায়ৰ তুলনাত আমি এই পিছৰ কেইটা অধ্যায়ৰ ওপৰত অধিক গুৰুত্ব দিম। কাৰণ, এই অধ্যায়বিলাক পঢ়িলে আমি অশোকৰ পূৰ্বৰ ৰজাসকলৰ দিনত প্ৰচলিত ৰাজ্য পৰিচালনা ব্যৱস্থাৰ কথা ভালদৰে জানিব পাৰিম। এই ব্যৱস্থা সম্পূৰ্ণ অচল হোৱাৰ পিছত কিদৰে অশোকে কিছুমান সলনি কৰিবলৈ বাধ্য হ'ল, তাৰ কথাও আমি তেতিয়াহে ভালদৰে জানিব পাৰিম।

এই গ্ৰন্থত আদৰ্শবাদৰ চিন-মোকাম পোৱা নাযায়। কৌটিল্যই কৈছিল "অৰ্থই হৈছে যাই লক্ষ্য। কাৰণ, অৰ্থৰ ওপৰতে ধৰ্ম আৰু কাম দুয়োটা বৰ্তে।" কৌটিল্যই পূৰ্বৰ আচাৰ্যসকলৰ মত ইয়াত খণ্ডন কৰিছিল। এই দৃষ্টিভঙ্গী মনত ৰাখিলে, আমি কৌটিল্যৰ নাম কেনেকৈ কৌটিল্যলৈ পৰিৱৰ্তিত হ'ল ( কুটিল শব্দৰ পৰা ) তাক হয়তো জানিব পাৰিম। পৰবৰ্তী পৰম্পৰাত এই কৌটিল্য নাম পোৱা যায়। ব্ৰাহ্মণ্য নীতিৰ দৃষ্টিত এই গ্ৰন্থ যে কুটিল তাত সন্দেহ নাই। কিন্তু সুবিধা বুজি যে ব্ৰাহ্মণসকলে এই কুটিল ঘৃণনীয় নীতিবোৰ পালন কৰা নাছিল, তাক ক'ব নোৱাৰি। অৰ্থশাস্ত্ৰৰ লেখকজন প্ৰাক্ বুৰ্জোৱা যুগীয় জাৰ্মান ৰাজনীতিজ্ঞ বিচমাৰ্ক নহয়; অৱসৰ কালত অসন্তুষ্ট চিত্তে কাল কটোৱা এই ৰাজনীতিজ্ঞজনে জীৱন স্মৃতি ৰচনা কৰিছিল। অৰ্থশাস্ত্ৰৰ লেখকক মেকিয়াভেলীৰ লগতো বিচাৰ নোৱাৰি। ৰেনেচাঁ যুগৰ ইটালীক একত্ৰিত কৰাৰ স্পৃহা দি ৰাজকোঁৱৰ চিজাৰে বৰ্গিয়াক মেকিয়াভেলীয়ে কিছুমান উপদেশ দিছিল। অৰ্থশাস্ত্ৰৰ লেখকে তেনেদৰে কোনো ৰজাক উপদেশ দিয়া নাছিল। তেওঁ মাথোন সমসাময়িক আৰু সফল প্ৰশাসনীয় পৰম্পৰাত অভিজ্ঞতা লাভ কৰিছিল। এই পৰম্পৰা অনুসৰণ কৰাৰ ফলত ৰাজ্যৰ বিস্তৃতি চকুত লগা হৈছিল। এই ৰাজ্য বঢ়াই 'সাৰ্বজনীন

সাম্ৰাজ্য'ত পৰিণত কৰিবলৈ অথবা সেই ৰাজ্য বিস্তৃতিক সু-সংগঠিত কৰিবলৈ আৰু কিছুমান আক্ৰমণাত্মক ব্যৱস্থাৰ প্ৰয়োজন হৈছিল। অৰ্থশাস্ত্ৰত এই ব্যৱস্থাবোৰ আছে।

যিখন সমাজত এই গ্ৰন্থ ৰচনা কৰা হৈছিল, সেই সমাজখনত পণ্যদ্ৰব্য উৎপাদনৰ ব্যৱস্থা আছিল বিৰাট আকাৰৰ। তাত সুদীৰ্ঘ বাণিজ্য পথেদি বেহা বেপাৰো বহুত দূৰলৈ বিস্তৃত হৈছিল। কিন্তু উক্ত গ্ৰন্থত পণ্যদ্ৰব্য উৎপাদনকাৰীৰ অৱস্থা সম্পৰ্কে একো বৰ্ণনা পোৱা নাযায়। তাৰ কাৰণ আছিল এনে ধৰণৰঃ ৰজা আছিল বিভিন্ন জনজাতীয় মুখিয়ালসকলৰ উত্তৰাধিকাৰী। পথাৰৰপৰা চপোৱা শস্য আৰু স্থানীয় বয়-বস্তুৰ ওপৰত লগোৱা কৰৰপৰা ৰজাৰ ভালেমান আয় হৈছিল। তাৰ ভালেখিনি বস্তু ৰজাই পণ্য দ্ৰব্যলৈ ৰূপান্তৰিত কৰি তাৰ বানচেৰে নিজৰ সেনাবাহিনী আৰু আমোলাসকলক দৰমহা দিছিল। ৰাষ্ট্ৰই সেই কালত আটাইতকৈ ডাঙৰ বেপাৰী আছিল। ক'বলৈ গ'লে ৰাষ্ট্ৰই সৰ্ববৃহৎ একচেটিয়া বেপাৰী আছিল। গতিকে ৰাষ্ট্ৰই এহাতে যদিও পণ্যদ্ৰব্য উৎপাদন ব্যৱস্থাৰ অনিষ্ট সাধা সকলো জনজাতীয় ৰাজনীতি ধ্বংস কৰিছিল, তথাপি গাইগুটীয়া বেপাৰীক সন্দেহেৰে চাবলৈ নেৰিছিল। কাৰিকৰ, কুশীলৱ ( guild actor ) মগনীয়া আৰু ধূৰন্ধৰ প্ৰতাৰকৰ লগতে সদাগৰসকলকো নামত নহয়, কামত চোৰ' ( Arth. 4. 1 ) বুলি ধৰা হৈছিল। এওঁলোকক তেনেদৰেই ব্যৱহাৰো কৰা হৈছিল। গতিকে সেই সময়ৰ ৰাজনৈতিক মতবাদত এটি মৌলিক অন্তৰ্দ্বন্দ্ব প্ৰকাশ পাইছিল। এই অন্তৰ্দ্বন্দ্ব অৰ্থশাস্ত্ৰৰ প্ৰশাসনীয় নীতিতো প্ৰতিফলিত হৈছিল। ফলত ভৱিষ্যৎ উন্নতিৰ পথ ই বন্ধ কৰি পেলাইছিল।

৭৫ অৰ্থশাস্ত্ৰত বৰ্ণিত ৰাষ্ট্ৰই সকলো বস্তুকে তন্ন তন্নকৈ নিয়ন্ত্ৰিত কৰিছিল। সামান্যতম বস্তুটোও ইয়াৰ কবলৰপৰা বাদ নপৰিছিল। শাম শাস্ত্ৰীয়ে কৰা ইংৰাজী অনুবাদৰ বিষয়-সূচীত জৰিমনাৰ বৰ্ণনাই পূৰা নটা কলম লৈছে। আন আন শাস্তিবোৰৰ কথাটো সুকীয়াই। আইন সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য। কিন্তু নিম্ন জাতবোৰৰ তুলনাত উচ্চ জাতবোৰে অধিক সুবিধা ভোগ কৰিছিল। একমাত্ৰ উত্তৰাধিকাৰৰ ক্ষেত্ৰতহে স্থানীয় ৰীতি-নীতি মনাৰ ব্যৱস্থা কৰা হৈছিলঃ 'জাত, জনজাতি বা গাঁৱৰ প্ৰথা অনুসৰি উত্তৰাধিকাৰৰ আইন সংশোধিত কৰি লব লাগিব।' মাইকী মানুহে পূৰ্ণস্বত্ব ভোগ কৰিছিল; অৱশ্যে এইবোৰ সাৱধানেৰে নিয়ন্ত্ৰিত হৈছিল। মাইকী মানুহে স্ত্ৰীধন ভোগ কৰিছিল আৰু পুনৰ বিবাহো কৰাৰ পাৰিছিল। স্ত্ৰী-ধনৰ কথা প্ৰথম অৰ্থশাস্ত্ৰতে পোৱা যায় ( Arth. 34 )। অশোধ

নিয়ন্ত্ৰণেৰে অৰ্থশাস্ত্ৰ পৰিপূৰ্ণ। প্ৰচ্ছন্নভাৱে হ'লেও হাম্মুৰাবিৰ দৰে ইয়াতো উচ্চ সংহিতা পোৱা যায়; কিন্তু এটা ক্ষেত্ৰত দুয়োবিধ সংহিতাৰ ডাঙৰ অমিল। মেছোপটেমিয়াৰ আইন গ্ৰন্থ ৰচিত হৈছিল সম্পত্তিৰ অধিকাৰী আৰু বেপাৰীসকলৰ মাজৰ লেনদেনবোৰ সুবিচাৰৰ ওপৰত প্ৰতিষ্ঠিত কৰিবলৈ। কিন্তু ভাৰতবৰ্ষত তেতিয়া ৰাষ্ট্ৰই আছিল একমাত্ৰ উদ্যোগী, গতিকে ইয়াত নিয়ন্ত্ৰণৰ উদ্দেশ্য আছিল ইয়াৰ একচেটিয়া বেপাৰৰ অধিকাৰ ৰক্ষা কৰা। চীনদেশত আদিতে অৰ্থাৎ চিন শ্বিহ হুৱাংটিৰ দিনত ভাৰততকৈ অধিক শক্তিশালী সদাগৰ শ্ৰেণী আছিল। কিন্তু তাত খ্ৰীঃ পূঃ ৯০ৰ পূৰ্বেই ৰাজকীয় আমোলাসকলে সদাগৰ শ্ৰেণীৰ বিৰুদ্ধে আক্ৰমণাত্মক মনোভাৱ গ্ৰহণ কৰি সেই শ্ৰেণীৰ ওপৰত কঠোৰভাৱে টকাৰ কৰ লগাই আৰু প্ৰতিকূল খৰচ নিয়ন্ত্ৰণ আইন প্ৰয়োগ কৰি উৎপীড়ন আৰম্ভ কৰে। চীনদেশৰ আমোলা তন্ত্ৰৰ নিৰ্বাচন বিখ্যাত সাহিত্যিক পৰীক্ষাৰ আধাৰত হৈছিল বুলি সাধাৰণতে মানুহে ভাবে; যদিও আধাৰ অন্য এটাহে। চীনদেশৰ সামন্ত ৰজাবোৰে প্ৰত্যেকেই নিজ সামৰ্থ্যেৰে পানী যোগান ব্যৱস্থাৰ পৰিচালনা কৰিব নোৱাৰা হ'লত তাত বিকল্প ব্যৱস্থাৰ প্ৰয়োজন হৈ পৰিছিল। চীনদেশৰ বিষয়াক নিয়মিত দৰমহা দিয়া নহৈছিল। গতিকে লাহে লাহে এই ব্যৱস্থাৰ ফলত তাত আমোলা তান্ত্ৰিক সাম্ৰাজ্যবাদৰ ভেটিত সংগঠিত সামন্তবাদী শ্ৰেণী এটাৰ জন্ম হলগৈ। এই শতিকাৰ আগভাগলৈকে এই শ্ৰেণীটো জীয়াই আছিল। চীন দেশত ঘটা এই ঘটনাৰ লগত মৌৰ্যসকলৰ দিনৰ ঘটনাক তুলনা কৰিব নোৱাৰি।

দুয়ো দেশৰ অৱস্থা বেলেগ আছিল। অৰ্থশাস্ত্ৰৰ কিছুমান "নিৰ্দেশ" স্বাভাৱিক যেন বোধ হয়। কৰদাতাসকলে আন কৰদাতাকহে মাটি বেচিব বা বন্ধক দিব পাৰিছিল। সেইদৰে ব্ৰাহ্মণৰ ভাগত পৰা বিশেষ পূজাৰ স্থান বা শিক্ষাৰ আশ্ৰমৰ কৰহীন মাটি বন্ধক দিব বা বেচিব লগা হলে একেলৰেই সমপাত্ৰতহে বেচিব বা বন্ধক দিব পাৰিছিল ( Arth. 310 )। ইয়াৰপৰা ধৰিব পাৰি যে নিয়ন্ত্ৰিত সীমাৰ ভিতৰত হলেও টকা লৈ মাটিৰ অধিকাৰ হস্তান্তৰিত কৰিব পৰা গৈছিল। এনে হস্তান্তৰ য'তে হৈছিল, ত'তে পণ্য উৎপাদন আৰু বেহা-বেপাৰৰ ডাঙৰ লেনদেন হৈছিল বুলি ধৰিব পৰা যায়। অৱশ্যে অতি সোনকালেই এনে হস্তান্তৰৰ সংখ্যা কমি একৰকম লুপ্ত হৈ পৰিছিল। গাইগুটীয়া বেপাৰীবোৰ সেই কালত 'কণ্টক' স্বৰূপ আছিল। জাতীয় আপদ বুলি নধৰিলেও এই শ্ৰেণীটোক যে ৰাজহুৱা বৈৰী বুলি গণ্য কৰা হৈছিল, তাত কোনো সন্দেহ নাই। অৰ্থশাস্ত্ৰৰ ( 4. 2 ) মতে এওঁলোকক কু-কাৰ্যৰ বাবে জৰিমনা কৰা আৰু কৰ দিবলৈ বাধ্য কৰা হৈছিল।

তাৰে কিছুমান কুকাৰ্য তেওঁলোকে কৰেই বুলি ধৰি লোৱা হৈছিল। বস্তুৰ দাম যেনেকৈ নিয়ন্ত্ৰিত কৰা হৈছিল, ঠিক তেনেকৈ তাৰ গুণাগুণৰো নিয়ন্ত্ৰণ আছিল। "যেতিয়া বেপাৰৰ বস্তু দ'ম লাগে, তেতিয়াই বাণিজ্য-বিষয়াই একোখন কেন্দ্ৰীয় স্থানত সেই বস্তুবোৰ বেচিব। সেইবিলাক বস্তু শেষ নোহোৱালৈকে আন বস্তু বেচিব নোৱাৰে। এই বস্তু বেচিবলৈ ৰাইজৰ অতি অনুৰাগী আৰু দিন হাজিৰা খোৱা বণিকক নিয়োগ কৰা হয় ( Arth. 4. 2 )।" গ্ৰীক ৰাজদূতে এনেকৈ বস্তু বেচা নিজে দেখি গৈছিল ( Meg. 87 )। ৰাষ্ট্ৰীয় বাণিজ্যগৃহ, ৰাষ্ট্ৰীয় ভঁৰাল, ৰাজকোষাগাৰ, বনজ সম্পদৰ গৃহ আৰু জেইল আদি নিৰ্মাণৰ বিশেষ ভাৰ আছিল সন্নিধাতৃৰ ( Arth. 2 5 )। দগা আৰু জোখ-মাখৰ নিয়ম মানি চলাৰ উপৰিও বণিকসকলে এখন জনপদৰপৰা আন এখন জনপদলৈ বস্তু পঠিয়াওঁতে উভয় জনপদৰ সীমান্তত কৰ ভৰিব লাগিছিল।

"গাইগুটীয়া বেপাৰীয়ে কোনো বস্তুকে উৎপত্তিৰ স্থানত বিক্ৰী কৰিব নোৱাৰিছিল" ( Arth. 2.22 )। বেপাৰীসকলে পৰিবহন কৰিব লগা হোৱা বস্তুৰ মূল্য বঢ়াব লগাত পৰিছিল। আজিকালিৰ দৰে সেই সময়তো ভাৰতবৰ্ষত বস্তু অনা-নিয়াৰ সমস্যা বৰ ডাঙৰ আছিল। গাইগুটীয়া সমস্যা বৰ ডাঙৰ আছিল। গাইগুটীয়া বেপাৰীয়ে আইনসঙ্গতভাৱে ভিতৰুৱা পণ্যৰ বিক্ৰীত শতকৰা পাঁচ ভাগ আৰু দেশৰ বাহিৰৰ আমদানীত শতকৰা দহভাগ লাভ ল'ব পাৰিছিল ( Arth. 4 2 )। আমদানী কৰোঁতাসকলক অলপ ৰেহাই দিয়াৰ ব্যৱস্থা অৱশ্যে আছিল। ৰাষ্ট্ৰই এজন বাণিজ্য পৰিদৰ্শক ( Arth 2.16 ) ৰাখিছিল। এওঁৰ কাম আছিল ৰাষ্ট্ৰীয় বস্তু বিক্ৰী কৰা। স্থানীয় উৎপাদনৰ বাহি বস্তুখিনিয়েই সাধাৰণতে ৰাষ্ট্ৰীয় পণ্য হৈছিল। তাৰে কিছুমান বস্তু শস্য-কৰ আছিল।

কিছুমান দৰকাৰী আৰু লাভজনক বিষয়ত ৰাষ্ট্ৰৰ একচেটিয়া অধিকাৰ আছিল। তাৰে ভিতৰত কচাইখানা ( Arth. 2.26 ) আৰু পাশাখেলৰ ঘৰবোৰেই ( Arth. 3.20 ) প্ৰধান। পৰিদৰ্শকে পাশাখেলৰ আচল পাশাবোৰৰ যোগান ধৰিছিল আৰু তাৰ বাবে জিকোঁতাসকলে লাভৰ শতকৰা ৫ ভাগ কৰ দিব লাগিছিল। মদ ( Arth. 2.25 ) আৰু বেশ্যাবৃত্তিৰ ( Arth. 2.27 ) বাবে সুকীয়া মন্ত্ৰীসভা আছিল। নতুন নাগৰিক জীৱনৰ ভেটি আছিল পণ্য উৎপাদন, বেপাৰ আৰু শোষণ; তাৰে লগৰ শোচনীয় বস্তু আছিল পাশাখেল, বেশ্যাবৃত্তি আৰু মদ্যপান। সেই যুগ ধৰি সকলো লাভ-প্ৰত্যাশী শ্ৰেণী সমাজতে এনেধৰণৰ নাগৰিক জীৱন গঢ়ি উঠা দেখা যায়। কিন্তু উপৰোক্ত পণ্য বিক্ৰীৰ সমাজখন অতীজতে জনজাতীয়

সমাজৰপৰাই উদ্ভৱ হোৱা।' এনে হোৱাৰ ফলত পিছৰ সমাজখনৰ পক্ষে উপৰোক্ত বিষয়বোৰ নিয়ন্ত্ৰণ কৰা আৰু তাৰপৰা লাভ উলিওৱাটো অতি সহজ হৈ পৰিছিল যেন বোধ হয়। ঋক বেদত পাশা খেলুৱৈৰ স্তুতি ( R.V 10.34 ) আৰু 'সোম' গ্ৰন্থৰ ( VR. 9 ) উল্লেখ থকাৰ কথা আগতেই কৈ আহিছোঁ। গণিকা আৰু বেশ্যা এই দুটা শব্দৰ উৎপত্তি বিচাৰ কৰিলে দেখা পাওঁ যে, দলবিবাহ বা group marriageৰ ৰূপান্তৰেই বেশ্যাবৃত্তি। সকলো ধাতু ৰাষ্ট্ৰীয় একচেটিয়া বেপাৰৰ বস্তু আছিল ( Arth. 2.12 )। ধাতু খনিৰ আকৰৰপৰা আৰম্ভ কৰি প্ৰস্তুত দ্ৰব্যলৈকে সকলো বিষয়তে অধিকাৰ ৰাষ্ট্ৰৰ আছিল। ধাতুৰ বিষয়টো পৰিচালনা কৰিবলৈ এটা বেলেগ মন্ত্ৰী দপ্তৰ আছিল, এই দপ্তৰে আন আন ভূগৰ্ভৰ সম্পদ, নিমখ, মুদ্ৰা মৰা আৰু টকাৰ প্ৰচলন আদি বিষয়ো চলাইছিল। গাইগুটীয়া উৎপাদনকাৰীয়েও মুদ্ৰা মাৰিব পাৰিছিল, কিন্তু এই ক্ষেত্ৰত নিয়ন্ত্ৰিত টকাৰ মানদণ্ড মনাটো আৰু যথাবিহিত ৰাজকীয় কৰ দিয়াটো বাধ্যতামূলক আছিল। চোৰাং টকা মৰা বা স্বতন্ত্ৰভাৱে টকা প্ৰচলন কৰাৰ শাস্তি গুৰুতৰ, তেনে দোষৰ জৰিমনাও আছিল বেছি ( Arth. 4.1 )। "খনিৰ বস্তুৰপৰাই ৰাজকোষৰ ধন পোৱা যায়, ৰাজকোষৰপৰাই সেনাবাহিনীৰ উৎপত্তি হয়। গতিকে ধন-কোষৰ সহায়েৰে বহু সম্পদৰ আধাৰ ধৰাখন জয় কৰিব পাৰি।" অৰ্থশাস্ত্ৰৰ লেখকে বৃহৎ উদ্যোগৰ মূল্য কি তাক তেতিয়াই বুজিছিল। ভাৰতবৰ্ষত এই শতিকাৰ আগলৈকে কোনেও তাৰ মূল্য উপলব্ধি কৰা নাছিল। মৌৰ্যসকলৰ অভ্যুত্থানৰ পূৰ্বেই মাগধী ৰাজপ্ৰশাসকসকলে ধাতুৰ নিয়ন্ত্ৰণক নিয়মিত ৰাজকাৰ্যত পৰিণত কৰিছিল।

আনকি বৈদেশিক নীতিৰো মুখ্য উদ্দেশ্য আছিল এনেদৰে লাভ কৰা। চন পৰা মাটি, খনি, প্ৰাকৃতিক সম্পদ আদি লাভ কৰিবৰ ( সেইবোৰৰ সদ্ব্যৱহাৰ কৰাৰ ) কাৰণে যুদ্ধৰ কথা ভবাৰ আগতে সন্ধি আৰু পাৰস্পৰিক চুক্তিৰ সহায়েৰে আন ৰাজ্যত প্ৰৱেশ কৰাৰ ব্যৱস্থা অৰ্থশাস্ত্ৰই দিছে।

"ইয়াৰদ্বাৰা বাণিজ্য পথ নিৰ্বাচন কৰাৰ কথা বুজিব পৰা যায়ঃ মোৰ গুৰুৰ মতে স্থল বাণিজ্য পথ আৰু জল বাণিজ্য পথৰ ভিতৰত জল বাণিজ্য পথেই প্ৰশস্ত, কিয়নো সেই পথৰ খৰচ কম হয়। তাত খৰচৰ অনুপাতে লাভ বহুত বেছি হয়। কৌটিল্যৰ মতে এই কথা সঁচা নহয়। কাৰণ, জলপথ বিপদসঙ্কুল, অস্থায়ী, আসন্ন বিপদৰ আঁকৰ আৰু অৰক্ষণীয়। আনহাতে স্থলপথ তাৰ ওলোটা। জলপথ দুবিধ। এবিধ সাগৰৰ পাৰে পাৰে যায়। ইবিধ মুকলি সাগৰৰ মাজেদি, সাগৰৰ পাৰৰ পথ ভাল, কাৰণ, এই পথৰ দাঁতিয়ে দাঁতিয়ে বন্দৰ থকা

নগৰ আছে। সেইদৰে নদীপথো প্ৰশস্ত, কাৰণ, সেই পথত অতিক্ৰম কৰিবলগীয়া বিপদসমূহ এৰাই চলিব পাৰি বা সহিব পাৰি। মোৰ গুৰুৰ মতে স্থলপথবিলাকৰ ভিতৰত হিমালয়লৈ যোৱা পৰ্থটিয়েই দক্ষিণটোৰ তুলনাত ভাল। কৌটিল্যৰ মতে সি সঁচা নহয়, কাৰণ কম্বল, জন্তুৰ ছাল আৰু ঘোঁৰাৰ বাহিৰে, শঙ্খ, হীৰা বহুমূলীয়া পাথৰ, মুকুতা আদি দক্ষিণতহে সৰহকৈ পোৱা যায়। দক্ষিণৰ পথবোৰৰ ভিতৰত এটাৰ দাঁতিত বহুত খনি পোৱা যায়। তাত মানুহৰো যথেষ্ট সমাগম, যাতায়াতৰ বিপদ আৰু খৰছো কম। আনটো বাটেদি গ'লে ভালেমান বিভিন্ন ধৰণৰ বাণিজ্য দ্ৰব্য পোৱা যায়, গতিকে ইয়াৰ ভিতৰত এটা অধিক ভাল হ'ব লাগিব। শকটৰ পথ আৰু 'অংস পথ' অৰ্থাৎ ভাৰীৰ পথৰ ভিতৰত শকট (বা গাড়ী যোৱা) পথেই ভাল, কিয়নো, এনে পথেৰে ভালেমান বস্তু কাঢ়িয়াই নিব পৰা যায়। (Arth. 7.12)।"

এই পথবোৰৰ বিৱৰণি পঢ়িলে মৌৰ্যসকলৰ ৰাজ্য বিজয়ৰ আচল গতিপথ ধৰিব পৰা যায়। লগতে অশোকে কিয় বাণিজ্য পথবোৰত অধিক সা-সুবিধা কৰি দিছিল আৰু বৰ্তমানে প্ৰায পৰিত্যক্ত ব্ৰহ্মগিৰি আৰু মস্কি আদি ঠাইত শিলালিপি স্থাপন কৰিছিল, তাকো বুজিবলৈ সহজ হয়। অৰ্থাৎ অশোকৰ নীতিৰ আচল তাৎপৰ্য ধৰা পৰে।

এই নীতি প্ৰৱৰ্তন কৰাৰ লগে লগে সকলোবোৰ সম্পদ সাৱধানে নিবন্ধভুক্ত কৰা হৈছিল। আনকি মানুহবো নিবন্ধ প্ৰস্তুত কৰা হৈছিল। দেশৰ প্ৰতি পাঁচ বা দহখন গাৱঁৰ কাৰণে এজোজন 'গোপ' নিবন্ধক (Arth. 2. 35 36) আছিল। নগৰবোৰত প্ৰত্যেক দহ, বিশ বা চল্লিশ ঘৰৰ বাবে একোজন নিবন্ধক দিয়া হৈছিল। গোপ নিবন্ধকে পথাৰ-সমাৰ, কৰ-কাটল, উৎপন্ন বয়-বস্তু, জন্তু, দাস, বনুৱা আৰু ব্যয় আদিৰ জ্ঞান আয়ত্ত কৰিব লাগিছিল। "তেওঁ প্ৰত্যেক ঘৰৰে ডেকা-বুঢ়াক নিবন্ধভুক্ত কৰি প্ৰত্যেকৰে 'চৰিত্ৰ', আজীৱ (ৰোজকাৰ), আয় আৰু ব্যয়ৰ বিৱৰণি প্ৰস্তুত কৰিব" বুলি নিৰ্দেশ দিয়া আছিল। চোৰাংচোৱাই এনে কাম কৰা হৈছেনে নাই তাৰ বুজ লৈ ফুৰিছিল। স্থানৰ বাহিৰলৈ যোৱা আৰু ভিতৰলৈ যোৱা মানুহৰ গমনাগমনৰ কাৰণ জনাও চোৰাংচোৱাৰ কৰ্তব্য; লগে লগে তেওঁলোকে অবাঞ্চিত লোকৰ চলাচলৰ ওপৰতো চকু ৰাখিব লাগিছিল। নগৰৰ নিবন্ধ প্ৰস্তুতৰ ক্ষেত্ৰতো সেই একে কথা। এনে ধৰণৰ নিবন্ধ প্ৰস্তুত কৰাৰ লগে লগে (এই কথা মেগেস্থিনিচৰ চকুত পৰিছিল) আন এটি আচহুৱা প্ৰথাও প্ৰচলিত আছিল। এই প্ৰথা গ্ৰীকসকলৰ মাজত প্ৰচলিত আছিল, কিন্তু ভাৰতত বৰকৈ

দেখিবলৈ পোৱা নাযায়। প্ৰত্যেক বিষয়াকে কাম অনুসৰি নগদ টকা* দিয়া হৈছিল ( Arth. 5 3 )। যাই পুৰোহিত, সেনাপতি, ৰজাৰ উত্তৰাধিকাৰ, ৰাজমাও আৰু ৰাজমহিষী প্ৰত্যেকেই বছৰি ৪৮,০০০ পণস'কৈ দৰমহা পাইছিল। এই কথাৰ পৰাই বুজিব পাৰি, অশোকে কিয় ৰাজমহিষীয়ে সুকীয়া দা-দক্ষিণা দিয়াৰ কথা ঘোষণা কৰিছিল। পথাৰ আৰু গাওঁ দান দিয়াটো নিয়ম নাছিল। যি ৰজাৰ অতি প্ৰয়োজন হয়, তেওঁহে ৰাজ্যৰ অৰ্থনৈতিক ভেটি স্বৰূপ এই গাওঁবোৰ বা পথাৰবোৰ বিক্ৰী কৰে। ৰজা প্ৰসেনজিয়ে টানত পৰিহে ব্ৰাহ্মণক গ্ৰাম দানাদি কৰিছিল আৰু হীনজাতৰ ফুটা কোশল মুদ্ৰা মৰাইছিল। এই ব্যাখ্যা যুক্তিসঙ্গত যেন বোধহয়। সুশিক্ষিত পদাতিক সেনাক ৫০ পণস'কৈ দৰমহা দিয়া হৈছিল। মেগেস্থিনিচৰ বৰ্ণনাত পোৱা যায় যে এইখিনি দৰমহাৰে তেওঁলোকে শান্তিৰ দিনত ভালকৈ খাই বৈ চলি থাকিবলৈ সমৰ্থ হৈছিল। অৱশ্যে সেনাৰ সাজপাৰ আৰু অস্ত্ৰ-শস্ত্ৰৰ যোগান ৰজাই ধৰিছিল। সেই সেনাবোৰে কোনো নগৰত সোমোৱাৰ আগতে অস্ত্ৰ-শস্ত্ৰবোৰ ৰজাৰ ঘৰত জমা দিব লাগিছিল। বিশেষ ভৃত্যাই হাতী, ঘোঁৰা, আৰু অন্যান্য সামৰিক আচবাব-পত্ৰৰ তদাৰক কৰিছিল। গেৰাৰি খটা সুনিপুন বনুৱাকো ৰাজ্য আৰু সেনাবাহিনীৰ আৱশ্যকীয় কৰ্মী বুলি গণ্য কৰা হৈছিল আৰু এওঁলোকক বছৰি ৬০ 'পণস'কৈ নিম্নতম দৰমহা দিয়া হৈছিল। এইটো মন কৰিবলগীয়া কথা, কিয়নো 'ৱিষ্টি' শব্দৰ অৰ্থ হ'ল বলেৰে কৰোৱা

---

* শামশাস্ত্ৰীয়ে কৰা অৰ্থশাস্ত্ৰৰ অনুবাদ মতে পাবলগীয়া ধন বস্তুৰেও দিব পৰা গৈছিল (P. 278)। "৬০ 'পনস'ৰ সলনি এক আঢক দি দিবলগীয়া সোণৰ ঠাইত বস্তুৰেও প্ৰাপ্য শোধ কৰিব পৰা হয়।" এই কথা V. S Agarwal য়েও দোহাৰিছে India as known to Panini নামৰ লক্ষ্ণৌত প্ৰকাশিত (১৯৫৩) গ্ৰন্থৰ ২৩৭ পৃষ্ঠা চাওক)। বছৰি ৬০ 'পনস' হ'ল নিম্নতম দৰমহা। এই দৰমহা 'ৱিষ্টি' বনুৱাই প'য়। গতিকে একোজন মানুহে এক 'আঢক চ'উলজাতীয় বস্তুৰে ( ইয়াত খুব সম্ভৱ চাউ'লই ) এবছৰ খাব পাৰিছিল বুলি অনুমান কৰিব পৰা যায়। বৃহত্তম আঢকৰ যি লেখ পোৱা গৈছে, সি হৈছে ১৬৪ পাউণ্ড। কিন্তু এই জোখ চানক্যৰ বহুত শতিকাৰ পিছলৈকে চলি আছিল। কিন্তু এইখিনি চাউলেৰে এটা কাযিক শ্ৰম কৰা মানুহে এবছৰ কটাব নোৱাৰে। আনহাতে ভাত কচিকৰ কৰি খাবলৈ আন বস্তু লগত পোৱাৰ কথা ইয়াত উঠাই নাই। অৰ্থশাস্ত্ৰত আঢকৰ পৰিমান ৮ পাউণ্ডৰো কম যেন অনুমান হয়। এনে অনুমান সঠিক হ'লে আৰু বিপদ। প্ৰকৃতপক্ষে ( গণপতি শাস্ত্ৰীৰ টীকাও পঢ়ি চাওক ) উক্ত বৰ্ণনাৰ প্ৰসঙ্গৰ লগত প্ৰাপ্য সললিৰ সম্বন্ধ নাই; গতিকে ই দীঘলীয়া কাল চাকৰি কৰা বা অধিক নিপুণ বনুৱাৰ বাবে ধৰা অতিৰিক্ত বানচ বা বোনাচহে। দৰমহাৰ প্ৰত্যেক ৬০ পনসৰ সলনি এক 'আঢক' ধৰাৰ নিয়ম প্ৰকৃতপক্ষে পুৰস্কাৰ বা বৃদ্ধিৰ বাবে কৰা ৰাজকীয় ব্যৱহাৰহে পৰিচায়ক। ইয়াৰ লগত প্ৰকৃত দৰমহাৰ নিৰিখত কোনো সম্পৰ্ক নাই।

শ্ৰম ; এই শ্ৰম সামন্ত যুগত প্ৰচলিত বিনাপইচাৰ খাটনি। অৰ্থশাস্ত্ৰত (2. 15) কোৱা হৈছে স্থানীয় ৰাষ্ট্ৰীয় উঁৰালৰ প্ৰধান গৰাকীয়ে, তুঁহ জৰা, ধান খুন্দা, চাউল বনা, তেল আৰু কুঁহিয়াৰ পেৰা, চেনি তৈয়াৰ কৰা, আৰু উল উলিওৱা আদি কাম কৰা মানুহৰ হতুৱাই কাম আদায় কৰি লৈছিল। এই শ্ৰম কৰৰ বৰ্দাস্ত আদায় কৰা হৈছিল যেন বোধহয়। অৰ্থশাস্ত্ৰত 'সংহনিকা' বা 'সিংহনিকা' শব্দটো যদি টীকাকাৰে ভুলকৈ প্ৰয়োগ কৰা নাই তেন্তে তাৰ সহায়ত এনে শ্ৰম আদায়ৰ ব্যৱস্থা আছিল বুলি বুজিবলৈ একো টান নহয়। অৰ্থশাস্ত্ৰৰ আন ঠাইত এই শব্দৰ প্ৰয়োগ নাই। এই শ্ৰমিকবোৰক উঁৰালৰ পৰিদৰ্শকে খুৱাইছিল, তদুপৰি তেওঁলোকক মাহিলি নাই কমেও অন্ততঃ ১$\frac{1}{4}$ ৰূপৰ পণসকৈ দিছিল। এনে শ্ৰমক বলেৰে খটুওৱা শ্ৰম বুলিব নোৱাৰি। শস্য, উল, কুঁহিয়াৰ আৰু অন্যান্য উৎপন্ন বস্তুবোৰ ব্যৱহাৰোপযোগী মূল্য লৈ ( use value ) ৰূপান্তৰিত কৰিব লগা হৈছিল। তাৰ পিছতহে ৰাষ্ট্ৰই সালসলনি প্ৰথাৰ যোগেদি সুবিধাজনকভাৱে বস্তুৰ বেপাৰ কৰিছিল। ৰাজকীয় চোৰাংচোৱাই সদাগৰৰ ভেশ ধৰি যুদ্ধৰত সৈনিকক দুগুণ দামত বস্তু বেচি ভালেমান টকা গোপনে সংগ্ৰহ কৰিবলগীয়া হৈছিল। বুঢ়াসকলৰ বাবে সুন্দৰ পেন্সনৰ ব্যৱস্থা আছিল। সেইদৰে ৰজাৰ কাম কৰি অসমৰ্থ হোৱা লোকৰ বাবে আৰু মৰা মানুহৰ পৰিয়াল-পৰিজনক পোহপাল দিবৰ বাবে পেন্সনৰ ব্যৱস্থা কৰা হৈছিল। খনি খননকাৰীক ৫০০ শৰ পৰা ১০০০ পণসলৈকে দিয়া ব্যৱস্থালৈ চাই ৰাজ্যাই খনি খনন-কাৰ্যৰ ওপৰত বিশেষ গুৰুত্ব দিছিল বুলি ধৰিব পাৰি। সৰ্বত্ৰগামী চোৰাংচোৱা বা ৰজাৰ নিজৰ ৰথৰ সাৰথিয়েও ইমান দৰমহা নেপাইছিল।

মেগেস্থিনিচৰ বিৱৰণিত পোৱা যায় যে চন্দ্ৰগুপ্তৰ এটা শিবিৰতে ৪ লাখ মানুহ আছিল। চাণক্যৰ উপদেশ মতে ৰজাই ৰাজ্যৰ ৰাজহৰ এক চতুৰ্থাংশতকৈও অধিক খৰচ কৰিব নোৱাৰিছিল। তদুপৰি তেওঁ কৰা দৰমহাৰ নিৰিখো মন কৰিবলগীয়া। গতিকে ৰজাই ৰাজহৰ নগদ ধন বহুত পাব লাগিছিল। পণ্য দ্ৰব্য উৎপাদন ব্যৱস্থা, নগদ ধন, আৰু বাজেট ( ৰাজ্যৰ আয় ব্যয়ৰ হিচাপ )—এইবিলাক থকাৰ কথা ভালদৰে উপলব্ধি কৰা গ'লেও সেইবোৰৰ পৰিমাণ নিৰ্ধাৰণ কৰা একৰকম অসম্ভৱ। মোগল যুগৰ শেষ পৰ্যন্ত বিস্তৃত ইয়াৰ পিছৰ যুগবোৰৰ অৰ্থনৈতিক তথ্য যেনেকৈ পোৱা যায়, তেনেকৈ পোৱাটো এই ক্ষেত্ৰত অসম্ভৱ। সেই সময়ত ৰূপৰ 'পণস' প্ৰচলিত আছিল (Arth. 2. 12)। ৰূপৰ লগত এক চতুৰ্থাংশ পৰিমাণৰ তাম আৰু আন এবিধ টান ধাতুৰ $\frac{1}{16}$ অংশ পৰিমাণৰ উপাদান

মিহলোৱা হৈছিল। প্ৰাক-অশোক যুগৰ ফুটা মৌৰ্য-মুদ্ৰাৰ প্ৰকৃত পৰিমাণৰ লগত এই পৰিমাণ মিলি যায়। ইমানবোৰ ব্যৱস্থা থকা সত্ত্বেও অৰ্থনৈতিক অৱস্থাৰ টনাটনি হৈছিল আৰু দৰকাৰ মতে শূন্য ৰাজকোষ পূৰাবৰ বাবে অৰ্থশাস্ত্ৰই কিছুমান অসাধাৰণ ব্যৱস্থাৰ দিহা দিছিল (Arth. 5. 2)ঃ "এনে ব্যৱস্থাৰ দাবী এবাৰহে কৰিব পাৰি, দুবাৰ কৰিব নোৱাৰি।" ব্যৱস্থা অনুসৰি প্ৰত্যেক খেতিয়কৰপৰা ¼ চতুৰ্থাংশ শস্য লোৱা হয়; প্ৰত্যেকজন সোণাৰী, সদাগৰ আৰু কাৰিকৰক নিৰ্ধাৰিত দাম দিবলৈ নিৰ্দেশ দিয়া হয়। 'বেশ্যা আৰু অভিনেতাসকলে তেওঁ-লোকৰ আয়ৰ আধা দিব লাগিব। সোণাৰীসকলৰ ( এওঁলোকে ধন ধাৰলৈ দিছিল ) সমগ্ৰ সম্পত্তি বাজেয়াপ্ত কৰা হ'ব।' হাঁহ-কুকুৰা আৰু গাহৰিৰ আধা আৰু গৰু-ম'হৰ এক দশমাংশ সংগৃহীত হ'ব। ইয়াৰ উপৰিও ঘাই ৰাজহ সংগ্ৰহকাৰী বিষয়াই মানুহৰপৰা দান খুজিব। এই কামত তেওঁক গুপ্তচৰসকলে সহায় কৰিছিল। এওঁলোকে গাইগুটীয়া দাতাৰ ভেশচন ধৰি আহি ভুৱা দান দি দানৰ পৰিমাণ বৃদ্ধি কৰাত সহায় কৰে। আজিকালিও মানুহে সংগ্ৰহ থালত এনেকৈ দান দি পৰিমাণ বৃদ্ধি কৰোৱা দেখা যায়। সেইদৰে উপাধি আৰু নিদৰ্শনসূচক পাগুৰী আৰু ছাতি আদিও বেচা হয়। অৱশ্যে এই বস্তুবোৰৰ লগত সা-সুবিধা বিষয়-বাব অথবা ৰাষ্ট্ৰীয় সম্পত্তি বিক্ৰী নেযায়। ৰক্ষাৰ নামত মন্দিৰ, ধৰ্মানুষ্ঠান আৰু ভিক্ষুসংঘৰ সম্পত্তি হ'লে দেৱতাধ্যক্ষইহে ( অৰ্থাৎ মন্ত্ৰীয়ে ) নিব পাৰে; সেইদৰে মৃতকৰ সম্পত্তি গ্ৰহণ কৰাৰ ব্যৱস্থা আছিল। সহজে পতিয়ন যোৱা লোকসকলক পতিয়ন নিয়া-বলৈ আশ্চৰ্যকৰ ক্ৰিয়াৰ সৃষ্টি কৰা হয়; ছদ্মবেশী চোৰাংচোৱাসকলে ৰজাৰ খৰচত নতুন পূজাৰ মূৰ্তি স্থাপন কৰে। এই কথা পতঞ্জলিৰ এটা বিবৃতিৰপৰা (on Pan 5. 3. 99) ধৰিব পাৰি। তেওঁ কৈছিল, "মৌৰ্যসকলে নগদ টকা সংগ্ৰহৰ ( 'হিৰণ্যাৰ্থিভিঃ ) বাবে 'অৰ্চাঃ' অৰ্থাৎ পূজাৰ মূৰ্তি স্থাপন কৰিছিল।" চোৰাংচোৱাই আচল সদাগৰৰ লগত বেপাৰ কৰি নগদ টকা গোটাব পাৰিলেই সেই টকা সিহঁতে আন চোৰাংচোৱাৰ সহায়েৰে চুৰ কৰাই লৈ যাবলৈ সুযোগ দিয়ে। কোনো 'সমাজত' যদি সদাগৰজনে মদ খাই সংজ্ঞা হেৰুৱায়, তেন্তে সদাগৰৰ বয়বস্তু আৰু নগদ ধনো তেনেকৈ চুৰ কৰি নিয়া হয়। ৰাষ্ট্ৰৰ অনিষ্ট সাধিবলৈ চিন্তা কৰিছে বুলি সন্দেহ কৰা পক্ষ দুটাৰ মাজত কাজিয়া লগাই দি, তাৰে কোনোবা এজনক চোৰাংচোৱাই বিহখুৱাই মাৰে আৰু ইটোৰ গাত তাৰ দোষ জাপি দিয়ে। তাৰ পিছত উভয়ৰে সম্পত্তি ৰাষ্ট্ৰই বাজেয়াপ্ত কৰে। অৱশ্যে 'দুষ্ট আৰু ষড়যন্ত্ৰ-কাৰীৰ বিৰুদ্ধেহে' এনেকৈ ভুৱা অভিযোগ কৰা হৈছিল, 'আনৰ বিৰুদ্ধে নহয়।'

ৰাজকোষৰ অৱস্থা বেয়া হ'লে ডকাইতি আৰু হত্যাকাণ্ড আদি কৰা টোও ৰীতিবিৰুদ্ধ নাছিল। ৰাষ্ট্ৰই ঋণ গ্ৰহণ কৰা অথবা জাতীয় ঋণ লোৱাৰ দৃষ্টান্ত ক'তো পোৱা নাযায়। সাধাৰণ কৰ-কাটলৰ উপৰিও যে মৌৰ্যৰজাসকলে ৰাজহ সংগ্ৰহ কৰিব লগা হৈছিল ; তাৰ প্ৰমাণ ফুটা মৌৰ্য মুদ্ৰাবোৰৰ ক্ৰমাগত লঘুকৰণ আৰু অমসৃণ প্ৰস্তুতিয়ে দিয়ে। চিলনৰ বৌদ্ধ টীকাকাৰ ধৰ্মপালৰ মতে চাণক্যই নিজে এটা 'কাৰ্ষাপণ' মুদ্ৰাত তাম দি আঠোটা মুদ্ৰা তৈয়াৰ কৰিছিল। আধুনিক ৰাসায়নিক বিশ্লেষণৰ ফলত জনা গৈছে যে অশোকৰ মুদ্ৰাত ⅓ ভাগ বা ততোধিক তাম আছিল। পালি টীকাকাৰসকলৰ মতে 'কাৰ্ষাপণ' মুদ্ৰা তামৰ। মনু আৰু যাজ্ঞবল্কৰ স্মৃতি অনুসৰি 'কাৰ্ষাপণ' তামৰ মুদ্ৰা। এই কথাৰপৰা বুজিব পাৰি যে এইবিলাক ধৰ্মশাস্ত্ৰ অৰ্থশাস্ত্ৰৰ পিছৰ গ্ৰন্থ, যদিও অৰ্থশাস্ত্ৰই উক্ত গ্ৰন্থবোৰৰপৰা যথেষ্ট সহায় লৈছিল বুলি কোৱা হয়। অৰ্থশাস্ত্ৰৰ যুগৰ অৰ্থনীতি প্ৰযোজিত হৈছিল বেহা-বেপাৰ আৰু উৎপাদনৰ ক্ৰম-বৃদ্ধিৰ কালত। গতিকে যেতিয়াই এনে ক্ৰম-বৃদ্ধি বন্ধ হৈ গ'ল, তেতিয়াই তাৰ পতন ঘটিল। ৰাজ্য নতুন ঠাইত বিস্তৃত হৈ তাৰপৰা লাভ হৈ থাকিলেহে এই অৰ্থনীতি চালু হৈ থাকে। ইতিমধ্যে আমি এটা কথা মন কৰিছোঁহঁক। উদাৰ আৰু ধৰ্মপৰায়ণ অশোকেও শাক্যমুনিৰ জন্মভূমি 'লুম্বিনী' গাৱঁক সম্পূৰ্ণৰূপে কৰমুক্ত কৰিব পৰা নাছিল। গতিকে ধৰ্মৰ সহায়েৰে ৰাজ্য শাসন কৰিবলৈ ওলোৱাৰ যথেষ্ট অৰ্থনৈতিক যুক্তি আছিল। যিখন শাস্ত্ৰৰ (অৰ্থাৎ অৰ্থশাস্ত্ৰ) উপদেশাৱলীৰ সহায়ত পূৰ্বতে শাসন চলিছিল, সেইখন শাস্ত্ৰৰ অতিশয় বিমুগ্ধ পাঠকজনেও তাক ধৰ্মসম্মত বুলি ক'ব নোৱাৰে।

৭·৬ অৰ্থশাস্ত্ৰই জাতপ্ৰথাক শ্ৰেণীগঠনৰ ঘাই ভেটি বুলি ধৰা নাছিল। জাতৰ নাম নিদিয়াকৈ 'পৌৰ-জনপদ' বুলি এটা সমাস শব্দ তাত ব্যৱহাৰ কৰা হৈছে। ইয়াৰ অৰ্থ এটি উচ্চ শ্ৰেণী। প্ৰথম শব্দটোৰ অৰ্থ 'নগৰবাসী' আৰু দ্বিতীয় শব্দটোৰ অৰ্থ 'জিলাৰ বাসিন্দা'। দুয়োটা পৰস্পৰ বিৰোধী শব্দ নহয়, অৰ্থাৎ নগৰবাসী বা গাৰ্হস্থ্যীয়াৰ তেনে কোনো প্ৰভেদ তেতিয়া নাছিল। কাৰণ প্ৰত্যেক জনপদৰে নগৰত সদৰ ঠাই আছিল, আৰু প্ৰত্যেক নগৰৰে পশ্চাৎ প্ৰদেশ হিচাপে একোটা জনপদ আছিল। বিবেচনা কৰিলে দেখা যায় এই মানুহখিনি সাধাৰণ নাগৰিক নহয়, তেওঁলোক সম্পত্তিবান লোক। এওঁলোকে ৰজাৰ ঘৰত ভাল সম্মান পাইছিল আৰু ৰাজহুৱা মতৰো স্ৰষ্টা আছিল। এই লোকসকলৰ ভালেমান অনুগামীও আছিল। সম্ভৱতঃ এই অনুগামীবোৰ আছিল জনজাতীয় সমাজৰপৰা ভাগি অহা লোক। সেই সময়ত মত প্ৰকাশৰ বাবে গণভোট বা ভোটদানৰ ব্যৱস্থা

নাছিল। চোৰাংচোৱা আৰু ষড়যন্ত্ৰকাৰীৰ ( Arth. 1. 13 ) সহায়েৰে এই মত সংগ্ৰহ কৰা হৈছিল। এনে মত সংগ্ৰহৰ প্ৰথাক খবৰ কাগজৰ যোগেদি আধুনিক ৰাজহুৱা মত সংগ্ৰহ কৰাৰ ব্যৱস্থাৰ লগত তুলনা কৰিব পাৰি। ৰাজহুৱা পৰ্যবেক্ষণ আৰু অঞ্চলবিশেষৰ মতামতৰ নিদৰ্শন সংগ্ৰহ কৰাৰ ( sample survey ) কৌশলৰ লগতো উক্ত প্ৰথা তুলনীয়। এই পৌৰজানপদ শ্ৰেণীটোক ৰাষ্ট্ৰই সন্মানৰ চকুৰে চোৱাৰ প্ৰমাণ পোৱা যায়। অৰ্থশাস্ত্ৰত ( 1 9 ) পোৱা যায় যে, স্থানীয় জানপদৰপৰা ৰাষ্ট্ৰই মন্ত্ৰী লোৱাটো নিয়ম আছিল। ইয়াৰপৰা এটা কথা বুজিব পাৰি যেনেগ জিলাৰপৰা মন্ত্ৰী লোৱা নিষিদ্ধ আছিল। প্ৰত্যেকটো জনপদ নামৰ প্ৰশাসনীয় গোটৰে সুকীয়াকৈ একোখন মন্ত্ৰীসভা আছিল। এইকথা মেগেস্থিনিচেও দেখি গৈছে। অৰ্থশাস্ত্ৰত ( 8. 1 ) কৌটিল্যই পৰাশৰৰ মত খণ্ডন কৰি কৈছে যে, নাগৰিক পৌৰবিলাকতকৈ গাৰৱলীযা জানপদবোৰক শক্তিশালী বিবেচনা কৰি সেইবোৰক সন্তুষ্ট কৰি ৰাখিব লাগে। ৰজাই ৰাজসভাত বহি এদিনৰ আঠভাগৰ এভাগ সময় পৌৰজানপদসকলৰ কাম-কাজৰ কথা বিবেচনা কৰাটো তেতিয়াৰ দিনৰ নিয়ম আছিল ( Arth. 1. 19 )। কাৰণ, এই পৌৰজানপদবোৰ অসন্তুষ্ট হ'লে সেইবোৰে ৰজাৰ ৰাজ্যও ধ্বংস কৰিব পাৰে ( Arth 13 5 )। অৰ্থশাস্ত্ৰৰ ( 1·13 ) বৰ্ণনাৰপৰা আৰু এটা কথা বুজা যায়, এই পৌৰজানপদসকলে ৰজাক উৎপন্নৰ ⅙ ভাগ উৎপন্ন কৰ স্বৰূপে দিব লাগিছিল; কিন্তু একোজন 'সীতা' মাটিৰ খেতিয়কে উৎপন্নৰ ⅕ ভাগ কৰ দিয়াৰ উপৰিও আন আন কিছুমান বিশেষ কৰো দিব লাগিছিল। গতিকে এই খেতিয়কসকলে উৎপন্নৰ আধাও নিজৰ হাতত ৰাখিব পাৰিছিল নে নাই সন্দেহ। গতিকে এটা প্ৰশ্ন কৰা আমাৰ উচিত হ'ব। এই নাগৰিকসকলে কেনেকৈ তেওঁলোকৰ জীৱিকা মোকোলাইছিল? নগৰত থকা মানুহবোৰে সম্ভৱ বেহা-বেপাৰ আৰু বস্তু-উৎপাদন কৰি আয় কৰিছিল। কিন্তু বেছি ভাগ ক্ষেত্ৰতে মাটিৰপৰা হোৱা কোনো উৎপন্নৰ বাহিৰেই আছিল এই মানুহ-সকলৰ আয়ৰ উৎস—তেহেলৈ সেই আয় পোনপটীয়াকৈ পাওক বা আওপকীয়াকৈ পাওক। গতিকে আমি এই ৰাহিৰ কথা খৰচি মাৰি আলোচনা কৰিব লাগিব।

ৰাষ্ট্ৰৰ নিয়ম মানিয়েই জানপদসকলে উক্ত উৎপন্নৰ এক ষষ্ঠাংশ কৰ দিয়া কথাটো সহজে ধৰিব পাৰি। অৰ্থশাস্ত্ৰত ( 2. 15 ) প্ৰত্যেকজন স্থানীয় কোষা-গাৰাধ্যক্ষৰ সুবিধাৰ্থে এই নিয়মৰ বিষদ ব্যাখ্যা দিয়া হৈছে। এওঁলোকে বস্তুৰ সংগ্ৰহ, কৃষিঋণৰ বন্দৱস্তি, জৰা, খুন্দা, বনা আৰু সংগৃহীত বস্তুৰ ডাঙৰ বেপাৰ আদিৰ দিহা কৰিছিল। আনহাতে অৰ্থশাস্ত্ৰত ৰাষ্ট্ৰ শব্দৰ বি অৰ্থ অন্যান্য ধ্ৰুপদী

সংস্কৃত সাহিত্যতো তাৰ একে অৰ্থ। ৰাষ্ট্ৰ শব্দৰ অৰ্থ দেশ বা গাওঁ। ইয়াক কেতিয়াবা 'দুৰ্গ' শব্দৰ বিপৰীত অৰ্থত ব্যৱহাৰ কৰা হয়। দুৰ্গ শব্দৰ অৰ্থ সংৰক্ষিত নগৰ। ৰাষ্ট্ৰৰ 'কৰ' দহোটা বিভিন্ন শিতানত সংগ্ৰহ কৰা হৈছিল ( Arth. 2. 15 ) : বুঙ্ক গ্ৰামসমূহৰ ওপৰত লগোৱা কৰক পিণ্ড কৰ, শস্যৰ এক ষষ্ঠাংশ কৰক 'ষড়ভাগ', সেনাবাহিনীৰ অৰ্থে লগোৱা কৰক 'সেনাভক্তম', বলিৰ কৰক 'বলি' বোলা হৈছিল। বলি কৰেই প্ৰাচীনতম কৰ ; ঋকৃবেদত এনে কৰৰ উল্লেখ আছে। জনজাতিসকলৰ মুৰব্বীসকলক ৰাজহুৱা যজ্ঞৰ সময়ত দিয়া দানৰপৰা ইয়াৰ উৎপত্তি ( R. V. 10. 173. 6 )। পিছলৈ এই কৰ দিয়াটো প্ৰথাত পৰিণত হ'লগৈ, ( বুমিনদেই লিপিৰ কথা এইখিনিতে উল্লেখযোগ্য )। বলিদান দিয়া হওক নহওক এই বলিৰ কৰ দিয়াটো বিধি। ইয়াৰ উপৰিও আন আন কৰ আছিল। যেনে,—বছেৰেকীয়া নগদ কৰ বা ফলমূল আদিৰ দৰে স্থায়ী উৎপন্নৰ ওপৰত লগোৱা সাধাৰণ কৰ : আদিতে ইয়াক 'কৰ' বোলা হৈছিল, পিছলৈ এই কৰকে সাধাৰণ অৰ্থত ব্যৱহাৰ কৰা হ'বলৈ ধৰিলে। আন এটি কৰ হ'ল 'উৎসঙ্গ' ; ৰজাৰ ল'ৰা উপজিলে বা তেনে উৎসৱৰ সময়ত এনে কৰ দিয়া নিয়ম। ইয়াক উচ্চকৰ ( uebersteur, Meyer ) বুলিব পাৰি। পাৰ্শ্ব ( Meyer ; Nebengaben ) নামৰ আন এবিধ পৰিপূৰক কৰ আছিল। 'পৰিহীণকম', নামৰ এবিধ হানি কৰো আছিল ; গৰু-ম'হে ধান নষ্ট কৰিলে এই কৰ লগোৱা হয়। বসনাদি কিছুমান দানৰ ওপৰত 'ঔপায়নিকম্' কৰ আৰু উঁৱালৰ ওপৰত অথবা ৰজাৰ পুখুৰী আৰু ফুলনি আদি ব্যৱহাৰৰ ওপৰত লগোৱা 'কৌষ্ঠেয়কম' কৰ প্ৰচলিত আছিল।

এইবিলাক কৰত আৰ্য জনজাতীয় প্ৰথাৰ প্ৰভাৱ বৰ্তমান। জনজাতীয় মুৰব্বী বা জনজাতীয় কৰ্তৃপক্ষৰ অৱসান ঘটাৰ পিছত সাৰ্বভৌম ৰজা আৰু আমোলাশ্ৰেণী প্ৰতিষ্ঠিত হোৱাৰ সময়ৰ এইবিলাক ঘটনা। পৌৰ-জানপদবোৰৰো জনজাতীয় সমাজৰ লগত সম্পৰ্ক ছিগা বেছি দিন হোৱা নাছিল। জানপদ শব্দৰ অৰ্থ যে 'জনজাতিৰ বসতিস্থান' তাক পাঠকসকলে পাহৰি যোৱা উচিত নহয়। জনজাতি-বোৰৰ মাজত ডাঙৰ ডাঙৰ পিতৃতান্ত্ৰিক গোটৰ জন্ম হৈ ৰাষ্ট্ৰগঠন কৰাৰ পিছতো গোটবোৰত ভাসেমান পুৰণি জনজাতীয় প্ৰথাৰ প্ৰভাৱ বৈ গ'ল। নতুন কৃষি উৎপাদনৰ পদ্ধতি গ্ৰহণ কৰাৰ লগে লগে এই জনজাতিবোৰ ভাগ ভাগ হ'বলৈ আৰম্ভ কৰা সত্ত্বেও এনেবোৰ প্ৰথা সম্পূৰ্ণৰূপে লোপ নাপালে। জানপদপতিসকল সামন্ত বা জমিদাৰ নাছিল। তেওঁলোক প্ৰত্যেকেই বিভক্ত ডাঙৰ গোট একোটাৰ

দলপতি বা গোষ্ঠীপতি আছিল। স্থানীয় প্ৰথা আৰু দলীয় ঐতিহ্যৰ সহায়ত তেওঁলোকে দলভুক্ত লোকসকলে কৰা উৎপন্নৰ ৰাহিখিনি নিয়ন্ত্ৰনাধীন কৰিব পাৰিছিল। শূদ্ৰ ( helot )সকলৰ সাহায্যত অথবা বিনা সাহায্যত তেওঁলোকে এই ৰাহিখিনি লাভ কৰিবলৈ সমৰ্থ হৈছিল। কিন্তু দলপতিজনে এই ৰাহিখিনিৰে বেপাৰ কৰিবলৈ আৰম্ভ কৰিছিল। তাৰপৰা যিবোৰ লাভ হৈছিল সেইবোৰক তেওঁ লাহে লাহে গাইগুটীয়া সম্পত্তিত পৰিণত কৰি লৈছিল। তেওঁৰ অনুগামী-সকলে তাৰ কিমান ভাগ পায় সেইটো অনুগামীসকলৰ ইচ্ছাতকৈ তেওঁৰ নিজৰ ইচ্ছাৰ ওপৰতহে অধিক নিৰ্ভৰ কৰিছিল। মাৰ্ক্সে যাক এছীয় উৎপাদন ব্যৱস্থা বুলিছে সেই ব্যৱস্থা আৰু জমিদাৰ তন্ত্ৰৰ অংকুৰ আমি এই ৰাহি আত্মসাৎ কৰা প্ৰথাতে প্ৰথম দেখিবলৈ পাওঁ, অৱশ্যে উত্তৰকালৰ পূৰ্ণৰূপ ইয়াত দেখা নাযায়। পূৰ্বতে মানুহে বাধ্যতামূলক সামৰিক সেৱা কৰিব লাগিছিল, এতিয়া সেই সেৱাৰ ঠাইত 'সেনাবাহিনীৰ অৰ্থে লগোৱা কৰ' বা সেনাভক্তম কৰৰ প্ৰৱৰ্তন কৰা হ'ল। মেগেস্থিনিচে বৰ্ণোৱা 'মুক্তনগৰী'বোৰত পৌৰজানপদসকল আছিল উচ্চশ্ৰেণীৰ লোক, আৰু এই শ্ৰেণীয়ে প্ৰায় বিলাক ক্ষেত্ৰতে নিজে শাসনকাৰ্য নিৰ্বাহ কৰিছিল। ইয়াৰ উপৰি ( স্থানীয় ) মন্ত্ৰী আৰু আমোলাসকলক তেওঁলোকৰপৰাই বাছনি কৰি লোৱা হৈছিল, গতিকে তেওঁলোকৰ শাসনেই ঘাইকৈ চলিছিল বুলি ক'ব পাৰি। অৰ্থশাস্ত্ৰত ( 5. 1 ) 'মুখ্যাঃ' ( প্ৰধান নাগৰিক ) আৰু শক্তিশালী মহামাত্ৰসকলক বিশ্বাসঘাতকতা আৰু চক্ৰান্ত কৰিবলৈ উপদেশ দিয়া হৈছে। ভয়ংকৰ বুলি বিবেচিত হ'লে দলপতিজনক তাকৰীয়া সেনাবাহিনী দি আনঠাইত ক্ষুদ্ৰ অভিযান চলাবলৈ পঠাই বাটত খাপ পিটি বা বেৰি ধৰি মৰা, হত্যা কৰা বা বিহ দি মৰাও অবিধেয় নাছিল। ষড়যন্ত্ৰকাৰী বা টুটকীয়াৰ হতুৱাই ভুৱা অভিযোগ দিও এনে কাম কৰা হৈছিল। দলপতিজনক হত্যা কৰিবলৈ তেওঁৰ পুতেক আৰু ভায়েককো লগোৱা হৈছিল। সিংহাসনৰ আশা দি এনে কাম কৰোৱাই লৈ সেই আশা পূৰণ নকৰোৱা-টোও অবিধেয় নাছিল। দুজন ভয়ংকৰ নাগৰিকক একেলগে নাশ কৰিবলৈ হ'লে ইজনৰ হতুৱাই সিজনক হত্যা কৰাৰ অভিযোগত অভিযুক্ত কৰোৱাৰ নিয়ম আছিল, তেনে হত্যাকাণ্ড প্ৰকৃতপক্ষে ৰজাৰ মানুহেহে কৰে, মাত্ৰ অভিযোগটোহে নাগৰিকজনৰ ওপৰত জাপি দিয়া হয়। এনে ধৰণৰ ব্যৱস্থাৰ পৰিৱৰ্তে অশোকে যি ধৰ্মৰ শাসন প্ৰৱৰ্তন কৰে সেই শাসন বাস্তৱিকতে বৈপ্লৱিক আছিল। এই শাসনৰ ফলত ৰাষ্ট্ৰৰ আটাইতকৈ শক্তিশালী শ্ৰেণীটোৱে চিৰন্তন নিয়ন্ত্ৰণৰপৰা মুক্ত হৈ আত্ম-বিস্তাৰৰ সুযোগ লাভ কৰিলে।

এই উচ্চ শ্ৰেণীৰ নাগৰিকসকলৰ লগে লগে সমাজৰ নিম্নথাপত আন এশ্ৰেণী মুক্ত বনুৱাৰ সৃষ্টি হৈছিল। এওঁলোকৰ মাটিত কোনো অধিকাৰ নাছিল। ৰজাৰ মাটিৰ পৰিচালকসকলে আধিয়াৰসকলক শস্যৰ আধাভাগ দিয়াৰ বন্দৱস্তত লোৱোৱা মাটি ভাড়ালৈ দিছিল। কিছুমান পৌৰ-জানপদই গাঁঠিৰ ধন ভাঙি পতিত মাটি উলিয়াই শস্যৰ ভাগী হ'বলৈ ওলোৱা কিছু বনুৱাৰ সহায়ত তাত খেতি কৰিছিল। কৌতিয়ৰা ৰাষ্ট্ৰয়ো এনে ধৰণৰ খেতি কৰিবলৈ উদগনি দিছিল; অৰ্থশাস্ত্ৰৰ (2.24) এঠাইত 'অৰ্ধসীতিক'ৰ কথা উল্লেখ কৰিছে, ঠিক তাৰ লগতে কোৱা হৈছে যে 'স্ব-বীৰ্যোপজীবিনঃ'সকলক এক চতুৰ্থাংশ, এক পঞ্চমাংশ বা তেনে ধৰণৰ কৰৰ বন্দৱস্তত মাটি দিব লাগে। স্ব-বীৰ্যোপজীবিনঃৰ অৰ্থ এই বুলি দিয়া হৈছে,—"যিসকল মানুহৰ নিজৰ দৈহিক শ্ৰমৰ বাহিৰে আন দিবলৈ একো নাই সেইসকল।" অৱশ্যে এই শব্দৰ অৰ্থ,—'আত্মবীৰ্যৰ বলেৰে জীৱন ধাৰণ কৰা' এনে বুজিহে আচলতে ধৰিব পাৰি। এই 'আত্মবীৰ্যৰ বলেৰে জীৱন ধাৰণ কৰা' লোকসকল কিবনুয়া বৃত্তিধাৰী সৈনিক বা তেনেধৰণৰ মানুহ (cf. E. H. Johnston. JARS, 1929, PP 77-102)। ৰাজহি বিষয়াৰ বৰ্ডত প্ৰাক্তন সামৰিক বিষয়াসকলকো সুমাই লোৱা হৈছিল (Arth. 2. 9); এওঁবিলাকৰ কাম আছিল টকা খোৱা বন্ধ কৰা। এনে ব্যৱস্থাক জমিদাৰতন্ত্ৰ বা সামন্তপ্ৰথা বোলাৰ প্ৰশ্নই উঠিব নোৱাৰে। জনজাতীয় প্ৰথা অনুসৰি মাটিয়েই ৰাজ্য (territory) আছিল; তেতিয়া মুৰবী বা গাওঁবুঢ়াসকলে এই মাটিৰ ভাগ কৰিছিল। শেহলৈ তেওঁলোকৰ অধিকাৰ ৰাজ-সম্ৰাট আৰু তেওঁৰ জানপদ বিচাৰকসকলে পায়। গতিকে মাটিৰ ব্যক্তিগত সম্পত্তিৰ ভাব অতি শিথিল আছিল। অৰ্থশাস্ত্ৰত (3. 5. 7) সম্পত্তিৰ উত্তৰাধিকাৰৰ কথা বৰ্ণোৱা হৈছে, কিন্তু তাত মাটি বা ঘৰৰ বিন্দুমাত্ৰও উল্লেখ নাই। নিজৰ বংশৰ পুৰণি মাটিত উমৈহতীয়াকৈ পত্য ঘৰৰ লেখ লোৱাটোহে তেতিয়া নিয়ম আছিল। গ্ৰীকসকলে ভাৰতৰ মাটি ৰাষ্ট্ৰৰ বা ৰজাৰ আছিল বুলি ভবাটো ভুল হোৱা নাছিল। অৱশ্যে অৰ্থশাস্ত্ৰত (Arth. 39) বংশৰ লোক, ওচৰ-চুবুৰীয়া, আৰু ধনীলোকৰ সম্মুখত দলিল কৰি আৰু গাওঁবুঢ়াসকলৰ সম্মুখত সম্পত্তি ভগোৱা আৰু মাটিৰ হস্তান্তৰ কৰাৰ কথা পোৱা যায়। ঘৰকে ধৰি সম্পত্তি আদি নীলামত দিবই লাগিছিল। তেনে নীলামৰ পিছত, ৰজাৰ ঘৰে ধৰি দিয়া দামৰ ওপৰৰ নিৰ্ধাৰিত ধনখিনি আৰু বিক্ৰী কৰৰ পৰিমাণ নীলাম লওঁতাই ৰজাৰ ৰাজকোষত জমা দিয়াৰ নিয়ম আছিল। কিন্তু সম্পত্তিৰ এনে ধৰণৰ হস্তান্তৰ কৰা কাম বহু বেলেগ সৈতে সমপৰ্য্যায়ৰ কাম নাছিল। তদুপৰি এনে হস্তান্তৰ কৰৰ ভেটি আৰু

খাৰী মাটিৰ ক্ষেত্ৰতহে প্ৰযোজ্য আছিল। লগে লগে অৰ্থশাস্ত্ৰৰ (Arth 2. 1.etal) আৰু এটি নিৰ্দেশ মন কৰিবলগীয়া। কৰ ভৰা গাওঁবোৰৰ মানুহ কৰ নিদিয়া গাওঁবোৰৰ ভিতৰলৈ যাব নোৱাৰিছিল। ইয়াৰপৰা বুজিব পাৰি যে জনজাতীয় আৰু 'সীতা' মাটিৰ উপৰিও মাটিত ব্যক্তিগত উদ্যোগবো আৰম্ভ হৈছিল। 'অৰ্থশাস্ত্ৰ'ৰ যুগৰ ৰাষ্ট্ৰৰ খাই কৰ্তব্য আছিল 'সীতা' মাটিৰ বন্দবস্তি কৰা, এই মাটি ৰাষ্ট্ৰীয় অধিকাৰত আছিল। ইয়াৰ খাই উদ্দেশ্য আছিল পৌৰ জানপদসকলক অতিৰিক্ত কৰ্তব্যৰপৰা ৰেহাই দিয়া।

ৰাষ্ট্ৰৰ চন পৰি থকা মাটি ভাঙিবলৈকে যে 'অৰ্ধসীতিক'ৰ প্ৰয়োজন হৈছিল তাক ক'ব নোৱাৰি। তেওঁলোকৰ তিৰোতাসকলে শিবিৰেকসকলে লগোৱা ধাৰো শুজিব লাগিছিল ( Arth. 3. 11 ); গৰখীয়াসকলৰ তিৰোতাৰ ক্ষেত্ৰতো সেই একে কথা। কিন্তু অন্যান্য ঋণাদিৰ ক্ষেত্ৰত তিৰোতাৰ সন্মতিৰ অবিহনে তিৰোতা-সকলক দায়ী কৰা নহৈছিল। অৱশ্যে 'অধসীতিক'সকলৰ তিৰোতাসকলে কিছুমান হীন কাম কৰি দিলে লগে লগে দাসত্বৰ বন্ধনৰপৰা আপোনা-আপুনি মুক্তি পাইছিল ( Arth. 3. 13 )। এই কথা আন আন চুক্তিবদ্ধ বনুৱাৰ ক্ষেত্ৰতো খাটে। ওপৰৰ বৰ্ণনাবোৰৰপৰা ধৰিব পাৰি যে কিছুমান 'অৰ্ধসীতিকই' ব্যক্তিগত লোকৰ মাটিত কাম কৰিছিল, তেওঁলোকৰ তিৰোতাসকলে নিৰোৱা, খুন্দা, ধান বনা আৰু পানী কঢ়িওৱা আদি কিছুমান কাম কৰিছিল। আজিকালিও বিহাৰত কিছুমান জমিদাৰৰ ঘৰত শস্যৰ ভাগ লৈ কাম কৰা নিম্নশ্ৰেণীৰ আধিয়াৰ খেতিয়কসকলে এনেকুৱা বন্দবস্তিত কাম কৰে। এই ব্যৱস্থাৰ উৎপত্তি অৰ্থশাস্ত্ৰৰ যুগতে। সামন্ত যুগত এই আধিয়াৰ প্ৰথা আৰু সবল হয়। বিশেষকৈ মুছলমান যুগত। মুছলমানসকলে তেওঁলোকৰ সেনাসকলক নিয়মিতভাৱে মাটিত বহুৱাই-ছিল। জানপদসকলে এনে প্ৰথাৰে কৰা খেতিৰপৰা যথেষ্ট লাভ কৰিছিল। ৰাষ্ট্ৰক দিব লগা কৰ দি, আধিয়াৰৰপৰা লবলগীয়া আধা উৎপন্ন গ্ৰহণ কৰি আৰু খেতিৰ মূলধনৰ খৰচ, পৰিপূৰক কৰ আৰু যাতায়াত কৰ ( tolls.) ভৰিও জানপদ সকলৰ হাতত যথেষ্ট লাভ হৈছিল। অৱশ্যে এইবোৰ মাটিত দখলীস্বত্বৰ বাহিৰে তেওঁৰ আন স্বত্ব নাছিল। আনহাতে পুৰণি বসতিৰ অঞ্চলবোৰত জানপদবোৰে পুৰণি বন্দবস্ত অনুসৰি ভালেমান প্ৰথা মানি চলিব লাগিছিল; গতিকে জানপদ-সকল কোনো অৱস্থাতেই মুক্ত উদ্যোগী হ'ব নোৱাৰিছিল। অৰ্থশাস্ত্ৰৰ (3. 14) যুগৰ হালোৱাসকলক সদাগৰসকলৰ দৰে শ্ৰেণীভুক্ত ( guild ) বা সমাজভুক্ত কৰা হৈছিল। লগতে এটা কথা কৈ থোৱা ভাল হ'ব, সেই সময়ত জনসংখ্যা যথেষ্ট নাছিল;

গতিকে সৰহসংখ্যক 'অৰ্থনীতিক' ( আধিয়াৰ ) ওজোৱাটো অসম্ভৱ আছিল। তদুপৰি নতুন 'সীতা' মাটি ওলালেই প্ৰকৃত খেতিয়কক ভাল বন্দবস্তিত সেইবোৰ দিব পৰা গৈছিল। মেগেস্থেনিচৰ বৰ্ণনাৰপৰা আমি গম পাওঁ যে 'মুক্ত নগৰ'বোৰেও ভালেমান 'জনপদ'ৰ মাটি শূদ্ৰসকলক ( georgoi ) নিয়মিত খাজনাৰ বন্দবস্তিত ভাড়ালৈ দিছিল। গতিকে বুজা যায় যে অশোকৰ আগৰ যুগলৈকে মাটিৰ ওপৰত অসহনীয় হেঁচা পৰা নাছিল। সৰ্বশক্তিমান ৰাষ্ট্ৰ আৰু পতিত মাটিৰ ওপৰত বহা নতুন গাইগুটীয়া গৰাকীসকলৰ মাজত লাহে লাহে অৱশ্যম্ভাৱী সংঘৰ্ষই দেখা দিয়া বাবেই অশোকৰ দিনত সংস্কাৰৰ প্ৰয়োজন হয়।

৭.৭ ইয়াৰ পিছত আমি মৌৰ্য যুগৰ উৎপাদন-ব্যৱস্থাৰ আধাৰৰ কথা বিবেচনা কৰিব লাগিব। অৰ্থশাস্ত্ৰত (21) এই কথা খুব সাৱধানেৰে বৰ্ণনা কৰা হৈছে। এই ব্যৱস্থা হ'ল নভঙা পতিত (হাবি) বন্দবস্তি আৰু ৰাজকীয় বিষয়াৰ তলত সেইবোৰৰ পোনপটীয়া আবাদীকৰণ। এনে কৰোঁতে তেওঁলোকে মাটিৰ জোখ লৈছিল, প্ৰত্যেকবিধ মাটিত উৎপন্ন হোৱা বিভিন্ন শস্যৰ পৰিমাণ নিৰ্ধাৰণ কৰিছিল, মাটিত কেনে ধৰণৰ পানীযোগান ব্যৱস্থা থাকিব, তাৰ সিদ্ধান্ত কৰিছিল আৰু বৰষুণৰ পৰিমাণৰো হিচাব ৰাখিছিল। প্ৰত্যেকটো ৰাজকীয় গুদাম আৰু ৰাষ্ট্ৰীয় ভঁৰালতে* একোটা বৰষুণ জোখা যন্ত্ৰ আছিল ( Arth 2. 5)। ইয়াৰ ফলত মাটিৰ শ্ৰেণীবিভাগ কৰা সহজ হৈছিল ( Arth 2.24 )। পূৰ্বৰ জনজাতীয় অঞ্চলৰপৰা বিকশিত কৰা প্ৰাচীন মাটিবোৰ তেতিয়া পৌৰজানপদসকলৰ 'ৰাষ্ট্ৰ' বুলি পৰিগণিত হৈছিল। সেইবোৰত প্ৰত্যেকতে এখন ৰাজধানী (নগৰ) আছিল। এইবোৰত কৰৰ পৰিমাণ আছিল তাকৰীয়া আৰু সেই কৰ পূৰ্বৰ দৰে জনজাতীয় মুৰব্বীক নিদি তেতিয়া সম্ৰাটক দিব লগা হৈছিল। কাৰণ, জনজাতীয় মুৰব্বীবোৰৰ ঠাই সম্ৰাটে অধিকাৰ কৰিছিল। "যি ৰজাৰ ৰাজকোষত ধন কম, সেই ৰজাই কেৱল পৌৰজানপদসকলক গ্ৰাস কৰিব" ( Arth 2. 1 )— এই কথাৰপৰা বুজা যায়, সেই সময়ত অৰ্থশাস্ত্ৰৰ আঁহি মতে চলা ৰাষ্ট্ৰ চলাবলৈ

---

* মৌৰ্য ভঁৰালৰ কথা পুৰাতাত্ত্বিক খনন কাৰ্যয়ো সমৰ্থন কৰিছে, বিশেষকৈ ছহ গৌৰ তাম্ৰফলিয়ে ( Fig. 34 )। এই ফলিত সাৰথিৰ ওচৰৰ দুটা ভঁৰালৰ পৰিচালক বিষয়াৰ প্ৰতি এনেদৰে উপদেশ দিয়া হৈছে (cf. JF. Fleet, JRAS, 1907, 509—582; ibid. G. A. Grierson—688-5); বি, বি, বৰুৱাই তাৰ বেলেগ পাঠ আৰু ব্যাখ্যা দিছে: ABORI II 32—48। ভাৰতৰ খাদ্য বেশ্চনিঙ চলাৰ সময়ত আধুনিক ৰাষ্ট্ৰীয় ভঁৰালবোৰত তাৰ দৰে ভাল যোগান বা পৰিচালনাৰ ব্যৱস্থা নাছিল।

কৰ-কাটলৰ যথেষ্ট অভাৱ আছিল। নতুন ৰাজ্য জয় কৰিলেও তাৰপৰা গোল-পটীয়াভাৱে সংগ্ৰহ কৰা টান হৈছিল। কাৰণ, সেইকালৰ কটকটীয়া নিয়ম মতে বিজিত শাসক আৰু বিষয়াসকলক পৰাপক্ষত পূৰ্বৰ অৱস্থাতে ৰাখিব লাগিছিল। যুদ্ধজয়ৰ প্ৰথম অৱস্থাত লুটপাতৰ জৰিয়তে যি ধন পোৱা যায়, সেই ধনৰ বাহিৰে বিজিত শাসকে বিশেষ কৰ দিয়াৰ কথা ক'তো পোৱা নাযায়। সেইবাবে প্ৰত্যেকটো বিজয়ৰ উদ্দেশ্য আছিল মাটি বন্দৰাস্ত নকৰা ঠাইত মাটিৰ বন্দৰাস্ত কৰা।

তেতিয়াৰ গাওঁবোৰ প্ৰতিৰক্ষাৰ স্বাৰ্থত ওচৰাওচৰিকৈ পতা হৈছিল। দুই চাৰি 'লীগৰ' ব্যাসাৰ্ধৰ একোটুকুৰা ঠাইত পতা এশৰপৰা পাঁচশলৈকে খেতিয়ক শূদ্ৰ পৰিয়াল বহুৱাই এই গাওঁবোৰ পতা হৈছিল। মাজৰ সীমাবোৰত চিহ্ন দি সেইবোৰ ভালদৰে আঁকা হৈছিল। একোটা প্ৰশাসনীয় গোটত দহখন, দুশখন, চাৰিশ অথবা আঠশখনলৈকে গাওঁ আছিল। আঠশ গাৱঁৰ গোটটোত সু-সংৰক্ষিত ৰাজধানী (নগৰ) আছিল। অৰণ্যবাসী জনজাতি আৰু আক্ৰমণকাৰীৰপৰা নতুন জানপদবোৰৰ সীমা ৰক্ষা কৰিবলৈ সেনাবাহিনী ৰখা হৈছিল। কাৰণ, শূদ্ৰসকলৰ অস্ত্ৰ ধৰাৰ অধিকাৰ নাছিল। পুৰোহিতসকলে বিনা কৰে অলপ পৰিমাণৰ পতিত মাটি ভোগ কৰিবলৈ পাইছিল। বাকীবোৰ পতিত মাটি কৰদাতা দখলকাৰীসকলে আজীৱন ভোগ কৰিছিল। কোনোবাই খেতি নকৰাকৈ মাটি পেলাই থলে সেই মাটি তেওঁৰপৰা লৈ আন খেতিয়কক দিয়াটোৱেই নিয়ম আছিল, অৱশ্যে যদি দখলকাৰীয়ে খেতি কৰিবৰ বাবে হাবি কাটি মাটি পৰিষ্কাৰ কৰিব লগা হোৱা বাবেহে খেতি কৰিব নোৱাৰে, তেন্তে নিয়া নহৈছিল। নতুন বন্দৱস্তি হোৱাৰ আৰম্ভণিতে সাময়িকভাৱে কৰ ৰেহাই দিয়াৰ নিয়ম আছিল; কিন্তু খেতিৰপৰা লাভ হবলৈ ধৰাৰ লগে লগে কৰৰ বোজা বেছি হৈ পৰিছিল। এনে খেতিৰ এক চতুৰ্থাংশ ৰজাই নিছিল, তদুপৰি পানীৰ কৰো আছিল। ৰজাৰ বিষয়াই গোটেই কাম-কাজবোৰত চকু দিছিল। হিচাব-পৰীক্ষক (একাউণ্টেণ্ট), পৰিদৰ্শক, নিয়ন্ত্ৰক, পশু-চিকিৎসক আৰু সাধাৰণ চিকিৎসক ইত্যাদিয়েই আছিল এনে ৰাজবিষয়া। এওঁলোকক যি মাটি দিয়া হৈছিল, সেইবোৰো কেৱল প্ৰত্যেকৰ নিজৰ জীৱন কালৰ বাবে; সেই মাটি বন্ধকত দিব বা বিক্ৰী কৰিব নোৱাৰিছিল। তদুপৰি খেতি নকৰাকৈ পেলাই থোৱা মাটি সদাগৰক বা 'গ্ৰামভৃতকক' (অৰ্থাৎ গাৱঁৰ বনুৱাক) 'লীজ'ত দিব পাৰিছিল। এই ন-পমুৱাসকলৰ কাৰণে ৰজা আছিল সম্পূৰ্ণৰূপে পিতৃস্থানীয় সৰ্বশক্তিমান ব্যক্তি। এই ব্যৱস্থা ভাৰতৰ পিছৰ ঐতিহাসিক

কালবোৰতো প্ৰচলিত থকা দেখা যায়; অৱশ্যে তেতিয়াৰ 'সীতা' মাটিৰ বন্দবস্তি ওপৰৰ এই ব্যৱস্থা নিৰ্ভৰশীল নাছিল।

ক্ষুদ্ৰ উৎপাদন ব্যৱস্থাৰ ওপৰত লগত খাপখোৱা আদৰ্শ হ'ল এই পিতৃতান্ত্ৰিক আদৰ্শ। আনহাতে তলৰ খাপত পৰি থকা প্ৰতিৰোধবিমুখী আৰু নিষ্ক্ৰিয় গাওঁবাসী-সকলৰ মনোভাৱৰ লগত খাপখোৱা আদৰ্শ হ'ল সৰ্বশক্তিমান ৰাজশাসন। মুখেৰে পিতৃস্থানীয় মনোভাব প্ৰদৰ্শন কৰি কাৰ্যতঃ সৰ্বশক্তিমানৰ ক্ষমতা প্ৰদৰ্শন কৰাটোহে তেতিয়া সহজ কথা আছিল। সেই সময়ত মাছ, বেপাৰ, পানী উঁৱাল, শাক-পাচলিৰ দৰেই খনিৰ খনন-কাৰ্য, কাঠৰ বেপাৰ, আৰু হাতীমহল (হাতী থকা হাবি), এইবোৰত ৰজাৰ একচেটিয়া অধিকাৰ আছিল। ৰজাই বাণিজ্যপথ আৰু বাণিজ্যকেন্দ্ৰ স্থাপন কৰিছিল।

ওপৰোক্ত শূদ্ৰ বাসিন্দাবোৰক হয় আন ঠাইৰপৰা ছলাই-ভুলাই অনা গৈছিল, নহয় ৰজাৰ নিজৰ নগৰবিলাকত জনসংখ্যা বৃদ্ধি পালে, তাৰপৰা মানুহ গাওঁবোৰলৈ স্থানান্তৰিত কৰা হৈছিল। অশোকৰ কলিঙ্গ যুদ্ধৰ পিছত কিয় ১৫০,০০০ লোক 'অপবুঢ়' অৰ্থাৎ স্থানান্তৰিত কৰিছিল, তাক ইয়াৰ দ্বাৰাই ভালকৈ বুজিব পাৰি। মৌৰ্যসকলৰ দিনত এই প্ৰথাৰ উদ্ভৱ হৈছিল বুলি ক'ব নোৱাৰি; কাজেই শিশুনাগ আৰু নন্দবংশৰ ৰাজত্বৰ শেষৰ ফালে তাৰ উদ্ভৱ হৈছিল বুলি ধৰিব পাৰি। নদীৰ পাৰে পাৰে এই প্ৰথা ব্যাপকভাৱে প্ৰচলিত আছিল যেন অনুমান হয়। হিমালয়ৰ পাদদেশ চুই যোৱা পুৰণি আলি দাঁতিৰ ৰাস্তাত এনে প্ৰথা প্ৰচলিত আছিল বুলি বোধ নহয়। মেগেস্থিনিচে যদি গঙ্গাৰ নিয়মিত পথেদি পাটনালৈ গৈছিল, তেন্তে তেওঁ নিশ্চয় 'সীতা' মাটিত বহুওৱা নতুন ৰাজকীয় গামবোৰ দেখি গৈছিল। শূদ্ৰ-কৰ্ষক সকলকে তেওঁ georgoi বুলিছিল। তেতিয়া তাত কঠোৰ আৰু ব্যয়বহুল পাৰপত্ৰ প্ৰচলনৰ ব্যৱস্থা আছিল (Arth. 2.34); প্ৰত্যেক জনপদতে সীমান্তৰক্ষীয়া থকা হেতুকে খেতিয়কসকলে নিজৰ জনপদ এৰি যাব নোৱাৰিছিল। আনহাতে কোনোবা খেতিয়কে আন গাৱঁলৈ উঠি যাবলৈ বিচাৰিলে, যাতে একে ধৰণৰ কৰ প্ৰচলিত থকা গাঁৱলৈ যাব পাৰে, তাৰবাবে গাওঁবুঢ়া আৰু নিৰ্বন্ধকসকলে চোকা চকু ৰাখিছিল।

ৰজাৰ গাৱঁৰপৰা কোনো সৰ্বহাৰাৰে সাৰি যাবৰ উপায় নাছিল। সন্তানোৎ-পাদনৰ বয়স পাৰ হোৱাৰ বা পিতৃৰ সম্পত্তি আন খেতিয়কক বিলাই দিয়াৰ পিছতহে কোনোবাই সন্ন্যাস ধৰ্ম গ্ৰহণ কৰিব পাৰিছিল। অন্যথা তেওঁক জৰিমনা কৰা হৈছিল। নিজৰ তিৰোতা আৰু আশ্ৰিত মানুহৰ বাবে কোনো আত্মসংস্থানৰ

ব্যৱস্থা সকলোকে কোনোবাই সন্ন্যাস ধৰ্ম ল'ব খুজিলে তেওঁৰ শান্তি ভুগিব লগা হৈছিল। সেইদৰে মাইকী মানুহক সন্ন্যাসী কৰাও শাস্তিৰ বিষয় আছিল। অৱশ্যে 'সীতা' গাওঁবিলাকতহে এইবোৰ নিয়ম প্ৰযোজ্য আছিল। কাৰণ, ভিক্ষুণী হোৱা ৰীতি বুদ্ধৰ যুগৰেপৰা চলি আহিছিল। এই গাওঁবোৰত সন্ন্যাসী সোমোৱা মানা আছিল। অৱশ্যে কোনোবাই ব্যক্তিগতভাৱে সংসাৰ ত্যাগ কৰিলে আৰু আন ধৰ্মৰ দীক্ষাদাতা নহ'লে, তেওঁক গাৱঁত থাকিবলৈ দিয়া হৈছিল। (মুষ্টিমেয়) উচ্চজাতৰ লোকহে সংঘবদ্ধ বা দলবদ্ধ হ'ব পাৰিছিল, মথাউৰি অথবা পানীৰ ভঁৰাল বন্ধা কামৰ বাবেও মানুহক 'শ্ৰেণী' গঠন কৰিবলৈ অনুমতি দিয়া হৈছিল, বাকীবিলাকে সাধাৰণতে কোনো সংঘৰ স্থাপন কৰিব নোৱাৰিছিল। ৰং-ধেমালিৰ বাবে কোনো ঘৰ কৰা অথবা ( আমোদৰ অৰ্থে ) ৰাজহুৱা সমাবেশৰ ঠাইৰ বাবে কাকো অনুমতি দিয়া নহৈছিল। "অভিনেতা, নৃত্যশিল্পী, গায়ক, সঙ্গীতজ্ঞ, আখ্যানকাৰ ( reconteurs ) আৰু ভাটসকলক মানুহৰ কামত ব্যাঘাত জন্মাবলৈ দিয়া নহৈছিল।" গাওঁবোৰক নিঠৰুৱা কৰি ৰখাৰ ফলত মানুহবোৰে নিজৰ পথাৰৰ কাম মন দি কৰিবলৈ বাধ্য হয় আৰু ফলত কৰ, বনুৱা আৰু শস্য তিনিওটাৰে বৃদ্ধি হয় ( Arth. 2. 1 )। ৰাষ্ট্ৰীয় অৰ্থনৈতিক স্বাৰ্থত প্ৰণালীবদ্ধভাৱে গাৱঁৰ মানুহবোৰক মূৰ্খ বা অসমৰ্থ কৰি ৰখা হৈছিল। তেওঁলোকে যিখিনি অতিৰিক্ত ৰাষ্ট্ৰীয় ধন উৎপন্ন কৰিছিল সেইখিনি ৰাষ্ট্ৰই লৈ গৈছিল। তাৰ বদলি ৰাষ্ট্ৰই নিজৰ নিয়মমতে তেওঁলোকক গৰু-ম'হ, হাতিয়াৰ, আৰু বাচন-বৰ্তন যোগান ধৰিছিল। ইয়াৰ উপৰি ৰাষ্ট্ৰই পথাৰত পানীযোগানৰ বাবে বা তেনে কোনো বিশেষ সেৱাৰ বাবে বেলেগে তেওঁলোকৰপৰা অতিৰিক্ত হাৰত কৰ তুলিছিল। ৰাষ্ট্ৰৰ নিজা গাওঁবোৰ এই বিষয়ত অধিক সুখী আছিল। সন্ন্যাসীৰ ওপৰত থকা সম্পূৰ্ণ নিষেধাজ্ঞা তুলি দিয়াৰ নিৰ্দেশ অশোকৰ শিলালিপিবোৰত ৰাজহুৱাভাৱে ঘোষিত হয়।

খাই উৎপাদনৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় একচেটিয়া অধিকাৰ ৰখাৰ এটা উপায় আছিল ব্যাপক ধৰণে কিনা গোলাম ( chattel slavery ) প্ৰথাৰ প্ৰচলন কৰা। অৰ্থশাস্ত্ৰৰ সময়তো মানুহ বিক্ৰী কৰা হৈছিল, কিন্তু খুব সামান্য ধৰণৰ। সৰহভাগ ক্ষেত্ৰত সু-শিক্ষিত ঘৰুৱা ভৃত্যৰ বেচা-কিনাহে চলিছিল। অৰ্থশাস্ত্ৰত ( Arth. 3. 13 ) খাই উৎপাদনৰ ক্ষেত্ৰত কিনা গোলাম নিয়োগৰ সম্পূৰ্ণ বিৰোধিতা কৰা হৈছে। একমাত্ৰ গ্ৰীক আদি ম্লেচ্ছসকলেহে নিজৰ প্ৰজা বা বজাৰ ল'ৰা-ছোৱালী বেচা-কিনা কৰি গোলাম কৰিব পাৰিছিল অথবা আইনমতে

চুক্তিবদ্ধ কৰিব পাৰিছিল ; তাৰবাবে তেওঁলোকক দোষী বুলি ধৰা হোৱা নাছিল। এনেধৰণৰ ম্লেচ্ছসকলক মানুহে বহুৱা কৰিছিল আৰু বজাৰ অন্তেষপুৰতো সোমাবলৈ দিছিল। 'কিন্তু কোনো আৰ্যকে গোলামকৈ বেচিব নোৱাৰে' বুলি অৰ্থশাস্ত্ৰত স্পষ্টকৈ কোৱা হৈছে আৰু আৰ্যৰ দৰে মুক্ত হৈ কাম কৰা শূদ্ৰকো এনেকৈ বেচা নিষেধ আছিল। আইনমতে প্ৰত্যেকটো দাসেই চুক্তিমুক্ত হ'বলৈ ( চুক্তিমতে ) কাম কৰিব পাৰিছিল। দাসে অশুচিকৰ কাম কৰিব নেলাগিছিল। ( অশুচিকৰ কাম কি তাৰ তন্ন তন্নকৈ বৰ্ণনা পোৱা যায় ), কোনোবাই এনে অশুচিকৰ কাম কৰিবলৈ দিলে দাস আপোনা আপুনি মুক্ত হৈ যায়। গৰাকীয়ে কোনো দাসীক বলাৎকাৰ কৰিলে, সেইগৰাকীক কঠোৰ শাস্তি দিয়া হয়, তেনে দাসীৰ লগে লগেই মুক্তি হয়। দাসসকলে সম্পত্তি ৰাখি সেইবোৰ নিজৰ মিতিৰ-কুটুমক উত্তৰাধিকাৰী সূত্ৰে দিব পাৰিছিল। তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰ মুক্ত আছিল। ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণৰ যোগেদি শূদ্ৰ দাসবোৰ ক্ৰমাৎ সবল হৈ অহাত খাদ্য উৎপাদনৰ কাৰণে ব্যাপকভাৱে কিনা দাসপ্ৰথা প্ৰবৰ্তন কৰাৰ কোনো প্ৰয়োজন মানুহে দেখা নাছিল।

অৰ্থশাস্ত্ৰত গাইগুটীয়া পণ্য উৎপাদন ব্যৱস্থা নাশ কৰিবলৈ ক'তো গোপনপটীয়া নিৰ্দেশ দিয়া নাই। অৰ্থশাস্ত্ৰত হস্তশিল্পী আৰু কাৰিকৰক ন খণ্ডত বিভক্ত জনপদৰ সদৰ ঠাইৰ পশ্চিম দিশত বাসস্থান দিয়া হৈছিল। ৰাজধানীৰ মাজেদি প্ৰত্যেক জনপদৰ তিনিটা আলি পূবা-পশ্চিমাকৈ আৰু তিনিটা আলি উত্তৰা-দক্ষিণাকৈ গৈছিল। 'শ্ৰেণী'সকলৰ ভৱনটো আনবিলাকৰ ঘৰৰ মাজত সজা হৈছিল ( Arth. 2. 4 )। ঘৰ সজাৰ ঠিকা কেনে মানুহে লব পাৰিছিল ? "যিবোৰ মানুহে ভালকৈ মেৰামতি কৰিব পাৰে, যি বনুৱাক শাসন কৰিব পাৰে, যিবোৰ মানুহে নিজৰ মত অনুসৰি আনক চলাব পাৰে, যিসকলে নিজৰ আঁচনি অনুসৰি কাম কৰিব জানে আৰু যিবিলাক মানুহে 'শ্ৰেণী'ত ( guild ) নিজৰ কৰ্তৃত্ব চলাব পাৰিছে, সেইবোৰ মানুহে ঠিকা পাব। এনে কামত কিবা অসুবিধা হ'লে, আগতে দিয়া বস্তু-বাহানিৰ বাবে শ্ৰেণীহে জগৰীয়া হ'ব।" শ্ৰেণী শব্দৰ অৰ্থ guild , এই সংঘ জনজাতিৰ ঠাইত হোৱা সংগঠন ব্যৱস্থা। জনজাতিতকৈ ইয়াৰ গোট সৰু আৰু কম ভয়ানক ( সংঘ cf 11. 1 ); লগতে কম্বোজ আৰু সুৰাষ্ট্ৰৰ 'ক্ষত্ৰিয়' শ্ৰেণীৰ কথাও উল্লেখযোগ্য। ); এইবিলাক অকল বনুৱাৰ শ্ৰেণীয়েই নহয়, কাৰণ সেনাবাহিনীতো 'শ্ৰেণী' আছিল বুলি বাৰেপতি অৰ্থশাস্ত্ৰত উল্লেখ কৰা হৈছে। শ্ৰেণীৰ মুখিয়ালজনক তেওঁৰ অনুগামী সকলৰ তুলনাত অধিক জয়াল বুলি ( Arth. 8 4 ) ধৰি সেনাপতিৰ দৰমহা দিয়া হৈছিল ( Arth. 5. 3 ); অৰ্থাৎ

তেওঁ ৮,০০০ হেজাৰ 'পনস' পাইছিল। ভাৰতীয়া সেনা আৰু ৰাজকীয় সেনাবাহিনীৰ বাদে আনবোৰ সেনাৰ তুলনাত 'শ্ৰেণী' সেনা শ্ৰেষ্ঠ আছিল ( Arth. 9. 2 )। শ্ৰেণীৰপৰা অন্য সেনাবোৰক যিবোৰ মাটিত বহুৱাই পুৰস্কৃত কৰা হৈছিল, সেইবোৰ মাটিত সাধাৰণতে কিছুমান ৰাষ্ট্ৰবিৰোধী ভাৱাপন্ন মানুহে বাস কৰি আছিছিল; নতুন সেনাবোৰক তাত থাপি দুয়োপক্ষৰ মাজত বিৰোধ লগাই যুটীয়া বিপদৰপৰা উদ্ধাৰ লাভ কৰা চলিত ৰাষ্ট্ৰীয় নীতি আছিল ( Arth. 7. 16 ); সেই সময়ৰ শ্ৰেণীবোৰ আছিল জনজাতি আৰু জাতৰ ( বা বৰ্ণ ) মধ্যবৰ্তী গোট। শ্ৰেণীভুক্ত লোকসকলে নিজ নিজ বৃত্তি অৱলম্বন কৰি চলাৰ উপৰিও অস্ত্ৰ-শস্ত্ৰ লৈ যুঁজ কৰিব পাৰিছিল। তেওঁলোকে সামাজিক উৎপাদনৰ কাৰ্যতো অংশ গ্ৰহণ কৰিছিল। কিন্তু তেওঁলোকৰ অৱস্থা শূদ্ৰসকলৰ শাৰীলৈ নমা নাছিল; নাইবা তেওঁলোক চাৰিটা জাতৰ মাজত অন্তৰ্ভুক্ত হোৱা নাছিল। অৰ্থশাস্ত্ৰত ( Arth. 7 1 ) কোৱা হৈছে যে শ্ৰেণীভুক্ত মানুহবোৰক দিয়া মাটিৰপৰা সামৰিক সমস্যাৰ উদ্ভৱ হয়গৈ; প্ৰাকৃতিক বাধা আৰু ভাল দুৰ্গৰ সহায়েৰে এনে পৰিস্থিতি নিয়ন্ত্ৰণ কৰিব লগাত পৰেগৈ ঃ

"গাইগুটীয়া মানুহক মাটিৰ পট্টন দি গাম পতা ভালনে, 'শ্ৰেণী' সংঘবোৰক পট্টন দি পতা ভাল ? যি বন্দবস্তত মানুহ বেলেগে বেলেগে থাকিব লাগে সেই বন্দবস্তি বেছি প্ৰশস্ত। কাৰণ, বিভক্ত হৈ থকা মানুহক বাৰলৈ বা খটুৱাবলৈ ভাল। তদুপৰি তেনে গামত শত্ৰুপক্ষৰ ফুচলানিতো মানুহ সহজে নপৰে। কিন্তু ৰজাৰ বিপদ দেখিলে ইবিধ পমুৱা বহি নাথাকে। 'শ্ৰেণীক' দিয়া মাটিবোৰত সেইবাবে সদায় বিদ্ৰোহৰ ভয় থাকি যায়" ( Arth. 7. 11 )।

শ্ৰেণীৰ কিছুলোকে যুদ্ধ কৰি শক্তিত মাটি ভাঙি লৈছিল; তেওঁলোক গাওঁবাসী নতুবা খাদ্য সংগ্ৰহ কৰি থোৱা বৰ্বৰো নাছিল। অৰ্থশাস্ত্ৰত ( 7. 11 ) তাৰ এটি বৰ্ণনা পোৱা যায় ঃ "চাৰিজাতৰ মানুহক য'ত মাটি দিয়া হয় ত'ত নিম্নতম জাতবোৰৰ সংখ্যা বেছি হ'লেই ভাল, কাৰণ এওঁলোকক সকলো কামত খটুৱাব পৰা যায়।" ইয়াত বহুত শ বছৰ ধৰি, 'শ্ৰেণী' সংঘবোৰ বহুত দিন ধৰি চলি আছিল যদিও প্ৰধানতঃ শূদ্ৰ খেতিয়ক বসতি কৰা অঞ্চলবোৰত এনে শ্ৰেণীভুক্ত লোকক থাপিবলৈ ঠাই আৰু জীবিকাৰ অভাৱ ঘটিছিল। আনৰ বাবে কামকৰা কিছুমান কাৰিকৰক সংঘ হিচাপে ঠিকাৰ কাম দিয়া হৈছিল যদিও এই সংঘবোৰ শ্ৰেণী নাছিল। অৰ্থশাস্ত্ৰত ( 3. 14 ) ইয়াক 'সংঘ ভৃত্যা' বোলা হৈছে। এই শ্ৰেণীভুক্ত লোকসকলৰ নিজৰ ভিতৰতে বিয়া-বাৰু হৈছিল আৰু লাভৰ অংশও নিজৰ

মানুহৰ ভিতৰতে ভগাই লৈছিল। অৱশ্যে মেগেস্থিনিচৰ বৰ্ণনাত আমি এই কথা নাপাওঁ। অৱশ্যে তেওঁ উল্লেখ কৰা গৰখীয়া চিকাৰী বা কাৰিকৰ-বেপাৰী লোক-সকলেই (দুয়ো শ্ৰেণীৰ লোকো হ'ব পাৰে) হয়তো শ্ৰেণীভুক্ত লোক আছিল। পালি গ্ৰন্থত 'সেনি' আৰু 'সেনী' নামৰ দুটা শব্দৰ ব্যৱহাৰত খেলিমেলি লগা দেখা যায়; কেতিয়াবা তাক 'শ্ৰেণী' অৰ্থত আৰু কেতিয়াবা 'সেনাবাহিনীৰ' অৰ্থত প্ৰয়োগ কৰা হৈছিল। অৰ্থশাস্ত্ৰত 'শ্ৰেণী'শব্দই এই দুয়োবিধ লোককে বুজোৱা দেখা যায়।

ওপৰোক্ত বাধা-নিষেধবোৰ থকা হেতুকে নগৰত উৎপন্ন হোৱা পণ্য বস্তু গাওঁলৈ পঠোৱা অসম্ভৱ হৈ পৰিছিল। তদুপৰি সাম্ৰাজ্য বঢ়াৰ লগে লগে দূৰত্বও ক্ৰমাৎ বৃদ্ধি হৈ যোৱাত এনে লেনদেনত ব্যাঘাত জন্মিছিল। কাৰিকৰ-সদাগৰ সকলে সুলভ নিৰিখত বনুৱা নোপোৱা হ'ল। কাৰণ, একেবাৰে তল খাপৰ বনুৱাটোকো ৰাষ্ট্ৰই নগদ ধন দিছিল আৰু আনহাতে মইমতীয়াভাৱে শূদ্ৰসকলক দূৰৈৰ ৰাজকীয় 'সীতা' মাটিলৈ তুলি নিয়া হৈছিল। তেতিয়া গোলাম বনুৱা কিনাও সহজ কথা নাছিল। গতিকে সন্দেহ নাই যে অশোকৰ আগৰ যুগত ৰাষ্ট্ৰই সদাগৰসকলক শত্ৰুতাৰ মনোভাৱেৰে চাইছিল। ৰজাই তেতিয়া বেপাৰীসকলৰ বাবে বাণিজ্য পথৰ দাঁতিত জিৰণি ঘৰ সজা নাছিল। কৌটিল্যাই তেওঁৰ পূৰ্বৰ ৰাষ্ট্ৰ বিৰবণীত আচাৰ্যসকলৰ মত খণ্ডন কৰি কৈছিল,—"নহয়, ৰজাৰ সীমান্তৰখীয়া-সকলে (এওঁলোক ৰাজ্যৰ বাবে কম অমঙ্গলজনক) সদায় সদাগৰৰ বেপাৰৰ লাভৰ পৰাহে জীৱিকা উলিয়াইছিল। আনহাতে বেপাৰীসকলে বস্তুৰ (বেচা-কিনাৰ) দাম তলত দিয়া নিয়ম অনুসৰি বঢ়াইছিল অথবা কমাইছিল: এক 'পনৰ' বাবে এশ 'পনস', এটা কলহৰ বাবে এশটা কলহ—এই নিয়মেৰে ধন তুলি তেওঁ-লোকে জীৱিকা উলিয়াইছিল (Arth, 8.4)।" এনে অৱস্থাত গাঁৱৰ চাহিদা পূৰণ কৰাৰ একমাত্ৰ উপায় আছিল গাওঁবিলাকৰ ভিতৰতে দ্ৰব্য উৎপাদন কৰা। এখন গাঁৱত এনে ধৰণেৰে দ্ৰব্য উৎপাদন হোৱাৰ পিছত, বাকীবোৰ গাঁৱতো একে মানৰ উৎপাদন-ব্যৱস্থাৰ উদ্ভৱ হৈ গাঁৱে গাঁৱে প্ৰায় আত্মনিৰ্ভৰশীল অৰ্থনীতিৰ জন্ম হবলৈ ধৰিলে। ক্ৰমাৎ উৎপাদনৰ বৃদ্ধি সৰহ হবলৈ ধৰিলে; কিন্তু এইবিলাক বিনিময়ৰ অৰ্থে প্ৰস্তুত কৰা পণ্যদ্ৰব্য নাছিল। ইপিনে লাহে লাহে মাগধী কৰ্তৃপক্ষৰ ধাতুৰ ওপৰত নিয়ন্ত্ৰণ শিথিল হবলৈ ধৰিলে। কাৰণ, 'প্যাম্পৰ' ব্যৱস্থা নথকাত, প্যানীৰ স্তৰ ওলোৱা দক্ষিণ বিহাৰৰ খনিবোৰ দকৈ

খনিৰ নোৱাৰাত পৰিল। খুব সম্ভৱ এই ঘটনা সেইকালতে ঘটিছিল।[১০] দক্ষিণ ভাৰতৰ খনিবোৰৰ একচেটিয়া অধিকাৰ লাভ কৰা খুব টান আছিল, কিয়নো এই খনিৰ ধাতুবোৰ জনজাতীয় এলেকাত প্ৰস্তুত হৈছিল আৰু কিছুমান সাহসী আগৰণুৱা বেপাৰীয়ে সেইবোৰ তাৰপৰা কাঢ়িয়াই আনিছিল। গাঁৱত উৎপাদন ব্যৱস্থা আৰম্ভ হোৱাৰ লগে লগে আবকাৰী কৰ, বাণিজ্য কৰ আৰু ৰাষ্ট্ৰৰ এক-চেটিয়া বেপাৰৰ ৰাজহ—এইবিলাক আয় সমূলঞ্চে লোপ পালে। আত্মনিৰ্ভৰশীল আৰু নিৰস্ত্ৰ গাওঁবোৰ তেতিয়াৰেপৰা উৎপাদনৰ গোট হবলৈ ধৰিলে; এই গাওঁবোৰ লাহে লাহে ভাৰতৰে বৈশিষ্ট্য স্বৰূপ হৈ পৰিল। এই অৱস্থাৰ উদ্ভৱ হোৱাৰ লগে লগে কেন্দ্ৰীয় শাসন যন্ত্ৰটি অপ্ৰয়োজনীয় আৰু চম্ভালিব নোৱাৰা হৈ পৰিল। এই যন্ত্ৰৰ তিনিটা বিৰাট আৰু সুকীয়া অঙ্গ হ'ল সেনাবাহিনী, আমোলা শ্ৰেণী আৰু চোৰাংচোৱা শ্ৰেণী, তিনিওটাৰে এনে অৱস্থা হ'ল। অৰ্থশাস্ত্ৰত উল্লিখিত সৰ্বত্ৰগামী চোৰাংচোৱা ৰখা প্ৰথাৰ অৱস্থিতিৰ সামাজিক তাৎপৰ্য কি? "এই চোৰাংচোৱা শ্ৰেণীয়ে যুৱৰাজৰপৰা আৰম্ভ কৰি ক্ষুদ্ৰতম গাঁৱলীয়া মানুহটো-লৈকে সকলোৰে ওপৰত চোকা চকু ৰাখিছিল। ইয়াৰপৰা বুজিব পাৰি যে ৰাষ্ট্ৰৰ ঘাই ধৰণী আছিল আমোলাশ্ৰেণী। এই শ্ৰেণীৰ কথা বাদ দিলে ৰাষ্ট্ৰৰ আন প্ৰকৃত শ্ৰেণীগত আধাৰ নাছিল। যি কি নহওক, ৰাষ্টৰ এই আমোলাসকলৰ টকা খোৱাৰ দোষ আঁতৰোৱা ক্ৰমাৎ টান হৈ পৰিছিল। 'সমাহৰ্তৃ' বা ঘাই ৰাজহ সংগ্ৰহ বিষয়াই পোনপ্ৰথম নিজৰ লাভৰ অংশৰ প্ৰতি অধিক চকু দিয়ে। তাৰ পিছতহে ৰজাৰ লাভৰ কথা ভাবে। কেতিয়াবা তেওঁ ৰজাৰ লাভৰ অংশ একেবাৰে নোহোৱা কৰি দিয়ে। আনৰ সম্পত্তি লওঁতে (অৰ্থাৎ কৰ হিচাপে) তেওঁ ইচ্ছা মতে তাৰ ৰবচৰ কৰি লয়" (Arth, 8 4)। দুৰ্নীতিগ্ৰস্ত আমোলাৰ দোষ ধৰা আৰু শাস্তি বিহা সম্পৰ্কে অৰ্থশাস্ত্ৰত (Arth, 2. 7-10) পুৰা তিনিটা অধ্যায় ৰচনা কৰা হৈছে। কিন্তু তথাপিও লিখকে শেষত কবলৈ বাধ্য হৈছিল যে পানী-য়েদি সাঁতুৰি যোৱা মাছে যেনেকৈ পানী খালে ধৰিবলৈ টান, ঠিক সেইদৰেই আমোলাই টকা খোৱা ধৰিবলৈ টান।

এই সকলোবোৰৰ গুৰিতে এটি ৰাজনৈতিক সত্য বিদ্যমান: মগধৰ ৰাজত্ব লাহে লাহে কম লাভজনক অঞ্চলৰ ফালে বাঢ়িবলৈ লাগিল, এই জয়

১০। J A DUNN: 'Memors of Geological Survey India LXIX pt 1 1937 (PP3, 54-5).

অতীত ভাৰতৰ খনি খনন কাৰ্যৰ উন্নত অৱস্থা আৰু পিছলৈ খনিৰ কাম হ্ৰাস পোৱাৰ কাৰণ সম্পৰ্কে তাত বিৱৰণী পোৱা যায়। সেই খনন কাৰ্যৰ সময় নিৰ্দ্ধাৰণ কৰা হোৱা নাই।

ইয়াৰ উপৰিও ৰাষ্ট্ৰীয় শাসন-প্ৰণালী চলাইছিল যোজনা হৈ পৰিছিল। ৰাষ্ট্ৰীয় প্ৰতীক আৰু প্ৰধান পুৰুষ আছিল সাৰ্বভৌম নৃপতি। এওঁ নিজে অশেষ পৰিশ্ৰম কৰিব লগা হৈছিল, আৰু ৰাজকাৰ্যত একাগ্ৰচিত্তে অন্তৰৰ পৰা মনোনিবেশ কৰিব লগাত পৰিছিল। অশোকৰ নিজৰ ৰাজকীয় ৰিপোৰ্ট সম্পৰ্কীয় নিৰ্দেশাৱলীৰ পৰা এই কথা বাস্তৱতে ধৰিব পাৰি। মতত কোৱা হৈছিল:

"ৰজাৰ দিন আৰু নিশাৰ সময় আঠ ভাগত ভগাব লাগে। নালিকা ঘড়ীৰ সহায়েৰে এই ভাগ নিৰ্ধাৰণ কৰা হয় (দিনৰ ভাগত কাঁটাৰ ছাঁৰে আৰু ৰাতিৰ ভাগত পানী ঘড়ী ৰূপে ব্যৱহাৰ কৰা ফোঁপোলা টেঙুৰ সহায়েৰে)। দিনৰ প্ৰথম অষ্টমাংশত, তেওঁ অৰ্থাৎ ৰজাই প্ৰতিৰক্ষা আৰু আয়-ব্যয়ৰ হিচাবৰ ব্যৱস্থাৰ কথা শুনিব। দ্বিতীয় অষ্টমাংশত তেওঁ পৌৰজানপদসকলৰ বিষয়ত মনোনিবেশ কৰিব। তৃতীয় অংশত তেওঁ স্নান আহাৰ আৰু বেদাধ্যয়ন কৰিব। চতুৰ্থাংশত তেওঁ সোণ প্ৰভৃতি আৰু প্ৰশাসকসকলৰ বিষয় মীমাংসা কৰিব; পঞ্চমত তেওঁ আলোচনাদি কৰি মন্ত্ৰীসভাক (অভাৱতে দূতৰ দ্বাৰা জনপদ মন্ত্ৰীসকলক) চিঠি নিৰ্দেশ জনাব। তাৰ পিছত চোৰাংচোৱাৰ সংবাদ আৰু গুপ্ত ৰিপোৰ্ট শুনিব। ষষ্ঠাংশত তেওঁ আমোদ-প্ৰমোদ কৰিব, নতুবা নীতিবিষয়ক আলোচনাত প্ৰবৃত্ত হ'ব। সপ্তম পৰত তেওঁ হস্তী, অশ্বাৰোহী, সশস্ত্ৰ ৰথ আৰু সশস্ত্ৰ সেনাবাহিনীৰ অৱস্থা পৰ্যবেক্ষণ কৰিব। অষ্টমাংশ কালত তেওঁ সেনাপতিৰ সৈতে ৰাজ্যজয় বা আক্ৰমণৰ আলোচনাত প্ৰবৃত্ত হ'ব। সন্ধ্যা তেওঁ প্ৰাৰ্থনা কৰিব। ৰাতিৰ প্ৰথম অংশত তেওঁ গুপ্ত চোৰাংচোৱাবিলাকক লগ পাব। দ্বিতীয় অষ্টমাংশত তেওঁ স্নান, আহাৰ আৰু বেদাধ্যয়ন আদি কৰিব। তৃতীয়পৰত তেওঁ বাদ্যসঙ্গীত শুনি শয্যাত পৰিব আৰু পঞ্চম চতুৰ্থ দুয়োটা পৰতে শুব। ষষ্ঠ পৰত সঙ্গীতৰ সহায়েৰে তেওঁক জগোৱা হ'ব। তাৰ পিছত তেওঁ বিজ্ঞান (খুব সম্ভৱ অৰ্থশাস্ত্ৰ) অধ্যয়ন কৰিব আৰু নিজ উপস্থিত কৰ্তব্যৰ কথা বিবেচনা কৰিব। সপ্তম পৰত তেওঁ উপদেষ্টাৰ (বা সিদ্ধিলাভৰ মন্ত্ৰ পাঠ কৰিব) আৰু গুপ্তচৰবোৰক কামৰ ভাৰ দিব। অষ্টম পৰত তেওঁ ৰজাৰ পূজাৰী, আচাৰ্য, পুৰোহিত আদিৰ লগত মঙ্গলপাঠৰ মাজত আশীৰ্বাদ লাভ আৰু নিজৰ চিকিৎসক, ৰান্ধনি আৰু জ্যোতিষীক লগ পাব। তাৰ পিছত দামুৰী থকা গাইগৰু এজনী আৰু ষাঁড় এটাক প্ৰদক্ষিণ কৰি দৰ্শন দিবলৈ যাব। অন্যথাই ৰজাই দিন আৰু নিশাক সময়বোৰ নিজৰ শক্তি আৰু সুবিধামতে ভগাই সেইমতে কৰ্তব্য পালনৰ উপযোগী কৰি ল'ব" ( Arth, 1. 19 )।

এইবিলাক কামৰ উপৰিও ৰজাকতে বিপদৰ, হত্যাকাৰী আৰু সিংহাসন দখলকাৰ

ষড়যন্ত্ৰৰ প্ৰতি ৰজাই সততে চোকা দৃষ্টি ৰাখিব লাগিছিল ( Arth 1. 10, 2. 21, 1. 17–18 ইত্যাদি )। ইয়াৰপৰা দেখা যায়, তালকৈ ৰাজ্যশাসন কৰাটো ৰজাৰ পক্ষে মুঠেই সহজ নাছিল। পিছলৈ সেইবাবে ৰজাসকলে অধিকতৰভাৱে আত্ম-বিনোদন লাভ কৰিবৰ অৰ্থে ক্ষুদ্ৰৰাজ্য আৰু কম ক্ষমতা লাভৰ বাবে যত্ন কৰিছিল।

গতিকে অশোকৰ ধৰ্মান্তৰ গ্ৰহণ অকল ৰজাৰ ব্যক্তিগত ধৰ্মান্তৰ গ্ৰহণ স্বৰূপেই নাছিল, ই ৰাষ্ট্ৰৰ গোটেই ব্যৱস্থাৰ ক্ষেত্ৰতে প্ৰযোজ্য হৈছিল। ৰাষ্ট্ৰই তদাৰক কৰা পণ্যদ্ৰব্য উৎপাদন ব্যৱস্থাৰ ঠাইত গাঁৱতে নিজৰ খেয়াবস্তু আৰু অতি লাগতিয়াল বস্তুখিনি ( এনে বস্তু বৰ কম আছিল ) প্ৰস্তুত কৰি লোৱাৰ নিয়ম হ'ল। ধৰ্মৰ সহায়েৰে ৰজাই ৰাষ্ট্ৰৰ দণ্ড-শক্তিৰ ব্যয়-বহুল ব্যৱস্থাৰ বোজা কমালে। অৰ্থশাস্ত্ৰত ব্ৰাহ্মণ্য পূজাৰ সামান্যভাৱেহে উল্লেখ কৰিছে ঃ আন ধৰ্ম বাহিৰ্ভূত চুক্তি ভঙ্গ কৰিলে যেনেকৈ ভাঙোতাৰ দণ্ড হৈছিল, সেইদৰে যজ্ঞৰ দক্ষিণা নিয়ন্ত্ৰণ ব্যৱস্থা ( 3. 14 ) ভঙ্গ কৰিলেও পুৰোহিতে জৰিমনা ভৰিব লাগিছিল। উল্লেখযোগ্য যে যজ্ঞৰ দক্ষিণাৰ ওপৰত তেতিয়া নিয়ন্ত্ৰণ বলবৎ আছিল। সন্ন্যাসীসকলক তেতিয়া ঘাইকৈ 'চোৰাংচোৱাগিৰি' কৰিবলৈ ৰখা হৈছিল। এনে বেশত চোৰাংচোৱাইতে শ্ৰেণীসমূহৰ গুৰিলৈকে যাব পাৰিছিল, আৰু আনকি বৰ্বৰ আটবিকসকলৰ হাবিময় অজ্ঞাত মুলুকতো সোমাবলৈ সমৰ্থ হৈছিল। শাক্য, আজীৱিক, অথবা তেনে ধৰণৰ ভিক্ষুসকলক যদি মৃত পূৰ্বপুৰুষসকলৰ আত্মাৰ তুষ্টিৰ অৰ্থে পতা ভোজত খুওৱা হয়, তেন্তে ভোজ খুৱাওঁতাই ১০০ ৰূপৰ মুদ্ৰা দিব লাগিছিল (Arth 3. 20)। এই নিৰ্দেশৰপৰা বুজা যায় যে অশোকৰ ৰাজত্বকালৰ পূৰ্বেই অৰ্থ-শাস্ত্ৰ ৰচিত হৈছিল। তিৰোতাক ভিক্ষুণী কৰিলে জৰিমনা লগোৱাৰ কথায়ো তাকে প্ৰমাণ কৰে। অশোকে উক্ত দুই শ্ৰেণীৰ ভিক্ষুৰ প্ৰতি দয়া প্ৰদৰ্শন কৰাৰ কথা ৰাজহুৱাভাৱে লিপিবদ্ধ হৈছিল ; আৰু তেওঁৰ বহুতো উত্তৰাধিকাৰীয়ে এই নিয়ম মানি চলিছিল। পৰম্পৰামতে অশোকৰ ৰাজসভাৰ কুঁৱৰীও বৌদ্ধ ভিক্ষুণী হৈ গৈছিল। ইয়াৰ বাহিৰে অৰ্থশাস্ত্ৰত সন্ন্যাসীৰ কথাবিশেষ একো পোৱা নাযায়। যি পোৱা যায় সি, কেৱল চোৰাংচোৱাৰ প্ৰসঙ্গতহে। অৰ্থশাস্ত্ৰৰ মতে চাণ্ডাল আৰু সন্ন্যাসী উভয়ৰে ঘৰ নগৰৰ বাহিৰত হব লাগে ( Arth 2. 4 )। এনে ধৰণৰ 'আৰাম' শ্ৰেণীৰ ঘৰবোৰত সন্ন্যাসীসকল থকা মেলা লৈ কিবা বিবাদ উপস্থিত হ'লে, তাত কেনেকৈ স্থানৰ ন্যায়সঙ্গত বিভাজন কৰি দিব সেই সম্পৰ্কে এখন বিধানো আছিল। ওপৰোক্ত পৰ্যবেক্ষণৰপৰা বুজা যায় যে অশোকৰ সংস্কাৰবোৰ আমূল পৰিবৰ্তন ধৰ্মী আছিল। অকল সেয়ে নহয়, সেইবোৰক বৈপ্লৱিক বুলিও ক'ব পাৰি ,

একে কথাত এটা নতুন ধাৰাৰ বাবে এই নীতিবোৰে বাট মুকলি কৰি দিছিল। অতিশয় কেন্দ্ৰীভূত প্ৰশাসনৰ চৰম অৱসানৰ লক্ষণ আৰু কাৰণ এনেবোৰ পৰিবৰ্তনত সম্পূৰ্ণৰূপে পৰিস্ফুট হৈ পৰিছিল। অৱশ্যে তাত্ত্বিক দৃষ্টিৰপৰা মানুহে এই কেন্দ্ৰীভূত শাসনৰ আদৰ্শ ত্যাগ কৰিছিল বুলি ক'ব নোৱাৰি। ইপিনে সেনাবাহিনীৰ আৱশ্যকীয় ভূমিকাৰ অন্ত পৰিছিল। কাৰণ, ভাৰতবৰ্ষৰ ঠাই যিমানখিনিলৈকে অধিকাৰ কৰিলে লাভ হয়, সিমানখিনিলৈকে, অৰ্থাৎ শেষ যুক্তিসম্মত সীমান্ত পৰ্যন্ত অধিকাৰ কৰা হৈ গ'ল। জনপদবোৰ ৰক্ষা কৰিবলৈ তেতিয়া স্থানীয় পুলিচ থাকিলেই যথেষ্ট; অৰ্থাৎ এই ৰখীয়া বাহিনীৰ সহায়ত ডকাইতিৰপৰা আত্মৰক্ষা আৰু গাঁৱৰ মানুহক বাহিৰলৈ যোৱা বন্ধ কৰাৰ কাম সহজে কৰিব পৰা গৈছিল। কিন্তু এনেবোৰ ক্ষুদ্ৰ বাহিনীয়ে বাহিৰৰ শত্ৰুক বোধ কৰিব নোৱাৰিছিল। এনে অৱস্থাত বিদেশী আক্ৰমণকাৰীয়ে সহজে আহি সাম্ৰাজ্যৰ মধ্যদেশত সোমাবলৈ সমৰ্থ হৈছিল; অশোকৰ মৃত্যুৰ ষাঠি বছৰৰ ভিতৰতে এনে ঘটনা ঘটাৰ এয়ে কাৰণ। বৌদ্ধসংঘবোৰেও ৰাষ্ট্ৰ আৰু জাত (বৰ্ণ) বোৰৰ বিৰোধিতা কৰিবলৈ এৰি দিছিল, সংঘত প্ৰৱেশৰ বাবে প্ৰবৰ্তন কৰা বিনয়ৰ নিয়ম পঢ়িলেই এই কথা পৰিষ্কাৰ হৈ পৰে। পলাই যোৱা দাস বা কিনা গোলামবোৰ সম্পৰ্কীয় বিধানো অচল বুলি ঘোষণা কৰা হ'ল। ফলত সন্ন্যাসীসকল ৰাজকীয় গাওঁবোৰত সোমোৱা সহজ হৈ পৰিল। অপৰাধীসকলকো সংঘভুক্ত কৰাৰ বিৰোধিতা কৰা হ'ল। অৱশ্যে এনেবোৰ নিয়ম থকা সত্ত্বেও (কুকুৰ মাংসভোজী) চণ্ডাল সোপাক (নামৰ ব্যক্তিবিশেষ) বুদ্ধৰ প্ৰধান শিষ্য হ'ব পাৰিছিল আৰু হত্যাকাৰী ডকাইত অঙ্গুলিমালই অভিনৱভাৱে বৌদ্ধধৰ্ম গ্ৰহণ কৰিছিল। অঙ্গুলিমালৰ ধৰ্ম গ্ৰহণৰ কথা শুনি আচৰিত হৈ ৰজা প্ৰসেনজিয়েও প্ৰশংসা কৰিবলৈ বাধ্য হৈছিল। সন্ন্যাসী গুৰুসকল ৰাষ্ট্ৰৰ শান্তি আৰু শৃংখলা ৰক্ষাৰ সহায়ক স্বৰূপ হৈ উঠিছিল। সৰ্বশক্তিমান বেতনভোগী আমোলা-শ্ৰেণীয়ে ভাল দৰমহা খোৱা সেনা আৰু তাতকৈও অধিক দৰমহা খোৱা চোৰাংচোৱাৰ সহায়ত আইন শৃংখলা ৰক্ষা কৰিবলৈ বহুত ধন খৰচ কৰিছিল। এই সন্ন্যাসী ধৰ্ম প্ৰচাৰসকলে তাতকৈ কম খৰচত সেই কাম সমাধা কৰি আইন শৃংখলা ৰক্ষাৰ সঁচীয়া বাহক হৈ পৰিল। অশোকে সাঁচী আদি ঠাইত যি শিক্ষা কেন্দ্ৰ মুকলি কৰিছিল, সেইবোৰ কেন্দ্ৰত সদাগৰসকলেই অধিক দান আগবঢ়াইছিল। অশোকৰ আগৰ ৰজাসকলে এইবোৰ সদাগৰকে সকলো সম্ভাব্য শক্তি প্ৰয়োগ কৰি সততে পৰ্যবেক্ষণত ৰাখি, শোষণ কৰি আৰু দমন কৰি হাৰাশাস্তি কৰিছিল। ৰজা আৰু ৰাইজে এতিয়া ধৰ্মত এটি সৰ্বমান্য আধাৰ বিচাৰি উলিয়ালে। ইয়াৰ সহায়তে ৰাষ্ট্ৰৰ অৱশিষ্ট অঙ্গবোৰৰ বিকাশ ঘটিল—এটি নতুন শ্ৰেণী ব্যৱস্থাৰ ভেটিত।

# অষ্টম অধ্যায়

## বাণিজ্য আৰু আক্ৰমণৰ ( মধ্যৱৰ্তী ) কাল



মৌৰ্য সাম্ৰাজ্য খণ্ড-বিখণ্ড হ'ল , বিদেশী বিজেতাবোৰে উত্তৰ অঞ্চল ( দুই বৃহৎ নদীৰ অৱবাহিকা অঞ্চল,—তাৰ ভিতৰত বঙ্গদেশ নপৰে ) জয় কৰি একাদিক্ৰমে কেইবাবাৰো তাত শাসন প্ৰতিষ্ঠা কৰিলে। ইফালে দক্ষিণ অঞ্চলৰ প্ৰায় সৰহভাগ ঠায়েই স্থানীয় ৰজাৰ তলত থাকিল। এনে প্ৰভেদ ঘটাৰ ঘাই কাৰণ হ'ল বিজেতাসকলে জয় কৰা ভূ-ভাগত নাঙল ব্যৱহাৰী গাওঁবোৰে অৰ্থনীতিৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিছিল। সেইবোৰ অঞ্চলত আগৰ ৰজাই ৰাহি শস্য আত্মসাৎ কৰি গোটাই থোৱা সম্পদবোৰ লুট কৰাই এই বিজেতাসকলৰ ঘাই উদ্দেশ্য আছিল। দক্ষিণৰ ফালে, অৰ্থাৎ নৰ্মদাৰ দক্ষিণ অঞ্চলটোৰ প্ৰায়খিনি ঠাইতে তেতিয়াও নিষ্ক্ৰিয়, আৰু অপ্ৰতিৰোধকামী গাওঁ গঠিত হোৱা নাছিল। এই ঠাইবোৰত ভালেমান মুখিয়াল 'শ্ৰেণী' আছিল, সেইবোৰৰ যোগেদি উৎসাহী অৰণ্যবাসীসকলৰ সৈতে তেতিয়া বেপাৰ চলিছিল আৰু এইবোৰৰপৰা যথেষ্ট লাভো হৈছিল। দাক্ষিণাত্যত মৌৰ্য যুগৰ পিছতহে কৃষি ব্যৱস্থা প্ৰতিষ্ঠিত হৈছিল যেন বোধহয়। একোখন গাৱঁৰ ভিতৰত কৰা দ্ৰব্য উৎপাদন ব্যৱস্থাক পণ্য-দ্ৰব্য উৎপাদনৰ ব্যৱস্থা বুলিব নোৱাৰি। গতিকে এনে ধৰণৰ আত্মনিৰ্ভৰশীল গাৱঁৰ সংখ্যা বাঢ়ি থাকিলেও গাইপতি হোৱা পণ্য-দ্ৰব্য উৎপাদনৰ পৰিমাণ ( অৰ্থাৎ পণ্যদ্ৰব্য উৎপাদনৰ ঘনত্ব ) বৃদ্ধি নেপায়। এনে অৱস্থাত অঞ্চলটোৰ সৰ্বমুঠ উৎপাদন বাঢ়িলেও সেই অনুপাতে পণ্য-দ্ৰব্য বৃদ্ধি নহয়। এই সাধাৰণ কথাটিৰপৰাই ভাৰতবৰ্ষত সাম্ৰাজ্য ধ্বংস

হোৱাৰ কাৰণ ভালদৰে অনুমান কৰিব পাৰি। আনহাতে মন কৰিবলগীয়া কথা, এই সাম্ৰাজ্যবোৰৰ উন্নতিৰ ফলতে এই বৈশিষ্ট্যপূৰ্ণ ভাৰতীয় গাওঁবোৰৰ উৎপত্তি হৈছিল।

৮'১, মৌৰ্য সেনাই সমগ্ৰ দেশ দখল কৰিছিল। তেওঁলোকে জাহাজেৰে গঙ্গাৰ দক্ষিণৰপৰা সিন্ধু পৰ্যন্ত সমগ্ৰ উপকূল অঞ্চল ঘূৰি ঠাইবোৰ আৱিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছিল, ধৰ্ম-প্ৰচাৰক আৰু বেপাৰী গৈ চিলন আৰু এছিয়া-মাইনৰ পাইছিলগৈ; তাৰ কিছুদিনৰ পিছত মানুহ চীনলৈও গৈছিল। এই-বিলাক সফল কাৰ্যৰ তুলনাত উত্তৰ ভাৰতত প্ৰত্যেক গাৱেঁই খাই উৎপাদনৰ গোট হৈ পৰাটো অধিক তাৎপৰ্যপূৰ্ণ ঘটনা। দাস বা গোলাম প্ৰথাৰ সহায়ত ভাৰতৰ উৎপাদন খাইকৈ বিকশিত হোৱা নাছিল; গ্ৰীক আৰু ৰোমানসকলেহে এনে প্ৰথাক খাই অৱলম্বন কৰি লৈ উৎপাদনৰ বিকাশ ঘটাইছিল। আমাৰ দেশৰ ডাঙৰ পিতৃপ্ৰধান গৃহস্থালিবোৰ ৰোমাণসকলৰ 'ভিলা' বা সামন্ত প্ৰভুৰ পাম (manor) নাছিল। নাইবা ব্ৰাজিলীয়সকলৰ Casa grande ৰ দৰে বাগিছাও নাছিল। গঙ্গা আৰু সিন্ধুৰ পলসুৱা উপত্যকাবোৰতেই সৰহভাগ মৌৰ্য বসতি আছিল। বঙ্গদেশ আৰু অসমৰ ঘন অৰণ্যানী তেতিয়াও মুকলি কৰা হোৱা নাছিল; দীঘল উপকূল অঞ্চলতো মানুহৰ বসতি স্থাপিত হোৱা নাছিল। এইবোৰ অঞ্চল বৰষুণ-খাই আছিল; গতিকে যথেষ্ট লোৰ যোগানৰ অবিহনে এইবোৰ অঞ্চল মুকলি কৰা সম্ভৱপৰ নাছিল। মগধৰ লোকৰ হাতত লাগতিয়াল পৰিমাণৰ লো আছিল। চন্দ্ৰগুপ্ত মৌৰ্যৰ বৈশ্য ৰাজ্যপাল পুষ্যগুপ্তই জুনাগড়ৰ ওচৰত এটা ডাঙৰ বান্ধৰ কাম আৰম্ভ কৰিছিল। তাতে এটা 'বিজাৰভইৰ' ( অৰ্থাৎ পানীৰ ভঁৰাল ) নিৰ্মাণ কৰা তাৰ উদ্দেশ্য আছিল। এহেজাৰ বছৰ ধৰি এই পানীৰ ভঁৰাল চলি থকাৰ প্ৰমাণ পোৱা যায়। উত্তৰ দিশত 'আটৱিক' বৰ্বৰসকলৰ অধিকাৰত যিবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ খাদ্য সংগ্ৰহকাৰী লোকৰ অঞ্চল আছিল, সেইবোৰ অঞ্চল লাহে লাহে টুটি আহিল, নাঙলৰ খেতি প্ৰৱৰ্তনেই ইয়াৰ খাই কাৰণ। ফলত অৰ্থশাস্ত্ৰৰ পদ্ধতিৰে ( Arth. 13, 3 ) অৰণ্যবাসীসকলক জোপ লৈ ধৰা অথবা বিহ খুৱাই মৰাৰ কোনো আৱশ্যক নোহোৱাত পৰিল। প্ৰতিদ্বন্দ্বী ৰজাসকলে অৰণ্যে যুদ্ধৰ বাবে তেওঁ-লোকক সহায়কাৰী সেনা হিচাপে নিযুক্তি দিছিল; কেতিয়াবা এনে মানুহবোৰক ভেটি খুৱাই, বৰাই আনত আক্ৰমণ কৰিবলৈও পঠিয়াইছিল; এনে ধৰণেৰে অৰ্থশাস্ত্ৰৰ নিৰ্দেশ মানি চুবুৰীয়া শাসকৰ ৰাজ্যত বিদ্ৰোহ লগাবলৈ ৰজাসকলে এই মানুহবোৰক উচটাইছিল। এইবিলাক কামে জনজাতিবোৰৰ খাদ্য সংগ্ৰহ

অৰ্থনীতিৰ অৱসান ঘটোৱাত সহায়হে কৰিছিল। যিবিলাক জনজাতিয়ে নতুন সমাজৰ লগত আদান-প্ৰদান কৰিছিল, সেইবোৰ জনজাতি জাত হিচাপে তিষ্ঠি ৰ'ল। পিছলৈ যিবিলাক জনজাতীয় লোক এনেদৰে উৎপাদন ব্যৱস্থাৰ অন্তৰ্ভুক্ত হ'ল, সেইসকল লোক লাহে লাহে অৰ্থনৈতিক গাথনিৰ তলৰ থাপত সোমাল। অৰ্থনৈতিক গাথনিৰ তলত পৰাৰ লগে লগে এওঁলোকে সমাজৰো তলৰ থাপত পৰিল। নতুন গাওঁ বহুৱাবৰ বাবে তেতিয়া যথেষ্ট ঠাই আছিল। হাবি-বননি কমি গ'লত খেতিৰ উৎপন্ন হাৰ কমি যাবলৈ ধৰিলে; অৱশ্যে খেতিৰ উন্নত উৎপাদন পদ্ধতি প্ৰৱৰ্তন কৰাৰ ফলত উৎপন্নৰ ঘাটি পূৰ হৈছিল। লাহে লাহে উত্তৰ অঞ্চলৰ সমভূমিত খাদ্য উৎপাদনকাৰী আৰু খাদ্য সংগ্ৰহকাৰী দুয়োবিধ লোকৰ বাবে ঠাইৰ নাটনি হৈ পৰিল। দাক্ষিণাত্যৰ অৱস্থা উত্তৰ অঞ্চলৰ অৱস্থাৰ-পৰা সম্পূৰ্ণ বেলেগ আছিল। কাৰণ, তাত ঘন খেতি কৰা অসম্ভৱ। দাক্ষিণাত্যত মৌৰ্য যুগৰ পিছৰপৰাহে খেতিৰ পাম আৰম্ভ হৈছিল; তাকো কিছুমান বিশেষ ঠাইতহে এনেবোৰ পাম কৰা সম্ভৱ হৈছিল। দাক্ষিণাত্যৰ ক্ষীণ বসতিপূৰ্ণ (অঞ্চলৰ মাজেদি যোৱা) বাণিজ্য পথসমূহ মৌৰ্যসকলে নিজৰ হাতত ৰাখিছিল যদিও বাটৰ সৰহভাগ ঠাই পৰ্বতীয়া হাবিৰে ঢাক খাই আছিল। গতিকে মৌৰ্যসকলে মহীশূৰৰ দক্ষিণাঞ্চল জয় কৰাৰ আশা সমূলঞ্চে বাদ দিছিল। মৌৰ্যসকলে তাত যিবোৰ বসতি স্থাপন কৰিছিল, সেইবোৰ 'মেগালিথিক' সংস্কৃতিৰ স্তৰত থকা আদিবাসীসকলৰ মাজত পতা কিছুমান চকীৰ বাহিৰে আন একো নহয়।

উৎপাদন প্ৰণালীৰ মৌলিক প্ৰভেদ, সুদীৰ্ঘ কাল স্থায়ী গাওঁ আৰু নতুন গাৱঁৰ বন্দৰসমূহৰ মাজৰ প্ৰভেদ,—এই দুটা প্ৰভেদৰ মাজেদি ভাৰতবৰ্ষৰ ঘাই অঞ্চল দুটাৰ ৰাজনৈতিক প্ৰভেদো ফুটি ওলাইছে। উক্ত অঞ্চল দুটাৰ ইতিহাস পঢ়িলে দেখা যায়, দুয়োটা অঞ্চলতে ধৰ্ম আৰু জাতৰ ভূমিকাও বেলেগ বেলেগ। অৱশ্যে সমগ্ৰ দেশতে গাৱঁৰ প্ৰসাৰ হোৱাত দুয়োটা অঞ্চলৰে প্ৰভেদ আঁতৰি কিছুমান একে ধৰণৰ বৈশিষ্ট্যৰো উদ্ভৱ ঘটিল। উত্তৰ ভাৰতত প্ৰাচীন উৎপাদনৰ গোটবোৰ অৰ্থাৎ গিল্ডবোৰ কমি যোৱাৰ পিছতো দক্ষিণত সেইবোৰ বাঢ়ুকৈয়ে প্ৰসাৰ লাভ কৰিছিল। অৱশ্যে আত্মকেন্দ্ৰিক গাওঁবোৰত এইবিলাক 'শ্ৰেণী'য়ে বিশেষ একো অৰ্থনৈতিক ভূমিকা লোৱা নাছিল।

উক্ত কালছোৱাৰ 'ঘটনা-ক্ৰম'[১] সম্পূৰ্ণ নিখুঁতভাৱে নিৰ্ণয় কৰা সম্ভৱ হৈ

(১) প্ৰশস্ত সময়-ৰেখাৰ অভাৱত (C A I) আৰু ITMৰ সময়-ৰেখাকে অনুসৰণ কৰিছোঁ; J Van Lohuizen deLeeuw ৰ 'স্কাইথিয়ান যুগ' (লেইডেন ১৯৪১) চাওক।—'মোৰ প্ৰাচীন ভাৰতীয় যুৱতীৰ ভেটি' নামৰ প্ৰবন্ধত এই যুগ আৰু গুপ্তযুগৰ কথা বৰ্ণোৱা হৈছে।

উঠা নাই। পতিকে ৰজাসকলৰ নাম আৰু তেওঁলোকৰ ৰাজত্বকালৰ কথা আকৌ এবাৰ বিচাৰ কৰি চোৱা আৱশ্যক। অশোকৰ মৃত্যুৰ অলপ দিনৰ পিছতে দক্ষিণত শাতবাহন ৰাজবংশৰ (এওঁলোকক শাতকৰ্ণিস বোলে, সংস্কৃতত শাতবাহন, শালিবাহন আৰু শাতকৰ্ণিও বোলা হয়) উদ্ভৱ হয়। বৰ্তমান বেল্লৰী জিলাৰ আশে-পাশে এওঁলোকৰ আদি বাসস্থান আছিল বুলি ধাৰণা হয়। কিন্তু তেওঁলোকৰ উৎপত্তিস্থল আন্ধ্ৰদেশ বুলিহে জনাজাত। আন্ধ্ৰ দেশত ৰাজত্ব কৰা এই শেষৰ কালছোৱাই এই বংশৰ গৌৰৱময় কাল। শাতবাহন যুগৰ প্ৰত্নতাত্ত্বিক বস্তুবোৰেই (ৰ'লেটেড পাত্ৰ সহ) দাক্ষিণাত্যৰ সভ্যতাৰ প্ৰথম স্মাৰক চিহ্ন। অৱশ্যে এই সংস্কৃতিত প্ৰাক্ মৌৰ্য-যুগীয় (আৰু তাৰ লগতে বৃহৎ প্ৰস্তৰ যুগীয়) প্ৰভাৱ বহুত দিনলৈকে চলি আছিল। শাতবাহনসকল নিগাজী হোৱাৰ লগে লগে এইবিলাক প্ৰভাৱ ক্ৰমাৎ লোপ পাই যাবলৈ ধৰিলে। কোল্‌হাপুৰ, কৰহাড আৰু পণ্ডিচেৰীৰ প্ৰত্নতাত্ত্বিক খনন-কাৰ্যত ওলোৱা শাতবাহন স্তৰত বহুত ৰোমীয় বাণিজ্য দ্ৰব্য পোৱা গৈছে। এই দ্ৰব্যবোৰ পৰীক্ষা কৰি আমি সেই সময়ত হোৱা চৌখিন দ্ৰব্যৰ বেপাৰৰ গুৰুত্ব[২] ভালদৰে বুজি পাওঁহক। তদুপৰি পেৰিপ্লাচৰ বিৱৰণীতো এইবোৰ দ্ৰব্যৰ উল্লেখ পোৱা যায়। ৰ'লেটেড পাত্ৰবোৰ এৰেৰটীয় পাত্ৰৰ অনুকৰণত গঢ়া, সম্ভৱতঃ খ্ৰীঃ পূঃ ৫০ আৰু খ্ৰীষ্টাব্দ ৫০ৰ মাজৰ কালছোৱাত এৰেৰটিন পাত্ৰৰ অনুকৰণত গঢ়া এই ৰ'লেটেড পাত্ৰবোৰ সজা হৈছিল। কম্মডাচৰ মৃত্যুৰ পিছত হোৱা গৃহযুদ্ধৰ ফলত অশান্তি ঘটাৰ লগে লগে ৰোমত এণ্টনিনেচৰ যুগ অন্ত পৰে আৰু তাৰ লগে লগে ভাৰতত শাতবাহন ৰাজ্যৰ অৱনতি ঘটে। শাতবাহন ৰাজত্বত গাৰ্হলীয়া কৃষিৰ প্ৰভূত উন্নতি সাধিত হয়। ইয়াৰ ফলতে ইতিহাসৰপৰা এই ৰাজত্বৰ নাম লুপ্ত হয়। টলেমিয়ে ছিৰটলোমেইঅচ বোলা যিজন ৰজাৰ উল্লেখ কৰিছে সেইজন ৰজাক ৱাসিঠিপুত সিৰি পুলুমায়ি[৩] বুলি চিনাক্ত কৰা হৈছে।

---

(২) R. E. Mortimer Wheeler ৰ, 'Rom beyond the imperial Frontiers' (Pelican Books A 335 লণ্ডন, ১৯৫৫) চাওক; বিশেষকৈ ১৪১ পৃষ্ঠাৰ পৰা ১৮২ পৃষ্ঠালৈ —ইয়াত আমি পুৰাতাত্ত্বিক আৰু সাহিত্যিক তথ্যৰ সম্যক বিৱৰণী পাওঁহক।

(৩) ভি, ভি, মিৰাশীয়ে JNSI, 2 ৰ ৮৩—৯৪ পৃষ্ঠাত শাতবাহনসকলৰ দিনৰ সীহ মিহলোৱা মুদ্ৰাৰ কথা বৰ্ণনা কৰিছে। এইবোৰ তৰহালাৰ পাঁজত পোৱা গৈছে। পুৰাণৰ তালিকাত (DKA, 36) আৰু ভিনিবিধ শাতবাহনৰ নাম পোৱা গৈছে। তেওঁলোক হ'ল; কৃষ্ণ, কৰ্ণ আৰু সক। এজেকন লেখকে টোকাত (JNSI, 7 ১৯৪৫, ১—৪ পৃষ্ঠা) শাতবাহন বংশৰ সম্ভৱপৰ প্ৰতিষ্ঠাতাৰ এটি তামৰ মুদ্ৰাত পোৱা অসম্পূৰ্ণভাৱে থকা শাতবাহন নামটোৰ সম্পৰ্কীয়

শাতকৰ্ণি নামটো আদিবাসী লোকৰ নাম যেন লাগে। ইয়াত দুটা[৪] ভাৰতীয় অষ্ট্ৰিক শব্দ আছে। 'সদ' শব্দৰ অৰ্থ ঘোঁৰা আৰু 'কন' শব্দৰ অৰ্থ সন্তান। ইয়াৰপৰা ধৰিব পাৰি যে ই অনাৰ্যসকলৰ ঘোঁৰা টোটেমৰ কথা সূচায়। কিন্তু এই শব্দৰ গঠন প্ৰাক্ আৰ্য যুগত হব নোৱাৰে, কিয়নো ভাৰতলৈ আৰ্যসকলেই ঘোঁৰা আনে। ভালেমান শাতবাহন মুদ্ৰাত ঘোঁৰাৰ চিত্ৰ পোৱা যায়। 'সাত' শব্দৰ আচল সংস্কৃত ৰূপ হ'ল 'সপ্তি', 'সপ্তি' শব্দ পিছৰ কালৰ এখন পুৰাণত পোৱা যায়। 'সপ্তিকৰ্ণ' শব্দই ( ঘোঁৰাৰ কাণ ) বিভক্ত টোটেম এটাৰ কথা সূচায়। অৱশ্যে 'কৰ্ণ' আৰু 'বাহন' দুয়োটা শব্দই নিম্নলিখিত অৰ্থও বুজাব পাৰে: "অমুকৰপৰা হোৱা"। গতিকে এই লোকসকলক অশোকৰ দিনৰ সতিয়পুত্ৰৰ লগত তুলনা কৰিব পাৰি। শাতবাহন ৰজাসকলে যজ্ঞ পাতি ব্ৰাহ্মণ আৰু বৌদ্ধগুৰুসকলক পোহপাল দিছিল। তেওঁলোকৰ এজন ৰজাই অন্ততঃ নিজকে 'অপূৰ্ব ব্ৰাহ্মণ' বুলি পৰিচয় দিছিল। ইয়াৰপৰা বুজা যায় কিদৰে দাক্ষিণাত্যৰ জনজাতিবোৰৰ মাজত পুৰোহিত শ্ৰেণীয়ে শ্ৰেণী-ব্যৱস্থাৰ প্ৰৱৰ্তন কৰিছিল। ইফালে শাতবাহন কালৰ বাণিজ্যৰ প্ৰভাৱ ব্ৰাহ্মণ্য পুৰাণবোৰৰ ওপৰত পৰিছে। এই পুৰাণবোৰত তথাকথিত বিভিন্ন কাল্পনিক অঞ্চলবোৰৰ বিষয়ে দেৱ-দেৱীবোৰে যি বৰ্ণনা দিছে, সেইবোৰ বৰ্ণনাৰ মাজত লুকাই আছে অসাধাৰণ ভৌগোলিক জ্ঞান, ই শাতবাহন বাণিজ্যৰ প্ৰভাৱ। জে, এইচ, স্পেকে নীল নদীৰ উহ প্ৰথমতে আৱিষ্কাৰ কৰিছিল, তেতিয়া তেওঁৰ হাতত পুৰাণসমূহৰ তথ্যৰ ভেটিত অঁকা এখন মেপো

কথাখিনি পঢ়ক। এচ, এল কাটাৰে আৰু মিৰাশীৰ মাজত হোৱা আলোচনাৰপৰা বংশগত ইতিহাস নিৰ্ণয়ৰ বাবে আনকি এই মুদ্ৰাত সাক্ষ্যও যে নিতান্ত ভাকৰীয়া তাক ধৰিব পাৰি (JNSI, 16 ১৯৫৪ ৭৭—৮৫ পৃ আৰু পি, এল, গুপ্তৰ টোকা চাওক; সেই একে জাৰ্ণলৰে ৮৬—৮৯ পৃষ্ঠাত আছে)। শাতবাহন সকলৰ দিনৰ-ৰূপৰ মুদ্ৰা পাবলৈ নাই। ইয়াৰ অৰ্থ এয়ে যে, তেওঁলোকৰ সৰহভাগেই আন ৰজাৰ মুদ্ৰা ব্যৱহাৰ কৰিছিল। অৱশ্যে নহপান আৰু গৌতমীপুত্ৰ আদি দুই এক শাতবাহন ৰজাই প্ৰাচীন মুদ্ৰাত নকৈ নিজৰ ছাপ মাৰিছিল। এই সময়ত উত্তৰ অঞ্চলত ব্যৱহৃত ফুটা মুদ্ৰা বা ছিদ্ৰযুক্ত মুদ্ৰা দক্ষিণতো চলিছিল। সেইবাবে শাতকর্ণিসকলৰ নতুন মুদ্ৰা ব্যৱহাৰ প্ৰয়োজন নাছিল, কিয়নো সেই অঞ্চলত ৰূপ বৰ কম পোৱা গৈছিল। মুদ্ৰা ব্যৱহাৰ অনুপস্থিতিৰ পৰা বুজিব পাৰি যে, সেই সময়ত মানুহৰ মাজত বস্তু বিনিময় প্ৰথা প্ৰচলিত আছিল।

(৪) JRAS 1929 ২৭৩—২৭৯ পৃঃত কে, প্ৰিজিলুস্কিৰ প্ৰবন্ধ চাওক। ভূশকৰ্ণ, ময়ূৰকৰ্ণ আৰু সম্ভৱতঃ জম্বুকৰ্ণ—আদি শব্দৰ শেষৰ 'কৰ্ণ' এই শব্দাংশই এনে বংশৰ আৰু গোষ্ঠীৰ নাম আছে বুলি মনত সন্দেহ ওপজায়। ( JAOS. 75, P41, foot note )।

আছিল। বোম্বাইৰ লেফ্‌টেনেন্ট উইলফৰ্ডে[৫] এই মেপ আঁকিছিল। পিছত দেখা গ'ল, এই মেপৰ নামবোৰ আফ্ৰিকাৰ ভিতৰুৱা অঞ্চলৰ ঠাইৰ নামৰ লগত মিলি যায়। সেই নামবোৰ বহুলাংশে শুদ্ধ। অৱশ্যে পৌৰাণিক ভূগোলত চীনা (সকলৰ) বিৱৰণীসমূহত থকাৰ দৰে পথৰ স্থানসমূহৰ স্পষ্ট বিৱৰণ নাই ; চীনাসকলৰ তুলনাত আকৌ আৰবীয় ভ্ৰমণকাৰীসকলৰ বিৱৰণী অধিকতৰ স্পষ্ট। ব্ৰাহ্মণসকলে এডোখৰ ঠাই পবিত্ৰ তীৰ্থস্থান বুলি গণ্য নকৰা পৰ্যন্ত তাৰ বিৱৰণী লিপিবদ্ধ কৰিবলৈ অনিচ্ছুক আছিল। তদুপৰি বিৱৰণীত স্থানটুকুৰাৰ নাম বিকৃত কৰি তাত এসোপা উপকথাৰ ঢাকনি দি গুপ্ত কৰি ৰখাৰ অভ্যাস তেওঁলোকৰ আছিল। বিভিন্ন যুগত ভাৰতীয়সকলে তীৰ্থৰ সন্ধানত চৌদিশ ভ্ৰমণ কৰিছিল। কেতিয়াবা গৈছিল অসমৰ গহন বনলৈ, কেতিয়াবা গৈছিল দক্ষিণলৈ আৰু কেতিয়াবা গৈছিল সুদূৰ বাকুলৈ। বাকুত তেওঁলোকে প্ৰাকৃতিক গেছ শিখা পূজা কৰাৰ কথা পোৱা যায়। শাতবাহন যুগতে আৱিষ্কাৰ বা পৰ্যটনৰ আকাঙ্ক্ষাই চৰম ৰূপ ধাৰণ কৰিছিল ; কিন্তু লাহে লাহে গাৰ্হস্থীয় মনোবৃত্তি আৰু গাৰ্হৰ সংখ্যা বঢ়াৰ লগে লগে সেই আকাঙ্ক্ষা লোপ পাবলৈ ধৰে। হিন্দু ধৰ্মই তীৰ্থ যাত্ৰা আৰু শাস্ত্ৰ অধ্যয়ন,—এই দুটা কাৰণে পৰ্যটন কৰাটো সদায় ভাল বুলি ধৰিছিল।

প্ৰথম শাতবাহন ৰজাসকলৰ ৰাজত্বৰ সময়তে 'খাৰবেল' নামৰ এজন ৰজাই মহানদী অঞ্চলত ১৭ শাৰীৰ এখন ফলি দিয়াৰ প্ৰমাণ পোৱা গৈছে। এওঁ নিজ বংশৰ তৃতীয় ৰজা (এতিয়া এই ফলিখনৰ বেয়াকৈ ক্ষতি-সাধন হৈছে)। এই মহানদী অঞ্চল সম্ৰাট অশোকৰ প্ৰভাৱাধীন আছিল। এই ৰজাজন জনাজাত নহয় ; তথাপি এওঁ মগধ, পাণ্ড্য আৰু শাতকৰ্ণি ৰাজ্য জয় কৰি ভাৰত-বৰ্ষৰ এছোৱা নিজৰ দখললৈ অনাৰ কথা পোৱা যায়। এওঁৰ ধৰ্ম আছিল জৈন ধৰ্ম। কিন্তু সেই বুলি বৌদ্ধ ধৰ্মাৱলম্বী হৰ্ষ আৰু চেংগিজখানৰ দৰে তেওঁ যুদ্ধ-বিগ্ৰহত লিপ্ত নোহোৱাকৈ নাছিল। প্ৰকৃতপক্ষে বিভিন্ন অহিংস ধৰ্মই কেতিয়াও যুদ্ধত বাধা দিব পৰা নাছিল, কাৰণ, যুদ্ধ-বিগ্ৰহৰ গুৰিতে গভীৰ অৰ্থনৈতিক কাৰণ

---

(৫) 'নীল নদীৰ উৎসৰ আৱিষ্কাৰৰ জৰ্নাল'—(প্ৰথম অধ্যায়), জে, এইচ, স্পেকৰ এই পুথি চাওক। এই পুথি আদিতে ১৮৬৩ চনত লণ্ডনৰ পৰা প্ৰকাশ পাইছিল, কিন্তু এভ্ৰিমেন লাই-ব্ৰেৰী সংস্কৰণৰ ২৫—২৭ পৃষ্ঠাত হে মেপ সহ বহল বিৱৰণী দিয়া হৈছে। লেফ্‌টেনেন্ট ফ্ৰান্সিচ উইলফৰ্ডৰ প্ৰবন্ধ এচিয়াটিক ৰিচাৰ্চেজ (৩,১৮০১) নামৰ আলোচনীত ওলাইছিল। পুৰাণবোৰ বৰ গোলমলীয়া—এইবোৰৰ কিছুমান তথ্য অনুমান কৰিবৰ বাবে এনেকৈ কলনাত্মকভাৱে পৰীক্ষা কৰাটো উল্লেখযোগ্য।

নিহিত থাকে। 'খাৰবেলৰ'ৰ যুদ্ধ-বিগ্ৰহবোৰো আন যুদ্ধ-বিগ্ৰহৰ সম পৰ্যায়ৰ। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল মগধৰাজ বহসাতিমিতৰ ( সম্ভৱতঃ এওঁ শুঙ্গৰাজ বৃহস্পাতিমিত্ৰ বা পুষ্যমিত্ৰ ) পৰা পূৰ্বতে মগধৰাজ নন্দই অপহৰণ কৰা জৈন ভগ্নাৱশেষ এটা ( প্ৰায় ১০৩ বা ৩০০ বছৰৰ পূৰ্বে ) উদ্ধাৰ কৰিবলৈ কৰা যুদ্ধ। সেইদৰে ব্ৰাহ্মণ আৰু জৈন 'অৰ্হত' সকলক তেওঁ কৰোৱা ভোজনবোৰো আন ৰজাসকলে কৰোৱা ভোজনৰ দৰেই বাহুল্য আছিল। এওঁ ডাঙেমান মন্দিৰ সজোৱা আৰু এশতকৈও অধিক গুহা খনন কৰাৰ কথা উল্লেখ পোৱা যায়; উক্ত গুহাবোৰৰ কিছুমান উদ্ধাৰ কৰা হৈছে। এটা কথা মন কৰিবলগীয়া। প্ৰত্যেকটি ৰাজহুৱা কৰ্মৰ বাবে সৰ্বমুঠ খৰচ হেজাৰ হেজাৰ 'পনস'কৈ নিৰ্ধাৰণ কৰা হৈছিল; সেই সময়ত মুদ্ৰাবোৰৰ লঘুকৰণ হৈছিল যদিও খৰচৰ সংখ্যা যথেষ্ট বেছি বুলি নকৈ নোৱাৰি। উক্ত ফলিৰ পাঠ আৰু ব্যাখ্যা বহুতে বহুত ধৰণে দিছে। ( মই বেণীমাধৱ বৰুৱাৰ Old Brahmi inscriptions of the Udaigiri and Khandagiri caves, Calcutta; 1919 নামৰ গ্ৰন্থখনৰ ওপৰতে ভৰ দি তাত থকা এটি উল্লেখযোগ্য কথালৈ আঙুলিয়াই দিব খুজিছোঁ। ) তাত তোসলি (Tosli) পথৰপৰা বঢ়াই অনা প্ৰাচীন খাল এটাৰ খনন—কাৰ্যত কৰা বিৰাট খৰচৰ কথা পোৱা যায়। এই খালটো পূৰ্বতে ৰজা নন্দই খনাইছিল। ইয়াৰপৰা বুজা যায়, অশোক সমৰিবস্তে মৌৰ্যসম্ৰাট-সকলৰ পূৰ্বেই মগধৰ ৰজাসকলে কলিঙ্গৰ ফালে স্থায়ী বসতি বঢ়াইছিল। তাত তেওঁলোকৰ নিয়মিত পাম আছিল। খাৰবেল ৰজাই 'তিমিৰদহ' বা 'ভয়ানক পিৰ্তানি' এডোখৰ পানী বোৱাই দি নগৰ নৈত পেলাই দিছিল। এই খাল হোৱাৰ ১১৩ বছৰৰ মূৰতো তেওঁ কৰা পানী উবাল আৰু মধ্যউৰ্বৰিজাকৰ ব্যাপক মেৰামতিবোৰৰ চিন-মোকাম পোৱা গৈছিল। এইবোৰৰপৰা বুজা যায় যে কলিঙ্গত সেই সময়ত নিয়মিত কৃষি আৰম্ভ হৈছিল। কিন্তু এই ৰজাজনৰ স্মৃতি বুৰঞ্জীত সমূলঞ্চে লোপ পালে।

প্ৰথম শুঙ্গ ৰজা পুষ্যমিত্ৰৰ দিনতে খাৰবেলে মগধ আক্ৰমণ কৰিছিল বুলি ধাৰণা হয়। পুষ্যমিত্ৰই মগধৰ শেষ ৰজাজনক বধ কৰি ৰাজ সিংহাসন অধিকাৰ কৰিছিল। কিন্তু তেওঁ সমগ্ৰ মগধ সাম্ৰাজ্য দখললৈ আনি শাসন কৰিব পৰা নাছিল। এওঁৰ পৰিয়ালে মৌৰ্যসকলৰ অধীনত থকা বিদিশা বা উজ্জয়িনী ৰাজ্যত 'ভাইচৰয়' বা শাসক নিযুক্ত কৰি শাসন কৰিছিল। শুঙ্গ নামটো স্বীকৃত ব্ৰাহ্মণ ভৰদ্বাজ গোত্ৰৰ অন্তৰ্ভুক্ত। পণ্ডিতে বহুতে শুঙ্গৰাজক ব্ৰাহ্মণ বুলি অভিহিত কৰিছে। কিন্তু এনে

হোৱাটো সম্ভৱ নহয়। কাৰণ ক্ষত্ৰিয়, আৰু বৈশ্যসকলৰ ভেতিয়াও গোত্ৰ আছিল। ব্যাপক বেহা-বেপাৰ, মানুহৰ স্থানান্তৰ কৰণ, আক্ৰমণাদি আৰু নতুন মানুহৰ সমাজ-ভুক্তি আদি বিভিন্ন কাৰণত প্ৰাচীন গোত্ৰ প্ৰথাৰ ক্ৰমাৎ অৱলুপ্তি ঘটিছিল। মাথোন ব্ৰাহ্মণসকল সংৰক্ষণশীল হৈ থকাৰ বাবে তেওঁলোকৰ মাজত গোত্ৰ প্ৰথা চলি আছিল। প্ৰাচীন বৈদিক প্ৰথামতে একোখন জনজাতীয় আৰ্যসমাজে এজন ব্ৰাহ্মণক গ্ৰহণ কৰাৰ লগে লগে এটা নতুন গোত্ৰৰ সৃষ্টি হৈছিল। প্ৰকৃত পক্ষে ব্ৰাহ্মণে যিজন জনজাতীয় মূৰব্বীৰ যজ্ঞত পুৰোহিতালি কৰিছিল, সেইজন মূৰব্বীৰ গোত্ৰৰ নামেৰেই নতুন গোত্ৰৰো নামকৰণ কৰা হৈছিল। অনাৰ্য মুৰব্বী আৰু বেপাৰীসকলক হাত কৰিবলৈ বিপৰীত নিয়ম গ্ৰহণ কৰা হৈছিল। এনে ক্ষেত্ৰত ক্ষত্ৰিয় আৰু বৈশ্যসকলে সাধাৰণতে গৃহ-পুৰোহিতৰ গোত্ৰ গ্ৰহণ কৰিছিল ( Brough 195—6 )। শেষৰজনা শুঙ্গ ৰজাৰ গৃহ-পুৰোহিত কৰায়ন ( ইও ভৰদ্বাজৰ গোত্ৰ ) গোত্ৰৰ আছিল। শুঙ্গসকলৰ বংশৰ নাম- পুৰোহিতৰ সৈতে একে নাছিল। তথাপি তেওঁলোক ক্ষত্ৰিয় আছিল যেন অনুমান হয়। শাতবাহনসকলে নিজৰ নামৰ লগত মাতৃৰ গোত্ৰৰ উল্লেখ কৰিছিল, যেনে 'গৌতমী পুত্ৰ সিৰি শতকৰ্ণি'। এই নামে মূল মাতৃস্বত্বৰ স্মৃতি-চিহ্নৰ কথা নুসূচাবও পাৰে ; কাৰণ বহু বিবাহ প্ৰথাৰ ফল স্বৰূপেও এনে নামৰ উদ্ভৱ হব পাৰে। সতিনীৰ ল'ৰা-ছোৱালীৰপৰা তেওঁৰ ল'ৰা-ছোৱালীক সুকীয়াকৈ চিনাকি দিবৰ বাবেহে সন্তানৰ নামৰ লগত মাকৰ বংশ-নাম ( gentile name ) যোৰা দিয়া হৈছিল। মাকৰ নামেৰে পিতৃ-মাতৃ উভয় পক্ষৰে উচ্চ বংশৰ কথাও ব্যক্ত কৰা হৈছিল।

শুঙ্গসকলে প্ৰাচীন 'বৈদিক অশ্বমেধ যজ্ঞৰ'[৬] পুনৰ প্ৰচলন কৰিছিল। পুষ্যমিত্ৰৰ অধিকৃত ৰাজ্যত আন আন আক্ৰমণকাৰীসকলে অনধিকাৰ প্ৰৱেশ কৰাত তেওঁৰ পক্ষে এনে যজ্ঞ পতা প্ৰয়োজনীয় হৈ পৰিছিল। কিছুমান বৌদ্ধ গ্ৰন্থৰ মতে এইজনা ৰজাই অশোকে অনুসৰণ কৰা ধৰ্মমত দমন কৰিছিল ; প্ৰকৃত পক্ষে বোধহয় এওঁ কিছুমান নিষিদ্ধ বলিদান প্ৰথা পুনৰ প্ৰচলন কৰিবলৈ ব্ৰাহ্মণসকলক উৎসাহ দিছিল।

(৬) পুষ্যমিত্ৰৰ অশ্বমেধ যজ্ঞৰ কথা GTM ৰ ১৭৫ পিঁড়ি চাওক। হৰিবংশৰ (৩, ২, ৪০) স্তৱক এটাত এই বুলি আছে যে কাশ্যপ সেনানীয়ে ( সেনাপতি ) অশ্বমেধ যজ্ঞ সমাপন কৰিব। মালবিকাগ্নিমিত্ৰত এই সম্পৰ্কে যি উল্লেখ আছে তাৰ সূত্ৰ সম্ভৱতঃ এইটোৱেই। উক্ত গোত্ৰটো ভুল, কিন্তু সেনানী উপাধি প্ৰথম ছোৱাৰ শুঙ্গসকলে তেওঁলোকৰ মুদ্ৰাত ব্যৱহাৰ কৰিছিল। এনে মুদ্ৰা কোসমত (Kosam) পোৱা গৈছে। অকল—পুষ্যমিত্ৰ যে অশ্বমেধ যজ্ঞ কৰিছিল এনে নহয়। কিন্তু তেওঁৰ কথাই মানুহৰ মনত বেছিকৈ সাঁচ বহুৱাৰ কাৰণ হ'ল অশোকক অশ্বমেধ যজ্ঞ নিষিদ্ধ কৰাৰ পিচত পোন প্ৰথম তেওঁৱেই এই যজ্ঞ কৰিছিল।

ভাৰহুত আৰু সাঁচীত পোৱা সুন্দৰ বৌদ্ধ কাৰু-কাৰ্যবোৰ শুঙ্গযুগৰ। অৱশ্যে অশ্বমেধ যজ্ঞ পাতি শুঙ্গসকলৰ একো লাভ নহল। কাৰণ যৱনসকলে, উজ্জয়িনীৰ বাণিজ্যপথৰ আশে-পাশে বিস্তৃত ৰাজ্যৰ অভ্যন্তৰলৈকে সোমাই আহি আক্ৰমণ কৰিছিল। অ'ত ত'ত পোৱা উল্লেখবপৰা বুজা যায় যে গ্ৰীকসকলে 'সাকেত' অৱৰোধ কৰাৰ পিছত পাটনাতো প্ৰবেশ কৰিছিলহি। এইজনা যৱনৰ নাম মিনেন্দাৰ বুলি ধৰা হৈছে। এওঁ ইউথিডেমচ্ ৰজাৰ সাৰ্থক বংশধৰ। ইউথিডেমচ্ এখন ডাঙৰ সম্ৰাজ্য অধিকাৰ কৰি শাসন কৰিছিল, কিন্তু সেয়ে স্থায়ী নাছিল। ইউথিডেমচ্‌ৰ ল'ৰা ডেমেট্ৰিয়সেও 'ভাৰতবৰ্ষ জয় কৰিছিল' কিন্তু আলেকজেণ্ডাৰৰ দৰে বিস্তৃত ৰূপত নহয়। বিখ্যাত এণ্টিঅকাচে ভাৰতবৰ্ষ জয় কৰিব নোৱাৰি 'ভাৰতাধিপতি' সুভগসেনৰপৰা উপঢৌকন লৈয়েই সন্তুষ্ট থাকিব লগা হৈছিল। সুভগসেনে কাবুল উপত্যকাৰ মৌৰ্য প্ৰদেশখন শাসন কৰিছিল। মিনেন্দাৰ আচলতে সাগলৰ ৰজা মিলিন্দ। ( সাগল মানে শিয়ালকোট। আলেকজেণ্ডাৰৰ মতে সুদূৰ প্ৰাচ্য দেশৰ সীমা এই ঠাইখনতে আছিল )। ৰজা মিলিন্দৰ নাম মিলিন্দপঞ্হত উল্লিখিত হৈছে। মিলিন্দপঞ্হ মানে 'ৰজা মিলিন্দৰ প্ৰশ্নাৱলী'। এই গ্ৰন্থখন লঙ্কা দ্বীপত পোৱা গৈছে, তাত ৰজাৰ বিষয়ে এটি প্ৰশস্তি আছে। এই গ্ৰন্থখনৰপৰাই ভাৰতবৰ্ষৰ শিক্ষিত লোকে ৰজাৰ কথা জানিবলৈ সমৰ্থ হৈছে। আক্ৰমণকাৰী গ্ৰীকসকলৰ উক্ত ডালটোৰ অন্ত পৰে খ্ৰীঃ পূঃ ৭৫ চনত। শকসকলে ইতিমধ্যে সিন্ধু বদ্বীপ অঞ্চলত বসতি কৰিবলৈ আৰম্ভ কৰিছিল ; এওঁলোকেই গ্ৰীক ডালটোৰ পৰালি পেলায়। ইতিমধ্যে ইউথিডেমিডসকলে ইউক্ৰেটাইডেচ আৰু তেওঁ'ৰ বংশধৰসকলৰ হাতত হাৰি মূল বক্‌ট্ৰিয়া ৰাজ্য হেৰুৱায়। ই'উক্ৰেটাইডেচৰ আৰু এওঁলোকৰ সতি-সন্ততিসকল ক্ৰমাৎ সিন্ধু উপত্যকালৈ সোমাই আহিবলৈ ধৰে। তাৰ পিছতে শকস, মৌৱেস, আজেস আৰু অন্যান্য সকলো তালৈ আহিবলৈ লয়। এই শোভাযাত্ৰাৰ শেষত আহে কুষাণসকল। এওঁলোকে বক্‌ট্ৰিয়া, কাশ্মীৰ আৰু উত্তৰ ভাৰত জয় কৰে। এওঁলোকৰ শাসন ভালেমান দিন স্থায়ী হয়। সম্পূৰ্ণ কুষাণ সাম্ৰাজ্য কণিষ্কৰ অভিষেক কাল, অৰ্থাৎ ৭৮ খ্ৰীষ্টাব্দত আৰম্ভ হয় বুলি এটা মত আছে, অৱশ্যে এই মত সৰ্বসম্মত নহয়। ৭৮ খ্ৰীষ্টাব্দতে শালিবাহন শকও আৰম্ভ হয় বুলি এটা প্ৰবাদ আজিকোপতি প্ৰচলিত আছে। পূৰ্বৰ আক্ৰমণকাৰীসকলৰ তুলনাত ( অৰ্থাৎ মিনেন্দাৰ আদি ) কুষাণসকলে অধিক সফলতাৰে ভাৰতীয় জীৱন-যাত্ৰা প্ৰণালী গ্ৰহণ কৰিবলৈ সমৰ্থ হৈছিল ; তেওঁলোকে মুদ্ৰাবোৰত শিৱ, বুদ্ধ আৰু অন্যান্য দেৱ-দেৱীসকলৰ চিত্ৰ অঙ্কিত

কৰিছিল। তেওঁলোকে গঢ়া বৃহৎকায় স্তূপবোৰ দেখি সপ্তম শতিকাত চীনা তীৰ্থযাত্ৰীসকলে আৰু একাদশ শতিকাত আলবেৰুণীয়ে আশ্চৰ্য প্ৰকাশ কৰিছিল। এওঁলোকে বাসুদেৱৰ ৰাজত্বকাললৈকে ( অৰ্থাৎ খ্ৰীষ্টাব্দ ২০০ চনলৈকে ) সাম্ৰাজ্য ৰক্ষা কৰিব পৰাৰ মূলতে এটা কাৰণ থকা যেন লাগে। আনবিলাক আক্ৰমণকাৰীৰ তুলনাত এওঁলোকে অধিক কাৰ্যকৰীভাৱে ৰাজহ উৎপন্ন দ্ৰব্য সংগ্ৰহ কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে কুষাণ সাম্ৰাজ্যৰ যে বঢ়া-টুটা বা অৱনতি হোৱা নাছিল, তেনে নহয়, হৈছিল। সম্ভৱতঃ সেই সময়ৰ জনাজাত একিমেনিড আৰু পাৰ্চীয় গ্ৰীক পদ্ধতি অনুসৰি এওঁলোকে প্ৰদেশবোৰ সৰ্বক্ষমতাসম্পন্ন 'সত্ৰপ'ৰ হতুৱাই শাসন কৰাইছিল। কিন্তু তেওঁলোকৰ শাসন কিছু বিষয়ত আনবোৰতকৈ বেলেগ আছিল। পাৰ্চীসকলৰ 'সত্ৰপ'সকল প্ৰথা অনুসৰি ৰাজাধিৰাজৰ 'বন্দক' অৰ্থাৎ দাস বা বান্দা আছিল। কাৰ্যতঃ তেওঁলোক ডাঙৰীয়া হ'লেও স্বেচ্ছাচাৰী সম্ৰাটৰ ইচ্ছামতে তেওঁলোকৰ বিনা বিচাৰে শাস্তি হৈছিল আৰু বিনা দোষে পদ সমাপ্তি ঘটিছিল। ভাৰতত থকা 'সত্ৰপ' সকলৰ অৰ্থাৎ মথুৰাৰ হগান, হগামাস আৰু ৰাজুল, এওঁলোকৰ উৰ্ধতন কৰ্তৃপক্ষ কোন আছিল তাক জনা নাযায়। কুশাণ সত্ৰপসকলৰ হাতত সকলো ক্ষমতা আছিল; তেওঁলোকে পুৰুষানুক্ৰমে এই পদ ভোগ কৰাৰ অধিকাৰ পাইছিল। তেওঁলোকে ক্ষেত্ৰ বিশেষে 'ৰাজন' উপাধিও ব্যৱহাৰ কৰিব পাৰিছিল। ৱনস্পৰ আৰু খৰপল্লান নামৰ দুজন ডাঙৰ কুষাণ সত্ৰপৰ নাম কুষাণ শকৰ ৩ অব্দত ৰচা সাৰনাথ ফলিত পোৱা যায়। ইফালে ৰুদ্ৰদমনকে ধৰি ( এওঁ ১৫০ খ্ৰীষ্টাব্দৰ ) চষ্টনৰ স্বকীয় সতি-সন্ততিসকলে ৰজাৰ নাম লৈ নিজে যুদ্ধ কৰিছিল। কিন্তু দেখাত তেওঁলোক সত্ৰপেই আছিল। এওঁলোকেনো কিমানলৈ কৰ দিব লাগিছিল কোৱা টান, কাৰণ, উক্ত উপাধিধাৰী লোকে কৰ দিয়াটো নিয়ম আছিল। খখৰাত নহপান নামৰ এজনে সত্ৰপ আৰু উজ্জয়িনীৰ ৰজা বুলি দাবী কৰিছিল; এওঁক গোতমীপুত শাতকৰ্ণিয়ে পৰাজিত কৰে। গোতমীপুতৰ ল'ৰা ৱাসিঠিপুত পুলুমায়িয়ে ৰুদ্ৰদমনৰ লগত দুখন যুদ্ধ কৰি হাৰে। এওঁলোক একে জাত, 'ৰেচ', জনজাতি বা ভাষিক গোষ্ঠীৰ লোক আছিল যেন বোধহয়। আনহাতে ৱাসিঠিপুত-ত্ৰি-শাতকৰ্ণি নামৰ এজন লোক ৰুদ্ৰদমনৰ জোঁৱায়েক আছিল।

দাক্ষিণাত্যত শাতবাহন আৰু উত্তৰ দিশত কুষাণসকল থিতাপি লগাৰ লগে লগে এই যুগটোৰ ওৰপৰা নাছিল। অৱশ্যে প্ৰতিৰোধকাৰী গাৰ্বৰ ওপৰত নিৰ্ভৰশীল ৰাজ্য কিছুমানৰ সমাপ্তি ঘটোৱাই যদি আক্ৰমণকাৰী বংশবোৰৰ লক্ষ্য হ'লহেঁতেন, তেন্তে এই যুগৰ অন্ত পৰিলেহেঁতেন বুলি ক'ব পৰা গ'লহেঁতেন।

অৰণ্য অথবা অনগ্ৰসৰ অঞ্চলবোৰত এই সময়তে বাণিজ্যৰ আলম লৈ (DKA, 12–3) কিছুমান স্থানীয় বংশৰ উত্থান ঘটে। বুৰঞ্জীত পোৱা মতে এইছোৱা কালতে অন্ততঃ চাৰিজন নাগ ৰজাই ৰাজত্ব কৰিছিল। যি সাতজন গৰ্দভিলৰ কথা আমি পঢ়িবলৈ পাওঁহক, তেওঁলোকৰ উপাধি চালে বুজা যায় যে তেওঁলোক ভীল। এই ভীলসকলৰ কিছু অংশ আজিও খাদ্য সংগ্ৰহকাৰী সমাজৰ স্তৰতে আছে। ইয়াৰোপৰি তেৰজন পুষ্যমিত্ৰৰ (অথবা পুষ্পমিত্ৰ) কথা আমি কেৱল সাধাৰণ পাৰিবাৰিক নামেৰেহে জানো। হুণ আৰু হাৰহুণ বুলি যিসকলক ধৰা হৈছে, সেইসকলক শ্বেত হুণ বা 'এফথলাইটেছ' বুলি অনুমান কৰিব পৰা যায়। স্কন্দগুপ্তই প্ৰথম জনজাতিটোক অৰ্থাৎ পুষ্যমিত্ৰসকলক পঞ্চম শতাব্দীৰ মাজভাগত ধ্বংস কৰে; কিন্তু পিছৰ বিধ জনজাতিক সৈমান কৰিবলৈ ৰাওঁতে, তেওঁৰ যথেষ্ট কষ্ট হয়। বুৰঞ্জীত যি দহজন আভীৰ ৰজাৰ নাম পোৱা যায়, তেওঁলোক জনজাতীয় আক্ৰমণকাৰীৰপৰা উদ্ভৱ হোৱা। এওঁলোকৰ বংশধৰ হ'ল আজিকালিৰ অহীৰ (পশুপালনকাৰী) জাতৰ লোকসকল। এই সময়তে যৌধেয়ৰ দৰে কেতবোৰ জনজাতিৰো উদ্ভৱ হয়; যৌধেয়সকলক বুদ্ৰদমনে সম্পূৰ্ণৰূপে নিৰ্মূল কৰাৰ উল্লেখ বুৰঞ্জীত আমি পালেও, দুই শতাব্দীমান পিছত এওঁলোকৰ নামত মুদ্ৰা প্ৰচলন হোৱাও আমি দেখিবলৈ পাওঁহক। শতদ্ৰু নৈৰ সোঁ পাৰে বহাৱলপুৰত বসতি কৰা আধুনিক জহীয়াসকল যৌধেয়সকলৰে সাঁতি-সন্ততি বুলি অনুমান হয়। সুদূৰ দাক্ষিণাত্যত এই সময়তে তিনিখন ৰাজ্য থকাৰ কথা উল্লেখ পোৱা যায়। এইকেইখন হ'ল, মালাবাৰ অঞ্চলৰ চেৰা, উপদ্বীপৰ মূৰত পাণ্ড্য আৰু দক্ষিণ-পূৱ উপকূলৰ চোলা। দ্বিতীয় শতাব্দীত এই ৰাজ্যবোৰত গাওঁ স্থাপন, যুদ্ধ-বিগ্ৰহ, ব্ৰাহ্মণ-পুৰোহিতৰ নিযুক্তি, সঙ্গমযুগৰ কবিতা ৰচনা আৰু বৌদ্ধ বিহাৰ নিৰ্মাণ আদি বিবিধ কাম হোৱাৰ প্ৰমাণ পাওঁহক। এই বিৱৰণীৰপৰা এটা কথা স্পষ্টকৈ ধৰিব পৰা যায়। এই সময়ত যদি আন কোনো শক্তিয়ে 'সাৰ্বজনিক সাম্ৰাজ্য' প্ৰতিষ্ঠা কৰাৰ কথা চিন্তা কৰিছিল, তেন্তে সেই শক্তিয়ে মৌৰ্যসকলৰপৰা বেলেগ আঁহিৰ বিজয় পদ্ধতি গ্ৰহণ কৰিবলগীয়া হৈছিল।

বিবাদমান জনজাতি, ৰজা আৰু আক্ৰমণকাৰীবোৰৰ বিষয়ে এনেবোৰ খেলিমেলিৰ কথা পঢ়িলে বুজা যায়, আক্ৰমণবোৰৰ অৰ্থনৈতিক ভেটি এটা আছিল। নতুন গাওঁবোৰৰপৰা ওলোৱা উৎপন্নৰ বাহিৰবোৰৰদ্বাৰা আক্ৰমণকাৰী সেনা-বাহিনীবোৰক ভৰণ-পোষণ দিয়া হৈছিল। ইয়াৰ ফলত গাওঁবোৰৰ গৰাকীসকলৰ দুৰাকাংক্ষা কোৱত কোৱে চৰি গৈছিল। কেতিয়াবা এনেকৈ নতুন জনজাতি

কিছুমানৰো উৎপত্তি হৈছিল। আদি বাসস্থান পৰিত্যাগ কৰিবলগীয়া জনজাতি লোক লগ লাগি বা নতুন নতুন গোঠীৰ মানুহ গোট খাই কিছুমান খাদ্য উৎপন্নকাৰী 'গণ' গঠন কৰিছিল। এইবিলাক 'গণ'ৰ ভিতৰত মালৱ গণই এটা নতুন অব্দ বা শক আৰম্ভ কৰে; দেখাত এই শক বিক্ৰম বা কৃত শকৰ দৰেই খ্ৰীঃ পূঃ ৫৭ চনত আৰম্ভ হৈছিল। উপাখ্যান মতে[৭] শাহানুশাহী আক্ৰমণকাৰীসকলে উজ্জয়িনীৰ গৰ্দভিল-ৰজাক পৰাজিত কৰাৰ লগতো এই অব্দ প্ৰচলনৰ সম্পৰ্ক আছে। যৌধেয় আদি জনজাতিবোৰে ব্ৰাহ্মণসকলৰ পৃষ্ঠপোষকতা কৰিছিল। এই পৃষ্ঠপোষকতাৰ কাৰণে এই শক বাচি ৰ'ল; এই শকৰ কাল্পনিক প্ৰতিষ্ঠাতা বিক্ৰম গৈ চক্ৰৱৰ্তী সম্ৰাটত পৰিণত হ'ল। বিক্ৰম ৰজাৰ কোনো ফলি বা মুদ্ৰা আজি পৰ্যন্ত পোৱা হোৱা নাই। পুৰাণবোৰতো এই ৰজাৰ নাম উল্লেখ কৰা নাই। পুৰাণৰ তালিকাত অচিনাক্ত বংশৰ নাম অন্তৰ্হীণ। মুদ্ৰাৰ সহায়ত ওপৰোক্ত বংশবোৰ চিনাক্ত কৰা লাহে লাহে সহজ হোৱা দেখা গৈছে। তথাপি পুৰাণৰ তালিকাত অন্যান্য অচিনাক্ত বংশৰ নাম পোৱা যায়। যি ঠাইত মুদ্ৰাবোৰ পোৱা গৈছে, সেই ঠাইবোৰে ৰজাৰ ৰাজ্যৰ বিষয়েও কিছু তথ্য-পাতি যোগায়।

৮.২ বংশৰ বুৰঞ্জী অধ্যয়নৰ ক্ষেত্ৰতো ধৰ্মৰ কথা বিবেচনা কৰাটো অতিশয় লাগতিয়াল হৈ পৰে; গতিকে তাৰ বিষয়েও অল্প অল্পকৈ আলোচনা কৰিব লগা হৈছে। কুসংস্কাৰবোৰ ভাৰতৰ অনগ্ৰসৰতাৰ কাৰণ, এই কাৰণে এইবোৰৰ নিন্দাৰ প্ৰয়োজন। কিন্তু লগে লগে এই কথাও মন কৰিবলগীয়া যে পুৰোহিতৰ পূজা-পাতল আৰু যাদুক্ৰিয়াৰ্জনিত বিশ্বাসৰ সহায়ত বিভিন্ন অঞ্চললৈ সভ্যতাৰ আমদানী কৰা হৈছিল। যেতিয়া শ্ৰেণী ব্যৱস্থা বৰ বেছি কটকটীয়া হৈ পৰিল, তেতিয়া এইবোৰ অন্ধবিশ্বাস মনৰ শিকলি স্বৰূপ হৈ পৰিল। ঋকবেদৰ সমাজত দুটা জাত আছিল। এনে জাত-প্ৰথাৰ বলত এই সমাজ সিন্ধু অৱবাহিকা অঞ্চলৰ সিমূৰ পৰ্যন্ত বিস্তৃত

(৭) জৈন আচাৰ্য কালকল সম্পৰ্কীয় গল্পৰপৰা উদ্ধৃত কৰা অংশই বিক্ৰমাব্দৰ বিষয়ে আটাইতকৈ যুক্তিসিদ্ধ ব্যাখ্যা হ'ব পাৰে। ১৯৪৩ চনত বিক্ৰমৰ দুহেজাৰ বছৰীয়া উৎসৱ আড়ম্বৰপূৰ্ণভাৱে পালন কৰা হয়, কিন্তু শ্ৰেষ্ঠ মানুহেই হওক নাইবা উৎসৱৰ কৰ্ণধাৰসকলেই হওক— কোনেও সমস্যাটো সম্পৰ্কে একো সমাধান দিব নোৱাৰিলে। সেই উদ্দেশ্যে প্ৰকাশিত স্মাৰক গ্ৰন্থসমূহে এনে 'গৱেষণা' যে অৰ্থহীন তাকেই প্ৰমাণ কৰিলে; ইংৰাজীত 'বিক্ৰম সংখ্যা' (উজ্জয়িনী, চিন্ধিয়া অৰি ইনষ্টিটিউট ১৯৪৮), হিন্দীত 'বিক্ৰম নিবন্ধ সংগ্ৰহ'—এই দুখন স্মাৰক গ্ৰন্থ ওলাইছিল, ইয়াৰ প্ৰায়বোৰ নিবন্ধই পৰস্পৰ বিৰোধী; এইবোৰে বিশেষ একো প্ৰমাণ নকৰিলে, প্ৰমাণিত হ'ল মাত্ৰ কথাটো বিশ্বাস কৰি লোৱাৰ হৈপাহহে।

হৈছিল। যজুৰ্বেদীয় আৰ্য জনজাতীয় সমাজত চাৰিটা বৰ্ণৰ উদ্ভৱ হয়। তাৰ ফল স্বৰূপেই এই চতুৰ্বৰ্ণবিশিষ্ট শ্ৰেণী সমাজখনৰ পতন হয়, এই চতুৰ্বৰ্ণৰ সমাজখন বিবাদমান আৰু পৰস্পৰৰপৰা বিচ্ছিন্ন জনজাতীয় সমাজবোৰতকৈ অধিক প্ৰগতিশীল আছিল। গ্ৰীকসকলে ( Strabo ; meg. 59 ) ব্ৰাহ্মণসকলৰ বিষয়ে এইদৰে লেখি থৈ গৈছে, "প্ৰাকৃতিক ঘটনাবোৰৰ বিষয়ে এওঁলোকৰ ধাৰণা অতি সাধাৰণ, কাৰণ তেওঁলোকৰ যুক্তিৰ তুলনাত তেওঁলোকৰ কামহে ভাল। তেওঁলোকৰ বিশ্বাসৰ মূল ভেটি হ'ল উপাখ্যান।" উপাখ্যান আৰু কঠোৰ বিধি কিছুমানৰ সহায়ত ব্ৰাহ্মণসকলে অনাৰ্যসকলৰ মাজত নতুন ধ্যান-ধাৰণা জাপি দি শ্ৰেণী সমাজ আৰম্ভ কৰিবলৈ সমৰ্থ হৈছিল। প্ৰকৃতিৰ সমুখত নিসহায় বোধ নকৰিবলৈ হলে বাইজে প্ৰাকৃতিক আৰু মানৱ-সৃষ্ট আৱশ্যকতাসমূহৰ প্ৰভেদ কি তাক বুজি পোৱাৰ উপৰিও পদাৰ্থ তত্ত্বৰ অন্তৰ্নিহিত নিয়মবিলাকো সজ্ঞানে আয়ত্ত কৰিবলৈ সমৰ্থ হ'ব লাগিব। এই কাৰণে পিছৰ যুগত ব্ৰাহ্মণ্যবাদ মানৱ মুক্তিৰ (অৰ্থাৎ প্ৰয়োজনৰ স্বীকৃতিৰ) আৰু পৰিপন্থী হৈ পৰিল ; ইঁপিনে সামাজিকভাৱে প্ৰয়োজনীয় শ্ৰম-কালৰ দ্বাৰা নিৰ্ধাৰিত মূল্য উৎপাদন পথতো এই ব্ৰাহ্মণ্যবাদ হেঙাৰ স্বৰূপ হৈ পৰিল। ব্ৰাহ্মণসকলে অপৰিবৰ্তনীয় মত আৰু কৰ্তৃত্বৰ ওপৰত জোৰ দিয়াত ই বিজ্ঞানৰ অৰ্থাৎ আৱশ্যকতাৰ বা প্ৰয়োজনৰ উপলব্ধিৰ পৰিপন্থী হৈ পৰিল। লাহে লাহে যেতিয়া ধৰ্মগ্ৰন্থবোৰ অন্যৰ আদেশক্ৰমে পুনৰায় ৰচিত হ'বলৈ অথবা ভুল সাচত গঢ় ল'বলৈ ধৰিলে, তেতিয়াই বিজ্ঞানৰ লগত ব্ৰাহ্মণ্যবাদ বৌদ্ধিকৈ জীণ যাব নোৱাৰা হৈ পৰিল। এই সকলোবোৰ অন্ধবিশ্বাস বা কুসংস্কাৰৰ মূল ভেটি হ'ল উৎপাদনৰ আদিম পদ্ধতি আৰু আহিলাবোৰ। অৱশ্যে এই আহিলাবোৰ আৰু পদ্ধতিসমূহ খাদ্য সংগ্ৰহকাৰী সমাজবৰতকৈ এখোপ ওপৰৰ (স্তৰৰ)। আজিৰ ভাৰতবৰ্ষতো এই অন্ধবিশ্বাসবোৰ চলি আছে। হালবোৱা, গুটি সিঁচা, ধান ছপোৱা, মৰণা মৰা ইত্যাদি প্ৰায়বোৰ কৃষি কৰ্ম আৰম্ভণিৰ সময়ত তেওঁলোকে অতি সাৱধানে পূজা-পাতল আদি কৰা দেখা যায়।

এই ব্যাখ্যাৰপৰা বুজা যায় যে উৎপাদনৰ আদিম আহিলা আৰু প্ৰয়োগৰ ক্ষেত্ৰত ব্ৰাহ্মণ্যবাদৰো এটি কাৰ্যকৰী ভূমিকা আছিল। সম্ভৱতঃ সেই ভূমিকাৰ সাফল্যৰ ফলতেই সমাজৰ ওপৰত তেওঁলোকৰ কৰ্তৃত্ব স্থাপিত হৈছিল। উৎপাদন ব্যৱস্থাৰ কিছুমান গভীৰ প্ৰয়োজনতহে অন্ধবিশ্বাসৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা যায়। অৱশ্যে পূৰ্বাপৰ ৰীতি বা অভ্যাসৰ কাৰণেও অন্ধবিশ্বাস চলি থাকিব পাৰে। প্ৰাচীন কালত অন্ধবিশ্বাসৰ সহায়েৰে পঞ্জিকা তৈয়াৰ কৰা হৈছিল। ইউৰোপৰ

দৰে ভাৰতবৰ্ষতো খেতিয়কসকলে নৈসৰ্গিক সংকেত বা চিহ্নৰ সহায়ত জাৰকালি শেষ হোৱাৰ সময় নিৰ্ধাৰণ কৰি ক্ষান্ত থাকিব পৰা নাছিল। আন তথ্য-পাতিৰো প্ৰয়োজন হৈছিল। 'বৰ্ষ' শব্দৰ অৰ্থ বৰষুণ আৰু বছৰ দুয়োটাই। ভাৰতবৰ্ষত বছৰেকীয়া বৰ্ষাকাল খেতিৰ বাবে বৰ প্ৰয়োজনীয় বস্তু। বৰষুণ অহাৰ আগতে ভাৰতীয় খেতিয়কে পথাৰ উলিয়াব লাগিছিল। বাৰিষা আৰম্ভ হলেহে গুটি সিঁচা হয়, নহলে গজালিবোৰ মৰি যোৱাৰ সম্ভাবনা। বৰ্ষাকালৰ মাজত বৰষুণ সাময়িক ভাৱে বন্ধ হলে সাধাৰণতে পথাৰ নিৰোৱা হয়। বৰষুণ শেষ নহলে ধান ছপাই ঘৰলৈও অনা নহয়, কাৰণ তেতিয়া বৰষুণ পৰি ধান মৰণাৰ চোতালতে নষ্ট হ'ব। বৰষুণৰ গতি-বিধি চাই সাধাৰণভাৱে এই কথা ধৰিব পৰা হৈছিল যে বাৰিষা কাল বছৰৰ এক সময়তে আৰম্ভ হয় আৰু শেষো হয়। এই কাল চাৰিমাহ। কিন্তু বছৰৰ সময় শুদ্ধভাৱে নিৰ্ধাৰণ কৰা সহজ কথা নাছিল। নীল নদীৰ বানপানী ইজিপ্টীয়সকলৰ খেতি-বাতিৰ বাবে বৰ ডাঙৰ সহায়; গতিকে তেওঁলোকে সৌৰক্ষেত্ৰত ছিৰিয়াচ (লুব্ধক) নক্ষত্ৰৰ উদয় (heliacal rise) চাই এই বানপানীৰ সময় নিৰ্ধাৰণ কৰিছিল। চীনা খেতিয়কসকলে সূৰ্যৰ গতিবিধি চাই বছৰক ২৪ ভাগত ভগাইছিল। এই গণনাৰ লগত চন্দ্ৰৰ কাল অনুসৰি গণনা কৰা বাৰটা চান্দ্ৰ মাসৰ বিশেষ একো সম্পৰ্ক নাছিল। এই গণনা শুধৰাবলৈ উনৈশবছৰীয়া প্ৰত্যেকটি কালৰ ভিতৰৰ সাতোটা বছৰত একোটিকৈ মাহ বঢ়াই দিব লগা হৈছিল। ভাৰতবৰ্ষতো এনে গণনাৰ প্ৰয়োজন আছিল; ইয়াত গণনাৰ সমস্যা বৰ জটিল আছিল। কাৰণ আমাৰ দেশত ভাল পৰ্যবেক্ষণ-যন্ত্ৰ নাছিল আৰু তদুপৰি সুদীৰ্ঘকাল ধৰি তথ্যপাতি ৰক্ষা কৰি থব পৰা বিশেষ তেনে কোনো উপায় নাছিল।

চন্দ্ৰ কলাৰ (phases) গণনাই আদিম মানুহৰ সৰল পূজা-পাতলৰ কাল নিৰ্ধাৰণ কৰাত সহায় কৰিছিল। ইফালে চৰাই-চিৰিকতি, পশু আৰু গছ-গছনিৰপৰাও খাদ্য সংগ্ৰহকাৰীসকলে আৱশ্যকীয় খবৰ সংগ্ৰহ কৰিছিল। ইয়াৰ পাছৰে পৰাই চান্দ্ৰমাসৰ গণনাৰ ৰীতি অত্যাৱশ্যকীয় বুলি পৰিগণিত হয়; লগতে নৈসৰ্গিক সংকেত চায়ো বতৰাদিৰ পূৰ্বজ্ঞান আহৰণ কৰাৰ দস্তুৰ প্ৰচলিত হ'বলৈ ধৰে। খাদ্য উৎপন্নকাৰী সমাজৰ বছৰ সৌৰকালৰ গণনা অনুসৰি কৰা হৈছিল। এইবিধ গণনাত চান্দ্ৰমাসৰ সততে সংশোধন প্ৰয়োজনীয় হৈ পৰিছিল। এখন ব্যৱহাৰোপযোগী alamanac অৰ্থাৎ পঞ্জিকা তৈয়াৰ কৰাৰ চেষ্টাৰ ফলতেই জ্যোতিৰ্বিজ্ঞান, বীজগণিত, সংখ্যা-তত্ত্ব আদি বিদ্যাৰ জন্ম হয়। এইবিলাক

বিদ্যাৰ জন্ম ভাৰতৰ ব্ৰাহ্মণসকলৰ হাততেই। চন্দ্ৰ আৰু সূৰ্যই আকাশৰ তৰাৱলী ঢাকি থলেও অথবা চন্দ্ৰ সূৰ্য ডাৱৰে আৱৰি ৰাখিলেও এইবিলাক বিদ্যাৰ সহায়েৰে ঋতুৰ আগজাননী পাব পৰা গৈছিল। আদিম যুক্তি অনুসৰি আকাশৰ গ্ৰহ-উপগ্ৰহে অকল যে বতৰাদিৰ আগ-জাননীয়েই দিয়ে এনে নহয়, সিইঁতে সততে প্ৰয়োজনীয় বতৰাদিবো জন্ম দিয়ে। meteorology বা বতৰবিজ্ঞান শব্দটিৰ অভিপ্ৰায় এয়ে। গতিকে সেই কালত মানুহে ভাৱিছিল তৰা আৰু গ্ৰহবিলাকে মানৱজীৱনৰ ভূত ভৱিষ্যতৰ সকলো জ্ঞান দিয়াৰ উপৰিও সমগ্ৰ মানৱ-জীৱন নিয়ন্ত্ৰনো কৰে। সেইবাবেই সৌৰৱণী (গেলিলিঅইও নিজৰ সৌৰৱণী কৰিছিল) জ্যোতিষ, মন্ত্ৰ আৰু গ্ৰহাদিক তোষণ বা প্ৰভাৱান্বিত কৰিবৰ অৰ্থে গ্ৰহ-পূজা এইবোৰ ব্ৰাহ্মণ্য ধৰ্মৰ অত্যাৱশ্যকীয় 'পঞ্চাঙ্গ'ৰ স্বাভাৱিক উপাদান হৈ পৰিছিল। আজিকালিও ভাৰতবৰ্ষত পণ্ডিতে গ্ৰহ-নক্ষত্ৰৰ প্ৰভাৱত ঘটা ৰবযুগৰ বিষয়ে যথাসম্ভৱ শুদ্ধ ভাৱে ভৱিষ্যদ্বাণী কৰাৰ কথা আমি জানোঁইক। আনহাতে কুম্ভ-মেলাৰ সময়ত ভাৰতবৰ্ষৰ হেজাৰ-বিজাৰ লোকে তীৰ্থস্থানবোৰত স্নান কৰে; গ্ৰহণৰ গ্ৰাসৰপৰা সূৰ্যক মুক্তি দিবৰ উদ্দেশ্যেও এনে স্নান কৰা হয়। আজিকালি এই গ্ৰহণবোৰৰ শুদ্ধকাল নিৰ্ধাৰণ ব্ৰাহ্মণ্য তত্ত্বৰ সহায়ত কৰা নহয়,—সামুদ্ৰিক পঞ্জিকাৰ সহায়তহে কৰা হয়। আমাৰ দেশত বিভিন্ন পঞ্জিকা প্ৰচলিত আছে। মূলতঃ নীতিবোৰ একে হ'লেও, আমাৰ দেশৰ বিভিন্ন ঠাইত তিনিটা বিভিন্ন ধৰণৰ পঞ্জিকা ব্যৱহাৰ কৰা দেখা যায়। বিভিন্ন স্থানত বাৰিষাৰ প্ৰকাৰ ভেদ অনুসৰি এনে ধৰণৰ বিভিন্নতাৰ উৎপত্তি হৈছে বুলি ধৰিব পাৰি। সেইদৰেই জ্যামিতিৰ জন্ম হ'ল ইজিপ্তত; মাটি জোখৰ কাৰণেই এই জ্ঞানৰ আৱশ্যক হৈছিল। নীল নদীৰ বানপানীৰ পলস পৰি সাবুৱা মাটিবোৰৰ ভাগবোৰ যেতিয়া নিশ্চিহ্ন হৈ যায়, তেতিয়া ত্ৰিকোণামিতিৰ (ত্ৰিকোণাকাৰ গণনাৰ দ্বাৰা) সহায়ত পথাৰবোৰ ভাগ কৰাৰ দৰকাৰ হৈ পৰিছিল। ইউক্লিডে টলেমি ৰজাসকলৰ ৰাজত্বকালতে এই বিজ্ঞানৰ চৰম উৎকৰ্ষ সাধন কৰে; এই টলেমি ৰজাসকলৰ প্ৰধান উদ্দেশ্য আছিল দাস খেতিয়কসকলৰ বাহি উৎপন্নৰ সৰহভাগকে সংগ্ৰহ কৰি আত্মসাৎ কৰা।

আৰ্যভট্টই কৈছিল যে পৃথিবী আপোন কক্ষত ঘূৰে; এই কথা তেওঁৰ টীকাকাৰসকলে মানিবলৈ অমান্তি হ'ল। এই আৰ্যভট্ট গুপ্ত যুগৰ লোক (বোধহয় ৪৮৮ খ্ৰীষ্টাব্দৰ) হোৱাটো তাৎপৰ্যপূৰ্ণ ঘটনা। বৰাহমিহিৰেও গুপ্ত ৰাজসভা অলংকৃত কৰিছিল; এওঁ জ্যোতিৰ্বিদ্যা, মূৰ্ত্তিশিল্প, আৰু ভৱিষ্যত-গণনা বিদ্যা আৰু অন্যান্য লগৰীয়া বিজ্ঞানৰ বাবে খ্যাতি আৰ্জন কৰিছিল। হিন্দু জ্যোতিৰ্বিদ্যাৰ

সৰ্বশেষ খ্যাতিবন্ত পণ্ডিত হ'ল দাক্ষিণাত্যৰ পণ্ডিত ভাস্কৰাচাৰ্য। এওঁ দ্বাদশ শতিকাৰ। ঘৰ হায়দৰাবাদত। ইয়াৰ পৰাই ধৰিব পাৰি যে উত্তৰ ভাৰতৰ তুলনাত দক্ষিণ ভাৰতত কৃষি অৰ্থনীতিৰ পূৰ্ণ বিকাশ পলমকৈ ঘটে। ভাৰতবৰ্ষৰ চিকিৎসকসকলে কেৱল ভেষজ বিদ্যাৰ বহুত উন্নত আবিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছিল; কিন্তু শেহলৈ অস্ত্ৰোপচাৰ, দেহ-ব্যৱচ্ছেদ আৰু শাৰীৰস্থান (anatomy) আদিক অশুচি বিদ্যা বুলি সেইবোৰৰ চৰ্চা এৰি দিয়াত বিদ্যাবোৰৰ পতন ঘটিল। একে কাৰণতেই ৰাসায়ণিক গৱেষণা লক্ষ্যভ্ৰষ্ট হৈ এলকেমিৰ চৰ্চাত পৰিণত হ'লগৈ। ইয়াৰোপৰি ব্ৰাহ্মণ্য বিদ্যাসমূহ গুপ্ত বিদ্যা আছিল। এইবিলাক কাৰণতেই ভাৰত-বৰ্ষৰ চিকিৎসা বিদ্যাৰ উন্নতি নহ'ল।

৮'৩—দাক্ষিণাত্যলৈ ব্ৰাহ্মণ্য প্ৰভাৱ বঢ়াৰ লগে লগেই পৌৰাণিক অগস্ত্য উপাখ্যান-বোৰৰ জন্ম হ'ল। এই উপাখ্যানবোৰৰ মতে অগস্ত্যই দুৰ্লংঘ্য আৰু ওখ বিন্ধ্য পৰ্বতক ভূমি লুণ্ঠিত কৰোৱালে, বহুতো 'দানব'ক জয় কৰিলে (এইবিলাক দানবৰ পূজা-পাতলৰ চিন-মোকাম স্থানীয় ভাৱে বিচাৰি উলিয়াব পৰা যাব পাৰে) আৰু সমুদ্ৰ পান কৰিলে। এই উপাখ্যানবোৰৰ তাৎপৰ্য কি? অগস্ত্য গোত্ৰৰ লোকসকলে আদি যুগত দাক্ষিণাত্যত উপনিবেশ বঢ়োৱাৰ ঘটনাকে এইবোৰত বৰ্ণোৱা হৈছে নেকি? সঠিককৈ একো ক'ব নোৱাৰি। এনেবিলাক তথ্যৰ বিশ্লেষণ কৰিবলৈ যোৱাতকৈ মনুস্মৃতিৰ[৮] পৰীক্ষা অধিক ফলদায়ক হ'ব, কিয়নো মনুস্মৃতি ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰামাণিক গ্ৰন্থ। এই গ্ৰন্থৰ ৰচনা হয় আমাৰ আলোচিত কালছোৱাতে। এই গ্ৰন্থ কেৱল ব্ৰাহ্মণসকলৰ ব্যৱহাৰৰ বাবে ৰচিত হৈছিল। পুৰোহিতালিৰ বাবে আৱশ্যকীয় পূজা-পাতল আৰু আধ্যাত্মিক বিষয়ৰ কথাই এই গ্ৰন্থৰ সৰহভাগ ঠাই জুৰি থৈছে। ভালেমান মূলৰপৰা আৰু স্বীকৃত পৰম্পৰাৰপৰা ইয়াৰ পাঠ সংগ্ৰহ কৰা হৈছে, গতিকে ইয়াত ভালেমান পৰস্পৰ-বিৰোধী বিবৃতি আছে। এই বিবৃতিবোৰৰ লগত কিছুমান আচৰুৱা নিয়ম যোগ হৈ যি হিন্দু আইন ৰচিত হৈছে, সেই হিন্দু আইনৰ তত্ত্ব সম্পূৰ্ণ অযুক্তিকৰ, কিন্তু তাৰ প্ৰয়োগ উদাৰ। আটাইতকৈ মনকৰিবলগীয়া অধ্যায়টো হ'ল প্ৰশাসনৰ ওপৰত; বিশেষকৈ এই অধ্যায়ৰ ওপৰত অৰ্থশাস্ত্ৰৰ নীৰৱ প্ৰভাৱ পৰা সত্ত্বেও তাৰ

(৮) মনুস্মৃতি চাওক। কুল্লুকৰ টীকা সমন্বিত নিৰ্ণয়সাগৰ প্ৰেছৰ পৰা প্ৰকাশিত সৰ্ব্ব-মান্য সংস্কৰণটো মই সাধাৰণতে ব্যৱহাৰ কৰোঁ। লগতে মেধাতিথিৰ টীকা থকা গঙ্গানাথ ঝা সম্পাদিত (কলিকতা ১৯৩২) সংস্কৰণটো পঢ়িছোঁ। জি, বুহলাৰে কৰা অনুবাদো চাইছোঁ (S.B.E255)।—ইয়াৰ উৎপত্তি য'তেই নহওক, গাঁৱৰ অৰ্থনীতি আৰু গাঁৱৰ পুৰোহিতৰ মানসিকতাৰ লগত এই গ্ৰন্থৰ কথাবোৰ খাপখোৱা—এই বাবেই ইয়াৰ প্ৰভাৱ ব্যাপক।

লগত ইয়াৰ বৈসাদৃশ্য মন কৰিবলগীয়া। মনুস্মৃতি মতে বাৰ্ণ আৰু সামাজিক ব্যৱস্থাৰ ঘাই আধাৰ হ'ল শক্তি ঃ

"ৰজাৰ বাবে পূৰ্বতে ভগৱানে নিজৰ পুত্ৰক সৃজিলে ; এই পুত্ৰ হ'ল ব্ৰহ্মাৰ তেজেৰে সৃজা দণ্ড, এওঁ সকলো প্ৰাণীৰ ৰক্ষক আৰু ধৰ্মৰ অৱতাৰী বিধান (Ms 7. 14)......দণ্ডই সকলো প্ৰাণীকে পালে, শয়নৰ কালতো দণ্ডই এওঁলোকৰ তদাৰক কৰে। গতিকে জ্ঞানী লোকসকলে দণ্ডকে ধৰ্ম বোলে (Ms 7. 18)। ......সমগ্ৰ পৃথিৱীখনকে দণ্ডই শাসনত ৰাখে। কাৰণ নিৰ্দোষী মানুহ পাবলৈ বৰ টান ( Ms 7. 22 )। ৰজাই সযত্নেৰে বৈশ্য আৰু শূদ্ৰক সংস্কাৰৰ স্বাৰ্থত নিৰ্দ্ধাৰিত কাম কৰাবলৈ বাধ্য কৰাব লাগিব, কাৰণ এই দুটা জাতৰ লোকে যদি নিজৰ কৰ্তব্য কৰিবলৈ এৰে, তেন্তে তেওঁলোকে সমগ্ৰ সংসাৰতে বিশৃংখলাৰ সৃষ্টি কৰিব।" ( Ms 8. 418 ) ৰাষ্ট্ৰৰ কাম আছিল উৎপাদনকাৰীসকলক বলেৰে শাসক শ্ৰেণীবোৰক পোহপাল দিয়াবলৈ বাধ্য কৰোৱা। কাৰণ শূদ্ৰসকলে সকলো কায়িক শ্ৰম আৰু বৈশ্যসকলে পশুপালন আৰু বেহা-বেপাৰ কৰিব লাগে বুলি মনুস্মৃতিৰ বিধানত কোৱা আছে। ধৰ্মশাস্ত্ৰ বুলি জনাজাত এখন গ্ৰন্থত শক্তিৰ এনে প্ৰশস্তি পঢ়িলে অনুমান কৰিব পাৰি অশোকৰ দিনৰ সামাজিক ন্যায়-নীতিৰ আধাৰত ৰচা ধৰ্মৰ পৰা ব্ৰাহ্মণ্যবাদ কিমানখিনি আঁতৰি আহিল। কিন্তু বাস্তৱতা অলংঘনীয়, গতিকে 'অপধৰ্ম বোলা অংশত কোৱা হৈছে যে আন কি উচ্চ জাতৰ লোকবোৰেও প্ৰয়োজন হ'লে বা বিপদত পৰিলে বেহা-বেপাৰ কৰা, ধন ধাৰে দিয়া বা অন্যান্য তেনে ধৰণৰ কাম কৰিব পাৰিব। মনুস্মৃতিৰ মতে (Ms 8. 348) বিপদত ব্ৰাহ্মণসকলেও আনকি অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰিব পাৰে।

এই কালত ( এই গ্ৰন্থতো ) চাৰি জাতিৰ অৰ্থ শ্ৰেণী ব্যৱস্থা। ব্ৰাহ্মণসকলৰ ভালেমান বিশেষ সা-সুবিধা আছিল ; তেওঁলোকে কৰ-কাটলৰ পৰাও ৰেহাই পাইছিল। ৰজাই অভাৱত পৰি মৰিব লগা হ'লেও ব্ৰাহ্মণসকলৰ ওপৰত কৰ লগাব নোৱাৰিছিল ( Ms 7. 133 )। ক্ষত্ৰিয়সকলে কৰ তুলিছিলহে, তেওঁলোকেও কৰ দিব নালাগিছিল। গতিকে আন দুটা শ্ৰেণীয়েই কৰৰ বোজা বহন কৰিছিল ; শূদ্ৰসকলে মাথোন জীৱন ধাৰণৰ জোখাৰেহে জীয়াই থকাৰ স্বত্ব লাভ কৰিছিল ! কিনাই হওক বা নিকিনাই হওক, শূদ্ৰ দাসে কাম কৰিবলৈ বাধ্য ; বিশেষকৈ ব্ৰাহ্মণে শূদ্ৰসকলক বাধ্য কৰিব পাৰিছিল। দাসত্বই হৈছে শূদ্ৰৰ প্ৰকৃতি আৰু সৃষ্টি ; গতিকে কোনো প্ৰভুৱে তেওঁক মুক্তি দিলেও, তেওঁ মুক্ত হোৱা অসম্ভৱ ( Ms 8. 413-4 ; 10 ; 121 )। শূদ্ৰই সম্পত্তি কৰিলে ব্ৰাহ্মণে দুখ

পায়। ( Ms 10. 129 ) ফলত ওপৰুক্ত তিনিটা উচ্চ দ্বিজ বৰ্ণৰ অন্তৰ্ভুক্ত নোহোৱা অথচ বল প্ৰয়োগ কৰি কাম কৰোৱাব নোৱাৰা আন আন জীৱিত লোক-সকলৰ ক্ষেত্ৰত ভালেমান অসুবিধাই দেখা দিছিল। এই আপদীয়া মানুহবোৰক মূল চাৰি জাতিৰ ভিতৰত হোৱা আন্তৰ্জাতিক বিবাহৰ সন্তান বুলি অভিহিত কৰা হ'ল। ৰজাই এনে বিবাহ বাধা দিব লাগিছিল। তথাপিও অনুলোম বিবাহ ঘটিছিল আৰু সেইবোৰ সমাজে মানিব লাগিছিল। ইফালে কিন্তু বিপৰীত প্ৰতিলোম বিবাহ ভয়ৰ কাৰণ বুলি বিবেচনা কৰা হৈছিল। আনহাতে আকৌ কিছুমান ক্ষেত্ৰত সাধাৰণ নিয়ম ভঙ্গ কৰা দেখা গৈছিল। সাত পুৰুষ ধৰি একেলগে অসবৰ্ণ বিবাহ ঘটিলে শূদ্ৰও ব্ৰাহ্মণ হ'ব পাৰিছিল ; ব্ৰাহ্মণো শূদ্ৰ হ'ব পাৰিছিল। গতিকে তেতিয়া জাত প্ৰথা সিমান কঠোৰ নাছিল ; তত্ত্বৰ ক্ষেত্ৰতহে তাক কঠোৰ যেন লগা হৈছিল ( Ms 10 64–5 )। দ্বিতীয় থাপৰ মিশ্ৰজাতৰ লোকবোৰক কিছুমান উৎপাদনক নিৰ্দিষ্ট কাম ভগাই দিয়া হৈছিল। ফলত বিভিন্ন জনজাতি আৰু শ্ৰেণীক ( বা guild ) সমাজভুক্ত কৰি লোৱাত একো বাধা নাছিল ; তলত লেখা মিশ্ৰজাতৰ নামবোৰৰ পৰাই তাক ধৰিব পাৰি : মাগধ, বৈদেহক, লিচ্ছবী, অম্বষ্ঠ, উগ্ৰ। আন ঠাইত এই মিশ্ৰ জাতবোৰক জনজাতি, শ্ৰেণী বা খেল, আৰু জাত ( বা জাতিৰ ) এইকেইটা ক্ৰমাগতভাৱে হোৱা সংঘৰ কোনোবাটোত পেলোৱা দেখা যায়। ( পূৰ্বতে বৰ্ণ-বিভাগ আছিল ; কিন্তু পিছলৈ যাই চাৰি 'জাতি-শ্ৰেণী'ক জাতি বোলা হয়। ) অৰ্থশাস্ত্ৰতো মিশ্ৰ জাতিৰ তত্ত্বৰ আভাস ( ৩.৭ ) পোৱা যায়, অৱশ্যে তাৰ ৰূপ সৰল আছিল। তেতিয়া মিশ্ৰ সন্তি-সন্ততিৰ সংখ্যা অধিক আছিল। অবিভক্ত পৰিয়ালবোৰত যি ধৰণেৰে সম্পত্তিৰ উত্তৰাধিকাৰৰ দিহা কৰা হৈছিল, জাতি প্ৰথাত তেনে ধৰণ ৰক্ষা কৰা সহজ কথা নাছিল। সেই কাৰণে যি সন্তানে বাপেক-মাকৰ কোনোটো জাতেই গ্ৰহণ নকৰে, সেইবোৰ লোকৰ বাবে বিশেষ বৃত্তি নিৰ্ধাৰিত কৰি দিয়া হৈছিল। জাতি-বহিৰ্ভুক্ত সংঘ গঠন কৰিবলৈ লালে পুৰোহিতসকল সাধাৰণতে অসন্তুষ্ট হোৱা দেখা গৈছিল। অৱশ্যে এনে সংঘৰ পৰাও তেওঁলোকে সকলো প্ৰকাৰৰ সা-সুবিধা গ্ৰহণ কৰিবলৈ কুণ্ঠিত হোৱা নাছিল। এনে সংঘৰ লোক গাওঁ বা জিলাত বাস কৰিবলৈ হ'লে চুক্তি মানি চলিব লাগিছিল ; মানিব নোৱাৰিলে তেওঁক তাৰপৰা বহিষ্কাৰ কৰা হৈছিল ( Ms 8. 219 )। কোনোবা ব্ৰাহ্মণ পুৰোহিত গণৰ ( জনজাতীয় সমাজ ) বাবে যদি কিবা পূজা-পাতল কৰে তেন্তে তেওঁক প্ৰেত কাৰ্যৰ বা শ্ৰাদ্ধৰ ভোজলৈ আমন্ত্ৰণ কৰা অবিধেয় ( Ms 3. 164 ) আছিল।

ধৰ্মৰ ওপৰত জোৰ দিলেও 'স্মৃতি'ৰ গ্ৰন্থকাৰসকলে সুদ আৰু অন্যায় সুদ আদি সম্পৰ্কে আলোচনা কৰিবলৈ পাহৰা নাই। এই সম্পৰ্কে আগতে অৰ্থশাস্ত্ৰত যি কথা কোৱা হৈছে, তাৰ লগত মনুস্মৃতিৰ উক্তিৰ ( Ms 8 ) বৈসাদৃশ্য মন কৰিব লগীয়া ঃ

"এজন মহাজনে বশিষ্ঠ মত অনুসৰি মাহিলি এশ টকাৰ $\frac{1}{80}$ সুদ লব পাৰিব (১৫%) (8. 140)......অৱশ্যে জাতি অনুসৰি ক্ৰমে মাহিলি শত ২, ৩, ৪ আৰু ৫ ( ইয়াতকৈ বেছি নহয় ) কৈ অধিক টকা সুদ লব পাৰিব ( অৰ্থাৎ ব্ৰাহ্মণৰপৰা শতকৰা ২৪, ক্ষত্ৰিয়ৰপৰা শতকৰা ৩৬, বৈশ্যৰপৰা শতকৰা ৪৮ আৰু শূদ্ৰৰপৰা শতকৰা ৬০ ভাগ ; 8. 142 )। আইনসিদ্ধ সুদতকৈ অধিক সুদ কোনেও ল'ব নোৱাৰে, ললে তাক অন্যায় সুদ বোলা হয়। ধাৰে দিওঁতাই শত ৫ ভাগতকৈ অধিক মাহিলি সুদ একোপধ্যে ল'ব নোৱাৰিব। তেওঁ এবছৰতকৈ অধিককৈ, বিধিবিৰুদ্ধভাৱে, চক্ৰবৃদ্ধি হাৰত আৰু ( দিব লগা জন্তু অথবা দাসৰ ) কায়িক শ্ৰমৰ দ্বাৰা সুদ আদায় কৰিব নোৱাৰিব। কোনোবাই যদি নিৰ্দ্ধাৰিত কালৰ ভিতৰত পাওনা দিব নোৱাৰি নতুন চুক্তি কৰিব খোজেও তেন্তে তেওঁ দিব-লগীয়া সুদখিনি দি পুনৰ চুক্তি কৰিব পাৰিব ( 8. 154 )। যদি তেওঁ সুদ দিব নোৱাৰে তেন্তে তাক তেওঁ নতুন চুক্তিৰ ভিতৰত সুমাই দিব পাৰিব। তেওঁ পূৰ্বৰ দিবলগীয়া সুদখিনি দিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ব লাগিব। (8. 155)। ......নিজ শ্ৰমৰদ্বাৰা হলেও অধমৰ্ণই উত্তমৰ্ণক দেনা-শোধ কৰিব পাৰে। অৱশ্যে যদি অধমৰ্ণজন উত্তমৰ্ণজনতকৈ তলৰ জাতিৰ অথবা তেওঁৰ সৈতে একে জাতিৰ হয়। কিন্তু উচ্চজাতিৰ অধমৰ্ণই নিজে ঘটি লাহে লাহে ঋণ শোধ কৰিব পাৰিব।" মনুস্মৃতিৰ পূৰ্বে ৰচিত (কিন্তু পিছলৈ পুনৰ সংশোধিত) ন্যাৰদ গ্ৰন্থত (TSS 97) ঋণ, চুক্তি, বন্ধক আৰু জমা সম্পৰ্কে যথেষ্ট সূক্ষ্ম বিৱৰণী আছে। এই বিৱৰণীত জাতিবোৰৰ যি ক্ৰমবদ্ধ অৰ্থনৈতিক অৱস্থাৰ কথা পোৱা যায়, সিও সম্পূৰ্ণৰূপে নতুন। অৰ্থশাস্ত্ৰই ঋণৰ ক্ষেত্ৰত ঋণগ্ৰস্ত অথবা ঋণদাতাৰ জাতৰ একো বিচাৰ কৰা নাছিল। ঋণগত দাসত্বৰ ফলত বহুত জন-জাতীয় জাত লাহে লাহে স্থায়ী তলতীয়া চুক্তিবদ্ধ শ্ৰমিক শ্ৰেণীত ( serf ) পৰিণত হৈছিলগৈ। অৰ্থশাস্ত্ৰৰ যুগত ৰাষ্ট্ৰৰ ঋণ দিব নোৱাৰা জনৰ ক্ষেত্ৰতহে ঋণজনিত দাসত্ব প্ৰৱৰ্তন কৰিছিল ; ৰাষ্ট্ৰৰ ঋণ আছিল কৰ ; গতিকে তাক বৈধানিক দাসত্ব বুলিব পাৰি। মনুস্মৃতিৰ যুগত নতুন লোভ আৰু অন্যায় সুদৰ স্পৃহাৰ উদ্ভৱ হোৱাৰ লগে লগে পৰম্পৰাগত সুদৰ নিৰিখৰ লগত এইবোৰৰ সংঘৰ্ষ ঘটে। গতিকে মনুস্মৃতিত আওপাকে অন্যায়-সুদক স্বীকৃতি দিয়া হৈছে। ব্ৰাহ্মণসকলৰ তত্ত্বৰ পূৰ্ণ

মৰ্যাদা ৰক্ষা কৰিও এই কথা আমি ক'বলৈ বাধ্য যে জাত-প্ৰথা নতুন আৰু বিভেদজনক শোষণৰ এটি উপলক্ষ্য হৈ পৰিল। অৰ্থশাস্ত্ৰত উদ্যোগীৰ উদ্যমৰ ওপৰত অধিক জোৰ দিয়া হৈছিল, আৰু সুদো তাৰ ভেটিতে নিৰ্দ্ধাৰিত হৈছিল। কিন্তু ঋণগ্ৰস্ত লোকৰ জন্মকালৰ মৰ্যাদাইহে মনুস্মৃতিৰ কালত সুদৰ নিৰিখ নিৰ্দ্ধাৰণ কৰা হ'ল। ফলত অতি দুখীয়া খেতিয়কৰ মৰণ হৈছিল। বহুবেক জোৰাকৈ খেতিৰ ধান নেপালে তেনে খেতিয়কৰ ঋণৰ বোজা বব বেছি হৈছিল। লাহে লাহে যেতিয়া চক্ৰবৃদ্ধি হাৰত সুদ বঢ়াৰ কথা হ'ল, তেতিয়া স্থায়ীভাৱে এটি ঋণগ্ৰস্ত শ্ৰমিক শ্ৰেণীৰ সৃষ্টি হ'বলৈ ধৰিলে; এই শ্ৰেণীটোক ইউৰোপৰ প্ৰাচীন দাস শ্ৰেণী আৰু সামন্তযুগৰ অধীন 'চাৰ্ফ' শ্ৰেণীৰ অনুৰূপ বুলি ক'ব পাৰি।

'মনুস্মৃতি'ত বৰ্ণিত ৰজাজন ক্ষুদ্ৰ শাসক। তেওঁ নিজৰ নামত মুদ্ৰা মাৰিব, নেলাগে, ডাঙৰ ৰাজহুৱা কামো হাতত লব নেলাগে। তেওঁৰ কাম হ'ল বিবিলাকে পুৰণি বান্ধ বা পানী-ভৰাল ভাঙে সেইবোৰক শাস্তি দিয়া। মনুস্মৃতিৰ মতে (Ms 8. 402) ৰজাই ব্যক্তিগতভাৱে প্ৰতি পাঁচদিনৰ মূৰে মূৰে ৰাজহুৱাভাৱে বজাৰৰ দাম-দৰ নিয়ন্ত্ৰণ কৰিব লাগে। মনুস্মৃতিত আছে (8. 314—6) অনুতপ্ত চোৰে যদি ৰজাৰ ওচৰলৈ টান কাঠৰ গদা, লাঠী আৰু খাঠি আনি শাস্তি বিচাৰেহি তেন্তে ৰজাই তেওঁক নিজৰ সৰ্বশক্তিৰে প্ৰহাৰ কৰিব লাগে, নহলে স্খলন নোহোৱা পাপখিনি চোৰৰ গাৰপৰা গৈ ৰজাৰ গাত লাগেগৈ। কিছুমান টীকাকাৰে এনে শাস্তি দুৰ্ধোৰ পাপী চোৰৰ বাবেহে প্ৰযোজ্য বুলি ভাবে, অৰ্থাৎ যি চোৰে ব্ৰাহ্মণৰ সোণ চুৰ কৰে (9. 235; 11.55)। এনে ৰজাই একোখন জিলাতকৈ অধিক ঠাই শাসন কৰা নাছিল যেন বোধহয়। তদুপৰি ওচৰচুবুৰীয়া ৰজাবোৰৰ লগত এনে ৰজাৰ সততে যুদ্ধ-বিগ্ৰহ লাগি আছিল। মনুস্মৃতিৰ যুগৰ অৰ্থনীতি আৰু অৰ্থশাস্ত্ৰৰ যুগৰ অৰ্থনীতিৰ প্ৰভেদ আছিল। মনুস্মৃতিৰ যুগৰ অৰ্থনীতিৰ অৱস্থা অধিক শোক লগা। 'পণ' (Ms 8. 136) মুদ্ৰা আছিল তামৰ। ৩২ গুঞ্জা ওজনৰ ৰূপৰ মুদ্ৰা এটাৰ নাম আছিল পুৰাণ। এই যুগৰ দৰমহা বা বানচ আদি মৌৰ্য যুগতকৈ বহুত কম। টীকাকাৰৰ মতে (দৈনিক) তামৰ এক পণকৈ মুদ্ৰা নিম্নতম বানচ আৰু ছয় পণকৈ উচ্চতম বানচ দিব লাগে। সেইদৰে প্ৰত্যেক মাহে এক দ্ৰোণ শস্য আৰু প্ৰত্যেক ছমাহে কাপোৰ দিব লাগে।" (Ms. 7. 126)। এই ব্যৱস্থা ৰজাৰ চাকৰ-নাকৰৰ বাবে। বিষয়াসকল মাটিৰ ওপৰত বৰ্ত্তি চলিব লাগিছিল। সেই সময়ত গাৱেঁই আছিল নিয়মিতভাৱে নিৰ্দ্ধাৰিত কৰা যাই প্ৰশাসনীয় গোট; নগৰবোৰৰ প্ৰতি একো চকু দিয়া নহৈছিল। ৰজাই নিযুক্ত কৰা

গাওঁবুঢ়াজনে খাদ্যবস্তু, পানীয় দ্ৰব্য আৰু খৰিৰ যোগান পাইছিল। দহখন গাৱঁৰ ওপৰত থকা মুৰব্বী জনে এটা পৰিয়ালক লগা জোখাৰে একো টুকুৰা মাটি পাইছিল। কুৰিখন গাৱঁৰ মুৰব্বীয়ে পাচোঁটা পৰিয়ালক লগা জোখাৰে মাটি লাভ কৰিছিল। এশ গাৱঁৰ প্ৰশাসকে এখন সম্পূৰ্ণ গাৱঁৰ খাজনা পাইছিল। এহেজাৰ গাৱঁৰ প্ৰশাসকে এখন নগৰৰ খাজনা লাভ কৰিছিল। এই ব্যৱস্থা proto-Feudal অৰ্থাৎ আদি সামন্তবাদী সমাজ লক্ষণ। তেতিয়া খাজনা বৰ কম আছিল। উচ্চ জাতি দুটাই প্ৰায় খাজনা দিব নালাগিছিলেই বুলিব পাৰি। অন্ততঃতত্ত্বৰ ক্ষেত্ৰত এই কথা স্বীকৃত হৈছিল। গৰু-ম'হ আৰু সোণৰ পৰিমাণ বৃদ্ধি হ'লে তাৰ পঞ্চাশ ভাগৰ একাংশ, আৰু শস্যৰ এক অষ্টমাংশ, এক ষষ্ঠাংশ আৰু এক দ্বাদশাংশ খাজনা লোৱাটো সাধাৰণ নিয়ম আছিল ( 7. 130 )। ৰাজকোষৰ ধন নাটনি ঘটিলে ৰজাই এক চতুৰ্থাংশলৈকে খাজনা ললেও পাপ নহৈছিল ( 10. 118 )। অন্ততঃ শূদ্ৰসকলৰপৰা এক চতুৰ্থাংশলৈকে ললে তাক মনুস্মৃতিৰ টীকাকাৰসকলে পাপ বুলি গণ্য নকৰিছিল। বৈশ্যসকলৰপৰা শস্যৰ এক অষ্টমাংশ মূল ধনৰ কৰ, লাভৰ এক বিংশতিতম অংশ অথবা নিচেই কমকৈ হ'লেও এক 'কাৰ্ষাপণ' মুদ্ৰা আদায় কৰা বিধি আছিল। চাণক্যৰ দিনত অতি অধিক খাজনা লোৱা হৈছিল। তাৰ তুলনাত এই খাজনা কম। শূদ্ৰ বা আন স্বাধীন বনুৱা আৰু কাৰিকৰে খাজনা দিবলৈ একো সামৰ্থ্য ( 70. 137 ) নাথাকিলে কৰৰ বদলি মাহেকত এবাৰ কায়িক শ্ৰম দান কৰিব লাগিছিল। সামন্তযুগীয় 'Corvee' বা গা খটা প্ৰথাৰ এইদৰেই আৰম্ভণি হয়।

আগতে অন্ত পৰা সাম্ৰাজ্যৰ শাসন আৰু বৰ্তমানৰ শাসনৰ প্ৰভেদ ধৰা পৰে দুটি আদেশৰ ক্ষেত্ৰত। এটা হ'ল :—"বেচা-কিনাৰ দাম, আলিবাটৰ দৈৰ্ঘ্য, ভ্ৰমণ কালৰ আহাৰ-মিঠাই আদি বস্তুৰ খৰচ, বীমাৰ বা ৰখীয়াৰ খৰচাদিকে ধৰি নিৰাপত্তাৰ বানচৰ ভালদৰে বিবেচনা কৰিহে ৰজাই বেপাৰীসকলৰ ওপৰত কৰ বহুওৱা উচিত" ( Ms 7. 127 )। বেপাৰীৰ প্ৰতি এনেকৈ বিবেচনা দেখুওৱাৰ আচল কাৰণ হ'ল বাৰীই আগৰ দৰে ব্যাপকভাৱে বস্ত্ৰ-বস্তু বোঁচিবলৈ এৰি দিলে। 'সীতা' নামৰ ৰাজকীয় মাটিৰ প্ৰচলন নাইকিয়া হ'ল, আনকি অৰ্থশাস্ত্ৰত উল্লেখ কৰা পোৰ জানপদবোৰবো তেনে কোনো প্ৰাধান্য এই সময়ত নাছিল। মনুস্মৃতিত (8.399) একচেটিয়া ৰাজকীয় বাণিজ্যৰ সামান্য উল্লেখ আছে, কিন্তু তাৰ বিশদ বিৱৰণী নাই। ধাতু আৰু নিমখৰ একচেটিয়া বেপাৰ ৰজাৰ হাতত নাছিল; ক্ষুদ্ৰ ৰাজ্যবোৰে এই দুয়োবিধ বস্তুকে বাহিৰৰপৰা আমদানি

কৰি আনিব লাগিছিল। আন এটি নতুন ব্যৱস্থা হ'ল আইনৰ ধাৰণাত। এই ধাৰণা অনুসৰি সমাজৰ সকলো নাগৰিককে নিয়ন্ত্ৰিত কৰাৰ অধিকাৰ ৰজাৰ নাছিল। মনুস্মৃতিত ( 8 41. 49 ) এই কথা স্বীকাৰ কৰা হৈছে; "ধৰ্ম-জ্ঞানৰ অধিকাৰী ৰজাই জাতি-নীতিৰ কথাও অনুসন্ধান কৰিব লাগিব। তদুপৰি তেওঁ জনপদ, শ্ৰেণী, আৰু কুলৰ কথাও বিচাৰ কৰিব লাগিব"। -বিচাৰৰ ৰায় দিওঁতে এই চাৰিওটি কথাৰে বিবেচনা কৰা প্ৰয়োজনীয়। অৰ্থশাস্ত্ৰই ( Arth. 3. 10 ) সম্মিলিত গাওঁবোৰৰ ওপৰতো নিয়ন্ত্ৰণ বলবৎ কৰাৰ প্ৰয়োজনৰ কথা অনুভৱ কৰিছিল ; এই গাওঁবোৰৰ নাগৰিকে লগ লাগি সামূহিক কাৰ্য, ভোজ, আনন্দোৎসৱ, আৰু উমৈহতীয়া কাম-কাজৰ বাবে পইচা দিব লগিছিল। মনুস্মৃতিত তাৰ একো উল্লেখ নাই। হয়তো এনে পইচা দিব লগা নিয়ম মান্য বুলি তাত ধৰি লোৱা হৈছিল। ৰাষ্ট্ৰই কেৱল সামাজিক উৎপাদনকাৰী লোকৰ গোটবোৰৰ মাজত হোৱা আদান-প্ৰদান নিয়ন্ত্ৰিত কৰিছিল। কিন্তু প্ৰত্যেক গোটকে নিজা বিধি অনুসৰি বিচাৰ কৰিবলগীয়া হৈছিল। অৰ্থশাস্ত্ৰৰ মতে কেৱল সম্পত্তিৰ উত্তৰাধিকাৰৰ ক্ষেত্ৰতহে বিভিন্ন গোটবোৰে এনে আইনৰ প্ৰয়োগ কৰিব পাৰিছিল। চাৰিজাতিৰ ভিতৰত ভাগেমান 'মিশ্ৰ' জাতিক অন্তৰ্ভুক্ত কৰাৰ পিছতো, সমাজখনক কটকটীয়া বান্ধোনৰ মাজত ৰাখিব পৰা নাছিল। আটবিক খাদ্য সংগ্ৰহকাৰী লোকসকলৰ বিষয়ে আমি মনুশাস্ত্ৰত একো উল্লেখ নাপাওঁহক।

ক্ষুদ্ৰৰাজ্যবোৰৰ ভিতৰুৱা অৱস্থা বিবেচনা কৰিলে ( Ms. 2. 27-24 ) বুজা যায় যে গঙ্গা উপত্যকাৰ মধ্যভূমিত মৌৰ্য সাম্ৰাজ্যৰ ধ্বংসাৱশেষৰ ওপৰত গঢ়ি উঠা গাওঁবোৰৰ শাসনৰ উপযোগীকৈ ওপৰোক্ত ব্যৱস্থা আৰু লেখিত বিধিৰ উদ্ভৱ হৈছিল। এই সময়তো গঙ্গা উপত্যকাত হাবি ভাঙি নতুন মাটি উলিওৱা হৈছিল ; কিন্তু গাইগুটীয়া মালিকেই এনেকৈ ন-মাটি ভাঙি ন-গাওঁ পতাৰ কাম হাতত লৈছিল। এই প্ৰসঙ্গত নাগসেন ৰজাই মিনেন্দাৰক কোৱা কথা বিশেষভাৱে উল্লেখযোগ্য ( MP. 4. 5. 15 ) ঃ "কোনোবা মানুহে হাবি কাটি নতুন মাটি উলিয়ালে ( নীহৰাতি ) মানুহে কয়, 'এই ডোখৰ এওঁৰ মাটি'।" কিন্তু মাটি তেওঁ স্ৰজা নাই। তেওঁ মাথোন সেই মাটিৰ উপযুক্ত ব্যৱহাৰ কৰিছে, গতিকে সেই মাটিৰ তেওঁ গৰাকী। অৰ্থশাস্ত্ৰত ( Arth. 2-1 ) মাটিৰ গৰাকীক মাটিৰ স্বত্ব দিবলৈ কোৱা হোৱা নাই ; মাত্ৰ দখলহে দিয়া হৈছিল, অৰ্থাৎ ভাঙি লোৱা মাটিৰপৰা উচ্ছেদ কৰা নহৈছিল। মাটি লগে লগে নুবুলেও দখল উকজি নগৈছিল। মাটিত ফচল কৰিব আৰু ৰজাৰ খাজনা দিব নোৱাৰিলেহে মাটিৰ দখল অন্ত পৰিছিল। মনুস্মৃতি

( 9 44 ) আৰু মিলিন্দপঞ্হৰ ভালেমান কথা মিলে। দুয়োখনৰ মতে মাটিৰ দখল ভোগ কৰে মাটি ভাঙোতাই। প্ৰথমতে যি ব্যাধে কাড় মাৰি জন্তুটো মাৰে; সেই ব্যাধেই যেনেকৈ জন্তুটোৰ অধিকাৰ পায়, ঠিক তেনেকৈ এই দখলো নিৰ্দ্ধাৰিত হয়। অৱশ্যে প্ৰত্যেকজন মাটি ভাঙোতাই একোটি সম্প্ৰদায়, একোটি বংশ আৰু একোখন গাৱঁৰ অন্তৰ্ভুক্ত আছিল, গতিকে নিজৰ মানুহৰ মাটিৰ কাষৰ মাটিহে তেওঁ সাধাৰণতে ভাঙি উলিয়াইছিল। সেই যুগত জনশূন্য অৰণ্য ভাঙি কোনোবাই অকলশৰে খেতি কৰিছিল বুলি ভাবিবলৈ টান লাগে; কাৰণ তেতিয়া বসতি অঞ্চল সীমিত হোৱাৰ উপৰিও বৰ্বৰ লোকৰ আক্ৰমণ আৰু সেই আক্ৰমণৰ সন্মুখীন হোৱাৰ ভয়ে খেতিয়কৰ মন সংকুচিত কৰি থৈছিল। মনুস্মৃতিৰ উত্তৰাধিকাৰ বিধি ( 9: 219 ) মতে চৰণীয়া পথাৰ ভাগ ভাগ কৰিব নেপায়; ইয়াৰ অৰ্থ হ'ল এয়ে যে আন মাটিৰ ভাগ কৰিব পাৰি। অৱশ্যে যুটীয়া পৰিয়ালৰ লোকসমূহে লগ লাগি থাকিব নুখুজিলেহে এনেদৰে মাটি ভাগ কৰা হৈছিল। কিন্তু পানীৰ ভৰাল অথবা ফলৰ বাৰী বেচাটো ল'ৰাছোৱালী বেচাৰ সমান অপৰাধ আছিল। ( মনুস্মৃতি ঃ 11. 61-2 )। প্ৰত্যেক জনপদৰ সীমান্তত শক্তিশালী ৰখীয়া বাহিনী ৰখা প্ৰথা গুচাই তাৰ ঠাইত গুল্ম অৰ্থাৎ স্থানীয় পুলিচ বাহিনী ( গুল্মৰ কথা নৱম অধ্যায়ত আলোচনা কৰা হৈছে ) ৰখাৰ ব্যৱস্থা এই সময়তে প্ৰৱৰ্তন কৰা হয়। দুই, তিনি, পাঁচ বা এশ গাৱঁৰ ( Ms. 7. 114 ) একোটা গোটত এনে ধৰণৰ গুল্ম গঠন কৰা হৈছিল। এওঁলোকৰ গাত গাওঁ ৰক্ষাৰ ভাৰ আছিল; কাৰণ সেইসময়ত আগৰ তুলনাত ডকাইতৰ প্ৰাদুৰ্ভাৱ বেছি হৈছিল। সম্ভৱতঃ গুল্মৰ অবিহনে উদাসীন গাওঁবোৰৰ মানুহৰপৰা তাকৰীয়া কৰ তোলাও সহজসাধ্য নাছিল।

৮'৪ স্মৃতিতেই গাৱঁৰ সম্পূৰ্ণ প্ৰাধান্য সূচিত হয়। বিদেশী আক্ৰমণৰ তুলনাত গাৱঁৰ এই প্ৰাধান্যৰ ফলাফল অধিক ভয়ানক হ'ল। কট্‌কটীয়া জাত প্ৰথা এই গাওঁবোৰৰ মাজত কঠোৰ হৈ পৰিল। এই গাওঁবোৰত মুখ্য বুদ্ধিজীৱি হ'ল ব্ৰাহ্মণসকল। ব্ৰাহ্মণবোৰৰ গ্ৰাম্য মনোবৃত্তি সম্পূৰ্ণৰূপে সংশোধনৰ অতীত আছিল। এই মনোবৃত্তি শেষলৈ অন্ধ মতবাদত পৰিণত হ'ল। নৈষ্ঠিক বা গোড়া ব্ৰাহ্মণ আৰ্যদেশৰ বাহিৰলৈ যাব নোৱাৰিছিল, গলে প্ৰায়শ্চিত্ত বিধান হৈছিল। বাহিৰত ঘৰ কৰাও নিষিদ্ধ আছিল। নগৰত সোমাব নোৱাৰিছিল আৰু নগৰৰ ধূলিও শৰীৰত পৰিবলৈ দিব নোৱাৰিছিল। এই বিশিষ্ট ব্যৱস্থা বৌদ্ধয়ান ধৰ্মসূত্ৰত ( 2. 3. 33 ) আছে। অৱশ্যে এই বিধি ব্ৰাহ্মণসকলে সততে উলংঘা কৰিছিল। এনে মনোভাব গ্ৰহণ কৰাৰ ফলত বুৰঞ্জীৰ বিলুপ্তি ঘটিবলৈ

বাধ্য হ'ল। অপৰিবৰ্তনীয় গাওঁবোৰৰ যেয়ে ৰজা নহওক কিয়, তাৰ গুৰুত্ব একেবাৰেই নাছিল। ভাৰতীয় গ্ৰীক ৰজাসকলে মৰা সুন্দৰ সুন্দৰ মুদ্ৰা আৰু সাধাৰণ ৰূপৰ টুকুৰা গাওঁবোৰত মানত একে আছিল। গাওঁবাসীয়ে মুদ্ৰাৰ প্ৰতি এনে উদাসীনতা দৰ্শোৱাৰ ঘাই কাৰণ হ'ল তেওঁলোকৰ আত্মনিৰ্ভৰশীল উৎপাদন ব্যৱস্থা। গাৱঁৰ উৎপন্নৰ ওপৰতে তেওঁলোক সম্পূৰ্ণৰূপে বাঁতি আছিল আৰু ৰজাক উৎপন্নৰ একাংশ খাজনা দিছিল। যি ৰজাৰে ক্ষমতা অধিক তেৱেঁই খাজনা উঠাব পাৰিছিল। বছৰি গাৱঁৰ লোকসকলে লাগতিয়াল সকলো বস্তু উৎপন্ন কৰি তাৰে বছৰেক খাইছিল আৰু ৰজাৰ খাজনা দিছিল; ঘূৰি বছৰৰ খেতি চপোৱাৰ সময়লৈকে এনে অৱস্থাই চলিছিল। বছৰৰ সলনিতকৈ ঋতুৰ সলনিহে তেওঁলোকৰ মানত অধিক অৰ্থপূৰ্ণ আছিল। এই কাৰণতে আজিও ব্ৰাহ্মণ পণ্ডিতসকলে ৰামৰ লঙ্কা বিজয় আদি উৎসৱৰ তিথি (বা চান্দ্ৰ দিবস) নিৰ্ধাৰণ কৰালৈ তুমুল তৰ্ক কৰা দেখা যায়। কিন্তু উৎসৱৰ বছৰ গণনা কোনেও নকৰে। একমাত্ৰ জৈন পুথিবোৰতহে বছৰ আৰু যুগৰ বৰ্ণনা পোৱা যায়, কিয়নো, জৈন সদাগৰসকলৰ মাজত বহুকাল ধৰি একেৰাহে বাৎসৰিক তথ্য-পাতিৰ টোকা ৰখাৰ নিয়ম প্ৰচলিত আছিল। গাওঁখনত অসাধাৰণ লোক উপজিলে তেওঁ সাধাৰণতে কোনো ৰাজ-সভালৈ যায়গৈ, অন্যথা গাওঁবাসীয়ে তেওঁক সাধু-সন্ন্যাসীৰ শাৰীলৈ তোলে। এনে মানুহৰ স্মৃতি বা কথা লোকগীত বা উপাখ্যানত সংৰক্ষিত হৈছিল। ভ্ৰমণ, যুদ্ধ অথবা বেহা-বেপাৰৰ যোগেদিহে মানুহে আচহুৱা বা বিদেশী লোকৰ কথা জানিব পাৰিছিল। এনে ভ্ৰমণ অৱশ্যে তীৰ্থ-ভ্ৰমণতে সীমাবদ্ধ আছিল। নিৰস্ত্ৰ গাওঁ-বোৰৰ পক্ষে যুদ্ধ কৰাও টান কথা আছিল। বেহা-বেপাৰো এটি বিচ্ছিন্ন ঘৃণিত আৰু বুদ্ধিজীৱি শ্ৰেণীৰ একচেতীয়া অধিকাৰত আছিল। গতিকে তাৰ পৰিমাণো অতি কম আছিল। গাৱঁৰ পুৰোহিতজনৰ পক্ষে অতিকথাসমূহ জীৱন্ত যেন লগা হৈছিল, ওচৰ-চুবুৰীয়া নীহকুলীয়া লোকৰ লগত তেওঁলোকৰ সামাজিক বা সাংস্কৃতিক সংসৰ্গ খুব কম আছিল। বিভিন্ন গাৱঁৰ মাজত প্ৰভেদ ধৰা টান আছিল; কিয়নো সেই প্ৰভেদ সামাজিক উৎপাদনৰ প্ৰথাই গুচাই দিছিল। গতিকে ১৫০০ খ্ৰীষ্টাব্দত হোৱা এখন গাৱঁক এক দুই শতিকাৰ পিছত যেনে লাগে, এহেজাৰ বছৰ আগতে পতা এখন গাৱঁকো ঠিক তেনে লাগে। বৈদেশিক পৰ্যবেক্ষকসকলে সেইবাবেই ভাৰতীয় গাওঁবোৰক 'কালৰহিত' বুলি অভিহিত কৰিছিল, কাৰণ গাৱঁৰ জীৱনত মানুহৰ স্মৃতি আৰু কাল-পঞ্জীৰ কোনো আৱশ্যকীয় ভূমিকা নাছিল।

মনুস্মৃতিৰ যুগৰ গ্ৰাম-ৰাজ্যবোৰৰ বাবে বৌদ্ধ ধৰ্ম বিশেষ আৱশ্যকীয় নাছিল; কাৰণ, বিবদমান আৰ্য জনজাতিবোৰক একগোট কৰি এখন নতুন সমাজ প্ৰতিষ্ঠা কৰিবলৈহে বৌদ্ধধৰ্মৰ প্ৰয়োজন হৈছিল। এই ৰাজ্যবোৰে আদি যুগৰ বৈদিক ধৰ্মৰ প্ৰয়োজনীয়তাও অনুভৱ কৰা নাছিল। তথাপি দুয়ো ধৰ্মৰে ভালেমান কথা সংমিশ্ৰিত হৈছিল; ব্ৰহ্মণসকলে বুদ্ধৰ লগে লগে অহিংসাৰো প্ৰচাৰ কৰিছিল; আনহাতে তেওঁলোকে বৈদিক ধৰ্মৰ চৰ্চাত আত্মনিয়োগ কৰিব লাগিছিল বুলিও সাধাৰণতে ভবা হৈছিল। বৈদিক ধৰ্মৰ পৰম্পৰাগত পাঁচটি ডাঙৰ পশুমেধ যজ্ঞ কালক্ৰমত প্ৰতীক পূজাত পৰিণত হয়গৈ ( Ms. 3. 67-71 )। অতিশয় মদ্য-পানাসক্ত যোদ্ধা ইন্দ্ৰ ( মেগেস্থিনিচৰ মতে ডিয়নীসস ) আৰু বিষ্ণুৰ বাহিৰে আন কেইজনমান বৈদিক দেৱতাৰ ৰূপান্তৰ সাধন কৰি ( তেওঁলোকক ) নতুন প্ৰয়োজনৰ বাহক কৰিব পৰা নহল; অৱশ্যে তাৰ কাৰণে যথেষ্ট যত্ন চলোৱাৰ প্ৰমাণ আছে[১], একমাত্ৰ বিষ্ণু দেৱতাৰেই ৰূপান্তৰ ঘটিল। বাকীবোৰ দেৱতাৰ ঠাইত গাৱঁলীয়া মনোবৃত্তিৰ লগত খাপখোৱা নতুন কিছুমান দেৱতাৰ অভ্যুদয় ঘটিল; এই দেৱতাসকলৰপৰা ব্ৰাহ্মণসকলৰ যথেষ্ট লাভো হৈছিল। এই দেৱতাসকলৰ ভিতৰত বিষ্ণু-নাৰায়ণ-কৃষ্ণ হ'ল সকলোতকৈ সফল দেৱতা। এওঁ মহাভাৰতৰ ( শেষ সংস্কৰণ ) কাহিনীত প্ৰাধান্য বিস্তাৰ কৰিছে। মহাভাৰতৰ লগত মনুস্মৃতিৰ সম্পৰ্ক অতি ওচৰ। সকলো প্ৰাচীন আৰু স্থানীয় দেৱতাকে এই মূল দেৱতাৰ অৱতাৰ বা অংশ ( numina ) কৰি এটা ধৰ্মৰ ভিতৰত সুমাই লোৱা হ'ল। এই সমন্বয়ৰ ফলস্বৰূপে ব্ৰাহ্মণসকলৰ মাজত একতাৰ ভাব জন্মিল আৰু দেশতো একতাৰ ভাব উপজিবলৈ আৰম্ভ কৰিলে। জাতি বিভক্ত সমাজত বিদেশীক সুমাবৰ বাবে এই সমন্বয় অতিশয় আৱশ্যকীয় আছিল। বেসনগৰত ( বিদিশাৰ নিকটবৰ্তী ) এটি শিলৰ স্তম্ভ পোৱা গৈছে, তাত থকা এখনি প্ৰাকৃত ভাষাৰ ফলিত এনেদৰে লেখা আছে :

"দেৱতাৰো দেৱতা বাসুদেৱৰ গৰুড়ধ্বজ স্তম্ভটো এই ঠাইত হেলিঅডৰচে সাজিলে। তেওঁ ভাগৱতৰ ভক্ত দিয়ৰ ( দিঅ' ) পুত্ৰ, তক্ষশিলাবাসী আৰু গ্ৰীক ৰাষ্ট্ৰদূত ( যবন বা য়োণ ৰাষ্ট্ৰদূত )। এওঁ মহাৰাজ অন্তিঅলকিডসৰ আজ্ঞামতে পৰিত্ৰাতা কাশীপুত ভাগভদ্ৰ ৰজাৰ ৰাজ্যলৈ আহিছে। এইজনা ৰজাই ৰাজত্বৰ চতুৰ্দশ চলিত বছৰত ভৰি দিছে।"

(১) 'The avatara synerotism and possible sources of the Bhagvetegitu —এই নামৰ মোৰ প্ৰবন্ধ চাওক ( JBBRAS ২৪—২৫ ১৯৪৮—৯ ১২১—১৩২ )

ত্ৰাতাৰ বা পৰিত্ৰাতা ( Greek : soter ) বিশেষণটো গ্ৰীক মুদ্ৰাসমূহৰ। ফলিখনৰ বিশেষ শব্দক্ৰমো গ্ৰীক[১০] আছিব। ভাগভদ্ৰক শুঙ্গ ৰজা বুলি প্ৰমাণিত কৰা হৈছে। ৯০ খ্ৰীষ্টপূৰ্বত এণ্টিঅলকিডসে তক্ষশিলাত ৰাজত্ব কৰিছিল। গ্ৰীকসকলে হেৰাক্লিচক কৃষ্ণ-বাসুদেৱ বুলি পূজা কৰা নাছিল, কিন্তু আলেকজেণ্ডাৰৰপৰা মেগেস্থিনিচলৈকে আৰম্ভ কৰি গ্ৰীক পৰ্যবেক্ষকসকলে দুয়োকো একে বুলি অভিহিত কৰিছে। 'ভগৱত্' (ভাগৱত) উপাধি বৌদ্ধ ধৰ্মাৱলম্বীসকলৰ মাজত প্ৰচলিত আছিল, বিষ্ণু ভক্তসকলে এই উপাধি বিষ্ণুত প্ৰয়োগ কৰে। পুৰুষোত্তম শব্দটোও বৌদ্ধধৰ্মৰপৰা গ্ৰহণ কৰি বিষ্ণুত প্ৰয়োগ কৰা হয়। ইয়াৰ পৰা বুজা যায় যে ব্ৰাহ্মণসকলৰ মাজত বিদেশীৰ প্ৰতি যি আচহুৱা মনোভাৱ আছিল, বিষ্ণুভক্তসকলে তাক পৰিহাৰ কৰিছিল।

আন এজন বিখ্যাত দেৱতা হ'ল শিৱ। এওঁৰ লগত সিন্ধু উপত্যকাৰ তিনিমূৰীয়া ( টোটেম জন্তুবদ্বাৰা পৰিবেষ্টিত ) মূৰ্তিটোৰ মিল আছে। এওঁৰ গণলগৰীয়াসকল আছিল অপদেৱতা, এওঁলোক ভাৰ্যা দেৱী পাৰ্বতীৰ শাসনত গঢ়ি উঠা পৰিয়ালৰো সদস্য। পাৰ্বতী শব্দৰ অৰ্থ পৰ্বতৰ জীয়ৰী। শিৱক কেন্দ্ৰ কৰিও বহুতো দেৱতাৰ সমন্বয় সাধন হয়। এই দেৱতাবোৰৰ মূল অনুসন্ধান কৰা নিষ্প্ৰয়োজন। আচল কথা হ'ল এয়ে যে এওঁলোক মানুহৰ ব্যক্তিগত দেৱতাত পৰিণত হৈ সৰ্বজনপূজ্য হ'ল। শিৱ দেৱতাৰ লগত অবৈদিক আৰু অব্ৰাহ্মণ্য কিছুমান আদিম উত্তেজনাপূৰ্ণ অনুষ্ঠান প্ৰচলিত আছে। ভগৱদ্-গীতাৰ ৰচয়িতা কৃষ্ণই পূৰ্বৰ সকলো মতবাদৰ সাৰাংশ গ্ৰহণ কৰি উমৈহতীয়া উদ্দেশ্যৰ বাবে সেইবোৰত নতুন অৰ্থ আৰোপ কৰিলে। ( আমাৰ আলোচিত কালছোৱাতে গীতাৰ ৰচনা শেষ হৈছিল বুলি অনুমান কৰিবৰ থল আছে। ) এই উমৈহতীয়া উদ্দেশ্য হ'ল পৰম-দেৱতা কৃষ্ণত ভক্তি। কৃষ্ণ শবীৰ সাধক, বহুত দেৱীৰ পতি আৰু গৰখীয়া আছিল। গতিকে বহুত বিভিন্নপন্থী লোকেও তেওঁক পূজা কৰিছিল

---

(১০) হেলিঅড ৰ'চ ফলি চাওক; ভি, এচ, সুখটংকাৰে ABORI ১৫৯-৬৬ত সংগৃহীত সমূহ গ্ৰন্থৰ ( স্মাৰক সংস্কৰণ ) দ্বিতীয় পুথিৰ ২৬৬—২৭২ পৃষ্ঠাত প্ৰমাণ কৰা হৈছে যে ইয়াৰ শব্দ-বিন্যাস আৰু পৰিভাষাত প্ৰাকৃত গ্ৰীকৰ প্ৰভাৱ বেছি। জে, মাৰ্চেলে তত্তাভৈয়াকৈ প্ৰকাশ কৰা প্ৰথম মূল পাঠ আৰু লাগ-বান্ধ নোহোৱা অনুবাদ চাওক। ( ABORI ১৯০৯, ১০৫৫—৬ পৃষ্ঠা চাওক ), ইয়াত ভাগভদ্ৰ এণ্টিয়ালকিদসৰ মাটি খেৰা দাস (Vassal) বুলি প্ৰতিপন্ন হৈছে। জে, ফ্লিটে IRAS ৰ (১৯০৯), ১০৮৭, ৯২ পৃষ্ঠাত, এ, ভেনিচে IRAS ৰ (১৯১০) ৮১৩—৮২৫ পৃষ্ঠাত আৰু জে, ফ্লিটে সেই একেখন জৰ্ণালৰ ৮১৫—১৭ পৃষ্ঠাত এই ফলিৰ প্ৰায় শুদ্ধ পাঠ দিবলৈ যত্ন কৰিছে; সেইখিনি পঢ়ি চাওক।

যা পূজিবলৈ সমৰ্থ হৈছিল। তাৰ পিছত যেতিয়া বৌদ্ধ ধৰ্মৰ মৃত্যু ঘটিল, এই দুই দেৱতাৰ ( অৰ্থাৎ শিৱ আৰু বিষ্ণুৰ ) পূজকসকলৰ মাজত হিংসে কন্দল আৰম্ভ হ'ল; দ্বাদশ শতিকাত এই কন্দল চৰম পৰ্যায়লৈ উঠে। এই সময়ত মুছলমান-সকলে সমগ্ৰ হিন্দু ধৰ্মৰে বিৰোধিতা আৰম্ভ কৰিছিল, তথাপি তাৰে আওকাণ কৰি দুয়োটা সম্প্ৰদায়ে কন্দল চলায়েই আছিল। ইয়াৰ কাৰণ আছিল, শিৱ ইতিমধ্যে ডাঙৰ বেৰণ বা ডাঙৰীয়াসকলৰ দেৱতা হৈ পৰিছিল, আৰু গৰখীয়া কৃষ্ণ হৈ পৰিছিল ক্ষুদ্ৰ উৎপাদনকাৰীসকলৰ দেৱতা। সমাৰ্ত-বৈষ্ণৱৰ এই কন্দল খ্ৰীষ্টীয় ১১ শতিকা পৰ্যন্ত এইদৰেই চলি আছিল। কুষাণ মুদ্ৰাত আমি শিৱ আৰু বুদ্ধক পাওঁ, কিন্তু বিষ্ণুক নেপাওঁ। লগতে আমি দেখিবলৈ পাওঁ যে এই কালছোৱাৰ ভিতৰত বৌদ্ধ ধৰ্মই উত্তৰ আৰু দক্ষিণ দুয়ো-দিশতে বিস্তাৰ লাভ কৰে। উত্তৰত এই ধৰ্ম জাত্যগুণৰ বলতে জীয়াই আছিল, কিন্তু দক্ষিণত এই ধৰ্মই সভ্যতা প্ৰসাৰৰ ভূমিকা গ্ৰহণ কৰিছিল। বিখ্যাত বৌদ্ধ পণ্ডিত মাতৃচেটাই ( খুব সম্ভৱ কুষাণ ) ৰজা এজনলৈ লেখা এখন চিঠি[11] আমাৰ হাতত আছে; চিঠিখনত কাৰো নাম নাই। তাত ৰজাক জন্তু বধ কৰিবলৈ হাক দিছে। কিন্তু যুদ্ধত মানুহ মৰা-নমৰা সম্পৰ্কে একো উপদেশ দিয়া হোৱা নাই, পৰম্পৰা মতে কণিষ্কৰ শাসন কালত চতুৰ্থ বৌদ্ধ মহাসভা বহে; অৱশ্যে এই পৰম্পৰা সম্পৰ্কে নানা বাদ-বিসম্বাদো চলি আছে। উক্ত মহাসভাৰ ফলাফল সম্পৰ্কে অৱশ্যে কোনো মতদ্বৈধতা নাই। এই মহাসভাতে বৌদ্ধ মতবাদ দুভাগে বিভক্ত হয়। উত্তৰৰ লোকে মহাযান ধৰ্ম গ্ৰহণ কৰে; ডা-ডাঙৰীয়া আৰু 'সত্ৰপ' সকলে প্ৰাচীন বিহাৰসমূহলৈ উদাৰ হস্তে-দান আদি দি থকালৈ চাই তেওঁলোকে কিছুমান নতুন ৰুচি আৰু কাম-কাজৰ প্ৰতি অনুৰাগ দৰ্শাইছিল যেন অনুমান হয় আৰু সেই অনুসৰিয়েই এই ধৰ্মৰ উদয় ঘটে। মহাযান পন্থীসকলে নিজে সংস্কৃত ভাষা গ্ৰহণ কৰিছিল। কিন্তু এই সংস্কৃত ভাষা পাণিনিৰ আহিৰ নিটোল আৰু সুবিকশিত সংস্কৃত ভাষা নহয়। ই এবিধ সংমিশ্ৰিত বৌদ্ধ সংস্কৃত। ইয়াৰ এটি স্বকীয়া ঠাঁচ আছিল। মহাযান পন্থীসকলে সাধাৰণ মানুহৰ সংস্পৰ্শবিপৰা ফালৰি কাটি আহি মতবাদৰ পৰিশোধন, বিজ্ঞানৰ গৱেষণা আৰু

(১১) এফ্. ডব্লিউ টমাচে অনুবাদ কৰা মাতৃচেটৰ চিঠিখন প্ৰকাশ পাইছিল (IA ৩২, ১৯০৩ ৩৪৭—৯; ১৯০৪ ২৫৫ পৃষ্ঠা পঢ়ক); অশ্বঘোষৰ লগত এক বুলি চিনাকি দিবলৈ যোৱা কথাষাৰ সত্যৰূপৰ নহয় যেন লাগে; উভয়ৰে বৈশিষ্ট্য হ'ল, দুয়োজনেই বৌদ্ধ গ্ৰন্থকাৰ, কিন্তু দুয়োজনৰ বিষয় অন্যান্য প্ৰসঙ্গ একেবাৰে নাই বুলিলেই হয়।

উচ্চ বিমূৰ্ত দৰ্শন সৃষ্টি কৰে। অস্থিৰমনা উত্তৰ দেশবাসীসকলে অৱজ্ঞা প্ৰকাশৰ বাবেই ইটো পন্থাৰ লোকসকলক হীনযান পন্থী বুলিছিল। হীনযান মতবাদ সংৰক্ষণশীল। ইয়াৰ মাজত আমি আদিম আৰু নৈষ্ঠিক বৌদ্ধ ধৰ্মৰ ৰূপ দেখা পাওঁ। ইয়াৰ সাহিত্যও সৰল পালি ভাষাত ৰচিত। হীনযানীসকলে দক্ষিণ দেশত ধৰ্ম প্ৰচাৰ কৰিছিল; এই ভাষা সংস্কৃতৰ দৰেই দক্ষিণদেশৰ সাধাৰণ মানুহৰ কথন-ৰীতিৰ লগত সম্পূৰ্ণৰূপে সম্পৰ্কহীন আছিল। অৱশ্যে এই আঞ্চলিক বিভাগ খুব স্পষ্ট নহয়। কাৰণ উত্তৰফালে কেইবাটাও হীনযান বিহাৰ আছিল। ইফালে খ্ৰীষ্টাব্দ দ্বিতীয় শতিকামানত মহাযান ধৰ্ম কৃষ্ণা নৈৰ নিম্নদেশ পাইছিলগৈ। বিখ্যাত বৈজ্ঞানিক আৰু ধৰ্মতত্ত্ববিদ নাগাৰ্জুনো ইয়াতে বাস কৰিছিল। এওঁ নাগাৰ্জুন কোণ্ডত মৰেহি বুলি এটা প্ৰবাদ আছে। এইবোৰ পন্থাৰ লগতে দেশত আন আন পন্থাবোৰো চলি আছিল। সেইবোৰ নিষিদ্ধ নাছিল। জৈনসকলৰ আচল ক্ষেত্ৰ আছিল দক্ষিণত, কিন্তু তেওঁলোকে উত্তৰলৈ প্ৰভাৱ বিস্তাৰ কৰিছিল। ৰঙা শিলেৰে নিৰ্মিত মথুৰাৰ কুষাণযুগীয় ভাস্কৰ্যবোৰৰ মাজত বহুতো জৈন (মঠৰ) ভাস্কৰ্য কৰ্মৰ নিদৰ্শন পোৱা যায়। এনে হোৱাটো একো আচৰিত নহয়। এই বৃহৎ মূৰ্তিবোৰ ভাল বনকৰা কাপোৰ পিন্ধা ৰাজ সভাসদৰ। এই কাপোৰবোৰে বেপাৰৰ নিদৰ্শন দিয়ে। এওঁলোক নিশ্চয় জৈনধৰ্মী সদাগৰ। এই কালত অতি আদৰুৱা বৌদ্ধ ধৰ্মতকৈ জৈন ধৰ্মইহে এই বেপাৰী সদাগৰসকলক অধিক প্ৰেৰণা যোগাব পায়। ভালদৰে প্ৰত্নতাত্ত্বিক খনন-কাৰ্য কৰিলে, মথুৰাৰ মাটিত অক্ষত হৈ থকা প্ৰাচীন মাটিৰ পাত্ৰ ওলাব পাৰে। হয়তো এনে বয়-বস্তু মথুৰাৰ হাটত বিনিময় কৰা হৈছিল।

৮'৫, উৎপাদন ব্যৱস্থাৰ ভেটিৰ ওপৰত বিভিন্ন ধৰ্মতত্ত্বৰ ব্যাখ্যা কৰিবলৈ যোৱাৰ প্ৰধান অসুবিধা হ'ল পন্থাবিলাকৰ গ্ৰন্থাদি প্ৰণয়নৰ কালত (সেই সময় লাগিলে যেতিয়াই নহওক) উক্ত পন্থী লোকসকলক কি কি সামাজিক কাৰ্য কৰিবলৈ প্ৰকৃততে কি দিয়া হৈছিল তাৰ সঠিক তথ্য-পাতিৰ অভাৱ। এনে ব্যাখ্যা কৰিলে ভৌতিকবাদৰ নামত অতি-ধৰ্মতত্ত্ব একোটিহে সৃষ্টি হ'বগৈ পাৰে। আনহাতে ধৰ্ম বিশ্বাসৰপৰা কি ভৌতিক কাৰ্যৰ উৎপত্তি হৈছিল তাক অধ্যয়ন কৰিলে ভালেমান কথা জানিব পৰা যায়। এই যুগৰ কোনো মন্দিৰ পাবলৈ নাই। উত্তৰ ভাৰতত কুষাণ যুগৰ কিছুমান স্তুপ আছিল, কিন্তু কালক্ৰমত সেইবোৰ লোপ পালে। দক্ষিণ ভাৰতত কাৰ্লে গুহা-সমূহত এতিয়াও কিছুমান সেই যুগৰ অনুপম কীৰ্তি চিহ্ন আছে; এই গুহা পুনৰ ৪০ মাইল উত্তৰ-পশ্চিমে। এইবিলাক অধ্যয়নৰ বিষয়। গুহাবিলাক মানৱ শ্ৰমৰ

শ্ৰেষ্ঠ নিদৰ্শন; লেখিত তথ্য-পাতিৰ দৰেই ই বুৰঞ্জীবিদক বুৰঞ্জীৰ সন্ধান দিয়ে। সেই যুগৰ তথ্য-পাতিৰ যথেষ্ট অভাৱ; কেইখনমান ফলিৰ বাহিৰে আন একো পাবলৈ নাই। গতিকে এই গুহাবোৰতে সেই যুগৰ তথ্য-পাতি বাকী ৰৈছেগৈ।

বৌদ্ধ গুহাক আশ্ৰয়স্থান 'লয়নম' বোলে। এই লয়নমবোৰ সাধাৰণতে খিয়া পৰ্বতলৈ উঠা বাটৰ মাজভাগৰ সুৰক্ষিত টিঙৰ আঁৰত সহজে চকুত নপৰা ঠাইত সজা হয়। তালৈ যোৱা টান, অৱশ্যে কাৰ্লেৰ গুহালৈ যাবলৈ চৰকাৰে এতিয়া আলিবাট বান্ধি দিছে আৰু গুহাটোও চাফা কৰি ভালদৰে সংৰক্ষণ কৰিছে। গুহাৰ ওচৰত কোনো ডাঙৰ নগৰ নাই। পশ্চিম ৰেলৱে ৱৰ্কশ্বপ আৰু কৰ্মচাৰীৰ ঘৰ-দুৱাৰ নিৰ্মাণ কৰাৰ ফলত এতিয়া 'লনাৱলা' বুলিবৰ এখনি নগৰ ইয়াত হৈছে। এই শব্দৰ শেষাংশ 'আৱলী'। 'আৱলী' শব্দটো 'পল্লী' শব্দৰপৰা ওলাইছে। 'পল্লী' শব্দৰ অৰ্থ বৰ্বৰ খাদ্য সংগ্ৰহকাৰী জনজাতীয় লোকৰ গাওঁ। অৰ্থশাস্ত্ৰত এই শব্দৰ উল্লেখ নাই। হৰ্ষচৰিতত পল্লীপতি শব্দৰ অৰ্থ বৰ্বৰ দলপতি। 'পল্লী' শব্দৰ এই অৰ্থ দশম শতিকাৰ কথাসৰিত সাগৰতো পোৱা যায়। ইয়াৰপৰা বুজা যায়, এই শতিকালৈকে পল্লী শব্দৰ অৰ্থ সেয়ে আছিল। উক্ত গ্ৰন্থত পল্লী বিশেষ্য পদে সদায় 'ভীলৰ্বৰসকলৰ পজাঘৰৰ সমষ্টি' এই অৰ্থ প্ৰকাশ কৰিছিল। ( Kss. 10 136 156. 188 ; 13. 42 etc ); এই ভীলসকলৰ মাজত নৰবলি প্ৰথা আৰু ডকাইতি বৃত্তিৰ প্ৰচলন আছিল। বোম্বাই মহানগৰৰ কেউকাষে এতিয়াও আদিম জনজাতীয় লোকৰ বসতিস্থান কিছুমান পোৱা যায়। তাৰে এখন স্থানৰ নাম হ'ল ৱৰীৱ্লী, এইখন স্থান কন্‌হেৰী বৌদ্ধ গুহাৰ চাৰি মাইল দূৰত অৱস্থিত। কান্দিৱ্লী বুলি আন এটুকুৰা ঠাইত প্ৰস্তৰ যুগৰ আহিলা-পাতি পোৱা গৈছে। ডম্বিৱ্লী নামৰ আন এটুকুৰা ঠাইত জনজাতীয় 'ডোম' জাতৰ বসতি স্থান। কাৰ্লে গুহা দুৰ্গম পৰ্বতীয়া অঞ্চলত অৱস্থিত, গতিকে তাত মানুহৰ বসতি-স্থান আছিল বুলি ভাবিব নোৱাৰি। মহাৰাষ্ট্ৰৰ শেষ প্ৰস্তৰ যুগৰ কিছুমান 'মাইক্ৰলিথ' আৰু শিলৰ হাতিয়াৰ ( ফ্লেক ) জুৰিৰ দাঁতিত পোৱা গৈছে। কিন্তু এইবোৰ হাতিয়াৰ আদিতে পৰ্বতৰ ওপৰত আছিল; তাৰপৰা আহি তলত পৰিছেহি। গুহাবোৰৰপৰা অহা নহয়। গুহাবোৰত মানুহৰ বসতি থকা হ'লে সেইবোৰ খানি-কুৰুকি পূৰ্বৰ বাসীন্দাসকলৰ বয়-বস্তু নিশ্চয় পোৱা গ'লহেঁতেন।

গুহা থকা পৰ্বতটোৰ ওপৰৰপৰা চালে চাৰিওফালে কিছুমান দুৰ্গ দেখা যায়। পুৰণি মাৰাঠা আলিৰ দাঁতিত উত্তৰ পশ্চিম কোণে থকা দুৰ্গ দুটাৰ নাম

মানমাৰ-আৰু ৰাজমাচি। তিৰ্থপুৰীৰ ওচৰত এই আলিটো আহি উপকূলৰ তীৰত লাগিছেহি। পশ্চিমৰ দাক্ষিণে এই দুই ঠাইৰ মাজেদি যোৱা আটাইতকৈ চমু উপকূল অভিমুখী পথটোত আছে মোহোগড় আৰু ৰিসাপুৰ। সম্ভৱতঃ এই আলিটো গৈ ৰেৱনন্দ বা চৌল বন্দৰত লাগিছেগৈ। তাৰ নামনিত আৰু কেইটামান দুৰ্গ আছে। প্ৰবল, কৰ্ণালা, কবিগড়, সুধাগড় আৰু ৰাইগড় এই কেইটা দুৰ্গ। প্ৰবল হ'ল বোম্বাই চহৰৰ আমোদ-ভ্ৰমণৰ স্থল মাথেৰাণ পৰ্বতৰ পিছফালে। সাগৰৰ সোমোৱা মুখত থকা ৰেৱাচ বন্দৰৰ কাষত হ'ল কৰ্ণালা। এইবোৰ মধ্যযুগৰ; সম্ভৱতঃ অষ্টম শতিকাৰ পিছৰ। এই নগৰবোৰৰ তুলনাত বাণিজ্য পথবোৰ পুৰণি; খ্ৰীঃ পূঃ দ্বিতীয় শতিকাৰ আগৰে পৰা এই বাণিজ্য পথবোৰেদি বেপাৰী অহা-যোৱা কৰিছিল। কাৰ্লে গুহাবোৰৰ কাম খ্ৰীঃ পূঃ ১৫০ চনত আৰম্ভ হয় আৰু ১৫০ খ্ৰীষ্টাব্দলৈকে চলি থাকে। (গুহাৰ মুখত বা বাৰাণ্ডাত ভাজেমান মূৰ্তি দেখা যায়, এইবোৰ আৰু পিছৰ যুগৰ।) ভাজে গুহাত আদি যুগৰ ফ্ৰেস্কো চিত্ৰ পোৱা যায়। কাৰ্লে, ভাজে, বেড়ছা, কণ্ডানে, জুন্নৰ (নানেঘাত) আদি বিভিন্ন গুহাবোৰ একে যুগৰে. আৰু এইবোৰ ঠাই পূৰ্বৰ বাণিজ্য পথবোৰৰ সংযোগস্থলত পৰিণত হৈছিল। অমৰ নাথত (অৰ্থাৎ অমৰনাথ) এই অঞ্চলৰ সুন্দৰ কিন্তু ভগ্ন প্ৰাচীনতম্ শিৱ মন্দিৰটো অৱস্থিত। বোম্বাইৰপৰা ৩০ মাইল দূৰত থকা এই মন্দিৰটো ১০৬০ খ্ৰীষ্টাব্দত নিৰ্মিত। মুছলমানসকলে চতুৰ্দশ শতাব্দীত এই মন্দিৰটো ধ্বংস কৰে; আজিও এলেহুৱা বনভোজ খোৱা যাত্ৰীয়ে এই মন্দিৰৰ বস্তু ধ্বংস কৰিবলৈ এৰা নাই; স্থানীয় কিন্তু আশাবাদী সিদ্ধী ভক্তসকলেও ধ্বংস কাৰ্যত ভাগ লয়। এওঁলোক এতিয়াও এই মন্দিৰলৈ আহি আগত পোৱা বস্তুবোৰত সেন্দুৰ সানি পূজা কৰে। ইয়াৰ বাহিৰে এই মন্দিৰলৈ অহা মানুহবোৰৰ ভিতৰত সন্ন্যাসী মগনীয়া সকলৰ নাম উল্লেখযোগ্য। শিৱৰাত্ৰিৰ দিনা অৱশ্যে ইয়াত এখন ডাঙৰ মেলা হয় আৰু তালৈ মানুহ ভাগি-ছুহিব আহে। অমৰনাথ নামৰ গাওঁখন মন্দিৰৰ কাষতে আছে; এই গাওঁখন আগৰ দৰেই চলি আছে। তাত এখন 'আঈ' নামৰ দেৱীৰ থান আছে। থানখনত এফালেহে ছাল দিয়া আছে, তল টুকুৰা উদং। গাওঁদেৱী (Gavadevi) -যিগৰাকী আছিল, ভ্ৰমণকাৰী সাধুসকলে সেইগৰাকীৰ অনিশ্চিত আধুনিক মূৰ্তিদুটাক লক্ষ্মী আৰু দুৰ্গা বুলি পূজা কৰিবলৈ ললে। অমৰ নাথৰ পৰা গৈ থাকিলে, বাণিজ্য পথৰ শেষত কল্যাণ পোতাশ্ৰয় পোৱা যায়। ওচৰতে ঠানা (স্থানক), পণ্ৱেল আৰু অন্যান্য ঠাই সাগৰৰ সোমাই অহা উপকূলবৰ্তী ঠাইত অৱস্থিত।

কাৰ্লে গুহাত্তে দাক্ষিণাত্যলৈ যোৱা ঘাই বাণিজ্য পথটোৰ সৈতে. উপকূল অভিমুখী আনবোৰ বাণিজ্য. পথ লগ লাগিছে। দাক্ষিণাত্যলৈ যোৱা ঘাই পথটিৰ দাঁতিতে বেজাৱাড়ি আৰু পুনা গুহা। কাৰ্লে গুহাৰ ওচৰতে বাণিজ্য দলবোৰৰ বিনিময় কেন্দ্ৰ আছিল। মালভূমিৰপৰা উপকূললৈ ক্ৰমে আওপৰীয়া প্ৰায় দুহেজাৰ ফুট ঠাইত ওখ টিলাবোৰৰপৰা নামি যোৱা কেইবাটাও একাবেকা আলিবাট আছে। দাক্ষিণাত্যৰ আন আন গুহাবোৰৰো অৱস্থান এনে ধৰণৰ। মাটিৰ জৰীপ অথবা আকাশী জৰীপ কৰি এনেবোৰ বাণিজ্যপথ থকা জানিব পাৰি। আৰু এশ্ৰেণী গুহাই পঞ্চৰপুৰৰ লগত পশ্চিম উপকূলৰ বন্দৰবোৰক সংলগ্ন কৰিছে। শিবৰলৰ পৰা মহাড়লৈ আৰু কুড়াত থকা অবিদিত অথচ ফলি-সংযুক্ত গুহাবোৰলৈকে এই সমগ্ৰ অঞ্চলতে উক্ত গুহা শ্ৰেণী বিস্তৃত। উক্ত গুহা শ্ৰেণী ক্ৰমে নদী উপত্যকা অতিক্ৰম কৰি দাক্ষিণাত্যৰ ভৈয়ামলৈ নামি গৈছেগৈ। শেষ হোৱা ঠাইৰপৰাই পশুপালন বা কৃষিমূলক বসতি অঞ্চলৰ আৰম্ভ। এইবোৰ সংযোগ স্থলত বণিক সকলৰ দলে নিজ নিজ ৰাজ্যৰপৰা অনা বয়-বস্তু বিনিময় কৰিছিল। এনে বেপাৰীৰ দলৰ বেপাৰ ব্যৱস্থাৰ চিন-মোকাম এতিয়াও দক্ষিণৰ কিছুমান 'বঞ্জাৰী' (বাণিজ্যকাৰ) আৰু দলবদ্ধ লোকৰ কামত পোৱা যায়। এই বেপাৰীসকল জনজাতীয় শ্ৰেণী বা জনজাতীয় গিল্ড স্তৰৰপৰা এতিয়াও ওপৰলৈ উঠাব পৰা নাই। বাণিজ্য পথবোৰ নিৰ্মাণ-হৈ যোৱাৰ ভালেমান দিনৰ পিছত দুৰ্গবিলাক নিৰ্মাণ কৰা হৈছিল। যাতায়ত কৰ তুলিবৰ বাবে এনেবিলাক দুৰ্গ প্ৰয়োজন হৈছিল। দুৰ্গৰ গৰাকীয়ে ওচৰ চুবুৰীয়া মানুহৰপৰা বাহি শস্য গোটাই আনি নিজে বাণিজ্যৰ সহায়কাৰী বা 'এজেণ্ট' হৈছিল। এইবিলাক দুৰ্গ নিৰ্মাণ কৰাৰ সময় হ'ল মধ্যযুগ ; ইতিমধ্যে গুহাবোৰত বাদুলিয়ে বাহ লৈছিল আৰু মাজে মাজে ডকাইত আহি সেইবোৰত আশ্ৰয় বিচাৰিছিল।

এই অঞ্চলৰ আদিবাসীসকলৰ নাম কাঠকৰী। এওঁলোক পৰ্বতীয়া লোক। এওঁলোকে আজিও শস্য উৎপাদন কৰি ভাল নেপায়, আৰু বান্দৰ মাৰি খায়। কিছুমানে 'কদ্ৰু' ( Paspalum Scrobiculatum ) শস্যৰ খেতি প্ৰথমতে কৰা দেখা যায়, আন কিছুমানে ধান মাৰি তুঁহ আৰু খুদ চাউল গোটাই আনে। এওঁলোকে অৰণ্যৰপৰা সংগ্ৰহ কৰা বস্তুৰ ( তাৰ ভিতৰত- মৌ আৰু লিগনিও পৰিছে ) ওপৰত নিৰ্ভৰ কৰি চলিবলৈ যিমানদূৰ পাৰে চেষ্টা কৰে। এওঁলোকে মৰাশ পোতে। তাৰ পিছত পুনৰ উলিয়াই আনি থৰি দিয়ে। এইটো সানমিহলি প্ৰথা। এওঁলোকৰ বহুতেই আজিকালি তালদৰে কয়লা ( এঙাৰ ) ব্যৱহাৰ কৰা

হৈছে। প্ৰাচীন পথেদি ( অংশ পথ ) আজি কালিও 'জমান' অৰ্থাৎ জমান গৰুৰ শাৰীয়ে এপ্ৰাৰৰ বোজা কঢ়িয়াই ঘাট পাৰ কৰাৰ দৃশ্য চকুত পৰে। এই জন-জাতিবোৰৰ লগত ওচৰ-চুবুৰীয়া খেতিয়কবোৰৰ মুখৰ চেহেৰাৰ মিল আছে, কিন্তু আজিকালি কোনো পক্ষই ইপক্ষৰ লগত কিবা সম্পৰ্ক আছিল বুলি স্বীকাৰ নকৰে। নাচিকতো প্ৰস্তৰ যুগৰ গুৰুত্বপূৰ্ণ কিছুমান বাণিজ্য পথৰ সংযোগস্থল থকা দৃশ্য চকুত পৰে। এই পথবোৰ এই ঠাইতে লগ লাগিছিলহি, কিয়নো গোদাবৰী নদী অতিক্ৰম কৰিবলৈ নাচিকেই আছিল সুচল ঠাই। নাচিক ঘাটৰ উজনি-নামনি দুয়ো দিশে প্ৰায় এশ মাইল বাটত নাও চলাচল দুৰুহ আছিল ; ইয়াত ভালেমান বসতি-অঞ্চল আছিল। কথিত আছে বনবাসৰ কালত পঞ্চ-পাণ্ডৱ আহি ইয়াৰ গুহাবোৰতে আছিলহি। পাৰ ঘাটটোৰ লগতে ইয়াত মধ্যযুগীয় কিছুমান মন্দিৰ সজা হৈছিল ; এইবোৰ মন্দিৰ বনবাসী নায়ক ৰামৰ নামত উৎসৰ্গা কৰা আৰু সেইবোৰ পবিত্ৰ বুলি ভবা হয়। ডাং আৰু ভীল আদি আদিবাসীসকল এই বসতি অঞ্চলবোৰৰ আশে-পাশে বিস্তৃত হৈ আছে। কাৰ্লেৰ তুলনাত এই অঞ্চলত আদিবাসী জনসংখ্যা অধিক। সাঁচীৰ ( সাঞ্চ ) কথা আগতেই আলোচনা কৰি আহিছোঁহক। তাত বাহিৰ ফালে বহুত স্তুপ আছে ; কিন্তু গুহা একেবাৰে নাই। অজন্তা, ইলোৰা, ঔৰঙ্গাবাদ আৰু দৌলতাবাদ দুৰ্গও পৰৱৰ্তী কালত হোৱা একে ধৰণৰ এশ্ৰেণী নিৰ্মাণ-কাৰ্যৰ ফল। যিসকল অনিৰ্সান্ধিৎসু সেই সকলে ইয়াত এই অঞ্চলৰ ধাৰাবাহিক আঞ্চলিক বুৰঞ্জীৰ সূত্ৰ বিচাৰি পাব। ইলোৰা গুহাৰ পৰ্বতৰ শিখৰত নব্য প্ৰস্তৰ যুগৰ এখন গাওঁ আৱিষ্কৃত হৈছে। কালক্ৰম অনুসৰি অনুসন্ধান কৰি চালে, ইয়াৰ গুহা-নিৰ্মাণৰ কৌশলৰ পৰিবৰ্তনৰ কথা সহজে আমাৰ চকুত পৰে। ঐতিহাসিক কালৰ ভিতৰত ইন্দোৰৰ বিধবা ৰাণী অহল্যাবাই হুলকাৰে কৈলাশৰ গুহাৰ স্তম্ভ আৰু সুন্দৰ শিলৰ কৈলাশ মন্দিৰটোৰ পুনৰ নিৰ্মাণ কৰে বুলি প্ৰবাদ আছে : ১৭৯৫ চনত অহল্যা বাইৰ মৃত্যু ঘটে।

কাৰ্লেৰ ঘাই গুহা বা চৈত্যৰ বিসঙ্গতিপূৰ্ণ বস্তু হ'ল পদূলিত থকা 'এক বীৰা' দেৱীৰ মন্দিৰটো। বেড়সাৰ সুন্দৰ বিহাৰত যমাঈৰ ( অৰ্থাৎ মৰণ দেৱী ) এটি বুঢ় ৰিলিফ মূৰ্তি পোৱা যায়। এই মূৰ্তিক গাৱঁলীয়া মানুহে মৰণ দেৱী বুলি পূজা কৰে যদিও এওঁ আচলতে একবীৰা দেৱীৰ মূৰ্তি। নিৰ্জনতাৰ প্ৰেমিক সকলে আজিও এই ঠাইত গছ-গছনিৰে সুশোভিত এটুকুৰা মনোৰম বিশ্ৰামৰ স্থান দেখা পাব। ইয়াৰ গাৱঁৰ মানুহবিলাকে কোৱা উপাখ্যান মতে 'চাৰিজন ভাই-ককায়ে' পোনপ্ৰথম বেড়সাত গুহা নিৰ্মাণ কৰিবলৈ ধৰে ; কিন্তু ভগৱতীয়ে

ভয় খুওৱাত তেওঁলোক ভাজালৈ যায়; তাৰপৰা চৌ- ভাই-ককাইকিজন কার্লে পায়গৈ। তাত তেওঁলোকে গুহা কাটি বিশ্ৰামৰ স্থান নির্মাণ কৰে। কার্লেৰ দীঘল ঘৰটোত ( মণ্ডপটো ) যাত্ৰীসকলে অবিৰামভাৱে কৰা ঘণ্টা- ধ্বনিৰ কোলাহল ধ্বনিত প্ৰতিধ্বনিত হৈ থকাৰ শব্দ সততে কাণত পৰে। ঘণ্টা ধ্বনিৰে দেৱীক অহাৰ জাননী দি দৰ্শন-প্ৰাৰ্থীসকলে এনেকৈ, নিজৰ দুৰ্বল ধৰ্মভাব প্ৰকাশ কৰে। কোলি নামৰ মাছমৰীয়া আৰু নাবিক জাতৰ লোকসকলেই এই থানখন সজাইছিল আৰু তেওঁলোকেই আজিও ইয়াত পূজাৰ সকলো খৰচ যোগায়। পুৰণি বাণিজ্য পথৰ সিমূৰে থকা বোম্বাই দ্বীপটোত এই জাতিটোৱে বাস কৰে। এই কথাখিনি বিশেষভাৱে তাৎপৰ্যপূৰ্ণ, কিন্তু তথাপি তালৈ কোনেও কাণ নকৰা দেখিলে আচৰিত হ'ব লাগে; কোলসকলে বছৰি চ'ত মাহত ইয়াতে পাঁচ দিনীয়া এটা উৎসৱ পাতে; সেই উৎসৱত সকলো জাতৰ খেতিয়কে ভাগ লয়।

পৰ্দ্দাল-মুখৰ মন্দিৰটোৰ বিপৰীত ফালে গোতী-পুত্ৰ আৰু মহাৰঠি অগিনিমিত-নকৰ দানেৰে সজা অশোকৰ সিংহ-স্তম্ভৰ ( capital ) গঢ়ৰ এটি স্তম্ভ আছে। কিছুমান নকৈ সচেতন হোৱা স্থানীয় মাৰঠী দেশপ্ৰেমিকে মহাৰঠী শব্দটো 'মাৰাঠা' বুলি পঢ়ি আদিম মাৰাঠা গৌৰৱ উদ্ধাৰ কৰিব খুজিছে। কেতিয়াবা শব্দটোত এটি সৰু চিহ্ন দেখি। এইটো শিলাকুটিৰ ভুল হয় নে নহয় তাক সঠিককৈ কোৱা টান। শব্দটো চিহ্নটোৰে সৈতে পঢ়িলে 'মহাৰথি' বুলিও ধৰিব পাৰি। মহাৰথিৰ অৰ্থ উচ্চ সামৰিক বিষয়। আনবিলাক গুহাত থকাৰ দৰেই এই স্তম্ভটো চৌপাশৰ আগ্নেয়শিলৰ তৰপ ( Traprock ) এবুৱাই গঢ়া গৈছে। সম্ভৱতঃ শিলৰ চটা দি এই স্তম্ভটো সজা অধিক সহজ হ'লহেঁতেন। এনেকুৱা অতি কঠিন শিল কাটি অশেষ কষ্টেৰে শিল্পীসকলে গঢ়া এই স্তম্ভ সম্পূৰ্ণ হ'বলৈ নিশ্চয় কেইবা পুৰুষো লৈছিল। ( এই কঠিন শিলবোৰত শক্তিশালী বিন্ধনাৰ আগ এতিয়াও ভোটা হৈ যায় )। এজন দাতাই এই কাম কৰা সম্ভৱপৰ নাছিল। ভালেমান দাতাই স্তম্ভটোৰ বিভিন্ন স্থানত নিজৰ নাম অঙ্কিত কৰি থৈ গৈছে। তথাপিও গোটেই স্তম্ভটোৰ পৰিকল্পনাত একত্ব আছে। বিভিন্ন ঠাইৰ মানুহ আহি একগোট হৈ একেলগে একেৰাহে ভালেমান দিন ধৰি কাম কৰি পূৰ্ব-নিৰ্দ্ধাৰিত পৰিকল্পনা অনুসৰি এই গুহা আৰু স্তুপসমূহ সাজি উলিয়াইছিল। ইয়াৰপৰাই ধৰিব পাৰি উক্ত সমাজখন কেনে আছিল। ইয়াত পোৱা দানবিলাকৰ কিছুমান সমূহীয়া দান। চৈধ্যখন মান দান-পত্ৰত ধেনুকাকটা ঠাইৰ নাম অঙ্কিত আছে। বহুতো এই ধেনুকাকটাক উপদ্বীপৰ সিফালে থকা অমৰাৱতীৰ কাষৰ ধান্যঘটক বুলি

চিনাক্ত কৰিছিল। কিন্তু আজিকালি উক্ত ঠাই স্তম্ভৰ কামতে বুলি পাণ্ডিতসকলে ঠাৱৰ কৰিছে। এই দাতাসকলৰ ভিতৰত কিছুমান দাতা হ'ল গ্ৰীক। ঘাই গুহাৰ স্তম্ভবোৰৰ বাওঁফালৰপৰা পঞ্চমটোত 'ধেনুকাকটাৰ ধৰ্ম-যৱনে' দিয়া দান বুলি লেখা আছে। আন স্তম্ভবোৰতো (৩য় স্তম্ভটোৰ কথা ক'ব পাৰি) যৱনৰ নাম আছে। যৱনৰ নাম অকল কাৰ্লে গুহাতে যে আছে এনে নহয়, জুন্নৰ গুহাটো আছে ( Luders 1154, 1156 )। এই যৱনসকল নিৰ্জু বনিক আছিল, তেওঁলোক বিজেতা নহয়। এওঁলোকে বোম্বাইৰ সন্নিছিটে দ্বীপৰ মুখত বাস কৰিছিল, তাতে এখন গাওঁ এতিয়াও ( সম্ভৱতঃ ভোমৃগ্ৰী ) আছে। কিন্তু ( এতিয়া ) এই গাওঁখনৰ লগত আন আন 'কালৰহিত' গাওঁ-বিলাকৰ কিবা প্ৰভেদ আছে বুলি ধৰিবলৈ টান। সক ( Luders, 1162 ) আৰু আভীৰ দাতাসকলৰ ৰাজ্য অনেক দূৰত আছিল। বিজেতাসকল দাক্ষিণাত্য জয় কৰিবলৈ নহাৰ কাৰণ জ্ঞানৰ অভাৱ নাছিল। এনে বিজয়ৰপৰা যে লাভো নহলহেঁতেন সিও নহয়। আচল কথা, বিজেতাসকলে দক্ষিণ অঞ্চল জয় কৰা কষ্টকৰ বুলি ভাবিছিল। তাৰ তুলনাত উত্তৰ অঞ্চলৰ গাওঁবোৰ জয় কৰা সহজ আছিল।

ৰজাসকলে এই গুহাবোৰৰ বাবে সাহায্য আগ বঢ়াইছিল। উষৱদাত নামৰ সক ৰজাজনে ব্ৰাহ্মণসকলক ভালেমান দান দিয়াৰ কথা সিংহদুৱাৰৰ সোঁফালৰ ফলিখনত উল্লেখ আছে। তদুপৰি তেওঁৱলুৰকৰ ভিক্ষুসকলক কৰাজিক নামৰ এখন গাওঁ দিয়া প্ৰমাণ আছে ( EI. 7. p. 57 61 ; Luders 1099—1100 )। এই সক ৰজাজন 'নহপান সত্ৰপ ৰজা খহৰাতৰ' এজন জোৱায়েক। ফলিখন ঠায়ে ঠায়ে ধ্বংস হৈছে ; গতিকে তাৰ ৱলুৰক নামটো সম্ভৱতঃ ৱেহুৰক। গুহা থকা পাহাৰৰ নামনিত এতিয়াও ৱেহেৰগাওঁ নামৰ এখন আধুনিক গাওঁ আছে। 'দান' শব্দৰ অৰ্থ হৈছে ৰজাৰ কিছু অধিকাৰ হস্তান্তৰ কথা। এই দান অনুসৰি ৰাষ্ট্ৰই পাব লগা কৰ 'দান'ৰ পাত্ৰই সংগ্ৰহ কৰি নিজে ভোগ কৰিছিল, তেওঁ কৰ বঢ়াব নোৱাৰিছিল বা গাৱঁৰপৰাও আন একো সুবিধা আদায় কৰিব নোৱাৰিছিল। এই গাওঁখন সামন্ত প্ৰথাৰ অন্তৰ্ভুক্ত আছিল, কাৰণ ৰজাই মানুহৰ পৰা প্ৰতিদান স্বৰূপে সেৱা আদায় কৰাৰ কথা ক'তো উল্লেখ নাই। নাছিক গুহাতো উষৱদাতই কৰা এনেকুৱা দানৰ উল্লেখ পোৱা যায়। দুয়োখন ঠাইতে শাতকৰ্ণি বিজেতাসকলে দান দিবলৈ সততে আগ্ৰহ প্ৰকাশ কৰিছিল আৰু দানৰ মাত্ৰাও বৃদ্ধি কৰি দিছিল। এই কথা ওচৰাওচৰিকৈ থকা ফলিবোৰৰপৰা জনা যায়। কোসিকীপুত মিত্ৰদেৱৰ পুতেক

বাসিঠিপুত্ত সোমদেৱ নামৰ এজন মহাৰথিয়ে কাৰ্লেত উৰ গাওঁ দান কৰাৰ উল্লেখ আছে ; ৰজা বাসিঠিপুত্ত পুলুমায়ীৰ ৰাজত্বৰ সপ্তম বছৰত এই দান কৰা হয়। সাধাৰণতে ৰজাইহে এনে দান কৰিব পাৰে। দুৱাৰৰ চৌকাঠৰ ওপৰত ৰজা গোতমীপুত্ৰই কৰজক গাওঁ দান কৰাৰ কথা লেখা আছে ; তাত তেওঁ গাৰ্তৰ ভিক্ষুসকলক পালিবলৈ ৰাজ্যপালক আদেশ দিছিল। ফলিত জিলাখনৰনাম 'মামালাহাৰ' বুলি দিয়া আছে ; ই বৰ্তমানৰ মাৱল জিলা। এই জিলা গুহাৰ পশ্চিম দিশ পৰ্যন্ত বিস্তৃত। বহুতেই নাজানে যে এই জিলাত আজিও মাৱলা দেৱীৰ পূজা চলি আছে ( এই অঞ্চলটো কামশ্বেট নৈৰ পাৰ, তস্ৰেগাৱঁৰ কুৱা আৰু পুখুৰী ইত্যাদিৰে গঠিত )। এই অঞ্চলৰ ভালেমান নিনাও দেৱীক মাৱলা দেৱী বুলি মতা হয় ; এওঁলোক ইফালে জলকুঁৱৰীয়ো। বৈদিক অপ্সৰীৰ লগত এওঁলোক সমপৰ্যায়ৰ। এই গাৰ্তত ভিক্ষুসকলক সুখেৰে বাস কৰিছিল যেন অনুমান হয়। কাৰণ বাস কৰা নিৰ্জন কোঠাবোৰত দুৱাৰৰ বাবে কৰা কোটৰ দেখা যায়। এই দুৱাৰবোৰ নিশ্চয় পাতল পৰ্দা নাছিল। ইয়াৰপৰা বুজা যায় যে ভিক্ষুসকলে বিনয় ৰীতি ভঙ্গ কৰিও কিছু ব্যক্তিগত সম্পত্তি তাত ৰাখিবলৈ সমৰ্থ হৈছিল। নহলে অসাঢ়মিতা নামৰ ভিক্ষুণী গৰাকীয়ে কেনেকৈ কাৰ্লেৰ প্ৰৱেশ তোৰণৰ ভেটিত শিলৰ বেষ্টনী এটি সজাই দিবলৈ ধন পাইছিল ? সমুখ ভাগৰ আৰু স্তম্ভৰ শিলৰ মূৰ্তিবোৰৰ অলঙ্কাৰ সুন্দৰ ; ভিক্ষুসকলৰ সভা গৃহত এনে অলঙ্কৰণ আশ্চৰ্য্যকৰ। যোৰে যোৰে মূৰ্তি ( যোৰ ) চকুত পৰিলে এনে ভাব দৃঢ় হয়। একো হাল মূৰ্তি হাতীত আৰোহণ কৰি থকা অৱস্থাত দেখা যায়। এওঁলোক নিশ্চয় দাতা সকলৰ পিতৃ-মাতৃ অথবা দাতা দম্পতী নিজে, প্ৰতীকাৰ্থত এওঁলোক যক্ষ। মতাতিবোতাৰ কেশ বিন্যাস জটিল। তিৰোতাসকলৰ সাজপাৰ বিলাসী , চিক্‌চিকীয়া কাপোৰৰ মাজেদি তেওঁলোকৰ দেহৰ সৌন্দৰ্য প্ৰকাশ হোৱাৰ উপৰিও তেওঁলোকৰ বক্ষ অনাবৃত আছিল।

এই মনোৰম পৰিকল্পিত আৰু সমবায়মূলক কীৰ্তিয়ে কলাৰ সাফল্য ঘোষণা কৰিছে সন্দেহ নাই , কিন্তু এই সফল কলাই যে ধৰ্মৰ পৰাজয় সূচনা কৰিছিল সেই কথাও আমি মনত ৰখা ভাল হ'ব। ইয়াক সমাজৰ পৰাজয় বুলিও ক'ব পাৰি।

৮'৬ ইয়াতকৈও মন কৰিবলগীয়া কথা হ'ল এয়ে যে তাত কেইবাপ্ৰকাৰবো বিশিষ্ট দাতা আছিল। গ্ৰীক দাতা ধৰ্মযৱনৰ স্তম্ভটোত সোপাৰাৰ এজন সাধাৰণ শিল্পৰ নামো আছে। উপকূলবৰ্তী ঠানা চহৰৰ দাঁতিকাষৰীয়া একালৰ প্ৰসিদ্ধ কিন্তু বৰ্তমানে নগণ্য এই গাৱঁৰ কথা টলেমি আৰু পেৰিপ্লাচৰ বিৱৰণীত পোৱা যায় ;

তৌতমা ই বিখ্যাত বন্দৰ আছিল। তাৰে৷ আগত একে ঠাইতে অশোকৰ শিলালিপিও স্থাপিত কৰা হৈছিল। যিজন দাতাই স্তম্ভৰ 'কেপিটেল' দান দিছিল তেওঁ নিশ্চয় বেজয়ন্তিৰ ভূতপাল 'সেঠীন'ৰ ( বা সেঠৰ ) দৰে ধনী লোক আছিল। এই ভূতপাল সেঠীয়েই 'ভাৰতৰ এই সৰ্বশ্ৰেষ্ঠ শিলৰ ঘৰ নিৰ্মাণ কাৰ্য সমাপ্ত কৰিছিল' ( পৰিনিঠাপিতম্ )। সেই সময়ৰ কথা মনত ৰাখিলে ভূতপালৰ দানৰ দ্বাৰা নিৰ্মিত প্ৰবেশদ্বাৰৰ দুয়োফালৰ সুন্দৰ পাঁচখলপীয়া বিলিফবোৰ দাতাৰ পক্ষে গৌৰৱজনক বুলি ক'ব লাগিব। দক্ষিণ-কাণাৰাৰ উপসাগৰীয় বন্দৰ সুদূৰ বনবাসীকেই 'বেজয়ন্তি' বুলি চিনাক্ত কৰা হৈছে। আন এশ্ৰেণীৰ দাতা হ'ল 'গম্-ধিক' অৰ্থাৎ সুগন্ধি বস্তু বেচোঁতা ; এজন হ'ল ধেনু-কাকটাৰ সিংহদত্ত। এওঁ ৷ ক্ষিণৰ কাষৰ ধেনুভিৰীয়া দুৱাৰ মুখখন নিৰ্মাণ কৰিছিল। ধেনুকাকটাৰ আন এজন দাতা হ'ল বাঢ়ে ( বঢ়কি ) সামিণ। এওঁ যাই দুৱাৰ মুখৰ স্তম্ভটোত নিজৰ স্বাক্ষৰ দান কৰি গৈছে। কিন্তু এই চহীবপৰা ইয়াত পূৰ্বতে কাঠৰ অলঙ্কৰণ আছিল বুলি অনুমান কৰিব নোৱাৰি। অৱশ্যে এই গুহাবোৰত কাঠৰ অলঙ্কৰণ নিশ্চয় আছিল। ( উদাহৰণস্বৰূপে ক'ব পাৰি ভাজাৰ সমুখ ভাগটি সম্পূৰ্ণৰূপে কাঠেৰে নিৰ্মিত )। চৈত্যৰ ভিতৰফালে এতিয়াও চিলিঙত কিছুমান কাঠৰ অৰ্দ্ধবৃত্তাকাৰ গাথনি আছে, এই গাথনি একেবাৰে প্ৰাচীন। মূলকাঠ টুকুৰা কাৰ্বন—১৪ পদ্ধতিৰে পৰীক্ষা কৰি চাব লাগে ( কিয়নো সেই ঠাই টুকুৰাত নকৈ কাঠৰ কাম কৰি আগৰ ৰূপত ৰখা হৈছে। গতিকে প্ৰাচীন কাঠ এনে পৰীক্ষাৰ বাবে পোৱা হ'ব )। নাচিক, কুড়া, কানহেৰি আদি গুহাবিলাক পৰীক্ষা কৰি সেইবোৰৰ অংশবিশেষত ভালেমান বণিক, চিকিৎসক আৰু কৰ্মচাৰীৰ স্বাক্ষৰ পাওঁহক। ইয়াৰ বাহিৰেও মালাকৰ, কাসাকৰ ( কহাঁৰ ) হালকিয় ( হালোৱা ) গহপতী ( গৃহস্থ ) বা ( কুটুম্বিক ) আদি এশ্ৰেণী দাতা আছিল ; এওঁলোকৰ হয়তো ( আজৰি পৰত খেতি কৰিব পৰাকৈ ) দুই এটুকুৰা হালবোৱা মাটি আছিল আৰু ( শিল্প কৰ্মৰ মূল্যস্বৰূপে ) শস্যৰ এক সামান্য অংশৰ অধিকাৰ পাইছিল ; শেষ পৰ্যায়ৰ গাৱঁলীয়া অৰ্থনীতিৰ অৱস্থালৈ মন কৰিলে ধৰিব পাৰি যে সমান্তৰালভাৱে চহীৰ ছাপ থৈ যোৱা এই সকল শিল্পী দাতাই ধন সাঁচিবলৈ সুযোগ পোৱা নাছিল আৰু তেওঁলোক নিঃকিন আছিল।

কুষাণ অঞ্চলৰ দাতাসকলৰ লগত এই যুগৰ দাতাসকলৰ প্ৰভেদ মন কৰিবলগীয়া। মথুৰাত সততে আমি এনে কিছুমান ৰজা আৰু বিষয়াৰ মূৰ্তি পাওঁহক, যিবিলাকে দান-পত্ৰতো চহী কৰিছিল। সাধাৰণতে দাতাসকল সদাগৰ আছিল যদিও আন উপায়েৰে ধন ঘটোতাসকলো দাতা হৈছিল। এওঁলোকে মথুৰাৰ

জৈন গৃহবোৰ ( মঠ ) সজোৱাতো আগভাগ লৈছিল। এই ধনসকলৰ ভিতৰত এগৰাকী বেশ্যা, তেওঁৰ জীয়েক আৰু সহকৰ্মীসকলো আছিল। সাঁচীত আকৌ দাতাৰ প্ৰকাৰ ইয়াতোকৈ অধিক। কিন্তু তাতো বনুৱাৰ দাতাৰ সংখ্যা বৰ তাকৰ। লুডাৰচে সাঁচীৰ ৪০৭ খন ফলিৰ এখন তালিকা তৈয়াৰ কৰিছিল ( Fl. 10,-apps, nos, 162-568 )। তাৰ ভিতৰত দুখনতকৈও কমকহে নিশ্চিতভাৱে কাৰিকৰৰ বুলি ধৰিব পাৰি। তাৰে এজন 'ৰজা শিৰিশতকৰ্ণিৰ কাৰিকৰসকলৰ' দলপতি বা চালক ( No 346 )। তথাপি আমি ক'ব পাৰোঁ যে সাঁচীৰ দক্ষিণলৈ তেতিয়াও আত্মনিৰ্ভৰশীল গাৱঁলীয়া অৰ্থনীতি আৰু এই অৰ্থনীতিৰ আনুষঙ্গিক ফল স্বৰূপে দেখা দিয়া নামহীনতা বা নাম নিলিখাৰ প্ৰথা প্ৰসাৰিত হোৱা নাছিল; ওপৰোক্ত ঠাইবিলাকত ভালেমান কাম ক্ষুদ্ৰ দাতাসকলৰ সৌজন্যত হৈছিল। তেওঁলোকে নগদ ধনেই দিছিল যদিও দান সামান্য হোৱা বাবে তেওঁলোকৰ দান লিপিবদ্ধ কৰা হোৱা নাছিল। সেইসময়ত যথেষ্ট পণ্য দ্ৰব্য উৎপাদন আৰু বিনিময় হৈছিল, ফলত ভালেমান কাৰিকৰে ধন জমা কৰিবলৈ সমৰ্থ হৈছিল। স্বনিৰ্ভৰশীল আত্মকেন্দ্ৰিক গাৱঁৰ বাসিন্দা হৈ থকা হ'লে এই কাৰিকৰসকলে দান দিবৰ বাবে একো ধন গোটাব নোৱাৰিলেহেঁতেন। আন এটা কথাৰ বিচাৰ আৱশ্যক। কোলি নামৰ উপকূলবৰ্তী মাছমৰীয়াসকলে আজিও নতুন বছৰৰ ঠিক পিছতেই বোম্বাই দ্বীপ বা তাতোকৈও অধিক দূৰৰপৰা কাৰ্লেত মাছ মাৰিবলৈ আহে। এই প্ৰথাৰ লগত ধেণুকাকট আৰু সোপাৰাৰপৰা এই মানুহসকলে পূৰ্বে চলোৱা বেহা-বেপাৰ আৰু যাতায়তৰ কিবা সম্পৰ্ক আছে নেকি? সেই প্ৰাচীন প্ৰথা আজিও অৱশেষ স্বৰূপে থকাৰ সম্ভাৱনা একেবাৰে নুই কৰিব নোৱাৰি। পিতিনিকসকলৰ ( পৈঠণৰ ) দৰেই অশোকৰ ত্ৰয়োদশ শিলালিপিত উল্লিখিত ভোজকসকল দাক্ষিণাত্যৰ লোক; পিতিনিকসকলক ভোজকসকলেৰে সৈতে একে গোটত ধৰা হয়। মহাৰঠিনী সামাড়িনিকাই ( এওঁ মহাভোজৰ জীয়েক ) বেড়সাত এটি ডাঙৰ পাত্ৰ দান দিছিল। মহাদ-কুড়া অঞ্চলত এওঁলোক জনজাতীয় দলপতি বা মুৰব্বী আছিল বুলি ধাৰণা হয়। সেই একে অঞ্চলতে ৰাজভোজ উপাধিধাৰী কেতবোৰ অনুসূচীত লোক আছে, পূৰ্বতে এওঁলোকক অস্পৃশ্য বুলি গণ্য কৰা হৈছিল।

ওপৰত উল্লেখ কৰা কাৰিকৰসকলৰ কিছুমানক শক্তিশালী শ্ৰেণী বা গিল্ডত সংগঠিত কৰা হৈছিল। উষৱদাতৰ এখন ফলিত ( দহ নং গুহা ;—নাচিক ) তাৰ এটি বিস্তাৰিত বৰ্ণনা পোৱা যায় ( El, 8, 82-4 )। তাৰপৰাই উক্ত কথা পৰিষ্কাৰ হয়ঃ

সিদ্ধম। '৪২ অব্দৰ বৈসাখ মাহত দীনীক-পুত্ৰ আৰু ক্ষহৰাত সত্ৰপ ৰজা নহপানৰ জামাতা উষৱদাতই বিভিন্ন দিশৰপৰা অাহি গোটখোৱা ভিক্ষুসকলে পতা সংঘক এই গুহাটো দান দিছে। তেওঁ কুল্প আৰু পহা নিৰ্বিশেষে সংঘৰ গুহাবাসী সকলো ভিক্ষুকে স্থায়ীভাৱে ৩০০০ 'কহ্আপনস্' দান দিছে; তেওঁ-লোকে চীৱৰিক (অৰ্থাৎ কাপোৰ-কানি) আৰু কুসনৰ (অৰ্থাৎ বহিভ্ৰমণ) বাবে এই ধন ব্যয় কৰিব। ইবোৰ কহ্আপনস্ গোৱৰ্ধনৰ শ্ৰেণী বা গিল্ডত তলত দিয়া ৰূপত খটুওৱা হৈছে ঃ—কোলিক নিকায়েসকলৰ (তাঁতী) শ্ৰেণীত মাহিলী এক পদিকাৰ নিৰিখত (শতকৰা বছৰি ১২ ভাগ) ২০০০ জমা থাকিব; আন এটি তাঁতীৰ 'শ্ৰেণীত মাহিলি ¾ পদিকৰ নিৰিখত (শতকৰা বছৰি ৯ ভাগ) ১০০০ জমা ৰ'ব'। এই-'কহ্আপনস' খিনি পৰিশোধ কৰিব নেলাগে। মাথোন তাৰ সুদখিনি তলত দিয়া ধৰণে খৰচ কৰিব লাগিব ঃ শতকৰা এক পদিকৰ নিৰিখত হোৱা ২০০০ 'কহ আপনস' ধন কাপোৰৰ বাবে দিয়া হ'ব। সেই ধনৰে পৰা বাৰিষাকালত গুহাবাস কৰা কুৰিগৰাকী ভিক্ষুক গাইপতি' বাৰ কহ্আপনসকৈ কাপোৰৰ 'ধন দিব লাগিব। শতকৰা ¾ পদিকৰ নিৰিখত খটুৱা এহেজাৰ কহ্আপনসৰপৰা বি সুদ ওলাব তাক কুসনত অৰ্থাৎ ভ্ৰমণত খৰচ কৰা হ'ব। ইফালে কপুৰজিলাৰ চিখলপদ্ৰ গাৱঁত ৮০০০ শিপাযুক্ত নাৰিকল গছ দিয়া হৈছে। এই সকলোবিলাক কথা 'নিগম-সভা'ত 'ফলক-ঘৰ'ৰ ওপৰত ঘোষণা কৰা আৰু নিবন্ধভুক্ত হ'ল।

সেই যুগৰ কহাপণ মুদ্ৰা ভাল ৰূপৰ ধাতুৰে নিৰ্মিত আছিল। নহপানৰ মুদ্ৰাৰে পৰিপূৰ্ণ জোঘলটেম্ভিৰ মুদ্ৰা ভৰাল পৰীক্ষা কৰি তাৰ প্ৰমাণ পোৱা যায়। তাৰ ভালেমান মুদ্ৰাত বিজেতা গোতমীপুত্ৰ শাতকৰ্ণিয়ে পুনৰায় মৰা মোহৰো আছে, শাতকৰ্ণি বংশই নিজৰ ৰূপেৰে মুদ্ৰা মৰা নাছিল বুলিলেই হয়। এই মুদ্ৰাৰ ওজন প্ৰায় ৩২ গ্ৰেইন। উক্ত ভৰালৰ মুদ্ৰাৰ সংখ্যা আনবোৰ ভৰালৰ মুদ্ৰাৰ তুলনাত বহুত বেছি; তাত ২২,০০০ মুদ্ৰা আছে বুলি ধৰা হয়; অৱশ্যে কোনেও সেই সংখ্যা গণনা কৰা নাই। প্ৰচলিত মুদ্ৰাৰ সংখ্যাৰে চালে সেই ৰাজ্যৰ উন্নতি যথেষ্ট হৈছিল বুলি অনুমান কৰিব পাৰি। আনবিলাক শ্ৰেণী বা গিল্ডেও এনেদৰে দান কৰিছিল; বা তেওঁলোকে ক্ষেত্ৰ বিশেষে ৰজাসকলৰ লগত এনে ধৰণৰ অৰ্থনৈতিক চুক্তিও কৰি লৈছিল। এই শ্ৰেণীবিলাকৰ ভিতৰত কুমাৰ, কঁহাৰ, শস্য-বেপাৰী, তেলী, জল অভিযন্তা, বাঁহৰ কাম কৰোঁতা, মাছমৰীয়া (দাসক ঃ এওঁলোকৰ দলপতি মুগুদাসৰ নামৰপৰা হোৱা ঃ শ্যামটি নাচিকৰ ৮নং গুহাত আছে) উল্লেখযোগ্য। এতিয়াও এই অঞ্চলত 'কোলী' শব্দৰ অৰ্থ তাঁতী (কোষ্টীও যোলা

হয় )। বহুত শতিকা ধৰি শ্ৰেণীগত একতাৰপৰা বঞ্চিত আৰু গাওঁ অঞ্চলত সিচৰিত হৈ থকা এই লোকসকল নিম্ন জাতৰ লোক বুলি পৰিগণিত হৈ আহিছে। ভিক্ষুসকলে নিজ হাতে বৃপৰ টকা খৰচ কৰালৈ চাই বিনয়ৰ নিয়ম উলংঘা কৰিছিল যেন অনুমান হয়। বিনয়ৰ নিয়ম মতে তেওঁলোকে প্ৰয়োজন মতেহে কপোৰ-কানি ল'ব লাগে, নিজ হাতে ধন ব্যৱহাৰ কৰিব নেলাগে। নাৰিকল গছৰ উল্লেখ থকাটো বিশেষ তাৎপৰ্যপূৰ্ণ কথা, কাৰণ, নাৰিকলৰ অবিহনে উপকূল অঞ্চলত কৃষি বসতি-অঞ্চল গঠন কৰা এক প্ৰকাৰ অসম্ভৱ। এই গছৰ উপকাৰিতা বহুত। পাতেৰে মাজৰ আঁৰ বেৰা গোঠা হয়; এনেদৰে গুঠি বা উকাকৈ ইয়াৰ পাতেৰে কুটীৰৰ চাল দিয়া হয়। ইয়াৰ কাঠেৰে ভুৰ আৰু গুৰিৰে মাছমৰীয়া নাও বনোৱা হয়। আঁহেৰে ৰচি তৈয়াৰ কৰা হয়। আটাইতকৈ দৰকাৰী বস্তু হ'ল ফলটিনি। এই ফল নৌ পকোতেই খাব পৰা যায়; কিন্তু যেতিয়া ফল পকে আৰু শুকান হয়, তাৰপৰা ভাল খোৱা তেল ওলায়। টান খোলাটোৰ তলত ফল থাকে; ফলটোৰ তিনিটা 'চকু' আছে, তাৰে যিটোৰেদি গজালি ওলায়, সেইটো সহজে ফুটাব পাৰি। তিনিটা চকু, টান খোলাৰে সৈতে নাৰিকল ফলটো আৰু বখলিওৱাৰ পিছত থাকি যোৱা ফলৰ ওপৰৰ আঁহবোৰ হিন্দুৰ পূজাত উদকুম্ভৰ (জলপূৰ্ণ কলহ) সলনি ব্যৱহৃত হয়। শাস্ত্ৰত এনে বিধি নথকা সত্ত্বেও নাৰিকল এনেকৈ পূজাত ব্যৱহাৰ কৰা হয়। পুৰোহিতৰ দক্ষিণাত পূৰ্বতে যি বিল্বফল বা বেল ব্যৱহৃত হৈছিল, এতিয়া তাৰ ঠাইত নাৰিকল ফল দিয়াৰ ব্যৱস্থা প্ৰচলিত হৈছে। দেৱতাৰ পূজাত নাৰিকলৰ ভক্ষ্য অংশ প্ৰসাদ হিচাপে দিয়া হয় আৰু পিছত এই প্ৰসাদ বিতৰণ কৰা হয়। ৪২ অব্দত ( অৰ্থাৎ ১২০ খ্ৰীঃ ) উপকূল অঞ্চলত প্ৰথম নাৰিকলৰ খেতি প্ৰচলন হয়; তাৰ আগতে হোৱা একো প্ৰমাণ নাই। বিশেষকৈ Periplus of The Erythraean Seaত ( এই গ্ৰন্থ প্ৰায় প্ৰথম শতিকাৰ শেষত লেখা হয় ) পশ্চিম উপকূলৰ ভাৰতীয় বন্দৰবোৰেদি অনা-নিয়া কৰা বাণিজ্য দ্ৰব্যবোৰৰ যি নিৰ্ভৰযোগ্য তালিকা আছে, তাত নাৰিকলৰ নাম নাই। পূব উপকূলত আৰিকমেডুৰ প্ৰাক্-এৰেটাইন ( যুগীয় ) স্তৰবোৰত নাৰিকলৰ বছী পোৱা গৈছে ( Al, 2. pl 37-B )। এই স্তৰবোৰ খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ। নাৰিকল মূলতঃ বাণিজ্য শস্য। নহলে উৎসৰ্গদাতৰ দানৰ কোনো অৰ্থ নাথাকিব। ইয়াৰপৰা এটা কথা বঢ়িয়াকৈ বুজিব পাৰি। বৰবুদ-বাই এই গভীৰ অৰণ্য অঞ্চলটি পৰিষ্কাৰ কৰি তাত খেতি উৎপাদনৰ এটি পণ্য উৎপাদনকাৰী অৰ্থনীতিৰ প্ৰবৰ্তন কৰা হৈছিল। ইয়াৰ পিছৰপৰা এই শস্য আৱশ্যকীয় পণ্য দ্ৰব্য

হিচাপে পৰিগণিত হৈ পৰিল ; বঙ্গোপকূললৈকে ধৰি সমগ্ৰ উপকূল অঞ্চল নাৰিকল গছৰ খেতি হ'বলৈ ধৰিলে। এই গছৰ জন্ম মালয়েচিয়াত। 'নিয়ৰ কলি' ( Niyor Kali ) শব্দটো কালক্ৰমত গৈ সংস্কৃতত 'নাৰিকেলী' হয়গৈ। এই যুগত বাণিজ্য প্ৰসাৰিত হোৱাৰ লগে লগে নাৰিকল আৰু খুব সম্ভৱ তামোল প্ৰথম ভাৰতবৰ্ষলৈ আহে।

উষৱদাতৰ অমিতব্যয়িতাৰ কথা আমি আনবিলাক গুহাৰ ফলি পঢ়িও জানিব পাৰোঁ। তেওঁ 'চৰক' সমাজ কিছুমানক ৩২,০০০ জোপা নাৰিকল গছ দান কৰে। দেৱতা আৰু ব্ৰাহ্মণক তেওঁ ৭০,০০০ কহাপণস দান দিয়ে। ৩৫ কহাপনসে এক সুবৰ্ণ হয় ; গতিকে দানৰ বাবে তেওঁ ২০০০ সোণৰ মুদ্ৰা খৰচ কৰিছিল। এই চুক্তি প্ৰথা অনুসৰি নিবন্ধ ভুক্ত কৰা হয়। তেওঁ ৩০,০০০০ গৰু ব্ৰাহ্মণক দান কৰিছিল, তাৰে ৩০০০ গৰু এবাৰৰ অভিষেক উৎসৱত দিছিল। তলত দিয়া ঠাইবোৰত সাধাৰণ বাইজৰ কাৰণে জাহাজাদিৰ ব্যৱস্থা কৰা হৈছিল ঃ ইবা, পাৰাদা, দমণ, তাপী, কৰবেনা, দাহনুকা। এই ঠাইবোৰক আজিও চিনাক্ত কৰিব পাৰি। ( নিজৰ ) ৰাজ্যৰ বাহিৰতো তেওঁ তীৰ্থ স্থানবিলাকৰ বাবে দান দিয়া কথাৰ উল্লেখ পোৱা যায় ; ইয়াৰ উপৰিও গুহা, পানীৰ উঁৰাল আৰু এটি সামৰিক অভিযানৰ বাবে দান কৰাৰ কথাটো উল্লেখ কৰিবই লাগিব। সামৰিক অভিযানৰ কথাকেইটি এই ঃ "মই উত্তমভদ্ৰসকলৰ দলপতিক মুক্ত কৰিবৰ বাবে গৈছিলোঁ। তেওঁক মালয়সকলে বৰ্ষাকালৰ বাবে বন্দী কৰি থৈছিল। মালয়-সকলে সেনাৰ হুঙ্কাৰ শুনিয়েই পলাল। সকলোকে উত্তমভদ্ৰৰ পক্ষৰ যোদ্ধাসকলৰ বন্দী কৰা হ'ল।" ( EI, 8, 78 )। অনুমান হয় বেপাৰৰ কেন্দ্ৰস্থলীৰ কাষৰ জনজাতীয় এলেকাবোৰৰ কম দিনৰ ভিতৰতে সলনি হ'বলৈ ধৰিলে, ( বৰ্তমান ছড়ি এবোঁৰিয়াত যেনে সলনি ঘটিছে তেনে ) ; জনজাতীয় সম্পত্তি লাহে লাহে ব্যক্তিগত সম্পত্তিলৈ ৰূপান্তৰিত হ'বলৈ লাগিল আৰু লগে লগে এশ্ৰেণী নতুন ধনী আৰু শ্ৰমিক শ্ৰেণীৰ সৃষ্টি হ'ল। দলপতিবোৰ অভূতপূৰ্ব ঐশ্বৰ্য আৰু অখণ্ড ক্ষমতা ভোগ কৰিবলৈ ধৰিলে।

নাচিক ফলিবোৰৰ এটা পাঠে বাণিজ্যিক অৰ্থনীতিৰ অন্তৰ্ভেদী প্ৰসাৰৰ আভাস দিয়ে। "( উষৱদাতে ) এখন পথাৰো দিলে ; ৰাৰাহীপুত্ৰ অশ্বিভূতি ব্ৰাহ্মণৰপৰা ৪০০০ কহাপণসত তাক কিনা হ'ল ; সেই মাটি ব্ৰাহ্মণৰ বাপেকৰ আৰু নগৰৰ উত্তৰ পশ্চিম সীমান্তত অৱস্থিত"। এই পথাৰৰপৰা মোৰ গুহাত ( অৰ্থাৎ ১০ নং গুহা ) বাসকৰা সকলো সম্প্ৰদায়ৰ ভিক্ষুসকলে একো অসুবিধা

নোহোৱাকৈ খোৱা বস্তু আনিব পাৰিব। ( নাচিকৰ ১০ নং গুহা )। চিধাচিধি এনেকৈ মাটি কিনাৰ দৃষ্টান্ত অভূতপূৰ্ব ; অৱশ্যে ব্ৰাহ্মণক পাওনা দিয়াৰ কথাটোও বিবেচনা কৰা উচিত হ'ব। কিন্তু এইটো ব্ৰাহ্মণক বদান্যতা দেখুওৱাৰ কথা নহয়, ভিক্ষুবৃন্দকহে বদান্যতা দৰ্শোৱাৰ বিষয়। মাটিৰ ব্যক্তিগত সম্পত্তি অৰ্থাৎ একপ্ৰকাৰে মাটিৰ কিনা-বেচা কৰা কাম, সাধাৰণ বেচা-কিনাৰ পৰিমাণৰ ওপৰত নিৰ্ভৰশীল। দাক্ষিণাত্যৰ বহুত ঠাইত পণ্যদ্ৰব্য উৎপাদন প্ৰথা প্ৰৱৰ্তিত হ'বলৈ ধৰিলে। এই অৰ্থনৈতিক ব্যৱস্থাত নগদ টকা বিনিময়ৰ পৰিমাণ ক্ৰমাৎ বাঢ়িবলৈ লাগিল। এই অৰ্থনৈতিক উৎপাদন ব্যৱস্থা চলিছিল গিল্ড বা শ্ৰেণীৰ ভেটিত। এনেবোৰ শ্ৰেণীত বা গিল্ডত সামান্য নাগৰিকৰপৰা আৰম্ভ কৰি 'হালিকিয়' অৰ্থাৎ হালোৱা-লৈকে সকলোৱে যোগ দিব পাৰিছিল। ইফালে ধনী শাতবাহন ৰজাসকলৰ সীহ আৰু 'পটিন' ( সীহ, দস্তা, তাম আৰু টিনৰ সংমিশ্ৰিত ধাতু ) মুদ্ৰাবোৰ অতি হীন আছিল। ইয়াৰপৰা অনুমান কৰিব পাৰি যে সেই সময়ত ঘাইকৈ বিনিময় ব্যৱস্থাৰ যোগেদি সোণ-ৰূপৰ মোল নুবুজা পিছপৰা জনজাতীয় বৰ্বৰসকলৰ লগতহে সাধাৰণ ব্যৱসায়-বাণিজ্য চলিছিল। অৰ্থশাস্ত্ৰত বৰ্ণিত সংগ্ৰহৰ উপায়বোৰ প্ৰয়োগ নকৰা-কৈয়ে, বা ৰাষ্ট্ৰীয় নিৰ্দেশ নোহোৱাকৈয়ে, সাধাৰণভাৱে ৰাষ্ট্ৰই তেতিয়া যথেষ্ট কৰ আদায় কৰিবলৈ সমৰ্থ হৈছিল। অৱশ্যে উষৱদাতই দান দিয়া নাৰিকল গছৰ বাগিছাবোৰ যদি সম্পত্তি আছিল ( অথবা সেই বাগিছাত যদি ৰাজকীয় কৰৰ কিবা ব্যৱস্থা আছিল ) তেন্তে এই সিদ্ধান্তৰ হেৰফেৰ হ'ব পাৰে। কিন্তু এইবিলাক ৰাজকীয় সম্পত্তি বুলি ক'তো কোৱা হোৱা নাই। এই সমাজৰ উচ্চস্তৰৰ লোক-সকল 'মনুস্মৃতি'ৰ প্ৰণালীৰে গঙ্গা অৱবাহিকাত ইতিমধ্যে বিকশিত হোৱা জাতিভেদ-বিশিষ্ট আৰু গাৱঁলীয়া সমাজৰ তুলনাত বহুত আগবঢ়া আছিল। এই শাতবাহন সমাজৰ উন্নত অৱস্থাৰ আয়ুস নিৰ্ভৰ কৰিছিল তাৰ অৱনতিৰ বেগত, আন কথাত গ্ৰাম্য বসতি অঞ্চলবোৰৰ বিকাশৰ নিৰিখ আৰু বাহিৰা সামৰিক আক্ৰমণৰ ওপৰত। বিদেশী সামৰিক বাহিনীৰ হেঁচা আৰু নতুন গাৱঁৰ সংখ্যা বঢ়াৰ লগে লগে এই ( উন্নত ) অৱস্থাৰ অৱসান ঘটিবলৈ ধৰে। সেই সময়ত শাতবাহনসকলে নিজে শত্ৰু-বাহিনীৰ আক্ৰমণ ৰোধ কৰিবলৈ সমৰ্থ হৈছিল ; আৰু সেইদৰে আনকো পৰাজয় কৰি নিজৰ তলতীয়া কৰিব পাৰিছিল। তেওঁলোকে জয় কৰা উজ্জয়িনীকে আদি কৰি ঠাইবোৰৰ নাম পৰীক্ষা কৰিলে সেইবোৰক সমকালীন বাণিজ্য-কেন্দ্ৰ যেন অনুমান হয়। প্ৰত্নতাত্ত্বিক গৱেষণাৰ ফলত জনা গৈছে যে তেওঁলোকে খাদ্য সংগ্ৰহকাৰী সমাজবোৰত সভ্যতাৰ প্ৰসাৰ ঘটাবলৈ সমৰ্থ হৈছিল। অৱশ্যে এওঁলোকৰ দিনত

যোকোটা অঞ্চলবোৰ সিমান বিকশিত হোৱা নাছিল ; উন্নতিৰ চিন কেৱল পণ্যদ্ৰব্য উৎপাদন আৰু বিনিময় কেন্দ্ৰবোৰে ঢুকি পোৱা স্থানবোৰতহে দেখা গৈছিল। এই ঠাইবোৰ ঐশ্বৰ্যশালী আছিল। এই কথা তলৰ বিৱৰণীৰপৰা পৰিষ্কাৰ হ'ব ঃ

"এই বাণিজ্য নগৰখনলৈ (বৰীগজ-ব্ৰোৱাচ) বাহিৰৰপৰা ইটালীয়, লাওডিচীয় আৰু আৰবীয় মদ আমদানী কৰা হৈছিল ; ইটালীয় মদৰ চাহিদা অধিক আছিল। আন আন আমদানী দ্ৰব্য হ'ল—তাম, টিন আৰু সীহ ; কৰেল আৰু টপাজ ; পাতলীয়া আৰু আন আন নিকৃষ্ট বিধৰ কাপোৰ ; এক কিউবিট বহল উজ্জ্বল ৰঙৰ টঙালি ; ষ্টৰাক্স, Sweet clover ( মিঠা লং ), ফ্লিন্ট গ্লাচ, আৰ্চেনিক মন চাল ফাইড ( realgar ), 'এণ্টিমনি, সোণ-ৰূপৰ মুদ্ৰা ( এইবোৰৰ লগত দেশীয় মুদ্ৰা বিনিময় কৰিলেও যথেষ্ট লাভ হৈছিল ) ; আৰু কম পৰিমাণৰ কম খৰচী মলম। ইফালে ৰজাৰ বাবে খৰচী ৰূপৰ পাত্ৰ, গায়ক বালক, সুন্দৰী কন্যা, সুন্দৰ মদ, ভালকৈ বোৱা পাতলীয়া কাপোৰ আৰু বাছকবনীয়া মলম অনা হৈছিল। .........পৈঠন আৰু তগৰ আদিৰপৰা এই বস্তুবোৰ বৰীগজলৈ অনা হয়। পৰিবহনৰ বাবে গাড়ী ব্যৱহৃত হৈছিল, যদিও আলিবাট নোহোৱা পথেদিও বস্তু অনা-নিয়া কৰিছিল। পৈঠনৰপৰা ( অধিক পৰিমাণৰ ) কৰিলীয়ান আৰু তগৰৰপৰা সাধাৰণ কাপোৰ-কানি অনা হৈছিল। বাকীবোৰ বাণিজ্য দ্ৰব্য উপকূলৰ অঞ্চলৰপৰা স্থানীয়ভাৱে কঢ়িয়াই অনা হৈছিল। এই অঞ্চলৰ বাণিজ্যনগৰবোৰৰ নাম যথাক্ৰমে এনে ধৰণৰ ঃ বৰীগজ ( ব্ৰোৱাচ ) ; সোপাৰা ; কল্যাণ নগৰ। পিছৰখন ঠাই ডাঙৰ জনা সৰগনাচৰ (?) দিনত সুন্দৰ বাণিজ্য-নগৰত পৰিণত হৈছিল ; কিন্তু কালক্ৰমত এই বন্দৰটো যেতিয়া সনডনেচৰ তললৈ আহিল, তেতিয়াৰেপৰা বাণিজ্যত ব্যাঘাত জন্মিল; তাত কোনো গ্ৰীক জাহাজ নামিলে সেইবোৰক প্ৰহৰীৰ চোকা পহৰাত বৰীগজলৈ পঠিয়াই দিয়াৰ সম্ভাৱনা আছিল।" ( Schff 42—3 )

সেই সময়ত পৈঠনৰপৰা বন্দৰবোৰলৈ যোৱা পথত ঘন অৰণ্য আৰু বন্য হিংসুক জন্তু আছিল বুলি পেৰিপ্লাচত স্পষ্টভাৱে কোৱা হৈছে। এইবোৰ অঞ্চলত তেতিয়া স্থায়ী খেতি আৰু বসতি নাছিল। বহুত দিনৰ পিছতহে তাত স্থায়ী কৃষি সমাজৰ আৰম্ভ হয়। এনেবোৰ অঞ্চল অতিক্ৰম কৰি যেতিয়াই মূৰ পোৱালৈ হয়, বা মুকলি ঠাই ওলাইগৈ, তেতিয়াই গৰু-গাড়ী ব্যৱহাৰ কৰা হৈছিল। সম্ভৱতঃ বেছিভাগ বস্তুকেই ভাৰবাহী জন্তুৰ শৰীৰে কঢ়িয়াই নিছিল 'লমাণ'ৰ দৃষ্টান্ত এই প্ৰসঙ্গত স্মৰণীয়। ঠিক একেদৰেই এতিয়াও এইবোৰে ভাৰ কঢ়িয়ায়। ভুৱৰ্টে বৰবোছাই দিয়া বৰ্ণনাৰপৰা ( DB; 163 ) ১৫০০ খ্ৰীঃত পশ্চিম উপকূলৰ চৌলত এই উপায়েৰে

বস্তু সৰবৰাহ কৰাৰ কথা আমি জানিবলৈ পাওঁহক : "মানুহবোৰে শিক্ষিত ষাঁড়-গৰুৰ জাকৰ পিঠিত বোজা বান্ধি বস্তু নিয়ে ; ঠিক 'কেৰ্ষ্টলে'ৰ ভাৰবাহী ষাড়বোৰৰ দৰেই ইহঁতৰ গাত বোজা কঢ়িওৱা জিন থাকে। বোজাবোৰৰ ওপৰত দীঘল দৈজাৰ বস্তা দিয়া হয় ; তাৰ ওপৰত নিজৰ বস্তুবোৰ জপা হয়। কুৰি বা ত্ৰিশটামান এনে ষাঁড় গৰুৰ জাকক একোটা চালকে খেদাই লৈ যায়।" স্থানীয় বণিকবোৰে চৌল বন্দৰৰ ওচৰত এইবোৰ বস্তু বিনিময় প্ৰথাৰ দ্বাৰা কিনি লয়। সম্ভবতঃ কোনোবা বিৰোধী শাতকৰ্ণি ৰজাই (এওঁৰ নাম গ্ৰীক বৰ্ণনাকাৰীসকলে বিকৃত কৰি সনডনেচ কৰিছে) কল্যাণ বন্দৰটো বন্ধ কৰি দিয়াত ধেনুকাকটত গ্ৰীক বাণিজ্য বসতি-কেন্দ্ৰ এটি গঢ়ি উঠিছিল। এই অঞ্চলটোৰ পৰাইকাৰ্লেৰ বৌদ্ধ ভাগ দাতা ওলাইছিল।

বৌদ্ধজাতকবোৰত এইখন সমাজৰ ছবি ভালদৰে পোৱা যায়। সেইবোৰত মগধ আৰু কোসলৰ সমাজৰ চিত্ৰ আছে বুলি বহুতে ভুল কৰে। এই জাতকবোৰ নিশ্চয় বুদ্ধৰ কালৰ পিছত লেখা। সম্ভৱতঃ এইবোৰ ৰচনাৰ কাল পঞ্চম শতাব্দী। এই বিলাক ৰচনাৰ উদ্ভৱ দাক্ষিণাত্যত। এইবিলাকৰ ভেটি প্ৰাচীন পৰম্পৰা। বুদ্ধৰ 'পূৰ্বজন্মৰ' কাহিনী কোৱা এই বৰ্ণনাকাৰীবোৰে যিবোৰ সাধু কৈ গৈছে, সেইবোৰ সাধু তেওঁলোকে সঁচাকৈয়ে বিশ্বাস কৰিছিল। এই শ্ৰেণী বা গিল্ডবোৰৰ লগত অৰ্থশাস্ত্ৰৰ দিনৰ ব্যৱস্থাৰ সন্নিকটতা পোৱা নাযায়। অশোকৰ শিলালিপিত উল্লিখিত ৰাজ্যৰ সৈতেও সন্নিকটতা নাই। তাৰ পিছতো মগধত গাওঁ-কেন্দ্ৰিক উৎপাদন ব্যৱস্থা বঢ়াৰ লগে লগে হঠাতে এই গিল্ডবোৰৰ পুনৰায় আবিৰ্ভাৱ হৈছিল বুলি ভাবিবৰো কোনো কাৰণ নাই। জাতকত ৰজাই ওঠৰখন গিল্ড বা শ্ৰেণীৰ সম্মিলন কৰাৰ কথা পোৱা যায় ( Jat. 558 )। এই শ্ৰেণীবোৰৰ কেইখনমানৰ নাম জাতকত উল্লিখিত হৈছে ( Jat. 556 )। ৪৪৫ নং জাতকত ৰজাই অসাধাৰণ গুণসম্পন্ন এজন লোকক গিল্ডসমূহৰ মূৰব্বী পাতি নতুন বিষয় চলোৱাৰ ভাৰ দিয়াৰ কথা পোৱা যায়। ৫১, ৭০, ১৫৪, ১৬৫ নং জাতকত 'সেণি' ( guild ) আৰু 'সেনি' (army) শব্দৰ প্ৰয়োগত বেমেজালি ঘটা পৰিলক্ষিত হয়। ইয়াৰপৰা বুজা যায়, গিল্ড বা শ্ৰেণীৰ পৰম্পৰা লাহে লাহে শিথিল হৈ পৰিছিল। শাতবাহন যুগতে এই শিথিলতা আৰম্ভ হয় বুলি ক'লে ভুল কোৱা নহয়। কাৰণ, সমাজখনৰ ৰূপান্তৰ লাহে লাহে হৈছিল আৰু লেখকবোৰে বোপা-ককাৰ দিনৰ স্মৃতিয়ে চুকি নোপোৱা বিষয় কল্পনা কৰিব পৰা নাছিল বুলি ধৰিলে, এইবোৰ ঘটনা শাতবাহন ৰাজ্য আৰু যুগতে ঘটিছিল বুলি ক'ব পাৰি। এই সমাজৰ লগত জাত-বিভক্ত 'মনুস্মৃতি'ৰ যুগৰ সমাজৰ প্ৰভেদ সহজতে চকুত পৰে। অৱশ্যে পঞ্চতন্ত্ৰত এই সমাজৰ লগত তুলনীয় এটি

জীৱন-দৰ্শন প্ৰকাশ পাইছে। আনন্দ-মুখৰ কাম-কাজ, বাণিজ্য আৰু শ্ৰেণীৰ উন্নত অৱস্থা, পাচী-খৰাহী সাজোঁতা বা আন আন পণ্যদ্ৰব্য উৎপাদনকাৰীসকলেৰে গঠিত গাওঁ আদিৰ ছবিয়ে এই যুগৰ আৰু অঞ্চলৰ জীৱনক প্ৰতিফলিত কৰিছিল বুলি ভাবিবৰ থল আছে। ( উক্ত উৎপাদনকাৰীবোৰৰ লগতে চণ্ডালসকলৰো গাওঁ থকাৰ উল্লেখ পোৱা যায় ; এই চণ্ডালসকলে নিজৰ ভাষা কৈছিল )। জাতকত পিতৃসকলৰ উক্তিৰপৰা জনা যায় যে তেওঁলোকে পুতেকহঁতক কি বৃত্তিত লগাব, সেই বিষয়ে বিভিন্ন দিশৰপৰা বিশদ আলোচনা কৰিছিল। যদি সমাজখনত মনুস্মৃতিৰ নীতি চলিছিল, তেন্তে নিশ্চয় এনে আলোচনাৰ আৱশ্যক নাছিল। কাৰণ জাতিৰ দ্বাৰাই তেতিয়া বৃত্তি নিৰ্ণীত হ'লহেতেন। জাতিৰ বান্ধোন নামানি স্বাধীনভাৱে আপোন আপোন বৃত্তি অনুসৰণ কৰাৰ কথা জাতকত সততে পোৱা যায় ; জাতকৰ ব্ৰাহ্মণসকলে ( পঞ্চতন্ত্ৰত এই কথাও পোৱা যায় ) স্মৃতিৰ 'আপধৰ্ম' বিধিৰ আশ্ৰয় নোলোৱাকৈ মুক্ত চিত্তে বৃত্তিৰ সলনি কৰিব পাৰিছিল। তেওঁলোকে সহজতে বৃত্তি সলনি কৰিব পাৰিছিল। জাতকৰ উপাখ্যানত এনেকুৱা ঘটনাও পোৱা যায় : ধৰক এজন সদাগৰৰ দাস, সি সদাগৰৰ পুত্ৰ ৰূপেও পৰিগণিত হ'ব পাৰে ; সি পলাই গৈ সদাগৰৰ পুতেক বুলি আন সদাগৰৰ জীয়েককো বিয়া কৰাব পাৰে। আগৰ সদাগৰজনেও এই ছলনাৰ কথা জানিলেও তাক সদাঁৰ কৰি নিদিয়ে। তাৰ পিছত জীৱন আগৰ দৰে স্বচ্ছন্দ গতিত চলি যায় ( Jat. 12৮ ; katahaka-jataka )। বাণিজ্য আৰু টকাৰ লেন-দেন বঢ়াৰ ফলত জাতকবোৰত এটি নতুন শব্দ ব্যৱহাৰ কৰা আমি দেখিবলৈ পাওঁহক। ইয়াৰ ব্যৱহাৰ শাস্ত্ৰীয় সংস্কৃত আৰু প্ৰাচীন পালিত পাবলৈ নাই। এইটো হ'ল 'লঞ্জ' অৰ্থাৎ ভেটি দিয়া। 'লঞ্জম খাদতি' অৰ্থাৎ 'তেও ভেটি খায়' জাতকত পোৱা এই কথাষাৰ ( Jataka 220 ; 5II, cf. also 3I, 77, 225, 546 ) দুনীতিপূৰ্ণ বিচাৰকৰ প্ৰসঙ্গত আজিও ব্যৱহাৰ কৰা হয় ; আজিও ভাৰতবৰ্ষত এই ব্যৱহাৰ চলি আছে। সেইদৰে বিষয়াক ভেটি খুৱাই ব্যৱসায়ৰ উদ্দেশ্য সাধন কৰি লোৱাৰ দুৰ্ভাগ্যজনক প্ৰথাও আজি পৰ্যন্ত ভাৰতবৰ্ষত চলি আছে।

৮'৭ ভাৰতবৰ্ষৰ সাংস্কৃতিক উন্নয়নৰ বুৰঞ্জী বিচাৰ কৰোঁতাসকলে সংস্কৃত ভাষা আৰু সাহিত্যৰ কথা বিবেচনা নকৰাকৈ নোৱাৰে। খ্ৰীষ্টৰ জন্মৰ আগৰ দুহেজাৰ

(১২) সংস্কৃত সাহিত্য সম্পৰ্কে সাধাৰণভাৱে জানিবলৈ এ, বি, কীথৰ 'সংস্কৃত-সাহিত্যৰ ইতিহাস' পঢ়ক, পুথিখন বিস্তৃত অধ্যয়নৰ ফল যদিও লেখকৰ সহানুভূতিৰ অভাৱ স্পষ্ট। নৈৰাশ্যৰ

বছৰৰ ভিতৰত ভাৰত আক্ৰমণ কৰিবলৈ অহা আৰ্য বিজেতাসকলে বিশেষ এক ৰূপত সংস্কৃত ভাষা কৈছিল। আৰ্য-প্ৰভাৱাধীন অঞ্চলতো এই ভাষা চলিছিল। ক্লাচিকেল লেটিনৰপৰা যেনেকৈ কথিত লেটিন ভাষা হৈছিল, তেনেকৈ বৈদিক সংস্কৃতৰ মাজতো প্ৰাকৃত ভাষাৰ লক্ষণ দেখা গৈছিল। অশোক, কুষাণ আৰু শাতবাহন বংশৰ ফলিবোৰ পঢ়িলে দেখা যায় যে দেশৰ যিটো ৰাষ্ট্ৰভাষা হৈছিল, সেইটো ভাষাৰ লগত আজিকালিৰ আলঙ্কাৰিক সংস্কৃত ভাষাৰ প্ৰভেদ যথেষ্ট। তথাচ পিছৰ যুগবোৰত যিবোৰ ফলি আৰু সাহিত্য ৰচিত হৈছিল, সেইবোৰ অধিকাংশ নিৰ্বিশেষে সংস্কৃত ভাষাত লেখা হৈছিল। এই সকলোৰ গুৰি কাৰণ কি? প্ৰাচীন লেটিন, ক্লাচিকেল লেটিন আৰু তাৰ পিছতে ৰোমাঞ্চ ভাষাসমূহ—এই ক্ৰমতে য়ুৰোপত ভাষাৰ বিকাশ হৈছিল। আমাৰ ইয়াত তেনেকৈ বৈদিক সংস্কৃত, ক্লাচিকেল সংস্কৃত আৰু তাৰ পিছত প্ৰাদেশিক ভাষাসমূহ—এই ক্ৰমত কিয় ভাষাৰ বিকাশ নঘটিল? আমাৰ ইয়াত ক্লাচিকেল সংস্কৃতৰ যুগটোৰ আগতে এটি চহা ভাষাৰ কিয় আবিৰ্ভাৱ হ'ল? সম্পূৰ্ণ সাংস্কৃতিক দৃষ্টিৰপৰা এই প্ৰশ্নৰ উত্তৰ দিয়া টান হ'ব। সম্পূৰ্ণ বিমূৰ্ত সাংস্কৃতিক বৈশিষ্ট্যবোৰক লৈ একোটি স্বকীয় ৰূপ ৰচনা কৰিব পৰা হ'লে মধ্য এছিয়াতে পৃথিবীৰ সুন্দৰতম সংস্কৃতিৰ বিকাশ ঘটিলেহেঁতেন; কিয়নো তাতে ভাৰতীয়, চীন আৰু গ্ৰীক সংস্কৃতিৰ মিলন ঘটিছিল। টুৰফম আদি ঠাইত পোৱা কলা-ৰূপবোৰ চালেই এই কথা আমি ভালদৰে উপলব্ধি কৰিব পাৰোঁ। কিন্তু মঙ্গোলীয় আক্ৰমণৰ পূৰ্বেই পৃথিবীৰ স্থল বাণিজ্যৰ এই জনাকীৰ্ণ সংযোগ স্থলৰ অৱনতি সাধিত হ'ল। সাংস্কৃতিক ইতিহাসত সেই মিলনৰ কোনো চিন-ছাব নাথাকিল।

সংস্কৃত ভাষা আৰু সাহিত্য বিষয়টোৰ সম্পৰ্ক সেইবাবে ভাৰতীয় উৎপাদন ব্যৱস্থাৰ লগত। ঘাইকৈ ব্ৰাহ্মণজাতৰ বিশেষ প্ৰতিষ্ঠা লাভৰ লগতেই এই ভাষা আৰু সাহিত্যৰ সম্পৰ্ক। 'মঙ্গলবিধায়ক' ( benedictive ) এই শব্দটোৰ দ্বাৰা যি মনোভাৱ প্ৰকাশ পায়, সেই মনোভাৱতে সম্পূৰ্ণৰূপে পুৰোহিত শ্ৰেণীৰ

---

লক্ষণ সম্বন্ধে জানিবলৈ মোৰ 'ভৰ্তৃহৰিৰ কাৰ্যত বৈৰাগ্যৰ লক্ষণ' নামৰ প্ৰবন্ধ চাওক; ( ফাৰ্গুচন কলেজ আলোচনী, পুনা, ১৯৪১)—এই প্ৰবন্ধটো সাল-সলনি কৰি 'ভাৰতীয় বিদ্যা'ত ( বোম্বাই, ১৯৪৬ পৃঃ ৪৬—৬২ ) প্ৰকাশ কৰিছিলোঁ, প্ৰবন্ধটো ছপাৰ ভুলও কৈ গ'ল। বিদ্যাকৰৰ সুভাষিত ৰত্ন-কোষ' ( প্ৰায় ১১০০ খৃঃৰ প্ৰাচীনতম সংস্কৃত বাক্যৰ সংকলন ) খন মই আৰু ভি, ভি, গোখলে লগ লাগি সম্পাদিত কৰিছোঁ। প্ৰকাশ এতিয়াও হোৱা নাই। এই গ্ৰন্থতে ক্ৰমবৰ্দ্ধমান সামন্তবাদী যুগৰ সংস্কৃত সাহিত্যৰ আভাস পোৱা যাব।

আধিপত্য প্ৰকাশ পাইছে। উত্তৰ ভাৰতৰ বৌদ্ধ মহাযান ধৰ্মত ব্ৰাহ্মণৰ প্ৰভাৱ স্পষ্টভাৱে লক্ষ্য কৰা যায়। কিন্তু বুদ্ধঘোষৰ দৰে দক্ষিণৰ বুদ্ধিজীৱিসকলৰ কোনো কোনো লোক ( বুদ্ধঘোষ, পঞ্চম শতিকাৰ লোক ) খেতিয়ক শ্ৰেণীৰপৰা ( গৃহপতিৰ পৰা) অহা। প্ৰাচীন আন্তঃজনজাতীয় ব্ৰাহ্মণ্যবাদৰ অৱনতি পৰিলক্ষিত হয় কংসকাৰ আৰু চাণক্যই মগধ ৰাজ্যত মন্ত্ৰীত্ব লাভ কৰাৰ ঘটনাৰ ভিতৰেদি। এই আন্তঃজন-জাতীয় ব্ৰাহ্মণ্যবাদে অকল পূজা-পাতলৰ ওপৰত বেছি জোৰ দিছিল। গাৰ্হস্থীয় অৰ্থনীতিৰ ভাৰসাম্য ৰক্ষা কৰিবৰ বাবে ব্ৰাহ্মণসকলক নিয়মিতভাৱে কামত লগোৱা হৈছিল ; গতিকে এওঁলোকে কিছু পূজা-পাতলৰ সংৰক্ষণ আৰু বিকাশ সাধন কৰিব লাগিছিল। এনে পূজা-পাতলৰ মন্ত্ৰবোৰ সুপ্ৰাচীন সংস্কৃত ভাষাত আবৃত্তি কৰা হেতুকে সেইবোৰ মহিমামণ্ডিত হৈ পৰিছিল। অৱশ্যে এনে মন্ত্ৰপাঠৰ দ্বাৰা কেৱল ভাষাটোৰহে সংৰক্ষণ বা প্ৰচলন কৰিব পৰা সম্ভৱপৰ। এছীৰীয় পুৰোহিত সম্প্ৰদায়ে এই একে উপায়েৰেই সুমাৰীয় ভাষা জীয়াই কৰি ৰাখিছিল। সেই একে উদ্দেশ্যেই 'এণ্টিঅ'ক'স সোটেৰৰ ফলিত বাণমুখী ( কিউনিফৰ্ম ) আখৰ আৰু ক্লিঅ'পেট্ৰাৰ কালৰ ও আদি যুগৰ ৰোম সম্ৰাটসকলৰ ফলিত চিত্ৰাক্ষৰ ব্যৱহাৰ কৰা হৈছিল। এনেধৰণৰ ঐতিহাসিক বিকাশৰ তথ্যৰ দ্বাৰা কেৱল ভাষাৰ সংৰক্ষণৰ কথাহে প্ৰমাণিত কৰিব পৰা যায়। এই পদ্ধতিৰে সাহিত্যৰ বিকাশৰ কথা প্ৰমাণিত কৰা টান। এই বিকাশৰ সূত্ৰ উলিয়াবলৈ হ'লে আমি ৰূপান্তৰিত অৰ্থনীতিত নকৈ দেখা দিয়া শ্ৰেণী সম্পৰ্কৰ স্বৰূপ উপলব্ধি কৰিব লাগিব।

ক্ষত্ৰিয়সকলে ব্ৰাহ্মণসকলেৰে সৈতে লগ-লাগি যজুৰ্বেদৰ যুগত কিদৰে বৈশ্য আৰু শূদ্ৰসকলক দমন কৰিলে তাক পঞ্চম অধ্যায়ত বৰ্ণোৱা হৈছে। এই শ্ৰেণী শাসকে সংস্থাপিত ৰাজ্যত বসতি কৰি পূৰ্বৰ জনজাতীয় গোটত বিভক্ত নোহোৱাকৈ অথবা বিবাদমান প্ৰতিবেশীৰ কাজিয়াৰপৰা মুক্ত থাকি বনুৱা শ্ৰেণীক শোষণ আৰু বৈশ্য শ্ৰেণীৰ পৰা সৰহ কৰ আদায় কৰিবলৈ আৰম্ভ কৰিছিল , ওপৰত ডাঙৰ ৰজা বা সম্ৰাট থকা কাৰণে প্ৰতিবেশীৰ বিবাদ আদিৰপৰা বা জনজাতীয় গোটত বিভক্ত নোহোৱাকৈ থকা সম্ভৱপৰ হৈছিল। উচ্চ বৰ্ণ তিনিটিয়ে পূজা-সংস্কাৰ, ব্ৰাহ্মণৰপৰা ধৰ্মোপদেশ আৰু আৰ্য প্ৰথাসন্মত উপনয়নৰ অধিকাৰ পাইছিল। ( উপনয়নৰ বা দীক্ষাৰ উৎপত্তি জনজাতীয় সমাজত হৈছিল যদিও সেই কথা তেতিয়া বিস্মৃত হৈছিল)। শূদ্ৰসকলৰ ওপৰোক্ত অধিকাৰ নাছিল। যথেষ্ট ক্ষমতা, ধনবল আৰু অস্ত্ৰ বলেৰে সক্ষম হোৱা নবাগতসকলে উচ্চ বৰ্ণত অন্তৰ্ভুক্ত হৈ উচ্চ শ্ৰেণী বোলাব পাৰিছিল আৰু তেওঁলোকে উচ্চবৰ্ণত বিবাহাদি কৰাতো বাধা নাছিল। বেচনগৰ স্তম্ভত উল্লিখিত হেলিঅডৰসক

যিসকল লোকে কৃষ্ণ-বসুদেৱৰ ভাগৱত পন্থাত দীক্ষিত কৰিছিল, তেওঁলোকে নিশ্চয় তেওঁক শূদ্ৰ হিচাপে গণ্য কৰা নাছিল। সংস্কৃত ভাষাক উচ্চ শ্ৰেণীবোৰৰ একতা ৰক্ষা আৰু তলৰ শ্ৰেণীবোৰৰপৰা নিলগাই ৰখাৰ আহিলা হিচাপে ব্যৱহাৰ কৰা হৈছিল। ভাষাৰ শুদ্ধ উচ্চাৰণৰ ভূমিকাও (আন আন দেশবোৰৰ দৰে ইয়াতো) একে। পিছৰ যুগত এই একে শ্ৰেণী স্বাৰ্থ সিদ্ধি কৰিবৰ বাবেই পাৰ্চী আৰু ইংৰাজী ভাষাক ভাৰতৰ নগৰ আৰু কৰ্টৰ ভাষাৰ আসনত বহুৱাই সংস্কৃতক স্থানচ্যুত কৰা হ'ল। য়ুৰোপৰ ৰেনেসাঁ যুগত লেটিনৰ যি ভূমিকা আৰু ওঠৰশ শতিকাত ফৰাচী ভাষাৰ যি ভূমিকা ( বিশেষকৈ জাৰ্মানী আৰু ৰুছিয়াত ) এই ভাষাবোৰৰো ভাৰতবৰ্ষত একে ভূমিকা। অশোকৰ দিনত ৰাজকবি নাছিল; অৰ্থশাস্ত্ৰত দিয়া তালিকাত এজনো বেতনভোগী কবি নাই। তেওঁ দিনৰ ৰাজহুৱা সমাবেশবোৰত কিম্বা লেখিত কথোপকথন আছিল ( বা কিবা ভাষা ব্যৱহাৰ কৰিছিল ) যদিও তাৰ বিৱৰণী পাবলৈ নাই। জাতক বা ত্ৰিপিটক সূত্ৰৰ পৰিপূৰক অটঠকথা টীকাবোৰতকৈ পালি ভাষাত অধিক ধৰ্ম-নিৰপেক্ষ সাহিত্য নাই। ক্লাচিকেল সংস্কৃতৰ যুগটো ৰাহি শস্যৰ প্ৰুনৰ বিতৰণৰ যুগ। প্ৰাকৃত সাহিত্যত যিখন অসাধাৰণ ধৰ্ম-নিৰপেক্ষ গ্ৰন্থ আছে, সেইখন হৈছে হালে সংকলন কৰা ৭০০ পদৰ পুথি ( তাৰ কিছুমান পদ তেওঁ নিজে ৰচা ), এই হালক শাতবাহন বুলি ধৰা হয়। নিৰ্ভৰযোগ্য পৰম্পৰা মতে গুণাঢ্যৰ 'বৃহৎকথা' গ্ৰন্থ পৈশাচী অপভ্ৰংশত আৰু শাতবাহন ৰাজসভাৰ বাবে লেখিত হৈছিল বুলি কোৱা হয়। তাৰ অংশ বিশেষহে মাত্ৰ সংস্কৃতত ৰচিত সোমদেৱৰ কথাসৰিৎ-সাগৰ আৰু ক্ষেমেন্দ্ৰৰ বৃহৎ কথামঞ্জৰীত পোৱা যায়। এই দুয়োজন পণ্ডিতেই কাশ্মিৰী। হালৰ গ্ৰাম্য জীৱন সম্পৰ্কীয় পদবোৰত আমি ভালেমান গ্ৰাম্যলোক আৰু দৃশ্যৰ বৰ্ণনা পাওঁহক। কিন্তু পদবোৰৰ মাজত কোনো যোগসূত্ৰ নাই। এই পদাৱলীৰ ৰস মাইকৈ শৃঙ্গাৰ; টীকাকাৰসকলে তাকে নিজ মন্তব্যৰে আৰু বঢ়াই তোলা দেখা যায়। এই গ্ৰন্থৰ সমসাময়িক অথবা তাৰ পিছৰ যুগত যিবোৰ সংস্কৃত সাহিত্য ৰচিত হৈছিল, সেইবোৰৰো প্ৰধান সুৰ হৈছে এই শৃঙ্গাৰ ৰস।

য়ুৰোপীয় সাহিত্যৰ আধাৰ দুটি বুলি ক'লে ভুল নহয়, এটি হিংস্ৰ বা শক্তিমত্তা, আনটি প্ৰেম। সংস্কৃত সাহিত্যৰ প্ৰচাৰক, শিক্ষক আৰু প্ৰৱৰ্তকসকল ব্ৰাহ্মণ আছিল। এই ব্ৰাহ্মণসকলৰপৰাই পুৰোহিত বহা হৈছিল। সংস্কৃত সাহিত্যই ধৰ্ম আৰু প্ৰেমৰ ওপৰত অধিক মনোনিবেশ কৰিছিল; কাৰণ ব্ৰাহ্মণ আৰু ৰজা উভয়ৰে উমৈহতীয়া বিষয় আছিল এই দুটাই। আলেকজেণ্ডাৰৰ যুগ আৰু আধুনিক যুগৰ মাজৰ য়ুৰোপীয় লেখকসকলে প্ৰেমৰ বিষয়টো যেনেদৰে বৰ্ণাইছে, ভাৰতীয়

সংস্কৃত সাহিত্যিকসকলে তাতকৈ অধিক মুৰ্কাল মনেৰে তাক বৰ্ণাইছে। তাৰ কাৰণ কালক্ৰমত সংস্কৃত ভাষাৰ পদ্যৰৈৰ সংখ্যা বাঢ়িছিল -যদিও স্বৰূপাৰ্থত ই সদায় মুষ্টিমেয় মানুহৰ ভাষাতহে আছিল। ই প্ৰকৃতপক্ষে উমৈহতীয়া ভাষা নাছিল; মাথোন শাসক আৰু পুৰোহিত শ্ৰেণীয়ে ব্যৱহাৰ কৰা বিভিন্ন অঞ্চলৰ সম্পৰ্ক ৰক্ষা ভাৰতীয় ভাষা আছিল। চাণক্যৰ অৰ্থশাস্ত্ৰখন সম্ভৱতঃ ৰাজনৈতিক অৰ্থনীতিৰ ৰাজহুৱা পাঠ্যপুথি নাছিল। তাৰ বিষয়বস্তুৰ পৰাই এই কথা প্ৰতিপন্ন হয়। বিশেষকৈ ইয়াৰ চতুৰ্দশ অধ্যায়ত 'এলকেমি' আৰু বিষ-প্ৰয়োগৰ বিষয়ে লেখা হৈছে। এনেবোৰ কথা মুষ্টিমেয় লোকৰ বাবে গোপনে ৰখা গ্ৰন্থতহে লেখাটো সম্ভৱপৰ আছিল। অশোকৰ শিলালিপিবোৰ পঢ়িলে বুজিব পাৰি যে মগধৰ প্ৰশাসনীয় ভাষা সংস্কৃত নাছিল। অৱশ্যে, অৰ্থশাস্ত্ৰৰ আঁহিত ৰচিত আৰু (এইখন ৩য় শতিকাত ৰচিত বুলি কিছুমানে কয়) সেইবাবে একে যুগৰ বুলি বিবেচিত কামশাস্ত্ৰৰ কথা সম্পূৰ্ণৰূপে সুকীয়া। এই কামসূত্ৰখন সংস্কৃত জনা আৰু আৰ্জৰিভোগী উচ্চশ্ৰেণীৰ বাবে বিৰচিত। এই উচ্চশ্ৰেণীৰ লোকসকলে যথেষ্ট নিখুতভাৱে ৰতি-কলা বা প্ৰেমকলাৰ বিষয়ে চৰ্চা কৰিবলৈ সময় পাইছিল। এই প্ৰেম কলাত ১২-১৩ শ শতিকাৰ জাৰ্মাণ মিন্নিচেঙ্গাৰ গীতিকবিসকলৰ নিঃসহায় আপেক্ষাৰ যন্ত্ৰণা অথবা হেলেনীয় গ্ৰীকসকলৰ যৌনবিকৃতিৰ থল নাছিল। আনহাতে হোমেৰীয় কাব্যৰ যৌন-সংযমৰ তুলনাত আলেকজেন্দ্ৰীয় সাহিত্য অধিক মুক্তভাৱে কামভাবাপন্ন, গ্ৰীকভাষা আদিতে সমূহ জনসাধাৰণৰ ভাষা আছিল (অৱশ্যে কিছু দাসৰ কথা বাদ দি); কিন্তু ইজিপ্টত গ্ৰীকভাষা শাসক শ্ৰেণীৰ ভাষাত পৰিণত হৈছিল। ভাৰতবৰ্ষত আকৌ অসাধাৰণ ব্যৱস্থা। ইয়াৰ জৈন আৰু মহাযানী বৌদ্ধ ভিক্ষুসকলেও শৃঙ্গাৰ কাব্য পঢ়ি (বা সম্ভৱতঃ ৰচিও) শৃঙ্গাৰ ৰস পান কৰিবলৈ সমৰ্থ হৈছিল। এই পদবোৰৰ ৰুচিসম্মত ইংৰাজী অনুবাদ কৰাও টান। আনহাতে য়ুৰোপীয় পণ্ডিতসকলৰ দ্বাৰা লেটিন আৰু গ্ৰীক ভাষালৈ যিবোৰ সংস্কৃত কাব্য অনূদিত হৈছে সেইবোৰ পঢ়িলে আকৌ পাণ্ডিত্যৰ ওপৰত শ্ৰেণীৰ প্ৰভাৱ পৰা দেখা যায়। তথাপি ভিক্ষুসকলৰ নৈতিক মূল্যবোধৰ পৱিত্ৰতা, এহাশুধীয়া ধৰ্ম-নিষ্ঠা আৰু ব্যক্তিগত সন্ন্যাস, এইবিলাক গুণ সন্দেহাতীত আছিল। বক্কেচিঅ'ৰ গ্ৰন্থত উল্লিখিত কামপৰায়ণ ধৰ্ম প্ৰচাৰকসকলৰ লগত এওঁলোকৰ তুলনা কৰিব নোৱাৰি। চৈত্য সভাগৃহবোৰত যিবোৰ কামগন্ধপৰ্ণ ভাস্কৰ্য-মূৰ্তি আদি আছে, সেইবোৰৰ লগত সংস্কৃত শৃঙ্গাৰ সাহিত্যৰ ভাল তুলনা কৰিব পৰা যায়। দুয়োটা ক্ষেত্ৰত কাম-বিলাসিতাও উদ্ভৱ হৈছে ক্ষমতাত অধিষ্ঠিত শ্ৰেণীটোৰ মনোভাৱৰপৰা।

সংস্কৃত ভাষাটো একেধৰণেৰে বিকাশ কৰা আৰু প্ৰভাৱ বিস্তাৰ কৰাৰ মূলতে ইয়াৰ আকৰ্ষণীয় টেকনিকেল বা কলাগত সাফল্য। বিশেষকৈ ব্যাকৰণৰ ক্ষেত্ৰত এই ব্যাকৰণৰ নিটোল সূত্ৰবোৰ মুখস্থ কৰি ছাত্ৰই কম বয়সতে (কঠোৰ অধ্যয়নৰ বলেৰে) তাক আয়ত্ত কৰে। লেখাৰ আশ্ৰয় নোলোৱাকৈ এওঁলোকে ভৱিষ্যত জীৱনত এই ভাষাৰ ব্যৱহাৰ কৰিব পাৰে। এই ভাষা-কলা ইতৰ প্ৰাণীয়ে শিকে বুলি শিক্ষকসকলে লেখাৰ ওপৰত জোৰ দিয়া নাছিল। সূত্ৰ ৰীতিটোৱেই পুৰোহিত শ্ৰেণীৰ আৰু টেকনিকেল সংস্কৃত ভাষাৰ স্বীকৃত শিক্ষা-পদ্ধতিত পৰিণত হয়। অৰ্থশাস্ত্ৰ আৰু কামশাস্ত্ৰ উভয়তে সূত্ৰৰ লগে লগে আৱশ্যকীয় ভাষ্যও দিয়া আছে। পিছৰ যুগৰ গ্ৰন্থবোৰৰ বাবে সুকীয়া সুকীয়া ভাষ্য হৈছিল। বিশুদ্ধ সাহিত্যৰ বাবেও শেহত ভাষ্যৰ প্ৰয়োজন হৈ পৰিল। সংস্কৃত ব্যাকৰণৰ প্ৰৱৰ্তক হ'ল পাণিনি। এওঁ পূৰ্বৰ পণ্ডিতসকলৰ জ্ঞানৰ লগত নিজৰ গভীৰ জ্ঞানৰ সমাহাৰ কৰি পৃথিৱীৰ প্ৰাচীনতম বৈজ্ঞানিক ব্যাকৰণখন ৰচনা কৰি গ'ল। ইয়াত বিজ্ঞান চুম্বক লেখন ৰীতিৰ ভিতৰেদি প্ৰকাশ পাইছে। তথাপি পাণিনিয়ে পূৰ্বৰ সকলো ব্যাকৰণ পদ্ধতিৰ বিনাশ সাধন কৰি, ভৱিষ্যতে ভাষাটোৰ বিকাশ কৰাৰ আশাও প্ৰায় মুদা মাৰি থলে বুলি ক'ব পাৰি। আন নহ'লেও এই ভাষাটোৰপৰা ন ন উপভাষা ওলোৱাৰ সকলো সম্ভাৱনাও পাণিনিয়ে নাইকিয়া কৰি পেলালে। তেওঁৰ বাসস্থান হ'ল শালাতুৰ। এই ঠাই টুকুৰা সীমান্ত অঞ্চলত। গ্ৰন্থত কাৰ্ষাপণস্ আৰু ১০০ বক্ৰকা মুদ্ৰাৰ ( bent-bar coin ) উল্লেখ থকা দেখি সকলোৱে মনত তাক্ষিলাৰ বজাৰলৈ মনত পৰিবই। তেওঁৰ কাল সম্পৰ্কে বিভিন্ন মত আছে, এনে হোৱাটো স্বাভাৱিক। পাণিনিৰ ( pan 4. 1. 49 ) গ্ৰন্থত 'যৱন' শব্দৰ উল্লেখ থকালৈ চাই তেওঁক আলেকজেণ্ডাৰৰ পিছৰ কালৰ লোক বুলি গণ্য কৰিব পাৰি। 'যৱন' শব্দৰ অৰ্থ আয়নীয় গ্ৰীকসকল হয়নে নহয় সেই বিষয়ে নিশ্চিত সিদ্ধান্ত কৰিব নোৱাৰি। কিন্তু যদি এই অৰ্থ মানি লোৱা যায় তেন্তে পাণিনিক জেনোফেনৰ (দহহেজাৰ সেনা লৈ কৰা) যুদ্ধ যাত্ৰাৰ কালতে থ'ব পাৰি। তাৰ আগতে ভাৰতৰ মানুহে আয়নীয় গ্ৰীকসকলৰ নাম ( আন কি বেপাৰী বুলিও ) শুনিছিল বুলি কলেও ভুল হ'ব। যদি পাণিনিক জেনোফেনৰ যুগৰ বুলি মানি লোৱা যায় তেন্তে পাৰস্যীয় সাম্ৰাজ্যৰ প্ৰভাৱাধীন এলেকাৰ শেষ প্ৰান্তত থকা ভাৰতৰ সীমান্তবাসীসকলে কেতিয়া আয়নীয়সকলক জানিবলৈ পালে তাক ঠাৱৰ কৰিব লাগিব। প্ৰথম ডেৰিয়াচৰ ৰাজত্বৰ আগতে আয়নীয় গ্ৰীকসকল ভাৰতলৈ আহিছিল বুলি ভবাটো অসম্ভৱ। কোনো কোনোৱে পাণিনিক খ্ৰীঃ পূঃ অষ্টম

শতিকা বা তাৰ আগৰ বুলি ঠাৱৰ কৰিব খোজে। কিন্তু এইবিলাক গণনা উগ্ৰ দেশপ্ৰেমৰ নিদৰ্শনৰ বাহিৰে আন একো নহয়। কাৰণ খ্ৰীঃ পূঃ ৭ম শতিকাৰ আগৰ নিয়মিত কাৰ্ষাপণ' মুদ্ৰা পোৱা হোৱা নাই। পাণিনিৰ প্ৰথম ভাষ্যকাৰ কাত্যায়নে এই প্ৰসঙ্গৰ ব্যাখ্যাত 'যবনাল লিপ্যাম' বাক্য প্ৰয়োগ কৰি লিপিলৈ প্ৰথম আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। গ্ৰীক আক্ৰমণৰ আগতে এই কথা উল্লেখ কৰা সম্ভৱপৰ নহ'লহেঁতেন। সৰ্বশ্ৰেষ্ঠ ভাষ্যকাৰ পতঞ্জলিয়ে থাওকতে পুষ্যামিত্ৰৰ কথা উল্লেখ কৰি গৈছে। এই উল্লেখৰ সহায়ত (যদি আমি যুক্তিহীন মন্তব্যবোৰলৈ মন নকৰো) পাণিনিক আমি খ্ৰীঃ পূঃ ১৫০ তকৈ কেইবছৰমান আগলৈ নিব পাৰোঁ।- পতঞ্জলিৰ মহাভাষ্যৰ ঘাই গুণ আৰু আকৰ্ষণ ইয়াত থকা জন জীৱন বিষয়ক বিভিন্ন সংবাদবোৰ। কিন্তু এইবোৰ গুণেও ভাষাৰ বিষয়ে গ্ৰহণ কৰা তেওঁৰ মনোভাৱৰ কোনো সলনি নঘটালে। এই আশ্চৰ্যকৰ মাধ্যম অৰ্থাৎ ভাষাৰ নিয়ম গঢ়াত তেওঁ আৰু তেওঁৰ পূৰ্বসূৰীসকলৰ বৰঙণি যথেষ্ট। শব্দ অনন্তকাললৈ থাকে। কুমাৰক আমি 'মোক এনেকুৱা এটা কলহ গঢ়ি দিয়া' বুলি ক'ব পাৰোঁ, কিন্তু বৈয়াকৰণিকক 'শব্দ এটা গঢ়ি দিয়া' বুলি ক'ব নোৱাৰো। সংস্কৃত ভাষাত প্ৰত্যেক বস্তুকে 'পদাৰ্থ' বোলা হয়। পদাৰ্থৰ পোনপটীয়া অৰ্থ হ'ল পদ+অৰ্থ বা শব্দাৰ্থ। এনে ধৰণৰ শাব্দিক আদৰ্শ খণ্ডবাক্যত নিহিত আছে। সংস্কৃতৰ মূল প্ৰচাৰক ব্ৰাহ্মণসকলৰ মনতো এই শাব্দিক আদৰ্শ বিদ্যমান আছিল। পিছৰ যুগৰ বেদ উপনিষদবোৰ শব্দ-অতীন্দ্ৰিয়বাদ (word-mysticism) ৰে ভৰপূৰ। কালক্ৰমত সংস্কৃত ভাষাৰ মূল বৈশিষ্ট্য হৈ পৰিল আলঙ্কাৰিক ৰীতি। জটিল বাক্যগঠন, জটিল সমাস, অগণন পৰ্যায় শব্দ, আৰু অতিৰঞ্জন এইবিলাক প্ৰয়োগ কৰাৰ ফলত সংস্কৃত ভাষাত থকা নথী-পত্ৰৰ স্পষ্ট অৰ্থ উলিওৱা টান হৈ পৰে। গহীন প্ৰশস্তিবোৰত আনকি প্ৰশস্তিতৰ পাত্ৰ ৰজাজনৰ নামেই সাধাৰণতে পোৱা নাযায়। নিৰ্দিষ্ট ঘটনাৰ প্ৰশংসা কৰাৰ কথাটো বাৰু বাদেই দিলো। টেক্নিকেল সাহিত্যত যদি অৰ্থৰ ওপৰত ৰীতিৰ প্ৰাধান্য ঘটে তেন্তে তাৰ গুণ হানি হয়। অৱশ্যে এনেকুৱা সত্ত্বেও সংস্কৃতত এই ৰীতি (form) চুটক আৰু স্মৰণীয় সূত্ৰৰ সমষ্টি হৈ পৰিল, অৱশ্যে এই সূত্ৰবোৰৰ দুৰ্বোধ্যতা অস্বীকাৰ কৰিবলৈ টান। গছৰ বাবে আধুনিক লেটিন ভাষাত কিছুমান স্পষ্ট নামবাচক শব্দ আছে, যাতে গছ চিনা সহজ হয়। কিন্তু সংস্কৃত পৰিভাষাৰ (terminologies) অৰ্থ কেতিয়াও স্পষ্ট নহয়। সংস্কৃত অনন্ত শব্দটোক (চিকিৎসা শাস্ত্ৰত) অতি কমেও চৈধ্যবিধ গছৰ নাম স্বৰূপে ব্যৱহাৰ কৰা হৈছে। এজুট ওখ উৰহী জাতীয়

( leguminous ) গছো অনন্ত; Rubiaceous জাতীয় গছো 'অনন্ত'। অৱশ্যে স্থান অনুসৰি ঘটা প্ৰভেদ আৰু স্থানীয় ব্যৱহাৰ আৰু ভাষাৰ প্ৰভাৱৰ ফলতেই এনে বিবিধ অৰ্থ হ'ব পাৰে। স্থানীয় ব্যৱহাৰ আৰু ভাষাৰ প্ৰভাৱৰ বাবেই সংস্কৃত ভাষাৰ শক্তি বৃদ্ধি পাইছিল। কিন্তু আনহাতে এনে বিবিধ অৰ্থৰ প্ৰচলনৰপৰা অনুমান কৰিব পাৰি যে ভাৰতত বিজ্ঞানৰ ইমান অৱনতি ঘটিছিল যে ই গুপ্তবিদ্যাত পৰিণত হৈছিলগৈ। ওপৰোক্ত চৈধ্যবিধ গছৰ প্ৰায়খিনিকেই আজিও দৰবত ব্যৱহাৰ কৰা হয়। প্ৰত্যেকজন আয়ুৰ্বেদিক চিকিৎসকে কয় যে তেওঁ ব্যৱহাৰ কৰা 'অনন্ত' গছহে আচল অনন্ত; ইয়াক আন গছ বুলি ব্যৱহাৰ কৰা সকল অজ্ঞ। ফলত বেলেগ বেলেগ চিকিৎসকে দৰবত বেলেগ বেলেগ অনন্ত ব্যৱহাৰ কৰে।

সংস্কৃতত যিবিলাক শ্ৰেষ্ঠ সাহিত্য বুলি বিবেচিত সেইবিলাক সঁচাকৈয়ে সুন্দৰ। এই সাহিত্যৰ সৌন্দৰ্য সূক্ষ্ম। কিন্তু এই অতি শ্ৰেষ্ঠ সাহিত্যবোৰতো গভীৰতা, সৰল প্ৰকাশ ভঙ্গী, আত্মাৰ গাম্ভীৰ্য আৰু মানবতাৰ প্ৰকৃত মহত্ত্বৰ অভাৱ; এনে অভাৱ পালি 'ধৰ্মপদ'ত পোৱা নাযায়। ডিভাইন কমেডিয়া অথবা 'পিলগ্ৰিমছ প্ৰগ্ৰেছ'তো এনে অভাৱ অনুভৱ নহয়। এই ( সংস্কৃত ) সাহিত্য শ্ৰেণী সাহিত্য, সমগ্ৰ জনসাধাৰণৰ সাহিত্য নহয়।

সংস্কৃত ভাষাৰ অৱনতিৰ ঘাই কাৰণ কি ? এটা উৎপাদন-বিমুখ শ্ৰেণীয়ে দীৰ্ঘকাল ধৰি একচেটিয়াভাৱে তাক ব্যৱহাৰ কৰি থকাটোৱেই এই কাৰণ যেন লাগে। এই শ্ৰেণীয়ে উৎপাদনৰ কৌশল, হাতৰ কাম-বাণিজ্যৰ বন্দৱস্তি, চুক্তি অথবা জৰীপ আদি কাৰ্যৰপৰা নিজক বিচ্ছিন্ন ৰাখিছিল। এই শ্ৰেণীটো আজীৱ ভোগী শ্ৰেণী আছিল; গতিকে সাধাৰণ মানুহৰপৰা আঁতৰি থাকি এই শ্ৰেণীটোৱে আত্মনিকৰ ৰীতিৰে সূক্ষ্মভাৱে প্ৰকাশ কৰি তেওঁলোকৰ লেখনিৰ সমৃদ্ধি সাধিছিল আৰু সেইবিলাক ভাব লেখনিত উদঙাই দিছিল। উচ্চ সংস্কৃত সাহিত্যাত গদ্যৰচনাৰ প্ৰায় বিলুপ্তি ঘটিছিল। সাহিত্যিক পৰম্পৰাত যিবোৰ শব্দ থাকি গ'ল, সেইবোৰ শব্দত বহুত পৰিপূৰক অৰ্থৰ যোগ হ'ল। ফলত ভাল সংস্কৃত গ্ৰন্থভাষ্যৰ অবিহনে পঢ়িব নোৱাৰাত পৰিল। টীকাবোৰত পাঠৰ ভুল ব্যাখ্যা হোৱাত ভালেমান ক্ষেত্ৰত মূল গ্ৰন্থৰ বেমেজালি ঘটিবলৈ ধৰিলে। শেষত য়ুৰোপীয় সমালোচনামূলক পদ্ধতিৰে সেইবোৰ পাঠৰ অৰ্থ পুনৰ উদ্ধাৰ কৰিব লগাত পৰিল। যুগত সেই (অৰ্থ-শাস্ত্ৰ আৰু তামৰ ফলি আদিত) ব্যৱহৃত প্ৰাচীন প্ৰশাসনীয় শব্দবোৰৰ অৰ্থ ক্ৰমাৎ লোপ পাই আহিল। ক্ষেত্ৰ বিশেষে শব্দবোৰৰ অৰ্থ ইচ্ছাকৃতভাৱে সুকীয়াকৈ নিৰ্দ্ধাৰণ কৰাৰ ফলত পাঠ আৰু পন্থা একেলগে বিলুপ্তি ঘটিল। ইয়াৰ উদাহৰণ পোৱা

যায় তান্ত্ৰিক ৰহস্যবাদত। স্মৰণ-শক্তিৰ ওপৰত অযথা জোৰ দিয়াৰ ফলত মুখস্থ বিদ্যাৰ অদ্ভুত বিকাশ ঘটিল; কিন্তু শেষত প্ৰত্যেক বিষয়তে বিশিষ্ট ভাষা হোৱা আৰু মাত্ৰাধিক চৰ্চা বঢ়াৰ ফলত, ফল একেই হ'লগৈ অৰ্থাৎ পাঠবোৰ দুৰ্বোধ্যহে হৈ পৰিল। আজিকালিও আমি এনে একোজন শাস্ত্ৰী পাওঁ, যাৰ একোখন বেদ সম্পূৰ্ণৰূপে কণ্ঠস্থ। এওঁলোকে নিৰ্ভুলভাৱে ( আখৰ বা উচ্চাৰণৰ পতন নোহোৱাকৈ ) আগৰপৰা বা গুৰিৰপৰা সম্পূৰ্ণৰূপে বেদখন গাই যাব পাৰে। আন কিছুমানে আকৌ পাণিনিৰ ব্যাকৰণ অথবা অমৰকোষ অভিধানখন উধৰপৰা মুধলৈকে নিৰ্ভুলভাৱে মুখস্থ মাতে; তাত বিশেষ বুধৰ্বাণৰ দৰকাৰ নহয়। তথাপি সংস্কৃত ভাষাটো সম্পূৰ্ণকৈ জনা মানুহ নাই বুলিলেই হয়। গণিতৰ অথবা জ্যোতিৰ্বিদ্যাৰ কাৰিকাবোৰ সহজে মনত ৰাখিব পাৰি, কিন্তু ন শিকাবুৱে তাক বুজি নেপায়, কাৰণ প্ৰত্যেকটো সংখ্যা আৰু কাৰ্যকে এনে কিছুমান বেলেগ বেলেগ শব্দ দি বুজোৱা হয় যিবোৰ শব্দ ব্যৱহাৰিক অৰ্থ কাৰিকাৰ অৰ্থৰ লগত নিমিলে। বৰাহমিহিৰৰ বৃহৎ সংহিতাত ঘাইকৈ পবিত্ৰ মূৰ্তি বা গৃহ নিৰ্মাণৰ বাবে কিছুমান কাৰ্যকৰী নিৰ্দেশ দিছে। এইখন গুপ্ত যুগৰ গ্ৰন্থ। পিছলৈ মূৰ্তিশিল্প, চিত্ৰাঙ্কন আৰু স্থপতিকলাৰ যিবোৰ গ্ৰন্থ ৰচিত হ'ল সেইবোৰত মূৰ্তিৰ বা গৃহৰ জোখ আৰু ৰঙৰ ৰাসায়নিক বিশ্লেষণৰ লগত এইবোৰ জোখ আৰু তথ্যৰ মিল নাই। শিল্পী আৰু মিস্ত্ৰীবোৰে আপোন ইচ্ছামতে যি খুছী তাকে কৰিবলৈ লৈছিল। এই গ্ৰন্থবোৰৰ লগতে বিষ্ট্ৰবিয়চে ৰচনা কৰা স্থপতিকলাৰ গ্ৰন্থৰ বহুত প্ৰভেদ। কমাৰ, কুমাৰ, বাঢ়ৈ, তাঁতী আৰু হালোৱাই পঢ়ি জ্ঞান আৰ্জিব পৰা কোনো গ্ৰন্থ সংস্কৃতত নাই। সমাজৰ উচ্চ স্তৰৰ লোকসকলৰ উপযোগী বুলি সংস্কৃতত যিবোৰ গ্ৰন্থক ধৰিব পাৰি সেইবোৰতো পৰম্পৰাগত বিষয়েই সৰহ থাকে। গতিকে সেইবোৰ কামত নাহে বা কামত লগাব নোৱাৰি। সংস্কৃত ভাষাত বুৰঞ্জী অথবা ঐতিহাসিক গ্ৰন্থ একেবাৰে বিৰল। পূজাৰ বিধি, দৰ্শন, ধৰ্মতত্ত্ব আৰু কবিতাই সৰহভাগ সংস্কৃত গ্ৰন্থৰ বিষয়-বস্তু। এই ক্ষেত্ৰত সংস্কৃত আৰু আৰবীয় গ্ৰন্থৰ প্ৰভেদ মন কৰিবলগীয়া। আৰবী গ্ৰন্থকাৰসকলে চিকিৎসা শাস্ত্ৰ, ভূগোল, গণিত, জ্যোতিৰ্বিদ্যা আৰু প্ৰায়োগিক বিজ্ঞানৰ যিবিলাক গ্ৰন্থ ৰচনা কৰিছিল, সেইবোৰ গ্ৰন্থ সেই সময়ত অক্সফোৰ্ডৰপৰা আৰম্ভ কৰি মালয়লৈকে বিভিন্ন দেশৰ বহুতো বিদ্বানে পঢ়িছিল। সেইবোৰ গ্ৰন্থৰ অৰ্থ স্পষ্ট। আৰবী লোকসকলেও নিজা ধৰ্ম আন আন জাতিৰ ওপৰত জাপি দিছিল। তথাপি তেওঁলোকে বিজ্ঞানতো কৃতিত্ব দৰ্শাইছিল। আৰবী লেখকসকল পুৰোহিত শ্ৰেণীৰ লোক নাছিল। যিবোৰ লোকে গ্ৰন্থ লেখিছিল তেওঁলোকে

বাণিজ্য, যুদ্ধ-বিগ্ৰহ, প্ৰায়োগিক বিজ্ঞান আৰু বুৰঞ্জী ৰচনা সকলোতে আগভাগ লৈছিল।

৮.৮, ক্লাচিকেল সংস্কৃতত বিৰচিত প্ৰাচীনতম ফলিখন হ'ল ১৫০ খৃষ্টাব্দৰ; ফলিখন ৰুদ্ৰদমনৰ ( EI 8. 43. ff )। এই ফলিখন অশোকৰ বিখ্যাত গিৰ্ণাৰ শিলালিপি থকা পাহাৰটোতে আছে। দুয়োখন ফলিৰ ভাষা আৰু কথাৰ ভালেমান মন কৰিবলগীয়া প্ৰভেদ আছে। পাহাৰৰ গাৰ ক্ষতি সাধন হোৱাত ফলিখনৰ সাতভাগৰ এভাগ নাইকিয়া হৈ গ'ল। এই ক্ষতি পৰিকল্পিতও হ'ব পাৰে, নতুবা আকস্মিকো হ'ব পাৰে। এই ঘোষণাখনত এটি ঘাই নিৰ্মাণ-কাৰ্যৰ কথা উল্লেখ কৰা হৈছে। সেই উল্লেখমতে "পূৰ্বতে চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাষ্ট্ৰীয় ( অৰ্থাৎ ৰাজ্যপাল ) বৈশ্য পুষ্যমিত্ৰই সজাবলৈ আৰম্ভ কৰা আৰু অশোক মৌৰ্যৰ অধীন যৱণ ৰজা তুষাস্ফাই ( সংলগ্ন ) খালসমূহ খনাই সম্পূৰ্ণ কৰা" ( এটা ) বিধ্বস্ত বান্ধৰ আকাৰ দুগুণকৈ পুনৰ নিৰ্মাণ কৰা হ'ল। অশোকে তেওঁৰ শিলালিপিৰ প্ৰজাসকলৰ উদ্দেশ্যে দিয়া লিপিবদ্ধ তিৰস্কাৰ বাণীত এই ঠাই টুকুৰাৰ মুঠেই উল্লেখকে নকৰিলে। ৰুদ্ৰদমনে 'কৰ নবহুৱাকৈ, বিশেষ দান নোলোৱাকৈ, পৌৰজানপদ নাগৰিকসকলক বাধ্যতামূলক শ্ৰমত নলগোৱাকৈ নিজৰ পৰিপূৰ্ণ ধন-কোষৰপৰা টকা দি' এই বান্ধটো নিৰ্মাণ কৰি আত্মপ্ৰসাদ লাভ কৰিছিল। অথচ তেওঁ কৈছিল এই বান্ধটোৰ পুনৰ নিৰ্মাণৰপৰা ঘাইকৈ পৌৰ-জানপদৰ নাগৰিকসকলৰেই বিশেষ উপকাৰ হ'ব। যুদ্ধৰ বাহিৰে আন কাৰ্যত মানুহ নিধন বন্ধ কৰাৰ কথা তেওঁ সগৌৰৱে ঘোষণা কৰিছিল। এই ৰজাজনে অৱন্তীৰপৰা আৰম্ভ কৰি সিন্ধু নদী, অপৰান্ত আৰু নিষাদৰ দেশলৈকে ভালেমান ঠাই জয় নতুবা আক্ৰমণ কৰিছিল। পৰাক্ৰমী যৌধেয়সকলক পৰাজয় কৰাৰ উপৰিও তেওঁ দাক্ষিণাত্যৰ অধিপতি শাতকৰ্ণিক' দুবাৰ ঘটুৱায়ো প্ৰাণে নেমাৰি এৰিলে। তেওঁৰ ধন-সোণ, ৰূপ আৰু অলঙ্কাৰ আদিৰ প্ৰাচুৰ্যৰ কথাও ফলিখনত দিয়া হৈছে। তাৰ বাহিৰেও সংস্কৃতৰ গদ্য-পদ্য দুয়োবিধ সাহিত্যতে তেওঁৰ দখল আছিল আৰু সেইবিলাক ৰচনাৰ সকলো সাহিত্যিক লক্ষণ আৰু প্ৰকাশ ভঙ্গীৰ জ্ঞান আয়ত্ত কৰিছিল বুলি তাত কোৱা হৈছে। এইবোৰ কথা তোষামোদ কৰিবলৈ লিপিকাৰে ৰচনা কৰিছিল বুলিলে ভুল হ'ব। কাৰণ সেই সময়ৰ বৈদেশিক শাসকসকলে স্থানীয় শাসক শ্ৰেণীৰ মন যোগাবলৈ সৰুৰেপৰা তেওঁলোকৰ ৰুচি-অভিৰুচি আৰু শিক্ষা গ্ৰহণ কৰিছিল; এইটো জনপ্ৰিয়তা অৰ্জনৰ এটা পদ্ধতি আছিল। ৰাসুদেৱ বোলা সংস্কৃত সাহিত্য আৰু নাটকৰ বিখ্যাত দ্বিজন পৃষ্ঠপোষকৰ কথা ৰাজশেখৰে

( এওঁ ১০ শতিকাৰ ) উল্লেখ কৰিছে সেইজন সম্ভৱতঃ ২০০ খৃষ্টত ৰাজত্ব কৰা শেষৰ জনা কুষাণ সম্রাট। ৰজা ৰুদ্রদমনৰ দৰে 'ডাঙৰ সত্রপ' ৰজাসকলে চাৰিজাতক ৰক্ষা কৰাৰ প্ৰতিশ্ৰুতি দিয়াৰ উপৰিও শুদ্ধ সংস্কৃত ক'ব পাৰিলে আৰু ব্ৰাহ্মণক দান দিয়াৰ ব্যৱস্থা কৰিব পাৰিলে ( এনে ব্যৱস্থাৰ ইঙ্গিত গিৰ্ণাৰ লিপিত আছে ), সমাজ বিশেষভাৱে সন্তুষ্ট হৈছিল বুলিয়েই বোধহয়। সেই কাৰণেই হৰ পায় পহ্লৱ ( বা পেহ্লেৱি ) বৰ্বৰ কুলেইপাৰ পুত্ৰ ( পাৰ্চী ) সুবিশাখ সম্রাটৰ 'নিযুক্ত' হোৱাত কোনেও আপত্তি কৰা নাছিল। যদি সত্রপ আৰু ৰাজ্যপালে গো, ব্ৰাহ্মণ আৰু সংস্কৃতৰ প্ৰতি সঠিক মনোভাৱ গ্ৰহণ কৰি শাসন চলাব পাৰে, তেওঁৰ বাপেক-মাক আচহুৱা হ'লেও বিশেষ কোনো কথা নাছিল।

সংস্কৃত সাহিত্যত তথ্যপাতি কম ; জীৱনী-সাহিত্য আৰু নিৰ্ণীত কালৰ সাহিত্যৰ অভাৱ পদে পদে অনুভৱ হয়। সেই কাৰণে বিবিজাক তথ্যপাতি আছে তাৰ ওপৰতে নিৰ্ভৰ কৰি আমি সাধাৰণ সিদ্ধান্ত কিছুমান কৰিব লাগিব। ভাৰতৰ বিভিন্ন স্থানত ওপৰৰ শ্ৰেণীবোৰৰ দ্বাৰা যেতিয়া সামন্ত সমাজ স্থাপিত হ'ল, তেতিয়াই ক্লাচিকেল সংস্কৃত সাহিত্যৰ স্বৰ্ণ যুগ আহিল। গ্ৰীক আৰু লেটিন সাহিত্যৰ লগত এইখিনিতে সংস্কৃতৰ প্ৰভেদ। সামন্ত যুগৰ আৰম্ভৰ লগে লগে এই দুই সাহিত্যৰ পতন আৰম্ভ হয়। ভাৰতত সামন্তবাদৰ উত্থানৰ পটভূমি বেলেগ। ইয়াত সামন্তবাদৰ উদ্ভৱৰ কাৰণো সুকীয়া আৰু ভূমিকাও বেলেগ। সেইদৰে তলৰপৰা পোন প্ৰথম যেতিয়া সামন্তবাদৰ জয় সূচিত হ'ল, তেতিয়া সংস্কৃত ভাষাত এটি সাধাৰণ মজলীয়া ধৰণৰ সাহিত্যৰ উদ্ভৱ হয় আৰু লগে লগে ভাৰতীয় স্থানীয় সাহিত্যবোৰৰো বিকাশ ঘটে। এজন অজ্ঞাত লেখকে ৰচনা কৰা সামন্ত শাসকৰ সংস্কৃত স্তৱকত শাসকৰ অত্যাচাৰৰ ফল কেনে হৈছিল তাক পোৱা যায় ; এখন গাৱঁত কেইটিমান খেতিয়ক পৰিয়ালৰ বাহিৰে বাকীবোৰ লোকে অনাহাৰত উপায় নেপাই গাওঁ এৰি গুচি যাবলৈ বাধ্য হৈছিল। এনেকুৱা ঘটনা সততে ঘটিছিল। বিদ্যাকৰ ৰচিত 'সুভাষিতৰত্নকোষ' নামৰ সংগ্ৰহৰ ১১৭৫ নং শ্লোকটোত ওপৰোক্ত ঘটনা বিবৃত হৈছে। এই বিৰল উদাহৰণটিৰ বাহিৰে সমগ্ৰ সংস্কৃত সাহিত্যত আমি তেনে এটি দ্বিতীয় স্তৱক বিচাৰি নেপাওঁ। নতুন এটা শ্ৰেণী হলেই যে নতুন এটা মহৎ সাহিত্য হ'ব তাৰ কোনো অৰ্থ নাই। কাৰণ শ্ৰেণীটো নতুন হ'লেই সি প্ৰগতিশীল নহয় বা প্ৰত্যেক নতুন শ্ৰেণীয়েই নতুন সাহিত্য সৃষ্টি কৰা বা নতুন উন্নত পদ্ধতিৰে উৎপাদন কৰি সমাজৰ পুনৰ গঠন কৰাৰ প্ৰয়োজন অনুভৱ নকৰে। বৰং অভিজ্ঞতাই ওলোটাটোহে সেই যুক্তি প্ৰমাণ কৰে অৰ্থাৎ

সমাজত ডাঙৰ আৰু নতুন সাহিত্যৰ ৰূপে দেখা দিলেই এটা নতুন সমাজ ৰূপৰ বিকাশ ঘটিছে বুলি ধৰি-লব পাৰি। সমাজবাদী ব্যৱস্থাৰ বাহিৰে আনবোৰ সমাজত এই নতুন সমাজ-ৰূপৰ নেতৃত্ব বহন কৰে এটি নতুন শ্রেণীয়ে। সেই কাৰণেই নকৈ গণ সাহিত্য সৃষ্টি হওঁতে কিছু সময় লয়। যেতিয়াই নিৰ্দিষ্ট সমাজ এখনে গঢ় লৈ উঠে, তেতিয়াই নেতৃত্ব বহনকাৰী শ্রেণীটোৱে সমগ্র সমাজখনক নিজৰ নেতৃত্বৰ তললৈ অনাৰ কাম পৰিহাৰ কৰি নিয়মিতভাৱে শোষণৰ কাম আৰম্ভ কৰে। লগে লগে সাহিত্যিক ৰূপবোৰ কঠিন হৈ পৰে আৰু সংস্কৃতিৰ অৱনতি আৰম্ভ হয়। ন শ্রেণীৰ বিকাশৰ কালত যদি নতুন সাহিত্যই সমগ্র মানব সমাজৰ নামত কথা নকয়, তেন্তে নতুন সাহিত্যই সমসাময়িক সমাজৰ সৰহ সংখ্যক পাঠকক বা ভৱিষ্যত কালক সন্তুষ্ট কৰিব নোৱাৰে। যদি সাহিত্যিকসকলে শেষলৈও সমগ্র মানব সমাজৰ নামত কথা ক'বলৈ নেৰে, তেন্তে শাসক শ্রেণী তাত অসন্তুষ্ট হৈ পৰে; যি শ্রেণীৰ উত্থানৰ লগত সাহিত্যিকজনৰ উত্থান হয়, সেই শ্রেণীৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ তেওঁক সততে সেই শ্রেণীয়ে আহ্বান জনায়। এই কাৰণেই দেখা যায় বেছিভাগ শ্রেণী সমাজতে আগৰ হোৱা কালতেই বেছিভাগ শ্রেষ্ঠ সাহিত্যিকৰ জন্ম হয়। অৱশ্যে কোনো কোনোৱে ক'ব পাৰে যে প্রত্যেকজন মহৎ লেখক পূৰ্বৰ সুদীৰ্ঘ পৰম্পৰাৰ উত্তৰাধিকাৰী হয়। গ্রীক ভাষাৰ গীতি কবিসকলৰ সৰ্বশেষজন সম্ভৱতঃ হোমাৰ আছিল। এই ডাঙৰ লেখকসকলে যিবিলাক পৰম্পৰাত থাকি সাহিত্য ৰচনা কৰিছিল, সেই পৰম্পৰাবোৰকে তেওঁলোকে ওৰ পেলাইছিল আৰু সেইবোৰক অপ্রচলিত কৰি তুলিছিল। হোমাৰে গ্রীক ভাষা সৃষ্টি কৰা নাছিল, অথবা শ্বেক্সপীয়েৰে ইংৰাজী নাটক জন্ম দিয়া নাছিল। এলিজাবেথীয় যুগৰ আগতো ইংৰাজ নাট্যকাৰ আছিল; এওঁলোকে চেনেকাৰ আহি লৈছিল আৰু ক্লাচিকেল নাটকৰো ৰূপ গ্রহণ কৰিছিল; কিন্তু কেৱল ৰূপহে তেওঁলোকে গ্রহণ কৰিছিল। এই এলিজাবেথীয় নাট্যকাৰসকলে মধ্যযুগীয়া 'মিষ্টিৰি প্লে' (গীৰ্জাত হোৱা) আৰু ৰেনাসাঁ যুগৰ ৰাজসভাৰ মুখাবিশিষ্ট নৃত্যনাট্যৰ (Court-masque) উপাদানো গ্রহণ কৰিছিল। তথাপি মাৰ্লো আৰু শ্বেক্সপীয়েৰক নতুন যুগ আৰু নতুন থিয়েটাৰৰ ধ্বজা-বাহক বুলিহে কোৱা হয়। তেওঁলোকক প্রাচীন নাট্য ধাৰাৰ শীৰ্ষস্থানীয় নাট্যকাৰ বুলি কোৱা নহয়; অথচ তেনেকৈ কোৱাৰ যুক্তি আছিল, কাৰণ ইংলণ্ডৰ নাট্য সাহিত্যই আন কোনো পৰৱৰ্তী নাট্যকাৰৰ হাতত এই শীৰ্ষস্থান লাভ কৰা নাই। সেই কাৰণে আমি সংস্কৃত বা আন ভাৰতীয় সাহিত্যৰ উত্থানক অঞ্চলবিশেষৰ বা কালৰ সামাজিক বিকাশৰ স্তৰৰ নিৰ্দেশসূচক ঘটনা স্বৰূপে বিবেচনা কৰিম; অৱশ্যে

যিবিলাক সাহিত্যৰ স্থান আৰু কাল নিৰ্দ্ধাৰিত হৈছে সেইবিলাকৰ ক্ষেত্ৰতহে এই বিবেচনা ফলপ্ৰসূ আৰু নিশ্চিত হ'ব।

ক্লাচিকেল সংস্কৃত সাহিত্যৰ্ত প্ৰথম কালজয়ী মহৎ সাহিত্যিক হ'ল অশ্বঘোষ। এওঁ উত্তৰ ভাৰতৰ এজন বৌদ্ধ লোক। প্ৰবাদ অনুসৰি এওঁ কুষাণ ৰাজসভা আৰু এটি বিহাৰৰ লগত জড়িত আছিল। তেওঁ বুদ্ধৰ জীৱনীকে ভেটি কৰি কবিতা আৰু নাটক ৰচনা কৰে, আদি কালৰ বৌদ্ধ ধৰ্মৰ বিষয়ো তেওঁ সাহিত্য সৃষ্টিৰ সমল হিচাপে গ্ৰহণ কৰিছিল। তেওঁৰ আগতে কোনেও সংস্কৃতত নাটক ৰচনা কৰা নাছিল, গতিকে তেওঁৰ ৰচনা কৰা এই সাহিত্য-ৰূপ সম্পূৰ্ণ নতুন। এই নতুন কলাৰূপ গ্ৰীকসকলে ভাৰতত প্ৰৱৰ্তন কৰে বুলি এসময়ত বহুতেই ভাবিছিল; বিশেষকৈ যিসকল ভাৰতীয়ই বৈদেশিক আঁহিৰ অবিহনে ভাৰতবৰ্ষত একো সৃষ্টি হোৱা নাই বুলি ভাবে সেই সকলে এই কথা কৈছিল। কিন্তু গ্ৰীক নাটকৰ লগত সংস্কৃত নাটকৰ গাথনি আৰু কৌশল একো নিমিলে। সংস্কৃত নাটকত ত্ৰিবিধ ঐক্যৰ ধাৰণা একেবাৰে নায়েই। ভাষা আৰু ভাৱত এই নাটকবোৰ পূৰ্বৰ ধৰ্মৰহস্যমূলক নাটকতকৈ বহুত বেলেগ। (এই ৰহস্যমূলক নাটকবোৰ সম্ভৱতঃ ভাৰতীয় দৰ্শকৰ প্ৰিয় হ'লহেঁতেন)। ইয়াৰ ভাষা বৰ অলঙ্কাৰপূৰ্ণ; অতি কামভাৱাপন্ন শৃঙ্গাৰ কল্পচিত্ৰক এই সাহিত্যৰ প্ৰয়োজনীয় লক্ষণ বুলি তেতিয়া দৰ্শকে ধৰি লৈছিল। সংস্কৃত নাটকত স্ত্ৰী, শূদ্ৰ আৰু দাসক সংস্কৃতত সম্বোধন কৰা হয় যদিও, তেওঁলোকে প্ৰাকৃততহে কথা ক'ব লাগে। অশ্বঘোষৰ নাটকত আমি যি প্ৰাকৃত ভাষা পাওঁ, সেই প্ৰাকৃত ভাষাক জীৱন্ত জনভাষা বুলিব পাৰি। পিছৰ সংস্কৃত নাটকবোৰত ব্যৱহাৰ কৰা প্ৰাকৃত কৃত্ৰিম ভাষাত পৰিণত হ'লগৈ। নাটকবোৰৰ বচন আৰু প্ৰেম-ৰীতিত ৰাজসভাৰ জীৱন-ধাৰাৰ প্ৰভাৱ পৰিলক্ষিত হয়; প্ৰায়বোৰ সংস্কৃত নাটকতে এই ৰাজকীয় জীৱন পৰিস্ফুট হোৱা দেখা যায়। একমাত্ৰ মৃচ্ছকটিকা নাটকতহে ইয়াৰ এটি ব্যতিক্ৰম ধৰা পৰে। শূদ্ৰকে ৰচনা কৰা এই নাটকত ব্ৰাহ্মণ চাৰুদত্তই বেশ্যা বসন্তসেনাৰ প্ৰতি প্ৰেমাসক্ত হৈ বিপদত পৰা দৃশ্য ইয়াত দৰ্শোৱা হৈছে। এই নাটকখনৰ শেষ হৈছে এটি জনপ্ৰিয় গণবিদ্ৰোহ আৰু ৰাজবংশৰ পৰিবৰ্তনত। চলিত প্ৰবাদমতে শূদ্ৰকক শাতবাহনসকলৰ দিনৰ নাট্যকাৰ বুলি ধৰা হয়। প্ৰকৃতপক্ষে শাতবাহনসকলৰ শাসনতহে আন সংস্কৃত নাটসমূহৰ তুলনাত অধিক মানবীয় ভাৱধাৰাৰে প্ৰণোদিত এনে এখন নাটক অভিনীত কৰা সম্ভৱপৰ হৈছিল বুলি মনে ধৰে। আনবিলাক নাটকত যিবোৰ দেৱতাৰ চৰিত্ৰ আছে, সেইবোৰত দেৱতাৰ চলন-ফুৰণ ৰাজকীয় কিন্তু মানবীয় দুৰ্বলতাৰে পৰিপূৰ্ণ;

এই দেৱতাসকল, মহাকাব্যৰ বীৰসকল, প্ৰসিদ্ধ ৰজাসকল বা উচ্চপদবীধাৰী মন্ত্ৰীসকলক এনে মধুৰ ৰূপত এইবোৰ নাটকত চিত্ৰিত কৰা হৈছে যে গামিপীতি চাজে সমসাময়িক কোনোবা ক্ষুদ্ৰ ৰজাক তোষামোদ কৰা যেনেহে বোধ হয়। প্ৰসিদ্ধি মতে শূদ্ৰককো ৰজা কৰা হৈছিল। সেই সময়ত ৰাজসভাত কবি-নাট্যকাৰ থকাৰ কথাও গম পোৱা যায়। সাধাৰণতে এওঁলোকক যাদুশক্তি সম্পন্ন লোক বুলি প্ৰতিপন্ন কৰিবলৈ মানুহে চেষ্টা কৰিছিল, মধ্যযুগৰ য়ুৰোপত ভাঁজিলক এনে শক্তিৰ অধিকাৰী বুলি ভবা হৈছিল। এনে চেষ্টাৰ ফলত এই লেখকসকলৰ জীৱনৰ তথ্য-পাতি পৰ্যন্ত বিলুপ্ত হৈ গ'ল। দেখা যায় ভাৰতীয় সমালোচকে একোজন লেখক জীয়াই আছিল বুলি প্ৰমাণ কৰিবলৈ পালে বা লেখকজনো তেওঁৰ ৰচিত চৰিত্ৰবোৰৰ দৰে যে কাল্পনিক নহয় এই কথা জনাবলৈ পালে নিজকে ভাগ্যবান বুলি ভাবে।

সংস্কৃত ভাষাৰ ঘাই কাম আছিল নতুন পন্থা, ৰীতি-নীতি আৰু পূজা-পাতলৰ ওপৰত প্ৰাচীনত্ব আৰোপ কৰা। আচল পূজা-পাতলবোৰ প্ৰাক্‌বৈদিক যুগৰো হ'ব পাৰে, কিন্তু সেইবোৰৰ উৎপত্তি হয়তো স্থানীয়ভাৱে হৈছিল ; স্বীকৃত ব্ৰাহ্মণ শাস্ত্ৰবোৰত এই পূজা-পাতলবোৰৰ উল্লেখ নাই দেখি কেতিয়াবা বিৰক্তিকৰ পৰিস্থিতিৰো উদ্ভৱ হ'ব পাৰে। পাৰম্পৰিক সমন্বয়ৰ প্ৰবাহো নিৰ্ভৰযোগ্য বুলি কৰ্ত্তৃপক্ষই অনুমোদন কৰি দিব লাগিছিল। এই ক্ষেত্ৰত বেদৰ সাহায্যও কামত নালাগিছিল ; কিয়নো বেদৰ মন্ত্ৰ অপৰিবৰ্তনীয় আৰু এক বৰ্ণও সলাব নোৱাৰি। নকৈ ৰচিত হোৱাৰ পিছত স্মৃতিসমূহো সহজে সলোৱা টান আছিল। গতিকে বিবাদ উপস্থিত হ'লে মীমাংসাৰ একো আধাৰ বা কৰ্ত্তৃপক্ষ নোহোৱাত পৰিল। সেই কাৰণে নতুন গ্ৰন্থক প্ৰাচীনত্বৰ মহিমা প্ৰদান কৰি সেইবোৰক বিশ্বাসযোগ্য উপায়েৰে এনেকৈ ওপৰলৈ তোলা হৈছিল যাতে বিষয়বস্তুৰ সংশোধন কৰিবলৈ একো অসুবিধা ভোগ কৰিব নেলাগিছিল। মহাভাৰতৰ ভৃগু সংস্কৰণক এনে মৰ্যাদা দিয়া হ'ল। পুৰাণবোৰক এই উদ্দেশ্যে ব্যৱহাৰ কৰা আৰু সহজ হৈছিল। আদিতে পুৰাণবোৰ আছিল একপ্ৰকাৰৰ অৰ্দ্ধ-ঐতিহাসিক বিৱৰণী। এইবোৰৰ আৰম্ভণ হয় সৃষ্টিতত্ত্বৰ ব্যাখ্যাৰে, সমাপণ হয় বংশাৱলীৰ বিৱৰণীৰে। পুৰাণৰ সংশোধনবোৰৰ লগত মহাভাৰতৰ সংশোধনৰ সম্পৰ্ক অতি নিবিড়। ইয়াৰপৰা বুজা যায় যে পুৰাণ আৰু মহাভাৰত ব্ৰাহ্মণসকলৰ প্ৰয়োজনীয় গ্ৰন্থ আছিল। সমসাময়িক কাললৈকে বংশাৱলী ৰক্ষা কৰাৰ প্ৰয়োজন হোৱাত, সেই বংশাৱলীবোৰ ক্ৰমাৎ শুধৰাই থকা হৈছিল। এই বংশবিৱৰণীবোৰ ভবিষ্যদ্বাণীৰ ৰূপত লিপিবদ্ধ আছিল। পুৰাণ আৰু মহাভাৰত

ৰচোতাজনৰ নাম হ'ল ব্যাস ( অৰ্থাৎ বৰ্ধনকাৰী বা বঢ়াওঁতা )। লাহে লাহে এই ব্যাসকে বেদৰ ৰচক বা বেদব্যাস বোলা হৈছিল। আৰ-চি-হাজৰাৰ মতে ( D K A ৰ টোকা চাওক pp 188–9 ) এই গ্ৰন্থবোৰৰ কলেবৰ বৃদ্ধি দুটা স্তৰত হৈছিল। প্ৰথমতে হৈছিল ২০০-৫০০ খ্ৰীষ্টাব্দৰ কালছোৱাৰ ভিতৰত। এই সময়তে স্মৃতিসমূহ ৰচিত হয়। দ্বিতীয় বৃদ্ধিৰ ( কাল হ'ল ) ষষ্ঠ শতিকাৰ পিছত। এই সময়ত স্বৰ্গৰ দেৱ-দেৱতাৰ ওপৰত অধিক মনোনিবেশ কৰা হয়। পুৰাণবিলাকত দান, বিৰোধী গ্ৰহৰ সন্তুষ্টিৰ অৰ্থে যজ্ঞ, মূৰ্তি থাপনা, ব্ৰাহ্মণৰ প্ৰশংসা আৰু তীৰ্থস্থান-সমূহৰ মাহিমা, এইবিলাক বিষয় নতুনকৈ যোগ দিয়া হ'ল। দ্বিতীয় যুগটো হ'ল ওপৰৰপৰা জাপি দিয়া কঠোৰ সামন্তবাদী সমাজৰ। এই সমাজত গ্ৰাম্য বসতি অঞ্চলৰ ঘনত্ব বহুগুণে বৃদ্ধি পাইছিল। পুৰাণবোৰ সংশোধন কৰাৰ আমোদজনক উদাহৰণ হ'ল 'ভবিষ্য-পুৰাণ'খন। ইয়াৰ নামটোতেই পৰস্পৰ বিৰোধী শব্দ আছে। এই পুৰাণখনৰ বিষয়বস্তু সততে সলনি কৰি থকা হৈছিল; আনকি ছপা কৰাৰ দহ বছৰমান আগলৈকে কিজানি তাত নতুন বস্তু সুমুৱাই থকা হৈছিল।

স্থানীয় পূজা-পাতল ( বা পন্থা ) গ্ৰহণ কৰাৰ সুন্দৰ উদাহৰণ হ'ল বাঙালোৰৰ কৰগা উৎসৱ। এই উৎসৱটো তিগলসকলৰ বছেৰেকীয়া উৰ্বৰীকৰণ উৎসৱ; ( fert1ltyrite ); এই তিগলসকল হ'ল বৃত্তিধাৰী মালীজাতৰ লোক। এওঁলোকৰ ব্যৱসায় হ'ল ফুল বেচা। পূৰ্বতে এওঁলোকৰ ঘৰ আছিল উত্তৰ আৰ্কটত। এই উৎসৱত পূজাৰ যাই বস্তু হ'ল এটা মাটিৰ ঘট; তাৰ ভিতৰত সোণৰ পূজ্য-মূৰ্তি থাকে। পূৰ্বতে ঘটৰ আগত বহুতো জন্তু বলিদান দিয়া হৈছিল, কিন্তু আজিকালি এটাহে বলি দিয়া হয়। বাকীবোৰ বলিৰ ঠাইত অন্য বস্তু অৰ্থাৎ নেমুটেঙা কটা হয় অথবা বলিৰ বদলি প্ৰতীক হিচাপে দ'মাই ৰন্ধা ভাত দিয়া হয়। পূজাৰ দিনা যেতিয়া মূল শোভাযাত্ৰা আৰম্ভ হয় তেতিয়া কুলীন তিগল পুৰোহিত 'অৰ্চকে' মাইকী মানুহৰ সাজ পিন্ধি মূৰত ঘটটো লৈ খোজ লয়। পূজাৰ কেইদিন 'অৰ্চকৰ' ঘৈণীয়েক আঁতৰি থাকিব লাগে। প্ৰত্যেক পৰিয়ালৰপৰা একোজনকৈ 'তিগল' প্ৰতিনিধি লৈ শোভাযাত্ৰাকাৰীসকলৰ দল গঠিত হয়। এওঁলোকে 'অৰ্চকৰ' চাৰিওফালে নাচে আৰু চোকা তৰোৱালেৰে পৰস্পৰে পৰস্পৰক কাটে; অৱশ্যে এই কাৰ্যত কাৰো তেজ নোলায়। যাটত যদি অৰ্চকে কাৰোবাৰপৰা কিবা ৰহস্যজনক বাধা পাইছোঁ বুলি অনুভৱ কৰে তেন্তে নেমুটেঙা কাটি টুকুৰাবোৰ কেউফালে সিচি দি স্বৰ্গৰ বা পাতালৰ অপদেৱতাৰ কুশক্তি নিষ্কাময় কৰে। এই পূজাবোৰ অনাৰ্য। তাক ব্ৰাহ্মণৰ পূজা-পাতলৰ ভিতৰত সুমাই লোৱা মাথোন

প্ৰায় ১৫০ বছৰহে হৈছে। ঘটত যি টুকুৰা সোণ থাকে সেই টুকুৰা পঞ্চ পাণ্ডৱৰ পত্নী দ্ৰৌপদী। তিনিমুখীয়া কলহটোত নেমু দি দ্ৰৌপদীৰ গিৰিয়েকসকলক বুজোৱা হয়। ঘটত অলপ সাধাৰণ পানীও থাকে আৰু অলপ নাৰিকলৰ পানীও থাকে। পূজাৰ আচল থান হ'ল শুৱনি ধৰ্মৰাজ মন্দিৰত। ধৰ্মৰাজ যুধিষ্ঠিৰৰ নাম। ধৰ্মৰাজ মানে যমো। ধৰ্মযান্ বুলি বৌদ্ধ পন্থা এটিও আছে। মহম্মদ বিন বখটিয়াৰৰ আক্ৰমণৰ পূৰ্বতে এই বৌদ্ধ পন্থাই ভাৰতবৰ্ষত প্ৰাধান্য লাভ কৰিছিল; ধৰ্মযানৰ লগত এই পূজাৰ সম্পৰ্ক কিবা আছে যদিও তাক ধৰা টান। এজন ব্ৰাহ্মণ পূজাৰীয়ে এতিয়া এই দেৱতাৰ পূজা কৰে। আনকি ছদ্মবেশী অৰ্চকে শোভাযাত্ৰাৰ নেতা তিগলৰ সৈতে গোট খাই গোপনে কৰা পূজাতো ব্ৰাহ্মণ উপস্থিত থাকে। এই গোপন পূজাৰ কথা সদাৰি কৰা নহয়; কিন্তু এই কথা ঠিক যে আদিতে এই গোটেই উৎসৱটো তিৰোতা মানুহৰ আছিল; তেওঁলোকৰ পৰাহে মতামানুহে তাক গ্ৰহণ কৰিছে। উৎসৱৰ ঘট্‌টো হাতেৰে সাজি ৰ'দত শুকোৱা হয়। বিশেষ এটুকুৰা ঠাইৰ ( প্ৰানী ভৰালৰ ) গেদোৰিৰ মাটিৰে তাক সজা হয় আৰু উৎসৱ শেষ হোৱাৰ লগে লগে সেইটো পুখুৰীত পেলাই দিয়া হয়। অৱশ্যে পুৰোহিতে শক্তি স্বৰূপা সোণৰ দ্ৰৌপদীক মনে মনে বিচাৰি লৈ আহে আৰু পিছৰ বছৰৰ পূজাৰ বাবে সাচি ৰাখে। এই উৎসৱ ন দিন ধৰি চলে, চ'ত মাহৰ পূৰ্ণিমাত ওপৰত বৰ্ণোৱা মতে ডাঙৰ শোভাযাত্ৰা উলিয়াই এই উৎসৱৰ সামৰণি পেলোৱা হয়। কিন্তু স্থানীয় অস্পৃশ্য লোকসকলে কেইমাহমানৰ পিছত এটা বেলেগ কৰগা উৎসৱ পালন কৰে। তাত ইমান খদ্‌মদম্ নহয়। তিগল কৰগা উৎসৱলৈ চহৰৰ মন্দিৰবোৰৰ সৰু ৰৰ আৰু নৈষ্ঠিক অনৈষ্ঠিক সকলো দেৱতাকে শোভাযাত্ৰাত যোগ লবলৈ পঠিওৱা হয়। গোড়া পুৰোহিতসকলেও এই কাৰ্যত বাধা নিদিয়ে। এই উৎসৱটো পাৰস্পৰিক সাংস্কৃতিক বিনিময়ৰ এটি উদাহৰণ। আৰু এটি কৌতূহলোদ্দীপক ঘটনা মন কৰিবলগীয়া। যোৱা ৭৫ বছৰৰ ভিতৰত ইয়াত পুৰাণ মহাভাৰতৰ আঁহিত এই দেৱতা আৰু পূজা সম্পৰ্কে সংস্কৃত ভাষাত এটি বৰ্ণনা লেখা হৈছে এই বৰ্ণনা থকা পুথিখন আজিও প্ৰকাশিত হোৱা নাই। বিষয়টো গভীৰ কৌতূহলোদ্দীপক, সন্দেহ নাই।

আৰ্য প্ৰভাৱ বঢ়া অঞ্চলত পোন প্ৰথমে যিসকল লেখকে স্থানীয় সাহিত্য ৰচনা কৰিছিল, সেইসকলে ঘাই সংস্কৃতৰ আঁহিকে গ্ৰহণ কৰিছিল। সাধাৰণ মানুহৰ মনত থকা লেখকসকলৰ এজন হ'ল তাঁতী কবীৰ আৰু ইজন কুনবী শস্যবেপাৰী তুকাৰাম। এইসকল লেখকে সাধাৰণ মানুহৰ ভাষাত লেখিছিল; তেওঁলোকে

ব্যৱহাৰ কৰা অলঙ্কাৰবোৰো সাধাৰণ মানুহে বুজি পাইছিল। তথাপি তেওঁলোকৰ লেখাও মূলতঃ ধৰ্মমূলক আছিল। ধৰ্ম সেই সময়ত ৰাষ্ট্ৰৰ অৰ্থাৎ শাসক শ্ৰেণী-বোৰৰ হাতিয়াৰত পৰিণত হৈছিল। ৰাষ্ট্ৰৰ বিৰুদ্ধে অৰ্থাৎ শাসক শ্ৰেণীবোৰৰ বিৰুদ্ধে কোনোবাই কিবা বিৰোধিতা কৰিব খুজিলেও তাক সেই একে আদৰ্শৰ (ধৰ্মৰ) ভেটিত কৰিব লাগিছিল। ধৰ্মতত্ত্বত যিবোৰ বিদ্ৰোহ হৈছিল, সেইবোৰৰ মূল ভেটি আছিল সমাজৰ সম্পত্তিৰ সম্পৰ্কৰ সাজ-সজনি। ধৰ্মই আছিল ব্ৰাহ্মণৰ জীৱিকা। ৰাষ্ট্ৰকো এওঁলোকে সেৱা কৰিবলৈ বাধ্য হৈছিল, কিয়নো ৰাষ্ট্ৰই ৰাহি শস্য উৎপাদন-কাৰীবোৰক সদায় নিজৰ কটকটীয়া শাসনৰ তলত ৰাখিছিল। এই সমাজৰ ঘাই ৰূপ আছিল জাতি প্ৰথা। এই প্ৰথাই শান্তিপূৰ্ণ সমাজ গঠনত এসময়ত যথেষ্ট বৰঙণি যোগাইছিল। কিন্তু ক্ৰমাৎ শ্ৰেণী বা জাতিবোৰ কটকটীয়া বান্ধোনৰ মাজত সোমাই যোৱাৰ লগে লগে, সেই জাতিভেদ প্ৰথাই হৈ পৰিল সমাজৰ শিকলি। স্থিতাবস্থাৰপৰা যিসকল লোক লাভবান হৈছিল, সেইসকল লোকে নতুন প্ৰয়াস কৰাত সততে বাধা প্ৰদান কৰিছিল, কাৰণ তাক তেওঁলোকে ভয়ংকৰ বুলি গণ্য কৰিছিল।

---

# নৱম অধ্যায়

## ওপৰৰপৰা জাপি দিয়া সামন্তবাদ

৯'১—সামন্ত যুগৰ আদিকালৰ বিকাশৰ ধাৰা

৯'২—গাওঁবিল্লাকৰ বিকাশ আৰু বৰ্বৰতাৰ জন্ম

৯'৩—গুপ্ত আৰু হৰ্ষযুগৰ ভাৰতবৰ্ষ

৯'৪—নতুন গাওঁ স্থাপন আৰু ধৰ্ম

৯'৫—মাটিৰ সম্পত্তি সম্পৰ্কীয় ধাৰণা

৯'৬—পশ্চিম উপকূলত ময়ূৰশৰ্মণৰ বসতি স্থাপন

৯'৭—গাৱঁলীয়া কাৰিকৰ আৰু শিল্পী

'ওপৰৰপৰা জাপি দিয়া সামন্তবাদৰ'[১] অৰ্থ কি? এই ব্যৱস্থাত তলতীয়া ৰজাসকলে নিজ ৰাজ্যৰ স্বত্বাধিকাৰীৰূপে শাসন চলাই আৰু নিজ ইচ্ছা অনুসৰি কাম-কাজ কৰি ওপৰৰ পৰাক্ৰমী ৰজা বা সম্ৰাটক শোধাবলগীয়া কৰ দিব লাগিব। সম্ৰাট আৰু শক্তিশালী প্ৰভুক কৰ দি থাকে মানে তেওঁলোক নিশ্চিন্ত। এই শাসকসকল তলতীয়া ৰজা নহৈ জনজাতীয় দলপতিও হ'ব পাৰে। এই তলতীয়া শাসকসকলে মাটি নিজে চলাইছিল। মাজৰ মধ্যৱৰ্তী মাটিৰ গৰাকী শ্ৰেণী এটি নাছিল। তলৰপৰা হোৱা সামন্তবাদৰ অৰ্থ কি? এই কথা দশম অধ্যায়ত আলোচনা কৰা যাব। এনে সামন্তবাদী ব্যৱস্থাত গাৱঁৰেপৰাই মাটিৰ গৰাকী শ্ৰেণী এটি উদ্ভৱ হয়। এওঁলোকৰ স্থান ৰাষ্ট্ৰ আৰু খেতিয়কৰ মাজত। লাহে লাহে এওঁলোকে অস্ত্ৰ-শস্ত্ৰ গোটাই অস্ত্ৰ শক্তিৰ বলেৰে ৰাইজক শাসন কৰে। এই

---

(১) এই অধ্যায়ত আলোচনা কৰা বিষয়বস্তুৰ বাবে (Flee DHL Hr) আদি গ্ৰন্থ পঢ়ক, তাত যথেষ্ট তথ্য আছে। E. B. Cowell আৰু F. W. Jhoms (London 1897) এওঁলোকে কৰা হৰ্ষচৰিতৰ অনুবাদ আৰু এছ চৌধুৰীয়ে কৰা হিন্দী অনুবাদ পঢ়িলে এই বিষয় অধ্যয়নত যথেষ্ট সহায় হয়। (চৌধুৰীৰ গ্ৰন্থৰ ছুটা অংশ; বিহাৰৰ কঠৌতিয়াৰপৰা প্ৰকাশিত; —১৯৫০, ১৯৪৮)। পি এছ আগৰৱালাই হৰ্ষচৰিতৰ ওপৰত লেখা হিন্দী ৰচনাখনে (Patna) আমাক ভাস্কৰ্য কলা আদিৰপৰা সংগৃহীত মূল্যবান পুৰাতাত্বিক তথ্যৰ লগত সামঞ্জস্য ৰক্ষাত সহায়তা কৰিছে; কিন্তু 'শুক্ৰনীতি'ত গুপ্ত শাসনৰ বিৱৰণী পোৱা যায় বুলি ধৰা যাবে ৰচনাত ধৃত বৈ গৈছে। 'শুক্ৰনীতি'ৰ সম্পাদক আৰু অনুবাদক হ'ল বি, কে, সৰকাৰ

শ্ৰেণীটোৱে (ৰজাকো) সেনা যোগাব লাগিছিল ; গতিকে ৰাষ্ট্ৰশক্তিৰ লগত এওঁলোকৰ সম্পৰ্ক পোনপটীয়া আছিল। আন কোনো শক্তিয়ে তেওঁলোকৰ কামত হস্তক্ষেপ কৰিব নোৱাৰিছিল। এনে ব্যৱস্থাত ৰাজহ সংগ্ৰহৰ বাবে কম সংখ্যক হ'লেও মধ্যৱৰ্তী লোক এশ্ৰেণী নিযুক্ত হৈছিল। এওঁলোকে সামন্ত প্ৰভুক কৰৰ অংশ দিব লাগিছিল। আনহাতে ওপৰৰপৰা জাপি দিয়া ব্যৱস্থাত ৰাজহ সংগ্ৰহ কৰিবৰ বাবে ৰজাই কিছুমান বিষয়া নিয়োগ কৰিছিল। দুয়োটা ব্যৱস্থাতে পূৰ্বৰ স্থানীয় অথবা সামাজিক ৰূপসমূহ সংৰক্ষিত কৰা হৈছিল। আন কি আদিম খাদ্য সংগ্ৰহকাৰী মানুহৰ সমাজো নতুন সমাজবোৰৰ অঙ্গৰূপে থাকি গৈছিল। ওপৰুক্ত সামন্তবাদী ব্যৱস্থা দুবিধৰ প্ৰভেদৰ প্ৰধান কাৰণ বাণিজ্য আৰু পণ্য উৎপাদনৰ ধীৰ বৃদ্ধিত নিহিত আছিল।

---

(এলাহাবাদ : ১৯২৫ চন)। এওঁ দেখুৱাইছে যে এই গ্ৰন্থত বন্দুকৰ খাৰ (তাৰ নিৰ্মাণ ক্ৰিয়াৰ সূত্ৰও দিয়া আছে আৰু আগ্নেয়াস্ত্ৰৰ কথা বিভিন্ন ঠাইত পাঁচ বাৰ উল্লেখ কৰিছে ; গতিকে নিৰ্দ্বিধে ধৰিব পৰা যায় যে গ্ৰন্থখন শেহ মুছলমান যুগৰ গ্ৰন্থ। তাত আছে, "ৰজাই মাটিৰ খাজনা, দৰমহা, কৰ্ত্তবা, সুদ, ভেটি আৰু কৰ আদি সংগ্ৰহত বেলি কৰিব নেলাগে। ৰজাই প্ৰত্যেক খেতিয়কক নিজৰ যোহৰ মাৰি কৰ নিৰ্দ্ধাৰণৰ দলীল প্ৰদান কৰিব লাগে। গাঁৱৰ খাজনা নিৰ্দ্ধাৰিত কৰি ৰজাই একোজন ধনী মানুহৰপৰা আগতে ধনখিনি আদায় কৰিব লাগে ; নহলে মাহিলি বা নিয়মিত লিখিত কিস্তি কিস্তিকৈ এই ধন আদায় দি থকাৰ প্ৰতিশ্ৰুতি লব লাগে। নহলে ৰজাই "গ্ৰামপা" বিষয়া নিযুক্ত কৰি নিজৰ প্ৰাপ্য ৰাজহৰ $\frac{১}{৬}$, $\frac{১}{১২}$, $\frac{১}{৮}$ আৰু $\frac{১}{৬}$ ভাগ তেওঁক দিব লাগে।.... ... সুদ লওঁতাৰ সুদৰ বা বৃদ্ধি হোৱা মূলধনৰ $\frac{১}{৩২}$ ভাগ লব লাগে। .... তেওঁ খেতিৰ মাটিৰ দৰেই ঘৰ-বাৰীৰপৰাও কৰ লব লাগে। দোকানীৰ পৰাও তেওঁ মাটিৰ খাজনা লব লাগে। ..... যিবিলাকে আলিবাট ব্যৱহাৰ কৰে, সেইবিলাকৰপৰা তেওঁ মাছুল বা কাটল উঠাব লাগে আৰু সেই ধনেৰে আলিবাট সংৰক্ষণ আৰু মেৰামতি কৰিব লাগে।" (শুক্ৰনীতি ; চৰকাৰে কৰা অনুবাদ ; 4. 2. 245-258)। বন্দুকৰ খাৰ নিৰ্মাণৰ সূত্ৰ দিয়া আছে চতুৰ্থ অধ্যায়ত (4.7.400-406)। বন্দুক আৰু বৰটোপৰ কথাও তাতে আছে (4. 7. 389-94)। Ramrod-(—খোৰা বা শলা) (4. 7. 418—21) আৰু ৰজাৰ বৰ্থীয়াৰ বাবে লগা আগ্নেয়াস্ত্ৰৰ কথাও (4. 7. 47—53) শুক্ৰনীতিত আছে। উকীল আৰু উকীলৰ ফিজৰ বানচ যে লব লাগে তাকো ইয়াত পোৱা যায় (4. 5. 225-31)। (উকীলে যিমান টকাৰ মূল্যৰ সম্পত্তিৰ বাবে ওকালতি কৰে বা উদ্ধাৰ কৰে তাৰ $\frac{১}{১৬}$ৰ অংশৰ পৰা $\frac{১}{৩০}$ অংশলৈকে তেওঁ গ্ৰহণ কৰিব পাৰিছিল। গতিকে শুক্ৰনীতি গ্ৰন্থখন তলৰপৰা সামন্তবাদ গঢ়ি উঠাৰ কালৰ সাহিত্য। সেয়ে তাত কৰ—সংগ্ৰহকাৰী, বাণিজ্যকৰ (কাটল), ঘৰৰ কৰ আদি বিভিন্ন কৰৰ উল্লেখ আছে। আৰ, এস, সালেটোৰে ৰচা *Life in the Gupta Age* নামৰ গ্ৰন্থখন (Bombay 1943) সমালোচনাবিহীন সাৰাংশ বিশেষ মাত্ৰ। গতিকে তাৰ কথা উল্লেখ কৰোতে যথেষ্ট সাৱধান হ'ব লাগিব। আগৰ অধ্যায়ৰ এক নং টোকাত উল্লেখিত মোৰ ৰচনাখনত সেই কালৰ জনজাতি-বোৰৰ বিতংভ বিৱৰণী আছে ; তাত মাটি দানৰ কলিবোৰৰো উল্লেখ পোৱা যায়। লগতে চীনা পৰিব্ৰাজকৰ বিৱৰণীৰ ওপৰত এটি আলোচনাও কৰা হৈছে।

৯.১ নাঙল-ব্যৱহাৰকাৰী খেতিয়ক বাস কৰা গাৰঁৰ ঠাইত সৰু সৰু ৰাজ্য গঠন হোৱাত সেইবোৰত সামন্তবাদী সমাজৰ কিছুমান লক্ষণ প্ৰকাশ পাবলৈ ধৰিলে। শেষ শাতবাহন যুগৰ কথা চোৱা যাওক। পিছৰ যুগৰ শাতবাহন ৰজাসকলে কুষাণ ৰজাসকলৰ আঁহিত নিজৰ নিজৰ মূৰ্তি স্থাপন কৰিবলৈ আৰু তাৰ লগে লগে উত্তৰ ভাৰতৰ প্ৰচলিত শাসন ব্যৱস্থা গ্ৰহণ কৰিছিল; ( নানে ঘাটত শাতবাহন ৰজাসকলৰ মূৰ্তি দেখা যায় )। তলৰ বৰ্ণনাত এইদৰে আছে :

"সিদ্ধম্। শীতকালৰ দ্বিতীয় পক্ষৰ প্ৰতিপদত শাতবাহন বংশৰ ৰজা সিৰি পুলুমায়িৰ ৰাজত্বৰ অষ্টম বছৰত পানীৰ ভঁৰালটো গহপতিকই ( বা গৃহস্থই ) খানি উলিয়ালে।......মহা সেনাপতি খংদানকৰ[২] শাতবাহনি-হাৰ জনপদত গুমিক (captain) কুমাৰ দত্তৰ গাওঁ ৱেপুৰকত এওঁ বাস কৰে।" গুমিকৰ সংস্কৃত প্ৰতিশব্দ 'গৌল্মিক' অৰ্থাৎ ত্ৰিশজনৰ ওপৰত হোৱা গুমিক। এই শব্দটো ম্যাকডানি ফলিত ( প্ৰায় ১৪০ খ্ৰীষ্টাব্দৰ ) আছিল। কিন্তু শব্দটো মোহাৰ খাই গ'ল। লুডাৰচৰ মতে ( ১২০০ নং ) এই শব্দটোৱে শাতবাহনসকলৰ শেষৰ যুগৰ সাক্ষ্য বহন কৰিছিল। ষষ্ঠী বিভক্তি ব্যৱহাৰ কৰাৰ ফলত গুমিকজনৰ গাৰঁৰ ওপৰত আৰু মহাসেনাপতিজনৰ জনপদৰ ওপৰত কি অধিকাৰ আছিল তাক স্পষ্টকৈ ধৰা টান। তথাপি তেওঁলোকৰ নাম ইয়াত উল্লেখ কৰাৰ গুৰুত্ব এটি নিশ্চয় আছে। এওঁলোকে ৰজা আৰু গৃহস্থৰ মাজৰ মানুহৰূপে কাম চলাইছিল। গুল্ম থকাৰ কথাই ( মনুস্মৃতিতো একে কথাকেই পাওঁ ) ইয়াকে সূচায় যে গাওঁবোৰত সেইসময়ত পুলিচৰ প্ৰয়োজন হৈছিল। এই ফলিত খুব সম্ভৱ কৰ তোলাৰ ব্যৱস্থাৰ কথা বৰ্ণোৱা হৈছে। বেল্লৰী জিলা শাতবাহনসকলৰ আদি বাসস্থান। এই ঠাই অন্ধ্ৰ প্ৰদেশৰপৰা নিলগত। ইয়াত ৰাজাৰ আটাইতকৈ পুৰণি বাসিন্দাসকলে বাস কৰিছিল।

অৰ্থশাস্ত্ৰত 'গুল্ম' শব্দৰ অৰ্থ জোপোহা। পিছৰ যুগতো এই অৰ্থতেই; ব্যৱহৃত হৈছে। আন আন অৰ্থ হ'ল : একগোট কৰা ( যেনে ৰাল্মিক-গুল্ম ) বহুত নাও ৰখা ঠাই ( wharf ;—গুল্মতৰ-দেয় নাও ৰখা ঠাই আৰু ফেৰীৰ কৰ )। এইটো সামৰিক শব্দ নহয়; একগোট হোৱা বস্তুৰ অৰ্থত অৱশ্যে ই

(২) 'তথাকথিত' অন্ধ্ৰৰজাসকলৰ আদি স্থান সম্পৰ্কে ভি, এছ, সুখঠঙ্কাৰৰ ৰচনাখন পঢ়ক (ABORI. I. 21-42; Memonal ed. vol 2. 251-265); এই কলিখন পৰিশিষ্টত দিয়া হৈছে। মই অৱশ্যে অনুবাদত অলপ হাত-ফুৰাইছোঁ। ৰচনা লেখকে এইখন কলি আন ঠাইতো প্ৰকাশ কৰিছে ( E I. 14. 153-5; Memorial ed. 2. 213-5 )।

সামৰিক উদ্দেশ্য সাধিব পাৰে। মহাভাৰত ( M9h 1.2.15.17 ) আৰু অমৰ-কোষ ( 2.8.10-11 ) দুয়োখন গ্ৰন্থ পঢ়ি জনা যায় যে আমাৰ আলোচিত কালছোৱাত গুল্ম শব্দৰ অৰ্থ নটা 'পট্টি'ৰে গঠিত এটি সেনা বাহিনী হৈছিলগৈ। এই বাহিনীত নখন ৰথ ৯টা হাতী আৰু ৪৫টা পদাতিক থাকে। এই শব্দৰ এনে ন সামৰিক ব্যৱহাৰৰ কথা অলপ খৰাচি মাৰি আলোচনা কৰা আৱশ্যক। অৰ্থশাস্ত্ৰত 'পট্টি' মানে সাধাৰণ পদাতিক। এই পদাতিক বাহিনী ৰণ বাহিনীৰ গধুৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰকাৰী দৰকাৰী গোট। গতিকে ইয়াক কেৱল ৰণ-কৌশলত সিদ্ধহস্ত সেনা বুলিব নোৱাৰি। হাতী ৰথ অশ্বাৰোহী বাহিনীৰ লগতো 'পাদগোপ' অৰ্থাৎ ৰথীয়া পদাতিক আছিল; এওঁলোকক 'পট্টি' বাহিনীৰ সেনা নহলেও যোদ্ধা। কিছুমান অনুবাদকে এওঁলোকক চাকৰ-নাকৰ বুলি অনুবাদ কৰিবলৈ গৈ ভুল কৰিছে। এইবোৰ গতিশীল সেনাৰ গোট আছিল, সেইবাবে তেওঁলোকৰ বস্তু আৰু সঁজুলিৰ ভৰো পাতল। অৰ্থশাস্ত্ৰ অনুসৰি ( 10.4 ) হাতীবোৰে বেৰ, হেণ্ডাৰ, দুৰ্গ, প্ৰৱেশদ্বাৰ, প্ৰতিবন্ধক, একগোট হৈ থকা পদাতিক বাহিনী ধ্বংস কৰাত সহায় কৰে, তদুপৰি ইহঁতে ছেদেলি ভেদেলি হোৱা সেনাক বন্দী কৰাত আৰু কৌশলী আক্ৰমণৰ দ্বাৰা শত্ৰুপক্ষক বিমোৰত পেলোৱাত যথেষ্ট বৰঙণি যোগায়। মুঠতে আধুনিক যুদ্ধত টেঙ্কৰ যি কাম আছিল, প্ৰাচীন যুদ্ধত হাতীৰ সেই কাম আছিল। ইয়াৰ বাহিৰেও হাতীৰ আন ব্যৱহাৰো আছিল। আধুনিক লৰী, বুলডজাৰ আৰু ট্ৰেক্টৰৰ কামো ই কৰিছিল। বহুমূলীয়া বস্তু কঢ়িয়াই নিয়া, গধুৰ সঁজুলি টনা, বাট বন্ধা, হাবি-পিতনি ভাঙি বাট উলিওৱা, ( সাঁতুৰিও কেতিয়াবা ই এই কাম সমাধা কৰে ) আৰু সোনকালে কাঠৰ দলং সাজি উলিওৱা,—এইবিলাক কামত হাতী লাগি-ছিল। ১৯৪১-৪৫ চনৰ বৰ্মা যুদ্ধতো দুয়োপক্ষই সামৰিক ইঞ্জিনিয়াৰিঙৰ কামত হাতী ব্যৱহাৰ কৰাৰ কথা আমি জানোহঁক ( cf Elephant Bill by J.H. Willams, Penguin Books 1120 )। জাপানী আৰু বৃটিছ উভয় পক্ষই হাতী ব্যৱহাৰ কৰি যন্ত্ৰতকৈ ক্ষেত্ৰবিশেষে অধিক সুফল পাইছিল। কিন্তু হাতীয়ে সোনকালে ভয় খায়; কেতিয়াবা নিজৰ দলতে ই প্ৰলয়ৰ সৃষ্টি কৰে আৰু কেতিয়াবা নিজৰ কৰ্তব্য পাহৰি যায়। গতিকে পদাতিক ৰথীয়াৰ পহৰাৰ সততে আৱশ্যক হৈছিল। হান্নিবাল বা চেলুকচৰ দৰে নিপুণ সেনাপতিয়ে এনেকুৱা অনিৰ্ভৰযোগ্য বাহন বা 'অস্ত্ৰ' লৈ যুদ্ধ-ক্ষেত্ৰলৈ যোৱাটো সমীচীন বুলি নেভাবিছিলহেঁতেন। আনহাতে এটা কৰ্মঠ হাতীক দিনে ৬০০ পাউণ্ড সেউজীয়া খাদ্যবস্তু দিব লাগে অথবা তাৰ বদলি প্ৰতি-দিনে ৩০।৫০ পাউণ্ড শস্য আৰু তাৰ লগতে শাক-পাচলি আৰু অন্যান্য খাদ্য

যোগান ধৰিব লাগে। ( FOM. 1.354-5 )। গতিকে সেইসময়ৰ ভাৰতৰ পৰিবহনৰ অবস্থালৈ চাই, স্থায়ী বসতি-প্ৰধান অঞ্চলত একেলগে ডাঙৰ হস্তীবাহিনী ৰখাটো সম্ভৱপৰ কথা নাছিল। এই কাৰণেই 'পট্টি'ৰ ব্যৱস্থা হ'ল। তাত এটা হাতী, এখন ৰথ, ( ৰথ আৰু হাতী উচ্চ বিষয়াৰ ব্যৱহাৰত লাগিছিল ), পাঁচোটা গধুৰ অস্ত্ৰধাৰী পদাতিক, তিনিটা সশস্ত্ৰ অশ্বাৰোহী, আৰু সম্ভৱতঃ পাতলীয়া অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত ৰথীয়া পদাতিক কেইটামানো আছিল। এই ক্ষুদ্ৰ গোটবোৰে গাৱঁত বিদ্ৰোহ হ'লে সহজতে দমন কৰিব পাৰিছিল। ইয়াৰোপৰি এই সেনাবোৰে ডকাইতৰ বিৰুদ্ধেও ব্যৱস্থা লৈছিল; গাৱঁৰ ব্যয় নবঢ়োৱাকৈয়ে এনে ব্যৱস্থা গ্ৰহণ কৰা সম্ভৱপৰ হৈ উঠিছিল। কেতিয়াবা যুদ্ধ হ'লে এই বিচ্ছিন্ন সেনাবোৰ একগোট কৰি যুদ্ধলৈ নিয়া হৈছিল। ফলি আৰু এই সম্পৰ্কীয় পৰৱৰ্তী উল্লেখবোৰ পঢ়ি বুজিব পাৰি যে 'পট্টি'ৰ মাই কাম আছিল গাৱঁত 'আইন আৰু শৃংখলা' প্ৰৱৰ্তন কৰা। যুদ্ধত কৌশলী আক্ৰমণৰ বাবে 'পট্টি' বা 'গুল্ম'ৰ সেনা-সকলক ব্যৱহাৰ কৰা হোৱা নাছিল। ৰণক্ষেত্ৰত নিয়মিত বাহিনীৰ বিৰুদ্ধে খণ্ডযুদ্ধ কৰিবলৈ হ'লে অশ্বাৰোহী, পদাতিক আৰু হস্তীবাহিনীক বেলেগে বেলেগে ৰাখিব লাগে। আমাৰ আলোচিত কালত ৰথৰ প্ৰয়োগ নাইকিয়া হৈ গৈছিল, মাত্ৰ সেনাপতিহে ৰথত উঠিছিল ( Beal. 1.82-3 )। এনে ধৰণৰ বিচ্ছিন্ন গোটক ৰণ-নিপুণ কৰি ৰাখিবলৈ হ'লে সেনাবোৰক আদেশ-পালন আৰু প্ৰযুক্তি বিদ্যাত নিয়মিতভাৱে শিক্ষা দিব লাগিব। সমগ্ৰ ৰাজ্যতে পুলিচ-গুল্মবোৰ সিঁচৰিত কৰি ৰাখিলে নিয়মিত যুদ্ধৰ ক্ষেত্ৰত সিহঁতৰ কাৰ্যক্ষমতা কমি যাব।

চতুৰ্থ শতাব্দীৰপৰা অষ্টম শতাব্দীৰ মধ্যভাগলৈকে এইছোৱা কালৰ কথা আলোচনা কৰা যাওক। প্ৰথম দুশবছৰ গুপ্ত ৰাজত্বৰ কাল। এইছোৱা কালত গুপ্ত সম্ৰাটসকলে ( মিত্ৰ ) ৱাকাটক ৰজাসকলৰ সৈতে কাশ্মীৰ আৰু দাক্ষিণাত্যৰ এছোৱা বাদ দি পূৰ্বৰ সমগ্ৰ মৌৰ্য সাম্ৰাজ্যৰে অন্তৰ্ভুক্ত প্ৰায়ভাগ ঠাইতে ৰাজত্ব কৰিছিল। ইয়াৰ বাহিৰেও এই সময়ত বঙ্গদেশৰ ওপৰতো এওঁলোকে প্ৰভুত্ব বিস্তাৰ কৰে; এইছোৱা কালতে বঙ্গদেশত নিয়মিতভাৱে স্থায়ী বসতি আৰম্ভ হয়; সমগ্ৰ ভাৰতবৰ্ষৰ ভিতৰতে বঙ্গদেশ এখন অতিশয় সাৰুৱা আৰু উৎপন্ন-প্ৰধান অঞ্চল আছিল। অসমত কেন্দ্ৰীয় ৰাজত্ব বিস্তৃত হয় হৰ্ষৰ ৰাজত্ব কালৰ ভিতৰত। এলাহাবাদ দুৰ্গৰ অশোক স্তম্ভত সমুদ্ৰগুপ্তৰ ( Fleet 1 ) যিখন ফলি আছে, সেইখন পঢ়িলে গুপ্ত আৰু মৌৰ্য সম্ৰাজ্যৰ পাৰ্থক্য সুন্দৰভাৱে ওলাই পৰে। অলংকাৰপূৰ্ণ সংস্কৃত প্ৰশস্তিৰে এই ফলি ভৰা। হৰিষেণ নামৰ এজন লোকে এই ফলিত চহী

দিয়ে।, ফলিৰ ভাষা উচ্চ শাস্ত্ৰীয় সংস্কৃত। অশোকৰ আজ্ঞাপ্তৰ সৰল ভাষাৰ তুলনাত এই ফলিৰ ৰীতি আৰু ভাষা সুকীয়া। তাত সমুদ্ৰগুপ্তৰ দিগ্বিজয়ৰ প্ৰশস্তি আছে। তাত বিজিত ৰজাবোৰৰ নামো স্পষ্টভাৱে উল্লিখিত হৈছে। আৰ্যাবৰ্তৰ অৰ্থাৎ গঙ্গা অববাহিকাৰ ৰজাসকলক সম্পূৰ্ণৰূপে বিলুপ্ত কৰাৰ কথা ইয়াত পোৱা যায়। চীনা ভ্ৰমণকাৰীসকলৰ বিৱৰণীৰ পৰা জনা যায় যে সেই ভূমিখণ্ড সম্ৰাট-সকলে নিজে শাসন কৰিছিল। তেওঁলোকৰ মতে প্ৰজাৰ ওপৰত লগোৱা কৰৰ পৰিমাণ সামান্য আছিল। সম্ভৱতঃ চীনদেশৰ তুলনাত এই কৰ সামান্য যেন প্ৰতিপন্ন হৈছিল। চীনা পৰিব্ৰাজক ফাহিয়ানে সেইকালৰ উত্তৰ প্ৰদেশৰ বিষয়ে নিম্নলিখিত বিৱৰণী দিয়ে :

"মধ্যদেশৰ প্ৰজাসকল সুখী। তেওঁলোকৰ সংখ্যা অগণন। ইয়াত কোনেও নিজৰ ঘৰ নিবন্ধভুক্ত কৰিব নালাগে; বিচাৰক বিচাৰকৰ নিৰ্দেশো এওঁলোকে পালন কৰিব নালাগে। ৰজাৰ মাটিত খেতি কৰাবোৰেহে মাথোন শস্যৰ এটা ভাগ ৰজাক দিব লাগে। ৰজাই শিৰশ্চেদ অথবা দৈহিক শাস্তি নিদিয়াকৈ ৰাজ্য শাসন কৰে। দোষীবোৰক মাত্ৰ জৰিমনা কৰ লয়, প্ৰত্যেক দোষৰ লঘুত্ব বা গুৰুত্ব অনুযায়ী এই জৰিমনা কম অথবা অধিক হয। আনকি যিবিলাকে কু-অভিপ্ৰায়েৰে বাৰেপতি বিদ্ৰোহ কৰিবলৈ আগবাঢ়ে, তেওঁলোকৰ সোঁ হাতখন কাটি শাস্তি বিহা হয়। ৰজাৰ গা-ৰখীয়া আৰু লগুৱাবোৰে দৰমহা পায়·····দেশত কচাইৰ দোকান নাই, নিচা ধৰা পানীয় বা মদ বিক্ৰী কৰা বেপাৰীও নাই। তেওঁলোকে কড়ি দি বস্তু বেচা-কিনা কৰে। চণ্ডালসকলহে কেৱল মাছমৰীয়া আৰু চিকাৰী হয়, তেওঁলোকেই মাছ আৰু মাংস বেচে। বুদ্ধৰ পৰিনিৰ্বানৰ পাছত বিভিন্ন দেশৰ ৰজাই আৰু বৈশ্যকুলপতিসকলে পুৰোহিতসকলৰ ( ভিক্ষু ? ) বাবে বিহাৰ সজাই দিছিল; বিহাৰৰ লগতে মাটি, ঘৰ ফুলনি আৰু ফলৰ বাগিছাও ধৰ্মস্ব হিচাপে তেওঁলোকক দিয়া হৈছিল। এইবিলাকৰ বাহিৰেও গাৱঁৰ অধিবাসী, গৰু-ম'হ এইবিলাকো বিহাৰে পাইছিল। দানৰ কথা ধাতুৰ ফলিত মাৰি থোৱা হৈছিল। এজন ৰজাৰ পিছত আন এজন ৰজা সিংহাসনত উঠিলে, তেওঁ এই ফলি যাতে মানি চলে তাৰ বাবে এই ব্যৱস্থা। কোনেও ফলি উলংঘা কৰিব নোৱাৰিছিল। সেইবাবে সেইবোৰ ফলি আজি পৰ্যন্ত ইয়াত আছে।" ( pp 42–3 of Fa Hian's travel record "Record of Buddhists' Kingdoms", trans, Jame Legge, Oxford, 1886 )

চন্দ্ৰগুপ্ত দ্বিতীয়ৰ ( বিক্ৰমাদিত্য ) সময়ত মধ্যদেশৰ অৱস্থাৰ বৰ্ণনা ইয়াত পোৱা

যায়। প্ৰায় ৪০০ খ্ৰীষ্টাব্দৰ কথা। ৰজাৰ বিষয়াসকলে তেতিয়াও সামন্তযুগীয়া ক্ষমতা অধিকাৰ লাভ কৰা নাছিল। মধ্যদেশৰ বাহিৰৰ মাটিত নিশ্চয় কৰ লগোৱা হৈছিল। ছপোৱা শস্যৰ এক অষ্টমাংশ কৰ হিচাপে ৰজাক শোধোৱা নিয়ম আছিল। সম্ভৱতঃ সাম্ৰাজ্যৰ ঘাই ভূভাগত কৰৰ বোজা পাতল কৰি সেই অঞ্চলৰ মানুহৰ প্ৰতি বিশেষ অনুগ্ৰহ দৰ্শোৱা হৈছিল। অমৰকোষৰ মতে গাৱেঁভূঞে খুচুৰা বেপাৰী আৰু মদ বেচোতা লোক আছিল। মাটিত থকা বা মাটি এৰি থৈ যোৱা অধিকাৰ দিয়ালৈ চাই serfdom অৰ্থাৎ চুক্তিবদ্ধ খেতিয়ক ৰখা প্ৰথা নাছিল বুলিয়েই ধাৰণা হয়। কিন্তু বৌদ্ধ ভিক্ষুসকলে কেনেকৈ মাটি, মাটিৰ বাসীন্দা আৰু গৰু-ম'হ ৰাখিব পাৰিছিল, তাক বুজাটো টান হৈ পৰে। চীনা পৰিব্ৰাজকজনৰ টোকা অনুবাদ কৰোঁতাসকলেও পাঠক একে অনুবাদ কৰা নাই। গতিকে সেই কালৰ মাটি দানৰ ফলিবোৰ চাই আমি ইয়াকে ক'ব পাৰোঁ যে ৰাইজৰ ওপৰত ৰাষ্ট্ৰৰ যি অধিকাৰ আছিল সেই অধিকাৰ মাটি ভোগ কৰোঁতাৰ হাতলৈ হস্তান্তৰিত কৰা হৈছিল; তাৰ বাবে মাটি ভোগ কৰোঁতাই নিৰ্দিষ্ট কৰো পাইছিল, কিন্তু মাটিত মালিকীস্বত্ব বা অধিকাৰ পোৱা নাছিল।

ৰাষ্ট্ৰৰ আচল আয় বহিৰ্দেশৰ বিজিত ৰজা আৰু জনজাতিবোৰৰপৰা তোলা হৈছিল। এই বহিদেশ আছিল মগধ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত ঘাই অঞ্চল। দক্ষিণা-পথৰ বিজিত ৰজাসকলক পুনৰ নিজ নিজ সিংহাসনত আৰোহণ কৰিবলৈ দিয়া হৈছিল; জনজাতিসকলেও সেও মনাৰ পিছত নিজৰ পদ্ধতিৰে চলিবলৈ অধিকাৰ পাইছিল যেন বোধহয়। কিন্তু এওঁলোক সকলোৱেই সম্ৰাটক কৰ দিব লাগিছিল; 'সৰ্ব-কৰ-দানাজ্ঞা-কৰণ-প্ৰণাম' ·····সুদীৰ্ঘ সমাসৰ এই অংশটিয়ে কৰ দান, আজ্ঞা-পালন আৰু প্ৰণাম তিনিওটি কথাই প্ৰকাশ পাইছে। এই ট্ৰাইবেলসকলৰ নাম ক্ষেত্ৰ-বিশেষে (বিশেষকৈ 'যৌদ্ধেয়' আৰু তাতকৈ প্ৰাচীন 'আৰ্জুনায়ন' আদি নাম) পুৰণি যেন লাগিলেও প্ৰকৃত পক্ষে এওঁলোক অসামাজিক 'জন'ৰ স্তৰত নাছিল; বৰং সেই স্তৰ পাৰ হৈ 'গণ' সমাজ গ্ৰহণ কৰিছিল; 'গণ' সমাজ ট্ৰাইবেল সমাজৰ পৰৱৰ্তী স্তৰ। আমি এই গণবিলাকৰ মাজত সামৰিক নেতৃত্ব বিকশিত হোৱা দেখিবলৈ পাওঁহক; (Fleet, 58 : 59 etc)—বিশেষকৈ আক্ৰমণৰ বিৰুদ্ধে এনে নেতৃত্ব গঠিত হৈছিল। নাগসকলকে ধৰি প্ৰায় সকলো জনজাতিৰ মাজতে নিজৰ ভিতৰৰ পৰাই ৰজা নিৰ্বাচিত হৈছিল। আনকি বিজিত অৰণ্যবাসী বৰ্বৰ জাতিবোৰৰ মাজতো সেই সময়ত হয় ৰজা আছিলেই, নতুবা কিছুদিনৰ পিছতে ৰজা একোজন পাতি লোৱা হৈছিল। এই বৰ্বৰ ৰজাবোৰৰ আত্মসমৰ্পণৰ কাহিনী

এলাহাবাদ ফলিত লিপিবদ্ধ কৰা হৈছে (Fleet. 21–31, 81 ), ইয়াৰ পাছৰ পৰাই অস্ত্র-শস্ত্রৰ বলেৰে দাঁতিকাষৰীয়া ৰজাক জয় কৰি কৰতলীয়া কৰাটোৱেই ৰজাসকলৰ পক্ষে গৌৰৱৰ কাম বুলি গণ্য হৈছিল। ( Har. 100 )। 'সামন্ত' শব্দটোৰ প্ৰাচীন অৰ্থ হ'ল 'ওচৰচুবুৰীয়া' বা 'ওচৰ-চুবুৰীয়া ৰজা'। কালক্ৰমত তাৰ অৰ্থ হ'লগৈ 'high feudatory' অৰ্থাৎ ডাঙৰ কৰতলীয়া ৰজা। গুপ্তসকলৰ প্ৰথম জন ৰজা শ্ৰীগুপ্ত সাধাৰণ ৰজা আছিল। তেওঁৰ ল'ৰা ঘটোৎকচক বংশধৰসকলে ইয়াতকৈ অলপ উচ্চ সন্মানেৰে চাইছিল। কিন্তু চন্দ্ৰগুপ্ত ( প্ৰথম )ৰ দিনৰপৰা গুপ্ত ৰজাসকলে 'মহাৰাজাধিৰাজ' উপাধি গ্ৰহণ কৰে।

পূৰ্বতে বিষয়া, সত্ৰপ, ৰজা, জনজাতীয় দলপতিসকলে সংগ্ৰহ কৰা সম্পত্তি আক্ৰমণ কৰি লুটি নিয়াটো বৰ লাভজনক কথা আছিল। মৌৰ্যসকলৰ ৰাজত্ব উৰ্কালিবৰ দিন ধৰি উনৈশ শ শতিকাৰ মাজভাগলৈকে এই লুটপাত চলি আছিল। গুপ্তসকলেঁ দুশবছৰ ধৰি এখন ডাঙৰ সাম্ৰাজ্য চলাই খাব পৰাৰ গুৰিতে তেওঁলোকৰ আক্ৰমণৰ শক্তি নাছিল, আছিল দেশৰ উৎপাদন ব্যৱস্থাৰ সমৃদ্ধি। পূৰ্বে চাষ নকৰা হাবিৰ অঞ্চলবোৰত লাভজনক বেহা-বেপাৰ কৰি আৰম্ভণিতে যথেষ্ট লাভ কৰাৰ পথ মুকলি হৈছিল। বঙ্গদেশ হ'ল গুপ্ত যুগত ভঙা নতুন অঞ্চল। এই অঞ্চল বসতিৰ আদৰ্শ স্থান। তাতকৈ কম সাবুৱা দাক্ষিণাত্য অঞ্চলতো এই যুগতে প্ৰথম স্থায়ী কৃষিজীৱি গাৱঁৰ সংখ্যা বৃদ্ধি পায়। মৌৰ্য বসতি পদ্ধতিৰ পৰা গুপ্ত বসতি-পদ্ধতি সম্পূৰ্ণ সুকীয়া আছিল। মৌৰ্য ৰাষ্ট্ৰই বসতিৰ দায়িত্ব লৈছিল; ৰাষ্ট্ৰই শূদ্ৰসকলক বলেৰে নতুন গাৱঁত বহুৱাইছিলগৈ, ধাতুৰ ব্যৱসায়ো সম্পূৰ্ণ নিজৰ নিয়ন্ত্ৰণত ৰাখিছিল, উৎপাদন আৰু বেহা-বেপাৰতো ৰাষ্ট্ৰই নিজে ভাগ লৈছিল আৰু অৰ্থনীতি চালু ৰাখিবলৈ অসংখ্য মুদ্ৰাৰ প্ৰচলন কৰিছিল। গুপ্তযুগৰ ( আমি ) যিবোৰ ৰূপৰ মুদ্ৰা পাওঁহ'ক, সেইবোৰ সংখ্যাত কম, গুণত নিকৃষ্ট আৰু আকাৰত পশ্চিমীয়া সত্ৰপসকলৰ নামত মৰা মুদ্ৰাৰ নকল; অৱশ্যে গুপ্তযুগৰ সোণৰ মুদ্ৰাবোৰ খুব ভাল। লগতে ভাল কিন্তু কম সংখ্যক তামৰ মুদ্ৰাও পোৱা গৈছে। পাম অঞ্চললৈ দূৰ হোৱাৰ বাবে গুপ্ত ৰজাসকলে বলেৰে নতুন অঞ্চলত মানুহ বহুওৱাটো সম্ভৱপৰ কথা নাছিল; তাৰোপৰি অপেক্ষাকৃতভাৱে সেই কালত হাবি মাটি যথেষ্ট পৰি আছিল আৰু আনহাতে খাদ্য সংগ্ৰহকাৰী বৰ্বৰসকলকো নিজৰ মাটিৰ পৰা উঠাই পঠোৱাটো সম্ভৱপৰ কথা নাছিল। এইবোৰ মাটিতকৈ গঙ্গা উপত্যকাৰ পলসুৱা মাটিত হাল বাই অধিক শস্য উৎপাদন কৰিব পৰা গৈছিল। নতুন বন্দৱস্তিৰ পদ্ধতিটো এনে ধৰণৰ আছিল: এইবোৰ অঞ্চলত

ধৰ্মৰ লগত গাইগুটীয়া বেপাৰ সোমোৱাৰ লগে লগে পূৰ্বৰ জনজাতীয় সমাজবোৰত জাত প্ৰথাৰ আঁৰ লৈ ব্যক্তিগত সম্পত্তি আৰু শ্ৰেণী ব্যৱস্থাৰ উদ্ভৱ হয়। কেন্দ্ৰীয় ৰাষ্ট্ৰই বিভিন্ন স্থানীয় জনজাতীয় দলপতিসকলৰ মাজত হোৱা কন্দল বন্ধ কৰাত সহায় কৰিছিল আৰু বৰ্বৰসকলৰ আক্ৰমণৰ বিৰুদ্ধে তেওঁলোকক পাৰ্যমানে সাহায্য দিছিল। ৰাষ্ট্ৰৰ পক্ষে সম্ভৱপৰ হ'লে একোখন গাৱেঁ কৰিব নোৱাৰা কাম, অৰ্থাৎ পানী যোগান কাৰ্য, বাণিজ্য নিয়ন্ত্ৰণ, বাণিজ্য পথত পুলিচৰ পহৰা ৰখা—এই সকলোবোৰ কাম তলতীয়া ৰাজ্যপালে আৰু সামন্তৰ যোগেদি সমাধা কৰাৰ ব্যৱস্থা কৰিছিল। গিৰ্ণাৰৰ মৌৰ্য বান্ধটোৰ ( এইটোৰ এতিয়া চিন মোকাম নাই ) সৰ্বশেষ পুনৰ নিৰ্মাণ ৪৫৬ খ্ৰীঃত কৰা হৈছিল বুলি অনুমান হয় ( fleet 14 ) ; স্কন্দগুপ্তই নিযুক্ত কৰা সুৰাষ্ট্ৰৰ সামন্ত পৰ্ণদত্তৰ পুত্ৰ চক্ৰ পালিতে এই পুনৰ নিৰ্মাণ কাৰ্য কৰোৱায়। পৰ্ণদত্ত শব্দটো সংস্কৃত যদিও ইয়াৰ মূল পাৰ্চী ( cf J charpentier in ( RAS 1928, PP 904-5 )। এনে ধৰণৰ আটাইতকৈ ডাঙৰ কাম ৰজা ভোজে কৰাইছিল। ই হ'ল ভোজপুৰৰ পানীৰ ভৰালটো। ৰজা ভোজৰ মৃত্যু ঘটে ১০৫৫-৫৬ চনত। দুটা মধ্যমীয়া বান্ধ বান্ধি তাৰ সহায়ত ২৫০ বৰ্গমাইল আকাৰৰ এটি হ্ৰদ সাজি ভোজপুৰত ৰজা ভোজে এই পানীৰ ডাঙৰ ভৰালটো তৈয়াৰ কৰায়। তাৰে ডাঙৰ বান্ধটো ১৮৮০ চনলৈকে ভালে আছিল (1 A.·17, 1888 PP 348-352)। সৰুটো বান্ধ ওখই ৮৭ ফুট ওখ আৰু দীঘলে ৫০০।৭০০ গজৰ ভিতৰত হ'ব। হোচাংচাহে এই বান্ধটো কাটি পেলায়। এই পানীৰ বান্ধটো কম খৰচতে পুনৰ নিৰ্মাণ কৰিব পৰা যায়। ইয়াক আধুনিক পাঁচ-বছৰীয়া পৰিকল্পনাবোৰত অন্তৰ্ভুক্ত কৰি ল'লে নিশ্চয় অন্যান্য আঁচনিৰ তুলনাত কম খৰচতে এই পানীৰ ভৰালটো পুনৰ নিৰ্মাণ কৰিব পৰা যাব। ভোজ একেধাৰে ৰজা আৰু যোদ্ধা আছিল, তথাপি তেওঁ সংস্কৃত সাহিত্যৰ এজন উল্লেখযোগ্য স্ৰষ্টা। সাহিত্যতত্ত্ব, মৌলিক লেখা আৰু সমসাময়িক লেখকসকলৰ পৃষ্ঠপোষকতা কৰা ইত্যাদি ক্ষেত্ৰত তেওঁৰ বৰঙণি অসাধাৰণ। যিসকল লোকে সংস্কৃত সাহিত্যত নাম ৰাখি গৈছে, সেইসকলৰ ভিতৰত ভোজো এজন। ভোজৰ লগে লগেই সংস্কৃত সাহিত্যত সুপণ্ডিত ৰজা-সকলৰ ধাৰা শেষ হয় ; ৰুদ্ৰদমনৰ দিনৰ পৰাই এই পৰম্পৰা আৰম্ভ হয় বুলিব পাৰি। গুপ্ত আৰু হৰ্ষ সম্ৰাট সকলৰ দিনত ৰজাসকলৰ সংস্কৃত সাহিত্য চৰ্চাই শীৰ্ষ বিন্দু পায়গৈ। ৰাজনৈতিক দৃষ্টিৰপৰা চালে ডাঙৰ সাম্ৰাজ্য দুখনৰ লগত ভোজৰ 'ধাৰা' ৰাজ্যৰ কোনো তুলনাই হ'ব নোৱাৰে। এই ভোজ ৰজাৰ লেখাত

কৰতো (অন্ততঃ মই আলোচনা কৰি যি বুজিছো ) ৰাজহ প্ৰশাসন, মাটি বন্দবস্তি আৰু মাটিৰ মালিকীস্বত্ব সম্পৰ্কে একো উল্লেখ নাই।

এই সময়ত ৰাষ্ট্ৰই মাটিৰ গাইগুটীয়া বন্দবস্তিত উৎসাহ দিছিল ; সেইমতে মাটি ভোগ কৰোতাই শস্যৰ ভাগ দিব লাগিছিল। মৌৰ্যসকলৰ দিনতকৈ এই শস্যকৰৰ পৰিমাণ কম আছিল। তথাপি এই উন্নতিয়েই গুপ্ত সাম্ৰাজ্যৰ কাল হয়গৈ। আত্মনিৰ্ভৰশীল গাৱঁৰ সংখ্যা বঢ়াৰ অৰ্থ হ'ল মানুহ মুৰি পণ্যদ্ৰব্যৰ উৎপাদন কমি যোৱা। ৭ম অধ্যায়ত দৰ্শোৱা হৈছে কি দৰে উচ্চতম হাৰত পণ্যদ্ৰব্য উৎপাদন, বিস্তীৰ্ণ বেপাৰ-বাণিজ্য আৰু ৰাজকোষত যথেষ্ট নগদ ( কৰৰ ) টকা হলেহে বৃহৎ সাম্ৰাজ্য জুৰি থকা কেন্দ্ৰীয় সেনাবাহিনী আৰু আমোলাতন্ত্ৰ চলাবলৈ খৰচ যোগান ধৰিব পৰা যায়। কিন্তু গুপ্ত সাম্ৰাজ্যত লাভজনক বেপাৰ বাণিজ্যৰ ক্ৰমাৎ অৱনতি ঘটিবলৈ ধৰিলে। শাতবাহনসকলৰ দিনত যিবিলাক 'গিল্ড' বা শ্ৰেণী খুব শক্তিশালী আছিল, সেইবোৰৰ ক্ৰমে সম্পূৰ্ণৰূপে বিলুপ্তি ঘটিল। তেতিয়া আচল সমস্যা হ'ল কি উপায়েৰে প্ৰত্যেক গাৱঁত বিভিন্ন জাতৰ নিম্নতম সংখ্যক অত্যাৱশ্যকীয় কাৰিকৰ আৰু হস্তশিল্পীক ৰক্ষা কৰিব পৰা যায়। এই সমস্যা নিয়াৰিকৈ সমাধা কৰা হ'ল। শ্ৰেণী বা গিল্ড দাস প্ৰথা, নগদ টকা দিয়া নিয়ম, উৎপন্ন দ্ৰব্যবোৰক পণ্যদ্ৰব্যলৈ ৰূপান্তৰ কৰা পদ্ধতি আদি একোৰে সহায় নোলোৱাকৈ উক্ত কাম কৰা হ'ল অৰ্থাৎ গাৱঁৰ কাৰিকৰ আৰু শিল্পীবোৰক ৰাখিব পৰা সম্ভৱপৰ হ'ল ; এই বিষয়ে পিছত বহলাই কোৱা যাব। এই ব্যৱস্থাৰ ফলস্বৰূপে ৰাষ্ট্ৰৰ প্ৰাপ্য শস্যকৰৰ সহায়ত স্থানীয় বিষয়া আৰু সিচৰিত হৈ থকা গুল্ম পুলিচৰ গোটবোৰো পোহপাল যাব লাগিছিল। এই কৰৰে অংশ খৰচ কৰি সততে ভ্ৰমণৰত ৰাজসভাও পোহপাল যাব লাগিছিল। এনে কৰিব লগা হোৱাৰ একমাত্ৰ কাৰণ হ'ল বেপাৰৰ অৱনতি। নগদ ধন নহলে সম্ৰাটৰ স্থায়ী সেনাবাহিনীৰ ভৰণপোষণ দিয়া টান ; এই নগদ ধন আহে শস্যবেপাৰৰ যোগেদি। বেপাৰ কমি যোৱাৰ ফলত কেন্দ্ৰীয় সেনা বাহিনীৰো অৱস্থা বেয়াৰ ফালে ঢাল খালে ; অকল সেয়ে নহয়, কেউফালে বিষম ঘটনা ঘটিবলৈ ধৰিলে। নতুন জনজাতিৰপৰা স্থানীয় ৰজাৰ উদ্ভৱ হ'ল। দুৰাকাংখী সামন্ত আৰু দুঃসাহসী বিষয়াৰ উত্থান ঘটিল। ফলত কৰ তোলা ৰাষ্ট্ৰৰ পক্ষে অসম্ভৱ হৈ পৰিল। গতিকে সাম্ৰাজ্যৰো পতনৰ কাল চমু চাপি আহিল। পতন হোৱাৰ লগে লগে ইতিহাসৰ পুনৰাবৃত্তি ঘটিল। সেই কুঘটনাবোৰ আকৌ

ঘটিবলৈ ধৰিলে। বিবিলাক বিদেশীয়ে বেপাৰ বা চাকৰি[৩] 'কৰিবলৈ আহিছিল, তেওঁলোকে হঠাতে আক্ৰমণকাৰীলৈ ৰূপান্তৰিত হ'ল ; কাৰণ অস্ত্ৰ-শস্ত্ৰৰ যোগেদি অধিক লাভ কৰাৰ সুযোগ ওলাল। এনে ৰূপান্তৰ যুগ-যুগান্তৰ ধৰি ঘটি আহিছে।

৯.২ নতুন অৰ্থনীতিৰ একে সময়তে দুটি বিপৰীত ৰূপ দেখা গ'ল। এহাতেদি কেইটামান বন্দৰ আৰু কেইখনমান ৰাজধানীত সম্পত্তি আৰু উন্নতি একমুঠ হোৱাৰ দৃশ্য, আৰু আনহাতেদি মহানগৰবিলাকৰ সাধাৰণ অৱনতি ঘটাৰ দৃশ্য। কেন্দ্ৰীয় আৰু প্ৰাদেশিক ৰাজসভাবোৰ নতুন বিলাসিতাৰ কেন্দ্ৰ হৈ পৰিল। আমাৰ দেশৰ শ্ৰেষ্ঠ চিত্ৰ আৰু ভাস্কৰ্য কলাবোৰ এই যুগৰে ; অজন্তাৰ শ্ৰেষ্ঠ গুহাবোৰো এই যুগৰে। অৱশ্যে সাঁচীৰ আৰু কাৰ্লেৰ কলা বহুতো লোকৰ সুন্দৰ সহযোগিতাৰ ফলত সৃষ্টি হৈছিল ; কিন্তু অজন্তা আৰু আন আন ঠাইৰ কলা ৰাজসভাসদ বিষয়া আৰু ধনীলোকৰ দানৰ দ্বাৰা পৰিপুষ্ট হৈছিল ; দুয়োবিধ কলাৰ মাজত এয়েই প্ৰভেদ। এই মন্তব্য কৰাৰ লগে লগে আমি এটা কথা মনত ৰাখিব লাগিব। উক্ত যুগৰ এছোৱা কালত সুন্দৰ সাহিত্য, সুন্দৰ ভাস্কৰ্য, চিত্ৰকলা, স্থপতি-কলা আদিৰ সৃষ্টি হৈছিল। ওপৰৰপৰা জাপি দিয়া নতুন সামন্ত সমাজখনত যেতিয়া আৱৰ্তণ কালৰ সফল জয়যাত্ৰাৰ সময় তেতিয়া সমাজত শান্তি বিৰাজ কৰিছিল ; তাৰ কৰ ব্যৱস্থা কঠোৰ নাছিল। এই সমাজখন আনবোৰ সমাজৰ তুলনাত অধিক সংস্কৃতিবান আছিল। গাৱঁলীয়া অৰ্থনীতিৰ আভ্যন্তৰীণ বিকাশৰ লগে লগে লাহে লাহে তাৰ অৱনতিও আৰম্ভ হৈছিল ; গতিকে উপৰুক্ত বিপৰীত ৰূপ অধিক প্ৰকট হৈ প্ৰকাশ পাইছিল। নতুন নতুন গাৱঁৰ বসতি বাঢ়ি থকা কালছোৱাতে শাস্ত্ৰীয় সংস্কৃত সাহিত্যৰ সুন্দৰতম বিকাশ সাধিত হৈছিল। কালিদাসৰ কাল

(৩) 'শুকবাট নে কঠিয়াৰাবৰ' ক'ৰবাত এখন ছবীয় (Sabacan) ফলি পোৱা হৈছিল। ১৯৪২ চনত তাৰ ফটো মই পাওঁ, তাত 'কিউনিফৰ্ম' বা বাণমুখী লিপি লেখা আছিল। সেইহে অক্সফোৰ্ডৰ বডলেয়ান লাইব্ৰেৰীয়ান ডাঃ এফ এল বীষ্টনে এইখন ফলি পঢ়িলে। তেওঁ ১৯৫১ চনৰ ২০ আগষ্ট তাৰিখে চিঠিৰে মোক জনায়। এডেনৰ ওচৰত পোৱা আন এখন ফলিৰ লগত ইয়াৰ পাঠ মিলে (Corpus Inscr sem. 27. 1906. .153-6)। তাৰ পাঠ হ'ল এই : "হৰৰান আৰু হৰৰান পৰ্বতবাসী তেওঁৰে সমগোত্ৰীয় ৰ'খৰ জনজাতি ভুক্ত 'ৰখিৰ আৰু খোত' বংশৰ লোকৰ অভিযাত খাট ইয়াৰ পৰা উত্তৰ দিশে বুলি এই ফলিৰ পৰা জনা যাব। ইহঁতে পৰ্বতৰ কন্দৰ আৰু প্ৰাসাদবোৰে পূবৰ সীমা নিৰ্দ্ধাৰণ কৰিব।" ইয়াৰ পুৰালিপি পৰীক্ষা কৰিলে, তাক খ্ৰীষ্টীয় কালৰ আদিছোৱাত পেলাব পাৰি। এই খনতকৈ ক্ষুদ্ৰ কেইখনমান ছবীয় ফলি ভুৰুত পোৱা গৈছে (EL. 19. 300-302)। তাত সূৰ্যপূজকসকলৰ কথা আছে ; সম্ভৱতঃ কুশান যুগত এওঁলোকক চিনাৰ দৈৱ শক্তিত ভুৱাবৰ দিবলৈ অনা হৈছিল। তাৰ পিছত এওঁলোকেই মগ ব্ৰাহ্মণ হ'লগৈ। এই মগসকলৰ পুৰাণখনৰ নামেই হ'ল শাম্ব পুৰাণ (cf R. C. Hazra. ABORI. 36. 1955. 62-65)।

আজি সঠিককৈ নিৰ্ণীত হোৱা নাই। কিন্তু সাধাৰণতে তেওঁক চন্দ্ৰগুপ্ত (দ্বিতীয়) বিক্ৰমাদিত্যৰ দিনৰে বুলি কোৱা হয়। ৩৪০ আৰু ৪১০ খ্ৰীষ্টাব্দৰ ভিতৰতে তেওঁৰ আৱিৰ্ভাৱ বুলি মানুহৰ ধাৰণা। ভাসক তেওঁৰ পাছৰ যেন লাগে। তৃতীয় জনা নাট্যকাৰ আৰু কবি হ'ল ভৱভূতি। এওঁ কনৌজপতি যশোবৰ্মনৰ ৰাজসভাৰ এজন কবি আছিল। কাশ্মীৰৰ ললিতাদিত্যৰ হাতত ৭৩৬ খ্ৰীষ্টাব্দত যশোবৰ্মনৰ পৰাজয় ঘটে; ললিতাদিত্যই হঠাতে কনৌজ আক্ৰমণ কৰিছিল। বহুতে কয় যুদ্ধত যশোবৰ্মনৰ পৰাজয়েই নহয় মৃত্যুও ঘটে। কনৌজৰ হৰ্ষ (৬০৬-৬৪৭ খ্ৰীষ্টাব্দ; আনুমানিক কালহে) এজন উচ্চগুণ সম্পন্ন নাট্যকাৰ আছিল। অৱশ্যে কুৰুচিসম্পন্ন কিছুমান সমালোচকে কয় যে ৰাজসভাৰ কবিসকলে ৰচনা কৰা গ্ৰন্থতহে হৰ্ষই নিজৰ স্বাক্ষৰ দান কৰিছিল। হৰ্ষৰ ৰাজ কবিসকলৰ ভিতৰতে বাণো এজন। এওঁ অতিশয় আলঙ্কাৰিক গদ্যত সাহিত্য ৰচনা কৰিছিল। হৰ্ষৰ নাটবোৰত স্ত্ৰী আৰু ভৃত্যই যি প্ৰাকৃত ভাষা ব্যৱহাৰ কৰিছে, সেই প্ৰাকৃত ভাষা সংস্কৃত ভাষাৰ দৰেই কৃত্ৰিম হৈ পৰিছিল। ইয়াৰপৰা বুজা যায় সাহিত্যৰ ভাষা ক্ৰমাৎ সাধাৰণ মানুহৰ (৩৭ নং চিত্ৰ হৰ্ষৰ স্বাক্ষৰ বাঁসচ খেৰা তামৰ ফাল) ভাষাৰ পৰা আঁতৰি আহিছিল। আমাৰ ইতিহাসবিদ্‌সকলৰ মতে এই যুগটো ভাৰতৰ স্বৰ্ণ যুগ। কথাটো সঁচা; কাৰণ গুপ্ত ৰজাসকলৰ দিনৰ যিমানবোৰ স্বৰ্ণমুদ্ৰা আৱিষ্কৃত

---

হুন গড়ৰ। পৰৱৰ্তী বৈদেশিক শাসকসকলৰ বংশও বিচিত্ৰ। তেওঁলোকৰ সাতসন্ততিসকলে অৱশ্যে মাজে মাজে ভাৰতীয় নাম লোৱাও দেখা যায়। স্কন্দগুপ্তৰ পিছত বলভিৰ মৈত্ৰক বংশ প্ৰতিষ্ঠা কৰে ক্ৰোমোৱা এজন ভতাৰ্কই, এওঁক এই কামত সহায় কৰে তেওঁৰ নিজৰ জনজাতি বা বংশই। এই জনজাতিটোৰ আৰু দলপতিৰ নাম সংস্কৃতত দিয়া আছে। এই নামকেইটা নিশ্চয় বিদেশী নাম। বন্ধুমতীৰ ল'ৰা আৰু নিৰ্মলাৰ ভায়েক মালাদই নালন্দাৰ বৌদ্ধ বিহাৰ বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰে (1.20.37-46)। এই কাম হৈছিল বালাদিত্যৰ দিনত। এই মালাদই কৈছিল যে 'উত্তৰাধিকাৰি আৰু গিৰিসঙ্কটাধিপতি' টিকিন নামৰ যশোধৰ্মনৰ অধীনস্থ এজন লোকৰ তেওঁৰ বাপেক। এই যশোধৰ্মনক কনৌজৰ যশোবৰ্মণ যেন লাগে, এশ বছৰৰ আগৰ মালৱাৰ যশোধৰ্মণ নহয়। সম্প্ৰতিকে এওঁক যশোধৰ্মণৰ লগত মিলোৱাটো ঠিক হোৱা নাই। 'টিকিন' শব্দ 'টেগিন'ৰ পৰা ওলোৱা। শব্দটো তুৰ্ক ভাষাৰ; অৰ্থ দলপতি, সামন্ত বা ৰজা। হুনসকলে গুপ্তসকলৰ হাতত কেইবাবাৰো যুদ্ধত হাৰিছিল যদিও তেওঁলোকে গুপ্তসকলৰ ভেটি লবাই থৈ গ'ল; তথাপি হুনসকল ভাৰতীয় সমাজত সম্পূৰ্ণৰূপে নিশ্চিহ্ন হৈ নগল। মাত্ৰ সংস্কৃত কাব্যতহে হুন আৰু শক কন্যাসকলৰ উচ্চপ্ৰশংসিত পাতল সোণোৱালী বৰ্ণৰ পৰৰ সাঁচ থৈ গ'ল। সোণালী যুগৰ সোণালী বৰ্ণ। আৰু বিলাকৰ দৰে মুছলমান আৰু ব্ৰিটিশসকলেও সেনা পঠিওৱাৰ আগতে ভাৰতলৈ বেপাৰীহে পঠাইছিল। যেতিয়া কম খৰচত বেছি লাভ হোৱাৰ সুযোগ গুলাবলৈ ধৰিলে, তেতিয়াহে তেওঁলোকে সেনাবাহিনী পঠাইছিল।

হৈছে, পূৰ্বৰ ৰজাসকলৰ দিনত তিমানবোৰ হোৱা নাছিল। কিন্তু এই স্বৰ্ণ যুগতে মগধ সাম্রাজ্যৰ ৰাজধানী পাটলা এখন সাধাৰণ গাৱঁত পৰিণত হয় ( Beal 2 86 ) প্যাটনা দ্বিতীয় চন্দ্ৰগুপ্তৰ ৰাজধানী আছিল। পাটনাৰ আশে-পাশে থকা গাওঁবোৰ কিন্তু আগৰ দৰেই সমৃদ্ধিশালী হৈ আছিল; তাৰ মাটিও সাবুৱা আছিল। ওচৰৰ বৃহৎ অশোক স্তম্ভবোৰক অতি মানবীয় নিৰ্মাণ কাৰ্যৰ নিদৰ্শন বুলি গণ্য কৰা হৈছিল। গুপ্তসকলৰ ৰাজধানী আছিল উজ্জয়িনীত। কিন্তু মৌৰ্যসকলৰ উন্নতিৰ কালত পাটনা আছিল পৃথিৱীৰ বৃহত্তম নগৰী, সেই অনুপাতে গুপ্তযুগত তেওঁলোকৰ ৰাজধানী উজ্জয়িনী সমৃদ্ধিশালী নাছিল। উজ্জয়িনীৰ পিছত কনৌজ ৰাজধানী হৈছিল। কিন্তু কনৌজ উজ্জয়িনীৰ তুলনাতো হীন আছিল। ইয়াৰ ৰজাসকলে সততে ভ্ৰমণ কৰি ফুৰিছিল।[8] লগত সেনাবাহিনী, অন্তঃপুৰৰ ৰাজমহিষীবৃন্দ, ৰাজসভাসদ আৰু সচিবালয়-সকলো ঘূৰি ফুৰিছিল, কিয়নো, এওঁলোকক খুওৱা-বুওৱা এটা মহা সমস্যা হৈ পৰিছিল। গতিকে য'ত বাহি শস্য উৎপন্ন হৈছিল, ত'ৰপৰা ধন আনি পোহপাল দিব লগা হৈছিল। এই সময়ত দিয়া দানবোৰ 'স্কন্ধাবাৰ' অৰ্থাৎ 'শিবিৰৰ থাই কাৰ্যালয়'ৰপৰা দিয়া হৈছিল।

হৰ্ষ জনজাতীলোক বুলি ক'লেও বৰ ভুল নহয়। এওঁ পুষ্যভূতিৰ বংশধৰ আৰু সূৰ্য-পূজক; ইফালে তেওঁ মহেশ্বৰৰো ভক্ত ( Beal 1, 222-3 ; E 14. 211 ; 7. 158 )। অকল সেয়ে নহয়, তেওঁ বৌদ্ধধৰ্মী, অহিংসা-পন্থী আৰু যুদ্ধৰো দলপতি। একেলগে ইমানবোৰ গুণ তেওঁৰ গাত আছিল। হৰ্ষৰ ৰাজত্বত প্ৰথম বিদ্ৰোহ আৰম্ভ হয় বঙ্গদেশত। বঙ্গদেশৰ নতুন গাওঁবোৰ তেতিয়া আৰম্ভ হৈছে, ইফালে তেওঁলোকৰ ৰাজ্যত সুবিধাজনক বাণিজ্য-বন্দৰো আছিল। কাজেই বঙ্গদেশে কনৌজৰ শক্তি কিয় সহ্য কৰিব? এই যুদ্ধ-বিগ্ৰহবোৰৰ লগত প্যাটনাৰ দৰে গুৰুত্বপূৰ্ণ বাণিজ্য কেন্দ্ৰবোৰ ধ্বংস হোৱা ঘটনাৰ নিশ্চয় কিবা সম্পৰ্ক আছিল। পূবদেশৰ ৰজা শশাঙ্ক নৰেন্দ্ৰগুপ্ত আছিল উত্তৰ ভাৰতৰ সৰ্বশেষ গুপ্ত ৰজা ( F 16. 143-4 )। এওঁৰ বিজয় আৰম্ভ হয় বঙ্গদেশৰ ফালৰ পৰা। মৌখাৰী অঞ্চলেকে এই বিজয় আগবাঢ়ে। শশাঙ্কই মৌখাৰী ৰাজ্য জয় কৰি তাৰ ৰজাক হত্যা

(8) হৰ্ষচৰিতত বাণে হৰ্ষৰ শিবিৰ আৰু ভ্ৰাম্যমান সেনাবাহিনীৰ কথা ভালদৰে বৰ্ণনা কৰিছে। ৰাজকবি কোনো কাহানি থানেশ্বৰ বা কনৌজলৈ যোৱা নাছিল যেন বোধহয়। তেওঁৰ বৰ্ণনাৰ মতে উক্ত অঞ্চলটো বনৰীয়া নাৰিকল গছেৰে ভৰি আছিল। কিন্তু উত্তৰে কবিৰ বাসস্থান পৰ্যন্তহে নাৰিকল গছ গজাৰ প্ৰমাণ পোৱা যায়। তেওঁৰ ঘৰ আছিল গঙ্গাৰ দক্ষিণে আৰু পাটনাৰ অলপ উত্তৰত। সম্ভৱতঃ তেওঁ ঠাই টুকুৰাক যিকোনো সাকৰা ভূমিৰ প্ৰতীক হিচাপে গণ্য কৰি লৈছিল।

কৰে ( Beal. 1. 210 ; Har. 186 )। শেহত হৰ্ষৰ হাতত এওঁ পৰাজয় বৰণ কৰিবলগীয়া হয়। শশাঙ্কৰ আক্ৰমণৰ দৰ্শনীয় কাৰণ আছিল ধৰ্ম। এওঁ বৌদ্ধ বিহাৰবোৰৰ ধ্বংস সাধন কৰে। আনকি বুদ্ধই যিজোপা গছৰ তলত বুদ্ধত্ব লাভ কৰিছিল, সেইজোপা গছো তেওঁ পুৰি পেলায় ( Beal. 2. 118-122 )। ইয়াৰ পৰা বুজিব পাৰি যে গুৰিতে কিবা সংঘৰ্ষৰ কাৰণ আছিল ; সেই সংঘৰ্ষ ধৰ্মতাত্ত্বিক চেতনাৰ সংঘৰ্ষৰ যোগেদি প্ৰথম বাৰলৈ প্ৰকাশিত হ'ল। ওপৰৰপৰা জাপি দিয়া সামন্তবাদী সমাজত ধৰ্মৰ ছদ্মবেশেৰে চলোৱা এনে সংগ্ৰাম সম্পূৰ্ণ নতুন। হৰ্ষবৰ্দ্ধনে পুলকেশিনৰ লগত যুদ্ধ কৰি যুদ্ধত হাৰে ( Beal 2. 226. E 16. 10 )। কিন্তু পুলকেশিনো তেওঁৰ দক্ষিণ-পূব দিশে ৰাজত্ব কৰা পল্লৱসকলৰ হাতত পৰাজিত হ'ল। ইয়াত কোনো ধৰ্মতত্ত্বৰ জয়-বিজয়ৰ অৰ্থ নিহিত নাছিল। এনে সংঘৰ্ষৰ দিনতো গুপ্তসকলৰ ৰাজত্বকালৰ দৰে ( কিছুমান গুপ্ত ৰজাই ভাগৱতী ধৰ্ম মানি চলিছিল ) হৰ্ষৰ দিনতো বৌদ্ধ-বিহাৰ, মন্দিৰ আৰু ব্ৰাহ্মণ সকলোৱে নিত্য দান পাই ঐশ্বৰ্যশালী হৈ উঠিছিল।

সঘনে হৈ থকা ধৰ্ম-যুদ্ধবোৰৰ ঘাই উদ্দেশ্য কি আছিল ? ওচৰচুবুৰীয়া ৰজাবোৰক সামন্ত কৰাটোৱেই খুব সম্ভব এইবোৰৰ লক্ষ্য আছিল। হৰ্ষই একেৰাহে ত্ৰিশ বছৰ যুদ্ধ কৰিছিল ( Beal-1. 213 )। এই কালছোৱাত তেওঁৰ সেনাৰ সংখ্যা বৃদ্ধি পাইছিল ; ৫000 হাতীৰ ঠাইত ৬0,000 হাতী হৈছিলগৈ। সেইদৰে অশ্বাৰোহীৰ সংখ্যা ২000ৰপৰা গৈ ১00,000ত ( এক লাখত ) পৰিণত হৈছিলগৈ। সেইদৰে পদাতিকৰ সংখ্যাও বৃদ্ধি পাইছিল। ৭ম শতিকাৰ আগভাগত এনে এটা বিৰাট বাহিনীৰ খৰচ যোগাওঁতে পৃথিৱীৰ যিকোনো সাম্ৰাজ্যৰে ককাল ভাগিলেহেঁতেন। প্ৰয়াগৰ বিশেষ এখন পথাৰত হৰ্ষই তেওঁৰ 'পূৰ্ব পুৰুষসকলৰ আদৰ্শ' সুঁৱৰি ভিক্ষু সংঘ, ব্ৰাহ্মণ পুৰোহিত আৰু অভাৱগ্ৰস্তসকলক পাঁচ বছৰৰ মূৰে মূৰে মূল্যবান ধন-সোণ আদি বিলাইছিল। "এই উৎসৱৰ পিছত বিভিন্ন ৰাজ্যৰ ৰজাসকলে তেওঁলোকৰ দেশৰ মূল্যবান অলঙ্কাৰ আৰু সাজপাৰ দি সম্ৰাটৰ ৰাজকোষৰ ঘাটি পূৰণ কৰে।" ( Beal-1.233 ) এই ধৰ্মানুষ্ঠানৰ মাজতো এটা লক্ষণ স্পষ্টভাৱে ধৰা পৰে। পাঁচ বছৰৰ মূৰে মূৰে পতা এই সভাৰ ভিতৰত ওপৰৰ জাপি দিয়া সামন্তবাদৰ বৈশিষ্ট্য ফুটি ওলাইছিল। ৰজাসকলে তাত সামন্ত হিচাপে কৰ্তব্য সম্পাদন কৰিছিল। বাণে ( Har chap VII, particularly 213-3 ) নিজ ৰাজ্যত ৰজাৰ চক্ৰৰ ফলত হোৱা ভয় আৰু ধ্বংসৰ কথা বঢ়িয়াকৈ বৰ্ণনা কৰিছে।

চীনা তীৰ্থযাত্ৰী পণ্ডিত হিউৱেনচাঙে আমাক যি ভাষাতেই ৰাজ্যৰ উন্নতিৰ বৰ্ণনা নিদিয়ক কিয় ( এওঁক ৰজাই ৰাজসভাত আদৰণি জনাইছিল আৰু ফুৰিবৰ বাবে বিশেষ সুবিধা দিছিল ; তেওঁ নালন্দা বিশ্ববিদ্যালয়ৰ ছাত্ৰ থকা ঘৰত থাকি অধ্যয়ন কৰিছিল ), সেই সময়ৰ সামাজিক জীৱনত কিহবাৰ অভাব ঘটিছিল। অন্ততঃ সমাজৰ মানুহে আৰু ওপৰ শ্ৰেণীৰ একাংশ লোকে এই জীৱনত সন্তোষ লাভ কৰিব পৰা নাছিল। নহলে মানুহে গঙ্গা-যমুনাৰ সঙ্গমস্থল প্ৰয়াগৰ ওখ আৰু পবিত্ৰ বটগছৰ ওপৰৰপৰা জঁপিয়াই আত্মহত্যা কৰিবলৈ কিয় ওলাইছিল ? এই নতুন ৰীতিৰ অৰ্থ কি ? ( Beal 1.232 )। বুঢ়া চামৰ লোকে কিয় পবিত্ৰ গঙ্গাৰ পাৰত দেহ ত্যাগৰ বাসনা এৰি পানীত পৰি প্ৰাণ বিসৰ্জন দিছিলগৈ ?

গাওঁবিলাক নগৰ আৰু গিল্ডবোৰৰ ধ্বংসৰ কাৰণ হ'ল ; তদুপৰি এই গাওঁবিলাকেই 'স্বৰ্ণযুগৰ' উৰ্দ্ধ-গাথনিত নিৰ্দিষ্ট আদৰ্শৰ ছাপ বহুৱাই থৈ গ'ল। ব্ৰাহ্মণ্যধৰ্মই পূৰ্বতে নমনা কিছুমান অদ্ভুত প্ৰথা, স্থানীয় পূজা-পাতল আৰু তীৰ্থ যাত্ৰা আদি বিভিন্ন পুৰাণত বৰ্ণিত কিছুমান অনুষ্ঠান এই সময়তে ধৰ্মৰ অন্তৰ্ভুক্ত কৰি লোৱা হয়। বোম্বাইৰ এলিফেণ্টা দ্বীপৰ সুন্দৰ গুহা-ভাস্কৰ্য বোৰৰ শিল্পীৰ নাম ক'তো পাবলৈ নাই। ফলি এখনবো অভাব। শিল্পৰীতিৰ বিচাৰ কৰি পণ্ডিতসকলে এই গুহা-ভাস্কৰ্যবোৰ ষষ্ঠ শতিকাত নিৰ্মিত হৈছিল বুলি অনুমান কৰিছে। নাম বিহীনতা উন্নত সামন্তবাদী যুগৰ লক্ষণ। এই গুহাবোৰ নিৰ্মাণ কৰিবলৈ সম্ভৱতঃ দূৰ-দূৰণিৰ সদাগৰসকলে সাহায্য আগবঢ়োৱা নাছিল। সেই সময়ত সকলোৱে জানিছিল এইবিলাক কাৰ কাম। ইফালে সমাজ-ব্যৱস্থা চিৰন্তন যেন বোধ হোৱাত মানুহে ভাবিছিল যে নাম নিদিলেও শিল্পীৰ কাম 'অনন্ত কাললৈ' মানুহে সুঁৱৰিব। দুই শতিকাৰ আগতে গঢ়া কিছুমান সমাধি-স্তম্ভ আৰু মন্দিৰতো তেনেকৈ শিল্পীৰ নাম পোৱা নাযায়। আন এটা দিশলৈ আঙুলিওৱা যাওক। গাৰ্হস্থীয়া সংস্কৃতি আদিম খাদ্য সংগ্ৰহকাৰী সমাজ থকা অঞ্চলবোৰলৈ সোমোৱাৰ লগে লগে এই সংস্কৃতিৰ মহিমা তেওঁলোকৰ আকৰ্ষণীয় কৰি তোলাৰ প্ৰয়োজন হৈ পৰিছিল। ফলত পূৰ্বৰ জনজাতি আৰু গিল্ডৰ বিলুপ্তি ঘটি তাৰ ঠাইত নতুন সংকীৰ্ণ জাত কিছুমানৰ উদ্ভৱ হ'ল ; লগে লগে সভ্যতাৰ সোঁত উভতি ববলৈ ধৰিলে। ক্ষত্ৰিয়সকলৰ আদিম সতী প্ৰথা ( strabo 15.1.30 ) উচ্চ শ্ৰেণীৰ মাজত সোমাই গ'ল ; পূৰ্বতে দলপতিৰ মৃত্যু হ'লে বাঁদী তিৰোতা বা বক্ষিতা তিৰোতাক তেওঁৰ লগতে সিপুৰীলৈ পঠিয়াই দিয়া হৈছিল। সতী শব্দৰ অৰ্থ হ'ল 'সৎ অনুগত তিৰোতা'। সীমান্ত অঞ্চলৰ ক্ষত্ৰিয় এজনৰ মৃত্যুৰ পিছত এগৰাকী বাঁদী

তিৰোতাই আত্মদাহ কৰা দৃশ্য দেখি গ্ৰীকসকলে গভীৰ দুখ পাইছিল ( strabo 15.1.62 ; Diodoros 19.30 33-34 )। এই প্ৰথা মৌৰ্য বা জাতকৰ যুগত প্ৰচলিত নাছিল। গুপ্তসকলৰ অভ্যুত্থানৰ আগে আগে নকৈ লেখা মহাভাৰত গ্ৰন্থত বৰ্বৰ সতী যোৱা প্ৰথাৰ কথাও সুমুৱাই দিয়া হয়। এই আকৰ্ষণীয় প্ৰথা জনসমাজত প্ৰচলিত নাছিল। উচ্চ পৰিয়ালৰ বাঁৰী তিৰোতাই জুইত পুৰি মৰিবলৈ নোলালে প্ৰথা অনুসৰি গুবে জীৱন দুখত কাল কটাব লাগিছিল। ব্ৰাহ্মণ আদি উচ্চ জাতিৰ তিৰোতাই বৈধব্য-ব্ৰত লোৱাৰ পিছত মূৰ খুৰোৱা আৰু ৰঙা বা বগা কাপোৰ পিন্ধা প্ৰথাটোও পূৰ্বতে ভিক্ষুণীসকলৰ প্ৰথা আছিল। এৰানত পোৱা এটি স্মৃতিস্তম্ভত ( Fleet-20 ) গোপৰাজ নামৰ এজন সামৰিক বিষয়াৰ পত্নীয়ে তেওঁৰ লগত আত্ম-দাহ যোৱাৰ উল্লেখ আছে ;-এই স্মৃতিস্তম্ভৰ কাল ৫১০-৫১১ খ্ৰীষ্টাব্দ। হৰ্ষৰ মাক যশোমতীয়েও এইদৰে নিষ্ঠুৰভাৱে আত্ম বলিদান কৰে ; এই ঘটনা ঘটে ৬০৪ খৃষ্টাব্দত ( Har 163-9 )। তেওঁ গিৰীয়েকৰ মৃত্যু আসন্ন বুলি ভাবি এনে কৰে। হৰ্ষৰ বিধবা ভনীয়েক ৰাজ্যশ্ৰীক চিতাত উঠাৰ আগতে হৰ্ষই গৈ ৰক্ষা কৰে। পিছত মৌখৰী বিষয়াসকলৰ দ্বাৰা বিধিমতে নিৰ্বাচিত হৈ এওঁলোক দুয়ো গ্ৰহবৰ্মণৰ ৰাজসিংহাসন ( যুটীয়াভাৱে ) লাভ কৰে। গুপ্ত ৰাজৰাণীসকলে সতী যোৱাৰ কথা আমি অৱশ্যে ক'তো নেপাওঁ। চন্দ্ৰগুপ্ত দ্বিতীয়ৰ বিধবা কন্যা প্ৰভাৱতী গুপ্তই তেওঁৰ 'ভাকাটক' পুত্ৰ এজনৰ হৈ অভিভাৱিকা ৰূপে ৰাজ্য চলোৱাৰ কথাহে আমি পঢ়িবলৈ পাওঁহক। উল্লেখযোগ্য কথা হ'ল এয়ে যে পৰৱৰ্তী সামন্ত যুগ আৰম্ভ হোৱা সময়ৰপৰাই গাওঁবিলাকত 'সতী' শিলাৰ প্ৰৱৰ্তন হৈছিল আৰু আজিও গাওঁবোৰত এই শিলবোৰ মনা হয়।

জীৱনৰ নিয়ন্তৰতো গ্ৰাম্য-সংস্কৃতিৰ প্ৰভাৱ মন কৰিবলগীয়া। সাক্ষীসকলক কঠোৰ পৰীক্ষা কৰাৰ প্ৰথাও এই প্ৰভাৱৰে চিন বুলি ক'ব লাগিব। অৱশ্যে দোষ আৰু শাস্তিৰ সংখ্যা এই সময়তো অধিক নাছিল। ছান্দোগ্য উপনিষদ মতে ( chup 6.16 ) চোডা কৰা চোৰক গৰম লোৰে শাস্তি বিহা হৈছিল। অৰ্থশাস্ত্ৰত এই বিষয়ে বিন্দুমাত্ৰ উল্লেখ নাই। মনু স্মৃতিত মাথোন দুটা শ্লোক আছে ( Ms-8.114-5 )। যাজ্ঞবল্ক আৰু নাৰদ-স্মৃতিত এনে শাস্তিৰ বৰ্ণনা পোৱা যায়।

পানীত পেলাই দিয়া, গৰম তেলত পেলোৱা, গৰম কুঠাৰ ব্যৱহাৰ আৰু ( নাঙলৰ ) ফালেৰে খোচা আদি শাস্তিৰ কথা ইয়াত আছে। দ্বিতীয় অধ্যায়ত আমি দেখিছোঁ, পাধিসকলৰ মাজত এনে ধৰণৰ প্ৰথা প্ৰচলিত আছিল ; দোষীৰ বা সাক্ষীৰপৰা সঁচা কথা উলিওৱাতকৈ দেৱতাসকলৰ সম্মতি লোৱাই এই প্ৰথাবোৰৰ

লক্ষ্য আছিল। অৰ্থশাস্ত্ৰত ( 4.10 ) নৰমাংস বেচাৰ শাস্তি মৃত্যু দণ্ড বুলি অভিহিত কৰা হৈছে ( Arth 4.10 ) কিন্তু হৰ্ষৰ বাপেকৰ দুৰাৰোগ্য ব্যাধি গুচাবৰ বাবে হৰ্ষৰ সভাসদসকলে নিজৰ গাৰ মঙহ কাটি বেচাৰ কথা আমি শুনিবলৈ পাওঁহক (Har. 153 ;cf also 199, 224) ; অৱশ্যে এই যাদুক্ৰিয়া নিষ্ফল হ'ল। ভৱভূতিৰ মালতীমাধৱত ( 5.12 ) ঐন্দ্ৰজালিক কাৰ্যৰ বাবে নৰমাংস বেচাৰ কথা পোৱা যায়। এনে কাৰ্যৰ উল্লেখ কথাচৰিত সাগৰতো আছে ( KSS 25.183.187 etc )। নৱম শতিকাৰ মাজভাগত ৰাষ্ট্ৰকুট ৰজা প্ৰথম আমোঘবৰ্ষই দীৰ্ঘকাল ধৰি ৰাজত্ব কৰিছিল ; এওঁৰ দিনতে এই বংশ শীৰ্ষস্থানত উঠে। কিন্তু এওঁ পবিত্ৰ বীৰনাৰায়ণ উপাধি লৈ কোল্হাপুৰৰ কাষৰ লক্ষ্মী মন্দিৰত নিজৰ আঙুলি কাটি প্ৰজাসকলক অজানিত বিপদৰপৰা ৰক্ষা কৰিছিল বুলি গৌৰৱ কৰিছিল ( El. 18.255 )। পিছৰ যুগত ৰূঢ় গাঙ্গসকলে মন্দিৰৰ ঘাই মূৰ্তিৰ আগত নিজৰ মূৰ কাটি উছৰ্গা কৰিছিল। গতিকে দেখা যায় স্বৰ্ণযুগৰ সমাজখনে লাহে লাহে আদিম যুগৰ ফালে গতি কৰিছিল। ব্ৰাহ্মণ্য ধৰ্মই বৰ্বৰসকলক হালত ধৰালে, কিন্তু বৰ্বৰসকলে তেওঁলোকক এইবোৰ কাম কৰোৱালে।

৯,৩ হিউৱেনচাঙে হৰ্ষৰ দিনৰ অৰ্থাৎ সপ্তম শতাব্দীৰ আগভাগৰ উত্তৰ ভাৰতৰ বিৱৰণী ( Beal 1.75.89 ) আমাক দি গৈছে। ফাহিয়ানে ৪০০ খ্ৰীঃত ( Beal xxx vii-xxxviii ) দিয়া বিৱৰণীৰ লগত এই বিৱৰণীৰ মৌলিক পাৰ্থক্য নাই। উক্ত চীনা পৰিব্ৰাজক কিজনৰ দৃষ্টিভঙ্গী চালিজাৰি চাই দুয়োৰে বিৱৰণী বিচাৰ কৰি পঢ়া উচিত হ'ব, কিয়নো এই চীনা পৰিব্ৰাজকজনে ভাৰতত সামন্তবাদ দেখা নাছিল। গ্ৰীক পৰিব্ৰাজক মেগেস্থিনিচে এহেজাৰ বছৰৰ আগতে লেখা 'দাস প্ৰথাহীন' ভাৰতীয় সমাজৰ বিৱৰণীত দৰ্শোৱা গ্ৰীক দৃষ্টিভঙ্গীও আমি সেইদৰে সংশোধন কৰি লব লগাত পৰিছিলো। সাক্ষী বা দোষীক জেৰা কৰোঁতে অত্যাচাৰ নকৰা * ৰীতি দেখি চীনা পৰিব্ৰাজক জন বৰ মুগ্ধ হৈ পৰিছিল।

* J. J. Meyer আদি পণ্ডিতসকলে অৰ্থশাস্ত্ৰত (Arth. 4.8) দোষীক জেৰা কৰোঁতে কৰা অত্যাচাৰৰ কথা বৰ্ণনা কৰিছে। মোৰ বোধেৰে 'কৰ্ম' শব্দৰ অৰ্থ অত্যাচাৰ বুলিয়েই তাত ব্যৱহাৰ কৰা হৈছে। গুৰুতৰ দোষ_কৰা দোষীয়ে পুনৰ দোষ কৰিলে এনে অতিৰিক্ত শাস্তি বিহা হৈছিল। সৈ লোৱাৰৰ বাবে এই অত্যাচাৰ দিয়া হোৱা-নাছিল ; ই শাস্তিৰ অংশ মাথোন। অঙ্গচ্ছেদ আৰু সংশোধনমূলক শাস্তি নগদ জৰিমনাৰ ঠাইত নাইবা তাৰ পৰিপূৰক হিচাপে প্ৰয়োগ কৰা হৈছিল। ( নগদ জৰিমনা আদায় কৰিবলৈ সশ্ৰম দাসত্ব গ্ৰহণ কৰাৰ ৰীতিও সেই সময়ত প্ৰচলিত আছিল )। অৰ্থশাস্ত্ৰত এই কথা আছে। নগৰ বা দুৰ্গ অনুপ্ৰবেশকাৰী আৰু বেৰৰ সিদ্ধিয়েদি চুৰ কৰা চোৰক আঠুৰ মঙহ কটা আদি শাস্তি হৈছিল (4.10)। এই শাস্তিৰ প্ৰতিকল্প হিচাপে ২০০ পন জৰিমনা দিলেও হৈছিল।

ইয়াৰোপৰি সাধাৰণ দোষীৰ লঘু শাস্তি দেখিও তেওঁ প্ৰশংসাত মুখৰ হৈছিল। আনহাতে সৎ, শান্তিপূৰ্ণ, আইন প্ৰিয়, মৰমিয়াল আৰু অতিথি পৰায়ণ জাতি এটাৰ সমাজত কিছুমান গুৰুতৰ দোষৰ ক্ষেত্ৰত গ্ৰহণ কৰা পৰীক্ষা-পদ্ধতি নিৰীক্ষণ কৰাৰ-ফল স্বৰূপে পৰিব্ৰাজকজনৰ মনত প্ৰশংসাৰ ভাব উদয় হৈছিল। উত্তৰ ভাৰতত নহৰু, পিয়াজ আৰু কিছুমান জন্তুৰ মঙহ ( গৰু আদিৰ মঙহ ) নোখোৱাৰ যি প্ৰথা আজিও চলি আছে সেই প্ৰথাৰ প্ৰচলন এই সময়তো প্ৰবল আছিল। নগৰ আৰু গাওঁবোৰৰ আলিবাটবোৰ মলিয়ন আৰু জঘন্য আছিল। ( অৰ্থশাস্ত্ৰৰ মতে এশৰ পৰা পাঁচশ ঘৰলৈকে বাস কৰা গাওঁবোৰেই ডাঙৰ গাওঁ ; এইবোৰক পৰিবেষ্টিত নগৰ বোলা হৈছিল )। আলিবাটবোৰৰ দাঁতিত দোকান-পোহাৰ আছিল। অস্পৃশ্য জাতিবোৰ পৰিবেষ্টনৰ বাহিৰত বাম দিশত বাস কৰিব লাগিছিল। এইখিনিতে এটা বিপৰীত দৃশ্য চকুত পৰে। এইবিলাক মলিয়ন দৃশ্যৰ লগত বাইজে নিষ্ঠাৰে পূত আহ্নিক ক্ৰিয়া ৰূপে আৰু ব্যক্তিগতভাৱে পালন কৰা পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ নিয়মৰ কথা বিচাৰিলে এই কথা স্পষ্ট হৈ পৰে। তেতিয়া দৰ্জিৰ কাম জনা মানুহ নাছিল বুলিলেই হয়। হৰ্ষ চৰিতত (Har) বৰ্ণোৱা কাপোৰবোৰ এমুঠি লোকৰ বাবে লগা কাপোৰহে। সাধাৰণ মানুহে তেনে কাপোৰ পিন্ধিবলৈ পোৱা নাছিল। মানুহে হাতেৰে ভাত আদি খাইছিল ; চামোচ বা চপ্‌ষ্টিকৰ ব্যৱহাৰ তেওঁলোকে জনা নাছিল। প্ৰাদেশিক ঘটনাক্ৰমৰ টোকা বিশেষ 'নীলপত্ৰ'ত বা চৰকাৰী নথিত (Blue Rolls) ৰক্ষা কৰা হৈছিল। আচল ৰজা আছিল ক্ষত্ৰিয়-সকল ; এওঁলোক পূৰ্বতে পৌৰজানপদ আছিল! লগে লগে জাতিভেদ প্ৰথাই সমাজত দকৈ শিপাইছিল :

"চৰকাৰৰ শাসনৰ মূল নীতি উদাৰ, শাসন পৰিচালনাও সৰল। পৰিয়াল-বোৰক নিবন্ধভুক্ত কৰা নহয়। মানুহে বাধ্যতামূলক শ্ৰম কৰিব নালাগে। ৰজাৰ খাট-পামবোৰ চাৰিভাগত বিভক্ত কৰা হৈছিল। প্ৰথম ভাগ হ'ল ৰাষ্ট্ৰৰ কাৰ্য-নিৰ্বাহ আৰু যাগ-যজ্ঞ কৰিবৰ বাবে। দ্বিতীয় ভাগ হ'ল ৰাষ্ট্ৰৰ মন্ত্ৰী আৰু ৰাই বিষয়াসকলক সাহায্য দিবৰ বাবে। তৃতীয় ভাগ হ'ল বিশিষ্ট গুণসম্পন্ন মানুহক পুৰস্কৃত কৰিবৰ বাবে। চতুৰ্থ ভাগ হ'ল ধৰ্মানুষ্ঠানক দান দি পুণ্য আৰ্জিবৰ বাবে। ৰাইজৰ ওপৰত লগোৱা কৰ পাতলীয়া আছিল, তেওঁলোকে নিজে সামান্যভাৱেহে ৰজাৰ বাবে গা খাটি দিব লাগিছিল। প্ৰত্যেকজনেই শান্তিত নিজৰ সাংসাৰিক বিষয়ভোগ কৰে ; প্ৰত্যেকেই জীৱন নিৰ্বাহ কৰিবৰ বাবে হাল বায়। যিবিলাকে ৰজাৰ মাটি খায়, তেওঁলোকে এক ষষ্ঠাংশ শস্য কৰ

দিব লাগে। সদাগৰসকলে বেপাৰৰ লেনদেন কৰিবলৈ মুকলি মনেৰে অহাযোৱা কৰে। নৈ ঘাট আৰু বাটৰ চকীবোৰত সামান্য কাটল বা যাতায়ত কৰ ভৰিলেই পাৰ হ'ব পাৰি। ৰাজহুৱা কামত বনুৱাৰ প্ৰয়োজন হ'লে বনুৱা লগোৱা হয় আৰু তাৰ বাবে বানচ দিয়া হয়। সামৰিক পহৰীয়াই সীমান্ত ৰক্ষা কৰে অথবা দৰকাৰ হ'লে বিপথগামীসকলক সীমান্ত চেৰাই গৈও শান্তি বিহে। সেনাৰ প্ৰয়োজন অনুসৰি সেনা গোটোৱা হয়, কামৰ বাবে তেওঁলোকক বানচ দিয়া হয় আৰু ৰাজহুৱাভাৱে তালিকাভুক্ত কৰা হয়। ৰাজ্যপাল, মন্ত্ৰী, বিচাৰক আৰু বিষয়া প্ৰত্যেকেই নিজৰ বোত্ৰ ৰক্ষাৰ্থে একোডোখৰ মাটি ৰাখিব পাৰে···মাটি চহাওঁতেও একে কথা। ঋতুৰ লগে লগে মানুহে কঠীয়া সিঁচে, শস্য চপায়, হাল বায়, নিৰায় আৰু ৰোৱে। শ্ৰম শেষ হ'লে তেওঁলোকে কিছুদিন জিৰায়। মাটিৰ উৎপন্নৰ ভিতৰত ধান আৰু শস্যই সৰহ। সৰ্মিশ্ৰিত শ্ৰেণী আৰু নীহকুলীয়া লোকৰ খোৱা-বোৱা বা পান আদি ব্যৱস্থা আনবিলাকৰপৰা বেলেগ নহয়; মাথোন তেওঁলোকে ব্যৱহাৰ কৰা পাত্ৰাদিহে বেলেগ আছিল, মূল্যৰ উপৰিও নিৰ্মাণ কৌশলৰ ওপৰত নিৰ্ভৰ কৰি এই পাত্ৰবোৰৰ প্ৰভেদ কৰা হৈছিল। বাণিজ্যিক আদান-প্ৰদানবিলাক বস্তু বিনিময়ৰ যোগেদি হৈছিল; কাৰণ মানুহৰ হাতত সোণ আৰু ৰূপৰ মুদ্ৰা নাছিল (Beal 1.87–8)। বাৰ্তাৰ কাম কৰিবৰ বাবে হৰ্ষই দূত নিযুক্ত কৰিছিল, এই দূতসকল বিভিন্ন ঠাইলৈ গৈ পুনৰ ঘূৰি আহিছিল। চহৰীয়া লোকৰ ব্যৱহাৰত কিবা অনিয়মিত কাণ্ড দেখিলে, তেওঁ নিজে তালৈ গৈছিল। অ'লৈ-ত'লৈ গ'লে প্ৰবাস-বাসৰ কালত তেওঁ প্ৰস্তুত ঘৰত বাস কৰিছিল। বৰ্ষা ঋতুৰ তিনিমাহ কাল তেনেকৈ তেওঁ নুফুৰিছিল। ভ্ৰাম্যমান প্ৰাসাদত থাকোঁতে তেওঁ সকলো ধৰ্মৰ লোকক বছা বছা মঙহ বিলাইছিল। বৌদ্ধ ভিক্ষুৰ সংখ্যা এহেজাৰ আৰু ব্ৰাহ্মণৰ সংখ্যা ৫০০ মান হ'ব।"

অৰ্থশাস্ত্ৰ অশোক আৰু মনুস্মৃতিৰ যুগৰ উপাদান এই অৰ্থ-নীতিত থকাটো মন কৰিবলগীয়া কথা। সামন্তবাদ বলী হৈ উঠাৰ পিছত (যেনেকৈ চীন দেশৰ জমিদাৰ প্ৰধান সমাজত ঘটিল) শাসক আৰু ৰাইজ উভয়ৰে চৰিত্ৰৰ পৰিবৰ্তন ঘটে। পিছৰ কালত তলৰপৰা যি সামন্তবাদ গঠিত হ'ল তাত ক্ষুদ্ৰ বেপাৰীবোৰৰ ওপৰত ভালেমান বাধা-নিষেধ আৰু অন্যায় ব্যৱস্থা জাপি দিয়াত তেওঁলোক সৰ্বস্বান্ত হ'ল। খেতিয়কসকলে খেতি কৰি উঠি কিছুকাল জিৰোৱাৰ কথাৰ পৰা বুজিব পাৰি যে সেই সময়ত খেতিয়কসকল মুকলিমুৰীয়া আছিল। তেতিয়া জমিদাৰৰ অত্যাচাৰ বা চুক্তি বদ্ধ দাসত্বৰ বান্ধোন নাছিল। মুদ্ৰা নোহোৱাকৈ বস্তু-বিনিময়ৰ যোগেদি বেপাৰ হোৱাৰ কথাই প্ৰমাণ কৰে যে সেই কালত অবস্তু

গাৰ্হলীয়া অৰ্থনীতিয়ে দ্রুত প্রসাৰ লাভ কৰিছিল'। হৰ্ষৰ দিনৰ মুদ্ৰা পোৱা নাই। দুবিধ নিম্নধাপৰ মুদ্ৰা প্রচলিত হৈছিল, তাৰো পৰিচয়-লেখা সন্দেহজনক। মৌর্য বা ক্ষত্রপ যুগৰ সঞ্চিত ভৰালসমূহৰ সৰহীয়া ৰূপৰ মুদ্ৰা আৰু গুপ্ত ৰজাসকলৰ ( নৰেন্দ্র গুপ্ত, শশাঙ্ককে ধৰি ) অপৰ্যাপ্ত সোণৰ মুদ্রাৰ তুলনাত হৰ্ষৰ মুদ্ৰাৰ অৱস্থা তেনেই শোচনীয় আছিল। ( শশাঙ্কই বঙ্গদেশৰ ভালেমান বন্দৰৰ ঐশ্বৰ্যশালী বাণিজ্যৰ ওপৰত নিয়ন্ত্রণ বিস্তাৰ কৰিছিল )। হৰ্ষই আছিল ভাৰতৰ শেষ, ডাঙৰ আৰু কেন্দ্ৰীভূত সাম্রাজ্যৰ অধিপতি। ব্যক্তিগত আৰু পোনপটীয়াভাৱে নিজে তেওঁ এই ডাঙৰ সাম্রাজ্যৰ ওপৰত শাসন চলাইছিল। তেওঁৰ পিছত হোৱা ৰাজ্যবোৰৰ আকাৰ সৰু আছিল। এইছোৱা কালতেই সামন্ত জমিদাৰ শ্রেণী ( কাৰ্যত নহলেও অন্ততঃ নামত ) ক্রমাৎ শক্তিশালী, সংখ্যাত সৰহ আৰু গুৰুত্বত বিশাল হৈ পৰিল। এইদৰে ৰজা আৰু প্রজাৰ মাজত এটি মধ্যৱৰ্তী শ্রেণী গঢ় লৈ উঠিল। এই শ্রেণী-টোৱেই ৰাষ্ট্ৰক ঘাই শ্রেণী হৈ পৰিল। ( অধিক খাজনা, কৰ আৰু কম আয়ৰ মাটি অথবা ৰাষ্ট্ৰই নিযুক্ত কৰা মুখ্য মাটিৰ গৰাকীসকলে কৰা বল প্রয়োগ আৰু বাধ্যতা-মূলক শ্রম আদিৰ হেঁচাৰ ফলত শেষ সামন্তযুগৰ খেতিয়কসকলে যথেষ্ট বাধা-নিষেধৰ তলত থাকিব লগা হৈছিল। দুয়োটা ব্যৱস্থাই উত্তৰৰ মূল কাৰণৰ ৰূপ প্রকাশ কৰে। ফলত লাহে লাহে সামন্ত যুগীয় কঠুৱা বিচাৰকসকলে পৰীক্ষা বা জেৰাৰ সময়ত মানুহবোৰক পিটিবলৈ আৰু অত্যাচাৰ কৰিবলৈ ললে। ইফালে সৰহকৈ কৰ তুলি নিজে সৰহভাগ লৈ আৰু সামান্য একাংশ উচ্চ কর্তৃপক্ষক দি সাধাৰণ খেতিয়কক শোষণ কৰা এটা শ্ৰেণীৰ হাতলৈ মাটিৰ নিয়ন্ত্রণ হস্তান্তৰিত হ'ল।)

হিউৱেনচাঙে ৰজাৰ হাতত থকা মাটিৰ পৰিমাণৰ কথা আমাক কোৱা নাই; বাকীবোৰ মাটিত থকা মাটিৰ মালিকীস্বত্ব আৰু খাজনাৰ ( ground rent ) বিষয়েও তেওঁ আমাক একো সংবাদ দিয়া নাই। হৰ্ষৰ ভ্ৰাম্যমান প্রাসাদ আৰু বিপুল পৰিষদবৰ্গৰ কথা বাণে উল্লেখ কৰি গৈছে ( Har 58–70 ; 207–203 )। হিউৱেনচাঙে হৰ্ষবৰ্দ্ধনৰ নাটকীয় প্রতিভাৰ কথা ক'তো উল্লেখ কৰা নাই। এই কথা তেওঁৰ পিছত অহা পৰিব্ৰাজক ই-চিঙেহে (I–Tsing) উল্লেখ কৰি গৈছে। হৰ্ষই সংস্কৃত সাহিত্যৰ পৃষ্ঠপোষকতা কৰাৰ কথাও হিউৱেনচাঙে উল্লেখ কৰা নাই। কুষাণ আৰু ক্ষত্রপসকলৰ যুগত আৰম্ভ হোৱা সাহিত্যৰ অঙ্কুৰ গুপ্তযুগত গছপুলি হৈ পৰেগৈ অৰ্থাৎ এটা নতুন সাহিত্যৰ জন্ম হয়। এনে এটি সাহিত্যৰ প্রয়োজন অনুভৱ কৰিছিল ক্ষত্রিয় ৰাজসভাসদসকলে আৰু তেওঁলোকৰ লগৰীয়া ব্ৰাহ্মণসকলে। এই দুই শ্রেণীয়ে কৃত্রিম ভাষা আৰু ৰীতিপ্রধান সাহিত্যৰ প্রয়োজন অনুভৱ কৰিছিল।

কাৰণ, তাৰ ফলত সাধাৰণ মানুহবোৰৰপৰা দুয়োটা নতুন শ্ৰেণী আঁতৰত থাকিবলৈ সমৰ্থ হৈছিল ; অথচ সাধাৰণ মানুহবোৰেই তেওঁলোকৰ কাৰণে খোৱা বস্তু আৰু বিলাসীদ্ৰব্য উৎপাদন কৰিছিল ।

গুপ্ত ৰজাসকলে ভাৰতৰ 'জাতীয়তাবাদৰ পুনৰজাগৰণ'ত সহায় কৰিছিল বুলি ভাৰতৰ স্কুলীয়া পাঠ্য-পুথিবোৰত পঢ়িবলৈ পোৱা যায় । এই কথাষাৰৰ আজি-কালি সকলোৱেই পুনৰাবৃত্তি কৰে । কিন্তু স্বৰ্ণযুগৰ বুলি অভিহিত নাটক বা আন আন সাহিত্য পুথিবোৰত গুপ্ত ৰজাসকলৰ বিষয়ে পোনপটীয়া কোনো উল্লেখ[৫] নাই । কালিদাসৰ মালবিকাগ্নিমিত্ৰৰ লগত শুঙ্গ ৰজাৰহে সম্পৰ্ক আছে । বিশাখদত্তৰ মুদ্ৰাৰাক্ষস নাটকখনিত চাণক্যই চন্দ্ৰগুপ্তক ছল-চক্ৰান্ত কৰি মগধৰ ৰাজসিংহাসনত বহুওৱা কথাহে চিত্ৰিত হৈছে বুলি কোৱা হয় । সমসাময়িক নথিবোৰৰ ভিতৰত একমাত্ৰ পুৰাণসমূহত প্ৰথম গুপ্তৰজাবোৰৰ নাম পোৱা যায় ; তাকো কিছুমান ক্ষুদ্ৰৰজাৰ লগত একেলগে এওঁলোকৰ কথা বৰ্ণনা কৰি তেওঁলোকক অৱজ্ঞাহে কৰা হৈছে । "গঙ্গাৰ উপকূল, প্ৰয়াগ, সাকেত ( ফাইজাবাদ ) আৰু মগধ এইবোৰ জনপদ গুপ্ত বংশৰ ৰজাসকলে ভোগ কৰিব···এই ৰজাসকল সমসাময়িক ; তেওঁলোক 'ম্লেছ-প্ৰায়' অসৎ ( অধাৰ্মিক ), দুৰ্জন ( মিছাকথীয়া ), কিঁপিন আৰু ক্ৰোধপ্ৰৱন ।" ৰজাৰ নামৰ শেষত গুপ্ত শব্দ থাকিলেই তেওঁক গুপ্তবংশৰ বুলি ধৰা হৈছিল ; ইয়াৰপৰা বুজা যায় যে এই বংশৰ গোত্ৰ, জনজাতি বা জাতি বৰ প্ৰখ্যাত বা প্ৰশস্ত নাছিল । ব্ৰাহ্মণক পইচা দি বংশাৱলী একোখন লেখাই লোৱাৰ প্ৰথা তেতিয়াও ভাৰতবৰ্ষত প্ৰচলিত হোৱা নাছিল যেন বোধহয় । এই প্ৰথা পিছলৈহে[৬] হয় । প্ৰথম গুপ্ত সম্ৰাট প্ৰথম চন্দ্ৰগুপ্তই (৩১৯-২০ খ্ৰীঃ) কুমাৰদেৱী নামৰ এগৰাকী লিচ্ছবী ৰাজ-কুমাৰীক বিবাহ কৰায় । ৰজা-ৰাণী দুয়োৰে নামত সেই সময়ত মুদ্ৰা মৰা হৈছিল । চন্দ্ৰগুপ্তৰ পুতেক বিখ্যাত বিজেতা সমুদ্ৰগুপ্তই তেওঁৰ মাতৃৰ পৰিয়াল লৈ গৌৰৱ অনুভৱ

---

(৫) মুদ্ৰা ৰাক্ষসৰ ভৰত-বাক্য আৰু লুপ্ত নাটকত দেবী-চন্দ্ৰগুপ্তৰ বিষয়ে পোৱা বিচ্ছিন্ন তাকৰীয়া উল্লেখকে একমাত্ৰ ব্যতিক্ৰম বুলি এই ক্ষেত্ৰত ধৰিব পৰা যায় ।

(৬) এনে বংশাৱলীৰ ভিতৰত আটাইতকৈ মন কৰিবলগীয়া হৈছে নলসকলৰ বংশাৱলী (DRD. 52)। এই নলসকলেই সম্ভৱতঃ নিষাদ নামৰ অৰণ্যবাসী বৰ্বৰ জাতি । কিছুমানে নলৰ বাপেকক এওঁলোকৰ পূৰ্বপুৰুষ বুলি দেখুৱাবলৈ চেষ্টা কৰি নিষাদসকলক 'নিষধ' কৰি পেলাইছে । পাণ্ডুবংশী ৰজাসকল (Fleet 81) পাণ্ডো জনজাতিৰ সৈতে একে বংশৰ বুলি ধাৰণা কৰিব পাৰি ; মধ্যভাৰতৰ অৰণ্যত আজিও এই পাণ্ডোসকলক পোৱা যায় ; (cenus of India 1931 Pt 3 )। তাৰনাথৰ মতে বিখ্যাত আৰু সুশিক্ষিত পাল বংশৰ আদি জন্মদাতা হ'ল এজন নাগৰ ঔৰসজাত সন্তান । আনহাতে কৌমসকল হ'ল সেই ঠাইৰ আদিবাসী ।

কৰিছিল। সমুদ্ৰগুপ্তৰ পুতেক দ্বিতীয় চন্দ্ৰগুপ্তই (দেবগুপ্ত) বিক্ৰমাদিত্য (লগতে সাহসাংক আদি ভালেমান) উপাধি গ্ৰহণ কৰিছিল; তেওঁ বংশৰ আটাইতকৈ ঐশ্বৰ্য-শালী ৰজা আছিল; তেওঁ কুবেৰ নাগা নামৰ এগৰাকী নাগ-কন্যাক বিবাহ কৰাইছিল। কিন্তু বাপেক সমুদ্ৰগুপ্তই সকলো নাগ ৰজাকে নিশ্চিহ্ন কৰি পেলাইছিল। যিখিনি নাগ বাচি ৰ'ল সেইখিনি নাগৰ সমাজ বৰ্বৰতাৰ স্তৰতকৈ সৰহ উন্নত নাছিল, অন্নশ্যে নিশ্চিহ্ন হব খোজা দুই এটা পৰিয়াল থকাটো একো অসম্ভৱ নহয়। উক্ত শুভ-বিবাহৰ ফল স্বৰূপে জন্মা পুত্ৰ প্ৰভাকৰ গুপ্তই জনজাতীয় গোষ্ঠীৰ মিত্ৰ ভাকাটক বংশৰ কন্যা বিবাহ কৰে। (ভাকাটক জনজাতীয় নাম; পাকোতকো তেনে শব্দই যেন লাগে)। এইখনো আগৰখনৰ দৰেই ৰাজনৈতিক বিবাহ। এনে বহুত ৰাজনৈতিক বিয়া তেতিয়া হৈছিল। ভাকাটকসকলৰ বিষয়ে প্ৰথম ঐতিহাসিক উল্লেখ পোৱা যায় এখন ভাকাটক গৃহপতি বা গৃহস্থৰ ফলিত; এঁওঁ ১৫০ খ্ৰীঃ পূঃত অমৰাৱতীত হোৱা বৌদ্ধ সংঘ এটিলৈ ধৰ্মস্ব আগবঢ়াইছিল (F-1.15.261-8)। প্ৰথম ভাকাটক ৰজা বিন্ধ্যশক্তি গুপ্তসকলৰ আগৰ। গুপ্তসকলৰ উন্নতিৰ মূলতে এটা কাৰণ আছিল; তেওঁলোকে জনজাতীয় বা জাতিভেদ অমান্য কৰি কামত আগবাঢ়িছিল আৰু কৰ তুলিবৰ সুবিধাৰ্থে এটি নিয়মিত যুঁজাৰু বাহিনী গঢ়ি তুলিবলৈ সমৰ্থ হৈছিল। বিভিন্ন বংশৰ লগত বৈবাহিক সম্বন্ধ পতাৰ কথাটো পিছৰ। এইবিলাক কাম কৰাৰ উদ্দেশ্য ৰাজনৈতিক আছিল। লগত তেওঁলোকে এনে বিবাহৰ দ্বাৰা নিজৰ সন্মানো বঢ়াব খুজিছিল। কিছুমান ব্ৰাহ্মণে লিচ্ছবীসকলকো[৭] একেবাৰে নগণ্য নীহ-জাতিৰ বুলি কৈছিল (Ms. 10 22)। কিন্তু বৌদ্ধ আৰু জৈন পৰম্পৰাত এই জনজাতিৰ স্থান উচ্চ। অশোকৰ আগতেই লিচ্ছবীসকলৰ ৰাজনৈতিক আৰু সামৰিক গুৰুত্ব কমি যায়। দেৱীচন্দ্ৰগুপ্ত নামৰ (বিশাখদত্তৰ এখন লুপ্ত নাটকৰ অৱশিষ্ট অংশ এটাত আৰু ৰাজশেখৰৰ কাব্য-মীমাংসাৰ নবম অধ্যায়ৰ এটি সুৰকত) গুপ্তৰজা এজনৰ ৰোমাঞ্চকৰ

(৭) লিচ্ছবীসকলৰ বিষয়ে জানিবলৈ হলে ছীলভান লেভীৰ Le Nepal, etude historique dune royaume Hindou নামৰ গ্ৰন্থ পঢ়ক (Paris; 1905-8; তিনিটা খণ্ড আছে; Anualss du Masee Guimetৰ ২-৩ পৃষ্ঠা চাওক)। বিশেষকৈ তাৰ ২—2-89-90,-3. 46 (প্ৰথম লিচ্ছবী কলিখন ষষ্ঠ শতিকাৰ শেষ ভাগ অথবা সপ্তম শতিকাৰ আগভাগৰ) আৰু 3. 79. 212 ইত্যাদি পঢ়ক। তিব্বতৰ ৰজা স্ৰং-চান গংপোয়ে সপ্তম শতিকাত নিজকে লিচ্ছবী বংশৰ বুলি দাবী কৰিছিল। উক্তিৰ ওপৰত্তে ভিমচেণ্ট স্মিথে সম্ভৱতঃ বুদ্ধক 'হৃষ্টপুষ্ট তিব্বতীয়' লোক বুলি এটি উদ্ভট মত প্ৰচাৰ কৰে। তেওঁৰ লগতে আন আন কিছুমান বুৰঞ্জীবিদেও তাত উজান দিলে।

কাহিনী এটিৰ উল্লেখ পোৱা গৈছে। এই ৰজাজনে খশ বা শক দলপতিক বধিবৰ বাবে ছদ্মবেশ গ্ৰহণ কৰিছিল; এই দলপতিজনে তেওঁৰ ককায়েকৰ বৈণীয়েক ৰাজৰাণী গৰাকীক চৰ্তাধীনভাবে বন্দী কৰি থৈছিল। শেষত এই ৰজাজনে নবৌয়েকক্ বিবাহ কৰায়। মানুহগৰাকীৰ নাম ধ্ৰুৱদেবী। এওঁ কুমাৰগুপ্তৰ মাক (Fleet 10. 12 13)। কুমাৰগুপ্তই বাপেকৰ সিংহাসন লাভ কৰে। বীৰ স্কন্দগুপ্তই আকৌ কুমাৰ গুপ্তৰপৰা সিংহাসন লাভ কৰে। উক্ত নাটকখনিৰ ভিতৰত গুপ্তসকলৰ বিষয়ে এটি প্ৰচ্ছন্ন সংবাদ থাকিব পাৰে; কাৰণ পিছৰ চন্দ্ৰবোৰত নিজৰ ককায়েকক বধি বিধবা ৰাণীক বিয়া কৰোৱা অনৈক গুপ্তৰজাৰ বিষয়ে এনে তাচ্ছিল্য-পূৰ্ণ ইঙ্গিত পোৱা যায়। (EI. 7.38.18.248) গুপ্তসকলৰ যাই প্ৰশংসা কেৱল তেওঁলোকৰ ফলিবোৰতহে পোৱা যায়। এই ফলিবোৰলৈ এহেজাৰ বছৰ ধৰি কোনেও মন-কাণ কৰা নাছিল। শেষত উনৈশশ শতিকাত প্ৰিন্সেপৰপৰা আৰম্ভ কৰি বিভিন্ন য়ুৰোপীয় পণ্ডিতসকলে এই ফলিবোৰ পঢ়ি গুপ্তসকলৰ কথা প্ৰচাৰ কৰে। তাৰ আগতে আনকি সম্ৰাটসকলৰ নামো স্মৃতিৰপৰা লোপ পাই গৈছিল। ফলিবোৰৰ পাঠ উদ্ধাৰ কৰি প্ৰকাশ আৰু অনুবাদ উলিওৱাৰ পিছত, তেতিয়াৰ চালুকীয়া বুৰ্জোৱা শ্ৰেণীয়ে সেইবোৰ নথিপত্ৰৰ ওপৰতে ভৰ দি,—"ভাৰতবৰ্ষৰ কোনো বুৰঞ্জী নাই, একাদিক্ৰমে কৰা বিদেশী শাসকসকলৰ ধাৰাবাহিক আক্ৰমণেই এই ইতিহাস", বৃটিশৰ এইযাৰ কথাৰ প্ৰতিবাদ কৰিলে। প্ৰকৃত পক্ষে গুপ্তসকলে ভাৰতৰ জাতীয়তাবাদৰ সৃষ্টি কৰা নাই, জাতীয়তাবাদেহে গুপ্তসকলক পুনৰ প্ৰজন্ম কৰিলে।

৯.৪. সেই যুগৰপৰা প্ৰায় আজিৰ দিনলৈকে হেজাৰতকৈ অধিক মাটি দান সম্পৰ্কীয় তামৰ ফলি পোৱা গৈছে। অতি দৰকাৰী ফলিবোৰ প্ৰকাশিত হৈ গ'ল। নৱম শতিকামানলৈকে দাতাসকলে মন্দিৰলৈ দান দিছিল। (ফাহিয়ানৰ মতে আগতে বৌদ্ধ বিহাৰবোৰলৈ অধিক দান দিয়া হৈছিল।) কিন্তু বহুতো ক্ষেত্ৰত মন্দিৰৰ লগত জড়িত নথকা ব্ৰাহ্মণকো এই দান দিয়া হৈছিল। পিছৰ যুগতো দাতা আৰু পিতৃসকলৰ পুণ্য, আৰু নিজৰ যশ-বিজয় আদি লাভৰ অভুহাতত ব্ৰাহ্মণসকলক এনেকৈ দান কৰা হৈছিল। এই কামে উৎপাদনৰ ব্যৱস্থাত লুকাই থকা আচল উদ্দেশ্য এটি গোপন কৰি থৈছিল। নতুন ব্ৰাহ্মণসকল আছিল ৰাষ্ট্ৰৰ আৱশ্যকীয় উপাদান; এওঁলোকে ৰাষ্ট্ৰীয় হিংসে ক্ৰিয়া লাঘৱ কৰাত যথেষ্ট সহায়তা কৰিছিল। তেওঁলোকে সামন্ত জাতিক আত্ম-সমৰ্পণ কৰিবলৈ বঢ়াই-বুজাই ৰজাৰ মুঠ প্ৰশাসনীয় খৰচ কমাইছিল। আমাৰ

আলোচিত কালছোৱাত তেওঁলোকৰ ভূমিকা আৰু ডাঙৰ আছিল। ব্ৰাহ্মণে নতুন অঞ্চলৈ বাট দেখুওৱাই নিছিল; ব্ৰাহ্মণেই হাল আৰু গাৰ্হস্থ কেন্দ্ৰ কৰি গঢ়া সংস্কৃতিৰ ধাই বাহক স্বৰূপে পূৰ্বৰ সমাজৰ ৰূপান্তৰ সাধিছিল। ব্ৰাহ্মণৰ যে পঞ্জিকাৰ জ্ঞান আছিল তাক আমি আগতেই আলোচনা কৰিছিলোঁ। ইয়াৰ বাহিৰেও খেতিয়কে খেতি আৰম্ভ কৰাৰ আগতে খেতিৰ সকলো কৰণীয় কাম-কাজ যেনে গুটি সিচাঁ, শস্য তোলা, গো-পালন (গৰু পবিত্ৰ উপকাৰী জন্তুও আছিল) আদি সকলো কামৰে তেওঁলোকৰ ভাল জ্ঞান আছিল। ৰজাৰ আমন্ত্ৰণক্ৰমে তেওঁলোক দূৰ দেশৰপৰা আহিব লগা হৈছিল; এনে ভ্ৰমণত তেওঁলোক দূৰৈৰ বজাৰৰ বিষয়েও জ্ঞান আহৰণ কৰিছিল; কি কি শস্যৰ বিনিময় হ'ব পাৰে তাকো তেওঁলোকে ভালদৰে জানিছিল। তেওঁলোকে জনজাতিসকলৰ বসতি থকা গভীৰ অৰণ্যলৈ প্ৰৱেশ কৰিবৰ বাবে অনুমতি পাইছিল। এইবিলাক ঠাইলৈ সেনা বাহিনী সুমাবলৈ হ'লে অশেষ কষ্ট হৈছিল, বিশেষ একো লাভ নহৈছিল। আন-হাতে যাদুকৰী চিকিৎসক স্বৰূপেও তেওঁলোকে নিজৰ পূজা-পাতল আৰু জীৱন-যাত্ৰা প্ৰণালীৰ প্ৰভাৱ বৰ্বৰসকলৰ ওপৰত জাপি দিবলৈ সহজে সমৰ্থ হৈছিল। বেপাৰীসকলেও পুৰোহিত হিচাপে তেওঁলোকৰ সাহায্য বিচাৰিবলৈ বাধ্য হৈছিল। বৌদ্ধ ভিক্ষুসকলে জানি-শুনিও পূজা-পাতল কৰিবলৈ চেষ্টা কৰা নাছিল। সেইকাৰণে নতুন ঠাইলৈ ব্ৰাহ্মণ আৰু ভিক্ষু একেলগে যাব পাৰিছিল। কোন ৰজা হিন্দু আছিল, কোন বৌদ্ধ আছিল এই বিষয়ে তৰ্ক-বিতৰ্ক কৰা আজিকালি নিষ্প্ৰয়োজন। উদাহৰণ স্বৰূপে হৰ্ষৰ কথাই চোৱা যাওক। হৰ্ষই 'হিন্দু' শব্দৰ অৰ্থ বুজি পালেহেঁতেন নে নাই সন্দেহ। নহলে তেওঁ নাগানন্দৰ দৰে বৌদ্ধ নাটক-খন কিয় গৌৰী দেৱীৰ নামত উৎসৰ্গা কৰিব? তেওঁ বা তেওঁৰ পূৰ্ব-পুৰুষসকলে চাৰিজাতি প্ৰথাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিছিল; কিন্তু অকল তেৱেঁই নহয় তেওঁৰ দৰে সৰু-বৰ ভালেমান ৰজায়ো এই প্ৰথা মানি চলিছিল। তাৰে কিছুমান ৰজাৰ কুল বা মূল অস্পষ্ট, তেওঁলোক জনজাতীয় দলপতিৰ স্তৰৰ ওপৰলৈ উঠিছিল মাথোন। চাৰিজাতি প্ৰথাৰনো তাৎপৰ্য কি? আদিম উৎপাদন ব্যৱস্থাত শ্ৰেণী ব্যৱস্থা সংৰক্ষণ কৰিবৰ বাবে এটা চেষ্টা। দাক্ষিণাত্যত মানুহে চাৰিজাতিৰ বিকাশ কৰিব নোৱাৰিলে। তাত মাথোন দুটা বৈদিক জাতহে পোৱা যায়। সেইকেইটা হ'ল ব্ৰাহ্মণ আৰু শূদ্ৰ।

হিউৱেনচাঙে সপ্তম শতিকাৰ আগছোৱাৰ বৌদ্ধধৰ্মৰ বিষয়ে এনেদৰে লেখিছে: "বিনয় (লিউ), ধৰ্ম বা কথোপকথন (Lun), সূত্ৰ (King) আটাইবোৰ

বৌদ্ধ গ্ৰন্থ। যি ইয়াৰ এক শ্ৰেণী গ্ৰন্থ সম্পূৰ্ণৰূপে ব্যাখ্যা কৰিব পাৰে, তেওঁ 'কৰ্ম' দান'ৰ নিয়ন্ত্ৰণৰপৰা উদ্ধাৰ পায়। যি দুই শ্ৰেণী গ্ৰন্থ ব্যাখ্যা কৰিব পাৰে, তেওঁ ইয়াৰ বাহিৰেও উচ্চাসনৰ ব্যৱস্থা (কোঠা) পায়। যি তিনি শ্ৰেণী গ্ৰন্থ ব্যাখ্যা কৰিব পাৰে তেওঁক শুশ্ৰূষাকাৰী আৰু আজ্ঞাবাহী ভৃত্য দিয়া হয়। যি চাৰি শ্ৰেণী গ্ৰন্থৰ কথা ব্যাখ্যা কৰিব পাৰে, তেওঁক শুশ্ৰূষা কৰিবৰ বাবে উপাসক দিয়া হয়। যি পাঁচ শ্ৰেণী গ্ৰন্থ ব্যাখ্যা কৰিব পাৰে তেওঁক প্ৰদক্ষিণকাৰী ৰক্ষী দিয়া হয়। যেতিয়া কোনো লোকৰ খ্যাতিয়ে গৌৰৱৰ উচ্চ শিখৰত উঠেগৈ, তেতিয়া তেওঁ সময়ে সময়ে আলোচনা সভা আহ্বান কৰে।—যদি কোনোবাই সভাত সুসংস্কৃত ভাষা, সূক্ষ্ম অনুসন্ধান শক্তি, গভীৰ অন্তৰ্দৃষ্টি আৰু কঠোৰ যুক্তি দৰ্শাব পাৰে, তেন্তে তেওঁক সালঙ্কৃত হাতীত তুলি বিহাৰৰ প্ৰবেশদ্বাৰলৈ লৈ যোৱা হয়। ইফালে কোনোবাই যদি যুক্তিত ভুল কৰে, বেয়া আৰু অশুৱলা বাক্য ব্যৱহাৰ কৰে অথবা তৰ্কৰ নিয়ম ভঙ্গ কৰে আৰু সেইমতে কথা কয়, তেন্তে ৰঙা আৰু বগা ৰং সানি তেওঁৰ মুখ বিকৃত কৰে, দেহত ময়লা আৰু ধূলি সিঁচি দি তেওঁক নিৰ্জন স্থান বা খাললৈ নি তাত এৰি থৈ অহা হয় (Beal 1.81)। সিন্ধু নদীৰ দাঁতিত থকা এহেজাৰ মান 'লি' জোৰা বহল দ'পিতনিৰ কাষে কাষে হেজাৰ-বিজাৰ পৰিয়ালক বহুৱা হৈছে। এই মানুহবোৰৰ মন অনুভূতিবিহীন আৰু অধীৰ; তেওঁলোকে কেৱল ৰক্তক্ষয় কৰিহে ভাল পায়। এওঁলোকে গৰু চৰাই জীৱিকা উলিয়ায়। এয়েই তেওঁলোকৰ একমাত্ৰ জীৱিকা। এওঁলোকৰ পুৰুষ অথবা স্ত্ৰী প্ৰভু নাই; মানুহবিলাকৰ মাজত ধনীও নাই দুখীয়াও নাই। এওঁলোকে মূৰ খুৰায় আৰু ভিক্ষুসকলৰ দৰে 'কাষায়' কাপোৰ পিন্ধে। দেখাত এওঁলোক ভিক্ষু যেন বোধহয়। কিন্তু এওঁলোকে সাধাৰণ সাংসাৰিক কামবোৰ কৰে। এওঁলোকে সংকীৰ্ণ মত পোষণ কৰে; এওঁলোকে মহাযান পন্থাৰ দুৰ্ঘোৰ বিৰোধিতা কৰে। এওঁলোকে বৰ্বৰ পোছাক পিন্ধিলেও, জীৱনত নৈতিক বান্ধোন নাই। এওঁলোকৰ ল'ৰা-ছোৱালী আৰু নাতি-পুতিয়েও সাংসাৰিক লোকৰ দৰে বাস কৰে; এই ক্ষেত্ৰত তেওঁলোকে ধৰ্মৰ ৰীতি-নীতিলৈ কাণসাৰ নকৰে।" (28.273)।

উদ্ধৃতিৰ পিছৰডোখৰ বিশেষ মন কৰিবলগীয়া। কাৰণ, ইন্দ্ৰই ভেটা ভাঙি সিন্ধুপাৰ মুকলি কৰি থৈ যোৱাৰ পাছত আৰ্যসকলৰ পশুপালক আৰু জনজাতীয় গোটবোৰে কেনেদৰে জীৱন নিৰ্বাহ কৰিছিল তাৰ ছবি ইয়াত আছে। 'কাষায়' সাজ বৌদ্ধ ধৰ্মাৱলম্বীসকলৰ উদ্ভাৱন নে প্ৰাচীন আৰ্য্যসকলৰ তাক ধৰা টান; বুদ্ধই প্ৰাচ্য আৰ্যসকলৰপৰা এই পোছাক গ্ৰহণ কৰিছিল নেকি? সম্ভৱতঃ ই

বৌদ্ধ ধৰ্মৰে আধিক্যৰ। উদ্ধৃতিৰ বাকী অংশ পঢ়িলে ধাৰণা হয় যে ভাৰতৰ বৌদ্ধ-ধৰ্মই লাহে লাহে লামা ধৰ্মৰ নিচিনা ৰূপ লজে। নতুবা ই একপ্ৰকাৰ ধৰ্মতত্ত্বৰ খেলাত পৰিণত হ'লগৈ; তাৰ যোগেদি কিছুমান মানুহে সুবিধামতে নিজৰ উন্নতি কৰিবলৈ বিশেষ ছল পালে। ফলিৰ লেখাই এই কথা সমৰ্থন কৰে। বিশিষ্ট ভিক্ষুসকলে আৰু আনকি তেওঁলোকৰ সাধাৰণ অনুগামীসকলেও দান দিয়াৰ কথা এই ফলিবোৰত আছে। দান মানেই ধন। অজন্তাৰ ফ্ৰেস্কোবোৰৰ লগত আমি ডাঙৰ ডাঙৰ বোধিসত্বৰ মূৰ্তি দেখোঁ; সেই যুগত বহুতো মূৰ্তি নিৰ্মাণ কৰা হৈছিল, বোধিসত্ববোৰে উচ্চ মণি-মৰকত শোভিত কিৰীটি পিন্ধি দামী সিংহাসনত বহি থকা আমি দেখিবলৈ পাওঁহক। এইবিলাক চিত্ৰৰপৰা আমি বুজিব পাৰোঁ যে বোধিসত্বসকলে সাধাৰণ মানুহৰপৰা আঁতৰি উচ্চস্তৰৰ জীৱনযাপন কৰিছিল। ইয়াৰপৰাই বুজা যায় কিদৰে বৌদ্ধ ধৰ্মই বুদ্ধৰ ভাব, কৰ্ম আৰু উপদেশ পৰিহাৰ কৰিছিল। চীনা পৰিব্ৰাজকে দানেৰে পৰিপুষ্ট (বা ধৰ্মৰে পৰিপুষ্ট) সংঘাৰামবোৰৰ অপৰিবৰ্তনীয় দলবোৰৰ আৰু নালন্দাৰ বিহাৰবাসী শিক্ষক বা পণ্ডিতৰ বাঞ্ছনীয় গুণ সম্পৰ্কে যি বৰ্ণনা দিছে, তাৰপৰা ধৰিব পাৰি ধনৰ আমদানি হোৱাত বৌদ্ধ সংঘবোৰৰ কি দুৰৱস্থা হ'ল। বিহাৰৰ সম্পত্তি একোটা পৰিয়ালৰ একচেটিয়া দখলত পৰিবলৈ ধৰাত সেই পৰিয়ালৰ লাভ হ'বলৈ ধৰিলে। (ইয়াৰ পাছৰ যুগত মন্দিৰৰ সম্পত্তিৰ অৱস্থা এনে হ'বলৈ ধৰিলে।) সংঘৰ পতিয়ে নিজৰ পৰিয়ালৰ কোনো কনিষ্ঠ পুত্ৰৰ চুলি খুৰাই তেওঁক পতি নিৰ্বাচিত কৰাৰ পথ সুগম কৰি দিয়াৰ লগে লগে সংঘৰ নিয়ন্ত্ৰণ, নিৰাপত্তা আৰু বিষয়ববাবৰ অধিকাৰ একে পৰিয়ালৰ হাতত ৰখাটো সহজ হৈ পৰিল। (এনে ঘটনা চিলনত ঘটিছিল।) মন্দিৰৰ ক্ষেত্ৰত এনে ঘটনাৰ প্ৰশ্নই নুঠে, কাৰণ মন্দিৰৰ পুৰোহিতসকল অবিবাহিত নাছিল; তেওঁলোকে দাৰিদ্ৰ্য ব্ৰতো লোৱা নাছিল। সেইবাবে তেওঁলোকে পোনে পোনেই মন্দিৰৰ অধিকাৰ পুৰুষানুক্ৰমে ভোগ কৰিবলৈ পাইছিল। অৱশ্যে কেঁতিয়াবা কেঁতিয়াবা সদাগৰসকলে পুৰোহিতসকলক এনে অধিকাৰ ভোগ কৰাত সহায় কৰিছিল। 'সংঘ ক্ৰমাৎ উচ্চ শ্ৰেণীবোৰৰ মাজতহে জীয়াই থাকগৈ। এওঁলোকে তলৰ শ্ৰেণীৰ মানুহৰ লগত সামান্য সংযোগো ৰক্ষা নকৰাত পৰিল; এনে সংযোগ উচ্চ শ্ৰেণীবোৰৰ সেৱাৰ বাবেও প্ৰয়োজনীয় আছিল। এবাৰ বুদ্ধৰ দাঁত এটাৰ প্ৰদৰ্শনী পাতি তাত দৰ্শকৰপৰা এটাকৈ সোণৰ মোহৰ মাৰ্শন লোৱা হৈছিল (Beal 1.222')। এনে অৱস্থাত ধৰ্মৰ শেষ হ'ব বুলি কিছুমান ভৱিষ্যৎবাণী ওলোৱা অতি স্বাভাৱিক কথা (Beal 1.237); আমুক মূৰ্তি

পৃথিৱীৰ অভ্যন্তৰত প্ৰৱেশ কৰি অন্তৰ্দ্ধান হ'লে, ধৰ্মৰ পতন হ'ব ইত্যাদি অনেক কথা এইকালত প্ৰচলিত হৈছিল। কেৱল বিশ্বাসত অন্ধভাৱে পতিয়ন নোযোৱা আধুনিক মানুহৰ চকুতহে এই ধৰ্মৰ পতনৰ ছবি স্পষ্টকৈ ধৰা পৰে; সেইসময়ত ধনৰ আৰু অন্ধবিশ্বাসৰ পঙ্কত পৰি ধৰ্ম সম্পূৰ্ণৰূপে অদৃশ্য হ'ল। ধৰ্মান্ধসকলে অৱশ্যে এই কথা মানি লবলৈ টান পাব পাৰে, কিন্তু কথা সঁচা। এনেবোৰ বিলাসিতাৰ প্ৰতিবাদ স্বৰূপেই বোধহয় হৰ্ষৰ সংঘাৰাম পুৰি ছাই কৰি মানুহে হৰ্ষকো হত্যা কৰিবলৈ চেষ্টা কৰিছিল ( Beal 1-220-1 )। অৰ্থনৈতিক অসন্তোষে এনে ধৰ্ম বিৰোধিতাৰ ৰূপ গ্ৰহণ কৰিছিল বুলি ভাবিবলৈ যথেষ্ট কাৰণ আছে। ইয়াৰ পাছৰ-পৰাই সমাজৰ আচল সংঘৰ্ষবোৰ ছদ্মৰূপত প্ৰকাশ পাবলৈ আৰম্ভ কৰিলে।

সমাজত যি শ্ৰেণী নতুন মধ্যমবৰ্গীয় মাটিগিৰী ওলাল সেই শ্ৰেণীৰ কাৰণে ব্ৰাহ্মণ্যবাদ আৰু এই দৰ্শনৰ নতুন উদ্যোগী উচ্চ ব্ৰাহ্মণ্য জাতৰ সেৱা লাগতিয়াল বুলি পৰিগণিত হ'ল। বৈদিক বলিদান প্ৰথা পৰিহাৰ কৰাৰ ফলত' ব্ৰাহ্মণ্য ধৰ্ম পালন কৰিবলৈ বিশেষ খৰচ নলগা হ'ল, বিশেষকৈ উৎপাদনৰ লগত সম্পৰ্ক বিহীন বিৰাট বিহাৰবোৰৰ খৰচৰ তুলনাত এই ব্যৱস্থাত কৰিব লগা খৰচ যথেষ্ট কম আছিল। আনহাতেদি ব্ৰাহ্মণৰ হাতত পূজা-পাতলৰ একচেটিয়া অধিকাৰ থকা হেতুকে এই ধৰ্ম ৰাষ্ট্ৰৰ অঙ্গ স্বৰূপ হৈ পৰিছিল। ভিক্ষুতকৈ সহজে আৰু অধিক নিপুণতাৰে ব্ৰাহ্মণসকলে জনজাতিবোৰক জাত-ভুক্ত কৰিবলৈ সমৰ্থ হৈছিল। সম্ৰাটে নিজে শাসন কৰা সমৰবাদী, কেন্দ্ৰীভূত আৰু বৃহৎ সাম্ৰাজ্য-ব্যৱস্থাৰ পতনৰ লগে লগে, বৌদ্ধ ধৰ্মৰো পতন হ'বলৈ ধৰিলে। অৰ্থনৈতিক দিশৰপৰা সাম্ৰাজ্য আৰু বিহাৰসমূহ অচল হৈ আহিল। ধৰ্মই অশোকক যেনেকৈ যুদ্ধ পৰিহাৰ কৰি শান্তিৰ পথ গ্ৰহণ কৰিবলৈ প্ৰেৰণা দিছিল, হৰ্ষক তেনে প্ৰেৰণা দিবলৈ সমৰ্থ নহ'ল। বৃহৎ বিহাৰবোৰৰ অৱস্থাৰ লগত বৃহৎ মৌৰ্য সেনাবাহিনীৰ অৱস্থাৰ মিল আছিল। বিশেষকৈ সামাজিক ভূমিকা পালন আৰু নিৰ্দিষ্ট শ্ৰেণীক কৰা সেৱাৰ ক্ষেত্ৰত। এই অনুষ্ঠানসমূহ ব্যয়-বহুল হৈ পৰিছিল। তদুপৰি আত্মনিৰ্ভৰশীল গাৱঁৰ সংখ্যা বাঢ়ি অহাৰ লগে লগে দুৰোটা অনুষ্ঠানৰেই লাহে লাহে প্ৰয়োজন নোহোৱা হৈছিল। ইফালে নগদ ধনৰ বিস্তৃত বেপাৰৰ ঠাইত স্থানীয় বস্তু বিনিময় প্ৰথা প্ৰৱৰ্তিত হ'ল। অৱশ্যে আদিম বৌদ্ধ ধৰ্মৰ সামাজিক বৈশিষ্ট্যবোৰ নতুন সমাজে গ্ৰহণ কৰি লোৱাত সেইবিলাকৰ সাংস্কৃতিক প্ৰভাৱ তাত বৈ গ'ল। কিন্তু সেই ধৰ্মৰ আচল শিকনি মানুহৰ অজ্ঞাতেই লোপ পাবলৈ ধৰিলে। এই শিকনি মতে প্ৰত্যেক ব্যক্তিয়েই সচেতনভাৱে নিজৰ মনক নিয়ন্ত্ৰিত কৰি সৎ, বিশুদ্ধ আৰু সামাজিক চিন্তা কৰিব

লাগে। গায়কে যেনেকৈ কণ্ঠ-সাধনা কৰি গান শিকে, কাৰিকৰে যেনেকৈ শিক্ষা লৈ কোনো এটা বিদ্যা আয়ত্ত কৰে, ঠিক তেনেকৈ মানুহে এই শিকনি গ্ৰহণ কৰিব লাগে। শৰীৰ সাধনা যেনেকৈ ব্যক্তিৰ স্বাস্থ্যৰ বাবে লাগতিয়াল, ঠিক তেনেকৈ মনৰ সুশিক্ষাও সমাজৰ স্বাস্থ্যৰ বাবে লাগতিয়াল। সেইদৰে পথাৰ ভালকৈ প্ৰতিপালন কৰিলে তাত উৎপাদন ভালদৰে হয়। এয়ে হ'ল বৌদ্ধ ধৰ্মৰ মূল শিকনি।

দুজন ক্ষত্ৰিয় সদাগৰে এই কালতে উত্তৰ প্ৰদেশৰ বুলন্দচহৰ জিলাত (Fleet 16) এটা সূৰ্য মন্দিৰ প্ৰতিষ্ঠা কৰিছিল, এজন ব্ৰাহ্মণে ৪৬৫-৬ খ্ৰীষ্টাব্দত অক্ষয় বস্তি·স্বৰূপে তাত ধৰ্মৰ দান কৰিছিল। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় জাতৰ সচৰাচৰ কৰ্মৰ লগত বিজালে এই দুয়োটা কৰ্মকে বিপৰীত বুলি ক'ব লাগিব। গৌতমী পুত্ৰৰ দৰে যোদ্ধা আৰু শাসকেও এই সময়ত নিজকে 'অপূৰ্ব ব্ৰাহ্মণ' বুলি দাবী কৰিছিল। গতিকে তেতিয়া জাতৰ অৰ্থ কি আছিল তাক নকলেও হ'ব। সেই যুগৰে এজন শাতকাৰ্ণী ৰজাই বিদেশী শক ৰজা ৰুদ্ৰদমনৰ কন্যাৰ পাণি গ্ৰহণ কৰিছিল। বাপেকৰ দৰে এই কন্যাগৰাকীয়েও সংস্কৃতত যথেষ্ট পাৰদৰ্শিতা দৰ্শাইছিল ( Luders, 994 ; কন্হেৰী ); আন কোনো ৰজাই এই ভাষাত তেনে পাৰদৰ্শিতা দেখুৱাৰ পৰা নাছিল। অৱশ্যে বাসিঠীপুত পুলুমায়িয়েও এই সময়তে 'বিভিন্ন জাতৰ সংমিশ্ৰণৰ' অন্ত পেলালে বুলি দাবী কৰিছিল। খাদ্য সংগ্ৰহকাৰী আটবিক জনজাতিৰ দলপতিবোৰে বেপাৰ কৰি বা লোকৰ ভাড়াটিয়া সেনা·হৈ যি সম্পত্তি লাভ কৰিছিল, সেই সম্পত্তি ব্যক্তিগত সম্পত্তিলৈ পৰিৱৰ্তিত কৰিবৰ বাবে নতুন উপায়ৰ অনুসন্ধান কৰিছিল। জনজাতিৰ অন্যান্য লোকবিলাকতকৈ উচ্চ মৰ্যাদা লাভৰ বাবেও তেওঁলোকে উপায় বিচাৰিছিল। তেওঁলোকক সন্তুষ্ট কৰিবলৈ ব্ৰাহ্মণসকলে মহাকাব্যত তেওঁলোকৰ উপৰি পুৰুষৰ নাম বিচাৰি উলিয়াব লগা হ'ল। কিছুমানৰ নাম আকৌ প্ৰাচীন গ্ৰন্থৰ মাজত নকৈ সুমুৱাই দিব লগাত পৰিল। পুৰাণবিলাকত[৮] হিৰণ্যগৰ্ভ জাতীয় যিবোৰ অনুষ্ঠানৰ বৰ্ণনা আছে, সেইবোৰ অনুষ্ঠান এই দলপতিবোৰেই পাতিছিল, ( E 1.27,8-9 ; 17,328 ; 1 A 19.9 ff )। পুৰোহিতসকলে উচ্চাকাংক্ষী একোজন দলপতিক এটি সোণালী

(৮) হিৰণ্যগৰ্ভ সম্পৰ্কে অধিক বৰ্ণনা পাবলৈ হলে ডি চি চৰকাৰৰ Successors of the Satvaahanas খন দ্ৰষ্টব্য। পূজাৰ বিৱৰণ পাব মৎস্য-পুৰাণত (274 ; 1...23)। ইয়াৰ অনুষ্ঠানৰ পূৰ্বৰূপ হ'ল তুলা পুৰুষ; ইয়েই বাহুল্যভাৱে প্ৰচলিত হ'ল। প্ৰথমতে ৰজাক ৰূপ বা সোণেৰে তুলাচনীত জুখি সেই ধনসোণবোৰ ব্ৰাহ্মণক দান দিয়া হৈছিল। কিন্তু এই দানৰ ফলত কোনেও নতুন জাত লাভ নকৰাম পাৰ নোৱাৰে।

কলহত ( অর্থাৎ গর্ভত ) সুমুৱাই দিছিল। এই কার্য হৈ গলে গর্ভৱতী তিৰোতাৰ উদ্দেশ্যে ৰচিত মন্ত্রপাঠ কৰা হৈছিল। ইয়াৰ পিছত জন্ম-মন্ত্র পঢ়া হৈছিল। মন্ত্র পাঠৰ অন্তত ৰজাজনে নিজৰ সংকুচিত অৱস্থান ত্যাগ কৰি কলহৰপৰা ওলাই আহিছিল। আৰু যথোচিত বাক্য বুলি পুৰোহিতক নবজন্মৰ বাবে ধন্যবাদ দিছিল। এই অনুষ্ঠানৰ সমাপ্তিৰ শেষত দলপতিয়ে উচ্চ জাতিৰ মর্যাদা লাভ কৰিছিল। ব্রাহ্মণজনেও দক্ষিণা হিচাপে সোণৰ পাত্রটি পাইছিল। যিবিলাক জনজাতিয়ে অথবা জনজাতীয় লোকে নাঙলেৰে খেতি কৰিবলৈ লৈছিল সেইবিলাক জনজাতি বা জনজাতীয় লোকে নিয়মিতভাৱে যথেষ্ট পৰিমাণৰ খাদ্য যোগান পাই থকা কাৰণে তেওঁলোকৰ মাজত দ্রুত গতিত জনসংখ্যাৰ বৃদ্ধি হ'বলৈ ধৰিলে। আনহাতে যিবোৰে নাঙলৰে খেতি নকৰিছিল, তেওঁলোকৰ জনসংখ্যাৰ বৃদ্ধি দ্রুত গতিত হোৱা নাছিল। তথাপিও কোনো অঞ্চলত ওচৰা-উচৰিকৈ থকা একোটি খাদ্য সংগ্রহকাৰী জনজাতিৰ নামৰ লগত কাষৰীয়া খেতিয়ক বা শিল্পী জাতি এটাৰ নাম হুবহু যোৱা দেখা যায়। বেলেগ অৱস্থাৰে ৰূপান্তৰিত হোৱা সত্ত্বেও সেই কালত এনে ধৰণৰ জাতিবোৰে পূর্বৰ জনজাতীয় বৈশিষ্ট্য ৰক্ষা কৰি চলিছিল। বিবাহৰ ক্ষেত্রত বেছি ভাগ লোকেই endogamy বা আন্তঃবিবাহ মানি চলিছিল। মাথোন দলপতিয়েহে এই নিয়ম মানি চলা নাছিল। ক্রমাৎ দলপতিজনে ৰজাৰ মর্যাদা গ্রহণ কৰিবলৈ ললে আৰু ফলত অন্যান্য জনজাতীয় লোকৰপৰা আগতকৈ অধিক বিচ্ছিন্ন হৈ পৰিবলৈ ধৰিলে। সমূহীয়া ভোজনবো নিয়ম তেতিয়া সলনি হৈ গ'ল। জনজাতিৰপৰা জাতি ( জাত ) হোৱা গোটটোৱে তলৰ জাতিয়ে বন্ধা খোৱা বস্তু গ্রহণ কৰা নিষিদ্ধ হ'ল। এনে সামাজিক ৰূপান্তৰৰ প্রভাৱত পৰি ভালেমান ট্রাইবেল পুৰোহিতো ব্রাহ্মণ হৈ পৰিল। এনেবিলাক মৌলিক সলনিৰ মাজেদিয়েই একোটি বিচ্ছিন্ন জনজাতিয়েও বৃহৎ সাধাৰণ সমাজৰ নবগঠিত অংশবিশেষ হৈ পৰিছিল।

ব্রাহ্মণ অধিবাসীসকলে কেতিয়াবা লগত তিৰোতা মানুহ আনিবলৈ সমর্থ নহৈছিল। ফলত তেওঁলোকে স্থানীয় মানুহৰ লগত বিয়া-বাৰু কৰাব লগা হৈছিল। স্মৃতি অনুসৰি একেবাহে সাতোটা পুৰুষ অসবর্ণ বিবাহ কৰা ব্রাহ্মণসকলো শূদ্র হৈ পৰে ( Ms. 10.64–5 )। নেপালত জৈসিয়া বুলি এটা জাত আছে। মালাবাৰৰ নায়াৰসকলৰ দৰে এই জাতিটো ব্রাহ্মণৰ নিয়মিত-সংসর্গৰপৰা উৎপত্তি হোৱা। ব্রাহ্মণমত অনুসৰি এইবিলাক সংসর্গক আকৌ তবল অনিয়মিত প্রণয় বুলিও গণ্য কৰা হয়। বঙ্গদেশৰ লোকনাথৰ দৰে কিছুমান ৰজাই তেওঁলোক ব্রাহ্মণ পিতৃ আৰু শূদ্র মাতৃৰপৰা হোৱা সন্তান বুলি দাবী কৰিবলৈ অকণো সংকোচ বোধ কৰা নাছিল।

( E 1 15.301 ff )। ৰজা হস্তিন আৰু সংক্ষোভৰ ( ৫২৮—২৯ খৃষ্টাব্দ ) নৃপতি-পৰিব্ৰাজক বংশই 'ওঠৰখন অৰণ্য ৰাজ্যত' ( আজি কালিৰ আটৱিকাগড় ) ৰাজত্ব কৰিছিল। এওঁলোকৰ পূৰ্বপুৰুষ আছিল সন্ন্যাসী সুশৰ্মণ ; নামৰ পৰা বুজা যায় নিসন্দেহে এওঁ ব্ৰাহ্মণ আছিল ( Fleet. 25 )। সন্ন্যাসীৰ জীৱনতকৈ সুশৰ্মণে জনজাতিৰ লগত বৈবাহিক সম্বন্ধ কৰি বৈবাহিক জীৱন যাপন কৰিবলৈ বিচাৰিছিল বুলিয়েই এই কথাৰ ব্যাখ্যা কৰিব লাগিব। ইণ্ডোচীনৰ চম্পা ৰাজ্য প্ৰতিষ্ঠা কৰিছিল কৌণ্ডিন্য নামৰ এজন উচ্চ জাতিৰ উচ্চাকাংখী লোকে। এওঁ স্থানীয় জনজাতিবোৰক ধেনুকাড়ৰ যুদ্ধত ঘটুৱাই নাগ-কন্যা সোমাক বিবাহ কৰি এটি সমৃদ্ধিশালী বংশৰ প্ৰতিষ্ঠা কৰিছিল। তেতিয়াৰ বৰ্বৰ লোকসকলে প্ৰায়ে মাতৃ যোনিৰ দ্বাৰা নিজৰ চিনাকি দিছিল। গতিকে এই ক্ষেত্ৰত এনেবোৰ বংশ সমাজত মিলি যোৱাৰ কোনো অসুবিধা নাছিল। কিন্তু এই সমাজৰ বুকুত গাওঁ আৰু লগে লগে কঠোৰ জাত-প্ৰথাৰ ভেটি দহদহীয়া হৈ নপৰালৈকে এনে সমন্বয় সম্ভৱপৰ আছিল।

৯.৫. এইখিনিতে এখন ভূমিদানৰ চনদত পোৱা চৰ্ত কিছুমানৰ কথা উল্লেখ কৰা ভাল হ'ব। ভাকাটক ৰজা দ্বিতীয় প্ৰৱৰসেনে তেওঁৰ ৰাজত্বৰ অষ্টাদশ বছৰত এই ফলি দিছিল। এহেজাৰ ব্ৰাহ্মণক সমূহীয়াভাৱে এখন সম্পূৰ্ণ গাওঁ দান দিয়াৰ কথা ইয়াত পোৱা যায়। তাৰে ভিতৰত ৪৯ জনৰ নাম ফলিত দিয়া আছে ; সম্ভৱতঃ এওঁলোক বিভিন্ন পৰিয়ালৰ ( Feet 55 ) বয়োজ্যেষ্ঠ লোক আছিল ঃ

"আমি এতিয়া চাৰি-বেদ জনা সম্প্ৰদায়ৰ গাওঁখন চলোৱাৰ সম্পৰ্কে যি যি নিৰ্দিষ্ট প্ৰথা মানি চলিব লাগে সেই সম্পৰ্কে অনুমতি দিম ; এই প্ৰথাসমূহ গাৱঁৰ উপযোগী আৰু পূৰ্বৰ ৰজাসকলৰ দ্বাৰাও পৰীক্ষিত। এই গাওঁখনে কৰ দিব নেলাগে। এই গাৱঁলৈ নিয়মিত সেনাবাহিনী অথবা উচ্চ বিষয়া সোমাব নোৱাৰে। উৎপাদনৰ উত্তৰাধিকাৰ সূত্ৰে লাভ কৰা গাইগৰু আৰু বলদৰ স্বত্ব ইয়াত দিয়া হোৱা নাই। সেইদৰে ফুল আৰু গাখীৰৰপৰা হোৱা উৎপন্ন, চৰণীয়া পথাৰ, ছাল, কয়লা আৰু জুলীয়া লোণৰ পুং আদিৰ স্বত্বও ইয়াত দিয়া হোৱা নাই। এই গাওঁ বাধ্যতা-মূলক শ্ৰমৰপৰা সম্পূৰ্ণ মুক্ত। মাটিৰ তলৰ গৰাকীহীন সম্পত্তিৰ ভড়ালত এই গাৱঁৰ অবাধ অধিকাৰ থাকিব। ব্ৰাহ্মণসকলে আৰু তেওঁলোকৰ ভৱিষ্যত উত্তৰাধিকাৰী-সকলে তলত দিয়া চৰ্ত মানিব লাগিব ; চন্দ্ৰ-সূৰ্য থাকে মানে এই দান থাকিব ; অৱশ্যে ব্ৰাহ্মণসকলে পৰবৰ্তী ৰজাসকলৰ দিনতো ৰাষ্ট্ৰ বা ৰাষ্ট্ৰৰ অঙ্গৰ বিৰুদ্ধে—একো বিশ্বাস ঘাটকতা কৰিব নোৱাৰিব। এওঁলোকে ব্ৰাহ্মণ-বধ, চুৰি, পৰস্ত্ৰীহৰণ, ৰজাক বিষ-দান আদি পাপ কৰিব নালাগিব। এওঁলোকে যুদ্ধ কৰিব নোৱাৰিব ; আন

গাৱঁৰ প্ৰতিও এওঁলোকে কোনো অন্যায় কৰিব নোৱাৰিব। এই চৰ্তসমূহৰ অন্যথা আচৰণ কৰিলে যা এনেবিলাক কামত সন্মতি প্ৰদান কৰিলে, ৰজাই মাটিখিনি ঘূৰাই নিব। এনে কামক অপহৰণ বুলি গণ্য কৰা নহ'ব।"

এনেবোৰ চৰ্তত একো অস্বাভাৱিকতা নাই। কিন্তু চৰ্তবোৰ ইমান স্পষ্টভাৱে ব্যক্ত কৰাটোহে অস্বাভাৱিক আছিল। ব্ৰাহ্মণসকলে ইতিমধ্যে গাওঁখন অধিকাৰ কৰি আছিলেই। এই চনদৰ বলত জানিবা কৰ নিদিয়াকৈ তেওঁলোকে মাটিত খেতি কৰিবৰ অধিকাৰ পাইছিল। কিন্তু গাওঁখনৰ পূৰ্বৰ বাসিন্দাসকলৰ ওপৰত তেওঁলোকৰ কোনো অধিকাৰ নাছিল। এই অখেতিয়ক পশুপালক বাসিন্দাসকলক সাৱধানে ৰক্ষা কৰা হৈছিল। উক্ত গাওঁখনৰ বাসিন্দাসকল শান্তিপূৰ্ণ আৰু নিৰস্ত্ৰ হৈ থাকিব লাগিছিল। তেওঁলোকে আন গাৱঁৰ মাটিত অনুপ্ৰবেশ কৰিব নোৱাৰিছিল। এনে নিৰস্ত্ৰ গাৱঁেই আছিল ভূবাসন বা বসতি পত্তনৰ আঁহি। ব্ৰাহ্মণক দিয়া দানবোৰৰ সহায়ত তেনে গাওঁ পত্তন ব্যৱস্থা মাথোন সফল কৰি তোলা হৈছিল বা পাতনি জোৰা হৈছিল। ৰজাৰ সেনা, বিষয়া, পুলিচ এইবিলাক লোক গাৱঁত সোমাব নোৱাৰাৰ ব্যৱস্থা কৰা বাবে বাসিন্দাসকলৰ খুব সুবিধা হৈছিল। কিয়নো নিসহায় গাওঁবোৰত এইবোৰ লোক সোমালে সেইবোৰত অত্যাচাৰ আৰম্ভ কৰাটো স্বাভাৱিক। কিছুমান মানুহে অৱশ্যে এই সিদ্ধান্ত গ্ৰহণ নকৰাৰ সপক্ষে এটি ভাল দেখনিয়াৰ যুক্তি দিয়ে। তেওঁলোকৰ মতে আগ্নেয় অস্ত্ৰ ওলোৱাৰ আগতে মানুহে খেতিয়কৰ হাতিয়াৰবোৰো বুজন অস্ত্ৰ-শস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব পাৰিছিল। গতিকে ৰজাৰ সেনাৰ অত্যাচাৰ অসহ্য হ'লে, সিহঁতক বাধা দিবলৈ এনে অস্ত্ৰ-শস্ত্ৰৰ ব্যৱহাৰ কৰাও একো অসম্ভৱ কথা নাছিল। কিন্তু এই চনদবোৰ পঢ়িলে অন্য ধাৰণাহে হয়। ইফালে এনে মত পোষণ কৰা সকলে গম নেপায় যে সেই সময়ত গাওঁবোৰ বিচ্ছিন্ন আছিল; তদুপৰি খেতিয়কক অস্ত্ৰ-শস্ত্ৰ দিয়াৰ বিৰুদ্ধে ধৰ্মৰ আৰু জাতৰ বাধাও মন কৰিবলগীয়া বিষয়। আনহাতে গাৱঁলীয়া লোকসকলে পুৰ্ণ সেনাসকলৰ দৰে যুদ্ধ শিক্ষাৰ সুবিধা পোৱা নাছিল। গতিকে খেতিয়কৰ নিঃসহায়তাৰ কথা সহজে অনুমেয়। আজিও ভাৰতৰ গাৱঁত সামান্য অস্ত্ৰ-শস্ত্ৰৰে সৈতে বিষয়া আৰু পুলিচে মিলি সহজে অত্যাচাৰ কৰিব পাৰে।

আন কিছুমান ভূমিদান-পত্ৰ পঢ়িলে অনুমান হয়, এডোখৰ-এডোখৰকৈ চন পৰি থকা মাটি প্ৰস্তুত কৰি তাত মানুহৰ বসতিৰ দিহা কৰা হৈছিল। ষষ্ঠ শতিকাৰ দামোদৰপুৰ ফলিসমূহত যেনে (E I 15, 113–145) বাৰীক মাটি কিনাৰ কথা আছে; ফৰিদপুৰৰ ফলিবোৰতো তেনে বিৱৰণী পোৱা যায় (I A. 1910, 193–216)।

পূৰ্ব ধাৰণা লৈ নেচালে এইবোৰ ফলিৰ বক্তব্য পৰিষ্কাৰভাৱে বুজা যায়। এই চলদবোৰ পঢ়িলে জনা যায় যে সদাগৰসকলে পুণ্যাৰ্থে ব্ৰাহ্মণক দান দিব খুজিলে প্ৰথমতে স্থানীয় কৰ্তৃপক্ষলৈ আবেদন জনাব লাগিছিল। আগত ৰাখি জৰীপ-কাৰীসকলে মাটি জুখিছিল ; নিষ্কৰ, আৰু অনাবাদী ( চন পৰি থকা ) মাটিহে ভাগ ভাগ কৰি দিয়া হৈছিল। এনেকৈ মাটি ভাগ কৰাৰ পিছতহে ব্ৰাহ্মণ বা মন্দিৰক দান দিয়াৰ নিয়ম আছিল। অৱশ্যে তাৰ আগতে দাতাসকলে ৰজাৰ 'এক ষষ্ঠাংশ শস্য'ৰ ভাগৰ পাওনা শোধাব লাগিছিল। আচলতে ইয়াত মাটি কিনাৰ কথা নাছিল। কৰ নিদিয়াকৈ সেই মাটিত চিৰকালৰ কাৰণে খেতি কৰাৰ স্বত্বহে কিনা হৈছিল। ( সাধাৰণতে উৎপন্ন শস্যৰ এক ষষ্ঠাংশ পৰিমাণৰ এই কৰ ধাৰ্য কৰা হৈছিল। ) বঙ্গদেশত বাণিজ্য আৰু গাৰঁৰ প্ৰসাৰ কেনেকৈ হৈছিল, এই দানপত্ৰবোৰ পঢ়িলে তাক বঢ়িয়াকৈ বুজা যায়।

ঠাই অনুসৰি মাটিৰ ম্যাদ বেলেগ বেলেগ আছিল। কিন্তু প্ৰাচীন প্ৰথাবোৰ যিমানদূৰ সম্ভৱ সকলো ঠাইতে মনা হৈছিল। এখন ফলিৰ মতে ( Fleet 80 ) মন্দিৰৰ পুৰোহিতবৃন্দক অধিবাসীসকলৰ সৈতে এখন গাওঁ সভাৰ সন্মতিক্ৰমে দান দিয়াৰ কথা উল্লেখ কৰা হৈছে। এই অধিবাসীসকল বিশেষ শ্ৰেণীৰ শূদ্ৰ বুলিয়েই ধাৰণা হয়। সপ্তম শতিকাত পঞ্জাবৰ মহাৰাজ মহাসামন্ত সমুদ্ৰসেনে দিয়া এই দানৰ তাৎপৰ্য সহজে ধৰা টান। কাৰণ আন আন ঠাইত দান কৰা বাসিন্দাসকল বিজিত আদিবাসী। কিছুমান ঠাইত গাৱঁলীয়া বনুৱা দান কৰাৰ কথাও পোৱা যায় ( J BORS ; 2, 423, 407, 15 ; 21 ; 15 I F F. 363 )। কিছুমান ফলিত আকৌ টুকুৰা মাটিৰ দান কৰাৰ কথাও উল্লেখ আছে। সময়ৰ লগে লগে এই ফলিবোৰত ক্ৰমাৎ দানৰ এটি উদাৰ ৰূপ দেখা গৈছিল। তথাপি সকলোতে এটি উমৈহতীয়া বৈশিষ্ট্য পোৱা যায়। একোখন গাওঁ লাভ কৰা লোকসকলে সাধাৰণ ৰাষ্ট্ৰীয় কৰৰ বাহিৰে আন একোৰে অধিকাৰ লাভ কৰা নাছিল ; কথাটো বুজাই কোৱা ভাল। তেওঁলোকে প্ৰচলিত প্ৰথামতে পাব লগা কৰবোৰহে সংগ্ৰহ কৰিছিল। এই ফলিবোৰত ৰাষ্ট্ৰ বা ৰাষ্ট্ৰৰ বিষয়াক এনে কৰৰ ভাগ দিয়াৰ কথা কোৱা হোৱা নাই, কিন্তু দানৰ পাত্ৰই কৰ বঢ়াবৰ বাবে অধিকাৰ বা মাটি আৰু গৰু ম'হৰ ওপৰত সম্পত্তি-স্বত্ব লাভ কৰা নাছিল। অৰ্থশাস্ত্ৰত মাটিৰ ওপৰত ৰাষ্ট্ৰৰ অবাধ অধিকাৰৰ যি তত্ত্ব প্ৰচাৰ কৰা হৈছিল, তাক মনা হৈছিল যদিও আচলতে যিবিলাক মাটিত দখলীস্বত্ব স্বীকৃত হৈছিল সেইবিলাকৰপৰাহে ৰাষ্ট্ৰই কৰ আদায় কৰিব পাৰিছিল। আনহাতে জাতি-প্ৰথা চলি থকাৰ বাবে খেতিয়কৰ ওপৰত হোৱা

অত্যাচাৰ কিছুদূৰ নিয়ন্ত্ৰিত হৈছিল। যেতিয়াক বিপদত পৰিলে পূৰ্বতে একে জন-জাতিৰপৰা উদ্ভৱ হোৱা এনে জাতৰ লগৰীয়া জাতিসকলে তেওঁক ৰক্ষা কৰিবলৈ এক মুঠ হৈ থিয় দিছিল। 'জাতি'ৰ মানুহ অকলে গাৱঁতে আবদ্ধ নাছিল, ওচৰৰ গাওঁবোৰতো সিচঁৰিত হৈ আছিল। গতিকে একগোট হৈ থিয় দিয়াৰ সুবিধা যথেষ্ট আছিল। হৰ্ষচৰিত আৰু দামোদৰপুৰ ফলিবোৰ পঢ়িলে ৰাষ্ট্ৰৰ বিষয়াৰ সংখ্যা বাঢ়ি অহাৰ কথা গম পোৱা যায়। প্ৰকৃতপক্ষে বিষয়াৰ বৃদ্ধি আৰু অন্যান্য কাৰণত ওপৰৰপৰা জাপি দিয়া সামন্তবাদী ব্যৱস্থা কালক্ৰমত ওপৰ-গধুৰ হৈ পৰিছিল।

হৰ্ষই তেওঁৰ ৰাজত্বৰ পঞ্চবিংশতিতম বছৰত দিয়া ভূমিদানৰ ফলি এখনৰ তলত দিয়া অংশ পঢ়িলে এই অৱনতি-ক্ৰিয়াৰ কথা বঢ়িয়াকৈ বুজিব পাৰি ঃ

"নাও, হাতী, ঘোঁৰাৰে পৰিপূৰ্ণ আৰু বিজয় গৌৰৱমণ্ডিত বৃহৎ ভ্ৰমণকালীন ৰাজকীয় সদৰ ছাউনিৰপৰা এই ফলি দিয়া হৈছে; এই সদৰ ছাউনি কপিথিকা গাৱঁত অৱস্থিত। মহেশ্বৰভক্ত হৰ্ষই সোমকুণ্ড গাৱঁত সমবেত মহাসামন্ত, মহাৰাজ, দৌহসাধ্য-সাধনিক, প্ৰমাতাৰ ৰাজস্থানীয়, কুমাৰাত্য, উপৰিক, বিষয়পতি, নিয়মিত আৰু সাহাযাকাৰী সেনাবাহিনী, ৰাষ্ট্ৰৰ ভৃত্যাদি আৰু সোমকুণ্ডবাসীৰ উদ্দেশ্যে এই আদেশ জাৰি কৰিছে; (সোমকুণ্ড গাওঁ শ্ৰাবস্তীভুক্তিৰ কুণ্ডধানী বিষয়ৰ অন্তৰ্ভুক্ত) ঃ

"আপোনালোকে এই কথা জানক। ভামৰথ্য ব্ৰাহ্মণে জাল চনদ কৰি এই গাওঁ নিজৰ দখলত ৰখা প্ৰমাণিত হ'লত, মই সেই তাম্ৰফলিৰ চনদ ভাঙি তেওঁৰপৰা এই গাওঁ নিজৰ দখললৈ আনিলোঁ। মোৰ পিতৃ-মাতৃ, জ্যেষ্ঠ আৰু সকলো মৃতকৰ আধ্যাত্মিক পুণ্যৰ অৰ্থে ভূমি-ছিদ্ৰ প্ৰথা অনুসৰি এই গাওঁ মই ভট্ট শিৱস্বামীন আৰু ভট্ট ৱাতস্বামীন নামৰ ব্ৰাহ্মণক অগ্ৰহাৰ হিচাপে দান দিলোঁ। ...এই দান নিৰ্দিষ্ট সীমা পৰ্যন্ত বলৱৎ থাকিব; উদ্ৰঙ্গ (কৰ), আৰু ৰজাৰ পৰিয়ালৰ পাবলগীয়া আয় আদি সকলো অধিকাৰসহ এই গাওঁ দান হিচাপে দিয়া গ'ল, এই গাওঁ সকলো দায়ৰপৰা মুক্ত থাকিব। এই গাওঁখনক জিলাৰপৰা নিলগাই থোৱা বুলি ধৰিব লাগিব। পুত্ৰপৌত্ৰাদি ক্ৰমে চন্দ্ৰ-সূৰ্য পৃথিৱী থাকে মানে এই গাওঁ উত্তৰাধিকাৰ সূত্ৰে ভোগ কৰিবৰ বাবে দিয়া হৈছে।

"ইয়াকে বুজি, তোমালোকে এই দানত সন্মতি দিবা আৰু বাসিন্দাসকলে মোৰ আদেশ মানি এই দুজনকে উৎপন্নৰাজিৰ এক ষষ্ঠাংশ, ভোগ-কৰ, নগদ-কৰ আৰু আন আন দিবলগীয়া কৰ দিবা। বাধ্যক কৰি দিবলগীয়া কাম যেন এওঁলোকক কৰি দিয়া হয়...এই দলীলৰ 'দূতক' হ'ল মহাপ্ৰমাতাৰ মহাসামন্ত শ্ৰীস্কন্দগুপ্ত।

অক্ষপটৰ্জ সামন্ত মহাৰাজ ঈশ্বৰগুপ্তৰ আজ্ঞামতে এই আদেশ দিয়া হ'ল।"
(E I. 7. 155-60)

এই ফলিতেই আমি সামন্ত বিষয়াসকল 'মহাৰাজ, আৰু চুবুৰীয়া ৰজা' হোৱাৰ কথা জানিবলৈ পাওঁহক। তথাপি তেওঁলোকৰ কোনেও আপোন খুহীত এনে দান দিব নোৱাৰিছিল। তেওঁলোকৰ সম্মতিও ক্ষেত্ৰত আৱশ্যক নহৈছিল। কাৰ্য-ক্ষেত্ৰত অৱশ্যে ক্ষুদ্ৰ মাটি এটুকুৰা দান কৰা চনদতো ৰজাই সাধাৰণতে স্বাক্ষৰ দান কৰা দেখা গৈছিল। ৰজাৰ শিবিৰৰ লগে লগে ৰাজসভা আৰু সচিবালয়াদি সকলোবোৰ ফুৰি ফুৰিব লগা হৈছিল। দেখা যায়, শিৱভক্ত বুলি দাবী কৰা এইজনা বৌদ্ধ সম্ৰাটেই ব্ৰাহ্মণক উক্ত দান দিছিল। তদুপৰি সেই সময়ত এই দানবোৰ নিশ্চয় লাভজনক আছিল আৰু সেই বাবেই তাৰ জাল কৰা হৈছিল। প্ৰকাশিত হোৱা ভালেমান তামৰ ফলিতো জাল কৰাৰ সংবাদ পোৱা গৈছে। উৎসাহী ব্ৰাহ্মণসকলে নিজৰ সংস্কৃত জ্ঞানৰ অপব্যৱহাৰ কৰি এইদৰে কেতিয়াবা দানপত্ৰ ভুলকৈ ৰচনা কৰাও সহজ কথা আছিল আৰু তেনে কৰিছিলো। নতুনকৈ ৰাজবংশ সৃষ্টি কৰা, পুৰাণত মিছা আখ্যান সুমাই দিয়া আদি কামতকৈ এই জাল কৰা কামত কম সময় লাগিছিল। তদুপৰি এনে ধৰণৰ জাল আবিষ্কাৰ হলেও গুৰুতৰ শাস্তি হৈছিল যেন বোধ নহয়। এই যুগত এবিৰয়াণে ভাৰতবৰ্ষ ফুৰিবলৈ অহা হ'লে, ভাৰতবাসীয়ে মিছা কথা নকৈছিল বুলি ন দি ক'বলৈ টান পালেহেতেঁন।

তলত দিয়া ব্যাখ্যাবোৰে ওপৰত কোৱা বিষয়বোৰ পৰিষ্কাৰ কৰিব। সেই যুগৰ মাটিত ব্যক্তিগত সম্পত্তি স্থাপনৰ প্ৰশ্নটো অৰ্থাৎ মাটি কিনা-বেচা কৰাৰ অধিকাৰটো আধুনিক বুৰ্জোৱা দৃষ্টিভঙ্গীৰপৰা বিচাৰ কৰা মুঠেই সমীচীন নহয়। এই যুগৰ খেতিয়কসকল ট্ৰাইবেল সমাজৰপৰা মুকলি হৈ অহা মানুহহে; ট্ৰাইবেল সমাজত মাটিৰ অধিকাৰ কৌমিক বা জনজাতীয় আছিল। আনহাতে হাল বাই আৰু গোবৰৰ সাৰ দি খেতি কৰা প্ৰথাৰ প্ৰচলন নোহোৱালৈকে আদিম জুম প্ৰথাৰ খেতি-বাতিয়েই চলি আহিছিল আৰু সেয়ে ব্যক্তিগত মাটি ৰখাৰ কোনো প্ৰয়োজনেই নাছিল। দ্বিতীয়তে মাটিৰ দখলী বা এটুকুৰা মাটিত খেতি কৰিবলৈ পোৱাৰ অধিকাৰো সমাজৰ সদস্যপদ লাভৰ প্ৰমাণ আৰু সুবিধা স্বৰূপহে আছিল। গতিকে জাতিচ্যুত বা সমাজচ্যুত নোহোৱালৈকে কোনো মানুহেই মাটিৰ অধিকাৰ হেৰুৱাব লগা নহৈছিল। তদুপৰি সেই সময়ৰ গাওঁবোৰত পণ্য দ্ৰব্যৰ উৎপাদন প্ৰায় নহৈছিল বুলিব লাগে; গতিকে গাৱঁৰ ভিতৰত মাটি কিনা মানুহ নোলাইছিল; যিবোৰে খেতি কৰিব খোজে সেইবোৰে চন পৰি থকা মাটি অথবা দৈয়তকাষৰীয়া মাটি ভাঙি

লব পাৰিছিল। এনেকৈ খেতি কৰাৰ অধিকাৰ লাভৰ কাৰণে তেওঁলোকে ৰজাক মাথোন কৰ দিব লাগিছিল। সম্ভৱতঃ ক্ষেত্ৰবিশেষ সমাজভূমিৰ বাবে স্থায়ী গাৱঁৰ সমাজক ( ভূমিৰ বাবদ ) ৰৰঙণি দিব লাগিছিল। ন পমুৱাসকলে নিজৰ বেলেগ সমাজ এখন গঠন কৰি লব পাৰিলে তাকো দিব লগা নহৈছিল। মোগল যুগৰ শেষলৈকে এনে ধৰণৰ এটি ব্যৱস্থা চলি আহিছিল। অৱশ্যে স্থানবিশেষে ব্যৱস্থাৰ উপযুক্ত সাল-সলনি হৈছিল।

ওপৰোক্ত ফলিবোৰত ব্ৰাহ্মণক দিয়া দানৰ ক্ষেত্ৰত প্ৰযোজ্য কিছুমান বিশেষ অৱস্থাৰ কথাই উনুকিওৱা হৈছে। এনে ফলিত পোৱা 'কৰ্ষতঃ' 'কৰ্ষয়তঃ'— এই দুটা শব্দৰ অৰ্থ ক্ৰমে নিজ মাটিত খেতি কৰা বা (আনৰ হতুৱাই) খেতি কৰোৱা। দুয়োটা ব্যৱস্থাই সামন্তবাদী সম্পত্তি আৰু জমিদাৰীৰ সৃষ্টিৰ কথা নুবুজায়। ইয়াৰ অৰ্থ, ব্ৰাহ্মণসকলে জাতৰ বাধা আৰু পুৰোহিতালি কৰাৰ কাৰণে নিজে খেতি নকৰিছিল। ব্ৰাহ্মণক দান দিয়া মাটিত কৰ নাছিল; গতিকে তাত আনে খেতি কৰিলে প্ৰকৃতপক্ষে কৰৰপৰা হাত সাৰিবলৈ চেষ্টা কৰা বুলিহে প্ৰতিপন্ন হ'ব, অৱশ্যে চনদত বিশেষভাৱে ব্যৱস্থা কৰা থাকিলে তেনেকৈ যে খেতি কৰিব নোৱাৰিব তেনে নহয়। এইবিলাক তথ্য চাই-চিতি আৰু পিছৰ যুগলৈ থাকি যোৱা সেই যুগৰ ব্যৱস্থাৰ অৱশিষ্ট প্ৰমাণবোৰ বিচাৰ কৰি আমি মাটিৰ সাধাৰণ স্বত্ব সম্পৰ্কে এটি ধাৰণা কৰিব পাৰোঁ। গাৱঁৰ পঁজা ঘৰবোৰৰ চৌদিশে তেতিয়া হেওৰৰ জেওৰা আছিল। হেওৰৰ চাৰিওফালে বহল চৰণীয়া পথাৰ; এই পথাৰ উমৈহতীয়া। তাৰ পিছত থাকে প্ৰথম বন্দৱস্তিৰ খেতি মাটিবোৰ, এইবোৰতো গাৱঁৰ উমৈহতীয়া স্বত্ব আৰু এইবোৰৰ ওপৰত লগোৱা কৰো উমৈহতীয়া। প্ৰকৃত মালিকে অৰ্থাৎ গাওঁখনে খেতিয়কক এনে খেতিৰ মাটিৰ ভাগ এটা খেতি কৰিবলৈ বাছি দিয়ে; সেইটুকুৰা মাটিত যি খেতি কৰে তেওঁ যেতিয়ালৈকে সেই খেতি চলাই থাকে তেতিয়ালৈকে তাৰ অধিকাৰ ভোগ কৰিব। গাওঁবিলাকৰ প্ৰতিনিধিত্ব কৰে গাওঁ সভাবোৰে। খেতি মাটিখিনিৰ সিপাৰে চন পৰা মাটি। ৰজা বা সভাই এই মাটি ইচ্ছুক লোকক অৰ্থাৎ যি মাটি ভাঙিব খোজে বা খেতি কৰিব খোজে তেওঁক দিয়ে। এনে ইচ্ছুক লোক ব্ৰাহ্মণো হ'ব পাৰে বা অব্ৰাহ্মণো হ'ব পাৰে। কৰ দি 'থকালৈকে আৰু খেতি কৰালৈকে এনে লোকে মাটি ভোগ কৰে। অৱশ্যে কোনোবাই এনে চৰ্তৰপৰা অব্যাহতি লাভ কৰিলে বেলেগ কথা। পিছলৈ খেতিয়া বনুৱাৰ সংখ্যা বাঢ়িল আৰু নতুন ৰজাৰৰ সৃষ্টি হ'ল, তেতিয়া ব্ৰাহ্মণসকলৰ আওপকীয়া-খেতিৰ পদ্ধতিৰ আঁহিতে লাহে লাহে মাটিৰ সম্পত্তি আৰু

অন্যান্য সামন্ত সম্পত্তিৰ উত্তৰ ৰ্ষৰ্তে ধৰিলে। অৱশ্যে ৰাইই মাটি ভোগ কৰোতাৰপৰা তেতিয়াও কৰ আৰু কাম আদায় কৰিছিল।

৯, ৬ গুপ্ত আৰু পৰৱৰ্তী যুগৰ মাটি বন্দবস্তিৰ পদ্ধতিৰ বিষয়ে আগতে কৈ অহা হৈছে। সৌভাগ্যবশতঃ এই বিবৃতিবোৰ প্ৰমাণিত কৰিবৰ জোখাৰে নথী-পত্ৰ, পুৰাতাত্ত্বিক তথ্য আৰু গবেষণাৰ তথ্য পোৱা গৈছে। এই পদ্ধতিৰ বিকাশৰ ক্ৰমৰ ওপৰত ঐতিহাসিক দৃষ্টিপাত কৰিবৰ অৰ্থে এটি আঞ্চলিক উদাহৰণৰ কথা খৰচি মাৰি আলোচনা কৰা ভাল হ'ব। কদম বা কদম্ব গছ ( Nauclea cadamba বা anthocephalus cadamba ) ভাৰতৰ বহুতো ঠাইত পোৱা যায়। বিশেষকৈ গৰম জলবায়ুৰ অঞ্চলবোৰত। ইয়াৰ ফুলবোৰৰ বৰণ সুন্দৰ সুগন্ধিৰাৰ দৰে। ইয়াৰ ফলবোৰ মানুহে খায়; গাৰ্হলীয়া দৰৰত এতিয়াও এই ফল ব্যৱহাৰ কৰা হয়। এই Anthocephalus বা কদম্ব গছৰ জনপ্ৰিয় নাম হল 'হলিপ্ৰিয়' অৰ্থাৎ খেতিয়কৰ প্ৰিয়। ইয়াক 'হৰিপ্ৰিয়'ও বোলা হয়। পশ্চিম ঘাট অঞ্চলত[৯] এতিয়াও গাৱদাস আৰু অন্যান্য জনজাতিবোৰে ইয়াক টোটেম হিচাপে পূজা কৰে।

ইতিহাসত কদম্ব বুলি এটা বংশৰ উল্লেখ পোৱা যায়। দাক্ষিণাত্যৰ দক্ষিণ অঞ্চল আৰু কোনকনত[১০] এই বংশৰ অভ্যুদয় ঘটিছিল; এই বংশৰ প্ৰতিষ্ঠাতা ময়ূৰশৰ্মণক ৪ৰ্থ শতাব্দীৰ বুলি কোৱা হয়, অৱশ্যে পণ্ডিতবিলাকৰ মাজত এই সম্পৰ্কে মতদ্বৈধতা আছে। এওঁৰ সম্পৰ্কে মহীশূৰৰ চিতলদ্রুগ অঞ্চলৰ দক্ষিণে থকা চন্দ্ৰবল্লিত[১১] এখন ফলি পোৱা গৈছে; ফলিখন প্ৰাকৃতভাষাত লেখা। তাত এইদৰে আছে, "কদম্বকুলৰ ময়ূৰশৰ্মণে এই পুখুৰীটো নিৰ্মাণ কৰিলে; এওঁ ত্ৰেকুট, অভীৰ, পল্লৱ, পাৰিয়াত্ৰিক, সকস্থামন ), সয়িন্দক, পুনাত আৰু মোকাৰিসকলক দমন কৰিছিল।" এই পানী ভঁৰালটো আজিও আছে। অৱশ্যে এই ফলিখনৰ পাঠ আৰু ব্যাখ্যা সম্পৰ্কে

(৯) R. E. Euthoven ; Tribes and Lastes of Bombay (তিনিখণ্ড গ্ৰন্থ, ১৯২০); Sub গাৱড়া (1. 362); দেৱক (গাৱীতসকলৰ এটা বংশ; (1. 349) আৰু আন আন জনজাতিৰ উল্লেখ আছে।

(১০) G. M. Moraes ; The Kadamba Kala '(Bombay 1931); ইয়াৰ অনুবাদখনো পঢ়িব (v. th Ind. Hist. Pan 1941. 164—74। আৰু এলাহাবাদ; 1945) ডি চি সৰকাৰৰ Successors of the Satavahanas 3 (page-225--254) পঢ়ক।

(১১) মহীশূৰ ৰাষ্ট্ৰৰ (Archaeological Survey ; Annual Report 1929 পৃষ্ঠা ৫০। এই চম্নু ফলিখন পাঠ কৰিবলৈ গ্ৰন্থকাৰে বৰ কষ্ট কৰিছে, কিন্তু এতিয়াও পাঠ উদ্ধাৰ কৰিব পৰা নাই।

তৰ্কাতৰ্কিৰ এতিয়াও ওৰ পৰা নাই। মলৱল্লিতো ( EP. Carn. 7 SK. 264 ) আৰু এখন ফলি পোৱা গৈছে। এইখনত এটা সংস্কৃত ভাষাৰ স্বাস্তিবাচন বা আশীৰ্বাদ আছে যদিও পাঠবোৰ প্ৰাকৃতত দিয়া আছে। কিন্তু আদি যুগৰ অজ্ঞাত কদম্ব লোক এজনে ব্ৰাহ্মণসকলক কিছুমান গাওঁ দিয়াৰ কথা ইয়াত উল্লেখ আছে। স্থানীয় দেৱতা মলপলিদেৱক পূজা কৰিবৰ অৰ্থে এই ব্ৰাহ্মণসকলক নিযুক্ত কৰা হৈছিল। পল্লৱ বংশৰ পূৰ্বদেশীয় ৰজা শিৱস্কন্দ বৰ্মণে পূৰ্বতে এই গাওঁবোৰ ব্ৰাহ্মণসকলক দান দিছিল। এই পল্লৱ বংশ এই অঞ্চলৰ যে আদিবাসী তাত বিন্দুমাত্ৰ সন্দেহ নাই; এই ৰজাজনে 'মানব্যাস গোত্ৰ হাৰীতিপুত্ৰ শিৱস্কন্দ বৰ্মণ' এই ব্ৰাহ্মণ নাম গ্ৰহণ কৰিছিল। একপলীয়* পল্লৱ ভাস্কৰ্যৰ শ্ৰেষ্ঠ নিদৰ্শন মামল্লপুৰম বা মহাবলিপুৰমত আছে। ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ ভাস্কৰ্যৰ এটি নিদৰ্শন এই মন্দিৰ আৰু ভাস্কৰ্যসমূহত পোৱা যায়। মনুস্মৃতিত উল্লিখিত, জুনাগড় আৰু উত্তৰ পশ্চিম ভূভাগ আক্ৰমণ কৰা পহ্লৱ ( pehlabi ) সকলৰ সৈতে এওঁলোক একে নহয়।

তালগুণ্ডত কাকুৎস্থবৰ্মণে প্ৰায় পঞ্চম শতাব্দীৰ মাজভাগত দিয়া এখন সংস্কৃত ফলিতো ( E I 8. 24–26 ) ময়ূৰশৰ্মণৰ নাম পোৱা যায়, কাকুৎস্থবৰ্মণ ময়ূৰশৰ্মণৰ বংশধৰ। ইয়াৰ মতে ময়ূৰশৰ্মণ প্ৰথমতে পল্লৱসকলৰ বিৰোধী আছিল, পিছলৈ তেওঁ পল্লৱসকলৰ সামন্ত হয়গৈ। তাত এইদৰে লেখা আছে:

"পল্লৱ ৰজাসকলৰ সীমান্তৰক্ষীসকলক তীব্ৰ বেগে যুদ্ধত ঘটুৱাই, তেওঁ শ্ৰী পৰ্বতৰ প্ৰৱেশ দ্বাৰলৈকে বিস্তৃত হৈ থকা অটব্য অৰণ্য অঞ্চল জয় কৰিলে। তেওঁ মহান বানৰ অধীনস্থ ৰাজমণ্ডলীৰপৰা বহুত কৰ-কাটল তুলিছিল। অলঙ্কাৰৰ দৰে শোভনীয় তেওঁৰ এই নিজা কৰ্মৰাশিয়ে পল্লৱ ৰজাসকলৰ ক্ৰোধ উদ্ৰেক কৰিছিল। তেওঁৰ কৰ্মৰাশি মনোহৰ আছিল; কিয়নো সেইবোৰৰ সহায়েৰে তেওঁ নিজৰ প্ৰতিজ্ঞা পূৰণ কৰিবলৈ সমৰ্থ হৈছিল আৰু শক্তিশালী আক্ৰমণৰ যো-জা তথা নিজ উদ্দেশ্য সাধন কৰিব পাৰিছিল। তেওঁৰ শত্ৰু পল্লৱবংশীয় কাঞ্চী ৰজাসকলে যেতিয়া তেওঁক সদলবলে আক্ৰমণ কৰিবলৈ আহিল, তেতিয়া দুৰ্গম দেশত জিৰণি লোৱা কালত অথবা তেনে দেশেদি পদচাৰণা কৰি যোৱাৰ সময়ত ৰাতি ছল চাই তেওঁ বিপক্ষৰ সেনা সমূহৰ ওপৰত জাঁপিয়াই পৰিল আৰু বলী চিলনীৰ দৰে আক্ৰমণ কৰিলে। এইদৰেই তেওঁ নিজৰ তৰোৱালৰ ওপৰত নিৰ্ভৰ কৰি বিপদ অতিক্ৰম কৰিলে। পল্লৱ ৰজাসকলে তেওঁৰ শক্তি, সাহস, বংশগৌৰৱ, আদি দেখি ভাবিলে,

* এচটা শিলৰপৰা কটা

এওঁক ধ্বংস কৰি একো লাভ নাই, গতিকে তেওঁক মিত্ৰ বুলি গণ্য কৰিলে। ইয়াৰ পিছত পল্লৱ ৰজাৰ সেৱাত নিযুক্ত হৈ তেওঁ যুদ্ধত বিক্ৰম দৰ্শাই ৰজাৰ প্ৰিয়ভাজন হোৱাৰ উপৰিও সন্মানৰ চিন স্বৰূপে পল্লৱ ৰজাসকলৰ আপোন কৰপল্লৱযুক্ত শিৰস্ত্ৰাণ পৰিধান কৰিলে। লগে লগে তেওঁ এখন ৰাজ্যও পালে। এই ৰাজ্যৰ সীমান্তত পশ্চিমসমুদ্ৰৰ বৰ তৰঙ্গৰাশিৰ উঠা-নমা নৃত্য চলি থকা দেখা গৈছিল; প্ৰেহৰৰ (?) দ্বাৰা সেই দেশ পৰিবেষ্টিত আছিল। আন কোনো মানুহ যাতে নোসোমায় এই চৰ্তত তেওঁক এই ৰাজ্যখন দিয়া হৈছিল।"

ফলিৰ এই কুলীন প্ৰশস্তিত ( শ্লোক ১৪-২১ ) জন-জাতীয় অঞ্চলত ওপৰৰপৰা বিকশিত হোৱা সামন্তবাদৰ কথা বৰ্ণনা কৰা হৈছে। সেই অঞ্চলত ভুবাসন ( বসতি ) আৰু বেপাৰ বঢ়াৰ লগে লগে যুদ্ধ লাভজনক হৈ পৰিছিল। বিশেষকৈ গৰিলা যুদ্ধ। কাৰণ এনে গৰিলা যুদ্ধ নিয়মিত-যুদ্ধ কৌশলেৰে বোধ কৰা টান। কিন্তু ইয়াত আটাইতকৈ মন কৰিবলগীয়া কথা হৈছে ময়ুৰশৰ্মণৰ কুল সম্পৰ্কে ( ৭-১৩ শ্লোকত ) যিখিনি কথা দিয়া আছে। তেওঁ 'কদম্ব বংশ'ৰ লোক; এই নাম কদম্ব গছৰপৰা ওলোৱা। ময়ুৰশৰ্মণৰ পূৰ্বপুৰুষসকলে কদম্বগছক ( এই গছ কোনোবা এখন আশ্ৰমৰ গুৰিত ) সেৱা কৰিছিল আৰু তাৰে সৈতে তেওঁলোকৰ 'প্ৰকৃতিও একে আছিল' ( সাধৰ্ম্য )। ডেকা ময়ুৰশৰ্মণে টোটেম গছজোপা এৰি থৈ পল্লৱনগৰ কাঞ্চীলৈ ( কাঞ্চীলৈ ) গ'ল; লগত গ'ল তেওঁৰ ব্ৰাহ্মণ গুৰু বীৰশৰ্মণ। তেওঁলোক গৈ এটা 'ঘটিকাত ( Foundation ) ভৰ্তি হ'লগৈ। এদিন তেওঁৰ এজন পল্লৱ অশ্বাৰোহীৰ লগত কাজিয়া লাগিল আৰু সেই খঙতে বিশ্ববিজয় কৰিবলৈ হাতত তৰোৱাল তুলি ললে। তেওঁ কেনেদৰে তৰোৱাল কামত লগালে, তাৰ কথা আগতে বৰ্ণাই অহা হৈছে। তেওঁৰ টোটেম যে কদম্ব আছিল, সেই বিষয়ে সন্দেহ নাই। পিছৰ যুগৰ কদম্ব নথীতো ( E P Carn 7 S K.D: J; 11 D. G. 35)। কোৱা হৈছে যে ময়ুৰশৰ্মণৰ দেউতাক কদম্ব 'উপৰিপুৰুষ' জনা একে নামৰ এজোপা গছৰ তলত ওপজা। শিৱৰ কপাল নিসৃত 'ঘামৰ টোপাল'ৰ পৰা এওঁৰ জন্ম হৈছিল। ব্ৰাহ্মণ্য উপাখ্যানমতে এই উপৰিপুৰুষজনৰ তিনিটা চকু; আৰু চাৰিটা বাহু। বিকল্প আখ্যান এটি অনুসৰি ময়ুৰশৰ্মণ নিজে ত্ৰিনয়ন হৈ এজোপা কদম্বতলৰ ওপৰত উপৰ্জিছিল। ব্ৰাহ্মণ শৰ্মণৰপৰা ক্ষত্ৰিয় ধৰ্মণলৈ নাম বদলি হোৱা কথাটোৱে ( ভালকৈ কহা গাওঁবোৰৰ বাহিৰত ) জাতি-প্ৰথাৰ শৈথিল্য ঘটাৰে প্ৰমাণ দিয়ে।

মনুবৰ্ণৰ্শৰ আখ্যানৰ গুৰুত্ব বাঢ়িল।[12] স্কন্দ পুৰাণৰ সহ্যাদ্ৰি খণ্ডৰ এটা বিবৃতিৰপৰা ; স্কন্দ-পুৰাণ মধ্যযুগৰ শেষ ভাগত ৰচিত। এই বিবৃতি অনুসৰি ৰাজস্থাপনৰ অৰ্থে তেওঁ উত্তৰৰ ব্ৰাহ্মণ আনি গোৱাত থাপিছিলাহি। এই আখ্যান সঁচা যেন বোধহয়। সাধাৰণ ব্ৰাহ্মণ আখ্যান অনুসৰি অতিকথা প্ৰসিদ্ধ পৰশুৰামেহে এই বসতিৰ সৃষ্টি কৰিছিল। একৈশবাৰ ক্ষত্ৰিয়সকলক নিধন কৰাৰ পিছত এওঁেই সাগৰৰ কোনকণ স্থানটুকুৰা সৃষ্টি কৰিলে। গোৱাৰ কদম্বসকল এঘাৰশ শতিকা বা তাৰ অলপ পাছৰ। কিন্তু গোৱাৰ ভাল মাটিখিনিৰ অধিকাৰী সাৰস্বত ব্ৰাহ্মণখিনিয়ে কদম্বসকলৰ একো সামাজিক স্মৃতিকে সংৰক্ষিত কৰা নাই। (এই মাটিখিনিৰ পত্তনৰ বন্দবস্তিও এক ধৰণৰ)। ১৫০০ শতিকাৰ আগৰ পাৰিবাৰিক পৰম্পৰাতো এই কদম্ব ৰজাসকলৰ উল্লেখ নাই (অৱশ্যে লোক সাহিত্যত উল্লেখ পোৱা যায়)। দশম শতিকাত উত্তৰৰ কনৌজৰপৰা দ্বিতীয় এচাম ব্ৰাহ্মণৰ অভিবাসনৰ কথা অৱশ্যে শুনা যায়। গোৱাৰ সাৰস্বত ব্ৰাহ্মণখিনিৰ ঘাই দেৱতা মংগেশ আচলতে মাংগিৰীশ। এই শব্দৰ অৰ্থ (বিহাৰৰ) 'মুঙ্গেৰৰ দেৱতা' হ'ব পাৰে। আদিতে এই পছাটোৰ পূজাৰ বস্তু আছিল শিৱলিঙ্গ। মধবাচাৰ্যৰ বৈষ্ণৱ সংস্কাৰৰ পিছত এই লিঙ্গৰ মুখত এটা সোণৰ মুখা (ভগৱানৰ মুখ) খুৱাই দিয়া হয়। সহ্যাদ্রি খণ্ডত উল্লেখ থকা গাওঁবোৰ আজিকালিও আছে আৰু সেইবোৰ চিনি উলিওৱা একো টান নহয়। * উক্ত খণ্ডত বৰ্ণিত স্থানবোৰত আজিও প্ৰাচীন মন্দিৰৰ

---

(১২) গোৱাত গ্ৰাম ভূৰ্বাসন সম্পৰ্কে জানিবলৈ মোৰ এখন ৰচনা পঢ়ক—The village Community in the old conquest of Goa (uni. Bombay, 15, 1947, 63—78) তাতোকৈও বেছি দৰকাৰী হৈছে G. Gerson la Eunha ই কৰা সহ্যাদ্ৰিখণ্ডৰ (Bombay 1877) সংস্কৰণটো পঢ়ক। লগতে তেওঁৰ গ্ৰন্থ The Kankani language and literature (Bombay 188.) খনো পঢ়িব লগীয়া। অৱশ্যে মই নিজে গোৱাৰপৰা যথেষ্ট তথ্য সংগ্ৰহ কৰিছো। তাতেই মোৰ জন্মও। মই বুঢ়াসকলৰ লগত কথা পাতি আৰু আজিকোপতি প্ৰৱল হৈ থকা অৱশিষ্ট অনুষ্ঠানবোৰৰ আলমত প্ৰাচীন সমাজখনৰ স্পষ্ট ধাৰণা এটি কৰিবলৈ সমৰ্থ হৈছিলোঁ। আৱশ্যকীয় নথী পত্ৰবোৰ পোৱা যায় পৰ্তুগীজ লেখক Palipe Mery Xavirৰ নিম্নলিখিত গ্ৰন্থৰ পৰা—

Bosquejo historica das camuni—dades das aldeas das concelhos Ilhas, Salcete e Barde (2nd edition ; Bastora ; 3 volume, 1906—7)। এইজনা লেখকৰে আন এখন গ্ৰন্থ হ'ল Batriueto Literatio das fiontainhas ; এইখন পাবলৈ নাই।

* শংখাৱলিত (অৰ্থাৎ হুৱ কোৱালত) মোৰ নিজৰ এখন পাম আছিল। পামখন গভীৰ অৰণ্যত। এই অৰণ্যই ইয়াত থকা পূৰ্বৰ মন্দিৰৰ দেৱদাসীসকলৰ বাসস্থানো ঢাকি থৈছিল। সেই ঠাইত ধ্বংসপ্ৰাপ্ত কুঁৱাৰ ঘন থুপবোৰ দেখা পালে একালৰ বসতিৰ ঘনত্বৰ কথা মনলৈ আহে। খাগিছাৰ মাজেদি যোৱা দেৱতাৰ শোভাযাত্ৰাৰ পথটি এতিয়াও দেখা যায়। থহটো শিলাখণ্ডৰে এই

ভগ্নাৱশেষ পোৱা যায়। ময়ূৰশৰ্মণে দান দিয়া অটব্য, দুৰ্গম, পাহাৰী আৰু বাঘ-সাপেৰে ভৰা হাবি মাটিবোৰ ভাঙিবলৈ কষ্টসহিষ্ণু আগৰণুৱা এদল লোকৰ প্ৰয়োজন আছিল। পশ্চিম উপকূলত হোৱা দবাপিটা বৰষুণৰ ফলত ঠাইবোৰত হাবি বৰকৈ বাঢ়িছিল। এই হাবি-বনবোৰ বনুৱা নোহোৱাকৈ ব্ৰাহ্মণসকলে চাফ কৰিব পৰা সম্ভৱ নাছিল। গতিকে তেওঁলোকে এটা অভিনৱ সমাধান উলিয়ালে। দান পোৱা মাটিৰ গৰাকী ব্ৰাহ্মণসকলে বনুৱাসকলেৰে সৈতে মিলি দুয়োপক্ষৰ মাজত লাভৰ অংশ ভগাই লোৱাৰ ব্যৱস্থা কৰিলে; এই বনুৱাবোৰৰ সৰহভাগেই গাৱভাস নামৰ আদিবাসী লোকৰ দ্বাৰা গঠিত (আজিকালিও এওঁলোকৰ এভাগ আদিবাসী, এভাগ জনজাতি)। যৎসামান্য লোক কুনবী আৰু আন আন নিম্ন জাতৰ পৰা অহা। ব্ৰাহ্মণসকলে অলপ-অচৰপ হাতৰ কাম কৰিব পাৰিছিল; তেওঁলোকে মাটিও খানিছিল, মাঙল ধৰি অলপ আনন্দও লভিছিল অথবা ভাড়াতীয়া বনুৱাৰ কামত সহায় কৰিছিল। জাত বা জাতি হিচাপে এনেবোৰ কাম কৰি নিয়মিতভাৱে জীৱিকা উলিওৱাত ব্ৰাহ্মণসকলৰ বাধা আছিল। ব্ৰাহ্মণৰ কাম আছিল বেদ অধ্যয়ন, বেদৰ শিক্ষাদান, নিজৰ বাবে পূজা কৰা, লোকৰ বাবে পূজা কৰা, দক্ষিণা দিয়া আৰু দক্ষিণা গ্ৰহণ কৰা। এই ছটা প্ৰধান কামৰ ভিতৰত তিনিটা ঘাই আছিল; বেদৰ শিক্ষা দান, লোকৰ বাবে পূজা কৰা আৰু দক্ষিণা গ্ৰহণ কৰা। কিন্তু মাটিগিৰীৰ জীৱন গ্ৰহণ কৰাৰ ফলত এই কামবোৰৰ চৰ্চাস্তি কমি গ'ল, আৰু শেষত গৈ এনেকুৱা হ'লগৈ যে গোৱাৰ সাৰস্বত ব্ৰাহ্মণসকলে কিবা সকাম কৰিব লগা হ'লে কৰ্হাডাস ব্ৰাহ্মণসকলক লগায়। সাৰস্বত ব্ৰাহ্মণসকলে এই কামবোৰ কৰিব নোৱাৰাৰ আন এটা কাৰণ হ'ল—এওঁলোকে মাছ আৰু চিকাৰৰ জন্তু খাবলৈ ধৰিলে। কিন্তু তথাপি এওঁলোকৰ জাত নগ'ল আৰু পাণ্ডিত্যৰ পৰম্পৰা এটিও তেওঁলোকৰ মাজত ৰৈ গ'ল, তদুপৰি সম্প্ৰদায়ৰ পাঁচোটা ডাঙৰ মন্দিৰৰ পুৰোহিতালি আৰু পূজা-পাতলৰ ওপৰত সাৰস্বত ব্ৰাহ্মণৰ নিয়ন্ত্ৰণ চলি থাকিল। এনেদৰে মন্দিৰৰ সম্পত্তিৰ ওপৰত

---

ঘাটছোৱা বন্ধা। মন্দিৰটো পৰ্তুগীজসকলে ভাঙিলে। তাৰ ওপৰত তেওঁলোকে এটা "চেপেল" সাজিলে। পদুম পুখুৰীটো আজিও দেখা যায়। মন্দিৰৰ ধৰ ধৰ পুৰণি কেঁটীসাপবোৰক মানুহে কেতিয়াবা লগ পায়, লগ পালে সৌভাগ্য বুলি ভাবে। ১৯১৪ চনৰ খ্ৰীষ্টমাচৰ নিশা কলগছৰ 'মাছান' বা টঙি ঘৰত বহি মানুহে ইয়াত পামৰ বহাৰ ওচৰত চিকাৰ কৰি খোৱা ম'হ পোৱ লি খাবলৈ বাঘিনী অহা দেখা পাইছিল। সেই সময়ত 'চেপেল'ৰ পৰা কাণত পৰিছিলহি কোনকন্ ভাষাত দিয়া পাদ্ৰীৰ বিগলিত কণ্ঠৰ উপদেশ। ওচৰৰ ঘৰৰ পৰাও আমাৰ বংশৰ বুঢ়াৰ—মোৰ খুড়াদেৱে বহুত দূৰলৈকে ভেদি যোৱা মাতেৰে কোৱা চিকাৰৰ সাধু শুনিবলৈ পোৱা গৈছিল।

থকা নিয়ন্ত্ৰণৰ ফলত তেওঁলোকৰ যথেষ্ট লাভ হৈছিল। ব্ৰাহ্মণসকলৰ অধিকাৰত গাৱঁৰ সকলো মাটি আছিল। গাৱঁৰ বিভিন্ন বিষয় নিষ্পত্তি কৰিবলৈ হ'লে সকলোবোৰ প্ৰাপ্তবয়স্ক পুৰুষৰ উপস্থিতিত গাওঁসভা বহিব লাগিছিল। বনুৱাসকলো সভাত উপস্থিত থাকিব পাৰিছিল আৰু তেওঁলোকৰ কথাও সভাই শুনিছিল। কিন্তু তেওঁলোকৰ স্বীকৃত মতদানৰ অধিকাৰ নাছিল। প্ৰকৃত আলোচনা হৈছিল ডাঙৰ খুটীয়া পৰিয়ালবোৰৰ মূৰব্বীৰ মাজত। তেওঁলোকৰ মতকে ডেকাবোৰে মানি লব লাগিছিল। পোনপটীয়া ভোটদান প্ৰথা বা সংখ্যাগৰিষ্ঠৰ সিদ্ধান্তৰ প্ৰথা প্ৰচলিত নাছিল। সভাৰ মনোভাব বুজিয়েই সিদ্ধান্ত লোৱা হৈছিল। সেই কাৰণে দুই এক অসন্তোষী বুঢ়া মেলুৱৈয়ে অতপালি কৰিবলৈ ছল পাইছিল। এনেকুৱা অশান্তিকৰ বাধা আঁতৰাবলৈ সভাই তেওঁক ধেমালিতে হ'লেও নিম্নলিখিত কথাষাৰ কবলৈ বাধ্য কৰাইছিল, "এই কোকেম্ অৰ্থাৎ লাঠীডালে মোৰ প্ৰতিনিধিত্ব কৰিব।" এবাৰ এই কথা ক'লে জীৱনৰ বাকীছোৱা কালতো তেওঁ সেইকথা তুলি লব নোৱাৰে; গতিকে সমগ্ৰজীৱন ধৰি লাঠীডালেই তেওঁৰ প্ৰতিনিধিত্ব কৰিছিল। সাধাৰণতে বুঢ়াৰ ৰাপ নথকা কোনো ক্ষুদ্ৰ বিষয়ৰ আলোচনা কৰিবলৈ মতা সভাতহে এনেদৰে ছেলু উলিয়াই তেওঁক সৈ কৰোৱা হৈছিল। এনেবোৰ সভাত পাৰিবাৰিক ৰীতি-নীতি, স্থানীয় প্ৰথা, আৰু ঘোৰ সন্দেহ নিৰঞ্জনৰ বাবে মঙ্গলতিৰ্ব উপদেশ—এই আটাইবোৰৰ নিজা ভূমিকা আছিল।

এই অঞ্চলটুকুৰা সাগৰপাৰৰ পাহাৰী অঞ্চল। খেতিৰ আচল মাটিবোৰ ভৈয়ামৰ বুকুত। কেইবা শতিকাও ধৰি একেবাহে তাত খেতি কৰা বাবে মাটিবোৰ সমান হৈ গ'ল। পূৰ্বৰ হাবিখন এতিয়া সম্পূৰ্ণ লুপ্ত। উপত্যকাইদি বৈ যোৱা জুৰিটো এতিয়া লোৰ এটাৰ দৰে হ'ল। জুৰিৰ পানী যাতে বন্ধ হৈ নৰয়, তাৰ বাবে নিয়মিত নিৰিখত তাক ব'বলৈ দিয়া হয় আৰু পথাৰৰ ধানক লগাকৈ—পানীৰ মাত্ৰা ঠিক জোখত ৰখা হয়। এইবোৰ পথাৰত খালি ধানহে হয়। ইফালে ডাঙৰ জোৱাৰত যাতে মোহনাইদি লুণীয়া পানী আহি পথাৰত নোসোমাইহি তাৰ ব্যৱস্থা লোৱা হয়। ফলত বান্ধ দিব লগাত পৰে—বিশেষকৈ সাগৰৰপৰা উলিওৱা 'খাজন' মাটিবোৰ ৰক্ষাৰ বাবে এনে কৰিব লগা হয়। এই বান্ধবোৰ সততে মেৰামতি কৰি থাকিব লাগে। তাত বানপানীৰ বাবে খিৰিকীখন প্ৰবেশদ্বাৰ আছে সেইকেইখনৰ সন্মুখৰ জোৱাৰ অহাৰ লগে লগে আপোনা-আপুনি জাপ খায় আৰু জোৱাৰ গ'লে জুৰিৰ পানীয়ে খুলি দিয়ে। ডাঙৰ গেটকেইখন খুলিবলৈ বা জপাবলৈ সমাজে পইচা দি মানুহ ৰাখিছিল। কিছুমান জুৰিৰ উপৰিভাগত পানী

নিয়ন্ত্ৰণ কৰিবলৈ কিছুমান সামৰিক বোকাৰ ভেটা দিয়া হৈছিল। বাৰিষাৰ পিছত বান্ধবিলাকো মেৰামতি কৰিব লগা হৈছিল। (বাৰিষাৰ মাহকেইটাত গড়ে বৰষুণ ১০০'' ইঞ্চিলৈকে হয়)। এইবিলাক খৰচৰ বাহিৰেও সেইকালত বাইজে আন কিছুমান কামতো খৰচ বহন কৰিব লাগিছিল : যেনে মন্দিৰ, বাটৰ কাম, নাপিতৰ কাম, বাহকৰ কাম, কমাৰ আৰু আন লাগতিয়াল কাৰিকৰী কাম। এই কাৰিকৰ-সকলে সমগ্ৰ সমাজৰে সেৱা কৰিছিল। সেইকাৰণে ভৈয়ামত থকা খেতিৰ মাটি-খিনিত সকলোৰে সমূহীয়া অধিকাৰ আছিল; এই মাটিবোৰ গাইপতি নিগাজীকৈ ভগাই দিয়া হোৱা নাছিল। দ্বিতীয় স্তৰৰ মাটিবোৰৰ লগত এই মাটিবোৰৰ সীমাৰ নিলগাই দেখুৱাবলৈ পকা গড় (ৰেভেটেড এম্বেঙ্কমেণ্ট) দিয়া হৈছিল; এইবোৰ ঠায়ে ঠায়ে তিনিফুটৰপৰা দহফুটমান ওখ আছিল; সামূহিক শ্ৰমৰ দ্বাৰা এইবোৰ বন্ধা হৈছিল। আলিবাটবোৰ মথাউৰিৰ ওপৰেদি গৈছিল, আৰু ঘৰবিলাকো সমান ওখত সজা হৈছিল। ঘৰবোৰৰ পিছফালেই আছিল উঠন পাহাৰ। সাধাৰণতে পাহাৰৰ ওপৰৰ মাটিবোৰ সমূহীয়া অধিকাৰত আছিল। এইবিলাক চৰণীয়া আৰু খৰি লোৱা মাটি হিচাপে ৰখা হৈছিল। এই অঞ্চলত যিবিলাক বস্তু অনা-নিয়া কৰা প্ৰাচীনতম পথ আছিল, সেইবিলাকো পাহাৰৰ ওপৰেদি গৈছিল। বোজা ৰখা আৰু ভাৰী জিৰোৱা ঠাইবোৰ প্ৰায় এমাইলৰ দূৰে দূৰে এতিয়াও পোৱা যায়। তাৰোপৰি মাজে মাজে একো ঠাইত বহুত শতিকা ধৰি খোজ পৰি টানশিলৰ ওপৰত বহা কেইবা ইঞ্চিও ক্ষয়ৰ দাগ পোৱা যায়। ভাৰী যোৱা এনে ধৰণৰ বাট পৰ্বতৰ ওপৰেদিও আছিল, কাৰণ শিখৰত সেই সময়ত পথ সূচলকৈ ৰখা সহজ আছিল। ইয়াৰ বাহিৰে যিবোৰ মাটি আছিল সেইবোৰ মাটি যুটীয়া পৰিয়ালবোৰক বাগিছা কৰিবলৈ দিয়া হৈছিল। বনুৱা পৰিয়ালবোৰে জুম খেতিৰ বাবে অস্থায়ী মাটি ৰাখিছিল; ইয়াক 'কুম্ভেৰ' বুলিছিল। এই মাটিবোৰত 'নাচনী' (Eleusine corocana) বোৱা হৈছিল। তদুপৰি তেওঁলোকে আওপৰীয়া পাহাৰী মাটিতো 'কুম্ভেৰ' খেতি কৰিছিল। মাজে মাজে পৰ্বতৰ চূড়াত থকা বহল মাটি লীজত পোৱা গৈছিল; এইবোৰ সমাজৰপৰা লব লাগিছিল। এনে ঠাইলৈ কষ্টেৰে তলৰ মাটি ভাৰ বৈ আনি পাতলীয়াকৈ দি তলি উলিয়াব লগা হৈছিল; এনে খেতিও লাভজনক আছিল। কাৰণ সাগৰত মাছ আৰু লোণ পোৱা গৈছিল; এইবোৰক ছাইৰ লগত মিহলাই খেতিৰ সাৰ কৰিব পৰা গৈছিল।

ব্ৰাহ্মণ গৃহস্থসকলে পৰ্বতৰ দাঁতিকাষৰীয়া অঞ্চলত বিভিন্ন প্ৰকাৰৰ মাটি ৰাখিছিল, মাটিৰ গৰাকী হিচাপে এই মাটিবোৰ তেওঁলোকে চাকা কৰি আৰু খণ্ড কাটি তাত

খেতি কৰিব পাৰিছিল। মাটিত বহু দিন ধৰি এই গাম‌বোৰৰ পৰা গৃহস্থই যথেষ্ট পণ্যদ্ৰব্য উৎপাদন কৰি সেইবোৰ বিনিময় কৰিবলৈ সমৰ্থ হৈছিল; সেই সময়ৰ কমিউন-ব্যৱস্থাত এনে ধৰণৰ পণ্যদ্ৰব্য উৎপাদন কল্পনাতীত আছিল। বপ্তানিৰ প্ৰধান দ্ৰব্য আছিল নাৰিকল আৰু তাৰ লগৰ বস্তু। ইয়াৰ উপৰি সাগৰৰ পানীৰপৰা কৰা নিমখো বপ্তানি কৰা হৈছিল। এই দুটাৰ পৰাই আমদানিৰ খৰচ ওলাইছিল। কাপোৰ, ধাতু আৰু শস্য আদি আমদানিৰ মাই দ্ৰব্য আছিল। বুবৰ দিন ধৰি বিভিন্ন ক্ষেত্ৰত পৰম্পৰাগতভাৱে নাৰিকলক বিভিন্ন কামত ব্যৱহাৰ কৰা হৈ আহিছে। তথাপিও পূজাত নাৰিকলৰ ব্যাপক ব্যৱহাৰ হোৱাৰ কথা প্ৰাচীন কালৰ নথীপত্ৰৰপৰা বিচাৰি উলিওৱা বৰ টান। এইখিনিতে ইবনবটুতাৰ কথা স্মৰণযোগ্য।

"নাৰিকল গছ অতিশয় আচৰিত গছবোৰৰ এবিধ; ই দেখিবলৈ সাইলাখ খেজুৰ গছৰ দৰে, গুটিটো মানুহৰ মূৰৰ দৰে; কাৰণ ইয়াৰ গাত চকুৰ দৰে দুটা দাগ আছে, আৰু এখন মুখো আছে। ভিতৰৰ বস্তুখিনিও (বিশেষকৈ যেতিয়া ই সেউজীয়া হৈ থাকে) মগজুৰ দৰে। ইয়াৰ গাত থকা আঁহবোৰ চুলিৰ দৰে। তাৰপৰা বছী তৈয়াৰ হয়। গজালৰ সলনি জাহাজ বন্ধাৰ কামত বা লঙৰৰ ফই হিচাপেও ইয়াক ব্যৱহাৰ কৰা যায়। ইয়াৰ বিভিন্ন গুণৰ ভিতৰত এটা হ'ল এয়ে যে ই দেহক সবল আৰু শকত কৰে; মুখৰ বঙা বং বঢ়ায়। সেউজীয়া হৈ থাকোঁতেই যদি ইয়াক কটা যায় তেন্তে ইয়াৰপৰা বঢ়িয়া মিঠা আৰু সতেজ জুলীয়া বস্তু ওলায়। এই জুলীয়া বস্তু খোৱাৰ পিছত মানুহে খোলাৰে চামোচ কৰি গুটিৰ সাহবোৰ চুচি উলিয়াই আনে। এইবোৰ খাবলৈ তপতোৱা কণীৰ দৰে লাগে, অৱশ্যে বন্ধা কণীৰ দৰে নহয়। খালে পুষ্টি হয়। মই মলদ্বিভ্ দ্বীপপুঞ্জত থাকোঁতে ডেৰ বছৰ কাল ইয়াকে খাই আছিলোঁ। (Bat 242, with dried fish; cf Beal 2. 252)। নাৰিকলৰ এটা বৈশিষ্ট্য এয়ে যে ইয়াৰপৰা তেল, গাখীৰ আৰু মৌ উলিয়াব পাৰি। মৌ তলত দিয়া ধৰণে কৰা হয়। গা-গছৰ গুটি লগা ঠাইত দুআঙুল বাখি কাটি তাতে এটা সৰু ঘট বান্ধি থৈ দিলে তাৰপৰা জিৰ্ জিৰ্কৈ বস পৰি থাকে। বাতিপুৱা ঘটটো থলে, গধূলিলৈ বস আনিব পৰা হয়। চাকৰ এটাই দুটা কলহ লৈ ওপৰলৈ উঠি যায়। এটা কলহত পানী থাকে। বসখিনি খালী কলহটোত বাকী থৈ, গা-গছৰ আগটো ধোৱে। তাৰ পিচত বেলেগ এঠাইত গা-গছ কাটি আন এটা কলহ পাতি থৈ আহে। পিছদিনা পুনৰাও সেইদৰেই বস সংগ্ৰহ কৰা হয়। এইদৰে যথেষ্ট বস গোট খালে তাক সিজাই ডাঠ কৰা হয়।

তাৰ পিছত সুন্দৰ মৌজোল তৈয়াৰ কৰা হয়। ভাৰত, য়েমেন আৰু চীন দেশৰ বণিকে এইবোৰ মৌ নিজ নিজ দেশলৈ নি তাৰ পৰা মিঠাই প্ৰস্তুত কৰে। নাৰিকল গুটিৰ ভিতৰৰ সাহখিনি পানীত মিহলাই গাখীৰ তৈয়াৰ কৰা হয়। বস্তুটো গাখীৰৰ দৰে বগা আৰু সোৱাদ হয় আৰু মানুহে খোৱা বস্তুৰ লগত তাক ব্যৱহাৰ কৰে। তেল কৰিবলৈ পকা নাৰিকলৰ (খোলা) বাকলি গুচাই তাৰ ভিতৰৰ বস্তুখিনি উলিয়াই ৰ'দত শুকোৱা হয়। তাৰ পিছত কেৰাহিত সিজাই তাৰপৰা তেল উলিওৱা হয়। এনে তেলেৰে চাকি জ্বলাব পাৰি আৰু বুটিও তিয়াই খাব পাৰি। মাইকী মানুহে এই তেল মূৰত ঘঁহে।" ( Bat 11-45 )

এই প্ৰাচীন বৰ্ণনাৰ লগত নাৰিকলৰ আৰু কেইটিমান বস্তুৰ কথা যোগ দিব পাৰি। বাকলি আৰু কোটোৰাৰপৰা কয়লা তৈয়াৰ কৰা হয়। জোলখিনিৰপৰা চেনি আৰু মদো তৈয়াৰ কৰিব পাৰি। ওপৰৰ বাকলিৰ ফচ্‌ফচীয়া অংশৰপৰা অপূৰুগীয়া ৰেশমৰ কাপোৰ তৈয়াৰ কৰিব পাৰি ( Var-65-6 )। ইফালে পাত আৰু গা-গছৰপৰা চালি, ঘৰ, মাছমৰা নাও আৰু পালৰ জৰী-ফহটী আদি সজা হয়।

ওপৰত কৈ অহা জমিদাৰসকলে তিনিবছৰীয়া নীলামত ভৈয়ামৰ ধানৰ মাটি এৰোচিটা ডাকি লৈছিল। তাৰ পিছত শস্যৰ অংশ দিয়া বা বানচ দিয়াৰ ভেটিত প্ৰকৃত শ্ৰমিকৰ লগত এটি চুক্তি হৈছিল। এই খেতিয়কসকলে অকল শ্ৰমহে যোগাইছিল। হাতিয়াৰ আৰু গুটিৰ যোগাৰ দিয়াৰ আঁচনি কৰা, পৰিদৰ্শন আৰু পৰিবহনৰ ব্যৱস্থা কৰা এইবোৰ তেওঁলোকৰ কাম নাছিল। নীলামৰ ডাকৰপৰা যি লাভ হৈছিল তাক প্ৰথমতে সমূহীয়া কামতে খৰচ কৰা হৈছিল,—বিশেষকৈ মথাউৰি, ৰাস্তাঘাট আদিত। কেতিয়াবা একোটা উপৰুৱা কৰো ধৰা হৈছিল। অৰ্থাৎ ব্ৰাহ্মণৰ কাৰণে এটা নিৰ্দিষ্ট অংশ ( শ্বেয়াৰ ) ৰখা হৈছিল। এই অংশ (কৰ) পিছলৈ কেতিয়াবা পুনৰ নিৰ্দ্ধাৰিত হৈছিল অথবা উত্তৰাধিকাৰীসকলৰ মাজত ভগাই দিয়া হৈছিল। এই মতে কাম হোৱাৰ পিছত যদি খেতিত লোকচান হয়, তেন্তে সেই লোকচান জমিদাৰসকলে ভৰিব লাগে; নিজ নিজ খেতি মাটিৰ পৰিমাণ অনুসৰি সাধাৰণতে এই অংশবোৰ নিৰ্দ্ধাৰিত কৰা হৈছিল। খেতিত লাভ হ'লে লাভৰ পৰিমাণ বনুৱা আৰু মাটিগৰাকীৰ মাজত ভগাই দিছিল; বনুৱা পৰিয়ালবোৰে লাভৰ ⅓ ভাগ পাইছিল আৰু মাটিৰ অংশীদাৰসকলে ⅔ ভাগ পাইছিল। ইয়াৰ পিছতো এই ভাগবোৰক প্ৰত্যেক পৰিয়ালৰ অংশৰ সংখ্যা অনুসৰি লাভ হিচাপে বিলাই দিয়া হৈছিল। পৰিয়ালত বনুৱাৰ সংখ্যা বৃদ্ধি পালে, সময়-মতে বনুৱা শ্ৰেণীৰ ভাগ পুনৰায় নিৰ্দ্ধাৰিত কৰা হৈছিল। সাময় বা উপসাগৰৰ

পৰা উদ্ধাৰ কৰা 'খাজন' আদি মাটিৰ নীজ ন বা ততোধিক বছৰলৈ আছিল। কাৰণ এনে মাটিত যথেষ্ট মূলধনৰ আৱশ্যক হৈ পৰিছিল। এনে ধৰণৰ লীজবোৰ বনুৱাসকলৰ অস্থায়ী সংঘই সমাজৰপৰা গ্ৰহণ কৰিছিল। তেনে সংঘত প্ৰত্যেকৰে সৰ্বসম্মতভাৱে নিৰ্দ্ধাৰিত অংশ আছিল। এইবিলাক সংগঠন প্ৰাচীন গোষ্ঠীবিলাকৰ নিচিনা হৈছিল। অৱশ্যে সকলো ক্ষেত্ৰতে স্থানীয় প্ৰথাই ইয়াত কিছুমান অৱশ্যম্ভাৱী পৰিবৰ্তন সাধন কৰিছিল।

এই গাৱঁলীয়া কমিউনবোৰৰ উত্তৰোত্তৰ বিকাশৰ কথা ভালদৰে গমি-পিতি চোৱা উচিত। গোৱা দ্বীপত ব্ৰাহ্মণ গাম আছিল ত্ৰিশখন। সলচেতেত আছিল ৬৬ খন। নাম আৰু পৰম্পৰাৰপৰা এই কথা জানিব পাৰি। অৱশিষ্ট তলখাপৰ মাটিবোৰৰ ওপৰত ভেটি কৰি অব্ৰাহ্মণ সম্প্ৰদায় কিছুমানো ঠিক এই ধৰণেৰে গঠিত হ'ল। অস্থায়ী ৰাজ্যগঠন আৰু যুদ্ধ-বিগ্ৰহৰ ক্ৰমাগত বিকাশে এই কমিউনবোৰক কিবা নহয় কিবা এক প্ৰকাৰৰ নতুন কৰ দিবলৈ বাধ্য কৰিছিল। এই কৰ ব্ৰাহ্মণ-অব্ৰাহ্মণ নিৰ্বিশেষে সকলো কমিউনে দিব লাগিছিল। কাৰণ এই কমিউনবোৰৰ হাতত সেনাবাহিনী নাছিল। ডাঙৰ দোষবো শাস্তি বজাইহে দিব পাৰিছিল। অন্যথা দোষী দেশান্তৰিত হৈছিল। দেশত ইটোৰ পিছত সিটোকৈ আক্ৰমণ হৈ আছিল। আক্ৰমণকাৰীসকলে প্ৰত্যেকবাৰেই পূৰ্বতকৈ অধিক কৰ তুলিবলৈ লৈছিল আৰু ফলত মাটিৰ খাজনা ক্ৰমাৎ বাঢ়ি গৈছিল। ১৮৮০ চন-লৈকে এই কৰ আৰু খাজনা শস্যেৰে দিব লগা হৈছিল। ইফালে চৰকাৰক নগদ টকাৰ প্ৰয়োজন পূৰ কৰিবৰ বাবে এইবিলাক শস্য নীলামত দি তাক নগদ ধনলৈ ৰূপান্তৰিত কৰা হৈছিল; (১৮৮০ চনলৈকে এই নিয়ম আছিল)। মালিক কাফ্ৰৰ নেতৃত্বত পোনপ্ৰথম কমিউনৰ মাটিত মুছলমান আক্ৰমণ হয় ১৩১০ চনত। হাচান গঙ্গু বাহ্মণিয়ে আকৌ এই অঞ্চলবোৰ কিছুকালৰ বাবে অধিকাৰ কৰি থৈছিল, মাজে সময়ে এইবোৰ মাটিৰ নিয়ন্ত্ৰণ বিজয় নগৰৰ হাতলৈও গৈছিল। এই কালছোৱাৰ ভিতৰতে কোনো এক সন্ধিক্ষণত স্থায়ীভাৱে ফৌজ ৰখাৰ ব্যৱস্থা হ'ল। এই ফৌজবোৰ মানুহে ধন ভৰি ৰাখিব লগা হৈছিল। এই ফৌজবোৰ প্ৰকৃতপক্ষে প্ৰতিৰক্ষাৰ কামত আহিছিল নে নাই তাৰ কথা ইয়াত আলোচনা কৰিব নোৱাৰি। এই দেশত প্ৰকৃত বিজয় প্ৰতিষ্ঠা কৰা লোকজন হ'ল ইউছুফ আদিল চাহ (১৪৮২ খ্ৰীঃত)। এওঁ মহম্মদ গাৱানে আক্ৰমণ কৰা ৰাজ্যখণ্ডত ৰাজ্যস্থাপন কৰিছিল। মুছলমান শাসকসকলে গাওঁবোৰৰ ওপৰত অতি কম সময়ৰ ভিতৰতে কিছুমান সামন্ত জমিদাৰক গৰ্ণৰ পাতি দিলে। এওঁলোকক 'দেশাই' বোলা

হৈছিল। আজিকালি দেশাইটো উপাধিহে হ'ল। এই মুক্তিমেয় সুবিধাভোগী বিবয়াশ্রেণীয়ে পোনপ্ৰথম বাবৰ বাবে সশস্ত্ৰ ফৌজ ৰখাৰ স্বত্ব আৰু দায়িত্ব লাভ কৰিলে; এই ফৌজে আৱশ্যক মতে উচ্চতৰ সামন্ত প্ৰভুক সেৱা কৰিব লাগিছিল। কিন্তু মূল উদ্দেশ্য আছিল কৰ তোলা। আন আন মাটিগিৰীসকলৰ দৰে দেশাই-সকলো ব্ৰাহ্মণ আছিল। কিন্তু তথাচ ন দেশাইসকলে নগৰীয়া জমিদাৰসকলৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধনিষ্ঠামানো পলম কৰা নাছিল। প্ৰবাদ মতে এওঁলোকৰ কোনো কোনোৱে ওচৰ-চুবুৰীয়া লোকক ভৃত্য-বৃত্তি গ্ৰহণ কৰিবলৈ বাধ্য কৰোৱাইছিল, অথবা আন্তোবলত বান্ধি থবলৈকো কুণ্ঠিত নহৈছিল। এই সময়তে এখন কমিউনে আন এখন কমিউনৰ মাটিত অনধিকাৰ প্ৰৱেশ কৰাৰ ঘটনাও ঘটিবলৈ ধৰিলে। উক্ত চল্লিশ বছৰ কালৰ ভিতৰতেই তেওঁলোকৰ মাজত প্ৰথম যুদ্ধ-বিগ্ৰহ হ'বলৈ লাগিল।

১৫১১ চনত পৰ্তুগীজসকলে টিচুৱেৰী দ্বীপ অধিকাৰ কৰে। মাকাও, বোম্বাই আৰু ডিউৰ দৰে এই দ্বীপটোও পৰ্তুগীজসকলে অধিকাৰ কৰিব পৰা কাৰণ হ'ল এয়ে যে তেওঁলোকৰ হাতত যথেষ্ট সংখ্যক লোকেৰে গঠিত স্থায়ী নৌ সেনা নাথাকিলেও ভাল জাহাজ আৰু খাৰ-বাৰুদসহ এটি সক্ষম নৌ বাহিনী আছিল। স্থানীয় ৰাইজে মুছলমানৰ বিৰুদ্ধে অলফন্স ড্‌লবুকুৰেৰ্কক সহায় কৰিবলৈ আগবাঢ়ি অহাত ১৫১১ চনত তেওঁলোকক খেদি পঠিওৱা সম্ভৱপৰ হ'ল। পুৰস্কাৰ স্বৰূপে বিজেতাসকলে কমিউনবোৰৰ প্ৰাচীন স্বত্ববোৰ পুনৰ প্ৰতিষ্ঠা কৰিলে। পৰ্তুগীজসকলে তাৰ বদলি বাসিন্দাসকলৰপৰা পূৰ্বাণ কৰবোৰৰ উপৰিও মুছলমানে লগোৱা কৰবোৰো পাবলৈ দাবী কৰিলে। এই ব্যৱস্থাৰ এটা বিশেষ ফল হ'ল এয়ে যে গোৱাৰ কমিউনবোৰ ( অন্ততঃ সাধাৰণ ৰূপত ) আজি পৰ্যন্ত বাচি ৰ'ল। জেচুইটসকলে সেই সময়ত দক্ষিণ-আমেৰিকাৰপৰা আনি কেইবাবিধো নতুন গছ ৰুইছিলহি। তাৰ ভিতৰত কাজুবাদাম হ'ল বাণিজ্যিক দৃষ্টিৰপৰা আটাইতকৈ মূল্যবান গছ। কিন্তু গছজোপাৰ-পৰা বি ফেনাইলজাতীয় উপজাত পদাৰ্থ ওলায় সেইবোৰে তলৰ তৃণ-বন খাই পেলায়, আৰু জল-সমতল নমাই দিয়ে ( দুঃখৰ বিষয় যে এই উপজাত পদাৰ্থবোৰ ভালদৰে কোনো কামত ব্যৱহৃত নহয় )। গোৱাত মাটি কঠালৰ খেতিৰ বিকাশ নহ'ল; বাকী আলু, মধুৰি আম আৰু 'সীতাফল' আদিৰ খেতি গোৱাৰ বাহিৰতহে ভালকৈ হ'বলৈ ধৰিলে। ১৫৭৫ খ্ৰীঃত জেচুইট সকলেই ( Active Society of jesus ) আমগছৰ কলম দি আম খেতিৰো উন্নতি সাধিলে। ফলত সমগ্ৰ ভাৰতবৰ্ষ জুৰি উদ্যানবিদসকলে ( horticulturist ) এনেকৈ আম ৰুই তাৰ ফলেৰে আয় কৰিবলৈ

ধৰিলে। পর্তুগীজসকলে মন্দিৰাদি ভাঙি প্ৰণালীবদ্ধভাৱে মানুহক খ্ৰীষ্টান কৰিবলৈ লগাত ভালেমান জমিদাৰ তাৰপৰা পলাই গ'ল। এনে ধৰ্মান্তৰকৰণ জেচুইটসকল নোখেদোৱা পৰ্যন্ত চলি আছিল। যিবিলাক জমিদাৰ মাটিৰ হেঁপাহত বৈ গ'ল, তেওঁলোক 'ব্ৰাহ্মণ-খ্ৰীষ্টান' ৰূপে গোৱাত বৈ গ'ল। তেওঁলোকৰ ধৰণ-কৰণ অদ্ভুত হ'ল। এই খ্ৰীষ্টানসকলে আজিও মূল ব্ৰাহ্মণসকলৰ 'জোনো'ৰ অংশ পায়। সিফালে তেওঁলোকৰ তিৰোতাসকলে ( সকলো খ্ৰীষ্টানৰ তিৰোতাই ) আজিও মনে মনে গৈ হিন্দু দেৱ-দেৱতাৰ পূজা কৰে। ইফালে ব্যৱসায়-বাণিজ্য আৰু জনসংখ্যা বাঢ়ি অহাত ভালেমান গোৱাৰ ব্ৰাহ্মণ বেপাৰী হ'বলৈ ধৰিলে। কিছুমান তাৰপৰা উঠি গৈ পেশ্বোৱাসকলৰ তলত বিষয়া হ'বলৈ গ'ল। কমিউন ধ্বংস হোৱাৰ সৰ্বশেষ কাৰণ হ'ল পর্তুগীজ আইন। এই আইনমতে মাটিৰ দখল হস্তান্তৰিত কৰিব পাৰিছিল।

ইয়াৰপৰা বুজা গ'ল যে কমিউনৰ বাহ্যিক ভোটৰ ক্ষমতা এনে কিছুমান মানুহৰ হাতত পৰিলগৈ যিসকল হয়তো পূব আফ্ৰিকা আদি দূৰ দেশত থাকি কেৱল অনবৰত কেনেকৈ অধিক আয় কৰোঁ তাৰ চিন্তাত থাকে। ইফালে স্থানীয় খেতিৰ উন্নতিৰ প্ৰতি এওঁলোকে মনকাণ দিবলৈ এৰি দিলে। সমূহীয়া সম্পত্তি লাহে লাহে বুৰ্জোৱা সম্পত্তিলৈ ৰূপান্তৰিত হ'ল। কেৱল ভৈয়ামৰ মাটিখিনি সাময়িক-ভাৱে সমূহীয়া হৈ গ'ল। কিন্তু এই মাটিৰ আয়েৰে কমিউন চলিব নোৱাৰাত পৰিল। এই ব্যৱস্থা প্ৰবৰ্তিত হোৱাৰ পিছত গোৱাৰ বেছিভাগ খোৱা বস্তু বাহিৰৰ-পৰা আমদানি কৰি আনিব লগা হ'ল। আন ঠাইলৈ যোৱা বনুৱাবোৰে ঘৰলৈ পঠিওৱা টকা শোধাইহে এইবোৰ আমদানি খোৱা বস্তু মানুহে কিনিব লগা হৈছিল।

৯, ৭, গুপ্তযুগৰ শিল্প প্ৰতিভা—স্থাপত্য আৰু ভাস্কৰ্য—কৰ্মতকৈ এটি স্তম্ভতহে ভালকৈ প্ৰকাশ পাইছে। কুতুব মিনাৰৰ আগত চন্দ্ৰই ( সম্ভৱতঃ চন্দ্ৰগুপ্ত দ্বিতীয় ) সজা এটা লোৰ স্তম্ভ আছে। ইয়াক মেহৰালি স্তম্ভ বোলে। হাতেৰে নিৰ্মিত এই স্তম্ভটোৰ বয়স প্ৰায় ১৫০০ বছৰ হ'ল, তথাপি তাত মামৰে* ধৰা নাই। অনিষ্টকৰী জলবায়ুৰ প্ৰভাৱৰপৰা হাত সাৰি ইমান হেজাৰ বছৰ ধৰি এনেকৈ এটা স্তম্ভ অক্ষত অৱস্থাত থকাটো যিকোনো যুগৰ আৰু যিকোনো দেশৰ পক্ষে গৌৰৱৰ কথা। ভাৰতবৰ্ষত বনুৱা শ্ৰেণীৰ উত্থানৰ কথাটো এতিয়াও

* ধৰৰ লোৰ স্তম্ভটো ((JRAS 143-4)) ১৯৮৮ চনৰ ভিতৰতে ধ্বংসপ্ৰাপ্ত হ'ল। এই স্তম্ভটো লোহৰ একাদশ শতিকাৰ।

আমাৰ আলোচনা কৰিবলৈ বাকী আছে। দ্বিতীয় শতাব্দীলৈকে গিল্ডবোৰৰ অৱস্থা যেনে আছিল, তাৰ লগত পিছৰ কালৰ গিল্ডবোৰৰ অৱস্থা তুলনা কৰিলে ধৰিব পাৰি যে সেইবোৰৰ ক্ৰমাৎ অৱনতি ঘটিছিল। বিখ্যাত মন্দসৰ ফলিত ৰেশম আৰু মিহি কাপোৰ উৎপাদন কৰা এটা গিল্ডৰ বৰ্ণনা আছে। এই উৎপন্নবস্তুবোৰ বিলাসিতা দ্ৰব্যৰ বেপাৰৰ বাবে তৈয়াৰ কৰা হৈছিল (Fleet 18)। ৪৭৩-৪ খ্ৰীষ্টাব্দতো এই গিল্ড কৰ্মীবোৰৰ অৱস্থা ভাল আছিল। (এই ফলিৰ কাল গুপ্তাব্দ মতে নিৰ্ণয় কৰা হোৱা নাই, 'মালৱ-গণ'ৰ লেখতহে নিৰ্দ্ধাৰিত হৈছে)। এই বনুৱাসকলৰ আদি ঘৰ লাট বা গুজৰাটত। এওঁলোকে নিজে সজা সূৰ্য মন্দিৰ এটা উক্ত চনত মেৰামতি কৰিবলৈ সমৰ্থ হৈছিল; তাৰে ৩৬ বছৰ আগতে মন্দিৰটোৰ খৰচৰ বাবে তেওঁলোকে ধৰ্মস্ব দিছিল। এই কামৰ স্মৃতি ৰক্ষাৰ্থে বৎসভটি নামৰ এজন ব্ৰাহ্মণে এটি দীঘল সংস্কৃত প্ৰশস্তি ৰচনা কৰাৰ কথাও গম পোৱা যায়। বৎসভটিয়ে এই প্ৰশস্তিৰ দুটা স্তৱক কালিদাসৰ অনুকৰণত ৰচিছিল। তেওঁৰ ৰচনা-শৈলীও ৰাজ কবিৰ দৰে। এই ফলিখনতেই কালিদাসৰ একমাত্ৰ উল্লেখ পোৱা গৈছে। এই কাৰণে কালিদাসৰ কাল-নিৰ্ণয়ৰ বাবেও এই ফলিৰে সহায় লোৱা হৈছে। গিল্ডৰ (শ্ৰেণী) সদস্যসকলক যুদ্ধত পাৰ্গত বোলাৰ উপৰিও সকলো সুকুমাৰ কলা, বিজ্ঞান, ধৰ্ম আৰু জ্যোতিৰ্বিদ্যাৰ ওজা বুলি ইয়াত বৰ্ণনা কৰা হৈছে, তদুপৰি তেওঁলোকৰ পৰিধান বস্ত্ৰও আছিল বৰ বিতোপন। আন এখন ফলিৰ মতে (Fleet 16 ৰ মতে) তেলীসকলৰ যিখন গিল্ড আছিল সেইখনৰ দলপতি আছিল জীৱন্ত নামৰ এজন মানুহ। অন্য এটা সূৰ্য মন্দিৰৰ বাবে স্থায়ীভাৱে চাকিৰ তেল যোগানৰ বাবে এই গিল্ড জমা ধৰ্মস্ব পাইছিল। গিল্ডটো স্থানান্তৰিত হ'লেও এই যোগান ব্যৱস্থাৰ সলনি কৰাৰ কথা চিন্তা কৰা হোৱা নাছিল। সেই কালৰ ফলিবোৰত উল্লিখিত গিল্ডসমূহৰ ভিতৰত এই গিল্ডটোতেই একমাত্ৰ সাধাৰণ লোকৰ বাবে বস্তু তৈয়াৰ হৈছিল। ইয়াৰে বেছিভাগ গিল্ড (বা শ্ৰেণী) কালক্ৰমত লুপ্ত হৈ গ'ল। তাৰ ঠাইত আৱশ্যক অনুসৰি গোষ্ঠী (E. 1. 72. 32. 643 A D) নামৰ আন এবিধ অনুষ্ঠানৰ আৰম্ভ হ'ল। এই গোষ্ঠীবোৰ বিশেষ উদ্দেশ্য লৈ কম কালৰ বাবে গঠিত হয়। গোষ্ঠীৰ সদস্য-সকলৰ মাজত জাত বা বংশৰ বান্ধোন নাথাকে। ৰজা বৰ্মলাতৰ (৬২৫ খ্ৰীষ্টাব্দ; এওঁৰ প্ৰধান মন্ত্ৰী হ'ল কবি মাঘৰ ককাক) দিনত দিয়া বসন্তগড় ফলি (E.-1. 9. 187-192) খনত দুৰ্গা মন্দিৰ এটা নিৰ্মাণৰ কথা আছে। দুৰ্গাৰ স্থানীয় নাম ক্ষেমাৰ্ষা। এটা গোষ্ঠীয়ে এই মন্দিৰ নিৰ্মাণ কৰিছিল। তাৰ ৪০ জনমান

সদস্যাই মন্দিৰৰ ফলিত চহী থৈ গৈছে। নামবোৰ পঢ়িলে বুজা যায় যে তেওঁলোক সগোত্রীয় নাছিল। তাৰে বোটক বোলা এজনে নিজকে প্রতিহাৰ বুলি চিনাকী দি গৈছে; প্রতিহাৰ শব্দই পিছলৈ কনৌজৰ ৰজাসকলকো বুজাই-ছিল। কিন্তু ইয়াত বর্তমানৰ ৰাজস্থানী পাড়িয়াৰ জাতিৰ পূর্ব পুৰুষকে বুজোৱা হৈছিল। শেষৰ চহীটো হ'ল গণিকাৰ (দেৱদাসী, অর্থাৎ বেশ্যা); এওঁৰ নাম বৃটা। এইবিলাকৰপৰা বুজা যায় যে 'গোষ্ঠী' পৰম্পৰা লাহে লাহে জনপ্রিয় হ'বলৈ ধৰিলে। ১২শ শতিকাত 'ৰাণক' (ৰজাৰ অগ্রণী) শূলপাণি নামৰ এজন লোকক শিলাকুটিসকলৰ গোষ্ঠীৰ দলপতি বোলা হৈছিল। এইটো সংহতি জাতৰ ভেটিত ঘটা নাছিল। বিজয়সেনৰ দেওপাৰা (বঙ্গদেশ) প্রশস্তিখন (E, 1. 1 305-15) এওঁেই কাটিছিল বুলি প্রবাদ আছে; সম্ভৱতঃ 'এমেচাৰ' শিল্পী হিচাপে এই কাম হাতত লৈছিল (E. 1-1. 305-15)।

পণ্য দ্রব্য উৎপাদনৰ ঘনত্ব হ্রাস পোৱাৰ লগে লগে গঠন হোৱা এনে ধৰণৰ সংগঠনে গাৱঁত দেখা দিয়া আচল কাৰিকৰ যোগানৰ সমস্যা সমাধান কৰিব নোৱাৰিলে। বনুৱাসকলৰ এটি বিশেষ অংশ অর্থাৎ খেতিয়কৰ যোগান অৱশ্যে হ্রাস পোৱা নাছিল। জনজাতিৰপৰা উৎপত্তি হোৱা বাবে আৰু নতুনকৈ জাতৰ ভেটিত গোট গঠন কৰা বাবে 'কুনবী' খেতিয়কসকলে উৎপাদনৰ সূক্ষ্ম কৌশল আয়ত্ত কৰিবলৈ নিশিকিলে। জাতি প্রথাৰ বাধা-নিষেধৰ ফলত খুব কম লোকেহে গৰু-ম'হৰ চাল বখলিওৱা, চামৰা তৈয়াৰ কৰা, চামৰাৰ কাম কৰা আদি হীন কাম কৰিবলৈ আগবাঢ়ি আহিল। অৱশ্যে কিছুমান জনজাতীয় লোকে যে কাপোৰ ব'ব বা সূতা কাটিবলৈ নিশিকিলেও পাচী-খৰাহী সাজিবলৈ শিকিছিল তাক অনুমান কৰিব পাৰি। আনহাতে সকলো গাৱঁৰ পক্ষে সদায় কমাৰ, চমাৰ বা পাচী-সাজোঁতাৰ গিল্ডক একেলগে ভৰণ-পোষণ দিয়াও সম্ভৱপৰ নাছিল। সেইদেখি গাওঁবোৰত অত্যাৱশ্যকীয় কাৰিকৰী জ্ঞানৰ সমস্যা উদ্ভৱ হ'ল; এই সমস্যা ইমান জটিল হৈ পৰিল যে শেষত তাক সমাধান কৰিব নোৱাৰাৰ ফলত হয় গাওঁবোৰ ধ্বংসপ্রাপ্ত হ'ল নহয় অর্থনীতিত পণ্য দ্রব্য উৎপাদনৰ ব্যৱস্থা গ্রহণ কৰিব লগাত পৰিল।

গাৱঁত আটাইতকৈ যিবোৰ আৱশ্যকীয় কাৰিকৰ বুলি পৰিগণিত হৈছিল, সিহঁতৰ মাজত দর্জী বা তাঁতী নাছিল; কাৰণ সাজ-পোছাকৰ ধৰণ আৰু জলবায়ুৰ প্রভাৱ এনে আছিল যে মানুহে কাপোৰৰ প্রয়োজন বৰকৈ অনুভৱ কৰা নাছিল। গাৱঁৰ কাৰিকৰসকলৰ ভিতৰত পোন প্রথমতে নাম ল'ব লাগিব গাৱঁৰ বাঢ়ৈৰ

নাম। সেইকাৰণেই গুপ্তযুগত গাৱঁৰ খেতি পথাৰ আৰু চৰণীয়া পথাৰৰ বাঢ়ৈ-সকলৰ বাবে আচুতীয়া মাটি ৰখাৰ কথা ঠায়ে ঠায়ে উল্লিখিত হৈছে। দ্বিতীয় ধৰসেন ভাৱনগৰৰ ওচৰত থকা ৱাল্লভিত ৰজা আছিল ( ৫৭১-২ খ্ৰীষ্টাব্দ )। তেওঁ এজন ব্ৰাহ্মণক দিয়া দানৰ মঞ্জুৰীত এনেকুৱা এটুকুৰা বাঢ়ৈৰ মাটিৰ কথা উল্লেখ কৰিছে; এই মাটিক বৰ্ধকিপ্ৰত্যয় বুলি কোৱা হৈছে ( Fleet 38 )। ৫০৬ খ্ৰীঃত বৈন্যগুপ্তই দিয়া গুনাইঘড় ফলিখনতো ( I H G 6. 45-60 ) একে বিধৰ মাটিৰ কথা 'বিষ্ণু—বৰ্ধকি ক্ষেত্ৰশ চ' বুলি উল্লেখ কৰা হৈছে। এই মাটি গুপ্ত ৰাষ্ট্ৰৰ একেবাৰে আনমূৰত অৱস্থিত। এইবিলাক প্ৰমাণৰপৰা ধৰিব পাৰি যে এই বিধৰ কাৰিকৰ সকলো ঠাইতে আছিল। এই বিশিষ্ট কাৰিকৰবোৰক খেতি কৰিবৰ বাবে একো টুকুৰা ( তাকৰীয়া পৰিমাণৰ ) মাটি দিয়া হৈছিল। কিন্তু এই মাটিৰ দানৰ ব্যৱস্থায়ো কাৰিকৰজনক নিজৰ কাম কৰিবলৈ যথেষ্ট প্ৰেৰণা দিয়া নাছিল। সেই কাৰণে তেওঁক বেতন আৰু উপৰুৱা বানচাদি দিয়াৰ ব্যৱস্থাও আছিল; এইবিলাক ব্যৱস্থা কিছুমান আওহতীয়া গাৱঁত আজিকালিও বিভিন্ন ৰূপত চলি আছে ( B J 3. 448–9; N D G 74–80 )। এই বিশেষজ্ঞসকলক মহাৰাষ্ট্ৰত 'অলুতৈদাৰ-বলুতেদাৰ'[১৩] বোলা হয়। উদাহৰণ স্বৰূপে বাঢ়ৈৰ কথা ক'ব পাৰি। বাঢ়ৈয়ে প্ৰত্যেক খেতিয়কৰ উৎপন্নৰ শতকৰা দুভাগ বেতন পাইছিল। লগতে এক পাউণ্ডৰপৰা আঠ পাউণ্ডৰ ভিতৰত 'কঠিয়াৰ বাবে' শস্য পাইছিল। এই প্ৰাপ্তিৰ বিনিময়ত তেওঁ ঘৰ, কৃষিৰ হাতিয়াৰ, কুঁৱাৰ বেৰ, খেতিৰ নাঙল এই সকলোবোৰ কাঠৰ বস্তু নিয়মিতভাৱে গাৱঁক মেৰামতি কৰি দিব লাগিছিল। অৱশ্যে নাঙলৰ ফাল তেওঁ দিব লগা নহৈছিল। কাৰণ ফালবিলাক হ'ল লোৰ। নতুনকৈ বস্তু সাজি দিব লগা হ'লে, তেওঁ তাৰ বাবে বেলেগে বানচ পাইছিল। কমাৰে শতকৰা ১.৭৫ ভাগ শস্যৰ আৰু এক পাউণ্ডৰ পৰা তিনি পাউণ্ডৰ ভিতৰত কঠিয়া পাইছিল। তেওঁ হাতিয়াৰবোৰত ব্যৱহৃত লোৰ বস্তুবোৰ ভালদৰে ৰাখিছিল। নতুন ফাল, কটাৰী আৰু কাচি তৈয়াৰ কৰিবলৈ হ'লে তেওঁক বানচ দিয়াৰ উপৰিও ধাতু দিব লাগিছিল। বাঢ়ৈ আৰু কমাৰ

---

(১৩) গাৱঁৰ এই কাৰিকৰবিলাকৰ বিষয়ে জানিবলৈ হ'লে Molas Worthৰ মাৰাঠী-ইংৰাজী অভিধান পঢ়িব লাগিব। টি এন আত্ৰেৰ গামৰা-পাডা নামৰ গ্ৰন্থত এই প্ৰথাৰ বিভিন্ন তথ্য ভালদৰে বৰ্ণাইছে। অৱশ্যে তেওঁ নতুন বুৰ্জোৱা শ্ৰেণীৰ অভিযোগ পূৰ্ণ মনোভাৱেৰে এই কথাবোৰ বৰ্ণনা কৰিছে। সেই প্ৰথাৰ আজি কোনো প্ৰয়োজন নাইকিয়া। আত্ৰেৰ গ্ৰন্থখন মাৰাঠীত ৰচনা কৰা (Karjat Amalner, 1915)।

উভয়েই সেবাৰি খটা কামবোৰ কৰিবলৈ ( যেনে ভাটি চলাবলৈ বা কাঠ টানিবলৈ ) সহায়ক একোজন ৰাখিব পাৰিছিল। কুমাৰে এক বা দুই পাউণ্ড কঠিয়া আৰু শতকৰা ১.২৫ ভাগ শস্য পাইছিল; তেওঁ পানী, পূজা আৰু ভাত বন্ধাৰ বাবে লগা বাচনবোৰ সাজি দিব লাগিছিল। কিন্তু শস্য জমা কৰাৰ উদ্দেশ্যে বা তেনে কামত লগা ডাঙৰ বাচন তৈয়াৰ কৰি দিবলৈ হ'লে তাৰ বাবে সুকীয়াকৈ পইচা পাইছিল। নাপিতে সাধাৰণতে মাহেকত প্ৰত্যেকজন মতা মানুহৰে তিনি-বাৰকৈ মূৰ খুৰাব লাগিছিল। তাৰবাবে তেওঁ ইবোৰ কাৰিকৰতকৈ কম বানচ পাইছিল। গুপ্ত ভাস্কৰ্যত যিবিলাক বিতোপন কেশ-চৰ্চা আছে সেইবিলাকৰ প্ৰতি গাৱঁৰ মানুহৰ বিশেষ মোহ নাছিল; তেওঁলোকে মূৰ খুৰায়েই সন্তুষ্ট আছিল; কিছুমানে চুলিৰ বিশিষ্ট খোপা ৰাখিছিল, কিছুমানে ৰখা নাছিল। ধোবা, মুচী আৰু আন আন কাৰিকৰবোৰৰো একে ধৰণৰ কৰ্তব্য আছিল। এওঁলোকে কাম অনুসৰি শস্যৰ ভাগ পাইছিল; তদুপৰি কেতিয়াবা এওঁলোকৰ বিশেষ মাটিত মানুহে কিছু শ্ৰম-দান কৰোৱা ব্যৱস্থা আছিল। বিভিন্ন জাতত বিভক্ত হোৱা সত্বেও এই কাৰিকৰসকল সংঘবদ্ধ হৈ আছিল আৰু গোটেই সমূহটোক 'নাৰু-কাৰু' বুলি অভিহিত কৰা হৈছিল। তেওঁলোকে বিশেষ বানচ নোলোৱাকৈ বা জগৰ নলগোৱাকৈ ইজনে সিজনৰ কাম কৰিছিল আৰু আপদে-বিপদে একেলগে থিয় দিছিল। এনে মিলা-প্ৰীতিৰ কাৰণে উছৱ, বিয়া, দেৱদেৱীৰ পূজা আদি কামত এওঁলোকৰ প্ৰত্যেকেই বিশেষভাৱে অংশ গ্ৰহণ কৰিছিল। মধ্যযুগত ভালেমান ফলিত ( E 1. 5. 112 ) উল্লেখ কৰা উদাৰ ব্যৱস্থা অনুসৰি তেওঁলোকে ব্ৰাহ্মণক দান দিব নলগা হ'ল। এফালে এই 'গ্ৰাম-কাৰবা' সকলে দানৰ পাত্ৰক একো দিব নলগা হ'ল, আনফালে পাবলগীয়া বানচবোৰৰপৰা তেওঁলোক বঞ্চিতো নহ'ল। জাতিপ্ৰথা আৰু শ্ৰেণীবিভাগে সমাধান কৰিব নোৱাৰা মৌলিক প্ৰশ্নটোৰো এইদৰেই মীমাংসা হ'ল। গাৱঁৰ তালিকাত যিবোৰ পুৰোহিতৰ নাম পোৱা গৈছে সেইবোৰৰ কিছুমান অব্ৰাহ্মণ। কিন্তু গাৱঁৰ জ্যোতিষীজন সদায় ব্ৰাহ্মণ। গাৱঁৰ তালিকাত সাধাৰণতে বাৰজন সেৱকৰ নাম পোৱা যায়। এওঁলোকৰ ভিতৰত কেৰাণী, হিছাপ-ৰক্ষক আৰু মুদ্ৰা-বিনিময়কাৰী সোণাৰীৰ নামো আছে। কিন্তু কেৰাণী-হিছাপৰক্ষকৰ কাম কৰা সেৱকজন সকলো গাৱঁতে নাছিল। (বৃটিশ অহাৰ আগতে এই সোণাৰীসকলেই গাৱঁৰ মুদ্ৰা. বিনিময়ৰ নিৰিখ নিৰ্দ্ধাৰণ কৰিছিল)। গাৱঁৰ ভাৰী আৰু ৰথীয়াৰ কামত মুচী আৰু মহাৰেও (বাদ্য চাক কৰোঁতা) ভাগ লব পাৰিছিল। কোনো পৰিয়ালৰ মানুহ বেছি হ'লে যেনেগ যেনেগ

গাৱেঁ বেলেগ বেলেগ ধৰণে তাৰ প্ৰতিকাৰ কৰে। কিছুমান গাঁৱত মানুহ আন গাঁৱলৈ পঠিওৱা নিয়ম আছিল। কিছুমানত কাৰিকৰৰ পৰিয়ালটোক নতুনকৈ কেইডোখৰমান মাটি দিয়া হয়, যাতে তাতে হোৱা খেতিৰ আয়েৰে পৰিয়াল একোটাই বঢ়া মানুহখিনিক পোহপাল দিব পাৰে।

বুৰ্জোৱা অৰ্থনীতি প্ৰবৰ্তন কৰাৰ পাছতহে এই অৰ্থনৈতিক ব্যৱস্থা ভাগি পৰিল। বনুৱাসকলে নগদ ধন উপাৰ্জনৰ বাট পোৱাৰ লগে লগে গাঁৱৰ কাম কৰাত আওহেলা কৰিবলৈ ধৰিলে। কিন্তু নিজৰ মাটিৰ ভাগ হ'লে এৰি দিবলৈ ৰাজী ন'হল। পণ্যদ্ৰব্য সৰবৰাহ কৰাৰ সুবিধা নথকা গাওঁবোৰত ভাগী কাৰিকৰ-সকল থাকি গ'ল, লগতে তেওঁলোকৰ সুবিধাবোৰো বৈ গ'ল। কেইটামান উদাহৰণ দিয়া হওক। বোম্বে-পুণা আলিবাটৰ ওপৰত থকা বেছিভাগ গাঁৱত খালী টিনৰ যোগান বঢ়াত আৰু স্থানীয় বজাৰখন সংকুচিত হৈ যোৱাত গাঁৱৰ কুমাৰবোৰ পুণা আৰু তালে গাওঁ বেপাৰকেন্দ্ৰলৈ গুচি গ'ল। পৌণা উপত্যকাৰ শীৰ্ষস্থানত থকা বেড়ষা কৰঞ্জ গাওঁখনত কুমাৰ এজনে অকল মাটিৰ কাম কৰি খাব নোৱাৰে ; আনহাতে ঘাই আলিবাটৰপৰা স্তালৈ সোমোৱা সহজ বাট নাই দেখি ঘৰত ব্যৱহাৰ কৰিব পৰা মাটিৰ বয়-বস্তুবোৰ পৰিবহন কৰিব পৰা সুবিধাও নাই। সেইকাৰণে বেড়ষা গাঁৱৰ মানুহে গাইপতি বছেৰেকত ছয় পাউণ্ডকৈ শস্যৰ 'বলুটেম' দি ওচৰৰ গাওঁ এখনৰ কুমাৰৰপৰা গাঁৱত লগা সাধাৰণ মাটিৰ চৰু, পানীৰ কলহ, উৎসৱত ব্যৱহৃত বাচন আদি তৈয়াৰ কৰাই নিয়ে। তাৰবাবে তেওঁলোকে কুমাৰক সুকীয়াকৈ আৰু আন দাম দিব নেলাগে। উৎসৱৰ ভিতৰত ১৩।১৪ জানুৱাৰীত হোৱা মকৰ সংক্ৰান্তি উৎসৱেই প্ৰধান , এই উৎসৱত লগা ক্ষুদ্ৰ মৃৎপাত্ৰ তৈয়াৰ কৰিবৰ বাবে কেইবামাহো আগৰেপৰা কুমাৰসকল ব্যস্ত থাকে। আনহাতে আকৌ বেড়ষা-কৰঞ্জৰ সোণাৰীয়ে সাতামপুৰুষীয়া স্মৃতি শিলাসমূহ আৰু লাভজনক মাটি এৰি অজ্ঞাত ঠাইলৈ উঠি গুচি যাব লগা হ'ল। এই গাওঁখনে খুব সম্ভৱ ২000 বছৰৰ আগতে নিৰ্মাণ কৰি শেষ কৰা দাঁতিকাষৰীয়া বিহাৰৰ নিবাসী ভিক্ষুসকলক পোহপাল দিয়াত সহায় কৰিবলৈও সমৰ্থ হৈছিল। এই বিহাৰ প্ৰায় এহেজাৰ বছৰ এৰি যোৱা অৱস্থাত আছে। এতিয়াও গাঁৱৰ মানুহে তাক বিহাৰেই বোলে, মাৰাঠী শব্দ 'লেনিম' ব্যৱহাৰ নকৰে। এই গাওঁখনত সমূহীয়া অধিকাৰত থকা খাদ্য উৎপন্নকাৰী মাটিৰ একো মোকাম পাবলৈ নাই। ব্ৰাহ্মণ পেশ্বোৱাসকলৰ দিনত এই গাওঁখন কোনো ব্ৰাহ্মণ সামন্তৰ 'ই শাম' হৈ আছিল। কিন্তু মাটিৰ গৰাকীজন কোনো দিনে এই গাঁৱত বাস কৰা নাছিল। তেওঁলোকে ইয়াত

নিজাকৈও কোনো পাম ৰাখিছিল বুলি ক'ব নোৱাৰি। বৰ্তমানৰ গৰাকীজন হায়দৰাবাদ অঞ্চলত থাকে; আৰু উক্ত গাঁৱৰ বাবদ উদাৰ চৰকাৰৰপৰা নিৰ্দিষ্ট টকা পায়। বৃটিছ চৰকাৰৰ দৰে বৰ্তমান চৰকাৰেও সম্পত্তিৰ সকলো স্বত্বকে ৰক্ষা কৰি আহিছে। অমৰকোষ নামৰ সংস্কৃত অভিধানখন[১৪] গুপ্তযুগতে ৰচিত হৈছিল বুলি কোৱা হয়। তাৰ বিশ্লেষণ কৰিলে দেখা যায় যে ট্ৰাইবেল প্ৰথা এনে ধৰণৰেই আছিল। গাঁৱৰ বাটে আৰু মুক্ত বাটৰ মাজত প্ৰভেদ আছিল বুলিও এই গ্ৰন্থত লেখা আছে। জন গিল্ড (শ্ৰেণী) এই সমাজৰ আৱশ্যকীয় অঙ্গ আছিল। নগৰীয়া কাৰিকৰ আৰু বনুৱাসকলৰ বিষয়ে এটি বেলেগ অধ্যায় অমৰ কোষত পোৱা যায়। 'শূদ্ৰ শ্ৰেণী' কথাষাৰে (2. 10) নিঃসন্দেহে গাঁৱৰ বনুৱা আৰু জনজাতীয় লোকসকলকো বুজাইছিল। বনুৱাসকলৰ ভিতৰত তলখাপৰ আৰু ওপৰখাপৰ লোক আছে; একেবাৰে তলখাপত আছিল হৰিজনসকল। জনজাতীয় লোকসকল গাঁৱলীয়া সমাজৰ বাহিৰত বাস কৰিছিল। আজিকালি আগৰদৰে চিকাৰ কৰি জন্তুৰ মঙহ যোগোৱা লোকসকল আৰু নাই, তাৰ ঠাইত পাঁধি আদিৰ দৰে জনজাতীয় চিকাৰীসকলকহে দেখা যায়। আগৰ দিনৰ কচাইয়ো তাত নাই, তাৰ ঠাইত মুছলমান বা খ্ৰীষ্টান কচাই হ'ল। অমৰকোষত মদ কৰোঁতা আৰু বেচোঁতাৰ কথা উল্লেখ কৰা হৈছে; এইবিলাক লোকক পিছৰ যুগৰ গাওঁবোৰত বৰকৈ দেখা নগৈছিল। কাৰণ, গাঁৱৰ মানুহে এইবিলাক কাম হেয় চকুৰে চাইছিল। সামন্তসকলৰ দিনত সামন্তসকলে এই বেপাৰ একচেতীয়া বুলি গণ্য কৰি তাৰ ওপৰত সৰহকৈ কৰ বহুৱাইছিল। বৃটিছ চৰকাৰেও তাক একচেতীয়া বেপাৰ কৰি ৰাখি ইয়াৰ ওপৰত সৰহকৈ কৰ লগাইছিল। আন যিবিলাক বনুৱাৰ কথা ইয়াত বৰ্ণনা কৰা হৈছে সেইবিলাক বনুৱাৰ অনুৰূপ কাৰিকৰ আজিৰ গাওঁবিলাকতো আছে; ইয়াৰপৰাই ভাৰতৰ গাঁৱৰ 'অপৰিবৰ্ত্তনীয় স্বৰূপ' ধৰিব পাৰি। আৰু এশ্ৰেণী ঘাই শূদ্ৰ বনুৱা তাত আছিল; এওঁলোকে গধাৰি খাটিছিল। তদুপৰি এওঁলোক মুক্ত নাছিল। এওঁলোকৰ স্থান

---

(১৪) মোৰ এটি টোকাত এই বিষয়টো চৰ্চা কৰা হৈছে। এই টোকাৰ নাম: (The working class in the Amarakosa; (Jor 24. 1955, 57-69); কোষৰ প্ৰথম দুই অধ্যায়ত বৰ্ণোৱা সমাজৰ শ্ৰেণী বিভাগৰ নীতিৰ আলোচনা ইয়াত বাদ পৰি গ'ল। 'তুন্নৱায়' আৰু 'সৌচিক' এই দুটা শব্দই নিশ্চয় বেজীৰ কাম কৰোতা কোনো মানুহহে বুজাব (2. 10. 6) বৰ্তমান এই শব্দৰ অৰ্থ কৰা হৈছে দৰ্জী'। কিন্তু হিউৱেনচাঙে কৈ গৈছিল দেশৰ বেছিভাগ ঠাইতে কটা বা চিলোৱা কাপোৰ পাবলৈ নাছিল, গতিকে 'দৰ্জী নবুলি 'ফুল শিপিনী বা 'বনকৰা মানুহ' বোলাহে অধিক গ্ৰহণযোগ্য হ'ব।

অকাৰিকৰ কিছু সংখ্যাগৰিষ্ঠ বেতনভোগী বনুৱাসকলৰ তলত আছিল। এওঁলোকৰ বিষয়ে বৰ বিশেষ জনা নাযায়, কিন্তু নিঃসন্দেহে তেওঁলোক হয় দুৰ্ভিক্ষৰ সময়ত বৰকৈ ঋণগ্ৰস্ত হোৱা লোক আছিল, নহয় জনজাতীয় সমাজৰপৰা পতিত হোৱা লোক আছিল। প্ৰথমবিধে হয়তো ঋণ শোধ কৰিব নোৱাৰি এনে কাম কৰিছিল। বৈশ্যসকলে টকা ধাৰে দিয়া ব্যৱসায় কৰিছিল ( 2. 9. 35 )। পশুপালন আৰু বেপাৰৰ দৰেই ই এটি বৃত্তি আছিল। 'চাৰ্ফ' বা চুক্তিবদ্ধ খেতিয়কৰ বাবে কোনো শব্দ অমৰকোষত নাই। সেইদৰে জমিদাৰ, মাৰ্টিগৰী বা গাৱঁলীয়া দোকানী এইবোৰ শব্দ অমৰকোষত দেখা নাযায়।

# দশম অধ্যায়

## [illegible] হোৱা সামন্তবাদ

১০.১—ভাৰতৰ আৰু ইংলণ্ডৰ সামন্তবাদৰ প্ৰভেদ।

১০.২—সামন্ত সমাজত বেপাৰৰ ভূমিকা।

১০ ৩—মুছলমানসকল।

১০.৪—তলৰপৰা সামন্তবাদী সমাজ গঠন। দাস প্ৰথা।

১০.৫—সামন্তযুগীয় ৰজা, জমিদাৰ আৰু খেতিয়ক।

১০.৬—অৱনতি আৰু পতন।

১০.৭—বুৰ্জোৱা শ্ৰেণীৰ জয়লাভ।

আমাৰ এই আলোচিত কালছোৱাৰ নথি-পত্ৰ যথেষ্ট, কিন্তু এই নথি-পত্ৰবোৰ বেলেগ বেলেগ ভাষাত লিপিবদ্ধ কৰা আছে। ফলত সেইবোৰ বিশ্লেষণ কৰাটো দুৰূহ হৈ পৰিছে। ইয়াৰ উপৰিও পুৰণি প্ৰথাবিলাকৰ অৱশিষ্ট বিভিন্ন ৰূপত সিৰ্চাৰিত হৈ থকা বাবে অসুবিধা আৰু বাঢ়িছে। এই অৱশিষ্টবোৰ এনে ৰূপত আছে যে সেইবোৰ অনুসৰণ কৰোতে কেতিয়াবা বিভ্ৰান্ত হৈ আলোচকে আলোচনাৰ মূল আধাৰো পৰিত্যাগ কৰিব পাৰে। গতিকে এইবোৰৰ সম্পূৰ্ণ ৰূপ খুব সূক্ষ্ম আৰু নানা বেমেজালিৰে পৰিপূৰ্ণ। গতিকে এইবিলাকৰ পম খেদিবলৈ যাওঁতে পাঠকৰ মনত অলপ খেলি-মেলি লগাটো স্বাভাৱিক। সেইদেখি ইয়াত আমি কেইটামান মাই বৈশিষ্ট্যলৈহে পাঠকসকলৰ দৃষ্টি আকৰ্ষণ কৰিম।

১০˙১—ভাৰতৰ সামন্তবাদ য়ুৰোপৰ সামন্তবাদৰপৰা ভালেমান কথাত বেলেগ। অন্ততঃ কিছুমান উপৰুৱা বৈশিষ্ট্যৰ ক্ষেত্ৰত এই প্ৰভেদ প্ৰকট। এইবিলাকলৈকে মন কৰি বহুতে ৰাজপুত আৰু মুছলমান যুগৰ সামৰিক অভিজাততন্ত্ৰৰ বাহিৰে ভাৰতত সামন্তবাদ থকাৰ কোনো চিন-মোকাম নাই বুলি কয়। য়ুৰোপীয়

সামন্তবাদৰ ( বিশেষকৈ ইংলণ্ডৰ ) ঘাই বৈশিষ্ট্যবোৰৰ[১] কথা চমুকৈ এইদৰে বৰ্ণনা কৰিব পাৰি।

প্ৰথম লক্ষণ ঃ "উৎপাদনৰ কৌশল তেনেই চালুকীয়া অৱস্থাত থাকে। উৎপাদনৰ যন্ত্ৰবোৰ সৰল আৰু সাধাৰণতে কম খৰচী। উৎপাদনৰ কাম ঘাইকৈ ব্যক্তিগত আছিল। শ্ৰম বিভাজনো বিকাশৰ আদি স্তৰত আছিল।" ভাৰতীয় সমাজৰ সকলো স্তৰতে এই লক্ষণবোৰ পোৱা হৈছে। আনকি প্ৰাক-সামন্তবাদৰ যুগতো এই লক্ষণবোৰ প্ৰকাশ পোৱা দেখা গৈছিল।

দ্বিতীয় লক্ষণ ঃ "নিজ নিজ ঘৰৰ বা গাৱঁৰ আৱশ্যকীয় বস্তুবোৰ উৎপাদন কৰি লোৱাই উৎপাদন ব্যৱস্থাৰ ঘাই লক্ষ্য ; বহল বজাৰৰ বাবে এই উৎপাদন কৰা হোৱা নাছিল।" সাধাৰণভাৱে চালে ভাৰতবৰ্ষৰ ক্ষেত্ৰতো এই কথা খাটে। অৱশ্যে ধাতু, নিমস, নাৰিকল, কপাহ, তাম্বুল ( পাণ , Piper betle ) তামোল ইত্যাদি পণ্যদ্ৰব্য উৎপাদনৰ পৰিমাণো ভাৰতবৰ্ষত ক্ৰমাৎ বাঢ়ি অহা দেখা গৈছিল।

তৃতীয় লক্ষণ ঃ 'সামন্ত অধিকাৰীৰ নিজ মাটিত খেতি (Demesne farming)। এই খেতি ক্ষেত্ৰ বিশেষে ডাঙৰ আছিল। বাধ্যতামূলকভাৱে শ্ৰম আদায় কৰি গৰাকীৰ মাটিত এই খেতি কৰোৱা হৈছিল। এই কথা ভাৰতৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। য়ুৰোপত যি ব্যৱস্থাক 'Manorial system' বুলি কোৱা হয়, ভাৰতবৰ্ষত সামন্তযুগৰ শেহৰ ফালেহে তেনে ব্যৱস্থাৰ উদ্ভৱ হয়। ৰোম সাম্ৰাজ্যত নাছিল। সেইদৰে ৰোমৰ দৰে ইয়াত দাস প্ৰথাৰ ভেটিত অৰ্থনীতি গঢ়ি তোলা হোৱা নাছিল। ভুবাসন বা বসতিৰ গোট আছিল গাওঁ। জনজাতীয় অঞ্চলবোৰত এনে ধৰণৰ ভূবাসন বিস্তাৰ কৰিবৰ সময়ত য়ুৰোপত যেনেদৰে বল প্ৰয়োগ কৰা হৈছিল, ইয়াত তেনেকৈ কৰা হোৱা নাছিল। আগতেই আমি দেখুৱাই আহিছো যে ভাৰতবৰ্ষত এই কাম শান্তিপূৰ্ণভাৱে হৈছিল। ৰোমৰ শাসনত অথবা চাৰ্লমেগনেৰ অথবা সামন্তযুগীয়া বেৰণৰ দিনত জনজাতীয় অঞ্চললৈ সাম্ৰাজ্য প্ৰসাৰ শান্তিপূৰ্ণ পদ্ধতিৰে হোৱা নাছিল। তথাপি দেখা যায় যে শেহৰফালে ভাৰতীয় সামন্তসকলেও গাওঁবাসীৰ ব্যস্তোনৰপৰা মুক্ত হ'বৰ বাবে কিছু মাটি নিজে ৰাখি তাত পোনপটীয়াভাৱে খেতি কৰিবলৈ সততে চেষ্টা কৰিছিল ; কাৰণ কেতিয়াবা

(১) এই বৈশিষ্ট্যবিলাকৰ কথা মৰিয়ন গিবৰচৰ গ্ৰন্থত পাব ; তাৰপৰা উদ্ধৃতিবোৰ দিয়া হৈছে। কিতাপখনৰ নাম—Feudal order (A study of the origins and development of English feudal society) ; Past and Present series. No. 8. London, 1947.

গাৰ্ত সম্মিলিত হ'লে বা কোনো বছৰ খেতি নহ'লে তেওঁলোকৰ ভয়ানক বিপদ হৈছিল। উপৰ্পৰি তলতীয়া সামন্তৰ লগত যিবোৰ সশস্ত্ৰ সেনা আছিল সেইবোৰক তেওঁ বিপদকালত খাদ্য যোগান সুকীয়াকৈ ধৰিব লাগিছিল। এই ব্যক্তিগত মাটিবোৰত প্ৰায়ে দাসবিলাকে খেতি-বাতি কৰিছিল। এই সময়ৰপৰাই দাসৰ গুৰুত্ব বাঢ়িবলৈ ল'লে। অৱশ্যে উৎপাদনৰ আহিলাৰ দৃষ্টিৰপৰা চালে, এই প্ৰথা খুব লাগতিয়াল হৈ পৰিছিল বুলি ধাৰণা নহয়।

চতুৰ্থ লক্ষণ : 'ওপৰৰপৰা সামন্তবাদ জাপি দিয়া ব্যৱস্থা আৰম্ভ হোৱাৰ লগে লগে ভাৰতবৰ্ষ আৰু য়ুৰোপ উভয়তে 'ৰাজনৈতিক বিকেন্দ্ৰীকৰণ' আৰম্ভ হৈছিল'। মৌৰ্যসকলৰ মাটি সম্পৰ্কীয় ধাৰণা এনে ধৰণৰ আছিল : ৰজাসকলো মাটিৰ গৰাকী। এই ধাৰণাটো জনজাতীয় মাটিৰ ধাৰণাৰপৰা উদ্ভৱ হোৱা। এই জনজাতীয় ধাৰণা মতে 'মাটি হ'ল ৰাষ্ট্ৰ বা territory; সম্পত্তি নহয়। তাৰ অধিকাৰ গোটেইটো জনজাতিৰে আৰু এই জনজাতিৰ প্ৰতীক হ'ল দলপতিজন আৰু তেওঁৰ মাজেদিয়েই তেওঁলোকে আত্মপ্ৰকাশো কৰে। পিছলৈ এই দলপতিৰ ঠাই ৰজাই লৈছিল (Arth. 11. 1)। অন্যথা দলপতিয়েই ৰজা হৈছিল অথবা দলপতিজন কোনো বিজেতাৰ কৰদাতা সামন্ত হৈ পৰিছিল। টানে আপদে অৰ্থাৎ জনজাতীয় লোকসকলৰ বিদ্ৰোহৰ সন্মুখীন হ'লে বিজেতাই এনে সামন্তক সাহায্য কৰিছিল। কালৰ সোঁতত জনজাতীয় গাওঁসভাৰ ক্ষমতাবোৰো লাহে লাহে সামন্তপ্ৰভুৱে গ্ৰাস কৰিবলৈ ধৰিলে। যিবিলাক গাৱে ৰজাক পৈণে পোনে খাজনা দিছিল, সিবিলাক গাওঁহে মাথোন এই ক্ষমতা হৰণৰ সন্মুখীন হ'ব লগাত নপৰিল। এইবোৰ গাওঁ আৰু সিহঁতৰ গাইগুটীয়া মাটিগিৰীসকলৰ বাবে বেলেগ ধৰণৰ দখলীস্বত্ব আৰু ম্যাদ নিৰ্দ্ধাৰিত কৰা হ'ল।

পঞ্চম লক্ষণ : 'কিছুমান সেৱাৰ ম্যাদ অনুসৰি সামন্তপ্ৰভুসকলে চৰ্তাধীনভাৱে ভোগ কৰিবলৈ পোৱা মাটিৰ অধিকাৰ।' এই প্ৰথা বিশেষকৈ ৰাজপুতসকলৰ মাজত বৰ্তমান। এওঁলোকৰ ঘাই বৃত্তি হ'ল যুদ্ধ কৰা।

আদিকালৰ মুছলমান আক্ৰমণকাৰীসকলৰ মাজতো এনে প্ৰথা আছিল। এই মুছলমান সামন্তসকল আছিল আক্ৰমণকাৰী; ধৰ্মান্তৰিতসকলকে ধৰি স্বধৰ্মী লোক-সকলক ধৰ্মৰ ভেটিত একগোট হৈ সাধাৰণ ৰাইজৰপৰা এওঁলোকে নিজকে আঁতৰাই ৰাখিছিল। গাঙ্গসকলে পোন-প্ৰথম দাক্ষিণাত্যত এই প্ৰথা প্ৰৱৰ্তন কৰিছিল যেন বোধ হয় (Amma I : দশম শতিকা)। পিছৰ যুগৰ সকলোবোৰ সামন্তই এনে ধৰণেৰে মাটি দিয়াৰ নিয়ম হৈছিল; কিন্তু তেওঁলোকে মাজে সময়ে 'জাগিৰ'

সৰ্জান কৰি থাকিব লগা হৈছিল। কেন্দ্ৰীয় ঠাইত থকা সামৰিক উচ্চ সামন্ত-সকলৰ অধিকাৰ বংশগত নাছিল। ৰাজ-সভাসদৰ একমাত্ৰ গৰাকী হ'ল সম্ৰাট। এই স্বেচ্ছাচাৰী সম্ৰাটে সভাসদৰ সতি-সন্ততিবোৰক বঞ্চিত কৰি দাৰিদ্ৰ্যত ভোগাই মাৰিব পাৰে। এনে উচ্চ সভাসদসকলৰ ভিতৰতো দাস আছিল।

ষষ্ঠ লক্ষণঃ "অধীনস্থ প্ৰজাৰ সম্পৰ্কীয় সকলো ন্যায়মূলক অথবা অৰ্দ্ধন্যায়মূলক বিষয়ৰ অধিকাৰ প্ৰভুৰ হাতত আছিল।" আংশিকভাৱে পুৰণি গাওঁসভাৰ অভিক্ৰান্তিৰ ফলত আৰু আংশিকভাৱে নিৰস্ত্ৰ গাৰঁৰ ওপৰত সশস্ত্ৰ ফৌজৰ একচেতীয়া অধিকাৰ সাব্যস্ত হোৱাৰ ফলত সামন্তজনৰ হাতলৈ এনেবোৰ ক্ষমতা আহিছিল। সুবিস্তীৰ্ণ ৰাজকীয় 'সীতা' মাটিৰ ওপৰত মৌৰ্য সম্ৰাটৰ একচ্ছত্ৰী কৰ্তৃত্ব স্থাপন আৰু মনুস্মৃতিৰ যুগৰ সামন্তসকলে 'ৰাজা' হৈ কৰা পোন-পটীয়া ন্যায় শাসনৰ মাজত এনে ধৰণৰ ক্ষমতা লাভৰ প্ৰাচীন উদাহৰণ পাওঁহক। এই দুয়োবিধ শাসনৰ ফলতেই সামন্তবাদৰ শেষৰূপৰ বিকাশ সাধন হৈছিল। যেতিয়ালৈকে গাওঁবিলাকৰ হাতত নিজা ফৌজ নেথাকে তেতিয়ালৈকে এনে ধৰণৰ শাসন প্ৰতিষ্ঠা নহৈ আৰু কি হ'ব? ইয়াৰ বাহিৰেও য়ুৰোপীয় সামন্তবাদৰ লগত ভাৰতীয় সামন্তবাদৰ পাৰ্থক্য ধৰিবৰ বাবে আৰু তিনিটা বৈশিষ্ট্যৰ কথা উল্লেখযোগ্য। সেইকেইটা হ'ল (১) দাসত্বৰ বৃদ্ধি, (২) গিল্ডৰ বিলুপ্তি আৰু (৩) সংগঠিত ধৰ্মীয় কৰ্তৃপক্ষৰ অভাৱ। ইয়াত গিল্ড আৰু গীৰ্জাৰ ঠাইত জাতিপ্ৰথাৰ প্ৰবৰ্তন হ'ল; কাৰণ জাত-প্ৰথা হ'ল—অপেক্ষাকৃতভাৱে আদিম উৎপাদন প্ৰণালীৰ চিন আৰু কাৰণ।

ওপৰৰূপৰা জাপি দিয়া স্থায়ী সামন্তবাদৰ পৰাজয় ঘটিল এটা ক্ষেত্ৰত। উৎপাদনৰ নতুন কৌশল উদ্ভাৱন কৰিবলৈ ভাৰতৰ সামন্তবাদী সমাজ সক্ষম নহ'ল। য়ুৰোপৰ সামন্তবাদৰ লগত ইয়াৰ এইখিনিতে প্ৰভেদ। তাৰ সামন্তসমাজে 'উইণ্ড মিল', 'হৰ্চকলাৰ' (গল-পেটি) আৰু গধুৰ নাঙল প্ৰভৃতি কৰি উৎপাদনৰ নতুন কৌশল আবিষ্কাৰ কৰিলে। (এইবিলাক আবিষ্কাৰৰ ভিতৰত কিছুমান যন্ত্ৰ চীনেও উদ্ভাৱন কৰিছিল, যেনে—ঘোঁৰাৰ সাজ আদি (horse harness), উন্নত ব'ঠা (Sternpost rudder) আৰু উন্নত তাঁত (Draw-loom)। (cf. J Needham in Centureus 3 (1953), 1-2 p. 46-7)। কিন্তু উদ্ভাৱন কৰিলে কি হ'ব? পৃথিৱীৰ প্ৰাচীন সমাজবোৰে এইবোৰ কৌশল প্ৰয়োগ কৰিবলৈ অৱহেলা কৰিলে; কিন্তু য়ুৰোপৰ সামন্তসমাজে সেইবোৰৰ প্ৰয়োগত অধিক দক্ষতা

দৰ্শাবলৈ ধৰিলে। বিষয়টো পৰিষ্কাৰ কৰিবলৈ মাৰ্কপলৰ[২] ৰচনাৰ উদ্ধৃতি দিয়া ভাল হ'ব :—

"এটা কথা আপুনি জনা উচিত। এই মালবাৰ ৰাজ্যৰ ক'তো কোট কটা বা বিপু কৰা এটা দৰ্জি নাই। কাৰণ তাত সকলোৱে ওৰে বছৰ নাঙঠ হৈয়ে ফুৰে।......কেৱল শোভনীয়তাৰ খাটিৰত তেওঁলোকে এটুকুৰা কাপোৰ পিন্ধে। এই বিষয়ত মতা মানুহ, মাইকী মানুহ, ধনী-দুখীয়া আৰু আনকি ৰজা সুন্দৰপাণ্ডা নিজেও একে। .........আনবিলাকৰ দৰে ৰজাও নাঙঠ হৈয়ে ফুৰে। মাত্ৰ কঁকালত এডুখৰি মিহি বস্ত্ৰ। ডিঙিত ৰুবি, ছেফায়াৰ, এমাৰেল্ড আদি মণিৰ এধাৰ মালা .........সেইবাবে ডিঙিৰ এই গলপতা বৰ মূল্যবান.........ৰজাই যিখিনি সোণ-মুক্তা আৰু মণি পিন্ধে, সেইখিনিৰ মূল্য বিজিত নগৰ এখন মোকোলোৱাৰ খৰচতকৈ অধিক। .........এই দেশত ঘোঁৰা ভালকৈ পালন নকৰে বা তাৰ প্ৰজননত যত্ন নলয়। গতিকে ঘোঁৰা কিনি দেশৰ অজস্ৰ ধন পানীত পেলোৱা হয়। .........কিন্তু, অৰ্মুজ, ধফৰ, সোহৰ আৰু এডেনৰ সদাগৰসকলে আক্ৰমণকাৰী ঘোঁৰা আৰু অন্য ঘোঁৰা গোটাই লৈ এই ৰজাৰ আৰু তেওঁৰ চাৰিভায়েকৰ ৰাজ্যত বেচিবলৈ আনে। .........কাৰণ তেওঁলোকে এটা ঘোঁৰাত ৫০০ সগ্‌গি সোণ পায় ; ইয়াৰ মূল্য এশটা ৰূপৰ মুদ্ৰাতকৈ অধিক। প্ৰতি বছৰে ভালেমান ঘোঁৰা বিক্ৰী হয়। প্ৰকৃতপক্ষে ৰজাই বছৰি ২000 তকৈ অধিক ঘোঁৰা কিনিব লাগে। এইদৰে তেওঁৰ চাৰি ভায়েকেও ( এওঁলোকো ৰজা ) কিনে। বছৰি ইমান ঘোঁৰা কিনাৰ ঘাই কাৰণ

(২) এইচ য়ুলে অনুবাদ কৰা The book of Ser Marco Polo গ্ৰন্থৰ তৃতীয় খণ্ডৰ পৰাই ঘাইকৈ এই উদ্ধৃতিবোৰ দিয়া হৈছে; বিশেষকৈ সপ্তদশ আৰু অষ্টাদশ অধ্যায়ৰপৰা। তাৰ লগতে চতুৰ্থ খণ্ডৰ ওপৰত লিখা মাৰ্চডেনৰ টোকা আলোচনা কৰা হৈছে। মাৰ্কপ'লৰ গ্ৰন্থ খনৰ সম্পাদনা কৰিছে জি বি পাৰ্কচে (নিউ ইয়ৰ্ক, ১৯২৭ চন)। কেৱল দশম অধ্যায়ৰ প্ৰথম খণ্ডৰ শেষত উদ্ধৃত কৰা ছেদটিহে মই প'লৰ মূলগ্ৰন্থ Milioneৰ পৰা নিজেই অনুবাদ কৰিলোঁ। গ্ৰন্থৰ গদ্য বৰ কঠিন। অনুবাদৰ কাৰণে Luigi Foscolo Benedettoএ (Firenze, 1928). কৰা সমালোচনামূলক সংস্কৰণৰ সহায় লৈছোঁ। ইংৰাজী অনুবাদখনৰ ঘাই আধাৰ হ'ল বলনা ৰাজ্যৰ Fra Francesco Pipinoই লিখা লেটিন অনুবাদখন; এই লিখকজনাই মাৰ্কপ'ল ভেনিচত থকা সময়তেই তেওঁৰ গ্ৰন্থখন আৰম্ভ (অনুবাদ) কৰিছিল। অৱশ্যে অনুবাদৰ বাবে G. B Ramusioৰ Naviazimi et Viaggi বোলা গ্ৰন্থখনিৰো সহায় লৈছিল। ইংৰাজী অনুবাদত মূলৰ ভাব মূলতঃ সলনি কৰা হোৱা নাই। গতিকে তাৰপৰা উদ্ধৃতি দিয়া হৈছে। বিশেষকৈ যিবিলাকে নিজে এইবিলাক অধ্যয়ন কৰিবলৈ মন কৰে, তেওঁলোকৰ কাৰণেই এই উদ্ধৃতিবোৰ দিয়া হৈছে। যিবোৰ প্ৰভেদ আমাৰ চকুত পৰে, সেইবোৰ আকৌ প'লৰ মূল গ্ৰন্থৰ অনুবাদৰ লিখাতেই পোৱা যায় (Benedetto, intr p clxix)।

হ'ল,—বছৰৰ শেষত আনকি এশটি ঘোঁৰাও জীয়াই নেথাকে। কাৰণ, সৰহভাগ ঘোঁৰা মৰি যায়। ইয়াৰ মূলতে বেয়া পৰিচালনা। এই মানুহবোৰে কেনেকৈ ঘোঁৰা প্ৰজনন বা পালন কৰিব লাগে তাক নেজানে। ইফালে ঘোঁৰা চিকিৎসক এটাও নাই। ঘোঁৰা বেপাৰীয়ে চিকিৎসক লগত লৈ নাহে। আৰু এই দেশলৈ চিকিৎসক আহিবলৈ নিদিয়ে, কাৰণ চিকিৎসক আহিলে বিক্ৰীত ব্যাঘাত হ'ব বুলি তেওঁলোকে ভয় কৰে। বছৰি তেওঁলোকৰ এই বিক্ৰীৰপৰা বহুত লাভ হয়। ... ...আৰু এটা কথা শুনি আচৰিত লাগে; এই দেশত বোলে ঘোঁৰা তুলিব নোৱাৰি, আগতে চেষ্টা কৰি মানুহে ভাল ফল পোৱা নাই। অতি সুন্দৰ ডাঙৰ জাতৰ ঘোঁৰা এটা আৰু ডাঙৰ জাতৰ ঘূৰী এজনীৰ যোৰ পাতি দিলেও শেষত গৈ আপচু ঠেঙৰ মেমেৰা ঘোঁৰা এটাহে ওপজেগৈ; সেইবোৰত উঠিবলৈ ভাল নহয়। • ···এই দেশৰ সেনাবোৰে যুদ্ধলৈ যাওঁতেও নাঙঠ হৈয়েই যায়, হাতত এপাত যাঠি আৰু ঢাল, ইমানেই৭ সেনাবিলাকো একেবাৰেই সোপাঢিলা৮ এই মানুহবোৰে জন্তু, চৰাই বা আন জীৱলগা বস্তু নেমাৰে। যিবোৰ জন্তুৰ মঙহ খায়, সেইবোৰ জন্তু কাটিবলৈ 'সৰচেন' জাতিৰ বা ভিন্নধৰ্মী লোকক লগায় বা কচাই কৰে ······এই জলদস্যুবোৰৰ লগত 'থান'ৰ ৰজাৰ এটা বন্দৱস্ত আছে; সেই বন্দৱস্ত মতে সিহঁতে ধৰা সকলো ঘোঁৰা ৰজাই পাব, আৰু বাকী যিবোৰ বস্তু লুটপাত কৰি আনে সেইবোৰ সিহঁতৰ লগত থাকিব। থানৰ ৰজাই এনে বন্দৱস্ত কৰাৰ কাৰণ হ'ল যে ৰজাৰ নিজৰ ঘোঁৰা নাই। ইহাতে ভালেমান ঘোঁৰা বিদেশৰপৰা ভাৰতলৈ আমদানি কৰা হয়। কাৰণ ইয়ালৈ জাহাজ আহিলে, তাত ঘোঁৰা নহাকৈ নেথাকে। আন বয়বস্তুৰ লগতো ঘোঁৰা থাকে ··লোহিত সাগৰৰ ( Red Sea ) পাৰৰ আৰবীয় নগৰীবোৰৰপৰা বছৰি ভাৰতলৈ আমদানি কৰি অনা ঘোঁৰাৰ সংখ্যাৰ কথা ভাবিলে বাস্তৱিকতে আচৰিত হ'ব লাগে। তাৰ প্ৰধান কাৰণ হ'ল এই দেশত ঘোঁৰাৰ ভাল পালন বা প্ৰজনন নহয়; আন এটা কাৰণ হ'ল প্ৰজনন বা পালনৰ জ্ঞানৰ অভাৱ হোৱা হেতুকে অনাৰ লগে লগেই ঘোঁৰাবোৰ মৰি থাকে। ভাৰতৰ মানুহে ঘোঁৰাৰ যত্ন লব নেজানে। কাৰণ এওঁলোকে ঘোঁৰাক বন্ধা আহাৰ আৰু দেখৰ মানে বেয়া বস্তু খুৱায়। এই কথা মই আগতেই কৈ আহিছোঁ। ইফালে এওঁলোকৰ ইয়াত ঘোঁৰা চিকিৎসকো নাই।" ( শেষৰ দুটা বাক্য বেণেডটোৰ দ্বাৰা উল্লিখিত কোনো আধাৰ গ্ৰন্থতে পোৱা নাযায়। P. 215)

সেই কালৰ ভাৰতীয় সমাজত ঘোঁৰা চিকিৎসক থকা হ'লে তেওঁলোকৰ এটা বেলেগ জাতেই থাকিলহেঁতেন। ভাৰতৰ জলবায়ু পৰম গতিকে ইয়াত

কাপোৰকানিৰ বৰ আৱশ্যক নাছিল। কিন্তু মণি-মুক্তাদিৰ প্ৰয়োজন তাতোকৈও কম আছিল। অতি ঘোকোট গাওঁবিলাকত আজিকালিও মানুহে ধাতুৰ অভাৱ অনুভৱ কৰে আৰু যেই সেই এবিধ ধাতু হাতত পৰিলেই সেইবিধ ধাতু হাতত ৰাখি ভৱিষ্যতে তাক কামত লগাবলৈ সাঁচি থয়। জাত-প্ৰথা থকা সমাজত পাকৈত কমাৰ আৰু ধাতুবিদ ওলোৱা একেবাৰে অসম্ভৱ; এনে পাকৈত কমাৰ আৰু ধাতুবিদ থকা হলে উন্নত ধৰণৰ অস্ত্ৰ-শস্ত্ৰ আৰু অন্যান্য ঢাল-কৱচাদি তৈয়াৰ কৰিব পাৰিলেহেঁতেন। মানৱ জীৱনৰ প্ৰতি অৱজ্ঞা—বিশেষকৈ তলৰ জাতি বিলাকৰ প্ৰতি অৱজ্ঞা থকা বাবে পদাতিকসকলক ৰক্ষাৰ ব্যৱস্থা কৰা নিষ্প্ৰয়োজনীয় বুলি অনুভৱ হৈছিল। কাৰণ এই নিম্নজাতৰ (জাতি) লোকসকলে পূৰ্বজন্মৰ পাপৰ ফল ভুগিবই লাগিব। মানুহে কাপোৰ-কানি নিপিন্ধাৰ কাৰণ উৎপাদনকৌশলৰ অভাৱ নহয়, ক্ৰয়শক্তিৰ অভাৱ। ক্ৰয়শক্তিৰ অভাৱৰ কাৰণেই মানুহে কাপোৰ-কানি, জোতা-মোজা আৰু ঘৰ-দুৱাৰ আদি ল'ব নোৱাৰিছিল।

"এই ৰাজ্যত (অৰ্থাৎ অন্ধ্ৰত) এবিধ অতি উন্নত আৰু পাতল কাপোৰ (buckru) উৎপন্ন হৈছিল। অতি দামী কাপোৰো প্ৰস্তুত হৈছিল। দেখাত এইবোৰ কাপোৰ মকৰা-জালৰ কোষৰ দৰে।·· মালাবাৰৰ মানুহেও এনে ধৰণৰ বৰ পাতল আৰু সুন্দৰ কাপোৰ তৈয়াৰ কৰিব জানে।···থানৰপৰা হৰেকৰকমৰ চামৰা ৰপ্তানি হয়। ইফালে ভাল কাপোৰ আৰু কপাহী কাপোৰো ইয়াৰপৰা বিদেশলৈ যায়।··কেম্বেৰপৰা বহুত ঠাইলৈ এনেকৈ কপাহ যায়। ইফালে ছালবো বৰ ডাঙৰ বজাৰ ইয়াত আছে; এই ছালবোৰ ভালকৈ কোমল আৰু মিহি কৰা হয়। আন বহুবিধ বাণিজ্য-বস্তুও ইয়াৰ বজাৰত আছে; সেইবিলাকৰ নাম কিমান উল্লেখ কৰিব ?···প্ৰতি বছৰে (গুজৰাটত) বহুত ধৰণৰ ছাল মিহি আৰু কোমল কৰা হয়, এইবিলাক বস্তুৰে আৰব আৰু আন আন ঠাইলৈ যোৱা জাহাজ-বোৰ ভৰি যায়। এওঁলোকে ইয়াত ৰঙা-নীলা চামৰাৰ সহায়েৰে সুন্দৰ কঠ তৈয়াৰ কৰে। এইবিলাক কঠত সোণৰ আৰু ৰূপৰ গুণাৰে ভালদৰে ফুল তুলি দিয়া হয়। এইবিলাক কঠৰ কিছুমানৰ দাম দহ মাৰ্ক।"

এই ভেণেচীয় লোকজনে তেওঁৰ গ্ৰন্থৰ তৃতীয় খণ্ডত এইবোৰ বৰ্ণনা দি গৈছে; অকণো অতিৰঞ্জন নকৰাকৈ ক'ব পাৰি যে অন্ধ্ৰৰ একাংশত এতিয়াও হাতেৰে কপাহ কাটি আৰু বৈ অতিশয় মিহি কাপোৰ তৈয়াৰ কৰা হয়।

ভাৰতীয় জলবায়ুতো ভাল ঘোঁৰা পালন বা প্ৰজননৰ ব্যৱস্থা কৰিব পৰা যায়। কিন্তু ৰন্ধা ভাত আৰু মঙহ খুৱাই তেনেকৈ ঘোঁৰা তুলিব নোৱাৰি। পাণ্ড্য

ৰাজ্যৰ তুলনাত অৰ্থশাস্ত্ৰৰ যুগত ঘোঁৰাৰ ভাল প্ৰতিপালন কৰা হৈছিল ; অৰ্থশাস্ত্ৰ (2.30) এনেদৰে আছে ঃ

"উৎকৃষ্ট ঘোঁৰাক খুৱাবৰ বাবে ধান, বাৰ্লি, তিওৱা বা ৰন্ধা মাহ, ৰন্ধা 'মুগ' ( Phasevlus maungo ) বা 'মাষ' ( Phaseolus radiatus ) উৰহী, এক প্ৰস্থ তেল, পাঁচ পল লোণ, ৫0 পল মঙহ, এক অঢক জোল, বা দুই অঢক দৈ গাখীৰ, পাঁচ পল চেনিৰ লগত এক প্ৰস্থ সুৰা বা দুই প্ৰস্থ গাখীৰ।"

মাৰ্কপ'লই সকলো কথা ঠিকেই ধৰিছিল ; তেওঁৰ বৰ্ণনাৰপৰা বুজিব পৰা যায় যে খুব সম্ভৱ ৰজাক কোনোবা অৰ্থশাস্ত্ৰবিদ ব্ৰাহ্মণে এনে উপদেশ দিছিল। সুন্দৰপাণ্ড্যৰ এই ধৰ্মতত্ত্ববিদ পণ্ডিতসকলে চাগে শংকৰ আৰু ৰামানুজৰ দৰ্শনৰ মাজত থকা পাৰ্থক্যৰ কথা ভালদৰে বুজাই দিবলৈ সমৰ্থ হৈছিল ; পুৰোহিত-সকলে প্ৰাচীন অশ্বমেধ যজ্ঞও নিখুঁতভাৱে পাতিব পাৰিছিল বুলি অনুমান হয় ; কিন্তু তেওঁলোকে চাগে ভাল ঘোঁৰা কেনেকৈ জন্মাব পাৰি সেই সম্পৰ্কে লেশমানো একো নেজানিছিল। অকল ঘোঁৰাৰে নহয়, আন আন জন্তুৰ বিষয়েও তেওঁলোকৰ জ্ঞান সীমাবদ্ধ আছিল। বিশেষ অৱস্থাত কেনেকৈ প্ৰতিপাল কৰিব লাগে তাক আয়ত্ত নকৰাৰ বাবে উত্তৰ ভাৰতৰপৰা অনা গৰু-ম'হবোৰো লাহে লাহে অধঃপতন হৈ যাব ধৰিলে ; ঠিক ৰপ্তানি কৰা ঘোঁৰাৰ দৰে সিহঁতৰ অৱস্থা হ'ল। গৰু ইমান পবিত্ৰ আছিল যে তাৰ পূজা কৰা হৈছিল। তথাপি, তাক ভালকৈ খুওৱা-বুওৱা বা গৰু পোৱালি বছা (অৰ্থাৎ সঁচ ৰখা) আদি কাম খাবলৈ নাইকিয়া আৰু উন্নত গৰু-ম'হৰ প্ৰজননত ৰাপ নথকা এচাম লোকৰ হাতত তুলি দিয়া হ'ল, ফলত সিহঁতে গৰু প্ৰতিপালন কৰিবলৈ এৰি দিলে। আজিকালিও এই কথা আমাৰ মানুহে ভালকৈ বুজি উঠা নাই যে বেয়া সঁচৰ বুলি আওহেলা কৰা ভেঁৰা, গৰু-ম'হ আৰু ঘোঁৰাৰ বাছনি কৰি, উন্নত প্ৰজননৰ বাবে পালৰ ব্যৱস্থা কৰি আৰু ভালকৈ খাবলৈ দি সেইবোৰৰ-পৰাও ভাল পোৱালি তুলিব পৰা যায় ; এনে জন্তুৰে বাহিৰৰপৰা অনা ঘোঁৰাতকৈ ভালকৈ স্থানীয় প্ৰয়োজন পূৰণ কৰিব পাৰিব।

আৰবৰ ভাল ঘোঁৰাবিলাক ভাৰতলৈ অনা মানুহবোৰৰ মাজত জাত-পাতৰ বিচাৰ নাছিল। সামাজিক মৰ্যাদাৰ খাতিৰতো তেওঁলোকে নিজে ঘোঁৰাবোৰৰ যত্ন লবলৈ পিছ-হুঁহকা নাছিল। ক্ষেত্ৰবিশেষে আৰোহীতকৈ ঘোঁৰাৰ বংশ অধিক প্ৰাচীন আৰু দীঘলীয়া। তুৰ্কী, মঙ্গোলীয় আৰু আৰবীয় মুছলমানসকলৰ কৱচ, দেহ-বৰ্ম আৰু তৰোৱাল উন্নত তীখাৰে সজা, ভাৰতীয় কৱচ আৰু তৰোৱালবোৰ তেল-তীখাৰে সজা নহয়। সেইদৰে তেওঁলোকৰ ধেনুও ভাৰতীয় অশ্বাৰোহীয়ে

ব্যৱহাৰ কৰা ধেনুতকৈ অধিক কাৰ্যক্ষম। এনেবোৰ কাৰণতেই মধ্য এছিয়াৰ আৰবীয়, তুৰ্কী, মঙ্গোলীয় আৰু অন্যান্য সান-মিহলি মুছলমান আক্ৰমণকাৰীসকলে লাহে লাহে ভাৰতৰ ভিতৰুৱা অঞ্চলত সোমাবলৈ ধৰিলে। ১৩১১ চনৰ ১৪ এপ্ৰিলত আলাউদ্দিন খিলিজিৰ সেনাপতি মালিক কাফুৰে বিনা বাধাই মথুৰা জয় কৰিলে। মাৰ্কপ'লৰ বিৱৰণী মতে ভ্ৰাতৃসকলৰ লগত গৃহকন্দলত লিপ্ত আন এজন সুন্দৰপাণ্ড্য ৰজাই আলাউদ্দিন খিলিজিক এই দেশলৈ আমন্ত্ৰণ জনাইছিল। এইবোৰ তথ্যৰপৰা বুজা যায় যে ভাৰতীয় যুদ্ধত প্ৰথম ঘোঁৰা ব্যৱহাৰ কৰোঁতা আৰ্যসকলৰ আধ্যাত্মিক সতি-সন্ততিসকলে অতীত ইতিহাসৰপৰা শিকনি একো গ্ৰহণ নকৰিলে ; এওঁলোকৰ পূৰ্বপুৰুষসকলেই ভাৰতীয় যুদ্ধত প্ৰথম ঘোঁৰা ব্যৱহাৰ কৰিছিল। (এই আৰ্যসকলৰ সতি-সন্ততিসকলেই ঘোঁৰা প্ৰতিপাল কৰিবলৈ এৰি দিলে।) অৰ্থশাস্ত্ৰত দিয়া যুক্তি সম্মত উপদেশ আৰু সেই যুগৰ যুদ্ধ-যন্ত্ৰৰ কথাও এই যুগৰ মানুহে সম্পূৰ্ণ পাহৰি পেলালে। আনকি ভাৰতৰ বিখ্যাত দীঘল ধেনু আৰু অব্যৰ্থ কাঁড়ৰ ব্যৱহাৰো কমি আহিল। কোনো অঞ্চলত স্থানীয়ভাৱে মাথোন এই ব্যৱহাৰ প্ৰচলিত আছিল (D B 181)। তথাপি য়ুৰোপীয় সামন্তবাদৰ দৰেই ভাৰতীয় সামন্তবাদৰ শক্তি নিৰ্ভৰ কৰিছিল ঘোঁৰা আৰু অস্ত্ৰ-শস্ত্ৰৰ ওপৰত। গাৱঁলীয়া লোকসকলে অস্ত্ৰ-শস্ত্ৰৰ সহায়েৰে আত্মৰক্ষা কৰিবলৈ শিক্ষা পোৱাৰ পিছত তেওঁলোকক নিয়ন্ত্ৰণ কৰা তেনেই উজু কাম নাছিল ; গতিকে তেওঁলোকক নিৰস্ত্ৰ আৰু নিঃসহায় কৰি ৰখাটোৱেই অতিশয় উজু কাম আছিল।

ভেনেচীয় পৰিব্ৰাজকজনে দিয়া বিৱৰণীৰপৰা বুজা যায় যে এই দেশত নতুন সামন্তবাদী মাৰ্টিগিৰী এদল লোকৰ (baron) উদ্ভৱ হৈছিল ; এই নতুন শ্ৰেণীটোৰ হাতত অভাৱনীয়ভাৱে বহুতো সামন্তযুগীয় বাহি সম্পদ গোট খাইছিলহি। ফলিৰ মতে এই শ্ৰেণীৰ লোকসকলেই হ'ল ৰাষ্ট্ৰকূট আৰু অন্যান্য গোষ্ঠীৰ লোক। দক্ষিণাপথৰ বুৰঞ্জীত দশম শতিকাৰ পিছৰপৰা এওঁলোকৰ নাম পোৱা যায় (E. I. 5. 118-141 ; 27 41-7 ; 3-22-4 ect. )। মাৰ্কপ'লই এইবুলি লিখিছে, "এই ৰজাজনৰ ভালেমান অনুগত মাৰ্টিগিৰী ( feoilz ) আছিল। তেওঁলোক আছিল ইহজনম আৰু পৰজনম উভয়তে উক্ত প্ৰভুৰ অনুগত। এই কথা তেওঁলোকে নিজেই স্বীকাৰ কৰে·····এই মাৰ্টিগিৰীসকলে ৰজাৰ লগত ৰাজসভাত বহে ; ৰজাৰ লগত ঘোঁৰাত উঠি ফুৰিবলৈ পায় ; ৰজাৰ ওচৰত থাকি তেওঁলোকে ৰজাৰ প্ৰভুত্বৰ ধ্বজা বহন কৰে। যেতিয়াই ৰজা কোনিবা যায়, এই অনুগামীসকল তেওঁৰ লগতে যায়। গোটেই ৰাজ্যতে এওঁলোকৰ ভাঙৰ প্ৰভুত্ব। ৰজাৰ মৃত্যুৰ

পিছত-যেতিয়া তেওঁৰ শ চিতাত তোলা হয়, তেতিয়াও এই অনুগামীসকলে নিজে জুইত জাপ দি পৰি মৃত্যু বৰণ কৰে আৰু সিপুৰীলৈ তেওঁৰ লগত যাত্ৰা কৰে।......... ৰজাৰ মৃত্যুৰ পিছত তেওঁৰ ভঁৰালত অশেষ ধন-সোণ থাকি যায়। তেওঁলোকৰ সন্তি-সন্ততিয়ে কোনোপধ্যে এই ধন-সোণবোৰ নোচোয়ে।.........এই কাৰণে এই ৰাজ্যত অসংখ্য ধন-সোণ মজুত হৈ আছে।"

১০.২ এই সময়ত হোৱা সামাজিক আন্দোলনৰ মাই লক্ষ্য আছিল নতুন বেপাৰীসকলৰ অনুৰূপ এটি শ্ৰেণী সৃষ্টি কৰা। ইতিমধ্যে আন্তৰ্জাতিক বেপাৰ বৰ লাভজনক হৈ পৰিছিল; ডাঙৰ ডাঙৰ বন্দৰবোৰত এই কথা স্পষ্টভাৱে পৰিলক্ষিত হৈছিল। চলিত ঋতুৰ বতাহ, সাগৰৰ সোঁত, জোঁৱাৰ অধ্যুষিত নদীৰ মোহনা, জাহাজ লগোৱা ঠাই, পোতাশ্ৰয় আৰু জলদস্যু এইবিলাকৰ কথা শতিকা ধৰি এই দেশৰ মানুহে জানি আহিছিল। সমগ্ৰ মালাবাৰ উপকূল জুৰি বাণিজ্য চলিছিল; দক্ষিণ চীনৰপৰা এইবোৰ অঞ্চললৈ জাহাজ আহিছিল। এই জাহাজবোৰত আছিল চাৰিটা মাস্তুল আৰু গুৰি ব'ঠা ( Starnpost rudder )। এই জাহাজবোৰ পানীৰ দহফুট তললৈ সোমাব পাৰে। তাত ২০০।৩০০ নাবিক থাকে। এখন ডেকত সদাগৰ থকা ৫০।৬০টা সুকীয়া সুকীয়া কেবিন আৰু পানী নোসোমোৱা তেৰখন বেৰ আছে। জাহাজত ৬০০০ পাচি জলকীয়া কঢ়িওৱা স্থান আছিল। তদুপৰি প্ৰত্যেক জাহাজৰে কেইবাখনো সৰু জাহাজ আছিল। এইবিলাক তথ্যৰপৰা ধৰিব পাৰি যে সেই সময়ত বিপুল আকাৰৰ বাণিজ্য বিনিময় সাধিত হৈছিল ( Marco Polo , book 3 Chapt. 1 , benedetto pp 161-2। কেইবা শতিকাও ধৰি পূবৰপৰা বেহা-বেপাৰ কৰাৰ অৰ্থে চীনদেশৰ জাহাজ অহা-যোৱা কৰিছিল ( Bat 235-6 )। জিম্বৰে আৰু আফ্ৰিকাৰ পশ্চিম উপকূলৰ দাঁতিয়ে দাঁতিয়ে চীনত প্ৰস্তুত হোৱা যিবোৰ দ্ৰব্য পোৱা গৈছে, সেইবোৰ এনেবিলাক জাহাজেই নিশ্চয় কঢ়িয়াইছিল। আৰবিয়াৰ পূবৰ ফাললৈ বাণিজ্য প্ৰসাৰ কৰিলে মুছলমানসকলে। ঘাইকৈ ভাৰত আৰু ইণ্ডোনেছিয়াৰ লগত এই বাণিজ্য হৈছিল। ভাৰতীয় জাহাজবোৰ একেবাৰে অকামিলা আছিল। শাতবাহন আৰু জাতক যুগৰ সাগৰ ভ্ৰমণৰ পৰম্পৰা গুপ্তযুগ আৰু তাৰ আগৰ কাৰিকৰ প্ৰধান অৰ্থনীতিৰ যুগতেই সৰ্ম্পূভাৱে লোপ পালে। খৃষ্টভিক্ষু মেনেটিয়াচে মাৰ্কপ'লৰ সময়তে প্ৰায় ভাৰত ভ্ৰমণ কৰি তলত দিয়া বিৱৰণী দি গৈছে ( প্ৰায় ১২৯২ খৃঃ ):

"এওঁলোকৰ মাজত কাৰিকৰৰ সংখ্যা কম; কাৰণ কাৰিকৰ আৰু কাৰিকৰী বিদ্যাৰ বানচ বৰ কম; তেওঁলোকৰ বাবে ক'তো বিশেষ সুবিধা নাই।......যুদ্ধ

হ'লেও তেওঁলোকে থিতাতে তাক শেষ কৰে; সেনাবাহিনী ভাঙন হ'লেও তেনে নকৰিব তেওঁলোকৰ উপায় নাই, কাৰণ তেওঁলোকে যুদ্ধলৈ সুদা গাৰে যায়। হাতত তৰোৱাল আৰু দা বা ডেগাৰৰ বাহিৰে একো নাথাকে। .........এই অঞ্চলত থকা তেওঁলোকৰ জাহাজবোৰ অতি ক্ষণভঙ্গুৰ আৰু আগচুটী; তাত লো নাই আৰু তক্তাসমূহ বাছিৰে জোৰা দিয়াৰো ভাল ব্যৱস্থা নাই। এই জাহাজবোৰ কাপোৰ সীয়াৰ দৰে পাতল জৰিৰে সীয়া হয়। .........গুৰি ব'ঠাবোৰ পাতল আৰু লেহুকা; দেখিবলৈ মেজৰ ওপৰডোখৰৰ দৰে। বহলে এক (হাত বা) কিউবিক মান (অৰ্থাৎ ১৮ৰ পৰা ২২ ইঞ্চিমান) হ'ব। এই ব'ঠাডাল গুৰি ঠাইৰ মাজত থাকে। পাল চাই জাহাজৰ গতি পোনাবলৈ হ'লে মহা কষ্ট কৰিব লগা হয়। যদি বতাহ বৰ প্ৰবল হয়, তেনে তেওঁলোকে গতি পোনাবই নোৱাৰে। জাহাজত মাস্তুল এটা আৰু পালো এখন। পালবিলাকো কাঠৰ দৰে গোঠা নতুবা বেয়া কাপোৰেৰে তৰা। বাছিবোৰ হ'ল বাকলিৰে গোঠা। তদুপৰি এওঁলোকৰ নাবিকৰ সংখ্যা কম আৰু কাজুৱা নহয়। গতিকে এই নাবিকবোৰে ভালেমান বিপদ-আপদ অতিক্ৰম কৰি চলিব লাগে। সেই কাৰণে যাত্ৰা অতিক্ৰম কৰি জাহাজ লক্ষ্যস্থান পোৱাৰ পিছত তেওঁলোকে প্ৰায়েই কয়, 'ভগবানৰ কৃপাতহে এই যাত্ৰাত সাৰিলোঁ, কাৰণ, মানুহৰ বুধিৰে একো কৰিব নোৱাৰি' ( Yule 3-66 )। এই ধৰ্মীসকলে ( হিন্দুসকলে ) বৰকৈ সাগৰ ভ্ৰমণ নকৰে। 'মূৰ' সকলেহে বাণিজ্যৰ বস্তু লৈ বেপাৰ কৰে। কাৰণ, কালিকটত প্ৰায় পোন্ধৰ হেজাৰ 'মূৰ' লোক আছে; এওঁলোক প্ৰায় বছৰৰ বেছিভাগ কালেই এই দেশৰ নাগৰিক হিচাপে কটায়" ( Var 61 )।

তক্তাবোৰ জোৰা দিয়া কাম আজিও পশ্চিম উপকূল অঞ্চলত চলি আছে। দুচটা তক্তা সাৱধানে লগ লগাই তাক ফুটা কৰি নাৰিকলৰ আঁহ বা মৰাপাটৰ বাছিৰে ( এইবোৰ কাজু গছৰ ক'লা ৰসত ডুবাই লোৱা হয় ) কাপোৰ সীয়াৰ দৰেই চিলোৱা হয়। আগৰ দিনত উত্তপ্ত লোৰ গজ বা তাঁৰেৰে বিন্ধা কৰা হৈছিল। পালবিলাকত এতিয়া মিলৰ কাপোৰ লগোৱা হয়; আগৰ তুলনাত পাল আৰু ব'ঠাবো যথেষ্ট উন্নতি ঘটিল। কিন্তু আমি এতিয়াও সাগৰ ভ্ৰমণ আৰু আন আন উদ্যোগত যে উন্নত ধৰণৰ উৎপাদনৰ যন্ত্ৰ ব্যৱহাৰ কৰিব পৰা নাই সেই কথা এইবোৰত ব্যাপকভাৱে ব্যৱহৃত অপ্ৰচলিত যন্ত্ৰ-পাতিবোৰ চালেই ধৰিব পাৰি। চীন দেশৰ আৰু ভাৰতবৰ্ষৰ মাজৰ কাৰিকৰী পটুতাৰ প্ৰভেদ বৰ প্ৰকট হৈ উঠিছিল। লগে লগে প্ৰশাসনতো ইয়াৰ অনুৰূপ লক্ষণ দেখা গৈছিল। বিদেশী লোকক ভেৰোণীয়া সেনা কৰাৰ উপৰিও মুছলমানসকলক বন্দৰবোৰৰ প্ৰশাসক পতা হৈছিল ( Yule 3-68 )।

এনে কৰাৰ ফলত ৰাজনৈতিক কুফলো দেখা দিবলৈ ধৰিলে। এই সময়ত আদা, জলকীয়া, মচলা, কপাহ, কাপোৰ, নীল, ছাল, চামৰা, দলিচা, মণি-মুকুতা—এইবোৰেই আছিল বাণিজ্যৰ বস্তু। এই বস্তুবোৰ গোটাই আনিবৰ বাবে পূৰ্বৰেপৰা আত্মকেন্দ্ৰিক অৰ্থনীতিত চলি থকা কিছুমান গাৱঁৰ ভিতৰলৈ প্ৰৱেশ কৰাৰ আৱশ্যক হৈছিল। বন্দৰত বেপাৰীসকল থকাৰ মন কৰিলে ভিতৰুৱা অঞ্চলত অহা-যোৱা কৰা বণিকৰ সংখ্যা যে বহুত আছিল তাক ধৰিব পাৰি। গাওঁবোৰত ভূবাসন বঢ়াৰ পূৰ্বে বণিকসকলে এনে ধৰণৰ আভ্যন্তৰীণ বাণিজ্য কৰিবলৈ সুবিধা নেপাইছিল; সেই দিনৰ তুলনাত এই বেপাৰীসকলে গাওঁবোৰত যথেষ্ট বস্তুৰ যোগান পাইছিল। এনে যোগান বৃদ্ধিৰ কাৰণ কি? নিশ্চয় বেপাৰীসকলে গাওঁবিলাকত এনে মানুহ লগ পাইছিল যাৰ হাতত ৰাহি বস্তু গোট খাইছিল। এইবিলাক মানুহৰ লগত এওঁলোকে বস্ত্ৰ-বস্তুৰ বিনিময় কৰিছিল। তলৰপৰা সামন্তবাদৰ বিকাশ ঘটা কালছোৱাত মাটিৰ্গিৰাবী আৰু তল খাপৰ সামন্ত (বেৰণ) সকলেই এনে ধৰণেৰে ৰাহি বস্তু গোটাবৰ বাবে সমৰ্থ হৈছিল। এই সামন্তসকলে কৰ সংগ্ৰহ কৰিয়েই সৰহভাগ ৰাহি বস্তু গোটাইছিল। কিন্তু বিশেষ চৰ্তৰ ভেটিতহে এওঁলোকে নিজে ৰাহি বস্তুৰ বেপাৰ কৰিছিল। যেতিয়া এই সামন্তসকলে কৰ হিচাপে নতুন অলঙ্কাৰৰ ভাগ পাইছিল (যেনেকৈ ক'ৰ্মৰিণ অঞ্চলত পোৱা মুকুতাৰ শতকৰা দহ ভাগ এওঁলোকে পাইছিল) বা, যেতিয়া ঘোঁৰা আৰু বিলাসৰ সামগ্ৰী কিনিব লগা হৈছিল তেতিয়াহে এওঁলোকে ৰাহি বস্তুৰ বেপাৰত প্ৰবৃত্ত হৈছিল। এনে অৱস্থাত আভ্যন্তৰীণ বেহা-বেপাৰ বেছি আগ বাঢ়িব নোৱাৰিলে। গাৱঁৰ মানুহবোৰে নিজৰ ঘৰুৱা প্ৰয়োজনতকৈ অধিক মচলা উৎপন্ন কৰা নাছিল। কাৰণ, যিবোৰে বল প্ৰয়োগ বা অধিক কৰৰ তাড়নাত বিচলিত হৈছিল অথবা যিবোৰে অধিক লাভৰ আশা কৰিছিল, সেইবোৰেহে এই বস্তু সৰহকৈ কৰিছিল। সামন্তশাসকে ভাও বুজি কিছুমান স্থানীয় বস্তুৰ বেপাৰ নিজৰ হাতত ৰাখিছিল; গাইগুটীয়া সদাগৰসকলে যিবোৰ বস্তু বেপাৰৰ বাবে বিশেষ মূল্যবান বুলি গণ্য কৰিছিল, সেইবোৰতহে তেওঁলোকে হাত দিছিল। ( Medhatithi on MS. 8. 399 ) যেনে কাশ্মীৰৰ জাফৰাণ ( Saffron ), ত্ৰিবাঙ্কুৰৰ জলকীয়া ( Fom 1. 246 ) আৰু মহীশূৰৰ চন্দন; সেইবিলাকৰ বেপাৰ সামন্ত শাসকসকলৰ হাতত আছিল। অৱশ্যে ইয়াক অৰ্থশাস্ত্ৰৰ দ্বাৰা নিৰ্দিষ্ট ৰাষ্ট্ৰীয় বেপাৰ বা লেন-দেন বোলা ভুল হ'ব। সম্ভৱতঃ শাসকজনে এই বস্তুবোৰত বেছিকৈ কৰ লৈছিল আৰু বেপাৰৰ বিশেষ স্বত্ব আনক বন্দৱস্তিমতে ভোগ কৰিবলৈ দিছিল। পিছৰ যুগৰ সামন্ত ৰাজ্যপালসকলে এনে ধৰণৰ বেপাৰ কৰি তেওঁলোকৰ আয় বৃদ্ধি কৰিছিল।

গোৱাৰ কমিউনবোৰত বেপাৰৰ বাবে কিছু পৰিমাণে দ্ৰব্য উৎপন্ন কৰা এটা শ্ৰেণীৰ উদ্ভৱ হোৱাৰ কথা আমি আগতেই লক্ষ্য কৰি আহিছোঁ। দশম শতিকা বা তাৰ পূৰ্বেই অব্ৰাহ্মণ সামন্তসকলক ( E 1.27.41-7 ) ক্ষেত্ৰে বিশেষে কিছুমান গাওঁ দান কৰা প্ৰথা আৰম্ভ হৈছিল। যুদ্ধত সৈন্য বা আন সাহায্য যোগানৰ বদলত্তিতো কোনোৱাবা এনেদৰে সামন্তসকলে গাওঁদান পাইছিল। দুই এটা কৰ নিজগাই ৰজাৰ স্বাধীন কৰি ৰাখিও এনে দান দিয়া হৈছিল। ব্ৰাহ্মণসকলেও কোনোৱাবা চৰ্তত দান পাইছিল। এনে কৰৰ ভিতৰত চোৰ দণ্ড ( Fleet 27 ) অৰ্থাৎ গাওঁৰ এলেকাৰ ভিতৰত হোৱা ডকাইতিৰ জৰিমনা আৰু ক্ষেত্ৰবিশেষে 'তুৰুষ্ক দণ্ড' ( 1. 9. 305 229, 10, 91, 128 ) ধৰা হৈছিল। এইবিলাক কৰ ক্ৰমাৎ বৃদ্ধি পাই গৈছিল। ৰজাৰ লতা-পতাসকলৰপৰাই কৰ-সংগ্ৰহ, শাসন আৰু সেনাবাহিনীৰ সৰহভাগ উপদৰ্শক নিযুক্ত কৰা হৈছিল। ওপৰৰপৰা নিযুক্ত হোৱা নতুন বিষয়াৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাই যাবলৈ ধৰিলে। উদাহৰণ স্বৰূপে 'ৰাণক'ৰ কথা উনুকিয়াব পাৰি। আদিতে এই 'ৰাণক'সকল আছিল ৰাজ-পৰিয়ালভুক্ত হোৱা 'সত্ৰপ'। 'ৰাণা'—এই শব্দ ইয়াৰপৰা ওলোৱা। 'ৰাণা' মানে সম্ভৱতঃ স্বাধীন দলপতি। 'ঠক্কুৰ' শব্দটোও এই সময়তে ওলোৱা, আজি-কালি এওঁলোকক ঠাকুৰ বোলে ; ইয়াক উপাধিতো ব্যৱহাৰ কৰা হয় ; যেনে—ৰবীন্দ্ৰ নাথ ঠাকুৰ ; ই জমিদাৰৰ উপাধি। এই ঠাকুৰ শ্ৰেণীৰ সৃষ্টি হয় এই সময়তে। ব্ৰাহ্মণসকলো ঠাকুৰ হ'ব পাৰিছিল। অৱশ্যে বিশেষ বেহাইৰ ব্যৱস্থা নেথাকিলে, তেওঁলোকে কৰৰপৰা বেহাই নেপাইছিল। এইবাবে ঠাকুৰ ( Thakur ) শব্দৰ লগত সামন্ত যুগৰ সম্পৰ্ক আছে ( cf একে ধৰণৰ তুলনীয় শব্দ হ'ল নাৰ্গাযুণ্ড) ; (E I 27. 179 oct. 1115 A D ) ৰজাৰ দান পোৱা ব্ৰাহ্মণসকলৰ উত্থানৰ সমান্তৰালভাৱেই তলৰপৰা সামন্ত যুগত এশ্ৰেণী মাটিগিৰীবো সৃষ্টি হৈছিল। চালুক্যসকলৰ মাটিদানৰ ফলত ( eg. E. 1. 5. 79. 118–141 ) উল্লিখিত ৰাষ্ট্ৰকূটসকল এই শ্ৰেণীৰ লোক ; এওঁলোকৰ স্থান সাধাৰণ খেতিয়ক বাসিন্দা 'কুটুম্বিন'সকলৰ ওপৰত। 'কুটুম্বিন' শব্দৰ অৰ্থ 'এটি পৰিয়াল সহ'। এই শব্দৰপৰাই আধুনিক কালৰ সংখ্যাগৰিষ্ঠ 'কুনবী' জাতৰ খেতিয়কসকলৰ নাম হৈছে। শব্দৰ ব্যুৎপত্তিগত অৰ্থৰপৰা চালে ৰাষ্ট্ৰকূটসকলক আকৌ ইলোৰাৰ বৃহত্তম গুহাসমূহ নিৰ্মাণ কৰা ৰাষ্ট্ৰকূট বংশৰ সম্বন্ধীয় লোক বুলি ভাবিব পাৰি। দাক্ষিণাত্যৰ খেতিয়ক আৰু বেপাৰী জাত এটাৰ নাম ৰেড্ডী ; এই ৰেড্ডীজাতকো ৰাষ্ট্ৰকূটৰ সম্পৰ্কীয় বুলি ধৰা হয়। এওঁলোকে অস্ত্ৰ-শস্ত্ৰ লৈ ফুৰিব পাৰিছিল ; কিন্তু সাধাৰণ খেতিয়ক বাসিন্দাসকলে তেওঁলোকৰ দৰে অস্ত্ৰ-শস্ত্ৰ লৈ ফুৰিব

মোৱাৰিছিল। এই তথ্যবোৰে আমাক তলৰপৰা বিকশিত হৈ অহা সামন্তবাদৰে আভাস দিয়ে। যেতিয়া এইবিলাক স্বত্বভোগী আৰু সশস্ত্ৰ মাটিগিৰীয়ে শেষত গৈ কৰ তোলাৰ ভাৰো হাতত ল'লে, তেতিয়াই এইবিধ সামন্তবাদৰ সম্পূৰ্ণ বিকাশো ঘটিল।

কাশ্মীৰৰ[৩] ক্ৰমোন্নতি পৰীক্ষা কৰি চালে এনে সামন্তবাদী বিকাশৰ শ্ৰেষ্ঠ উদাহৰণ দেখা পাওঁ। কাশ্মীৰ উপত্যকা তেতিয়া অৱৰুদ্ধ আৰু আনবোৰ ঠাইৰ তুলনাত বিচ্ছিন্ন অৱস্থাত আছিল; গতিকে ইয়াৰ প্ৰতিৰক্ষা কৰাও সহজ কাম আছিল। কলহণৰ বুৰঞ্জীৰ (Raj) তথ্য আৰু ঠাইৰ নামসমূহৰ লগত পুৰাতত্ত্বৰ তথ্য আৰু বৰ্তমানৰ ঠাইৰ নামবোৰৰ সুন্দৰ মিল থকাৰ হেতুকে কাশ্মীৰৰ ক্ৰমোন্নতিৰ বুৰঞ্জী ভালদৰে ধৰিব পাৰি। প্ৰকৃত তথ্যৰ উৎস নোহোৱা হেতুকে এনেকৈ নিৰ্ভৰযোগ্য-ভাৱে ভাৰতৰ আন ঠাইৰ বুৰঞ্জী জনা টান। হিমালয় অঞ্চলত চম্বাৰ দৰে বহুতো উপত্যকা আছে, সেইবোৰৰ ভিতৰত কাশ্মীৰ সুকীয়া। চম্বা উপত্যকাৰ সমাজ ইমান সংৰক্ষণশীল যে তাত আজিও ওপৰৰপৰা হোৱা সামন্তবাদী সমাজৰহে বৈশিষ্ট্য দেখা পোৱা যায়। কাশ্মীৰৰ ক্ষেত্ৰত কিন্তু পণ্য-দ্ৰব্য উৎপাদন আৰু দূৰণিবটীয়া বাণিজ্যৰ প্ৰাধান্যহে অধিক অনুভূত হয়। হিমালয় অঞ্চলৰ জলবায়ুৰ প্ৰভাৱো এইবিলাক সমাজৰ ওপৰত পৰিছে। তাত উল আৰু মদৰ উৎপাদন হোৱা স্বাভাৱিক। তলৰ ঠেক উপত্যকাত বা বিশেষভাৱে তৈয়াৰ কৰা পৰ্বতৰ দাঁতিকাষৰীয়া মাটিত যি শস্য উৎপাদন হয় তাৰ লগত এই উল আৰু মদৰ বিনিময় কৰা হয়। আন এটি মূল্যবান দ্ৰব্যৰ ওপৰত কাশ্মীৰৰ একচেটিয়া অধিকাৰ। এই বস্তুটো হ'ল Crocus sativas বা জাফৰাণ। ভাৰতবৰ্ষৰ আন ঠাইত এই গছ নগজে। এই মূল্যবান বস্তুটোৰ বাবে মানুহৰ বৰ আগ্ৰহ। তদুপৰি বস্তুটো পাতল বাবে দূৰলৈও অনায়াসে লৈ যাব পাৰি, পৰ্বতীয়া গিৰিসঙ্কটেদিও নিয়াৰ অসুবিধা নাই। এই বস্তুৰ সলনি কাশ্মীৰীসকলে নিমস, ধাতু, কাপোৰ আৰু অন্যান্য দ্ৰব্যাদি আমদানি কৰিছিল। ইয়াৰ ফলত কাশ্মীৰী ৰজাসকলে বাহি ঐশ্বৰ্যও গোটাইছিল। এই ঐশ্বৰ্যৰ বাবেই ভালেমান দুৰাকাঙ্খী কাশ্মীৰী ৰজাই লোকৰ দেশত যুদ্ধ-বিগ্ৰহ কৰিবলৈ মন মেলিছিল। সেইদৰে বিদেশৰ সেনাবাহিনীয়েও এই ধনৰ লোভত কাশ্মীৰ আক্ৰমণ কৰিবলৈ আহিছিল। সবল কাশ্মীৰী ৰজাসকলে জাফৰাণৰ ব্যৱসায় সদায় ৰাষ্ট্ৰৰ

(৩) এই খণ্ডত দিয়া কথাখিনি মোৰ **Origins of feudalism in Kashmir** নামৰ প্ৰবন্ধৰ সাৰাংশ (**JBBRAS, 150th anniversary Volume, Bombay, 1956.**)

হাতত ৰাখিছিল। যান-বাহনৰ অসুবিধা, ঘনবসতিৰ সম্ভাৱনাহীনতা, জনজাতি-বোৰৰ আক্ৰমণ প্ৰতিৰোধ কৰাৰ প্ৰয়োজনীয়তা, ডকাইত আৰু বনৰীয়া জন্তুৰ ভয়—ইত্যাদি কাৰণে গাওঁ অঞ্চলৰ মানুহক নিৰস্ত্ৰ কৰা সম্ভৱ নাছিল। কাশ্মীৰত জাত-প্ৰথাও অতি সোলোক-ঢোলোক। সদাগৰ অথবা দলপতিসকলে অলপ ৰাহিধন গোটাব পাৰিলেই যিকোনো জাতৰ মানুহক অস্ত্ৰ-শস্ত্ৰ দি দৰমহা খোৱা সৈনিক কৰিবলৈ সমৰ্থ হৈছিল, সেই শক্তিৰ বলত বহুতকে তেওঁলোকে নিজৰ অনুগত কৰি লৈছিল আৰু নিজ নিজ অঞ্চলৰ ওপৰত প্ৰভুত্ব চলাইছিল। এনেকুৱা সামন্তই নিজে কৰ তুলি তাক গ্ৰাস কৰিছিল আৰু তাৰ ভাগ ৰাখক নিদিছিল। ইয়াৰ ফলতে ৰজা আৰু এনে 'ডামৰ'সকলৰ মাজত এখন প্ৰলয়ঙ্কৰ যুদ্ধৰ সৃষ্টি হ'ল। এই যুদ্ধত ক্ষুদ্ৰ সামন্তসকলৰ জয় হ'বলৈ ধৰিলে। এই সামন্তশক্তিৰ বেলেগ বেলেগ নাম আছে। মাজে মাজে ৰাজ্যত যেতিয়া দুৰ্ভিক্ষ হয়, তেতিয়া মন্ত্ৰী,-তন্ত্ৰী ( ৰজাৰ ৰখীয়া) আৰু শস্যভঁৰালৰ গৰাকী আন আন বিষয়াসকলে নিজৰ নিজৰ ধানবোৰ অতিৰিক্ত দামত বেচি লাভ কৰিছিল। এইদৰে দুৰ্ভিক্ষৰ কালত উক্ত শ্ৰেণীৰ ৰাহি-ধনৰ পৰিমাণ বাঢ়ি গৈছিল। ৰজাসকলে স্থানীয় প্ৰজাৰ সমৰ্থন লাভৰ বাবে নিজে কিছুমান সামন্তৰ সৃষ্টি কৰি লৈছিল। সেইদৰে স্থানীয় সামন্তবোৰেও সময়ত নিজৰ ৰজা বা সমূহীয়া সমৰ্থনৰ বলেৰে ভুৱা ৰজা পাতি লৈছিল।

খেতিৰ বাবে প্ৰয়োজনীয় বান-নিয়ন্ত্ৰণ আৰু জলসিঞ্চন ব্যৱস্থায়ো আওপকীয়া-ভাৱে আভ্যন্তৰীণ সঙ্কট বৃদ্ধি কৰাত সহায় কৰিবলৈ ধৰিলে। এই ব্যৱস্থাবোৰ আদিকালৰপৰা চলি আহিছিল। পোন প্ৰথম ললিতাদিত্য মুক্তাপীড় নামৰ ডাঙৰ ৰজাজনে যেতিয়া এই ব্যৱস্থাবোৰৰ শ্ৰীবৃদ্ধি সাধন কৰিবলৈ লৈছিল, তেতিয়া তেওঁৰ ভঁৰালত ৰাহি-ধনৰ পৰিমাণো বৃদ্ধি হৈছিল। এই ধনেৰে ৰজাই কাৰ্যক্ষম সৈন্য-বাহিনী এটা তৈয়াৰ কৰি লৈছিল। ললিতাদিত্যই এই সেনাবাহিনীৰ সহায়ত ভাৰতবৰ্ষ আক্ৰমণ কৰি মালৱা পৰ্যন্ত ৰাজ্য জয় কৰিছিল আৰু সম্ভৱতঃ সাগৰৰ উপকূললৈকে আগবাঢ়ি গৈছিল।

ললিতাদিত্যৰ উত্তৰাধিকাৰীসকলেও খৰচ ভৰি এই সেনাবাহিনীক ৰাহি-পাল দিব লগা হ'ল; তদুপৰি খৰচী প্ৰশাসন, বিলাসিতাৰ পৰম্পৰা ( ইয়াৰ ভিতৰত ৰাজসভাৰ সংস্কৃত কাব্যকো ধৰা হৈছে ), মন্দিৰৰ বাবে সৰহীয়া ধৰ্মস্ব, জীৱিকাৰ প্ৰিয়তম প্ৰয়োজনীয় দ্ৰব্যৰ বাহিৰে অধিক দ্ৰব্যৰ সংগ্ৰহ নকৰিবলৈ গাৱঁৰ মানুহক দিয়া উপদেশ—ইত্যাদি নানা ধৰণৰ উত্তৰাধিকাৰো তেওঁলোকে বহন কৰিব লগা হ'ল। গাৱঁৰ মানুহক অধিক সঞ্চয় নকৰিবলৈ দিয়া উপদেশৰ উদ্দেশ্য আছিল

বিপ্লৱৰ জইন মৰা। দিল্লীৰ চুলতানসকলে এই শেষৰ নীতিটি মানি চলিছিল। অৱন্তীবৰ্মণৰ দিনত তেওঁৰ চণ্ডাল মন্ত্ৰী 'সুয'ই অসাধাৰণ দক্ষভাৱে নিৰ্মাণ কৰা পূৰ্ণ আৰু বৈজ্ঞানিক পানীযোগানৰ কেন্দ্ৰবোৰ প্ৰতিষ্ঠা হোৱাৰ ফলত ম ন গাৰ্হত মানুহৰ বসতি বহকৈ বৃদ্ধি হ'বলৈ ধৰিলে। কিন্তু লগে লগে যাই শস্য চাউল আদিৰ দাম ইমানকৈ কমি যাবলৈ লাগিল যে অৱশেষত আমদানি কৰা যাই বস্তুবোৰৰ দাম মানুহে দিবলৈ অপাৰগ হ'লগৈ। এই কাৰণে কাশ্মীৰী ৰজা জয়াপীড় ( ৮ম শতিকা ) আৰু শঙ্কৰ বৰ্মণে ( ৮৮-৯০২৩ ) ব্ৰাহ্মণ আৰু মন্দিৰক দিয়া দানবোৰ উঠাই ল'লে আৰু মন্দিৰবিলাকৰ ওপৰত কৰ লগাবলৈ ধৰিলে। ইয়াৰ প্ৰতিকাৰ বিচাৰি ব্ৰাহ্মণসকলে আমৰণ অনশন কৰিও ৰজাৰ অন্তৰ কোমলাবলৈ সকলো সময়তে সমৰ্থ হোৱা নাছিল। শেহান্তত সংস্কৃত কাব্যৰ পৃষ্ঠপোষক, সাহিত্যিক, কলাবিদ, সংস্কৃতিবান ৰজা হৰ্ষই ( ১০৮৯-১১০১ খৃঃ ) প্ৰণালীবদ্ধভাৱে মন্দিৰৰ সম্পত্তি বাজেয়াপ্ত কৰিলে, মূৰ্তি আঁতৰোৱালে ; সেইবোৰক বাজহুৱাভাৱে হেয় কৰিলে আৰু দেৱতাবিনাশী 'দেৱোৎপাটন নায়ক' বাব থকা বিষয়াৰ হতুৱাই মূৰ্তিবোৰ গলাই পেলালে। এই বিষয়াজন নিজে ভাল হিন্দু আছিল। ধাতু সংগ্ৰহাৰ্থে আৰু সেনাৰ খৰচ যোগাবলৈ তেওঁ এনে ব্যৱস্থা কৰিছিল ; 'ডামৰ' আৰু ৰজা বোলোৱা সামন্তসকলৰ মাজত এই সময়ত তুমুল যুদ্ধ চলি থকাৰ কাৰণে সেনাৰ খৰচ বাঢ়িছিল ; আনহাতে কাশ্মীৰত দক্ষ খানোতাৰ অভাৱত সদায় ধাতুৰ নাটনি ঘটিছিল। এনে ধ্বংস সাধনৰ অৰ্থে ৰজাই কোনো ধৰ্মতত্ত্বমূলক যুক্তি প্ৰদৰ্শন কৰা নাছিল। তাৰ প্ৰয়োজনো নাছিল, গতিকে ৰজাই তাৰ কোনো যুক্তিৰ আবিষ্কাৰো কৰা নাছিল। হৰ্ষই ভাৰতীয় মুছলমান 'তুৰুষ্ক' সেনা নিযুক্ত কৰিছিল কিন্তু এওঁ হিন্দু ধৰ্মক যেনেকৈ হেয় চকুৰে চাইছিল, মুছলমান ধৰ্মকো তেনেকৈ হেয় চকুৰে চাইছিল ; কাৰণ তেওঁ গাহৰিৰ মঙহ খাইছিল। ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ নিৰ্বিশেষে সকলো হিন্দুৱে এই ঘটনা খুব সহজভাৱে মানি ল'লে ( Raj 7 1,103-7 etc ) আৰু সেইকাৰণে সুবিধা খুজি তেওঁলোকে ৰজাৰ লগত লাভৰ অংশ গ্ৰহণ কৰিবলৈও এৰা নাছিল। ইকালে কিছুমান ব্ৰাহ্মণে সেনা-বাহিনীত যোগ দি খ্যাতি আৰ্জিছিল। কিছুমান প্ৰখ্যাত বংশৰ গুৰি-গোষ্ঠীও বেয়া আছিল। কাশ্মীৰৰ হিন্দু ৰজাসকলৰ আটাইবোৰে জাত-প্ৰথা ৰক্ষা কৰা নাছিল। এজন গুচৰীয়া সদাগৰে নিজৰ বৈণীয়েকক এজন বৃপমুগ্ধ ৰজাক দান দিছিলগৈ। এই তিৰোভাজনীক ৰজাই নিজৰ ৰাণী কৰি লৈছিল। তেওঁৰ আন এগৰাকী ৰাণী আছিল ; তেওঁ

আছিল শৌণ্ডিকৰ অথবা মদ কৰোতাসকলৰ জীয়ৰী। অতি নীচকুলীয়া এগৰাকী পত্নীৰ 'কৈবৰ্ত্ত' অণ্ডহী-বণ্ডহীয়ে ভাণ্ডৰ কাম আৰু 'অগ্ৰহাৰ ভূমিদান' পোৱাৰ কথা স্বীকৃত আছে। এনে অধিকাৰ পূৰ্বতে কেৱল ব্ৰাহ্মণৰহে আছিল।

ভাৰতৰ আন আন অঞ্চলৰ ক্ৰমোন্নতিও মূলতঃ একে ধৰণৰ আছিল। ব্ৰাহ্মণৰ বাহিৰে আন আন লোককো সামন্ত পদ্ধতিৰে ম্যাদী মাটি দিয়াৰ প্ৰথা প্ৰচলিত হ'বলৈ ধৰিলে; কেৱল দান পাওঁতাসকলে বাৰ্ষিক দিবলগা খাজনাখিনি সোধালেই হৈ গৈছিল। হিন্দুৰজাসকলেও মাটিগিৰী ব্ৰাহ্মণৰপৰা কৰ আদায় কৰিবলৈ আৰম্ভ কৰিছিল। বিশেষকৈ নতুন কৰ প্ৰৱৰ্তিত হ'লে প্ৰৱৰ্তনৰ দিন ধৰি, সেই কৰ ব্ৰাহ্মণসকলে সাধাৰণতে দিব লাগিছিল। তেওঁলোকে বহুত দিন ধৰি বেপাৰ আদিও কৰিছিল। পাঞ্জাবৰ ( ১০৩০ খ্ৰীঃ ত—AEB. 2. 132 ) ব্ৰাহ্মণসকলে লোকচকুত হেয় নোহোৱাকৈ থাকিবৰ অৰ্থে বৈশ্য দালাল একোজনক সাক্ষীগোপাল কৰি বেপাৰত ধৰিছিল। মাৰ্কপ'লৰ বৰ্ণনা অনুসৰি ( Benedetto P. 189 ) সেই সময়ত দাক্ষিণাত্যত বাণিজ্য-প্ৰতিনিধিৰ কামৰ কাৰণে চোলা ৰাজ্যৰ বহুতো ব্ৰাহ্মণক নিযুক্ত কৰা হৈছিল। এই ব্ৰাহ্মণসকলক নিযুক্ত কৰাৰ কাৰণ আছিল এওঁলোক সৎ; তদুপৰি আচনাকি লোকক এওঁলোকে ভাল ব্যৱহাৰ কৰিছিল আৰু তেনেই কম কমিশ্যন লৈ কাম কৰিছিল। অল্পধনী ব্ৰাহ্মণৰ সংখ্যা বাঢ়ি যোৱাৰ লগে লগে তেওঁলোকৰ মাজত সামন্তযুগীয় যুদ্ধ দলপতিবিলাকৰো উদ্ভৱ হ'ল। পুণাত পেশোৱাসকলৰ উদ্ভৱ হোৱাৰ লগে লগে এই বিকাশৰ ধাৰাটোৱে সম্পূৰ্ণতা লাভ কৰিলে। এওঁলোকে ১৭২০ খৃষ্টাব্দৰ পৰা ৰাজ্যৰ সকলো ক্ষমতা হাতলৈ আনিছিল, কিন্তু বাহিৰত পাৰ্চী ( মন্ত্ৰী ) উপাধি-টোও ৰাখি থ'লে। এওঁলোকে ব্ৰাহ্মণৰ পূজা-পাতলাদিও কৰিবলৈ নেৰিলে, অথচ সকলো ধৰণৰ বিলাসিতাত গা ঢালি দিলে আৰু ডাঙৰ সেনাবাহিনী লৈ ৰণক্ষেত্ৰলৈও যাবলৈ ধৰিলে। এই ঘটনাই ১৯০০ বছৰ আগতে কৰায়ন ব্ৰাহ্মণ মন্ত্ৰীয়ে একে ধৰণে শুঙ্গ ৰাজপাট দখল কৰাৰ কথা মনত পেলাই দিয়ে। পেশোৱা-সকলৰ সময়ত সমগ্ৰ ভাৰতবৰ্ষৰ উৎপাদন প্ৰণালী আছিল সামন্তযুগীয়; হিন্দু আৰু মুছলমান সকলোৰে ৰাজ্যতে এই ব্যৱস্থা প্ৰচলিত হৈছিল। দিল্লীৰ সাম্ৰাজ্য, বিজাপুৰৰ মুছলমান ৰাজ্য আৰু বিজয়নগৰৰ হিন্দুৰাজ্য আটাইবোৰতে প্ৰায় একে ধৰণৰ মাটি আৰু কৰ তোলা প্ৰথা প্ৰচলিত হোৱা দেখা গৈছিল। অৱশ্যে মন্দিৰৰ বেছিভাগ ধন-সম্পত্তিকে মুছলমানে লুট কৰি নিছিল। ধৰ্মমূলক উদ্দেশ্যেৰে এনে ধৰণৰ লুটপাত কৰা হোৱা নাছিল। নহ'লে ১৩৩৯ চনত কাশ্মীৰৰ

মুছলমানে একে কোবেই জয় কৰি ল'ব নোৱাৰিলেহে'তেন। ইপিনে কাশ্মীৰ বিজয় কৰাৰ আগৰেপৰাই কাশ্মীৰত লাহে লাহে মুছলমান ধৰ্ম গ্ৰহণৰ কাম চলি আছিল। ফলস্বৰূপে কাশ্মীৰৰ অৱশিষ্ট মন্দিৰসমূহৰ ক্ষতি সাধন কৰাৰ অৱস্থা ( সৃষ্টি ) হোৱা নাছিল ; কাৰণ এজন মুছলমান ৰজাৰ বাহিৰে বাকীবোৰৰ দিনত মন্দিৰবিলাক ভালদৰে সংৰক্ষিত কৰা হৈছিল। মুছলমান ৰজাসকলে ব্ৰাহ্মণসকলক প্ৰশাসনৰপৰা বিদায় দিয়া নাছিল ; আনকি ৰাজকীয় নথিপত্ৰবোৰতো সংস্কৃত আৰু পাৰ্চী দুয়োটা ভাষাকে ব্যৱহাৰ কৰা হৈছিল। মোগল ৰাজত্ব প্ৰৱৰ্তন নোহোৱালৈকে এই ব্যৱস্থাই চলি আছিল। আনহাতে ভাৰতবৰ্ষৰ বাকীবোৰ অঞ্চলত শিৱ আৰু বিষ্ণুৰ শিষ্যসকলৰ মাজত হোৱা কন্দলৰ ফলস্বৰূপে হিন্দুলোকেই মন্দিৰৰ ভালেমান সম্পত্তি আত্মসাৎ কৰিছিল। সামন্তবাদৰ শেষ অৱস্থাত ধনী মাটিগিৰীসকলে খুচী মতে জাত প্ৰথাৰ নিয়মভঙ্গ কৰি চলিছিল। যিবিলাক লোকে বলেৰে অথবা ৰাজ অনুগ্ৰহৰ সহায়েৰে মাটিগিৰী হৈছিল, সেইসকল লোকে নিজৰ নীহকুলৰ কথা লুকুৱাই ৰাখিব পাৰিছিল ; কাৰণ, পুৰোহিত ব্ৰাহ্মণসকলক আৱশ্যকীয় ধন দি তেওঁলোকে নিজৰ মৰ্যাদা বঢ়াই লোৱাত একো অসুবিধা নঘটিছিল। মাজে মাজে দেশত নতুন ব্ৰাহ্মণৰ সৃষ্টি হোৱা দেখা গৈছিল। মুছলমান ধৰ্মই ভাৰতৰ প্ৰচলিত ধৰ্ম ব্যৱস্থাৰ অন্তঃসাৰশূন্যতাৰ কথা স্পষ্টভাৱে দেখুৱাই দিছিল, হিন্দুৰ মন্দিৰবোৰত থকা দেৱতাবৃন্দই মন্দিৰৰ সম্পত্তিবোৰ ৰক্ষা কৰিব নোৱাৰাৰ কথা মুছলমানসকলেই প্ৰমাণ কৰি দেখুৱালে। যিবিলাক অঞ্চলত সঘন আক্ৰমণ অথবা প্ৰতি আক্ৰমণ হোৱা নাছিল, সেইবিলাক ঠাইত মাটিৰ অধিকাৰো তেনেই সালসলনি হোৱা নাছিল, আৰু শ্ৰেণী ব্যৱস্থাইয়ো তেনেকৈ আঘাত সহিব লগাত নপৰিছিল। গতিকে সেইবিলাক ঠাইত জাত বিভাগ কট্‌কটীয়া আছিল। ৰাষ্ট্ৰকূট বংশৰ ৰজা তৃতীয় ইন্দ্ৰই ৯১৬ খ্ৰীষ্টত অলপ দিনৰ বাবে কনৌজ দখল কৰিছিল ; ঘজনীৰ মহমুদৰ সেনাবাহিনীৰ অন্তৰ্ভুক্ত হৈ বহুত ভাৰতীয়া হিন্দু কানাড়ী সৈন্যই নিজ নিজ সেনাপতিৰ তলত তেওঁৰ হৈ যুঁজ কৰাৰ কথা ইতিহাসত পোৱা যায় (ALB. 1. 173 ; 2. 257)। ৰাজেন্দ্ৰ চোলাই বঙ্গদেশ, উৰিষ্যা আদি ঠাই দখল কৰাৰ উপৰিও এটি নৌ-সেনাবাহিনী গঠন কৰিছিল আৰু কালক্ৰমত চিলন, সুমাত্ৰা আৰু বঙ্গোপদেশৰ দাঁতিৰ ৰাজ্যবোৰৰপৰা কৰ আদায় কৰিছিল। এই ঘটনা ঘটিছিল প্ৰায় ১০৩০ খৃষ্টাব্দত। এইবিলাক পৰিবৰ্তনৰ মাজত মাত্ৰ এই ব্যৱস্থাই মাথোন থিৰ হৈ আছিল। বনুৱাসকলে খাদ্য উৎপন্ন গ্ৰাসকাৰী লোকসকলৰ বাবে অবিৰতভাৱে ক্ৰমাৎ অধিক পৰিমাণৰ খাদ্য উৎপাদন কৰি থাকিব লগা হৈছিল।

১০.৩—সম্পূৰ্ণ নতুন ধৰণৰ প্ৰাদেশিক ৰজা কেতবোৰৰ উত্থান হোৱাৰ প্ৰমাণ দিছিল প্ৰাদেশিক সাহিত্যবোৰৰ জন্মই। হিন্দী কবিতাৰ সমৃদ্ধি সাধন হ'ল; মহাভাৰতৰ "আন্ধ্ৰ ভাৰতমু" সংস্কৰণ ওলাল, তেলেগু ভাষাত ফলি প্ৰচলিত হ'বলৈ ধৰিলে; কানাড়ী প্ৰাচীন কবিতাৰ জন্ম হ'ল, আৰু সাহিত্যিক মহাৰাষ্ট্ৰী ভাষাৰ উত্তৰোত্তৰ বিকাশ ঘটিল। ইয়াৰপৰা বুজিব পাৰি যে গাওঁবিলাকৰ মাজত ঘটা যোগাযোগৰ সমৃদ্ধি ঘটি সি এক নতুন স্তৰলৈ উন্নীত হ'ল। বসতি ঘন হোৱাৰ লগে লগে সংখ্যাৰ পৰিবৰ্তন ঘটিবলৈ ধৰিলে, গুণৰো পৰিবৰ্তন ঘটিবলৈ ধৰিলে আৰু তাৰ লগে লগে গুণৰো পৰিবৰ্তন ঘটি পোন প্ৰথমবাৰৰ বাবে বিভিন্ন জাতিৰ (nationalities) জন্ম ঘটিল। অৱশ্যে তামিল ভাষা নিজ ধৰণেৰে বহুত দিনৰ আগৰপৰাই ক্ৰমোন্নতিৰ বাটত আগবাঢ়িছিল। এই সময়ত সৃষ্টি হোৱা অতিশয় চমৎকাৰ, বৈশিষ্ট্যপূৰ্ণ আৰু নতুন সাহিত্যৰ নিদৰ্শন দেখা যায় ৰাজস্থানৰ 'ৰাসো' গাথাবোৰত, য়ুৰোপৰ শক্তিমত্তাপূৰ্ণ মধ্যযুগীয় গাথাবোৰৰ লগত এই গাথাবোৰৰ তুলনা কৰিব পাৰি।

পৃথ্বীৰাজ চৌহানৰ 'ৰাসো'ই হৈছে সকলোতকৈ জনাজাত গাথা। ১১৯১ চনত মহম্মদ ঘোৰীয়ে পৰাজিত কৰাৰ কিছুদিন পিছত মৃত্যু ঘটা চাহ মানেই হ'ল এই চৌহান। এই গাথাৰ অতিৰঞ্জিত সংস্কৰণ এটি ইতিমধ্যে প্ৰকাশ কৰা হৈছে।[৪] ৰচনাৰ কলা-কৌশলৰ ৰূপ সচেতনভাৱে মহাভাৰত আৰু পুৰাণৰ আহিত ৰচিত। গাথাৰ আদি কবি চন্দ বৰ্দাইৰ পৰিয়ালটো এতিয়াও জীয়াই আছে, অৱশ্যে এই প্ৰাচীন কবিৰ দ্বাৰা ৰচিত বীৰ গাথাৰ মূল কাব্যখন তেওঁলোকে আঁচিবেই হয়তো প্ৰকাশাৰ্থে দিবও লগা হ'ব পাৰে। এই প্ৰাদেশিক ভাষাবোৰৰ লগে লগে ৰাজ সভাৰ সংস্কৃতো চলি আছিল; একেটি চৰিত্ৰ লৈ ৰচিত সংস্কৃত সাহিত্যৰ লগত প্ৰায় একে ধৰণৰ অতি কল্পনাপ্ৰসূত এই ৰাসো সাহিত্যৰ তুলনা কৰি চালে দুয়োটা সাহিত্যৰ মাজত অতিশয় আশ্চৰ্যকৰ প্ৰভেদ লক্ষ্য কৰা যায়। 'পৃথ্বীৰাজ বিজয়' নামৰ ৰোমাণ্টিক কাহিনীমূলক সংস্কৃত কাব্যখনৰ ভূৰ্জ পত্ৰত লেখা এটি জীৰ্ণ

(৪) বাৰানসীৰ নাগৰী প্ৰচাৰিণী গ্ৰন্থমালাৰ ৪ৰ্থ খণ্ড হ'ল ৰাজস্থানী ভাষাৰ পৃথ্বীৰাজ ৰাসো (১৯০৪ চন)। সংস্কৃত ভাষাৰ 'পৃথ্বীৰাজ বিজয়' গ্ৰন্থখন সম্পাদনা কৰিছে জি, এইচ, ওঝা আৰু চি, শৰ্মা গুলেৰিয়ে (আজমেৰ, ১৯৪১)। সংস্কৰণটি জোনৰাজৰ টীকা সম্বলিত। সম্ভৱতঃ গ্ৰন্থখনৰ ৰচয়িতা কাশ্মীৰী কবি 'জয়ানক' (এওঁ ১১৭৮-১২০০ চনৰ ভিতৰৰ লোক); এছ হাৰবাই (JRAS 1913,261) এওঁৰ কথা আলোচনা কৰিছেও। সংস্কৃত গ্ৰন্থৰ কাহিনীৰ লগত কলিৰ সাক্ষ্য আৰু জনাজাত ঐতিহাসিক তথ্যৰ মিল দেখা যায়। তাৰ তুলনাত ৰাজস্থানী কাব্যখন অতিৰঞ্জিত। নিৰ্বোধিতা আৰু শিথিলতাৰ পৰিমাণো ইয়াত অধিক। মূলখনৰ পাঠ উদ্ধাৰ হ'লে ৰাজস্থান পুৰাতত্ত্ব মন্দিৰে প্ৰকাশ কৰা ৰাজস্থান গ্ৰন্থমালাত প্ৰকাশ পাব।

সংস্কৰণ পোৱা যায়। ফ্ৰাচিকেল প্ৰকাশৰীতি আৰু ভাষাৰ সহায়ত ৰোমাণ্টিক বীৰৰ যি বৰ্ণনা তাত দিয়া হৈছে, তাক পঢ়িলে উক্ত বীৰৰ সম্পূৰ্ণ সুকীয়া ধাৰণা এটিহে মনত ওপজে। ৰাজপুত হাম্মীৰ শব্দটো মুছলমানৰ 'আমীৰ' শব্দৰপৰা ওলোৱা। হিন্দী ভাষাত 'হাম্মীৰ ৰাসো' আছে। পঞ্চদশ শতাব্দীৰ শেষত নয় চন্দ্ৰ সুৰীয়ে 'হাম্মীৰ মহাকাব্য' ৰচনা কৰিছিল। তাত আল্লাউদ্দিনে ১৩০১ খৃষ্টাব্দত পৰাজিত কৰা ৰণ্ঠম্ভোৰৰ চৌহান বংশৰ শেষ ৰাজপুত্ৰই সম্মান ৰক্ষাৰ্থে অনুগত লোকসকলৰে সৈতে অৰ্থহীন আত্মবলিদান দিয়াৰ কাহিনী ৰচিত হৈছে। হাম্মীৰ-মদ-মৰ্দন নামৰ এখন সংস্কৃত পুথিতো এজন আমীৰৰ পৰাজয়ৰ কাহিনী পোৱা যায়। আজমীৰৰ এখন ফলিত এখন নাটকৰ এটা অংশ পোৱা গৈছে; এই নাটখনৰ নাম 'ললিত-বিগ্ৰহ ৰাজ' (IA. 20. 212 ff)। তাত উল্লিখিত ৰজাজনৰ নাম 'বীশলদেৱ ৰাসো' গাথাৰ ৰজাজনৰ সৈতে একে; কিন্তু দুয়োখন পুথিৰে বিষয়বস্তুৰ মাজত মিল কম। সংস্কৃত নাটকখনত ৰজা আৰু তেওঁৰ তুৰুক প্ৰতিদ্বন্দ্বীসকলে অলঙ্কাৰপূৰ্ণ সংস্কৃত শ্লোক আবৃত্তি কৰাৰ কথা পোৱা যায়। এই আঠাইবোৰ শ্লোক লগ লগাই পৰীক্ষা কৰিলেও বিশেষ একো সামাজিক সংবাদ পোৱা নাযায়। এনে পৰীক্ষাৰ দ্বাৰা মাথোন ইয়াকে বুজিব পাৰি যে সংস্কৃত কবিতাই লাহে লাহে বাস্তৱ জীৱনৰ চিত্ৰ বৰ্ণাবলৈ অক্ষম হৈ পৰিছিল। ৰাজপুতসকল যে আখ্যান প্ৰসিদ্ধ বপ্পৰাৱলৰ বংশধৰ, এই কথা এই নাটকত পোৱা যায়, এওঁৰ মুদ্ৰা[৫] পোৱা হৈছে বুলি অনুমান হয়। এই ৰাজপুতসকলৰ লগত অতীত কালত কিছুমান পাঠান বংশৰ সম্বন্ধ আছিল বুলি এটা কিম্বদন্তী চলিত আছে, এই পাঠান-সকল আছিল সামৰিক বৃত্তিৰ সহায়েৰে জীৱিকা অৰ্জন কৰা লোক। এওঁলোকে সুবিধা বুজি ভাৰাতীয়া সেনা অথবা আক্ৰমণকাৰী হৈছিল যদিও ঘৰত থাকিলে ভাল খেতিয়কো হ'ব পাৰিছিল। পূৰ্বৰ জনজাতীয় আৰু বংশগত পৰম্পৰা অনুসৰি এওঁলোকৰ সমাজখন উচ্চ-নীচ বিভাগত সংগঠিত; প্ৰত্যেকজন মানুহেই এজন স্বীকৃত বা মাননীয় নেতাৰ প্ৰতি আনুগত্য প্ৰকাশ কৰে।[৬] এওঁলোকে কামৰ

(৫) ইথন জি, এইচ, ওঝাই ১৯২৭ চনত JRSBত লেখিছিল (Num. Supplement XL, 14-18); এওঁ অষ্টম শতিকাৰ আখৰত শ্ৰীবোপ্পৰ নাম উদ্ধাৰ কৰিছে। সম্ভৱতঃ এওঁ নাগভাৰ কাল ভোজৰজা (৭৩৪-৫৩ খ্ৰীঃ)। লগতে EI, (30, p. 44-88) পঢ়ক।

(৬) Todৰ Annals of Rajasthan (1st. ed. London, 1829); জনপ্ৰিয় সংস্কৰণ ওলায় ১৯১৪ চনত। তাৰ খণ্ড দুটা। এই গ্ৰন্থত ৰাজপুত পৰম্পৰাৰ এটি সহানুভূতিপূৰ্ণ বিৱৰণ দিয়া হৈছে; তেওঁ সেই কালৰ 'ৰাসো' গাথাবোৰ শুনি আৰু বিভিন্ন লোকসকলৰপৰা কাহিনী লৈ এই গ্ৰন্থ প্ৰস্তুত কৰে। তেওঁ অৱশ্যে সামৰিক গোষ্ঠীবোৰকে সামন্তবাদৰ আচল শক্তি বুলি ভুল কৰিছিল।

ৰাজনৈতিক ফলাফলৰ বিষয়ে একো চিন্তা নকৰে ; তাৰ কাৰণ তেওঁলোকৰ ঠেক জনজাতীয় মনোভাৱ। এওঁলোকৰ বাসস্থান হ'ল ৰাজস্থানৰ বন্ধ্যা ভূভাগ ( ইয়াত এতিয়াও জলসিঞ্চন ব্যৱস্থা কৰা হোৱা নাই )। অতীত কালত এই দেশৰ মাজেদিয়েই দক্ষিণলৈ যোৱা গুৰুত্বপূৰ্ণ বাণিজ্য পথ এটি আছিল। এনেবিলাক কাৰণৰ বাবেই ৰাজপুতসকলৰ মাজত অবিকশিত স্তৰত থকা সামন্তবাদী সমাজৰ কিছুমান উপযুৰা উপাদান দেখা পাওঁ। ব্যাপকভাৱে মাটিত খেতি কৰিব পৰাকৈ বনুৱা শ্ৰেণীৰ যোগান ধৰা সামৰ্থ্য এই সমাজৰ নাছিল। ( এনে ধৰণৰ পৰিস্থিতিত ) যোদ্ধা দলপতিবোৰে ৰজাৰ তলত সেৱা কৰাৰ বাহিৰে গত্যন্তৰ নাছিল। ৮৪,৪২ বা ২১ খন গাৰঁৰ কেন্দ্ৰ কৰি ইতিমধ্যে গঠিত হোৱা প্ৰশাসনীয় গোটবোৰৰ ওপৰত এই ৰজাসকলে ৰাজত্ব স্থাপন কৰিছিল। তলৰপৰা আৰু ওপৰৰপৰা বিকশিত হোৱা দুয়ো ধৰণৰ সামন্তবাদী সমাজৰ মাজৰ শেষ অন্তৰ্বৰ্তী স্তৰৰ ৰূপ এনেবিলাক প্ৰশাসনীয় গোটত দেখা যায়।

মুছলমানৰ দেশ বিজয় আৰু অন্যান্য ক্ষণস্থায়ী আক্ৰমণৰ ভিতৰত এটি পৰিস্থিতিগত প্ৰভেদ আছিল। মুছলমান আক্ৰমণৰ সময়ত এখন ৰজাৰৰ সৃষ্টি হৈছিল। হজৰত মহম্মদ ঢুকোৱাৰ এশ বছৰৰ ভিতৰতে মুছলমান আক্ৰমণকাৰী সকলে দক্ষিণ ফ্ৰান্সৰপৰা আৰম্ভ কৰি পঞ্জাব পৰ্যন্ত এই গোটেই অঞ্চলটো জয় কৰিছিল। বিভিন্ন ঠাইৰ স্থানীয় বুৰঞ্জী অনুসৰি আক্ৰমণকাৰীসকলৰ ভূমিকাও বেলেগ বেলেগ আছিল। পূৰ্বৰ ৰোমীয় সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত অঞ্চলবোৰৰ বাইজক তেওঁলোকে সাম্ৰাজ্যবাদী কৰ, বিষয়াসকলৰ অত্যাচাৰ আৰু গীৰ্জাৰ কৰভাৰৰ পৰা ৰক্ষা কৰিছিল। পাৰস্য দেশত আকৌ মুছলমান বিজেতাসকলে ৰজা আৰু সামন্তসকলৰ অসহনীয় কৰ-বোজাৰপৰা বাইজক মুক্ত কৰিছিল। দুই হেজাৰ বছৰৰ পূৰ্বে আৰ্য বিজেতাসকলে যেনে ধৰণৰ ঐতিহাসিক ভূমিকা গ্ৰহণ কৰিছিল এওঁলোকেও ঠিক একে ধৰণৰ ভূমিকাকে গ্ৰহণ কৰিলে। এওঁলোকে চিৰাচৰিত সংকীৰ্ণ প্ৰথা ভাঙি দি নতুন উৎপাদন-কৌশলৰ প্ৰৱৰ্তন আৰু প্ৰসাৰ সাধিলে। আৰ্যসকলৰ লগত তেওঁলোকৰ এটা প্ৰভেদো আছে, আৰ্যসকলৰ তুলনাত এওঁলোকে যোগোৱা উৎপাদনৰ প্ৰেৰণা সিমান কোবাল নাছিল ; কাৰণ আৰ্যসকলে বহুত নতুন অঞ্চলত নাঙলেৰে খেতি প্ৰৱৰ্তন কৰিছিল। অৱশ্যে মুছলমানসকলেই যে ভাৰতবৰ্ষত চীন দেশত আৱিষ্কৃত বন্দুক-বাৰুদ, চীনা মাটিৰ পাত্ৰ, তুলাপাত আৰু চাহপাত ভাৰতবৰ্ষলৈ কঢ়িয়াই আনিছিল তাত কোনো সন্দেহ নাই। তেওঁলোকে গ্ৰীক বিজ্ঞান, জ্যামিতি, ভাৰতীয় চিকিৎসা-শাস্ত্ৰ আৰু বীজগণিত এইবোৰ বিজ্ঞানৰ

গ্ৰন্থ আৰবী ভাষালৈ ভাঙিছিল আৰু লগতে সেইবোৰ বিজ্ঞানৰ গ্ৰন্থত নিজে আৱিষ্কাৰ কৰা জ্ঞানো সন্নিবিষ্ট কৰিছিল। এই গ্ৰন্থবোৰৰ জ্ঞানৰ সহায়তেই মধ্যযুগৰ য়ুৰোপে ৰেণেসাঁৰ প্ৰথম ভেঁটি থাপনা কৰে। অৰবো এওঁলোকৰ ঘাই বৰঙণি হ'ল কেতবোৰ উৰ্বীজ যোৱা উৎপাদনৰ সম্পৰ্ক উচ্ছেদ কৰাত। এই কাৰ্যৰপৰা এইটো প্ৰতীয়মান হ'ল যে শ্ৰেণী ৰাষ্ট্ৰৰ ঘাই ধৰণী হ'ল-দণ্ড বা শক্তি, ধৰ্ম নহয়।

মহম্মদ ইবন আল্‌কাছিমৰ অধীনত অহা প্ৰথম মুছলমান আক্ৰমণকাৰীৰ দলটোৱে পঞ্জাবত সোমাই মুলতানৰ প্ৰাচীন সূৰ্য মন্দিৰটো অৱৰোধ কৰি ভাক কামত লগাইছিল। মন্দিৰৰ বিগ্ৰহ ৰক্ষা কৰিছিল যদিও তেওঁলোকে তেওঁক বন্দী আৰু আয়ৰ উৎস বুলি গণ্য কৰি মন্দিৰলৈ অহা অগণন তীৰ্থযাত্ৰীৰপৰা (দানৰ) ধন লাভ কৰিছিল ( cf Beal 2. 274 )। ৰাইজক তেওঁলোকে "নিজ ধৰ্মতে থাকিবলৈ দিছিল। মাথোন যিসকলে মুছলমান ধৰ্ম গ্ৰহণ কৰিব খুজিছিল, তেওঁলোকেহে মুছলমান হ'ব পাৰিছিল।" ( A. B. 1. 21. ), তাকো খলিফাৰ সন্মতি লৈহে মানুহ ধৰ্মান্তৰিত হ'ব পাৰিছিল। ( E. O. I. 185–6 )। ইফালে বুৰঞ্জীত পোৱা যায় যে ব্ৰাহ্মণসকলে গাওঁবিলাকলৈ গৈ আত্মসমৰ্পণ কৰিবলৈ উপদেশ দি ফুৰিছিল। আলেকজেণ্ডাৰৰ যুগত মেচিডনীয় যোদ্ধাসকলৰ বিৰুদ্ধে যুঁজ কৰিবৰ বাবে জনজাতীয় ব্ৰাহ্মণসকলে দিয়া উচটনিৰ লগত নতুন ব্ৰাহ্মণসকলৰ কাৰ্যৰ প্ৰভেদ এইখিনিতে। সেই সময়ত মুছলমানসকলৰ লক্ষ্য আছিল সিন্ধুৰ নামনিলৈ এটি বাট মুকলি কৰি সাগৰলৈ যোৱা। এই কাম প্ৰথম দুশ বছৰৰ ভিতৰত সম্পাদিত হয়। ঘজনিৰ মহ্‌মুদেও উক্ত লক্ষ্যৰ পৰিবৰ্তন সধা নাছিল, তেওঁ একে উদ্দেশ্যৰেই সোমনাথ, থানেশ্বৰ, মথুৰা, কনৌজ আদি ঐশ্বৰ্যশালী মন্দিৰ ভাঙি তাৰ সঞ্চিত ধন-সোণ আত্মসাৎ কৰিছিল। পূৰ্বৰ আক্ৰমণকাৰীসকলৰ দৰেই তেওঁ চিৰাচৰিত নীতিকে অনুসৰণ কৰি চলিছিল। তথাপিও এটা কথা সততে চকুত পৰে। প্ৰত্যেকটো নতুন আক্ৰমণৰ লগে লগে মুছলমান বেপাৰীসকলো ক্ৰমাৎ ভিতৰুৱা অঞ্চলবোৰলৈ আগবাঢ়ি সোমাই গৈছিল। সেনাপতিসকলতকৈও আগতে এওঁলোকে বিভিন্ন ঠাইত থিত লৈছিলগৈ। বেবাৰল আৰু গোৱাত আকো হিন্দু ৰজাসকলেই মুছলমানসকলক ৰক্ষণাবেক্ষণ কৰিছিল; অকল মুছলমানসকলকেই নহয়, তেওঁলোকৰ ধৰ্মলোৱা হিন্দুসকল আৰু মছ্‌জিদবোৰকো ৰজাই সযত্নে ৰক্ষা কৰিছিল। উত্তৰ ভাৰতৰ বৌদ্ধ ধৰ্ম প্ৰধান অঞ্চলতো মুছলমানৰ (এই) নীতিয়ে এনেদৰেই শান্তিপূৰ্ণ প্ৰসাৰ লাভ কৰিছিল বুলি ষোড়শ শতিকাৰ তিব্বতীয় বৌদ্ধ বুৰঞ্জীবিদ তাৰানাথে লেখি গৈছে। তেওঁৰ মতে উত্তৰ ভাৰতীয় বৌদ্ধ ধৰ্মৰ অন্তিম

কালহোৱাত মুছলমান অর্থাৎ তুৰস্ক মতবাদ নতুন অঞ্চললৈ প্রসাৰিত হৈছিল। এই সময়ছোৱাতে ( ডোম্বি-হেবৃক আদি ) আদিম জনজাতীয় পূজাৰ ভেটিত ধর্মৰাম ধর্মৰ দৰে ন ন-পন্থাৰ উদ্ভৱ হয় আৰু উঠি অহা ধর্মৰ মাজত ন-পন্থাবোৰে শিপাবলৈ লয়। বৌদ্ধবিহাৰবোৰে সেই সময়ত গাহডৱাল ৰজাসকলৰপৰা সামাজিক চনদ লাভ কৰিছিল ( E. I. 11 20–16 ) আৰু ৰক্ষণশীল তীর্থযাত্রীবপৰা দানো পাইছিল।

মহম্মদ-বিন্ বখ্‌টিয়াৰ খালজিয়ে অতি সহজে উত্তৰ ভাৰত জয় কৰিছিল। দ্বাদশ শতিকাৰ শেষত হোৱা এই বিজয়বোৰৰ কাহিনী বৰ মনোৰম। এনেবোৰ বিজয়ৰ যোগেদি আক্রমণকাৰীসকলৰ লগত মুছলমান সদাগৰ আৰু মুছলমান ধর্ম গ্রহণ কৰা সম্প্রদায়বোৰৰ মাজত যোগাযোগ ঘটিছিল ( Tar. 255 )। এই সম্প্রদায়-বোৰে অস্ত্র ধৰি আক্রমণকাৰীসকলৰ লগত এক হৈ লুটপাতত যোগ দিছিল। ইয়াৰপৰা ধৰিব পাৰি যে সেই সময়ত গাওঁবিলাকত মানুহৰ মনোবল টুটি আহিছিল। এই মহম্মদেই বাৰশ শতিকাৰ শেষত নবদ্বীপ বা নদীয়া অধিকাৰ কৰে ; মাত্র ১৮টা আগৰণুৱাৰ সহায়েৰে এওঁ ৰজাৰ কাষেং আক্রমণ কৰিছিলগৈ। ( Tabekat-i-Niasiri. 1. 555. 8 )। এই আক্রমণকাৰীসকলে মুছলমান বেপাৰী-বোৰৰ লগতেই বোধহয় নগৰ সোমাইছিলগৈ আৰু সেইবাবে মহম্মদৰ ক্ষুদ্র সেনা-বাহিনীটোৰ কোনেও গম ধৰিব পৰা নাছিল ; কিন্তু কেইজনমান লোকে হুলস্থুল লগাই ৰাজধানী ধ্বংস কৰিব পৰালৈ আৰু ৰজা লক্ষণসেন একেবাৰে পলাই যোৱালৈ চাই, সেই সময়ৰ ৰাইজৰ মনোবলৰ কথা সহজে বুজিব পাৰি। ৰাইজে ৰজাক ৰক্ষা কৰাৰ বিষয়ে মূৰ ঘমোৱা নাছিল। উত্তৰৰ সর্বশেষ বৃহৎ ৰাজ্যখন কুতুবুদ্দিনে ধ্বংস কৰিছিল। তাৰ ৰজা জয়চন্দ্র গাহডৱালৰ পৰাজয়েই এই ধ্বংসৰ মূল কাৰণ। এইবিলাক সমসাময়িক ঘটনাই স্থানীয় বুদ্ধিজীবিসকলৰ জীৱন-চর্যা বা আত্ম সন্তুষ্টিৰ ভাৱত অকণো আঁচ বহুৱাব পৰা নাছিল। এই অঞ্চলতে ( এই সময়ত ) যিখন শেষ ডাঙৰ সংস্কৃত গ্রন্থ ৰচনা কৰা হৈছিল, সেইখনত এইবিলাক ঘটনাৰ কোনো চিন-চাব নাই। গাহডৱালৰ ৰাজসভাৰ কবি শ্রীহর্ষই ( এওঁ পাঁচ শতিকাৰ আগৰ, কবি সম্রাট শ্রীহর্ষ নহয় )। মহাভাৰতৰ নল-দময়ন্তী উপাখ্যানৰ প্রণয়-কাহিনী খুব সুন্দৰভাৱে ৰচনা কৰি গৈছে। লক্ষণসেনৰ ৰাজসভাৰ কবি ধোয়ীয়ে কালিদাসৰ 'মেঘদূত'ৰ অনুকৰণত 'পৱনদূত' কাব্য ৰচনা কৰিছিল। সেন ৰাজকবিসকল পূবফালে পলাই যোৱাৰ পিছতো এনে ধৰণৰ নির্বোধ ৰীতি প্রধান কাব্য ৰচিবলৈ এৰা নাছিল। কালক্রমত

পালৰজাসকল লাহে লাহে ক্ষুদ্ৰ গাৰ্হস্থীয় পৰিয়ালত পৰিণত হ'লগৈ। সন্ধ্যাকৰণ নন্দিৰ দ্বাৰা ৰচিত সংস্কৃত ৰামচৰিত কাব্য মানসিক কছৰত্ত ( averostic ) পৰিণত হ'ল। কাৰণ প্ৰত্যেকটো স্তৱককে দুটা বিভিন্ন ফালৰপৰা পঢ়িব পাৰি। এফালৰপৰা পঢ়িলে ই অতি কথাৰ বীৰ ৰামৰ বুৰঞ্জী হয়, আনফালৰপৰা পঢ়িলে ই ৰামপাল ৰজাৰ বুৰঞ্জী হয়। গতিকে এইবোৰ স্তৱক বুজা বৰ টান। এই সময়ৰ সৰ্বশ্ৰেষ্ঠ কবি হ'ল জয়দেৱ। তেওঁ গায়ক জনসাধাৰণৰ মাজত ঘূৰি ফুৰিছিল। তেওঁ কেতবোৰ প্ৰাচীন হিন্দী কবিতাও লেখিছিল। অৱশ্যে গীত গোবিন্দৰ বাবেই তেওঁ সকলোৰে প্ৰিয়, শ্ৰদ্ধাভাজন আৰু সন্মানিত। এই নাটকখনেই সংস্কৃত কাব্যিক নাটকৰ ভিতৰত আটাইতকৈ সঙ্গীত প্ৰধান।

ক্লাচিক সংস্কৃতসাহিত্যবোৰ পঢ়িলে ভাৰতত মুছলমান আছিল বুলি গমেই ধৰিব নোৱাৰি। মুছলমান বিবৰণীবোৰ পঢ়িলে আকৌ ধাৰণা ওপজে যে ভাৰতত যুদ্ধ বিদ্যা একেবাৰে লুপ্ত হৈ গৈছিল। মহম্মদ বখটিয়াৰে নিজে এই ধাৰণা পোষণ কৰি ডাঙৰ ভুল কৰিছিল। তেওঁ যেতিয়া উত্তৰ দিশৰ অনগ্ৰসৰ অঞ্চল আক্ৰমণ কৰিলে অৰ্থাৎ নেপাল অভিমুখে আগবাঢ়িল, তেতিয়া তেওঁৰ লগত ১০,০০০ বছা বছা অশ্বাৰোহী সেনা আছিল। তেওঁলোকৰ উদ্দেশ্য আছিল তিব্বত জয় কৰি তাৰ ধন-সোণ বঙ্গ দেশৰপৰা সংগৃহীত ঐশ্বৰ্যৰ লগত যোগদি লুটি অনা ধনৰ পৰিমাণ বঢ়োৱা। জনজাতীয় লোকসকলে গৰিলা যুদ্ধ কৰি তেওঁৰ আক্ৰমণ প্ৰতি-ৰোধ কৰিবলৈ ল'লে। লাভৰ ভিতৰত মহম্মদে কথমপি একশতকৈ অধিক লোক লৈ কোনো ৰকম সাৰি উভতি যাবলগীয়া হ'ল ( Tabkat-i-Nisiri-1. 550-72 ); খং আৰু দুখত তেওঁ শেহত মৰিলগৈ। তেওঁৰ এজন বেপ্তেইনে তেওঁক ৰোগশয্যাত হত্যা কৰিলে বুলিও এটা কথা আছে। 'এছিয়াৰ দমনপ্ৰিয় ৰাজসত্তাৰ নিৰুপকৰ্ণীয়া আধাৰ' আছিল অপ্ৰতিৰোধকামী গাওঁবোৰ। এই আধাৰৰ ওপৰত আৰম্ভ হ'ল ৰাজক্ষকাৰী প্ৰতিদ্বন্দ্বীসকলৰ কিছুমান নতুন গৃহযুদ্ধ। তথাপিও এটা শ্ৰেণীসংগ্ৰামৰ সৃষ্টি হ'বলৈ ধৰিলে; ধৰ্মীয় কন্দলৰ মাজেদি এই সংগ্ৰামৰ আত্মপ্ৰকাশ ঘটিল। দক্ষিণত ৰামানুজ আৰু মধবই এই আন্দোলন আৰম্ভ কৰিলে। বঙ্গদেশত আৰম্ভ কৰিলে চৈতন্যই। ফলত বিষ্ণু আৰু শিৱৰ শিষ্যসকলৰ মাজত অতিৰিক্ত তাত্ত্বিক বিবাদ হ'বলৈ ধৰিলে। বিষ্ণুৰ শিষ্যসকলে বুদ্ধক নৱম অৱতাৰ কৰি ল'লে। প্ৰকৃততে এই কন্দল আছিল ডাঙৰ সামন্ত আৰু ক্ষুদ্ৰ মাটিঅধিকাৰীসকলৰ মাজত, আন কথাত ক'বলৈ হ'লে এই সংগ্ৰাম হ'ল ওপৰৰপৰা হোৱা সামন্তবাদ আৰু তলৰপৰা হোৱা সামন্তবাদৰ সংগ্ৰাম। শেষত পিছৰ শক্তিটোৱে জয় হ'লগৈ। পূৰ্বকালত

শোষিত গাওঁবাসীয়ে তেওঁলোকৰ নিজৰ বৌদ্ধ ধৰ্ম পৰিহাৰ কৰি ইছলাম ধৰ্ম গ্ৰহণ কৰিলে। এই ধৰ্মান্তৰকৰণৰ ফলতে ভৱিষ্যতে দেশ বিভাজন কৰা সহজ হৈ পৰিল। এই নতুন ব্যৱস্থাত কেইজনমান নতুন মাটি মালিকৰ সৃষ্টি কৰাৰ বাহিৰে খেতিয়কৰ অৰ্থনৈতিক অৱস্থাৰ একো উন্নতি নহ'ল। ইছলাম বিজেতাসকল শ্ৰেণীবিভক্ত আৰু অচল সমাজ ব্যৱস্থাৰ অন্তৰ্ভুক্ত হৈ যোৱাৰ ফলত ইছলাম ধৰ্মীয় গণতন্ত্ৰই মানুহক ইছলাম ধৰ্মলৈ বৰকৈ আকৰ্ষণ নকৰা হ'ল, কাৰণ তাৰ লগে লগে অৰ্থনৈতিক গণতন্ত্ৰৰ উদ্ভৱ নহ'ল।

ঘজনিৰ মহমুদৰ লগত তেওঁৰ এজন অনুগত আৰবী লেখক আছিল। তেওঁৰ নাম হ'ল আবুল ৰায়হান অলবিৰুণী। এওঁ মহমুদৰ দ্বাৰা পালিত আৰু খোৰেজিয়েমৰ লোক আছিল। ১০৩০ খৃষ্টাব্দত তেওঁ আৰবীত এখন গ্ৰন্থ ৰচনা কৰে। তেওঁ হিন্দুসকলৰ বিজ্ঞান আৰু আন আন ৰচনাৰ বিষয়েহে যাইকৈ অধ্যয়ন কৰিছিল। মূল সংস্কৃতত কৰা এই অধ্যয়নৰ এটি অমূল্য বিৱৰণী তেওঁ আমাক দি থৈ গৈছে। ভাৰতীয় পাণ্ডিতসকলৰ পাণ্ডিত্যৰ বৈশিষ্ট্য আৰু বিশেষকৈ 'মুকুতাৰ লগত গোবৰ মিহলাই' ভাল পোৱা এই দেশৰ মানুহৰ অন্ধবিশ্বাস আৰু বিজ্ঞানৰ সংমিশ্ৰণ কৰা প্ৰবৃত্তিৰ কথা তেওঁৰ দৃষ্টিৰপৰা সাৰি যোৱা নাছিল। তেওঁৰ দিনত মূলতানত শিৱ পূজাৰ সলনি নাৰায়ণ পূজা প্ৰচলিত হৈছিল যেন বোধহয়। পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ অধ্যয়ন কৰি থাকোতে তেওঁৰ সাধাৰণ মানুহৰ জীৱন পৰ্যবেক্ষণ কৰাত ব্যাঘাত ঘটিছিল। তেওঁৰ মতে গাওঁবিলাকত চাৰিটি জাতি আছিল আৰু তেওঁলোক একেলগে বাস কৰিছিল। ইয়াৰ উপৰিও নিম্নস্তৰত আছিল অস্পৃশ্যসকল ( Alb, 1.33–104 )। তেওঁ উল্লেখ কৰা গিল্ডবোৰৰ ভিতৰত কমাৰ, বাঢ়ৈ আৰু কুমাৰ শ্ৰেণীৰ কোনো উল্লেখ নাই। প্ৰকৃতপক্ষে বাস্তৱত এইবোৰ নাছিল বুলি ক'ব নোৱাৰি। অমৰকোষৰ বিৱৰণীৰ লগতো এই বিৱৰণীৰ অমিল। অৱশ্যে এই উচ্চ স্থানীয় কাৰিকৰসকল শূদ্ৰ জাতৰ ভিতৰত অন্তৰ্ভুক্ত হৈ আছিল যদি সি বেলেগ কথা। আলবিৰুণীয়ে ( Alb, 2143 ) আৰু এটা কথা সংক্ষেপে কৈ গৈছে, তাৰ বিস্তৃত বিৱৰণী নাই। তেওঁৰ দিনৰ ৰজাসকলে শস্যৰ এক-ষষ্ঠাংশৰ উপৰিও কৰ হিচাপে মাটিৰ খাজনা লৈছিল।

১০.৪ সামন্তযুগৰ মাই ৰূপান্তৰ ঘটিল ফিৰোজ টুঘলকৰ ( ১৩৫১—৮৮ ) দিনত। অৱশ্যে তাৰ আগতে কেইবাটিও পৰিবৰ্তনৰ উপযুক্ত চেষ্টা হৈছিল। আলাউদ্দিন খিলিজিৰ ( ১২৯৬-১৩১৬ ) দিনত ওপৰৰপৰা হোৱা সামন্তবাদৰ বিপুল উত্থান ঘটে। অৱশ্যে ই আছিল এই সামন্তবাদৰ অন্তিমকালৰ ঘটনা।

সমসাময়িক বুৰঞ্জীবিদসকলৰ বিৱৰণীৰপৰা উত্থানৰ খুটি-নাটি ভালেমান বিৱৰণ জনা যায়। এওঁলোক পিছৰযুগৰ সামন্তবাদৰ সমৰ্থক আছিল।

"আলাউদ্দিনে এইবুলি আজ্ঞা দিলে যে মালিকীস্বত্বৰ অধীনত ( মিল্ক ) থকা গাওঁ, দান পোৱা গাওঁ ( ইনাম ) আৰু ধৰ্মোত্তৰ মাটি ( ৱকফ ) এই সকলোবোৰ এই আজ্ঞাৰ ফলত পোনকোৱেই ৰাষ্ট্ৰীয় কোষাগাৰৰ অধীনলৈ আহিব। ৰাইজক জোৰ জুলুম কৰা হ'ল, জৰিমনা কৰা হ'ল আৰু যিকোনো অজুহাতত্তে টকা তোলা হ'ল। বহুত লোক কপৰ্দকশূন্য হ'ল। শেহৰ ফালে মালিক, আমীৰ, বিষয়া, মুলতানি ( সদাগৰ ) আৰু বেঙ্কাৰৰ বাহিৰে আন মানুহৰ হাতত সামান্য নগদ ধনো নোহোৱা হ'ল। ৰাজেয়াপ্তৰ কাম ইমান ব্যাপক হ'বলৈ ধৰিলে যে হাজাৰচেৰেক টকাৰ মূল্যৰ ওপৰৰ সকলো পেঞ্চন, ভূমিদান ( ইনাম বা মফ্রজ ) আৰু ধৰ্মস্ব আদি সকলো ৰাজেয়াপ্ত হ'ল। ৰাইজ জীৱিকাৰ উপায় উলিওৱাৰ চিন্তাত ইমান মগ্ন হ'বলৈ ধৰিলে যে কাৰো মুখত বিপ্লৱৰ কথা ওলোৱা নাছিল। দ্বিতীয়তে সম্ৰাটে নিপুণ চোৰাংচোৱাৰ হতুৱাই এনেকৈ বাতৰি সংগ্ৰহ কৰিছিল যে ভাল বা বেয়া মানুহৰ কোনো কামেই তেওঁ নজনাকৈ থকা নাছিল। তেওঁ নজনাকৈ কোনেও এখোজ লৰচৰ কৰিব নোৱাৰিছিল। বিষয়া, বৰলোক অথবা সামন্ত, সকলোৰে ঘৰৰ কথা বাতৰি যোগনিয়াৰসকলে নি চুলতানক লগাই-ছিলগৈ। খবৰৰ ফলো ধৰিছিল। কাৰণ, খবৰ পালেই সম্ৰাটে সংশ্লিষ্ট লোক-সকলৰপৰা বিশদ ব্যাখ্যা বিচাৰিছিল। খবৰ দিয়াৰ ব্যৱস্থা ইমান কটকটীয়া আছিল যে সামন্তসকলে বৃহত্তম প্ৰাসাদৰ ভিতৰতো মুখ খুলি এষাৰ কথা ক'ব নোৱাৰিছিল। .........চুলতানে এইবুলি আদেশ দিছিল যে সামন্ত আৰু বৰলোক-সকলে ইজনে সিজনৰ ঘৰলৈ যাব নোৱাৰিব, ভোজ পাতিব নোৱাৰিব বা সভা পাতিব নোৱাৰিব। চুলতানৰ মত নহ'লে তেওঁলোকে মিত্ৰতাতো আবদ্ধ হ'ব নোৱাৰিছিল। .........চুলতানে বিজ্ঞ লোকসকলক অনুৰোধ কৰিছিল যে তেওঁ-লোকে যেন হিন্দুসকলক মষিমূৰ কৰিবৰ বাবে কিছুমান নীতি-নিয়মৰ উদ্ভাৱনা কৰে আৰু অসন্তোষ অথবা বিদ্ৰোহত উচটনি দিয়া ধনী আৰু সম্পত্তিবানসকলৰ ধন-সম্পত্তি বাজেয়াপ্ত কৰে। 'খুত'ৰ পৰা আৰম্ভ কৰি 'বলহ' লৈকে ( মেটোৰ ) সকলোৱে একে ধৰণে কৰ দিয়া নিয়ম হ'ল। অৱশ্যে দুখীয়াৰ ওপৰত অত্যাধিককৈ কৰৰ বোজা ধাৰ্য কৰা হোৱা নাছিল। হিন্দুসকলক এনেভাৱে সেও কৰিব লাগিছিল যাতে ঘোঁৰাত উঠিবলৈ, ঘোঁৰা পুহিবলৈ, অস্ত্ৰ-শস্ত্ৰ লৈ ফুৰিবলৈ ভাল কাপোৰ-কানি পিন্ধিবলৈ আৰু বিলাসিতাৰ বস্তু ব্যৱহাৰ কৰিবলৈ তেওঁলোকৰ অৱস্থাই নুকুলায়...।

খেতি নিৰ্দ্ধাৰিত জোখমতে কৰিব লগা হ'ল। প্ৰত্যেক 'বিঘা'তে কি নিৰিখত খেতি কৰিব তাৰ জোখ বান্ধি দিয়া হৈছিল। খেতিৰ উৎপন্নৰ আধা অলপো হেৰফেৰ নকৰাকৈ যেনে তেনে দিব লাগিব, এই নিয়ম সকলোৱে ক্ষেত্ৰত খাটিছিল। 'খুত'সকলকো তেওঁলোকৰ পূৰ্বৰ সা-সুবিধাৰপৰা বঞ্চিত কৰা হ'ল। ম'হছাগলী আৰু আন আন গাখীৰতী জন্তুৰ বাবে দ্বিতীয় এটি নিয়ম প্ৰচলিত হ'ল। এইবোৰ চৰোৱাৰ ওপৰতো নিৰ্দিষ্ট নিৰিখত কৰ লগোৱা হ'ল। প্ৰত্যেক ঘৰেই কৰ দিব লগাত পৰিল আৰু দুৰ্ভগীয়া জন্তুও তাৰপৰা সাৰি নগ'ল। দুখীয়াৰ ওপৰত গধুৰ বোজা দিয়া হোৱা নাছিল সঁচা, কিন্তু ধনী-দুখীয়া নিৰ্বিশেষে সকলোৱে নিয়ম মতে কৰ দিব লাগিছিল। যিবিলাক ৰাজহৰ কৰ্মচাৰীয়ে অৰ্থাৎ কলেক্টৰ, কেৰাণী আৰু আন আন বিষয়াই ভেটি খাইছিল বা অসৎ আচৰণ কৰিছিল, সেইবিলাক লোকক বৰ্খাস্ত কৰা হ'ল…। এই নিয়মবোৰ খুব কঠোৰভাৱে পালন কৰা হৈছিল। ফলত বিভিন্ন ধৰণৰ গাওঁবুঢ়া বা মুকাদ্দিম, চৌধুৰী আৰু 'খুত' সকলে ঘোঁৰাত উঠিব, অস্ত্ৰ-শস্ত্ৰ লব, কাপোৰ-কানি পাব আৰু তামোল-পাণো খাব নোৱাৰিছিল……। মানুহবোৰক বল প্ৰয়োগৰ দ্বাৰা এনেকৈ বাধ্য কৰা হৈছিল যে একোজন ৰাজহ কৰ্মচাৰীয়ে কুৰিজন 'খুত', মুকাদ্দিম বা চৌধুৰীক সাঙুৰি ডিঙিত ৰছী লগাই বান্ধি ভুকুৱাই খাজনা কৰ, আদায় কৰিব পাৰিছিল। হিন্দুসকলে মূৰ তুলিবই নোৱাৰিছিল; কাৰো ঘৰত সোণ, ৰূপ, 'টঙ্কা', জিতল ( ভঙা পইচা ) অথবা আনকি সাধাৰণ উপবুৰা বস্তুৰ নিদৰ্শনো দেখা পোৱা নগৈছিল। দাৰিদ্ৰ্যত নিপীড়িত হৈ খুত আৰু মুকাদ্দিমসকলৰ তিৰোতাসকলে মুছলমানসকলৰ ঘৰলৈ গৈ খাটনি লৈ কাম কৰি দিছিল। …গাৱঁৰ হিচাব ৰাখোঁতাসকলে প্ৰত্যেক ৰাজহ কৰ্মচাৰীৰ নামত থকা পাতি পইচাটি পৰ্যন্ত চাই হিচাবত টুকি ৰাখিছিল। কোনো হিন্দু বা মুছলমানৰপৰা ভেটি-ভাৰ লোৱাৰ বা অন্যায়ভাৱে টকা এটি তোলাৰো কোনো সুবুঙা ৰাজ্যত নাছিল। ৰাজহ কৰ্মচাৰী আৰু বিষয়াসকলক সততে শাসনত ৰখা আৰু পৰীক্ষা কৰা হৈছিল; ৫০০/১০০০ 'টংকা'ৰ গণ্ডগোলৰ বাবেও তেওঁলোকৰ ফাটেক হৈছিল আৰু তেওঁলোকে শিকলি পিন্ধি ভালেমান বছৰ কাৰাগাৰত কাল কটাব লাগিছিল। সাধাৰণ মানুহে ৰাজহ বিষয়াসকলক যম বা মহামাৰীৰ দৰে দেখিছিল। কেৰাণী হোৱাটো একৰকম ডাঙৰ অপৰাধস্বৰূপ আছিল; কোনো লোকে কেৰাণীক ছোৱালী বিয়া দিয়া নাছিল। ৰাজহ বিভাগত চাকৰি কৰাতকৈ মৃত্যুৱেই শ্ৰেয় বুলি মানুহে গণ্য কৰিছিল।" ( E.D. 3. 179–183 )।

ইয়াৰ ভালেমান ব্যৱস্থা অৰ্থশাস্ত্ৰৰ সৈতে খুবকৈ একে। আলাউদ্দিনৰ এজন

কৈম মুদ্ৰা-বিশেষজ্ঞ আছিল। তেওঁ এৰি থৈ যোৱা মুদ্ৰা সম্পৰ্কীয় টোকাবোৰ আজি-কালিও পোৱা যায়। গতিকে তেওঁৰপৰা আলাউদ্দিনে মৌৰ্য নীতি-নিয়মবোৰৰ কথা জনাটো একো আচৰিত কথা নাছিল। উদ্দেশ্য আছিল তাওৰ সাম্ৰাজ্য এখন ৰক্ষাৰ বাবে এটি কেন্দ্ৰীয় সেনাবাহিনী পোহপাল দি ৰখা। এই সাম্ৰাজ্যৰ বেছিভাগ ঠাইৰপৰাই কৰ হিচাপে নগদ ধন, হাতী আৰু মূল্যবান বস্ত্ৰ-বস্তু সংগ্ৰহ কৰা হৈছিল। সম্ৰাটে নিজে শাসন কৰা মধ্যদেশ বা মধ্য খণ্ডৰ বাবে ওপৰোক্ত বিশেষ নীতিবোৰ প্ৰযোজিত হৈছিল। নহ'লে সেনাবাহিনী ৰখা মস্কিল; আৰু সেনা নেথাকিলে দূৰণিবটীয়া ঠাইৰপৰা কৰ তোলা টান আছিল। সেই সময়ত 'হিন্দু' শব্দৰ অৰ্থ আছিল বিভিন্ন ম্যাদত মাটি ৰখা গোটবোৰৰ স্থানীয় নেতা। দিল্লী অঞ্চলত এই সময়ত বস্তুৰ দাম নিৰ্দিষ্ট কৰি দিয়া হৈছিল। দিল্লী, মীৰাট আৰু আলিগড় আদি 'দোৱাব' অঞ্চলে সম্ৰাটক শস্যৰে কৰ দিছিল। শস্য বণিক আৰু দূৰৈলৈ যোৱা বেপাৰীৰ দলবোৰক নগৰৰ ওচৰত বলেৰে ৰখা হৈছিল। তেওঁলোকৰ পৰিয়ালৰ মানুহবোৰক পণ-বন্দীৰ দৰে ব্যৱহাৰ কৰা হৈছিল। অৱশ্যে বেয়া ব্যৱহাৰ তেওঁলোকে নাপাইছিল। দামৰ ওপৰত কঠোৰ নিয়ন্ত্ৰণ থকা বাবে নাটনিৰ দিনতো দামৰ সাল-সলনি নহৈছিল। এনে কৰাৰ উদ্দেশ্য আছিল নগদ ধন দি ৰখা সাধাৰণ সেনাবোৰক সন্তুষ্ট ৰখা। দামৰ নিয়ন্ত্ৰণ নেথাকিলে এনে কৰাটো অসম্ভৱ।

"আলাউদ্দিনে দিল্লীত দৈনন্দিন জীৱনৰ প্ৰয়োজনীয় বস্তুৰ দাম কমাই ৰাখিবৰ বাবে খুব যত্ন কৰিছিল। এই চেষ্টাৰ কথা বিখ্যাত বুৰঞ্জীবোৰত উল্লিখিত হৈছে। সদাগৰবোৰক তেওঁ সম্পত্তি দিছিল, যথেষ্ট পৰিমাণৰ বস্তু আৰু সোণবো যোগান ধৰিছিল। সদাগৰবোৰক নিয়মিত বেতন দিয়াৰ উপৰিও সকলো ধৰণৰ ৰাজ অনুগ্ৰহ দৰ্শাইছিল। কিন্তু বস্তুৰ জোখৰ সামান্য হেৰ-ফেৰ হ'লেই তেওঁলোকক গুৰুতৰ শাস্তি বিহাও হৈছিল। কম হ'লে বেপাৰীৰ টিকাৰ মঙহ কাটিও জোখ পূৰ কৰি দিয়া হৈছিল। চোৰাংচোৱা বিভাগে দুখীয়া আৰু অজ্ঞ ল'ৰা পঠাইও বস্তু কিনাইছিল। বস্তু কম ওলালে ভালমতে শাস্তি বিহা হৈছিল।...... গতিকে বেচোঁতাই এনে জোখত বস্তু দিছিল যে কিনোতাই দৰকাৰতকৈ কেতিয়াবা অধিক বস্তু পাইছিল" ( E.D. 349 আৰু 3 196 )।

এনে ব্যৱস্থাৰ ফলাফল দেখা গ'ল আলাউদ্দিনৰ দিনত সামন্তসকলে কৰা চাৰিটি বিদ্ৰোহত। তেওঁৰ দিনত দাসসকলকো পদোন্নতিৰ সুবিধা দিয়া হৈছিল। নপুংসক সেনাপতি আৰু সামন্ত প্ৰভু সেনাধ্যক্ষ মালিক কাফুৰক উচ্চতম পদত অধিষ্ঠিত কৰাই তাৰ প্ৰমাণ। তেওঁ দক্ষতাৰেই নিজ কাৰ্য সমাধান কৰিছিল, কিন্তু

পিছলৈ ছল-চক্ৰান্ততো লিপ্ত হৈছিল। দোৱাৰ অঞ্চলৰ বাহিৰে আমৰোৰ ঠাইত সামন্ত ব্যৱস্থা পূৰ্বাদমে চলি থকাত অৰ্থশাস্ত্ৰৰ দিনৰ ৰাষ্ট্ৰ এখন নিৰ্মাণ কৰা একৰকম অসম্ভৱ হৈ পৰিল।

মুছলমান বুৰঞ্জীবিদসকল আছিল সচিবালয়ৰ কৰ্মচাৰী অথবা ক্ষুদ্ৰ মাটিগিৰী শ্ৰেণীৰ লোক। ইয়াৰ পিছৰ যুগৰ কথা মনৰ সুখেৰে এওঁলোকে বৰ্ণনা কৰা দেখা গৈছে। ঘিয়াছুদ্দিনে কৰৰ পৰিমাণ কমাই মুঠ উৎপন্নৰ $\frac{1}{10}$ বা $\frac{1}{11}$ ভাগত নিৰ্দ্ধাৰিত কৰিলে। নতুন নিৰ্দ্ধাৰণৰ ফলত হোৱা ৰেহাই ধনখিনি ৰাজহ তোলা লোকসকলে গ্ৰাস কৰিছিল, সেইখিনি উৎপাদনকাৰীৰ হাতত নপৰিছিলগৈ। তথাপি ৰাষ্ট্ৰই বছৰি উৎপন্ন বঢ়াই যোৱাৰ সংকল্প কৰিছিল ( E.D.2.230 )। "হিন্দুসকলৰপৰা এনেদৰে কৰ তুলিব লাগিব যাতে তেওঁলোকে সম্পত্তিৰ মোহত অন্ধ হৈ অসন্তুষ্ট আৰু বিদ্ৰোহী হ'বলৈ নাযায়। আনহাতে তেওঁলোকক একেবাৰে দুখীয়া আৰু লাওলোৱা কৰাও উচিত নহ'ব, কিয়নো তেওঁলোক গৃহস্থালি চলাই থাব পৰা অৱস্থাত থাকিব লাগিব।" এই দেখনিয়াৰ দৰ্শনত পতিয়ন যাব নোৱাৰি। কাৰণ তাত এটা কথাৰ বিচাৰ কৰা হোৱা নাই। এই যুগৰ বেছিভাগ উদ্যোগৰ উদ্যোক্তাই আছিল সামন্ত আৰু সেনাপতিসকল। আচল কথা হ'ল—প্ৰাচীন ব্যৱস্থাই সকলো মানুহকে এনেকৈ পিহি থ'লে যে ৰাজহৰ থলেই নোহোৱাত পৰিল। মহম্মদ টুঘলকে কিছুমান নতুন পৰীক্ষা চলাইছিল ; এওঁ নিদৰ্শনসূচক মুদ্ৰা ( কাকতৰ ) প্ৰচলন কৰাৰ উপৰিও দক্ষিণৰ দৌলতাবাদলৈ ৰাজধানী তুলি লৈ গৈছিল। অনুমানৰ ওপৰত ভিত্তি কৰি তথাকথিত উত্তৰমুৱা স্থলপথ এটিয়েদি তেওঁ চীন দেশলৈ এটা সামৰিক অভিযানো চলাইছিল। উদ্দেশ্য আছিল চীন দেশৰ বিশ্ববিশ্ৰুত ধন-সোণ সংগ্ৰহ কৰা। দুৰ্ভাগ্যবশতঃ অভিযানটো পণ্ড হ'ল। ইবন্‌বটুতাই সেই সময়ৰ দিল্লী চৰকাৰৰ বিষয়ে এটি ভাল বৰ্ণনা দি থৈ গৈছে। মহম্মদে মৃতকৰপৰা ভৱিষ্যদ্বাণী জানিবলৈ ( necromancy ) ভালেমান পৰীক্ষা চলোৱাৰ কথাও বৰ্ণনাত পোৱা যায় ( Bat. 226-6 )। শেহান্তত ফিৰোজ টুঘলকে তলৰপৰা উঠি অহা সামন্তবাদৰ ওচৰত আত্মসমৰ্পন কৰিলে। ফলত তেওঁৰ ৰাজত্বৰ প্ৰায় শেহলৈকে বিদ্ৰোহ হোৱা নাছিল। সৌভাগ্যবশতঃ তেওঁৰ ৰাজত্বত খেতিৰ ফচল নিয়মিতভাৱে ভাল হৈছিল। তেওঁৰ প্ৰশংসাকাৰীসকলেও কৈছিল যোলে একমাত্ৰ ভাগ্য সুপ্ৰসন্ন থকা বাবেহে তেওঁৰ দিনত বস্তুৰ দাম কমি আছিল। আলাউদ্দিনৰ দৰে তেওঁ কঠোৰ নীতি গ্ৰহণ কৰিব লগা হোৱা নাছিল। এই ফিৰোজ টুঘলকে তেওঁৰ অনুগতসকলৰ মাজত গাওঁ আৰু মাটি বিতৰণ কৰিছিল ; তেওঁৰ অনুগতসকলে এই কাম ভাল বুলি ধৰিছিল।

"দিল্লীৰ পূৰ্বৰ শাসকসকলৰ দিনত বিষয়াসকলক বৃত্তিৰূপে গাওঁদান দিয়া প্ৰথা নাছিল..........(ফিৰোজৰ দিনতহে এনে হয়)। সেনাবাহিনীৰ বিষয়া মৰিলে দানৰ অধিকাৰ উকলি নেযায়; উত্তৰাধিকাৰ সূত্ৰে তেওঁৰ পুতেকে গাওঁ পায়: জ'ৰা নেথাকিলে জোঁৱায়েকে পায়। জোঁৱায়েক নেথাকিলে বন্দী-বেটীয়ে পায়; বন্দী-বেটী নেথাকিলে অতি আপোনজনে পায়; আপোন লোক নেথাকিলে তিৰোতাসকলে পায়...। তেওঁৰ দিনত দোৱাব ৰাজ্যৰপৰা ৮,০০০,০০০ 'টংকা' ৰাজহ উঠিছিল.........এই ৰাজহৰ ধন ভালদৰে ভগাই দিয়া হৈছিল। প্ৰত্যেকজন খানে নিজ নিজ উচ্চ মৰ্যাদা অনুসৰি যথেষ্ট ধন পাইছিল। আমীৰ আৰু মালিক-সকলেও নিজ নিজ মৰ্যাদা অনুসৰি যথেষ্ট বানচ পাইছিল, এই বিষয়াসকলে যি ধন পাইছিল তাৰে বৰ সুখত বাস কৰিছিল। সেনাবাহিনীৰ সৈন্যবোৰেও মাটি দান পাইছিল আৰু তাৰে সৈতে সিহঁতে ভালদৰে চলিব পাৰিছিল। অনিয়মিত সেনাবোৰে চৰকাৰী কোষাগাৰৰপৰা বেতন পাইছিল। যিবোৰ সেনাই এই ধৰণেৰে ধন নেপাইছিল, সিহঁতে ৰাজহৰ ভাগ লব'ৰ বাবে নিৰ্দিষ্ট নিৰ্দেশ পাইছিল। সেনা-সকলৰ বাবে নিৰ্দিষ্ট এই নিৰ্দেশবোৰ জমিদাৰৰ হাতত পৰাৰ পিছত ভাগ লাভ কৰোতাসকলে প্ৰাপ্য ভাগৰ আধা তেওঁৰপৰা পায়। কিছুমান লোকে আকৌ নিৰ্দেশ পত্ৰবোৰ কিনি লৈছিল। ইয়াত দুয়ো পক্ষৰে সম্মতি থাকিব লাগিছিল। নগৰত হ'লে এই নিৰ্দেশ পত্ৰবোৰ $\frac{1}{3}$ ভাগ মূল্যত বিক্ৰী হৈছিল। জিলাত হ'লে আধা মূল্যত বিক্ৰী কৰা দেখা গৈছিল। নিৰ্দেশপত্ৰ কিনোতাসকলে এইবিলাকৰ মাৰফত নিয়মিত বেপাৰ চলাইছিল, তাৰপৰা ভাল লাভো কৰিছিল। ভালেমান লোকে এই বেপাৰত-ধনী হৈ সম্পত্তি আৰ্জিছিল" ( E D 3 344-6 )।

চুলতান ফিৰূজে পূৰ্বৰ ২৩টা কৰ উঠাই দিছিল। কিন্তু লাভৰ সুবিধা পালেই অসৎ চাকৰিয়ালবোৰে গোপনে এনে কৰ সংগ্ৰহ কৰি আত্মসাৎ কৰিছিল। এই সময়ত খেতিৰ মাটিৰ ওপৰত $\frac{1}{10}$ ভাগ 'খৰাজ', হিন্দু আৰু 'অন্যান্য বিদ্ৰোহকামী' লোকৰপৰা 'জিজীয়া', খনিৰ উৎপাদন বা অন্যান্য উপযুক্ত বস্তুৰ ওপৰত $\frac{1}{5}$ ভাগ ৰাজহ আৰু তদুপৰি 'জকাত' ( ভিক্ষা ) আদি আইনসঙ্গত কৰ তোলা হৈছিল। এই নিৰ্দ্ধাৰণ ( বা assessment ) আৰু সামন্তসকলে পোনপটীয়া খেতি, শক্তি প্ৰয়োগ আৰু প্ৰাচীন প্ৰথাৰ বলত মাটিৰপৰা তোলা ধনৰ মাজৰ বাকী আয়ৰ ওপৰতেই সামন্ত শ্ৰেণীটোৰ জীৱন-নিৰ্বাহ নিৰ্ভৰ কৰিছিল। এই সময়তে মুছলমান কিছুমানৰ চকু গ'ল হিন্দু মন্দিৰলৈ; স্বেচ্ছাচাৰী শাসকসকলে প্ৰণালীবদ্ধভাৱে মন্দিৰ ভাঙিবলৈ ধৰিলে। ইফালে কিন্তু মাটিৰাৰী লৈ বহা মুছলমানসকলো হিন্দুসকলৰ দৰেই লাহে লাহে অন্ন

সংস্কাৰাচ্ছন্ন আৰু ধৰ্মান্ধ হৈ পৰিল। কাৰণ গাৰ্হস্থীয়া জীৱনৰ নিৰ্বোধিতাৰ শক্তিয়ে এওঁলোকক পৰাভূত কৰি পেলালে। অৱশ্যে বহুতো হিন্দু মাটিৰ মালিকে মুছলমান ধৰ্ম ল'লে আৰু তাকে কৰি নিজৰ উপাধি আৰু কৰৰ সা-সুবিধাবোৰ ৰক্ষা কৰিলে। বহুতো ব্ৰাহ্মণে 'জিজীয়া' কৰৰ বিৰুদ্ধে অনশন ব্ৰত কৰিবলৈ ল'লে, কাৰণ তেওঁলোকৰ বহুতৰে অৱস্থা প্ৰায় ভিক্ষাৰীৰ দৰে হৈ পৰিছিল। দিল্লীত জিজীয়া কৰৰ বছেৰেকীয়া নিৰিখ এনে ধৰণৰ আছিল: প্ৰথম শ্ৰেণীৰ বাবে ৪০ টংকা; দ্বিতীয় শ্ৰেণীৰ বাবে ২০ টংকা আৰু তৃতীয় শ্ৰেণীৰ বাবে ১০ টংকা। ব্ৰাহ্মণসকলে ৰাজপ্ৰাসাদৰ সমুখত গৈ কেইবাদিনো ধৰি অনশন কৰিছিলগৈ, ভালেমান অনশনকাৰীৰ মৰো মৰো অৱস্থা হৈছিল। তেতিয়া অন্যান্য হিন্দুসকলে বিষয়টোত হস্তক্ষেপ কৰিলে আৰু কৰ দিবলৈও মান্তি হ'ল। চুলতানে গাইপতি ১০ টংকা আৰু ৫০ জিটল কৰ নিৰ্দ্ধাৰণ কৰি দিলে। ফিৰুজ টুঘলকে যমুনা আৰু শতদ্ৰু নৈৰ মাজত দুটা খাল খনাইছিল, দুয়োটা খালেই কৰ্ণাল হৈ দিল্লী পাইছিলগৈ। ইয়াৰ বাহিৰেও তেওঁলোকে কিছুমান সৰু সৰু জলসিঞ্চন ব্যৱস্থাৰো দিহা কৰিছিল। উলেমাসকলৰ মাজত ভালদৰে আলোচনা কৰি তেওঁ শতকৰা দহভাগ নিৰিখত এটা সুকীয়া পানীৰ কৰো লগাইছিল। এই 'উলেমা'সকলেই আলাউদ্দিনক কৈছিল,—সাধাৰণ সেনা এটাতকৈ অধিক সুবিধা ভোগ কৰিবৰ বাবে সম্ৰাটৰ অধিকাৰ নাই, এওঁলোকে এই কথাও কৈছিল যে ইচলামৰ ধৰ্মীয় গণতন্ত্ৰ অৰ্থনৈতিক গণতন্ত্ৰলৈকো প্ৰসাৰিত কৰি কাফেৰৰপৰা ধন সংগ্ৰহ কৰি লাভ কৰিব পাৰি; এই কথা শুনি সম্ৰাট আলাউদ্দিনৰ খং উঠিছিল। এই উলেমাসকলক চুলতান ফিৰুজে যি অনুগ্ৰহ দৰ্শালে তাৰ ফলতেই তেওঁৰ শাসনৰ এটি শ্ৰেণীগত ভেঁটি স্থাপিত হ'ল। ফিৰুজে নিজে বন্দীসকলৰ হতুৱাই খেতি কৰোৱাইছিল।

"চুলতান ফিৰুজে দাসক ৰক্ষণাবেক্ষণ দিছিল। তেওঁ স্বত্বভোগী মাটিগিৰী আৰু বিষয়াসকলক যুদ্ধকালত যিমান পাৰে সৰহকৈ দাস কৰিবলৈ কৈছিল, আৰু সিহঁতৰ ভালটোহঁতক ৰাজ সেৱাত নিযুক্ত কৰিবলৈ আদেশ দিছিল। এই উপঢৌকণবোৰ হাতী আদি বস্তুৰ সমানেই মূল্যবান বুলি গণ্য কৰা আৰু সেই বিলাকৰ বাবদ পাওনাও কমাই দিয়া হৈছিল। আগৰ বজাবোৰে এনে কাম কৰা নাছিল। বিবিলাক বিষয়াই বৌছ সংখ্যক দাস আনিছিল, তেওঁলোকে ৰজাৰ বিশেষ অনুগ্ৰহ লাভ কৰিছিল।......প্ৰতিবছৰে বৃদ্ধি পোৱা দাসৰ সংখ্যা বৰ্ণনাতীত আছিল।......সৰহ হ'লে, চুলতানে দাসবোৰক মুলতান, দীপাল পুৰ, হিসাৰ ফিৰোজা, সমান, গুজৰাট আৰু আন আন অধীনস্থ সামন্ত ৰাজ্যবোৰলৈ

পঠাই দিছিল। প্ৰত্যেক ঠাইতে তেওঁলোকক উদাৰভাৱে ভৰণ-পোষণ দিয়া হৈছিল। কিছুমান ঠাইত তেওঁলোকক সেনাবাহিনীত ভৰ্তি কৰা হৈছিল আৰু কিছুমান ঠাইত তেওঁলোকক গাওঁ দান দিয়া হৈছিল। যিবিলাক লোকক নগৰত বহুওৱা হৈছিল, তেওঁলোকক ১০০ৰ পৰা আৰম্ভ কৰি ১০ 'টংকা'লৈকে বানচ দিয়া হৈছিল ; ১০ টংকাই আছিল নিম্নতম বানচ। এই বানচ সম্পূৰ্ণকৈ দিয়া হৈছিল, ছয়, চাৰি বা তিনিমাহৰ মূৰে মূৰে ৰাজকোষৰপৰা অকণো কম নকৰাকৈ এই বানচ দিয়া নিয়ম আছিল। কিছুমান দাসক কাৰিকৰসকলৰ লগত ৰাখি যান্ত্ৰিক শিল্পৰ শিক্ষা দিয়া হৈছিল। প্ৰায় ১২০০০ মান লোকে এইদৰে বিভিন্ন ধৰণৰ কাৰিকৰী শিক্ষা পাইছিল অৰ্থাৎ 'কসীহ' হৈছিল।... দেশৰ কেন্দ্ৰস্থলত দাস অনুষ্ঠান গঢ়ি উঠিছিল, চুলতানে এই দাস অনুষ্ঠানক নিয়ম মতে তদাৰক কৰাটো তেওঁৰ আৱশ্যকীয় কৰ্তব্য বুলি ভাবিছিল।.... ফিৰুজৰ দাসসকলক সকলো কামতে নিযুক্ত কৰা হৈছিল। আগৰ কোনো চুলতানে ইমান বেছি দাস সংগ্ৰহ কৰা নাছিল। চুলতান আলাউদ্দিনে প্ৰায় ৫০,০০০ দাস চলাইছিল। কিন্তু তেওঁৰ পিছৰ কোনো চুলতানে তেনেকৈ দাস সংগ্ৰহত মনোনিবেশ কৰা নাছিল। কেৱল ফিৰুজেহে এই কাম হাতত লয়..। লাহে লাহে যেতিয়া ডাঙৰ সামন্তসকলৰ অধীনত দাসৰ সংখ্যা বাঢ়ি যাবলৈ ধৰিলে, তেতিয়া চুলতানৰ হুকুম মতে সিহঁতৰ কিছুমানক মালিক আৰু 'আমীৰ' চলাবলৈ দিয়া হ'ল, যাতে সিহঁতে এইবোৰ কামত শিক্ষা লাভ কৰিব পাৰে।. কিন্তু ফিৰোজ চাহৰ মৃত্যুৰ পিছত তেওঁৰ এই প্ৰিয় চাকৰ অৰ্থাৎ দাসবোৰক নিমৰ্মিয়ালভাৱে শিৰচ্ছেদ কৰা হ'ল। দৰবাৰৰ আগত তেওঁলোকৰ কটামূৰ গোটাই তাৰ দ'ম কৰা হ'ল ( E. D., 330-342 )। চুলতানে দাস সংগ্ৰহ কৰিছিল সামন্তবোৰৰ ওপৰত নিৰ্ভৰশীলতা হ্ৰাস কৰিবলৈ। এই চুক্তিবদ্ধ দাসবোৰে ৰজাৰ ঘৰুৱা মাটিত যি শস্য উৎপন্ন কৰিছিল, তাৰ কিছু অংশ ৰজাৰ প্ৰাসাদত যোগান ধৰা হৈছিল আৰু বাকী অংশ বজাৰত বিক্ৰী কৰা হৈছিল। আনহাতে দাসবোৰে কাৰখানাত প্ৰস্তুত কৰা 'ঝাগ' আৰু বস্তুবোৰো এনেদৰে মুকলি বজাৰত বেচৰ দিহা কৰা হৈছিল। চুলতানৰ যান-বাহন আৰু প্ৰাসাদৰ কামত ৪০,০০০ দাসক প্ৰহৰী নিযুক্ত কৰা হৈছিল। দাসৰ সৰ্বমুঠ সংখ্যা আছিল ( বন্দ-গান-ই-খাচ ) ১৮০,০০। আলাউদ্দিনে ৫০,০০০ দাসহে ৰাখিছিল। বৈণীয়েকৰ যৌতুক হিচাপে ফিৰুজে ইমাদউল্ মুল্ক নামৰ এজন দাস পাইছিল ; এওঁেই শেষত গৈ ফিৰুজৰ দিনৰ আটাইতকৈ ধনীলোক বুলি প্ৰতিপন্ন হয়গৈ। এওঁৰ হাতত ১৩০ নিযুত টংকাৰ ঐশ্বৰ্য মজুত আছিল। তদুপৰি—'তেওঁ ৰাপ্ৰ

খাটখন নিজাকে পাইছিল আৰু তাৰ ভাল তত্ত্বাৱধান লৈছিল'৭ দিল্লীৰ আগৰ ভালেমান দক্ষ সম্রাটেই দাস আছিল; খতিকে বুজা যায় যে উৎপাদন ব্যৱস্থাত এনে দাস প্ৰথাৰ বিশেষ একো প্ৰয়োজন নাছিল। সেই কাৰণে ফিৰুজ মৰাৰ পিছত সামন্তবোৰে বিপদৰ আশংকা কৰি বহুত দাসক হত্যা কৰিলে। সামন্তযুগত দাসবোৰ সাধাৰণতে ঘৰুৱা চাকৰ আছিল; স্থানীয় ( চাকৰ বা ) সেৱক সকলৰপৰা গৰাকীসকল বিপদমুক্ত হবৰ বাবেই এনে ব্যৱস্থা কৰা হৈছিল। কাৰণ সংকট কালত নিজৰ জাতি বা সম্প্ৰদায়ৰ প্ৰতি এই সেৱকসকলে আনুগত্য দৰ্শায় বুলি সদায় এটা ভয় আছিল। ক্ষুদ্ৰ মাটিগিৰীৰ ( বিশেষকৈ বৃত্তি পেন্সন ) ভোগ কৰা সেনাৰ সম্পত্তিৰ উত্তৰাধিকাৰ ক্ষেত্ৰে বিশেষ দাসসকলে পাইছিল। এওঁলোকক প্ৰকৃতপক্ষে তুলি লোৱাই হৈছিল। কাৰণ বুঢ়াবয়সত আৰু অকামিলা অৱস্থাত প্ৰভুক দাসসকলে সত্ততে সেৱা কৰিছিল।

১৮০০ খ্ৰীষ্টাব্দমানত উত্তৰ কানাড়া জিলাত ১৬,২০১ জন দাস আৰু ১৪৬,-৮০০ মুক্ত লোক আছিল (B 2. 442); দক্ষিণ কানাড়াৰ জনসংখ্যা আছিল ৩৯৬,-৬৭২ জন (B J. 3. 2-6)। তাৰে ৪৭,৩৫৮ জন দাস আৰু ১০৬,৫০০ জন মুক্ত লোক আছিল (B. 2 362); মালাবাৰত দাসৰ সংখ্যা ১৬,৫৭৪ জন আৰু মুক্ত লোকৰ সংখ্যা ১০৬,৫০০ জন আছিল। ইয়াৰ ভিতৰত ল'ৰা-ছোৱালীকো ধৰা হৈছে যদিও সমানুপাতিকভাৱে সংখ্যা যথেষ্ট বেছি। এই দাসবোৰক নিৰিখমতে দৰমহা দিয়া হৈছিল। কিন্তু মালাবাৰত অৱশ্যে দাসবোৰৰ প্ৰতি কৰা আচৰণ বৰ ভাল নাছিল (B. J 2 371)। পলমকৈ অনুষ্ঠিত হোৱা এই দাস প্ৰথাৰ কাৰণ আংশিক-ভাৱে ঐতিহাসিক আৰু আংশিকভাৱে সেই কালত আৰু সেই স্থানত ( আন ঠাইৰ তুলনাত ) অধিক পৰিমাণে হোৱা পণ্যদ্ৰব্য উৎপাদন। . মুছলমান আক্ৰমণৰ ফলত কমিউনবোৰ ভাগি গৈছিল, মাথোন অ'ত ত'ত কিছুমান ক্ষুদ্ৰ পৰিমাণৰ মাটিত, নামত এই ব্যৱস্থা তেতিয়াও চলি আছিল। সেইবোৰ ঠাইত মজলীয়া মাটিগিৰীৰ উদ্ভৱ হ'ল। এওঁলোকৰ কাৰো ডাঙৰ খেতি নাছিল; আৰু দাসৰ সংখ্যা আছিল কম। প্ৰত্যেকৰে হাতত পৰিবাৰ সহ একোহাল দাসতকৈ অধিক কৰ্মী নাছিল যেন বোধহয়। এই মাটিগিৰীসকল পূৰ্বৰ কমিউনৰ বাধানিষেধবোৰৰপৰা মুক্ত হৈছিল যদিও প্ৰভেদ-বিশিষ্ট সামন্ত প্ৰভু-প্ৰধান ব্যৱস্থাৰ অন্তৰ্ভূক্ত নাছিল। কাৰণ, মুছলমান সামন্তসকলে পূৰ্বৰপৰাই ৰাজহ তুলি সাধাৰণতে সন্তুষ্ট থকা দেখা গৈছিল। ইয়াৰ উপৰি এই অঞ্চলত যিবোৰ স্থায়ী মুছলমান বাসিন্দা বাহিছিল, তেওঁলোক মুখ্যতঃ আছিল বেপাৰী। উপকূল অঞ্চলত আৰু মোহনাৰ মুখত

যান-বাহনৰ অৱস্থা অতি উত্তম আছিল। এই সময়ত ইয়াৰ স্থানীয় বস্তুৰ বাবে (বিশেষকৈ নাৰিকলৰ বাবে) বিদেশৰ চাহিদা বৰ বেছি আছিল বুলি ধৰিব পৰা যায়। গতিকে জমিদাৰসকলৰ লাভ গহীনেই হৈছিল। এই জমিদাৰসকলে কায়িক শ্ৰম কৰি ভাল নেপাইছিল আৰু জাত প্ৰথাৰ বাধা-নিষেধেও এনে শ্ৰমৰ প্ৰতি অনিচ্ছা বঢ়াইছিল; গতিকে দুৰ্ভিক্ষত বা মাটি-বাৰী হেৰুৱাই ধাৰত পোতখোৱা আৰু অনন্ত দাসত্বৰ নাগপাশত আবদ্ধ হোৱা খ্ৰীইবেজলোক কিছুমানক এওঁলোকে দাস কৰি ৰাখিব পাৰিছিল। ফ্ৰান্সিস বুকাননে এই কথাবোৰ লেখি গৈছে। এই একেজন পটু পৰ্যবেক্ষকেই লেখিছিল (M E I) যে বিহাৰৰ সামন্তবাদী সমাজৰ ক্ষুদ্ৰ দাস-পতিসকলে দাসবিলাক পলাই গলে ভাল পাইছিল। কাৰণ, পলাই গ'লে দাসবোৰক পোহপাল দিয়া খৰচ কমিছিল। উত্তৰ ভাৰতৰ ডাঙৰ মাটিগিৰীবোৰে অৱশ্যে মৰ্যাদাৰ বাবে আৰু ঘৰুৱা কাম-বনৰ বাবে বহুত দাস ৰাখিছিল। উত্তৰ কানাড়াৰ ওচৰৰ গোৱাত যিবিলাক আদিম কমিউন বাচি আছিল, সেইবোৰত দাস নাছিল। অৱশ্যে দেখাত প্ৰভু* শ্ৰেণী এটাৰ সৃষ্টি হৈছিল। এনে এক শ্ৰেণীৰ সৃষ্টি হৈছিল 'নবীন জয়'ৰ এলেকাসমূহত। এনেবোৰ দাসৰ ওপৰত প্ৰভুত্ব জাপি দিব পৰা একো আইন নাছিল। এই দাসবোৰক বেচা-কিনা বা বৰ্খাস্ত কৰাও নহৈছিল। এই দাসবোৰক ঘৰৰ ল'ৰা-ছোৱালীয়ে ভালদৰে সম্বোধন কৰা আৰু সন্মানৰ চকুৰে চোৱাৰ নিয়ম আছিল। বিয়াই-সবাহে ইহঁতৰ সন্মানিত স্থান আছিল। ডেকাকালত সিহঁতৰ নিজৰ শ্ৰেণীৰ ছোৱালী চাই গৰাকীয়ে বিয়া-বাবু পাতি দিব লাগিছিল। গতিকে এই দাসবোৰ এটি ক্ষুদ্ৰ জাতত পৰিণত হৈছিলগৈ। অৱশ্যে ১৯০০ চনৰ আগতে সেই জাতটোৰ ওৰ পৰিল। এই জীৱন সুখৰ নাছিল, কিন্তু তাক চুক্তিবদ্ধ দাসত্ব (chattel slavery) বুলিব নোৱাৰি, গ্ৰীক বা ৰোমীয় দাস-প্ৰথাৰ সৈতে এই দাস-প্ৰথাক একে বুলিব নোৱাৰি। সেই কালত এই প্ৰথা লৈ আমেৰিকাৰ গৃহ-যুদ্ধত ঘটা ভয়ানক হত্যাকাণ্ডৰ দৰে ঘটনাও ইয়াত ঘটা নাছিল। এই দাস-প্ৰথা ১৮৪৩ চনত লোপ পালে। এই চনতে বৃটিশ চৰকাৰে বৃটিশ ভাৰতত এই

---

* উদাহৰণস্বৰূপে মোৰ অকামিলা আজোককাৰ কথাই কোৱা যাওক। এওঁ সামন্তযুগীয় স্বত্বাধিকাৰ মতে ভোগ কৰা বহুত মাটি এৰি থৈ প্ৰাচীন বসতি এলেকাত থকা এখন এৰা গাৱঁত ৰহিলগৈ। পূৰ্বপি সাতামপুৰুষীয়া বন্দী (বন্দে) দুটি তেওঁৰ লগতে বনবাস খাটিবলৈ গ'ল আৰু পথাৰত কাম কৰি ঘৰুৱা উপাৰ্জন বৃদ্ধিত সহায় কৰিবলৈ ধৰিলে। প্ৰভু সহ দুয়ো বন্দী একেটা নোপোৰা ইটাৰ ঘৰত থাকি পাতলীয়া আহাৰ খাই জীৱন কটাইছিল।

প্ৰথাটো বন্ধ কৰিবলৈ এখন আজ্ঞাপত্ৰ জাৰি কৰে। দেশৰ আনবিলাক অঞ্চলত বৃটিশৰ প্ৰভাৱতকৈ অৰ্থনৈতিক কাৰণবশতঃ হে উক্ত অনুষ্ঠানটো মৰি যাবলৈ ধৰিলে। আনহাতে মানুহৰ মজ্জাগত কু-সংস্কাৰ* আৰু জাত আদি বিভিন্ন প্ৰথাবোৰ একেদৰেই থাকি গ'ল।

১০.৫ এনে সামন্তবাদী ব্যৱস্থাৰ ঘাই অৰ্থনৈতিক উদ্দেশ্য হ'ল সামন্ত প্ৰভু-সকলৰ বিনিয়োগ আৰু শক্তি প্ৰয়োগৰ বলত ভূবাসনৰ[৭] ক্ৰমবৰ্দ্ধমান ধনস্বৰ সৃষ্টি কৰা। উদাহৰণ স্বৰূপে ক'ব পাৰি যে একোখন গাৱঁৰ শক্তিয়ে নুকুলোৱা আৰু এলেকাই সামৰি ল'ব নোৱাৰা পানীযোগান, বান-নিয়ন্ত্ৰণ আৰু জলসিঞ্চন ব্যৱস্থা কেইবাখনো গাৱঁৰ জমিদাৰে কৰাইছিল আৰু বিভিন্ন ঋতুতো সেইবোৰ চালু ৰাখিছিল। অন্যান্য বিনিয়োগৰ তুলনাত এনে বিনিয়োগৰপৰা মাটিগিৰীৰ বহুত লাভ হৈছিল। এনে মাটিত এওঁলোকে শতকৰা ৫০ ভাগলৈকে কৰ তুলিছিল ( B P L 196–210 ); সাধাৰণতে শস্য মৰাৰ পিছত 'অগৰবটীয়া' প্ৰথামতে এই কৰ উঠোৱা হয়। ইয়াৰ বদলি 'ভাওলী' প্ৰথামতেও শস্যৰ প্ৰাক্‌কলন কৰি তাৰ ওপৰত পাওনা ঠিক কৰা হৈছিল, এই প্ৰথামতে নগদ ধনেৰে জমিদাৰক কৰ শোধোৱা নিয়ম আছিল। প্ৰথম প্ৰথাৰপৰা বুজা যায় যে সামন্তই সদাগৰৰ লগত লেন-দেন কৰিছিল; দ্বিতীয় প্ৰথাৰপৰা বুজিব পাৰি, সদাগৰে খেতিয়কৰ লগত পোনে পোনেই লেন-দেন কৰিব পাৰিছিল।

---

* পিতৃপক্ষৰ ককাদেউতাৰ মৃত্যুৰ পিছত ওপজা তেওঁৰ বংশৰ মই প্ৰথম ল'ৰা। সেই কাৰণে সহজভাৱেই মই তেওঁৰ অভিপ্ৰয়ানী আত্মা, ঘৰত মতা নাম, আৰু ভাল নাম এইবোৰৰ ওপৰত একাদিক্ৰমে অধিকাৰ লাভ কৰি পেলালোঁ। মোৰ বাৰী বুঢ়ী আইতা ১৯১৬ চনত ঢুকাল। জীৱন কালত এই বিনয়ী সদবংশজাত ব্ৰাহ্মণ তিৰোতাগৰাকীয়ে মোক এটা নামেৰেও মাতিব নোৱাৰিছিল। ইপিনে তেওঁ মোক খুব ভাল পাইছিল; মোক বৰ মৰম আৰু শাসনো কৰিছিল। ল'ৰা-কালত মই সুদূৰ নগৰৰপৰা যেতিয়া সময়ে সময়ে ঘৰলৈ আহোঁ, তেতিয়া মই তেওঁৰ ভৰি চুই সেৱা কৰিছিলোঁ। সম্ভৱপৰ সকলো কু-শক্তিৰ কোপদৃষ্টিৰ ( দৃষ্ট ) প্ৰভাৱৰপৰা মোক ৰচাবৰ বাবে তেওঁ বিধিমতে পূজা-পাতল কৰিছিল। পূজা হলে তেওঁ মোক কোলাত লৈ থিতাতে তেওঁৰ ঘৰুৱা মানুহ-খিনিৰ উপস্থিতিত মোৰ মুখত চেনি ভৰাই দিছিল আৰু মোৰ কথা-বতৰাবোৰ চেনিৰ দৰে মিঠা হ'বলৈ আশীৰ্বাদ দিছিল। কিন্তু, যিবিলাকে এই আকৰ্ষণীয় হাস্যকৰ আৰু অধুনা-বিস্মৃত অনুষ্ঠান দেখিছিল, তেওঁলোকে এতিয়া তাৰ ফলাফল দেখি নিশ্চয় মোক আৰু বেছি চেনি খুৱাব লাগিছিল বুলি অনুভৱ কৰিব।

(৭) গ্ৰীয়াৰচনৰ NDG, District Settlement Reports আৰু BJ, MEI, DR ইত্যাদিত ইয়াৰ লাখতিয়াল বৰ্ণনাবোৰ আছে। জিলাৰ ৰিপোৰ্টবোৰ ভালদৰে অধ্যয়ন কৰা আৱশ্যক। মহাৰাষ্ট্ৰৰ মীৰাচ দখলী স্বত্বৰ কথা জানিবলৈ হ'লে W. Chaplinৰ ৰিপোৰ্ট পঢ়ক; Report of the Commissioner in the Deccan, Bombay, 1824, pp 31-2; 56-73।

উক্ত দুই ধৰণৰ সামন্ত প্ৰথাৰ সম্পৰ্ক আৰু তজ্জনিত অব্যৰ্থ আৰু খৰতৰীয় ৰূপান্তৰৰ উদাহৰণ তলৰ বৰ্ণনাৰপৰা পোৱা যাব—

"উগ্ৰেলা ৰাজ্যখন মুছলমানে জয় কৰি নিজৰ তলতীয়া কৰাৰ পিছত তেওঁলোকে তাৰ ৰজাক কৰ দিবলৈ বাধ্য কৰিলে, ৰজাৰ হাতত মাথোন নিজৰ গাওঁ কেইখনমান থাকিল। ৰজাৰ আনবিলাক গাৱঁৰপৰা লক্ষৌ চৰকাৰে প্ৰাপ্য ৰাজহ নিজে তুলিবলৈ ধৰিলে। ৰজাই যদিও গাওঁবিলাকৰ ৰাজহ হেৰুৱালে তথাপি সেইবোৰত তেওঁৰ প্ৰভুত্ব সম্পূৰ্ণ লোপ নাপালে। এই সময়তে ৰজাই বিশেষ বিবেচনা কৰি একোখন বা ততোধিক গাৱঁৰ সম্পূৰ্ণ জমিদাৰী স্বত্ব বেচি বা দান দি টকা সংগ্ৰহ কৰি লৈছিল। ইয়াৰ ফলত পাওঁতাই গাৱঁৰ ভিতৰুৱা পৰিচালনা আৰু মুৰব্বীয়ানাৰ ভাৰো নিজৰ হাতত ৰখাৰ উপৰিও সেই অঞ্চলৰ সকলো পতিত মাটি আৰু অন্যান্য খাট-পামৰ দখলী স্বত্বেৰে অধিকাৰ পাইছিল। এই ধৰণৰ মাটি ব্যৱস্থাকে 'বিৰ্ট জমিন্দাৰী' বোলা হৈছিল। এই ৰাজ্যতে কিছুমান মুছলমান সেনাক জাগিৰ বন্দবস্তিত দিয়া ভালেমান গাওঁ আছিল। এই সেনাবোৰে এই ৰাজ্য জয় কৰাত আফগান আক্ৰমণকাৰীসকলক সহায় কৰিছিল। এই 'জাগিৰদাৰ' বোৰে কোনো ৰাজহ নিদিছিল; মাত্ৰ বছৰি সামান্য এটি কৰ দিছিল আৰু দৰকাৰ হ'লে যুদ্ধ কৰিবলৈ যাবলৈ বাধ্য আছিল। এনে বন্দবস্তিৰ ফলত স্বাভাৱিকতে দান-পোৱা পৰিয়ালবগই গাওঁখনৰ যুটীয়া মালিকীস্বত্ব লাভ কৰিবলৈ ধৰিলে, পূৰ্বৰ মাটিগিৰীবোৰ ৰায়তত পৰিণত হ'ল।·· বঙ্গদেশত মোগল চুবাদাৰে কেতিয়াও গাৱঁৰ অনুষ্ঠানবোৰত হাত নিদিছিল। এওঁলোকে কোনো নতুন পদ্ধতিও প্ৰৱৰ্তন কৰা নাছিল। আকবৰেও মাটি বন্দবস্তি কৰোঁতে যাতে গাৱঁৰ চলিত ব্যৱস্থাবোৰৰ সলনি নঘটে তালৈ চকু দিছিল, মাথোন তেওঁ নিয়মমতে সময়ত যাতে শস্যৰে প্ৰাপ্যভাগ অৰ্থাৎ খাজনা উঠে তাৰ ব্যৱস্থা কৰিছিল। হিন্দুৰজাৰ বাবে যিমান খাজনা মুছলমানসকলৰ বাবেও সিমানেই আছিল। পিছত যেতিয়া ৰাষ্ট্ৰই ৰাজহ তুলিবলৈ বিষয়া নিয়োগ কৰিবলৈ ধৰিলে, তেতিয়া স্বাভাৱিক গতিত ধ্বংসপ্ৰাপ্ত হোৱা গাৱঁৰ প্ৰচলিত পদ্ধতি তিষ্ঠি ৰ'ব নোৱাৰিলে আৰু ফলত সেই বিষয়াবোৰেই অৱস্থাৰ তাড়নাত পৰি গোটেই গাৱঁৰ মালিকত পৰিণত হ'লগৈ। বঙ্গদেশত জমিদাৰসকল সাধাৰণ গতিতেই মালিকত পৰিণত হৈছিলগৈ। জমিদাৰসকলে ৰাষ্ট্ৰৰ বাবে, সৰহকৈ খাজনা নিৰ্দ্ধাৰণ কৰিব লগা হৈছিল; সেইকাৰণে তেওঁলোকে নিজৰ তলত গাওঁলীয়া খেতিয়কে নিযুক্তি কৰিব লগা হৈছিল। জমিদাৰৰ প্ৰথম চিন্তা আছিল

কেনেকৈ খাজনা তোলা যায়। সেইকাৰণে তেওঁ ইচ্ছামতে পতিত মাটিত খেতিয়ক বহুৱাবলৈ লাগিল, আৰু মাটিৰ আচল দখলকাৰীয়ে খাজনা নিদিলে বা ভালমতে কাম নচলালে সেই মাটি বিনাদোষে কাঢ়ি লবলৈ ধৰিলে। ইয়াৰ ফলত যে পূৰ্বৰ মাটিৰ ম্যাদবোৰ অন্ত পৰিল তাক নকলেও হ'ব। জমিদাৰ (মাটিগিৰী) সকল আচল মাটিৰ মালিক হ'ল……( A lyall. imperial gazetteer : for Berer p 36 )। ল্যালৰ মতে উৎপন্নৰ ভাগৰ বন্দবস্তিত মাটি দিয়া প্ৰথা লুপ্ত হ'ল। ৰাজ্য ঐশ্বৰ্যশালিনী হোৱাৰ লগে লগে ধনী খেতিয়কসকলে ৰাজহ হিচাপে উৎপন্নৰ আধা দিবলৈ অমান্তি হ'বলৈ ধৰিলে আৰু মাটিৰ মালিকানাৰ অংশীদাৰী হ'বলৈ বিচাৰিলে। লাহে লাহে ধনেৰে খাজনা দিয়া প্ৰথাও প্ৰচলিত হ'ল।…খেতি নকৰা শ্ৰেণীৰ মানুহেও সময়ে সময়ে মাটিৰ দখল পাবলৈ ধৰিলে। গতিকে এনেবোৰ দখলকাৰীয়ে আনক খেতি কৰিবলৈ দিবলৈ বাধ্য হৈছিল। উত্তমৰ্ণসকলে তেওঁৰ মাটিত বহা খেতিয়কৰ মাটিও বেচিব পৰা হ'ল, এওঁলোকে মাটি লিজতো দিব পাৰিছিল। আগৰ দিনত তেওঁ এনেকৈ ৰায়ত পোৱা টান হলহেঁতেন।" ( B–P Mannual pp 56, 652-3, 635 )।

ইয়াৰপৰাই বুজিব পাৰি কেনেকৈ সামন্ত আৰু বুৰ্জোৱা মাটিৰ দখলীস্বত্ব প্ৰথাৰ সৃষ্টি হ'ল। স্বৰূপাৰ্থত অস্ত্ৰ-শস্ত্ৰৰ সহায়েৰেও অৰ্থাৎ বল প্ৰয়োগ কৰি এনে পৰিবৰ্তন কৰা হৈছিল, অকল অৱস্থাৰ হেঁচাৰ সফলতেই এনে হোৱা নাছিল। নতুন শক্তিশালী সামন্তবাদী ৰাজ্য গঠিত হোৱাৰ ফলত অকল যে প্ৰাচীন গাওঁ মালিকানা প্ৰথাই ধ্বংস হ'ল এনে নহয়, নতুন ধৰণৰ মালিকী প্ৰথাক নিয়মিত নকৰাৰ ফলত ৰাষ্ট্ৰই নিজৰ ভেটিও নিজে ধ্বংস কৰিলে। বুৰ্জোৱা ৰাষ্ট্ৰয়ো খাজনা নিদিলে এনেদৰে মালিকক উচ্ছেদ কৰিলেহেঁতেন ; কিন্তু এই ৰাষ্ট্ৰই এই কাম অধিক লাভজনকভাৱে আৰু বিধিমতে সমাধা কৰিলেহেঁতেন।

অকাৰণ বংশ পৰিবৰ্তন, বাঢ়ি অহা আক্ৰমণ ( মাৰাঠাসকলে কৰা আক্ৰমণলৈ আঙুলিয়াব পাৰি ) আৰু ক্ৰমাৎ-ক্ৰমে কঠোৰ হৈ অহা দুৰ্ভিক্ষ—এই সকলোবোৰে নিয়মিত হেঁচাৰ ফলত সামন্ত জমিদাৰ শ্ৰেণীৰ সৃষ্টি হ'ল। এই জমিদাৰবোৰৰ হাতত অৰ্থনৈতিক শক্তি থকা হেতুকে সাময়িক প্ৰাকৃতিক দুৰ্যোগবোৰৰপৰা হাত সাৰিবৰ উপায় তেওঁলোকৰ আছিল ; ইপিনে ভাল ভাল মাটিবোৰ লবলৈ আৰু ৰানচ-ভোগী শ্ৰমিক বা দাস লগাই সেইবোৰত নিজে খেতি কৰিবৰ জোখাৰেও তেওঁলোকৰ শক্তি আছিল। উৎপাদনৰ ক্ষেত্ৰত দাস-প্ৰথাৰ একমাত্ৰ প্ৰয়োজন হ'ল এইখিনিতে। ঘৰুৱা চাকৰবোৰ ৰখাৰ উদ্দেশ্য আছিল আত্মসম্মান ৰক্ষা

আৰু ভেম প্ৰদৰ্শন। কিন্তু, যিবিলাক মাটিত ( অসুবিধাজনক হোৱা হেতুকে ) বাৰত লগাবলৈ টান হৈছিল, সেইবোৰ মাটিত নগদ ধন দি কিম্বা গোলাম লগাই জমিদাৰসকলে খেতি কৰাইছিল। অৱশ্যে এই গোলামবোৰকো প্ৰাপ্যৰ বাবদ নিজাকৈ একো টুকুৰা মাটি দিয়াৰ উপৰিও জমিদাৰৰ ভঁৰালৰপৰা কিছু শস্যও নিয়মমতে দিয়া হৈছিল। এই একজতীয়া serf slavery প্ৰথা সাধাৰণভাৱে প্ৰচলিত নাছিল। দাস প্ৰথা উৎপত্তি হোৱাৰ কাৰণ কেইবাটাও। দুৰ্ভিক্ষৰ সময়ত বহুতো ট্ৰাইবেল লোক দাস হ'বলৈ বাধ্য হৈছিল; তাৰ ঠিক ওপৰ শাৰীতে জনজাতীয় জাত ( tribal caste ) বা অতি দুখীয়া খেতিয়ক শ্ৰেণী এটাৰো উদ্ভৱ হৈছিল। এওঁলোকৰ টেটুত কেইবাপৰুষো শোধাব নোৱাৰা ধাৰ লাগি আছিল। এনেদৰেই বঞ্চিত জাত কিছুমানৰ সৃষ্টি হ'ল; যেনে মালাবাৰৰ 'চেৰুমেন', জনৌসৰ-বৱৰৰ 'কোল্টা' ( জনৌসৰ-বৱৰ হিমালয়ৰ পাদপীঠৰ আলমোৱাৰ ওচৰত ), আৰু গুজৰাটৰ 'হালী' ইত্যাদি। এনেধৰণেৰে দুৰ্ভিক্ষ অথবা ঋণৰ হেঁচাত হোৱা দাসৰ কথা 'স্মৃতি'তো উল্লেখ আছে ( Narada 524-6 ; MS. 8. 415 )। এই কাৰণে মনুস্মৃতিৰ যুগৰ ৰজাজন সহজে সামন্ত মাটিগিৰী বা ডাঙৰ সামন্ত জমিদাৰত পৰিণত হ'বলৈ সমৰ্থ হৈছিল। কোনো কোনো প্ৰভুৱে দাসসকলক আনত খেতি কৰিবলৈ দি তাৰপৰা ভাৰা লৈছিল। অৱশ্যে সাধাৰণভাৱে চালে দেখা যায় যে,—ব্যাপক দাসপ্ৰথা বৰ লাভজনক নাছিল। দাসবোৰ পলাই গলে সিহঁতক বাধা দিবলৈ আইন নাছিল। কিছুমান জমিদাৰ বা কৰভোগী খেতিয়কে দেখাদেখিকৈ বল প্ৰয়োগ কৰিবলগীয়া হৈছিল, কাৰণ তাৰ বাহিৰে প্ৰতিকাৰ একো নাছিল। কেতিয়াবা সামন্ত শ্ৰেণীৰ লোকেই এনে পলৰীয়া দাসবোৰক আশ্ৰয় দিছিল। কিছুমান দাসে সেৱা কৰাৰ ফলত নিজৰ জাত হেৰুৱাৰ লগাত পৰিছিল। আন কিছুমানে তাক সযত্নে ৰক্ষা কৰিছিল। দাসত্ব আৰু আন্তঃবিবাহৰ ফলত ভালেমান নতুন জাতৰো সৃষ্টি হৈছিল। এই অনন্ত বিচিত্ৰতাৰ বিষয়ে অধ্যয়ন কৰা নিষ্ফল; অৱশ্যে অতীত কালৰ স্মাৰক-চিহ্ন হিচাপে সেইবোৰৰ অধ্যয়ন ফলপ্ৰসূ।

মানুহে সৃষ্টি কৰা বিপদৰপৰা ৰক্ষা পৰিবলৈ সামন্ত জমিদাৰসকলৰ বিশেষ একো ৰক্ষাকৱচ নাছিল। আক্ৰমণকাৰীসকলে সাধাৰণতে জমিদাৰৰ ঘৰ আক্ৰমণ কৰি সঞ্চিত ধন-সোণ লুটি লৈ গৈছিল। তথাপিও যিবিলাক আক্ৰমণকাৰীয়ে পৰ্যাবৃত্ত কৰ বিচাৰিছিল, সেইবোৰ আক্ৰমণকাৰীয়ে কিছুমান সামন্ত স্বত্ব স্বীকৃতি দিব লাগিছিল। ইয়াৰ ফলত কেন্দ্ৰীয় শক্তিৰ অন্তৰ্নিৰ্ভ ঘটাৰ লগে লগে সামন্ত

জমিদাৰৰ সংখ্যাও ক্ৰমাৎ বৃদ্ধি পাবলৈ ধৰিলে। যিসকল লোক কৰ সংগ্ৰহ কৰিবৰ জোখাৰে বলী আছিল, সেইসকল লোককহে এনেবোৰ জমিদাৰে কৰ দিছিল। জমিদাৰসকলে নিজৰ 'গতি' অৰ্থাৎ পাৰিবেষ্টিত দুৰ্গ তৈয়াৰ কৰি তাত অনিৰ্দিষ্ট সংখ্যক সশস্ত্ৰ সেনা ৰাখিছিল ( DR 1. 106 )। লাহে লাহে এই সামন্তবোৰেই কৰ তোলাৰ গৰাকী হলগৈ। আকবৰৰ দৰে শক্তিশালী শাসকৰ দিনত শস্যৰ নিৰ্দিষ্ট দামৰ নিৰিখত এওঁলোকে নগদ ধন কৰ হিচাপে দিব লগা হৈছিল। দৰমহা খোৱা চাৰ্কাৰিয়াল বা কৰ-সংগ্ৰহকাৰী খেতিয়কে ৰাজ্যৰ ৰাজহ তুলিছিল; অৱশ্যে ৰাজস্থান, দাক্ষিণাত্য আৰু বঙ্গদেশৰ অংশবিশেষত এই নিয়ম মেখাটিছিল। এওঁলোকে নিৰ্দিষ্ট শস্য সংগ্ৰহ কৰি তাক নগদ ধনলৈ ৰূপান্তৰিত কৰি ৰাজ-কোষলৈ পঠিয়াই দিছিল। আবুল ফজলৰ আইনি— আকবৰিক সমসাময়িক কালৰ অৰ্থশাস্ত্ৰ, Dooms day book আৰু বুৰঞ্জী বুলি গণ্য কৰিব পাৰি। এই কিতাপৰ মতে সেইসময়ত সামন্ত জমিদাৰসকলৰ হাতত ৪ নিযুত ৰক্ষিত সেনা আছিল (এওঁলোকক 'বৃমি' বুলিছিল)। ৰাষ্ট্ৰৰ দৃষ্টিৰপৰা এইবোৰ সেনা অপ্ৰয়োজনীয় আছিল; ৰাষ্ট্ৰত এওঁলোকৰ ভূমিকাও অস্পষ্ট আছিল, কাৰণ সামন্ত প্ৰভুসকলে যুদ্ধৰ বেহ-ৰূপ চাই জিকা পক্ষলৈহে সেনা পঠিয়াইছিল ( MOR. B. 34. 74 )। সামন্তসকলৰ মাজত বিতৰণ হোৱা ৰাষ্ট্ৰৰ বিভিন্ন বিভাগবোৰ পৰিচালনা কৰা খৰচৰ বোজা অসহনীয় হৈ পৰিছিল। সুখৰ দিনত জমিদাৰসকল আছিল বিভিন্ন শ্ৰেণীৰ খেতিয়কসকলৰ হৈ তেওঁলোকৰ কৰ তুলি সম্ৰাটক সময়মতে সেইখিনি শোধাই দিয়া বিষয়া। কেতিয়াবা গাওঁবুঢ়া, মুকদ্দম বা চৌধুৰীয়েও জমিদাৰৰ বাব লৈছিলগৈ। সাধাৰণতে এনে ব্যৱস্থাত সমূহ খেতিয়ক সমাজে 'বিৰাদাৰী' বা ভ্ৰাতৃত্বৰ ভাৱৰ ভেটিত একেলগে গাৱঁৰ খেতিবাতি কৰিছিল। ইয়াৰপৰা বুজিব পাৰি যে প্ৰাচীন ট্ৰাইবেল স্বত্বৰ প্ৰয়োগৰ ভেটিতে অথবা সমাপ্ত গৃহস্থালিৰ উত্তৰৰ ফলতেই এনেধৰণৰ উমৈহতীয়া মালিকীস্বত্বৰ প্ৰথা প্ৰচলিত হৈছিল। উত্তৰপ্ৰদেশত যোৱা শতিকালৈকে জমিদাৰীৰ অৰ্থ আছিল এনে ধৰণৰ: জমিদাৰীত "মাটিৰ দখল-প্ৰথা এনে হ'ব যাতে গাৱঁৰ সকলো মাটিৰ অধিকাৰ আৰু পৰিচালনাৰ ভাৰ উমৈহতীয়া হৈ থাকিব। মাটিৰ সকলো কৰ আৰু লাভ গোটাই এটি পুঁজি কৰা হয়। চৰকাৰী খাজনা অৰ্থাৎ মালগুজাৰি আৰু গাৱঁৰ খৰচ বাদ দিয়াৰ পাছত ( gamv kharch ) যি ধন বাকী থাকে, সেই ধন অংশ অনুসৰি অথবা গাৱঁৰ আইন বা প্ৰথা অনুসৰি অংশীদাৰসকলৰ মাজত বিতৰণ কৰা হয়।" ( Crooke 284 ) এই উক্তিৰপৰা বুজা যায় যে উচ্চশ্ৰেণীৰ জমিদাৰ কিছুমান

ইতিমধ্যে সমাজত সৃষ্টি হৈছিল। আদিতে গ্ৰাম্য কমিউনবোৰৰপৰা বিকশিত হোৱা নিয়ন্ত্ৰৰ প্ৰথা আছিল 'ভৈয়াচাৰ' দখলী প্ৰথা। এই প্ৰথা অনুসৰি একে বংশৰ মানুহে দখলী মাটিৰ পৰিমাণ অনুসৰি নিৰ্দিষ্ট কৰ উমৈহতীয়াভাৱে সংগ্ৰহ কৰিবলৈ দায়িত্ব গ্ৰহণ কৰিছিল। আদিতে গাঁৱৰ কমিউনৰপৰা এই স্তৰৰ বিকাশ হৈছিল। বুণ্ডেলখণ্ডত 'ভূজবেৰাৰ' ( Crooke. 43 ) বুলিবৰ আন এটি উৎপন্ন শস্যভাগ প্ৰথা প্ৰচলিত আছিল। এই প্ৰথামতে 'একোজন মানুহৰ পৰিয়ালৰ শ্ৰম-ক্ষমতাৰ পৰিমাণেই আছিল তেওঁৰ দখলী মাটিৰ জোখ।' দক্ষিণত 'মিৰাচদাৰী' প্ৰথা অনুসৰি ম্যালিকীস্বত্ব দান কৰা হৈছিল। এই অধিকাৰ পাবৰ অৰ্থে দখলকাৰীয়ে নিৰ্দিষ্ট আৰু সৰহ পৰিমাণৰ নিৰূপিত কৰ দিব লাগিছিল, বন্দবস্তিমতে দখল-কাৰীয়ে এই অধিকাৰ বেচিব, উত্তৰাধিকাৰ সূত্ৰে আনক গতাব বা বন্ধকত দিব পাৰিছিল। বন্ধকৰ টকা শোধ হলে পুনৰ আগৰ গৰাকীয়ে মাটি পাইছিল। ইপিনে হ্ৰস্বম্যাদী অধিকাৰো প্ৰচলিত আছিল। কম সাবুৰা বা চাফ নকৰা মাটিৰ বাবেও বেলেগ ম্যাদৰ ব্যৱস্থা আছিল। এইবিলাকৰ খাজনা ( ক্ৰমক্ষীয়মান বা ) ক্ৰমবৰ্দ্ধমান নিৰিখত গণনা হৈছিল। ৰোৱা শস্যৰ পৰিমাণ লৈ ৰাষ্ট্ৰৰ বিষয়া বা সামন্তই এই নিৰিখ ধাৰ্য কৰিছিল।

উচ্চ স্তৰৰ পুৰুষানুক্ৰমিক ক্ৰমে অধিকাৰ ভোগৰ স্বত্ব নথকা বাবে এনে প্ৰথাত সদায় এটি অস্থিৰতাই দেখা দিছিল। ইয়াত 'য়ুৰোপৰ দৰে নিয়মিত বেৰণ, ডিউক বা মাৰ্কুইচ নাছিল। উচ্চ সভাসদসকলো ইয়াত ক্ষেত্ৰবিশেষে দাস আছিল। এই দাসবোৰ সামন্ত প্ৰভু বা তলতীয়া ৰজা হ'লে বেলেগ কথা। এনে অৱস্থাত উত্তৰাধিকাৰৰ ব্যৱস্থা কিছুদূৰ নিয়মিত আছিল। নহলে জমিদাৰৰ সম্পত্তিৰ উত্তৰাধিকাৰী সম্ৰাট নিজে আছিল, সময়ে সময়ে তেওঁ এই স্বত্ব দাবীও কৰিছিল। সামৰিক কৰ্তব্যৰ দায়িত্ব আৰু তাৰ লগৰ অপৰিবৰ্তনীয় ৰাজহ সংগ্ৰহৰ ভাৰ উত্তৰাধিকাৰ সূত্ৰে হস্তান্তৰিত হোৱা নাছিল, ক্ষেত্ৰবিশেষে কোনো কোনো নিৰ্দিষ্ট অঞ্চলৰ আয়ৰ ওপৰত পাওনা ধাৰ্য কৰা হৈছিল অস্থায়ী সামন্ত স্বত্বৰ ভেটিত। এনেবিলাক কাৰণত সচিবালয় আৰু উচ্চ সভাসদসকলৰ মাজত সততে কন্দল হৈছিল, এই অঞ্চলত জটিলতা সৃষ্টি হৈছিল ৰাজসভাৰ ভিতৰত চলি থকা বিভিন্ন পক্ষৰ মতভেদৰ মাজত ভাৰসাম্য ৰক্ষা কৰি চলিবলগীয়া হোৱাত। ৰাজপুত আৰু পাঠানসকলৰ মাজত চলি থকা কন্দলৰ উদাহৰণলৈ লক্ষ্য ৰাখিলেই এই কথা স্পষ্টভাৱে ধৰা পৰে। এনে ব্যৱস্থাত স্থায়ী বন্দবস্তি কৰা সম্ভৱপৰ নহৈছিল। আওৰঙ্গজেবৰ পাছৰপৰা মোগল 'জাগিৰ' আৰু 'পেশ্বোৱাসকলৰ দিনৰপৰা হোৱা

মাৰাঠা 'জাগিৰ'বোৰত পুৰুষানুক্ৰমিক ক্ৰমে উত্তৰাধিকাৰৰ ৰীতি প্ৰচলিত হৈছিল। কিন্তু উত্তৰাধিকাৰ স্বত্ব লাভ কৰা এই মোগল জাগিৰবোৰে কেন্দ্ৰৰ ৰাষ্ট্ৰীয় আভ্যন্তৰীণ দুৰ্বলতাহে প্ৰকাশ কৰিছিল। মাৰাঠাসকলৰ আকৌ নিজৰ হাতত এনে বহুত মাটি আছিল, যিবোৰৰ কৰ ৰাষ্ট্ৰক পোনে পোনেই দিব লগা হৈছিল।

ইতিহাসৰপৰা জনা যায় যে সামন্তযুগীয় নগৰবোৰৰ প্ৰকৃতি আছিল অস্থায়ী, এইবিলাক নগৰত অস্থায়ীভাৱে বাস কৰা কিছুমান বিশেষ ধৰণৰ গ্ৰাহকৰ বাবে বেলেগে বস্তু উৎপন্ন কৰা দৰকাৰ হৈছিল। আনৰ তুলনাত অপেক্ষাকৃতভাৱে ভ্ৰাম্যমান ৰাজসভাসদ আৰু সেনাবাহিনীৰ লোকেই আছিল এইসকল গ্ৰাহক। আওৰঙ্গজেৱৰ দিনত ঔৰঙ্গাবাদ চহৰখনৰ লোক চাৰি লাখলৈকে উঠিছিল; কাৰণ তেওঁ ইয়াতে থাকি বহুত দিন সাম্ৰাজ্য শাসন কৰিছিল। তেওঁ কৰা পানীযোগানৰ কাৰখানাটোৰে এতিয়াও নগৰখনৰ পানী যোগান ধৰা হয়। দুৰ্ভাগ্যবশতঃ বৃটিছ ইঞ্জিনিয়াৰ এজনে তাৰ মাটিৰ তলৰ উঁহটো উলিয়াবলৈ যাওঁতে বস্তুটোৰ ভাল-কৈয়ে ক্ষতিসাধন কৰিলে। সুদিনত বিজয়নগৰ আছিল পৃথিৱীৰ এখন বিস্ময়কৰ নগৰ। প্ৰাসাদবোৰৰ ভগ্নাৱশেষবোৰ চালে অৱশ্যে সেই কথা ধৰিব নোৱাৰি। ইফালে ঘৰবোৰ উটাই নি খেতিৰ মাটিৰ বোকাত মিহলি কৰিলেগৈ। তাত এতিয়াও অসংখ্য থান দেখা যায়; সেইবোৰত থকা বিৰাটকায় মনলিথিক মূৰ্তিবোৰ দেখিলে বুজিব পাৰি যে এসময়ত নগৰখনত অসাধাৰণ বসতি অঞ্চল আছিল। বিজাপুৰ নগৰখন এতিয়া এখন দুৰ্ভিক্ষ-প্ৰপীড়িত জিলাৰ গাওঁবিশেষত পৰিণত হ'ল। তাত ৰেলৱে লাইন হোৱা সত্ত্বেও নগৰখন ৰক্ষা নপৰিল। আগ্ৰা এসময়ত মোগলৰ ৰাজধানী আছিল, কিন্তু ৰাজসভাৰ স্থানান্তৰৰ পাছতে সেইখন ক্ষুদ্ৰ গাৱঁত পৰিণত হ'ল। ('উসিনে') হস্তশিল্পৰ বিৰাট কেন্দ্ৰ হিচাপে যিকেইখন নগৰ আমাৰ ভাৰতবৰ্ষত গঢ় লৈ উঠিছিল, সেইকেইখনত নতুন উদ্যোগ নহ'ল। বৃটিছৰ পণ্যদ্ৰব্যই আহি কম সময়ৰ ভিতৰত হস্তশিল্পবোৰকে ধ্বংস কৰি পেলা-লেহি। ঢাকা জিলাৰপৰা যি সময়ত বহুতো নিযুত হাতে-বোৱা মিহি কাপোৰ (যাইকৈ ইষ্ট ইণ্ডিয়া কোম্পানীৰ মাৰফত) য়ুৰোপ আৰু আমেৰিকালৈ ৰপ্তানি কৰা হৈছিল, সেই সময়ত ঢাকা মহানগৰৰ জনসংখ্যা আছিল ১৫০,০০০ জন; কিন্তু ১৮৩৭ চনত বিলাতৰপৰাহে ইয়ালৈ কাপোৰ আমদানী হ'বলৈ ল'লে। ফলত এপুৰুষৰ ভিতৰতে ঢাকা নগৰীৰ জনসংখ্যা কমি গৈ ২০,০০০ হ'লগৈ। চুৰাট আছিল ইষ্ট ইণ্ডিয়া কোম্পানীৰ প্ৰথম বাণিজ্য কেন্দ্ৰ। কিন্তু এই নগৰৰ সমৃদ্ধি নঘটিল; বোম্বাইত প্ৰথম কাপোৰৰ মিল পতা হ'ল; বোম্বাইৰ আজিৰাটৰ সাম-

বোৰত এতিয়াও চুৰাটৰ স্মৃতি-চিহ্ন বিৰাজমান। বোম্বাই বাঢ়ি অহাৰ ফলত চুৰাট লাহে লাহে শ্ৰীহীন হৈ পৰিল। তলৰ বৰ্ণনা চাওক ঃ

"সেনাবাহিনীৰ পিছে পিছে ৰেইড, লুটকাৰী আৰু পিণ্ডাৰী আদি বিভিন্ন প্ৰকাৰৰ লুণ্ঠনকাৰী দলবোৰ আছে, ইহঁতে সেনাবিলাকৰ তুলনাত আক্ৰমিত বা অধ্যুষিত ৰাজ্যবোৰৰ অধিক ক্ষতিসাধন কৰে। এই ধ্বংসকাৰী লুণ্ঠনকাৰী-বোৰে দৰমহা নেপায়; যি সেনাবাহিনীৰ সিহঁত অন্তৰ্ভুক্ত হৈ আছে, সেই বাহিনীৰ সেনাপতিক লুটৰ আধাভাগ দিয়ে ( সিহঁতে বাকীভাগ নিজে ভোগ কৰে ) আৰু কোনো বৃত্তি লোৱাতকৈ এনেকৈ লুটপাত কৰিয়েই ইহঁতে ভাল পায়। বাঠি, ক্ষুদ্ৰ তৰোৱাল, ক্ষুদ্ৰ কুঠাৰ, লোৰ সৰঞ্জাম ( iron crows ) আৰু অন্যান্য ধ্বংসাস্ত্ৰৰে সাজু হৈ সিহঁত গাওঁবোৰত সোমায়গৈ, সাধাৰণতে তাৰ আগতে সেনা-বোৰে এই গাওঁসমূহ আগতে ধ্বংস কৰি থৈ যায় আৰু অধিবাসীবোৰক পলাবলৈ বাধ্য কৰে। ধান, বয়বস্তু আৰু আন আন নিব পৰা বয়বস্তু ধ্বংস কৰি যি দুখ-জনক অৱস্থাৰ সৃষ্টি কৰে, তাতে সন্তুষ্ট নাথাকি পিণ্ডাৰীবোৰে ঘৰৰ তলা, কজা আৰু আন আন লোৰ বস্তুবোৰ এৰুৱাই পেলায় আৰু খুছী মতে কাঠো নষ্ট কৰে। তাৰ পিছত সিহঁতে মজিয়া খানি পোতা শস্য বিচাৰে। আৰু বেৰ ভাঙি গুপ্ত ধনৰ সন্ধান কৰে, সদৌ শেষত নিব নোৱাৰা বস্তুবোৰত সিহঁতে জুই লগাই থৈ গুচি যায়। অথচ শিবিৰৰ বজাৰত সকলো বস্তু বেচা হৈছিল, সেই বজাৰত এটা মামৰে ধৰা গজালৰ সলনিও খোৱাবস্তু পোৱা হৈছিল··। ভাৰতীয় সেনা-বাহিনীত এই পিণ্ডাৰীবোৰ আৰু শিবিৰত থকা বিভিন্ন ধৰণৰ নিৰস্ত্ৰ অনুগামী-বোৰৰ সংখ্যা দেখিলে আচৰিত মানিব লাগে। সংযোগ ঘটাৰ পিছত ৰঘোবৰ সেনাবাহিনীয়ে মন্ত্ৰীসকলৰ সেনাৰ অভিমুখে অগ্ৰগতি কৰোতে দেখা গৈছিল যে তেওঁৰ লগত ত্ৰিশ হেজাৰ সেনা আছে, তাৰে ভিতৰত বিভিন্ন ধৰণৰ অনু-গামী লোকো আছিল। আনহাতে গৰুম'হৰ সংখ্যা আছিল দুশ হেজাৰৰো ওপৰ, সংযোজিত সেনাবাহিনীবোৰৰ সংখ্যা গোটালে যে কিমান সংখ্যা হ'বগৈ তাৰ একো ঠিক নাই······ৰঘোবৰ শিবিৰে কেইবা বৰ্গমাইলো আগুৰি আছিল। নিজৰ বাহিনীৰ আৰু থাই সেনাপতিসকলৰ বজাৰথনত হেজাৰ হেজাৰ শিবিৰ পতা হৈছিল। নগৰৰ দৰেই তাত নিয়মিতভাৱে বিভিন্ন শিল্প আৰু ব্যৱসায়ৰ লেনদেন চলিছিল। তাত সোণাৰী, অলংকাৰ বিক্ৰেতা, বেংকাৰ, দৰৱ বিক্ৰেতা, কাপোৰ বিক্ৰেতা, মিঠাই বিক্ৰেতা, বাঢ়ৈ, দৰ্জী, তম্বু, কৰোঁতা, শস্য গুৰি কৰোঁতা, পোহাৰী-সক-লোৱেই যোজকাৰ কৰিছিল। ধূপ, লো আৰু তামৰ মিস্ত্ৰী শাৰী পাতি বহি থকা

দেখা গৈছিল। বান্ধনি, মিঠাই বিক্ৰেতা আৰু ঘোঁৰাৰ খুড়া-বন্ধা কমাৰৰ দাবীয়েই সকলোতকৈ অধিক দেখা গৈছিল" ( Fom. 1. 344. 5 )।

এই বৰ্ণনা হ'ল ৰঘুনাথ ৰাও পেশোৱাৰ শিবিৰৰ। তেতিয়া ১৭৭৫ চন। পিছৰ যুগৰ প্ৰায়বোৰ সামন্ত ৰাজ্যৰ শিবিৰৰে ক্ষেত্ৰত এই বৰ্ণনা প্ৰয়োগ কৰিব পাৰি। ভ্ৰমণ বন্ধ কৰি বাহিনীবোৰ এনেকৈ শিবিৰ পাতি ক'ৰবাত ৰহিলেই ল'ৰা-ছোৱালী, তিৰোতা, চাকৰ সদাগৰ আৰু কাৰিকৰৰ সৈতে একোখন নগৰ হয়। কিন্তু এই নগৰবোৰে সমাজৰ ব্যৱহাৰৰ বাবে একো উৎপন্ন কৰা নাছিল। স্থানীয় উৎপন্ন দ্ৰব্যবোৰ গ্ৰাস কৰি গাওঁবোৰ উচ্ছন্ন কৰাই আছিল এই নগৰবোৰৰ লক্ষ্য।

আনহাতে পুৰণি 'চাৰ্ফ' শ্ৰেণীৰ ঠাইত এশ্ৰেণী নতুন বনুৱাৰ উদ্ভৱ হ'ল। এই শ্ৰেণী বনুৱাৰ ওপৰতে গোটেই সামন্ত ব্যৱস্থাটো বৰ্তি ৰ'ল। এওঁলোক দাস নাছিল; কিন্তু এই বনুৱাসকলৰ নিজা মাটি এচিকটাও নাছিল, থাকিলেও তাৰ পৰিমাণ অতি সামান্য আছিল। এওঁলোকৰ আচল কাম ওলায় ধান ছপোৱাৰ সময়ত আৰু বাৰিষাৰ আগৰ হলকৰ্ষণৰ বেলিকা। বতৰৰ অৱস্থা এনেকুৱা আছিল যে এনে মাটিত সকলো শ্ৰমশক্তি একে সময়তে প্ৰয়োগ কৰি কাম কৰোৱাটো বৰ প্ৰয়োজনীয় হৈ পৰিছিল ( আজিও এই প্ৰথা চলি আছে )। ইয়াৰ ঘাই কাৰণ হ'ল আদিম হাতিয়াৰৰ ব্যৱহাৰ। সামন্ত জমিদাৰ বা কৰতোলা খেতিয়কসকলে এনে মানুহক কামত লগাবলৈতো অমান্তি হোৱা নাছিলেই, বৰং স্থায়ী খেতিয়কবোৰৰ নাঙল আৰু বলদ গোটাই অনাই নিজৰ মাটিত কামত লগাইছিল। কিন্তু লাভৰ মূৰত পিছৰ বছৰ অৱস্থা বেয়ালৈ গৈছিল আৰু ৰাজহো কম উঠিছিল। থাটনিৰ কোবত বনুৱাবোৰৰ হয় মৃত্যু ঘটিছিল নতু তেওঁলোক পলাই গৈছিল। জাহাংগীৰে আৰম্ভণিতেই এখন আজ্ঞাপ্তি জাৰি কৰি এনে প্ৰথাৰ অৱসান ঘটাবলৈ চেষ্টা কৰিছিল। কোনকোনৰ 'খোতসকল' আছিল কৰ তোলা এজেণ্ট। প্ৰত্যেকেই গড়ে দুই তিনিখন গাৱঁৰপৰা কৰ তোলাৰ ভাৰ পাইছিল; এও'লোকে প্ৰত্যেক খেতিয়কৰে-পৰা শস্যৰ ⅓ ভাগ সংগ্ৰহ কৰিছিল আৰু তাৰ বাবে বন্দৱস্ত মতে ৰাষ্ট্ৰক ধনৰ পৰিমাণ এটি দি আছিল। পেশোৱাসকলৰ দিনত বা তাৰ আগতেই এই 'খোত' সকলে নিজৰ দখলৰ মাটিৰ খেতিৰ বাবে গাৱঁৰ মানুহ আনি বিনা পাৰিশ্ৰমিকেৰে কাম কৰোৱাবলৈ অনুমতি পাইছিল ( ৱেগাৰয়েঠ )। সাধাৰণতে এই দখলী মাটি বা বাৰী একোটি পৰিয়ালৰ জোখাৰে দিয়া হৈছিল; ই এক অসাধাৰণ ব্যৱস্থা। ৰাষ্ট্ৰৰ ৰাজহী মাটিত খেতি নকৰা ক্ষুদ্ৰ খেতিয়কক ৰাজ্যিক প্ৰবৰ্ণৰে কৌতিয়াৰা

বাজহুৱাভাৱে মৃত্যুদণ্ডও দিব পাৰিছিল। কিন্তু বেছিভাগ লোকেই ভোক আৰু মাটিহীনতাৰ তাড়নাত পৰিহে এনেদৰে কাম কৰিছিল। বনুৱাবোৰক হয় নগদ ধন-সহ খোৱা বস্তু দিয়া হৈছিল ( খাটি দিয়া দিনকেইটাত ), নহয় সিইতে উৎপন্নৰ অংশ গ্ৰহণ কৰিবলৈ পাইছিল। কিন্তু বনুৱাবোৰে সেই অংশ বা ধনেৰে গোটেই বছৰ খাব নোৱাৰিছিল, বাধ্য হৈ তেওঁলোকে আন কামো কৰিব লাগিছিল। গ্ৰীয়াৰচনে এই সম্পৰ্কে এইদৰে লেখিছে ঃ

"আয়ৰ আন আন থলবোৰৰ কথা যদি আমি বিবেচনালৈ নানো, তেনেহলে দেখা যাব, শতকৰা ৭০ ভাগ মাটিৰ আয়েই খেতিয়কসকলৰ পোহপালৰ বাবে যথেষ্ট নহয়। যিবিলাকে পিন্ধিবলৈ যথেষ্ট কাপোৰ-কানি আৰু দিনে দুসাজ খাবলৈ পায়, তেওঁলোকেও খেতিৰ ওপৰতে নিৰ্ভৰ কৰি চলিব নোৱাৰে, আন উপায়েৰেহে জীৱিকা উলিয়ায়। · · বনুৱা শ্ৰেণীৰ সকলো লোকে, খেতিয়ক আৰু কাৰিকৰ শ্ৰেণীৰ শতকৰা দহ ভাগ লোকৰ খাবলৈ বা পিন্ধিবলৈ নোজোৰে, কেতিয়াবা তেওঁলোকৰ দুয়োটা অভাৱেই পৰিলক্ষিত হয়। এওঁলোকৰ সংখ্যা প্ৰায় এক নিযুতমান হ'ব, অৰ্থাৎ জিলাখনৰ শতকৰা ৪৫ ভাগ লোক · । দুখীয়া শ্ৰেণীবোৰে সপ্তাহত এক দুই সাজতকৈ অধিক ভালকৈ খাবলৈ নেপায়, আনকি যিবিলাক অঞ্চলৰ অৱস্থা ভাল, সেইবিলাক অঞ্চলতো দুখীয়াসকলৰ এনে অৱস্থা, খেতি ভাল হোৱা বছৰো একেই অৱস্থা। · · কৈৱৰ্তৰ বাহিৰে আন জাতৰ অতি দুখীয়াইতৰো গাইপতি অন্ততঃ ধাতুৰ পাত্ৰ এটি আৰু কাঁহী একোখন আছিল। ৰন্ধা পাত্ৰ আৰু পানীৰ কলহবোৰ আছিল মাটিৰ। যি বছৰ বেয়া খেতি হয়, সেই বছৰ মানুহে প্ৰথমতে ধাতুৰ বস্তুবোৰ বেচি দিয়ে। আজিকালি সঘনে বাচন-বৰ্তন বেচা হয়। গতিকে এনে বাচন-বৰ্তনৰ ব্যৱহাৰ কমি গৈছে। · · জহকালি গৰু-ম'হে দিনটো উমৈহতীয়া শুকান চৰণীয়া পথাৰত ঘাঁহৰ শুকান শিপা চেলেকি কটায়। গধূলিহে মানুহে গোহালিলৈ নি নকটা শুকান ধানৰ খেৰ খাবলৈ দিয়ে। ··· বনুৱাবোৰ, দাৰোৱান, পিয়ন আৰু তেনে ধৰণৰ কাম লৈ নগৰলৈ যাবলৈ ধৰিছে। কিছুমান মৰাপাটৰ কাৰখানাত তাঁতী হ'বলৈ পায়। জলাহা জাতৰ মানুহে তাঁতীৰ কাম কৰি ভাল পায়। হাওৰা মিল গোটেইটো গয়াৰ জলাহাৰে ভৰি আছে" (NDG. 96-126)।

গয়া জিলাৰ উক্ত জলাহা মানুহখিনিৰ অৱস্থা ( ১৯শ শতিকাৰ শেষ ভাগৰ কথা কৈছোঁ ) আগৰ বহুত শতিকাৰ বনুৱাৰ অৱস্থাৰ তুলনাত বেয়া নাছিল। বৃটিছসকলে স্থায়ী বন্দোবস্ত কৰি মাটিৰ দখলী স্বত্ব আৰু কৰ নিৰ্দ্ধাৰিত কৰি দিয়াতহে

তেওঁলোকৰ দুখৰ ওৰ নপৰা হ'ল। হাওৱা জুটীমলৰ আয় সেই সময়ত অকল বৃটিংগ খেৰাৱ-হজ্জাৰ অৰ্থাৎ অংশীদাৰসকলে পাইছিল। গতিকে মিলত সস্তীয়া শ্ৰমিক ল'লে লাভৰ সুবিধা আছিল। গ্ৰীয়াৰচনে সাৱধানেৰে প্ৰবৃত্ত কৰা এই টোকাটিয়ে কিঞ্চিৎ প্ৰচাৰ লাভ কৰাৰ কাৰণ বোধহয় সস্তীয়া বনুৱাৰ প্ৰয়োজনেই আছিল। গ্ৰীয়াৰচনে ইয়াৰ পিছত ভাৰতবৰ্ষৰ ভাষাৰ সমীক্ষাৰ কাম হাতত লৈ সেই কামত ওৰে জীৱন কটালে। বৃটেইনৰ শাসক শ্ৰেণীয়ে কিৰ্কলিঙৰ সাহিত্য পঢ়িহে ভাল পাইছিল, কিয়নো, এই সাহিত্যিকজনে 'আইনবিহীন নীহ শ্ৰেণীৰ জীৱৰ' ওপৰত সাম্ৰাজ্য পতা যে গৌৰৱৰ কথা তাক তেওঁলোকক সোঁৱৰাই দিছিল।

১০৬ এই যুগৰ শেহতীয়া চেষ্টা এটি পৰিলক্ষিত হৈছিল ধৰ্মৰ বাধা অতিক্ৰম কৰি নতুন কিছুমান পন্থাৰ সৃষ্টি কৰাত। হিন্দু আৰু মুছলমানসকলে একেলগে গাঁৱত বাস কৰাৰ কাৰণে এনে পন্থাবোৰৰ প্ৰযোজন হৈ পৰিল। মাৰ্কপ'ল আৰু ইব'নবতুতাই চিলনৰ এডেমেচ পিকত হিন্দু, মুছলমান আৰু বৌদ্ধ সকলোৱেই এটি প্ৰাচীন শিলাস্তম্ভত শ্ৰদ্ধা নিবেদন কৰা দেখা পাই গৈছিল। অসম আৰু বঙ্গদেশত (MEI. 3,463,3,512) এই চেষ্টাই উমৈহতীয়া তীৰ্থযাত্ৰাৰ ৰূপ ল'লে। একোজন দেৱতা বা সন্তপীৰ বুলি পৰিগণিত পূজিত মানৱক উদ্দেশ্য কৰি এই তীৰ্থযাত্ৰা হৈছিল। এই পীৰসকলৰ ভিতৰত সকলোতকৈ আকৰ্ষণীয় পীৰ হ'ল সত্যপীৰ। ১৮শ শতিকাৰ আৰম্ভণিৰ আগতে এনে পীৰৰ পূজা থকাৰ কোনো ভাল প্ৰমাণ আমি নাপাওঁহক। অৱশ্যে 'সত্যপীৰেৰ কথা' ( এইখন বঙালী কিতাপ। শ্ৰীনগেন্দ্ৰনাথ গুপ্তই সম্পাদনা কৰা। ) আদি হিন্দু কাব্যবোৰৰ মাজত অচিৰেই সাধুজনৰ জীৱনী পৰিমাৰ্জিত আৰু জনপ্ৰিয় কৰাৰ চেষ্টা আমি দেখা পাওঁহক। উক্ত কবিতা পুথিখন ব্ৰাহ্মণ ৰামেশ্বৰ ভট্টাচাৰ্যই লেখা। সত্যনাৰায়ণৰ ছদ্মবেশত লাহে লাহে সমগ্ৰ ভাৰতবৰ্ষতে সত্যপীৰৰ পূজা চলিবলৈ ধৰিলে। এইটো পূজা শাস্ত্ৰসম্মত নহয়। ইয়াত ব্ৰাহ্মণ পুৰোহিত অথবা নিৰ্দিষ্ট তাৰিখৰ কোনো আৱশ্যক নাই। তথাপি ই জনপ্ৰিয় আৰু লোকতান্ত্ৰিক হিন্দু পূজাত পৰিণত হৈ গ'ল। আগৰ দিনত মুছলমান নথকা হিন্দু গাওঁবোৰে মাজে মাজে বাহিৰৰপৰা মুছলমানক মাতি আনি 'তাজিয়া' সজাবলৈ লগাইছিল। বৃটিংশ শাসনৰ দিনত হিন্দু-মুছলমানৰ কন্দল নবঢ়া পৰ্যন্ত এই নিয়ম গাওঁবোৰে মানি চলিছিল। আমি এই কথা জানো যে গুৰু নানকে ( ১৪৬৯-১৫৩৮ ) হিন্দু মুছলমান উভয়কে তেওঁৰ ধৰ্মলৈ আকৰ্ষণ কৰিব পাৰিছিল। তেওঁৰ আগতে

মুছলমান তাঁতী কবিৰৰ ( ১৪৫৫-১৫১৭ ) সৰল কবিতাবোৰেও হিন্দু-মুছলমানক আকৰ্ষণ কৰিছিল। কবিৰ সম্প্ৰদায়ৰ বাবে এতিয়াও হিন্দু পিতৃ-মাতৃসকলে নিজৰ ল'ৰা-ছোৱালী উৎসৰ্গা কৰিবলৈ কুণ্ঠাবোধ নকৰে। আনহাতে আকবৰে থেৰো-গেৰো মনেৰে বিভিন্ন ধৰ্মৰ সমন্বয় সাধন কৰি আৰু নিজেই তাৰ গুৰু হৈ পৰীক্ষামূলকভাৱে এটি ৰাষ্ট্ৰীয় ধৰ্ম প্ৰৱৰ্তাইছিল। কিন্তু, এই ধৰ্ম সুচিন্তিত নাছিল আৰু শক্তিশালী শ্ৰেণীৰ প্ৰয়োজনো ই পূৰণ কৰা নাছিল। মুছলমানৰ অনমনীয় মনোভাৱৰ ফলত এই নতুন পন্থাবোৰৰ মাধ্যমেদি হোৱা সমিলমিলৰ চেষ্টা ব্যাপক নহ'ল, মুছলমানসকলে দেখনিয়াৰ বাবে কোৰাণৰ পৰমত-অসহিষ্ণু ধৰ্ম-তত্ত্বৰ গয়না লৈ উচ্চ অনমনীয় মনোভাৱ পোষণ কৰিছিল। ইয়াৰ পিছত বৃটিশ সাম্ৰাজ্যবাদী নীতিয়ে ভাৰতৰ বিভিন্ন ধৰ্মমতৰ মাজত ভেদাভেদৰ সৃষ্টি কৰিলে। ওপৰোক্ত ব্যৱস্থাবোৰৰ প্ৰয়োজনৰ গুৰিতে আছিল উৎপাদনৰ ক্ষেত্ৰত ব্যাপক নাৰ্জন। ঔৰঙ্গজেবেও উৰ্বলি যোৱা সাম্ৰাজ্যৰ ৰক্ষাৰ্থে অবাঞ্চনীয় ব্যৱস্থা গ্ৰহণ কৰি ৰাজহ তুলিব লগা হৈছিল। জিজীয়া কৰৰ পুনৰ প্ৰৱৰ্তন আৰু হিন্দুবিৰোধী মনোভাৱ, এই দুইটাৰে কাৰণ আছিল অৰ্থৰ প্ৰয়োজন। বৃটিশসকলে সাম্প্ৰদায়িক কাজিয়া লগোৱাৰ উদ্দেশ্য আছিল নতুন ভাৰতীয় বুৰ্জোৱা শ্ৰেণীৰ আশা-আকাংক্ষ্যা দমাই থৈ তেওঁলোকক ৰাজনৈতিক ক্ষমতাৰ অংশীদাৰ কৰাৰ বাটত হেঙাৰ তৰা। সেই সময়ত মুছলমানৰ সংখ্যা আছিল সমগ্ৰ ৰাইজৰ তিনিভাগৰ এভাগ। এই তিনিভাগৰ এভাগ মানুহৰ হাতত সমাজৰ সমগ্ৰ ধনসম্পত্তিৰ ন-ভাগৰ এভাগহে আছিল। এই ধন-সোণবোৰ আধুনিক মূলধনলৈ ( অৰ্থাৎ বেংক, কাৰখানা আৰু শ্বেয়াৰলৈ ) ৰূপান্তৰিত কৰা হোৱা নাছিল; অৰ্দ্ধসামন্ত প্ৰথাত ৰখা মাটিতেই সেইবোৰ বিনিয়োজিত হৈছিল। ধৰ্মৰ গণ্ডগোলৰ আঁৰত প্ৰকৃতপক্ষে এটি অৰ্থনৈতিক গণ্ডগোলহে লুকাই থকা দেখা যায়। ইয়াত ধৰ্মতত্ত্বৰ বিশেষ প্ৰভাৱ নাই। বিদেশী শাসকবোৰে মাথোন এই অৰ্থনৈতিক গণ্ডগোলৰ সুবিধাহে ল'লে।

জাতৰ সম্পৰ্ক আছিল অৰ্থনৈতিক শ্ৰেণী বিভাগৰ লগত। সামগ্ৰিক দৃষ্টিত এফেটুকুৰা মাটিৰ বাবে ( আনজাতৰ তুলনাত ) ব্ৰাহ্মণবিলাকে কম কৰ দিব লাগিছিল। কিছু ক্ষেত্ৰত প্ৰাচীন সুবিধাৰ নামত এনেকৈ কৰ ৰেহাই দাবী কৰা হৈছিল। ব্ৰাহ্মণে নিজে ৰক্তপাত, ল'ৰা-ছোৱালীৰ হত্যা, ধৰৰ বুঢ়ী মানুহক পুৰি পেলোৱাৰ ভয় অথবা আমৰণ অনশনৰ ভাবুকি দিবলৈও কুণ্ঠাবোধ কৰা নাছিল। এনে ব্ৰাহ্মণৰ ভিতৰত উত্তৰ প্ৰদেশৰ নিবস্তৰ ব্ৰাহ্মণসকলো আছিল। সামন্ত

ৰজাসকলৰ গাত পাপ লাগিব বুলি তেতিয়া এটা ধাৰণা আছিল। কেতিয়াবা মাটিৰ স্বত্ব দাবী কৰিবলৈও এনে ধৰণৰ ভাবুকি দিয়া হৈছিল (DR. 1. app. xiv)। গোবিন্দ চন্দ্ৰ গাহড়বালৰ ( chap III. note 15 ) ভূমিদানৰ পাত্ৰ প্ৰাচীন 'নম্বা' সকলৰ সতি-সন্ততিয়ে নিজৰ খেতিৰ সুবিধা ৰক্ষা আৰু প্ৰসাৰিত কৰিবলৈ চৰম ব্যৱস্থা কিছুমান গ্ৰহণ কৰিছিল। এই 'নম্বা' সকলৰ মাটি বৰ্তমান বাৰানসী হিন্দু বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণতে আছিল। তলৰ বৰ্ণনাটিয়ে তাৰ এটি আভাস দিব :—

"· ··নুৱাহ আদি খনদিয়েক গাৱঁত ২000 মান ব্ৰাহ্মণ আছে, তেওঁলোকে ভাল আৰু স্বচ্ছন্দ অৱস্থাত বাস কৰে। এওঁলোকে এই অৱস্থাৰ বলত সুবিধাজনকভাৱেই মাটি চহোৱা আৰু খেতি-বাতিৰ কাম চলাই যায়। এই গাৱঁত প্ৰায় ১৫00 বিঘামান মাটি আছে, কিন্তু এইখিনি মাটি খেতি কৰাৰ পিছতো শ্ৰমশক্তিয়ে কুলাই বাবে তেওঁলোকে আৰু বিশখন গাৱঁত পয়কস্ত ( বা ঠিকা ) ৰায়ত হিচাপে খেতি বঢ়াইছে। কিন্তু প্ৰত্যেকখন গাৱঁৰ ক্ষেত্ৰতেই ৰাজহ দিয়াৰ বিষয়ত তেওঁলোকে অতি দায়িত্বহীন স্বেচ্ছাচাৰৰ আশ্ৰয় লয়। প্ৰায়ে নিজক ঘাইল কৰিবৰ বাবে তেওঁলোকে সততে হাতত খুৰ লৈ প্ৰস্তুত হৈ থাকে। মই শুনা মতে এওঁলোকৰ ২০৩ জন লোকে মীৰ খ্ৰৰ্ফ এলীৰ আগত 'আত্মোৎসৰ্গা' কৰিলে ( এলী হ'ল আগৰজনা এমিলৰ পল্লনকীন )। ইয়াৰ ফলত ভয়ানক হুলস্থূলৰ সৃষ্টি হোৱাত মীৰে প্ৰসন্নচিত্তে লৰালৰিকৈ পলাই গৈ নিৰাপদ ঠাইত আশ্ৰয় ল'লেগৈ। পিছত ৰজা চেঈত সিঙে তালৈ এজন মুছলমান জমাদাৰক পঠিয়াই দি সিহঁতক শাস্তি বিহালে" ( DR. App H, pp. xxiii-xxiv )।

এই বৰ্ণনা পঢ়াৰ লগে লগে আমি যদি উত্তৰ প্ৰদেশৰ বামুণৰ সাধাৰণ নিৰক্ষৰতা আৰু গভীৰ অজ্ঞতাৰ কথাও বিবেচনা কৰোঁ, তেন্তে দেখা যাব যে সমাজত জাতি প্ৰথাৰ প্ৰয়োজন কোন কাহানিবাই শেষ হৈ গৈছিল। হিন্দু তীৰ্থস্থান বাৰাণসীতে ব্ৰাহ্মণৰ এই পৰিস্থিতি ঘটিল। কিন্তু ঐতিহাসিক জড়তাৰ কাৰণে বৈ থোৱা এই অনুষ্ঠানৰ সলনি কৰিবলৈ হ'লে উদ্যোগীকৰণৰ প্ৰয়োজন। অৰ্থাৎ উৎপাদনৰ যন্ত্ৰৰ মৌলিক পৰিবৰ্তন আৱশ্যক। সাময়িক অৰ্থনৈতিক হেঁচাই এই প্ৰথা সলনি কৰিব পৰা নাছিল। উনৈশ শ শতিকাত হোৱা দুৰ্ভিক্ষবোৰত ভালেমান ভোকাতুৰ লোকে তথাকথিত তলজাতৰ মানুহৰপৰা আহাৰ গ্ৰহণ কৰিবলৈ অমান্তি হৈছিল। বহুত মানুহে এনেকৈ খোৱাতকৈ নাখাই মৰিবলৈকে ভাল পাইছিল। চেপ্তাচ এজেন্টবোৰৰ বিপৰ্টৰপৰা ধৰিব পৰা যায় যে, যিবিলাকে এই

সময়ত সংস্কাৰ আৰম্ভিলে তেওঁলোকৰপৰা কিছুমান নতুন জাতৰ উদ্ভৱ হ'ল ; বহুতেই নিঃসন্দেহে ভোকতে ত'ত নেপাই গোপনে আহাৰৰ ( টেবু ) নিয়ম ভঙ্গ কৰিলে ; কিন্তু তাৰ ফলত জাত-প্ৰথাৰ অন্ত নপৰিল। আচল কাৰণ অৱশ্যে অন্য এটা। বেছিভাগ মানুহেই প্ৰাচীন উৎপাদনৰ প্ৰণালীতে ধৰি থকা স্থিতিশীল গাওঁবোৰলৈ উভতি গ'ল আৰু তাত গৈ জাতৰ সংহতিৰ মাজত সোমাই পৰিলগৈ ; কাৰণ, এই সংহতিত নোসোমালে জমিদাৰ আৰু কৰ সংগ্ৰহকাৰীৰ অত্যাচাৰৰপৰা আত্ম ৰক্ষা কৰা আন উপায় তেওঁলোকৰ নাছিল। জাতৰ বাহিৰে আন পদ্ধতিৰে দলীয় সংহতি ৰক্ষা কৰাৰ উপায় তেওঁলোকে পোৱা নাছিল। বৃটিঃশসকলে নৰহত্যাৰ প্ৰথা কেতবোৰ বন্ধ কৰিবলৈ কিছুমান আইনৰ ব্যৱস্থা কৰিলে ( DR. I. p.c. appendix ; 135-6, 140-1 )। কিন্তু তেওঁলোকে জাত প্ৰথাৰ ওপৰত হাতেই নুফুৰালে।

জমিদাৰবিলাকে আইনৰ সুৰুঙা উলিয়াই উচ্চ জাতৰ খেতিয়ক, ব্ৰাহ্মণ আৰু নিজৰ সম্বন্ধীয় মানুহক অনুগ্ৰহ দৰ্শাবলৈ ধৰিলে। এনে ধৰণৰ অভিসন্ধি অনুসৰি প্ৰথমতে ৰায়তক মাটি ব্যৱহাৰ কৰিবলৈ দিয়া হৈছিল আৰু তাৰ ফলত ৰাযতে উচ্চ নিৰিখত ৰাজহ দিয়া নাই বুলি গোচৰ কৰা হৈছিল। এনে সময়তে হঠাতে জমিদাৰে গোচৰলৈ আওকাণ কৰিবলৈ লয়। ফলত খেতিয়ক কৰ্টৰপৰা এনে এটা সিদ্ধান্ত পায যে, তেওঁ যি খাজনা দিলে সেয়ে আচল নিৰ্দ্ধাৰিত খাজনা আৰু সেইবাবে কম খাজনাতে তেওঁ মাটি ভোগ কৰিবলৈ পাব। লগে লগে বৃটিঃশ কলেক্টৰ অফিচৰ আমোলাসকলেৰে গঠিত ন শ্ৰেণীটোৱে নিজৰ নামত খাজনা দি নিৰক্ষৰ খেতিয়কৰ ঠাইত মাটিৰ মালিক হিচাপে নিজৰ নাম ৰেজিষ্টাৰ কৰাই লবলৈ ধৰিলে। এই ধৰণৰ কাৰ্যবোৰ অন্ত পৰিল স্থায়ী বন্দবস্তি হোৱাৰেপৰা। ইয়াৰ পিছৰেপৰা মাটিৰ সম্পূৰ্ণ পঞ্জীয়ন ( registration ) হব'লৈ ধৰিলে আৰু সেইবোৰৰ ওপৰত নিয়মিত পৰিদৰ্শন চলিবলৈ ধৰিলে। প্ৰাকৃবৃটিঃশ যুগত এনে জমিদাৰ অথবা কৰ সংগ্ৰহকাৰী খেতিয়কে নিজৰ নামত কৰ দি যিকোনো মাটিকে নিজৰ কৰি ল'ব পাৰিছিল ; অৱশ্যে ক্ষমতাৰ বলেৰে, জনজাতীয় প্ৰথাৰ সহায়েৰে অথবা জাতৰ কথা তুলি ( বা আন প্ৰকাৰে ) গাৱঁলীয়া ৰাইজৰ ইচ্ছাৰ বিৰুদ্ধে সেই মাটি ৰাখিবলৈ তেওঁৰ সামৰ্থ্য থাকিলেহে তেওঁ তেনে কৰিব পাৰিছিল।

ভাৰতৰ সামন্ত প্ৰথা ধ্বংস ঘটাৰ সময়ত জাৰ্মেমান বৈদেশিক পৰ্যবেক্ষকে ( অৰ্থাৎ সোতৰশ শতিকাৰ মধ্য ভাগত ) তাৰ বেহ-ৰূপ চাই টোকা লেখিছিল।

উবজেৰৰ দিনৰ তেমে' এটি বিবৰণী তলত দিয়া হ'ল ঃ—"তুৰস্ক, পাঁচিয়া আৰু হিন্দুস্থান এই তিনিওখন দেশেই 'এইটো মোৰ, সেইটো তোমাৰ' ( ca Mein et ce Tein ) এই নীতি বিসৰ্জন দিলে। বিশেষকৈ মাটি আৰু ঘাটপামৰ ক্ষেত্ৰত। ব্যক্তিগত সম্পত্তিৰ ওপৰত তেওঁলোকে সেই আস্থা হেৰুৱালে, যি আস্থা পৃথিৱীৰ শুভ আৰু উপকাৰী কামৰ আধাৰ। · গতিকে অত্যাচাৰ, ধ্বংস আৰু দুখ, ভুলৰ এইবিলাক স্বাভাৱিক ফলাফল,—পিছত এওঁলোকে ভোগ কৰিব লাগিব। হে ভগবান, পৃথিৱীৰ যি অংশত আমি বাস কৰোঁ, সেই অংশত যে ৰজা মাটিৰ সম্পূৰ্ণ অধিকাৰী নহয়, তাক ভাবি আমি বৰ কৃতজ্ঞ আৰু সুখী। · ইয়াত বাধ্যতামূলকভাৱেহে মাটিত খেতি কৰা হয় ; কোনো মানুহেই পানী চলাচলৰ বাবে খাল আৰু নলা খানিবলৈ ইচ্ছা কৰা দেখা নাযায়। ফলত দেশৰ গোটেইবোৰ মাটিতে খেতি কৰা নহয়, আৰু জলসিঞ্চনৰ অভাৱত মাটিবোৰৰ উৎপন্নৰ ক্ষমতাও কম হয়।......এনে এখন সমাজৰ ভিতৰত স্বাভাৱিকতে যে গভীৰ আৰু সাৰ্বজনিক অজ্ঞতা থাকিব তাক নকলেও হ'ব। · ·তৈয়াৰী বস্তুবোৰৰ ভিতৰত ভাল চেহেৰা দেখি বুজিব নেলাগিব যে বনুৱাবোৰ স্বতন্ত্ৰীয়া আৰু মানুহৰ শ্ৰদ্ধাৰ্হ। হয় প্ৰয়োজন, নহয় লাঠিৰ বা কিলৰ ভয়—এই দুটা কাৰণতে বনুৱাই কাম কৰে। বনুৱাজন কোনো কালেই ধনী হ'ব নোৱাৰে , যদি তেওঁ কোনোমতে নিজৰ ভোক পূৰণ কৰিব পাৰে, অথবা গাত এডোখৰ অতি খহটা কাপোৰ ল'ব পাৰে, তেন্তে তেওঁ বহুত হৈছে বুলি ভাবে। ধন লাভ হ'লেও, সেই ধন তেওঁৰ হাতত নপৰেগৈ। ধনী হয় সদাগৰজনহে। আনহাতে সদাগৰজনৰ সদায় চিন্তা তেওঁ কি ধৰণেৰে ওপৰৱালা সামন্ত প্ৰভুসকলৰ অত্যাচাৰ আৰু অন্যায় ধন-সংগ্ৰহৰপৰা আত্মৰক্ষা কৰিব পাৰে··· মঙ্গোলীয় ৰজাজনে ৱাকিনেৱিচ নামৰ পৰিদৰ্শকসকলক সকলো ঘটনাৰ ৰিপোৰ্ট আনিবৰ বাবে প্ৰদেশবোৰলৈ পঠায়। তেওঁলোকে বিষয়াবোৰক কিছু দূৰ চম্ভালে ; অৱশ্যে সদায় যে চম্ভালে এনে নহয় , সাধাৰণতে আনবোৰৰ দৰেই তেওঁলোকো ভোকাতুৰ , গতিকে তেওঁলোকে পৰস্পৰৰ ভিতৰতে মীমাংসা কৰি ( বস্তু ) গ্ৰহণৰ সিদ্ধান্ত গ্ৰহণ কৰে। ···· ইয়াত ডিউক, মাৰ্কুইচ আদি নাই ; ৰাজহ আৰু পৈতৃক সম্পত্তিৰ ওপৰত বাঁচি থকা জমিদাৰ পৰিয়ালবো ইয়াত অভাৱ,··· সভাসদ-সকলৰ সকলো বস্তুৰ উত্তৰাধিকাৰী ৰজা , গতিকে তেওঁলোকৰ ঘৰ-দুৱাৰো সৰহ দিনলৈ শোভাবৰ্দ্ধন কৰি থাকিব নোৱাৰে। · ওমৰাহ নাতি বা সন্তানে বাপেকৰ মৃত্যুৰ পিছত কেতিয়াবা ভগনীয়া হৈ কাল কটাব লগাত পৰে ; নহ'লে আন কোনো ওমৰাহৰ তলত অশ্বাৰোহী সেনাৰ থাব লৈও কাম কৰে।"

ওপৰৰ চিঠিখন হ'ল ভেকাৰটে আৰু গচেন্দিৰ দৰ্শনত পাৰ্গত ফৰাচী বুৰ্জোৱা এজনে কলবাৰ্টলৈ লেখা ; ( Bernier[৮] 1. 269—330 ; trans. 200—230 ) ; পুৰুষানুক্ৰমিক উত্তৰাধিকাৰৰ স্বত্ব ভোগ নকৰা ধ্বংসপ্ৰাপ্ত সামন্তবাদৰ দৃশ্য দেখি মনত উদয় হোৱা ভাৱৰ বৰ্ণনা ইয়াত দিয়া হৈছে। চিঠি লেখকৰ দেশত তেতিয়া আদি বুৰ্জোৱা শ্ৰেণীৰ লোকসকলে সামন্ত প্ৰভুসকলৰ সৈতে এটা মীমাংসাত উপনীত হৈছিল। ফৰাচী দেশত লুই চতুৰ্দশ সম্ৰাট ; এওঁক ঔৰংজেৱৰ দৰেই স্বেচ্ছাচাৰী যেন বোধহয়। Lit de justice তেতিয়াও ফৰাচী দেশত স্মৃতিত সজীৱ। কিন্তু সমাজৰ শ্ৰেণীবিন্যাস আৰু উৎপাদন সম্পৰ্ক সম্পূৰ্ণ বেলেগ আছিল। ফৰাচী বুৰ্জোৱাসকলে সেই ব্যৱস্থা ভাল পাইছিল এটা কাৰণত ; সদাগৰসকলে শুল্ক কৰহে দিছিল, লাভৰ ওপৰত কৰ দিব লগা নহৈছিল। এই সময়ত কলবাৰ্ট ব্যৱসায়ৰ ধনৰ পৰিচালক হৈছিল, সেই কথাই প্ৰমাণ কৰে যে, ফৰাচীদেশত উঠি অহা শ্ৰেণীটোৰ তেওঁ প্ৰতিনিধিত্ব কৰিছিল। পত্ৰলেখক বাৰ্ণিয়াৰে ভাৰতৰ বন্দৰবোৰক কেন্দ্ৰ কৰি গঠিত হোৱা নগৰবোৰত হোৱা ধনী সদাগৰৰ উত্থানৰ বিষয়টো অধ্যয়ন কৰা নাছিল ; নিৰাপত্তাৰ অভাৱ সত্ত্বেও এই সদাগৰ শ্ৰেণীৰ ইয়াত বিকাশ ঘটিছিল। চুৰাটৰ বীৰজী ৱোৰাক ( Mor.[৯] c. 153—5 ) 'পৃথিৱীৰ আটাইতকৈ ধনী সদাগৰ' বুলি অভিহিত কৰা হৈছিল। এওঁৰ হাতত অঘোষিত অৱস্থাত অলেখ নিযুত ধন গচ্ছিত আছিল। ১৬৪২ চনত বৃটিংশৰ গোমস্তাবোৰে ( factors ) তেওঁৰ বাণিজ্যৰ একচেটীয়া অধিকাৰ নাশ কৰিবৰ বাবে চেষ্টা কৰিছিল, তথাপি তেওঁ চাৰি

(৮) Voyages de Francois Bernier, 2 Vol Amsterdam, 1709-101 গ্ৰন্থকাৰজন আছিল মন্টপেলিয়েৰ মেডিচিন বা চিকিৎসা শাস্ত্ৰ বিভাগৰ ডিগ্ৰী লোৱা ডাক্তৰ। ইয়াতকৈ উল্লেখযোগ্য বিষয় হৈছে এওঁ হ'ল পিয়েৰে গেস্নেনডিৰ সৰ্বশেষ লগৰীয়া ছাত্ৰ। এওঁ ঔৰংজেৱৰ ৰাষ্ট্ৰৰ বিষয়ে দিয়া বৰ্ণনাত বুৰ্জোৱা মনোভাৱ প্ৰকাশ পাইছে যদিও সেই বৰ্ণনা মূলতঃ শুদ্ধ ; অৱশ্যে নিজে নজনাকৈয়ে তেওঁ বহুত তাত্ত্বিক সিদ্ধান্তও কৰিবলৈ প্ৰয়াস কৰিছে (Leretats du grand mogol)। ইয়াৰে কিছুমান বৰ্ণনাই মাৰ্ক্স আৰু এঙ্গেলকো ভুল তথ্য যোগান ধৰিলে ; বিশেষকৈ বন্দৰৰ নগৰবোৰৰ বিষয়ত। দিল্লী আৰু আগ্ৰাৰ তুলনাত এইবোৰ নগৰৰ অৱস্থা বেলেগ আছিল। বাৰ্ণিয়াৰ আছিল আগা দানিচমাণ্ড খানৰ ঘৰুৱা চিকিৎসক, গতিকে তেওঁ দিল্লী আৰু আগ্ৰা নগৰৰ কথা জানিছিল। এই খান আছিল সম্ৰাটৰ ৫০০০ ( পঞ্চ সেনাৰ ওপৰত হোৱা সেনাপতি। বাৰ্ণিয়াৰৰ Travecle in the Mogul empire (AD. 1656-1668) খনৰ অনুবাদ কৰিছে A. constable। এ ভিনচেণ্টস্মিথে (Oxford 1924) তাৰ নতুন তাঙৰণ উলিয়ায়। কিন্তু মূলৰ দৰে এই অনুবাদ পঢ়ি সোৱাদ লগা হোৱা নাই।

(৯) W. H. Morelaudএ মুছলমান প্ৰশাসনৰ ওপৰত ৰচনা কৰা গ্ৰন্থ কেইখন পঢ়িবলগীয়া।

(ক) The Agra-grian system of Moslem India (Cambridge, 1929)। ইয়াত লেখকে বিভিন্ন ৰজাৰ ৰাজত্বৰ প্ৰচলিত বিভিন্ন নাম বা পৰিভাষিক শব্দৰ বিভিন্ন অৰ্থ জানিবলৈ অধ্যয়ন কৰিছে। ফলত এই শব্দবোৰ মানবিশিষ্ট হৈ পৰিছে। এনে মান মূলগ্ৰন্থ অথবা অনুবাদত পোৱা অসম্ভৱ।

বহুখিনিলৈকে সেই অধিকাৰ ৰক্ষা কৰি আছিল। প্ৰকৃতপক্ষে বৃটিশ সদাগৰ-সকলে দীৰ্ঘকালীন লেন-দেনত টকা খটুৱাবলৈ হ'লে এওঁৰ কাষ চাপিছিল। তেৰেঁা তেওঁলোকক আনন্দ মনেৰে সহায় কৰিছিল। তথাপি ১৬৩৮ চনত তেওঁক স্থানীয় গৱৰ্ণৰে বিশেষ বিচাৰ নকৰাকৈ জেইলত দিলে। পিছত এই গৱৰ্ণৰজনক দিল্লীলৈ মতাই নিয়া হ'ল আৰু বৰ্খাস্ত কৰা হ'ল। সম্ভৱতঃ সদাগৰ কৌৱৰৰপৰা দান লাভ কৰা ৰক্ষকসকলে কৈ-মেলি তেওঁক মুক্ত কৰিছিল, কাৰণ ক'তো বিচাৰৰ একো ৰেকৰ্ড নাই। যোধপুৰৰপৰা উঠি অহা সদাগৰ ফটে চাঁদৰ (এওঁৰ উপাধি আছিল জগত শেঠ) উচ্চ পদস্থ সামন্তশ্ৰেণীবোৰৰ মাজত দেখাত একো স্থান নাছিল, তথাপি তেৱেঁই সম্পূৰ্ণৰূপে 'বুলিয়নৰ' বজাৰ বিনিময় কাৰ্য আৰু চমু কথাত বঙ্গদেশৰ বাণিজ্যৰ ধনৰ পৰিচালনা কৰিছিল। অৱশ্যে সেনাবাহিনীৰ ওপৰত জগত শেঠৰ কোনো নিয়ন্ত্ৰণ নাছিল। ওঠৰশ শতিকাৰ প্ৰথমাৰ্দ্ধত তেওঁৰ অনুগ্ৰহৰ অবিহনে বৃটিশসকলে একো কাৰবাৰেই কৰিব পৰা নাছিল। আনহাতে শেঠে বৃটিশৰ লগত কাৰবাৰ কৰি ইমান লাভবান হৈছিল যে তেওঁ প্ৰচলিত নিৰিখতকৈ অৰ্থাৎ শতকৰা ১২ টকাতকৈ কম সুদত বৃটিশক ধন ধাৰে দিছিল। তেতিয়া এসেৰ বস্তু এশ মাইল পৰিবহন কৰাৰ খৰচ আছিল ½ ৰ পৰা ¾ টকা। ৰথীয়াৰ যাতায়ত কৰ (toll) আভ্যন্তৰীণ আমদানী কৰ আৰু সম্ৰাট অথবা সামন্ত বেৰণে তোলা অন্যান্য কৰ এই খৰচৰ লগত যোগ দিয়া হৈছিল। মাজে মাজে ৰাষ্ট্ৰই মইমতীয়াভাৱে বিশেষ কৰ লগাই বেপাৰৰ একচেটীয়া অধিকাৰ গ্ৰহণৰ কথা ঘোষণা কৰিছিল বা তেনে অধিকাৰ গ্ৰহণ কৰিছিল। ১৬৩২ চনত নীলৰ ওপৰত বহুওৱা শতকৰা ৩৩ ভাগ কৰ এনে বিশেষ কৰৰ উদাহৰণ। তেতিয়া নীলৰ বজাৰ দৰ আছিল ২৭ টকা, কিন্তু উৎপন্নকাৰীক ১৮ টকাত ৰাষ্ট্ৰৰ এজেণ্টক বেচিবৰ বাবে বাধ্য কৰোৱাৰ ফলতেই এনে একচেটীয়া

---

(খ) India at the death of Akbar (London 1920);

(গ) From Akbar to Aurengzeb—A study in Indian Economic History(London, 1923)। মোগল যুগৰ শেষৰ পিনে বঙ্গদেশৰ অৰ্থনীতিৰ বিকাশৰ কথা বুজিবলৈ হ'লে তলত দিয়া গ্ৰন্থকেইখন পঢ়িব লাগিব। (১) কালিনী কিঙ্কৰ দত্তৰ Studies in the History of the Bengal subah (Vol. 1. Calcutta University; 1936); এছ,'ভট্টাচাৰ্যৰ :— The East Indian Company and the economy of the Bengal from 1704 to 1740 (London 1954). আৰু এন, জি, চাপেকাৰে ১৯৩৩ চনত লেখা মাৰাঠী গ্ৰন্থ 'বাদলাপুৰ' খনো সুন্দৰ গ্ৰন্থ। ইয়াত বোম্বাই পুনা ৰেল লাইনৰ দাঁতিত থকা (বোম্বাইৰ পৰা ৪২ মাইলমান দূৰৈত) এখন গাওঁৰ অৰ্থনৈতিক আৰু সামাজিক অৱস্থা ভালদৰে আৰু ধৈৰ্য সহকাৰে অধ্যয়ন কৰা হৈছে; কিন্তু পূজা-পাতলৰ উৎপত্তি সম্পৰ্কে তেওঁ কিছুমান ভুল মত দিছে। এই গ্ৰন্থখনৰ লগতে সেই গাওঁৰ বিষয়ে প্ৰস্তুত কৰা যুদ্ধোত্তৰ ৰিপোৰ্টখনো পঢ়িবলগীয়া। বাহিৰৰপৰা অহা পণ্যদ্ৰব্য উৎপাদনৰ হেঁচাই গাওঁলীয়া জীৱনৰ ভিতৰে ধ্বংস সাধন কৰিছে তাৰ ছবি ইয়াত পোৱা যায়।

বেপাৰৰ পথ সুচল হৈছিল। সেইসময়ত ভাৰতৰপৰা য-খাব নিয়মিতৰূপে ৰপ্তানি কৰা হৈছিল; ১৬৫৫ চনত এই বেপাৰো চৰকাৰৰ একচেটীয়া অধিকাৰত পৰিণত হয়। মীৰজুমলাই ঢাকাৰ শস্য সদাগৰৰপৰা জোৰ-জুলুম কৰি ৫০,০০০ টকা আদায় কৰিছিল। তেওঁলোকৰ দুজন নেতৃস্থানীয় লোকক বেতাই ২৫,০০০ টকা উলিয়াই লৈছিল। ইয়াৰ উপৰিও নগৰৰ বেংকাৰবোৰৰপৰা তেওঁ ৩ লাখ ধন উলিয়াইছিল। তেতিয়া চুৰাটৰ দৰে বন্দৰত বন্দুৰাৰ দৰমহা মাহেকত দুটকা বা তাতকৈ কম আছিল, গতিকে প্ৰয়োজনৰ বাবেই স্থানীয় উদ্যোগদ্ৰব্য উৎপাদনৰ কাম আৰম্ভ হৈছিল য়ুৰোপীয় গোমস্তাসকলেই তাৰ পৃষ্ঠপোষকতা কৰিছিল। সেই সময়ত জাতৰ বাধাৰ বাবেই হওক অথবা মুছলমানৰ আধিপত্যৰ বাবেই হওক, হিন্দু সদাগৰসকলৰ ৰাষ্ট্ৰ পৰিচালনাত কোনো মাত নাছিল। মুছলমান সদাগৰ-সকলৰ আধিপত্য অধিক আছিল, কিন্তু এওঁলোকৰ মাজত সামন্ত শাসকৰ শাৰীলৈ উঠাৰ লক্ষণহে প্ৰবল আছিল। ৰাজবংশৰ লোক মাহমুদ গাৱানে আছিল বাহ্মনি ৰজাৰ সুদক্ষ সেনাপতি, অসাধাৰণ মন্ত্ৰী আৰু ৰাজনীতিজ্ঞ। তেওঁ নিজৰ ব্যক্তিগত সম্পত্তিকে লৈ বেহা-বেপাৰ আৰম্ভ কৰি নিজকে আৰু নিজৰ ঘৰ-ঘৰোৱাহক পোহপাল দিছিল ( Fer. 2 511–13 )। নিজা 'জাগিৰ'ৰ আয়ৰপৰা তেওঁ সেনাবাহিনীক পোহপাল দিছিল, ৰাহি আয়খিনি দান আদিত খৰচ কৰিছিল। মীৰজুমলা আৰু আন আন প্ৰাদেশিক গৱৰ্ণৰবোৰে নিজৰ ক্ষমতাৰ অপব্যৱহাৰ কৰি আন আন সদাগৰৰ লগত পোনপটীয়াভাৱে বা অংশীদাৰ হিচাপে বলেৰে সোমাই লৈ বেহাবেপাৰ কৰিছিল। মীৰজুমলা আছিল ইস্পাহানৰ তেলীৰ ল'ৰা, তেওঁ হ'লগৈ গোলকুণ্ডাৰ প্ৰখ্যাত খনিপতি আৰু হীৰা সদাগৰ। অকল সেয়ে নহয়, তেওঁ হ'ল একাদিক্ৰমে সামন্ত শাসক, বিজাপুৰৰ মন্ত্ৰী, লুটিবাগৰ মৰা সুবিধাবাদী আৰু ঔৰংজেবৰ সেনাপতি। এই সামন্তবোৰে বেপাৰত একচেটীয়া বিশেষ অধিকাৰ দাবী কৰিছিল, এওঁলোকে কৰ নিদিয়াকৈ ৰাজকীয় সুবিধাৰ বলত বস্তু অনাইছিল আৰু সেইবিলাক ব্যক্তিগত লাভৰ বাবে পুনৰ বিক্ৰী কৰিছিল। সদাগৰী পুঁজিবাদৰ ওপৰত এনে ধৰণৰ সামন্তযুগীয়া সুবিধা আৰু দায়িত্বহীনতা আৰোপ কৰাৰ ফলত গোটেই ব্যৱস্থাটোৰেই স্থিৰতা নোহোৱা হ'ল। পৰ্তুগীজ, ওলন্দাজ, ফৰাচী আৰু ইংৰাজ সদাগৰে নিজে অস্ত্ৰ-শস্ত্ৰ লৈ জলদস্যু, ডকাইত, আৰ্মানি লগৰীয়া সদাগৰ-সকলৰ বিৰুদ্ধেও ব্যৱস্থা গ্ৰহণ কৰিব লগা হৈছিল। এওঁলোকে লাহে লাহে দুৰাকাংক্ষী সামন্ত শাসকৰ স্থানীয় ছল-চক্ৰান্তত ভাগ ল'বলৈ ধৰিলে; তাৰ পিছত পৰস্পৰৰ ভিতৰত আৰু নিম্নবৰ্গৰ ভাৰতীয়ৰ লগত যুঁজ-বাগৰ আৰম্ভ কৰিবলৈ

লাগিল। ১৭৫৭ চনত ক্লাইৱে পলাচীৰ যুদ্ধত জয়লাভ কৰাৰ পিছত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বঙ্গদেশৰ সামন্ত স্বত্ববোৰ নিজে অধিগ্ৰহণ কৰিলে ; পৰ্তুগীজ বেপাৰী-সকলৰ দশা দেখি চাৰ টমাচ ৰোই যুদ্ধ-বাগৰত ভাগ নোলোৱাকৈ শান্তিপূৰ্ণভাৱে বেপাৰ কৰিবলৈ কোৱা নীতিও কোম্পানীয়ে পৰিহাৰ কৰিলে। ইয়াৰ সলনি তেওঁ লোকে অধিক লাভজনক নীতি অৱলম্বন কৰিবলৈ লাগিল। ইচলাম ধৰ্মই (অন্যায়) অধিক সুদ লোৱাটো বাৰণ কৰিছিল বাবে মুছলমানসকলে আদিম পদ্ধতিত হোৱা বস্তু বিনিময়ৰ দ্বাৰা প্ৰভূত পৰিমাণৰ ধন সঞ্চয় কৰিব নোৱাৰিলে। অৱশেষত নীহকুলীয়া পাৰ্চী দালালসকলেই বৃটিংশৰ আঁহিত পুঁজিপতি হ'বলৈ শিকিলে, তাৰ পিছত হিন্দু দালাল আৰু মহাজনসকল এই কামলৈ আগবাঢ়ি আহিল।

এইখিনিতে মাথোন আৰু এটা মন্তব্য কৰা প্ৰয়োজন। এই সদাগৰ-সকলক বস্তু যোগান ধৰিবৰ বাবে বনুৱাসকলৰ গিল্ড নাছিল, কাৰণ, কেইবা শতি-কাৰ আগৰে এই গিল্ডবিলাকৰ বিলুপ্তি ঘটিল। উত্তমৰ্ণ শ্ৰেণীৰহে প্ৰকোপ বাঢ়ি-বলৈ ধৰিলে। কিন্তু যিবোৰ সামন্ত শাসকে তেওঁলোকৰপৰা ধাৰে নিছিল, সেই-বোৰৰপৰা এওঁলোকে ধন-সংগ্ৰহ কৰাৰ একো নিশ্চয়তা নাছিল। তেওঁলোকৰ নিজা সংঘবোৰৰ অস্ত্ৰ নাছিল, বৰং জাতৰ বাধা-নিষেধৰ বাবে তেওঁলোকে অস্ত্ৰকে পৰিহাৰ কৰিছিল। কিন্তু বিদেশীবোৰে অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিছিল। শিৱাজীয়ে চুৰাটৰ ঐশ্বৰ্যশালী বন্দৰটো আক্ৰমণ কৰি দুবাৰ লুট কৰিছিল, মোঘল সেনাই তাত হস্তক্ষেপ কৰা নাছিল। কিন্তু তথাপিও তেওঁ বৃটিংশ কাৰখানাটো পৰিবেষ্টিত কৰি তাৰপৰা ধন আদায় কৰিব পৰা নাছিল। কাৰখানাৰ চাৰিওফালে দেৱাল আছিল, আৰু বৃটিংশে অতি সাধাৰণ বন্দুকেৰে যুদ্ধ কৰিছিল। কিন্তু তাৰেই আক্ৰমণকাৰীসকলক বাধা দিবলৈ তেওঁলোকে সমৰ্থ হৈছিল। বল প্ৰয়োগৰ দ্বাৰা ৰাহি সংগ্ৰহৰ বাবে সামন্ত যুগত যি ব্যৱস্থা তৈয়াৰ হৈছিল, সেই ব্যৱস্থা আত্মনিৰ্ভৰশীল নাছিল। কাৰণ, এনে ব্যৱস্থাৰ ফলত উৎপাদন কমি গৈছিল। গতিকে গোটেই ব্যৱস্থাটোৱেই ধ্বংসৰ সন্মুখীন হ'ব লগা হ'ল। ৰাজনৈতিক, প্ৰশাসনিক, আৰ্থিক আৰু সামৰিক, সকলো ক্ষেত্ৰতে এই ধ্বংসৰ লক্ষণ প্ৰকট হৈ উঠিল। কিন্তু ভাৰতীয় ইতিহাসৰ বৈশিষ্ট্য এনেবোৰ ঘটনাতো ফুটি উঠিবলৈ ধৰিলে। ঔৰংজেৱে ধন-সংগ্ৰহৰ বাবে যি অভিযান আৰম্ভ কৰিলে, সেই অভিযানেও ধৰ্মীয় ৰূপ গ্ৰহণ কৰিলে। তেওঁ পূৰ্বতে চলোৱা দমনকাৰ্যও এনে ধৰ্মীয় ছদ্মবেশতেই প্ৰকাশ পাইছিল। আনহাতে জাত, মাৰাঠা আৰু ৰাজপুত বিদ্ৰোহবোৰেও লাহে লাহে হিন্দু-ধৰ্মৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিবলৈ ধৰিলে।

ইয়াৰ আগলৈকে এই হিন্দুসকলৰ লগত মুছলমান শাসকসকলৰ ভাল আছিল। শিখ ধৰ্মই এই সময়ৰপৰাই অৰ্থাৎ শেষ গুৰু গোবিন্দ সিঙৰ দিনতে আত্মৰক্ষাৰ প্ৰয়োজনমত সামৰিক ৰূপ গ্ৰহণ কৰিলে। কিন্তু, এই সময়ত ঘটা আফ্‌গান বিদ্ৰোহ চালে আচল সত্য ধৰা পৰে। এই আফ্‌গানবোৰৰ লগত ঔৰংজেবৰ কিছুমান সামন্তই গৈ যোগদান কৰিছিল। ইয়াৰপৰা বুজা যায় যে উক্ত বিদ্ৰোহবোৰৰ গুৰি কাৰণ ধৰ্মতত্ত্বমূলক নাছিল। সামন্ত-সমাজৰ অৱনতি ঘটাত ডকাইতিৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। 'ঠগী'সকলৰ কথা বিশেষভাৱে উল্লেখযোগ্য। মন কৰিবলগীয়া কথা যে এই 'ঠগী'বোৰৰ মাজত মানুহ বলি দিয়া প্ৰথা প্ৰচলিত আছিল। আদিম পদ্ধতিত ভাৰতবৰ্ষৰ সামন্ত-সমাজত যথেষ্ট ধন সঞ্চয় হৈছিল, তথাপি এই সামন্ত সমাজৰপৰা এটি বুৰ্জোৱা শ্ৰেণীৰ উদ্ভৱ নহ'ল। গতিকে বিদেশৰপৰা তাৰ প্ৰেৰণা আহিবলগীয়া হ'ল।

১০.৭ ভাৰতীয় সোণ অৰ্থাৎ ভাৰতীয় বেপাৰ আৰু যুদ্ধ-বিগ্ৰহাদিত কৰা বিৰাট লাভৰ বলত ইংলণ্ডতেই এটি বুৰ্জোৱা শ্ৰেণীৰ উদ্ভৱ হ'ল ; ভাৰতত নহ'ল। আদিম সঞ্চয় আৰু বস্তু বিনিময় প্ৰথাৰ যোগে ইংলণ্ডত সংগৃহীত মূলধনক আধুনিক পুঁজিলৈ ৰূপান্তৰিত কৰা এনেকৈ সম্ভৱপৰ হৈছিল—যথেষ্ট কাৰিকৰী আৰু ৰাজনৈতিক উন্নতি হোৱাৰ ফলস্বৰূপে। তাৰ পিছতেই যন্ত্ৰ উদ্যোগ আৰু আন আন অনুষ্ঠানৰ বিকাশ ঘটিল। স্পেইনেও আমেৰিকাৰ সোণ-ৰূপৰপৰা যথেষ্ট লাভ কৰিছিল, ( এওঁলোকে ভাৰতৰ সোণ বিচাৰি বাওঁতে আকস্মিকভাৱে আমেৰিকা আবিষ্কাৰ কৰি পেলালে ), কিন্তু এই লাভৰ বলত সেই দেশৰ প্ৰতিক্ৰিয়াশীল ধৰ্মযাজকসকলৰ শাসন আৰু মৃতপ্ৰায় সামন্তবাদহে শক্তিশালী হৈ পৰিল। পৰ্তুগালেও পূবৰ মহাদেশৰ বেপাৰৰ লাভেৰে এনে কোনো শ্ৰেণী গঢ়ি তুলিব নোৱাৰিলে। ওলন্দাজসকলে এই ক্ষেত্ৰত যথেষ্ট আগবাঢ়িছিল, কিন্তু ফ্ৰান্সৰ আৰু স্পেইনৰ স্থলবাহিনীৰ হেঁচা আৰু ইংলণ্ডৰ নৌবাহিনীৰ হেঁচাত তেওঁলোক মৰিমূৰ হ'ল। ফৰাচী দেশত ইংলণ্ডতকৈ এশ বছৰৰ পিছত বুৰ্জোৱা বিপ্লৱ আৰম্ভ হয়। কেৱল ইংলণ্ডতহে এই বিপ্লৱৰ অৱস্থা তৈয়াৰ হৈছিল। আজিকালি যেতিয়া ভাৰত, পাকিস্থান, বৰ্মা, চিলন, ইন্দোনেছীয়া, মালয়, বেলজিয়াম, কঙ্গো, আদিলৈ মূলধনৰ সহায় আগবঢ়োৱাৰ কথা উঠিছে, তেতিয়া এই দেশবোৰৰপৰা য়ুৰোপে পোৱা বহুত পৰিমাণৰ মূলধনৰ কথাও আমি ভবা উচিত। কিয়নো বহুত বস্তু তেতিয়া সেই মহাদেশে দিবলগীয়া দামতকৈ কম দাম দি তেওঁলোকৰ দেশলৈ লৈ গৈছিল।

পৰিশ্ৰমী পণ্ডিতসকলে এই কথা আঙুলিয়াই দিছে যে, তুৰ্কীসকলে ষোড়শ

শতাব্দীতে ভাৰত জয় কৰাৰ সপোন দেখিছিল। এই কথাও কোৱা হয়, ভূমধ্য সাগৰীয় দেশবোৰত থকাদি যদি লোহিত সাগৰৰ উপকূলবৰ্তী দেশবোৰত তুৰস্কৰ সম্ৰাটসকলেও জাহাজ সজা কাঠ পালেহেঁতেন, তেন্তে ভাৰতবৰ্ষৰ বুৰঞ্জীৰ চেহেৰাই বদলি গ'লহেঁতেন। এইবিলাক ঐতিহাসিক দৰ্শন মূলতঃ কল্পনাবিলাসী। 'ক্লিঅ'পেট্ৰাৰ নাকটো যদি এক ইঞ্চি দীঘল হ'লহেঁতেন' তেন্তে বিশ্ববুৰঞ্জীৰ ধাৰাই বদলি গ'লহেঁতেন,—এনেধৰণৰ ঐতিহাসিক দৰ্শনৰ লগতে এই ঐতিহাসিক দৰ্শন মিলে। পাৰস্যসম্ৰাট প্ৰথম ডেৰিযাচে কৰাদি তুৰ্কীসকলে দেখোন লোহিতসাগৰৰপৰা নীল নদীৰ উপনদীলৈকে বিস্তৃত 'ফেৰোৱা' সকলে খনা নলাটো পৰিষ্কাৰ কৰি ল'ব পাৰিলেহেঁতেন। কাৰণ, তেওঁলোকৰ হাতত যথেষ্ট জনবল আছিল। নকৰাৰ অৰ্থই হ'ল তেওঁলোকৰ ক্ৰমোন্নতিৰ অৱসান ঘটা। বুৰ্জোৱা উপনিৱেশিক প্ৰসাৰৰ বাবে যি শ্ৰেণী ভিত্তি তৈয়াৰ হ'ব লাগিছিল, সেই শ্ৰেণী ভিত্তি তেওঁলোকৰ সমাজত তৈযাৰ নহ'ল। তুৰস্কৰপৰা মাৰ্কপ'লৰ দৰে ভ্ৰমণকাৰী বা অন্যান্য মিশ্যনেৰী বাহিৰলৈ আহিছিল বুলি কোনেও ক'ব নোৱাৰে। পাৰস্যৰ নাদিৰচাহেও ১৭৩৯ চনত ভাৰত আক্ৰমণ কৰিছিল, কিন্তু তাৰতো একো চিন-মোকাম ভাৰতবৰ্ষত ন'ৰল। এনে হোৱাৰ কাৰণো একেটাই। গতিকে এক প্ৰাচ্য সামন্তবাদৰ ঠাইত আন এক প্ৰাচ্য সামন্তবাদৰ অভিষেকৰ যি দৃশ্য দেখা যায়, সেই দৃশ্য উপৰুৱা। আনহাতে মগধৰ উত্থানৰ লগে লগে যিটো ঐতিহাসিক প্ৰবাহ ভাৰতবৰ্ষৰ সমাজত আৰম্ভ হৈছিল, তাক ভেটা দিলে সামন্তবাদে আৰু ওভোটাই পেলালে ইষ্ট ইণ্ডিয়া কোম্পানীয়েঃ ৰাষ্ট্ৰই বৃহত্তম বেপাৰৰ অধিকাৰী হোৱাৰ ঠাইত সৰ্ববৃহৎ বাণিজ্য প্ৰতিষ্ঠানটোহে ৰাষ্ট্ৰখনৰ অধিকাৰী হ'ল।

সামৰিক ক্ষেত্ৰতো সামন্তবাদী আৰু বুৰ্জোৱা সমাজৰ প্ৰভেদ চকুত পৰিবলৈ ধৰিলে। সেনাবাহিনীৰ উন্নত সাজ-সৰঞ্জাম, উচ্চ আনুগত্য, দক্ষতা, শৃঙ্খলা আৰু মনোবলৰ মাজত এই প্ৰভেদ প্ৰকট হৈ পৰিছিল। এইবিলাক প্ৰভেদ চকুত পৰিলেও সেইবোৰৰ ওপৰত কাচিতহে ইতিহাসবিদসকলে জোৰ দিয়া দেখা যায়। বৃটিঃশসকলে ভাৰতীয় সেনাৰ সহায়েৰেই এই দেশ জয় কৰি শাসন কৰিছিল, সেই সেনাবাহিনীও চলালে দেশৰ টকাৰে। সোতৰশ আৰু ওঠৰশ শতিকাৰ ভাৰতীয় সামন্ত সেনাবাহিনীবোৰ প্ৰায়ে য়ুৰোপীয় ড্ৰিল-চাৰ্জেণ্ট আৰু স্থলসেনা বিশেষজ্ঞ ভাড়া কৰিছিল। তথাপি ভাৰতীয় সেনাৰ লগত বৃটিঃশ সেনাৰ এটা বিৰাট পাৰ্থক্য আছিল। বৃটিঃশসকলে তেওঁলোকৰ সেনাবোৰক ভালকৈ খুৱাইছিল আৰু প্ৰত্যেক সেনাকে মাহিলী নগদ দৰমহা দিছিল। যুদ্ধই হওক বা শান্তিৰ কালেই হওক

মানুহে দৰমহা পাবই ।  দৰমহা দিয়া ধন আত্মসাৎ নকৰিছিল । সেনাপতিসকলেও দৰমহা বন্ধ কৰি নথৈছিল । ফৰাচী সামন্ত আৰু হীৰাসদাগৰ টেভাৰনিয়াৰে ( Travels in India . trans Vball, 2 volm. London, 1889 ) এনেদৰে লেখিছিল ঃ

"এশ য়ুৰোপীয় সেনাই ( ঔৰংজেৱৰ গা ৰখীয়া ) ১০০০ ভাৰতীয় সেনাক পৰাজিত কৰাটো একো টান কথা নাছিল । আনহাতেদি এই কথাও সঁচা যে—য়ুৰোপীয় সেনাই এনেকুৱা তাকৰীয়া আহাৰ খাই চলিবলৈ টান পাব । অশ্বাৰোহী আৰু পদাতিক উভয়েই পানীত মৰা আটা আৰু ক'লা চেনি ( এইবোৰ এওঁলোকে লাড়ু কৰি লয় ) খায়েই দিনটো কটায় । গধূলি তেওঁলোকে খিচিৰি বহাই খায় , অৱশ্যে যেতিয়া আৱশ্যকীয় বস্তুবোৰৰ যোগান পায়, তেতিয়াহে তেনেকৈ খায় । চাউলৰ লগত উক্ত নামৰ* এবিধ শস্য মিহলাই পানীত সিজাই আৰু নিমখ দি খিচিৰি তৈয়াৰ কৰা হয় । খাওঁতে ইহঁতে গলা মাখনত আঙুলিকেইটা জুবুৰিয়াই লয় । সাধাৰণতে দুখীয়া মানুহ আৰু সেনাৰ এয়ে হ'ল সামান্য আহাৰ । ইয়াত এটা কথা কোৱা ভাল হ'ব , ইয়াৰ গৰমে আমাৰ সেনাৰ আইধা পেলাব । ভাৰতীয় সেনাবোৰে যেনেকৈ ওৰে দিনটো ৰ'দত থাকে, এওঁলোক সেইদৰে থাকিব নোৱাৰিব । ( 1 390 )···১১ চেপ্তেম্বৰৰ দিনা ফ্রেঞ্চ ( ফৰাচী ) হিলৈদাৰীসকল নৱাবৰ শিবিৰলৈ গ'ল ( নৱাব মানে মীৰজুমলা, গণ্ডীকোট অৱৰোধৰ পিছত ) আৰু চিঞৰি চিঞৰি ক'লেগৈ যে প্ৰতিশ্ৰুতিমতে তেওঁলোকে চাৰিমাহৰ দৰমহা পোৱা নাই , যদি দৰমহা নেপায় তেন্তে তেওঁলোকে আনৰ তাত খাটিবলৈ যাব । এনেকৈ ক'লত নৱাবে পিছদিনালৈ ৰ'বলৈ ক'লে । ১২ তাৰিখৰ দিনা হিলৈদাৰীবোৰ পুনৰ নৱাবৰ ওচৰলৈ গলত, তেওঁ সিহঁতক তিনিমাহৰ দৰমহা দিবৰ বাবে আদেশ দিলে , চতুৰ্থ মাহৰ দৰমহাখিনি সেইমাহৰ শেষত দিয়া হ'ব বুলি ক'লে । টকা পায়ে তেওঁলোকে ইজনে সিজনক খুৱাবলৈ আৰম্ভ কৰিলে আৰু আধাতকৈ বেছি টকা 'বলৰ্নাডিনে' অৰ্থাৎ নাচনীসকলতেই গ'ল ।" ( 1. 22. 8. 9 ) ।

শেহৰ কালৰ পেশ্বোৱাসকলৰ দিনত কোনোবা সেনাপতি যুদ্ধত জিকা শুনিলেই তালৈ যোগান পঠিওৱা বন্ধ কৰি দিয়া হৈছিল । তদ্ৰূপৰা হোৱা সামন্তবাদৰ শেষ যুগত প্ৰায়বোৰ ৰজাৰ দিনত এনে ঘটনা ঘটিছিল । কাৰণ, ৰজাসকলে ভাবিছিল সেনাপতিজন শক্তিশালী হৈ উঠিব পাৰে । ৰঞ্জিৎ সিঙৰ পিছত

*যি ধৰণে মূলত আছে সেই ধৰণেই দিয়া হৈছে ।

যিবোৰ শিখ শাসক হ'ল সেইবোৰে তেওঁৰ অনুগতসকলক সম্পূৰ্ণভাৱে অবিশ্বাস কৰাৰ ফলত বৃটিশৰ লগত খণ্ডযুদ্ধ কৰি বিজয় লাভ কৰা সেনাবোৰেই লাহে লাহে যুদ্ধক্ষেত্ৰ ত্যাগ কৰি যাবলৈ ধৰিলে। আনহাতে বৃটিশ নৌ-সেনাবাহিনীৰ নাৱিকসকলে ট্ৰাফালগাৰত যথেষ্ট কষ্ট খাইছিল, তেওঁলোকক দৰমহা দিয়া নাছিল বুলিলেই হয়। কিন্তু, দেশৰ বন্দৰত নমাৰ লগে লগেই তেওঁলোকক দৰমহা দিয়া হ'ল আৰু মৰা সেনাসকলৰ পৰিয়াল আৰু ঘুণীয়াবোৰৰ বাবে ক্ষতি-পূৰণ দান কৰা হ'ল। পুৰস্কাৰৰ ধনখিনিও সকলোৰে মাজত সমানভাৱে বিলাই দিলে। যুদ্ধৰ কালছোৱাত অথবা বেৰেকৰ বাবে যোগান ধৰা সকলো বয়বস্তুৰ দাম বৃটিশ সকলে আদায দিছিল। বৃটিশসকলৰ বাবে যুদ্ধও আছিল এটা বেপাৰৰ দৰে, তাৰ খৰচ, লাভ, বিপদ সকলোবোৰ নগদ টকাৰ লেখত গণা হৈছিল। এনে হিচাবীৰ গুণ, ন্যায়সঙ্গত ঘোচ দান আৰু ভাৰতীয় সামন্ত যোদ্ধা-সকলৰ মাজত লগোৱা আত্মকন্দল—এইবিলাক উপায অৱলম্বন কৰিযেই অতি কম সেনাৰেও ক্লাইৱে পলাচী যুদ্ধ জয় কৰিলে। তাৰ চাৰি বছৰৰ পিছত অৰ্থাৎ ১৭৬১ চনত মাৰাঠা সেনাবাহিনী এটিক পানীপথৰ প্ৰথম যুদ্ধত সম্পূৰ্ণৰূপে নিশ্চিহ্ন কৰি দিয়া হ'ল মাৰাঠাৰ প্ৰতিপক্ষ আছিল আফগান ৰজা আহমদ চাহ ডুৰাণি। এই বিজেতা দলৰ সেনাসকলেই কেইবাবছৰো দৰমহা পোৱা নাছিল, গতিকে বিজযৰ পিছতে বিদ্ৰোহ আৰম্ভ কৰিলে। মাৰাঠাসকলে পিণ্ডাৰিবোৰৰ হতুৱাই নিৰস্ত্ৰ আৰু নিঃসহায় গাওঁবোৰ লুট কৰোৱাই খাদ্যবস্তু সংগ্ৰহ কৰি অনাইছিল। সামন্ত নেতাসকলৰ হাতত ডাঙৰ যুদ্ধ চলাবৰ বাবে ধনেই নাছিল; সেইবাবে যিবিলাক আক্ৰমণৰ ফলত লুট আৰু ( বন্দী ৰাখি ) ধন সংগ্ৰহ কৰি ততালিকে লাভবান হ'ব পৰা গৈছিল, সেইবিলাক আক্ৰমণতহে তেওঁলোকে ভাগ ল'ব পাৰিছিল। ঔৰংজেৱে তেওঁৰ বাপেকৰ দিনৰ ৰাজকোষৰ সকলো ধন উলিয়াইছিল, বাপেকৰ দীঘলীয়া আৰু শান্তিপূৰ্ণ ৰাজত্বৰ কালত এই ধন সঞ্চিত হৈছিল। তথাপি তেওঁ খৰচ যোগাবলৈ টান পাইছিল আৰু সিংহাসন লাভৰ যুদ্ধ শেষ হোৱাৰ পাঁচ বছৰৰ মূৰত প্ৰশাসনীয় বিষয়া আৰু সেনাবিলাকক টকা দিবলৈ নাটনি ঘটিছিল। আনহাতে চাহজাহানৰ বিখ্যাত ঐশ্বৰ্যৰ পৰিমাণ আছিল মাথোন ৬০ নিযুত নগদ টকা; সিংহাসনখন, অলংকাৰ, হাতী ইত্যাদি বস্তু আছিল যদিও সেইবোৰৰপৰা সাময়িক প্ৰশাসনীয় খৰচ যোগান ধৰা একৰকম অসম্ভৱ আছিল।

বঙ্গদেশত সামন্ত পদ্ধতিৰে কিছুকাল ধন লুট কৰাৰ শেষত বৃটিশসকলে ভাৰতবৰ্ষত বুৰ্জোৱা পদ্ধতিৰে শোষণ কৰিবলৈ আৰম্ভ কৰিলে। এই পদ্ধতিৰ মূল

বৈশিষ্ট্য হ'ল বুককীপিং আৰু খৰচৰ ধৰণ। বাৰানসীত ৰাজ্য পৰিচালনাৰ ভাৰ প্ৰথমে বৃটিশসকলে ঋণগ্ৰস্ত ৰজাৰ হাতত ন্যস্ত কৰিছিল; কিন্তু সময়ত দেখা গ'ল যে ৰজাই নিজৰ ধাৰ আৰু খাজনা সংগ্ৰহৰ খৰচ দিবৰ জোখাৰেই ৰাজহ সংগ্ৰহ কৰিব নোৱাৰা হ'ল। বৃটিশসকলে ভালদৰে হিচাপ-পত্ৰ ৰাখিছিল, আৰু সৰহভাগ সময়তে অন্যায় সুবিধা লৈ লাভ কৰা আৰু বল প্ৰয়োগ কৰি ধন তোলা কাৰ্য দমন কৰিবলৈ সমৰ্থ হৈছিল। ফলত তেওঁলোকে শক্তি প্ৰয়োগো বেছি কৰিবলগীয়া নহৈছিল আৰু লাভো যথেষ্ট কৰিছিল। ইফালে দিবলগীয়া কৰ বা ধনো বাঢ়ি নগৈছিল।

"বেছিভাগ ক্ষেত্ৰতে পিযনে নিয়া 'ডামনখনেই যথেষ্ট হয় বুলি ৰেছিডেণ্টজনৰ অভিজ্ঞতা হৈছিল। পূৰ্বৰ ৰজা বলৱন্ত সিঙে কিন্তু টকা তুলিবলৈ হলে অশ্বাৰোহী বা পদাতিক সেনা পঠিয়াইছিল, এই সেনাবোৰে উগ্ৰ স্বভাৱৰ প্ৰজাসকলক শাসন কৰিছিল আৰু কৰ সংগ্ৰহো কৰিছিল। কেতিয়াবা ৰজাই নিজেই সেনাবাহিনী পৰিচালনা কৰি গৈছিল আৰু ৰাজ্যখনত সততে চফৰ কৰিছিল" (DR. I 45)।

সেই একে উৎসৰপৰাই আমি জানো যে এটি লগুৱা হ'লেই (বৃটিশৰ দিনত) কৰ সংগ্ৰহকাৰী বিষয়াৰ সন্মান ৰক্ষা পৰিছিল। তদুপৰি এই জিলাখনত যেতিয়া গণ্ডগোল আৰম্ভ হৈছিল, তেতিয়া কেপ্টেইন বোজোনিয়েৰে এশটা সৈন্য লৈ জিলাৰ আলিবাটত সাধাৰণভাৱে টহল দি আহিলতে সকলো চেঁচা পৰিল। এটা গুলীও মাৰিব লগা নহ'ল। পিছত আকৌ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে কৰ সংগ্ৰহৰ অৰ্থে সামন্ত জমিদাৰ সৃষ্টি কৰাৰ ফলত কোম্পানীৰ হাতলৈ বলপূৰ্বক ধন সংগ্ৰহ কৰাৰ অধিকাৰসহ নতুন মালিকীস্বত্বৰ প্ৰত্যাভূতিও (বা গেৰেণ্টি) আহি পৰিল। এনে স্বত্ব পূৰ্বতে জমিদাৰে ভোগ কৰা নাছিল। ফলত কৰ সংগ্ৰহৰ খৰচ আপোনা আপুনি কমি গ'ল। ১৮২০ এটি ৰিপোৰ্টত এনেদৰে কোৱা হৈছে ঃ

"বৰ্তমান প্ৰথাটো যদি ৰখা হয়, কাম দ'ম হৈ পৰি ৰ'ব। অশেষ গাই-গুটীয়া চেষ্টাৰ ফলেৰেও তেতিয়া তাক লাঘৱ কৰিব পৰা ন'হব। মাটিৰ দখলী স্বত্ব ঠিক ৰূপত নিৰ্দ্ধাৰিত হ'লে আৰু ভৱিষ্যত আক্ৰমণৰ বাবে সতৰ্কতা অৱলম্বন কৰিলে আমাৰ পুলিচ আৰু বিচাৰ বিভাগীয় সংস্থাৰ এক তৃতীয়াংশ ভাগ নিৰাপদে আৰু সুবিধাজনকভাৱে উঠাই দিব পৰা যাব।" (Selections from revenue records, N. W. P. Allahabad 1879)

মাটিৰ গৰাকী কোন? এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰাৰ কাৰণ হ'ল এয়ে যে

ভাৰতীয় সামন্তবাদী প্ৰথাত মালিকীস্বত্বৰ যি অৰ্থ, য়ুৰোপীয় বুৰ্জোৱা অথবা আদি বুৰ্জোৱা সমাজত তাৰ অৰ্থ একে নহয়। 'জুমেৰদাৰ' সকলৰ (Lumberder) হাতত কৰ সংগ্ৰহৰ দায়িত্ব আছিল, আদিতে এওঁলোক মাত্ৰ কমিউনৰ প্ৰতিনিধি স্বৰূপহে আছিল, শেহত দেখা গ'ল, এওঁলোকেই নতুন এবিধ মালিকীস্বত্ব দাবী কৰিবলৈ দ্বিধাবোধ নকৰিলে। এই অনিশ্চয়তা গুছাবলৈকে আচল মাটিত নতুন ধৰণৰ প্ৰত্যাভূত সম্পত্তিৰ সৃষ্টি কৰি এই সমাধান উলিওৱা হ'ল। বিভিন্ন ধৰণৰ বাহ্যিক ৰূপৰ মাজেদি প্ৰকাশ পালেও এনে ধৰণৰ সম্পত্তি আছিল বুৰ্জোৱা সম্পত্তি। এই ব্যৱস্থা এবেলিনাই হোৱা নাছিল। কিন্তু শেহত গৈহে এই ব্যৱস্থা সৃষ্টি কৰা হ'ল। তাৰ পিছত আৰু প্ৰাচীন ব্যৱস্থালৈ প্ৰত্যাবৰ্তনৰ কোনো পথ নাছিল। সামন্তবাদৰ অন্তিম যুগত কৰ সংগ্ৰহ ব্যৱস্থাৰ লাহে লাহে অৱনতি ঘটিল আৰু ই খেতিয়কৰ লুটপাতৰ লগত অভিন্ন হৈ পৰিল, এই সময়ত খেতিয়কসকলৰ নিৰাপত্তাৰ ব্যৱস্থাও একো নাছিল। প্ৰাচীন পৰম্পৰাৰ বলত তেওঁলোকৰ মাজত যি সাম্প্ৰদায়িক সংহতিৰ ভাব অব্যাহত আছিল, সেয়েই আছিল একমাত্ৰ নিৰাপত্তাৰ থল (FOM. 1. 378-80)। নতুন ৰাজহ বন্দোবস্ত হোৱাৰ পিছত মালিক শ্ৰেণীয়ে তুলিবলগীয়া ৰাজহ আৰু দিবলগীয়া কৰৰ পৰিমাণ ধাৰ্য কৰা হ'ল। এই মালিকশ্ৰেণীৰ সম্পত্তি আন আন ব্যক্তিগত সম্পত্তিৰ দৰেই একে ধৰণৰ আইনৰ দ্বাৰা নিয়ন্ত্ৰিত হ'বলৈ ধৰিলে, এই সম্পত্তি বেপাৰৰ বস্তুৰ দৰেই আৰ্থিক লেনদেনৰ যোগেদি হস্তান্তৰিত কৰিব পৰা গৈছিল। সম্পত্তিৰ এই স্বত্ববোৰ ৰক্ষা কৰিবৰ বাবে এটি কাৰ্যকৰী বিচাৰ বিভাগ আৰু এটি সু-ব্যৱস্থিত পুলিচ বাহিনীও গঠিত হ'ল। এই দুযোটা সংস্থাৰ লোককে নিয়মিতভাৱে দৰমহা দিয়াৰ ব্যৱস্থা কৰা হ'ল। সামন্ত বিষয়াসকলৰ প্ৰভাৱৰপৰা এওঁলোক মুক্ত আছিল। সকলো শ্ৰেণীৰ ওপৰতে এওঁলোকে একে ধৰণৰ আইনগত ক্ষমতা প্ৰয়োগ কৰিবলৈ ধৰিলে। এই আইনেই হ'ল বুৰ্জোৱা আইন।

বৃটিশৰ দেশ বিজয়ৰ ফলত ভাৰতীয় বুৰ্জোৱা শ্ৰেণীৰ নিয়মিত বিকাশত যি এটি প্ৰভাৱ পৰিলক্ষিত হৈছিল, সেই কথাও ইয়াত বিবেচনা কৰা উচিত হ'ব। সদাগৰ-কোঁৱৰ, বিত্তবিশাৰদ, একচেটীয়া ব্যৱসায়ী, এই সকলোবোৰ হ'ল ভাৰতীয় সামন্তবাদৰ অন্তিমকালৰ শ্ৰেণী; এওঁলোক কোনো ন-ভাৰতীয় বুৰ্জোৱা হ'ব নোৱাৰিলে। এওঁলোক সামন্ত শাসকসকলৰ ছত্ৰছাঁয়াত অতিশয় লাভজনক বেপাৰ কৰিছিল যদিও শাসকসকলৰ আসনত বৃটিশসকল অধিষ্ঠিত হোৱাৰ লগে লগে তেওঁলোকৰো বিলুপ্তি ঘটোৱা হ'ল। সবাতোকৈ ডাঙৰ ভাৰতীয় সদাগৰসকলে কিছুদিনলৈকে বৃটিশৰ লাভত ব্যাঘাত ঘটাইছিল। কিন্তু, সদাগৰসকলৰ হাতত

শক্তিশালী বনুৱাৰ গিল্ড নাছিল। সেনাবাহিনীৰ ওপৰতো তেওঁলোকৰ ৰাজনৈতিক নিয়ন্ত্ৰণ নাছিল। ইয়াতে তেওঁলোকৰ সপক্ষে ৰাজহুৱা মতামতৰো অভাৱ আছিল। কোম্পানীৰ টকা থকুৱা এজেণ্টবোৰে নিমসৰপৰা আৰম্ভ কৰি মাটিৰ খাজনা তোলালৈকে সকলো লাভজনক সামন্তযুগীয় একচেটীয়া বেপাৰৰ অধিকাৰ নিজৰ হাতলৈ অনাৰ লগে লগে আৰু ৰপ্তানি আমদানিৰ ভাৰ পোৱাৰ পিছত এই সদাগৰবোৰক এজেণ্টসকলৰ লাভৰ বাটত হেঙাৰ পুতি থাকিবলৈ দিয়াৰ কোনো কাৰণ বিচাৰি পোৱা নাযায়। ইষ্ট ইণ্ডিয়া কোম্পানী আৰু তেওঁলোকৰ সদাগৰসকলৰ ঠাইত ইংলণ্ডত নতুন এশ্ৰেণী উদ্যোগপতি আৰু বিত্ত বিশাৰদৰ সৃষ্টি হ'ল, এওঁলোক হ'ল ঔদ্যোগিক বিপ্লৱৰ প্ৰতিভূ। কিন্তু নতুন শ্ৰেণীটোৱে বলেৰে সম্পত্তি অধিকাৰ কৰা নাছিল, বৰং এই পৰিবৰ্তনৰ ফলত পুৰণি বেপাৰৰ অংশীদাৰৰ লগত নতুন শক্তিশালী অংশীদাৰৰ সংযোগহে ঘটিল আৰু যান্ত্ৰিক উৎপাদনৰ নতুন আধাৰ তৈয়াৰ হ'ল। ভাৰতবৰ্ষত প্ৰথমতে যিবোৰ সদাগৰে ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগত বেপাৰৰ সমানে ফেৰ মাৰি লাভ কৰিবলৈ সমৰ্থ হৈছিল, সেইবোৰৰ সম্পূৰ্ণ বিলুপ্তি ঘটিল, কিছুমান সদাগৰ আগৰ তুলনাত হীন হৈ সাধাৰণ জমিদাৰত পৰিণত হ'ল। ১৮৫৭ চনত হোৱা সামন্তবাদৰ শেষ বিদ্ৰোহ দমন কৰাৰ পিছত ঊনৈশ শ শতিকাৰ মাজভাগত আৰু এটি নতুন শ্ৰেণীৰ উদ্ভৱ হ'ল। এই শ্ৰেণীটো দালাল সকলৰপৰা উৎপত্তি হ'ল। এই শ্ৰেণীৰ উত্থানৰ ঘাই ভেঁটি যে যান্ত্ৰিক উৎপাদন আছিল তাত সন্দেহ নাই, কিন্তু সৰহভাগ যান্ত্ৰিক উৎপাদন হৈছিল ইংলণ্ডত। ভাৰতে মাথোন তালৈ কেঁচামাল পঠিয়াইছিল আৰু উৎপাদিত পণ্যদ্ৰব্যৰ বাবে এখন বজাৰ তৈয়াৰ কৰি দিছিল। প্ৰাক্ পুঁজিবাদী যুগৰ ভাৰতীয় সঞ্চয়বোৰ যান্ত্ৰিক উদ্যোগ গঠনত লগাব পৰা নহ'ল। ইপিনে ইংলণ্ডৰ দৰে ইয়াত এটি আগবঢ়া সৰ্বহাৰা শ্ৰেণীৰো আবিৰ্ভাৱ নহ'ল। সেইবাবে যন্ত্ৰ উৎপাদনৰ কৌশল আৰু প্ৰথম বিশেষজ্ঞ আদি ভাৰতলৈ বাহিৰৰপৰা আমদানি কৰিব লগা হ'ল। এই কাৰণেই ভাৰত অনগ্ৰসৰ হৈ ৰ'ল। আমাৰ মানুহে এফালে মুখেৰে এটমিক যুগৰ কথা কৈছে আৰু আনফালে প্ৰাইবেল অৱস্থাত থকা আমাৰ সতীৰ্থ দেশবাসীৰ লগত সহবাস কৰিব লগা হৈছে।

## ওপৰঞ্চি টোকা আৰু শুধৰণি

(১) ( চতুৰ্থ অধ্যায়—চতুৰ্থ অংশ )—হিৰণ্য কেশিণ সত্যাষাধা নামৰ পূজাবিধিত ( 10. 4 ) কথ আৰু কাশ্যপসকলক যজ্ঞ-দক্ষিণা দান দিব নেলাগে বুলি কৰা নিষেধাজ্ঞাৰ লগত তদ্রূপ আধুনিক নিষেধাজ্ঞা এটিৰ মিল আছে। এই আধুনিক নিষেধাজ্ঞাটিৰ ঐতিহাসিক উৎপত্তি সম্পৰ্কে সন্দেহৰ অৱকাশ নাই। বিহাৰৰ শাকদ্বীপীয় ব্ৰাহ্মণসকলে পৰজগতৰ অধিষ্ঠাতা দেৱতাসকলৰ উদ্দেশ্যে দান কৰা শ্ৰাদ্ধৰ ভোজ খাব নোৱাৰে। কিন্তু নিম্ন শ্ৰেণীৰ ব্ৰাহ্মণৰ বাবে এই নিষেধাজ্ঞা নাই ( G A. Grierson , I A 17-273 )। এই ব্ৰাহ্মণসকলৰ উৎপত্তি স্কাইথীয় যুগত মুলতানলৈ অনোৱা সূৰ্যপূজক মেগিয়ানসকলৰপৰা বুলি অনুমান কৰিব পাৰি ( সম্ব পুৰাণ—২৬ )। তাৰপৰাই তেওঁলোকৰ ব্যাপন ঘটিছে অথবা তেওঁলোকে আনক তেওঁলোকৰ পন্থাভুক্ত কৰিছে। সম্ভৱতঃ বিখ্যাত বৰাহমিহিৰো মেগিয়ান ব্ৰাহ্মণ বংশোদ্ভৱ। ন'হলে মিহিৰ শব্দৰ আন অৰ্থ উলিওৱা টান। ইন্দোস্কাইথীয় মুদ্ৰাত মিহিৰৰ সলনি Miiro বা Mioro দেৱতাৰ কথা পোৱা যায়। ইফালে বৰাহ-মিহিৰে সূৰ্যদেৱতাক তেওঁৰ গ্ৰন্থ উৎসৰ্গা কৰিছে আৰু সূৰ্যদেৱতাৰ পুৰোহিতক 'মগস' বুলিছে (বৃহৎ সংহিতা 60. 29)।

(২) (৫, ৬—পঞ্চম অধ্যায়)—আটাইতকৈ পুৰণি 'নাগ' দানৱ কালীয় বুলিয়েই ধাৰণা হয়। এওঁক মথুৰাত কৃষ্ণই মল্লযুদ্ধত পৰাজিত কৰিছিল, কিন্তু প্ৰাণে মৰা নাছিল। ফাহিয়ানৰ ৰিপোৰ্টত পোৱা যায় যে সংকস্য বিহাৰৰ বিশেষ কোঠাত তাৰ ৰক্ষক নাগ দেৱতাক আনুষ্ঠানিকভাৱে আহাৰ উৎসৰ্গা কৰা হৈছিল। কাশ্মীৰত বৌদ্ধধৰ্ম প্ৰৱৰ্তন হ'বলৈ ধৰা সময়ত ব্ৰাহ্মণসকলে স্থানীয় নাগধৰ্মসমূহ গ্ৰহণ কৰি আত্মপ্ৰতিষ্ঠা কৰিছিল। ভিক্ষুসকলৰ হাতত এই নাগধৰ্মবোৰ মৰহি পৰিছিল। ষষ্ঠ শতিকাৰপৰা আৰম্ভ কৰি ফলিবিলাকত উল্লিখিত হোৱা ( Fleet 25 চাওক ) মণিনাগপেঠৰপৰা আমি এজন নাগৰ পূজাৰ কথা জানিব পাৰোঁ। এই নাগৰ পূজা আজিও প্ৰচলিত ( E I. 28. 328-338 )। নৱসাহসাংক চৰিত মতে ধাৰাৰ ভোজ ৰজাৰ পূৰ্বপুৰুষসকলে স্থানীয় নাগ পৃষ্ঠপোষকসকলৈ শ্ৰদ্ধাঞ্জলি জনাইছিল। এওঁলোকে নাগৰাজকুঁৱৰী বিয়াও কৰাইছিল।

(৩) (৫, ৬) ইয়াৰ শেষ ছেদত উল্লেখ কৰা 'কুকুৰ' শব্দ কুকুৰ বুলি পঢ়িব লাগিব। মহাভাৰতত এই জনজাতিটোক যদুসকলৰ এটা ঠাল আছিল বুলি কোৱা

যেন অনুমান হয়। এই নামৰ আদি পুৰুষজন অন্ধকৰ পুত্ৰ। অন্ধক হ'ল 'আন্ধ্ৰ' শব্দৰ পালি ৰূপ।

(৪) (৬, ৬—অধ্যায়) এই প্ৰসঙ্গত উল্লেখযোগ্য যে মতা গৰু পোৱালিবোৰ বধ কৰাও ক্ষতিকৰ আছিল। কাৰণ, পৰিবহনৰ কাৰণে অৰ্থাৎ গৰু গাড়ী টানিবৰ বাবে আৰু বস্তু পৰিবহন কৰাৰ বাবে ভালেমান বলদগৰুৰ প্ৰয়োজন সেই সময়ত হৈছিল। ইয়াৰপৰা বুজিব পাৰি যে গৰু মৰা নিষেধ কৰাৰ প্ৰথাটো অৰ্থনৈতিক দৃষ্টিৰপৰা প্ৰয়োজনীয় আছিল। মতা ম'হৰ খোজ লেহেম, গতিকে দূৰ বাটৰ বাবে পৰিবহনৰ কামত ম'হ লগোৱা বিশেষ লাভজনক নাছিল।

(৫) (৬, ৬) ইয়াত Value শব্দটি অৰ্থনীতিবিদসকলে ব্যৱহাৰ কৰাৰ দৰেই কৰা হৈছে, অৰ্থাৎ বিমূৰ্ত অৰ্থত। অৰ্থনীতিবিদসকলে এতিয়া সামাজিকভাৱে প্ৰয়োজনীয় শ্ৰমকালৰ দ্বাৰা value জোখে। সেই value ক তেওঁলোকে উদ্বৃত্ত মূল্য, ব্যৱহাৰিক মূল্য আৰু বিমূৰ্ত অৰ্থতো ব্যৱহাৰ কৰে। সমাজত যেতিয়া নতুনকৈ খাদ্য উৎপন্ন হৈছিল, তেতিয়া এনে ধৰণৰ বিশ্লেষণ কৰা অসম্ভৱ আছিল। পিছে খাদ্য উৎপন্নকাৰী যিকোনো সমাজতে সৎ আৰু অসৎ নিৰ্বিশেষে সকলো সামাজিক কামৰেই পুণ্য বা পাপ ফল আছে বুলি এটা ধাৰণা প্ৰচলিত থকা দেখা যায়। এয়েই কৰ্মৰ ধাৰণা।

(৬) (৭, ৩) অৰ্থশাস্ত্ৰই (Arth 23. 5) ৰজাক 'স্থানীয় দেৱতা, সমাজ আৰু বিহাৰক' ভক্তি দৰ্শাবলৈ উপদেশ দিছে—('দেশ-দৈৱত-সমাজোৎসৱ ৱিহাৰেসু চ ভক্তিম্ অনুৱৰ্তেত')। সেই কাৰণে 'সমাজৰ' প্ৰতি শ্ৰদ্ধা বাঞ্ছনীয়। অশোকৰ দিনত ইয়াক পৰিহাৰ কৰা হ'ল যদিও এনে পৰিহাৰ পূৰ্বাপৰ ৰীতি বা ৰাজকীয় পৰম্পৰাৰ বিৰোধী।

(৭) (৭, ৪) বৰাহ-মিহিৰে 'বৃহৎ সংহিতা'ত কুৰুৰ জনজাতিৰ কথা উল্লেখ কৰিছে (5. 71 ; 14. 4 ; 32, 22)। কুকুৰ অঞ্চলৰ কথাও তাত পোৱা যায়। আজিও তেওঁলোক বাচি থকা সম্ভৱ। তেওঁ কুৰু আৰু কাল্পনিক উত্তৰ কুৰুসকলৰ কথাও তাত উল্লেখ কৰিছে। কিন্তু তেওঁৰ দিনত প্ৰকৃতপক্ষে এই জনজাতিবোৰ আছিল বুলি প্ৰমাণ কৰিবলৈ টান হয়। তেওঁ লিচ্ছৱিসকলৰ নাম নেজানিছিল। এজনী লিচ্ছৱি কুঁৱৰী গুপ্ত ৰজাৰ ৰাণীও আছিল।

(৮) (৮, ৭) এই বিকাশৰ সৈতে ৰোমত গ্ৰীক ভাষা আৰু গ্ৰীক বিষয়ৰ অধ্যয়নৰ কথা বিজাব পাৰি। উক্ত অধ্যয়নৰ কাল ৰিপাব্লিকৰ অন্তিমকালৰপৰা এণ্টনিচৰ দিনলৈকে বিস্তৃত। এই সময়ত 'ৰেটৰ' বা তৰ্কশিক্ষকসকলে গ্ৰীক

উপাখ্যানৰ উদ্ভট বিষয়ৰ ওপৰত তৰ্ক শিক্ষা দিছিল। অথচ সেইকালৰ ৰোমৰ ৰাজসভাতেই বিভিন্ন ধৰণৰ মনোমুগ্ধকৰ ঘটনা ঘটিছিল। গতিকে কম্পনাৰ অভাব, ভাল বিষয়ৰ অভাব আৰু জীৱন বিমুখিনতা এইবোৰ দোষ ৰোমৰ সমাজতো দেখা গৈছিল ; আমাৰ দেশৰ পণ্ডিতৰ মনোভাবো তদ্রুপ আছিল। উভয় সমাজতে একে ধৰণৰ অৱস্থা হোৱাৰ কাৰণো একে। এটা ভাষা এটি শ্রেণীৰ বাহন হ'লেই যে তাৰ অধ্যয়ন অৱহেলিত হ'ব লাগিব সি নহয়। কিন্তু, সেইবুলি ভাৰতবৰ্ষত পুনৰ সংস্কৃত ভাষা বাধ্যতামূলক কৰাবলৈ আগবঢ়োৱা প্ৰস্তাৱ আমাৰ কাৰণে মাৰাত্মক হ'ব।

( ৯ ) ( ৯, ১ ) কৰগা উৎসৱতকৈ বহুত পুৰণি উৎসৱ হ'ল, ঘট স্থাপনা। আহিনৰ শুক্লপক্ষৰ প্ৰতিপদত এই উৎসৱ হয়। পথাৰত ধান পকিবলৈ আৰম্ভ কৰাৰ লগে লগে ন দিনলৈ এই উৎসৱ পতা হয়। এইকেদিনতে নৱৰাত্ৰ উৎসৱ পাতি সকলো দেৱীৰে পূজা কৰা হয়। অষ্টম দিনা সৰস্বতীৰ উদ্দেশ্যে বলিদান কৰা হৈছিল. এতিয়া বলি ব্যৱস্থা নামমাত্ৰহে আছে মাথোন। গাঁৱৰ মানুহে এই সময়ত বলদ গৰু এটি সজাই-পৰাই ( বছৰি ) শোভাযাত্ৰা কৰে. কিন্তু আগৰ দিনৰ দৰে তেওঁলোকে জন্তু বলি নিদিযে।

( ১০ ) (৯, ১ ) Chinese literatureত ( 1956. 3. 153-181 ) ফাহিয়ানৰ ভ্ৰমণ বিৱৰণীৰ ইংৰাজী অনুবাদ ওলাইছে, সম্ভবতঃ এইটোৱেই শেহতীয়া অনুবাদ। এই ছেদত দিয়া উদ্ধৃতিৰ পাঠ ইযাত অলপ বেলেগ। ইযাত এইদৰে আছে,— "প্ৰজাসকল ধনী আৰু সুখী, তেওঁলোকে কোনো গা-মুৰিৰ কৰ দিব নালাগে অথবা ৰাজকীয় বাধানিষেধো মানিব নেলাগে ৰজাৰ লগুৱা, ৰথীযা আৰু সেনাই দৰমহা আৰু পেশ্চন পায় বুদ্ধৰ নিৰ্বাণৰ পিছত ৰজা, বয়সিয়াল লোক আৰু সাধাৰণ বৌদ্ধসকলে ভিক্ষুসকলৰ কাৰণে বিহাৰ সাজি তেওঁলোকক ঘৰবাৰী, পথাৰ, শ্ৰমিক আৰু খেতি কৰিবলৈ গৰু দিছিল। লোৰ ফলিত খোদিত কৰি এওঁলোকক পট্টা দিয়া হৈছিল" ( PP. 154-5 )। ১৫৫ পৃষ্ঠাত বিহাৰৰ ভিতৰত ভিক্ষু জীৱন সম্পৰ্কীয় নাট হোৱাৰ কথা উল্লেখ আছে। তাৰে ভিতৰত 'সাৰিপুত্ৰ প্ৰকৰণ'থন চিনাক্ত কৰিব পাৰি, এই গ্ৰন্থখনৰ কিছুমান পাত মধ্য এছিয়াত আৱিষ্কাৰ কৰা হৈছে। ইয়াৰপৰা বুজিব পাৰি যে মোগল্লান আৰু কাশ্যপৰ বিষয়েও এনে ধৰণৰ নাটক ৰচিত হৈছিল। এই সময়তে নগৰবিলাকৰ ধ্বংস হ'বলৈ আৰম্ভ কৰে,—

"গয়া নগৰখন একেবাৰে নিজান আৰু মানুহৰ সঁচ নাই।"—এই কথা ১৭০ পৃষ্ঠাত আছে।

( ১১ ) ( ৯, ৩) বছাই বা প্ৰাচীন বৈশালীত ( J B O R S : 5. 303; Ann report arch sur India, 1903-4, plate 40 ) এটি টেৰাকোটা মোহৰ পোৱা গৈছে ; এই মোহৰটো এই ৰাণীৰে আছিল যেন বোধ হয়। এই মোহৰটোত লুপ্ত নাটত থকাৰ দৰেই একে ধৰণতে ৰাণীগৰাকীৰ নাম দিয়া আছে—( ধ্রুবস্বামিনী )। যদি 'ভবিষ্যোত্তৰ পুৰাণৰ'পৰা দিয়া উদ্ধৃতিটো গ্ৰহণযোগ্য বুলি বিবেচিত হয় ( eq. M. Krishnamachariar, hist. classical Sakt. literature, Madras Poona 1937,intr pp cii-civ), তেন্তে আমি গুপ্তসকলৰ বিষয়ে আৰু কেতবোৰ কথা জানিম। অৱশ্যে এই বিষয়ৰ সকলোবোৰ চলিত পুথি দুটি সমালোচনামূলক ভাষ্য এটি তৈয়াৰ কৰাৰ প্ৰয়োজন হ'ব। এই পুৰাণখনৰ সুত্ৰকবোৰৰ মূল সম্বন্ধে আমি অতি সন্দিহান, ইয়াৰ তুলনাত আনবোৰ পুৰাণ যথেষ্ট নিৰ্ভৰযোগ্য বুলিয়েই ক'ব লাগিব।

( ১২ ) ( ৯, ৪ ) ভাৰতবৰ্ষত আজি পৰ্যন্ত বস্তুবিনিময় অথবা খাটনিৰ যোগেদি ধন পৰিশোধ কৰাৰ ৰীতি চলি আছে। এনে পৰিশোধৰ বা আদান-প্ৰদানৰ পৰিমাণ যথেষ্ট বেছি। এনেবোৰ ক্ষেত্ৰত নগদ ধন দিয়া সাধাৰণতে দেখা নাযায়। জাতীয় সমীক্ষা ( Sample survey . India, 1956-99 ) এটিৰ ফলাফলৰপৰা বুজা যায় যে ভাৰতবৰ্ষত এতিয়াও শতকৰা ৪০ ভাগ ব্যৱহৃত দ্ৰব্যৰ মূল্য এনেদৰে পৰিশোধ কৰা হয় , অৱশ্যে তাকে গাঁৱত শতকৰা ৪৩ ভাগ আৰু নগৰত শতকৰা ১১ ভাগ বুলি ধৰা হৈছে। এই সমীক্ষাৰ "ৰেঞ্জ" সম্পৰ্কে নিশ্চয়কৈ একো ক'ব নোৱাৰি।

( ৯, ৫ ) ব্ৰাহ্মণৰ যি টুকুৰা মাটি দিয়া যায, তাত তেওঁ নিজে বা আনৰ হতুৱাই খেতি কৰাই তাৰপৰা যি পাৰে আয় কৰে। ব্ৰাহ্মণে যিবোৰ গাওঁ পাইছিল, সেইবোৰৰ যি আয় ৰাষ্ট্ৰৰ ঠাইত দানৰ পাত্ৰই পাব, তাৰ পৰিমাণ নিৰ্দিষ্ট থাকে। কিন্তু দানৰ পাত্ৰই পতিত মাটিত নতুন মানুহ বহুৱাবলৈ আৰু তাৰ অংশবিশেষত খেতি কৰিবলৈ স্বত্ব পায়। এইবিলাক মাটিৰপৰা সততে ওপৰঞ্চি লাভ হৈছিল। এনে ধৰণৰ দখলীস্বত্ব শেহৰ যুগৰ সামন্ত সমাজৰ খেতিৰ আঁহি আছিল ।

( ১৪ ) ( ৯, ৬ আৰু ১০, ৩।৪ ) হাইদৰ আলিয়ে ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিৰুদ্ধে ভালধৰণে গৰিলা যুদ্ধ চলাইছিল। কৰ্ণেল উডে হাইদৰে আলিলৈ এখন চিঠি দি তেওঁক যুদ্ধলৈ উদগাই এইদৰে লৈখিছিল বোলে ডাঙৰ ৰজাই সামান্য পদাতিক বাহিনী আৰু কেইটিমান হিলৈৰ সন্মুখীন হ'বলৈ ভয় কৰি পলাই যোৱাটো অপমানৰ কথা। ইয়াৰ উত্তৰত হাইদৰ আলিয়ে চমুকৈ লৈখিছিল, "সময়মতে তুমি মোৰ যুদ্ধৰ কৌশলৰ কথা গম পাবা। মই মোৰ অশ্বাৰোহী সেনাক

ততাতৈয়াকৈ হিলৈৰ সন্মুখীন হ'বলৈ কিয় পঠাম ? মোৰ এটা ঘোঁৰাৰ দাম এহেজাৰ টকা, তোমাৰ হিলৈৰ গুলী এটাৰ দাম মুঠেই দুপইচা। মই তোমাৰ সেনাবাহিনীকহে পদযাত্রা কৰি আহি থাকিবলৈ ক'ম, যাতে পদযাত্রা কৰি কৰি সেনাবোৰৰ ভৰি উখহে। শেহত তুমি এনে ঠাই পাবাহি, য'ত এডাল ঘাঁহো নগজে আৰু এটোপাল পানীও পাবলৈ নাই। তোমালোকৰ ঢোল বাজিলেই মই তোমালোক অহাৰ কথা গম পাম ; গতিকে মই ক'ত থাকো তাকো মাহেকে পষেকেও গম নাপাবা। মই তোমাৰ সেনাবাহিনীৰ সৈতে যুঁজ কৰিম, কিন্তু মোৰ ইচ্ছামতেহে কৰিম, তোমালোকৰ ইচ্ছামতে নহয়" ( FOM ; 2, 300,1 )। যেনে কথা তেনে কাম। যেতিয়া হাইদৰ আলিয়ে প্ৰতি আক্ৰমণ কৰিলে, তেতিয়া উভৰ গোটেই বাহিনীটো শ্ৰান্ত আৰু বিভ্ৰান্ত হৈ পৰিল। আক্ৰমণ ইমান প্ৰচণ্ড আছিল যে, উভৰ সমগ্ৰ বাহিনীটো নিশ্চিহ্ন হৈ গলহেঁতেন। শেষত যেনিবা সময়মতে সাহায্য পালেহি আৰু সেইকাৰণে উভৰ সেনা সম্পূৰ্ণৰূপে নিশ্চিহ্ন নহ'ল। মাৰাঠা সেনাবোৰে কৰা সফল যুদ্ধবোৰো একে ধৰণৰ। খুব বেগেৰে এই সেনাবোৰে চলাচল কৰে ; সুচল ঠাই আৰু আচম্বিত আক্ৰমণ সম্ভৱপৰ যেন দেখিলেই সিহঁত খণ্ডযুদ্ধত প্ৰবৃত্ত হয়।

১৫। (১০,২) বিজয়নগৰ সাম্ৰাজ্যৰ গঠন প্ৰণালী পৰীক্ষা কৰিলে তলৰপৰা হোৱা সামন্তবাদী সমাজৰ বাণিজ্য আৰু পণ্য-দ্ৰব্য উৎপাদন ব্যৱস্থাৰ কথা জানিব পাৰি। চৌৰিঙ্গপটম, বংকপুৰ, গেৰসোপ্পা, কালিকট, ভতকল আৰু বকনুৰ আদি ঠাইৰ প্ৰধান দলপতিবোৰ প্ৰত্যেকেই কাৰ্যতঃ স্বাধীন আছিল ; তেওঁলোকে মাত্ৰ নগদ কৰ দিব লাগিছিল আৰু প্ৰত্যেকজনেই সেনাবাহিনীৰ দ্বাৰা নিৰ্দিষ্ট ন'হলে কৰ তুলিব নোৱাৰিছিল। সম্ৰাট দুৰ্বল হ'লে সামন্তবোৰৰ ৰক্ষিত সেনাই তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। এনে সময়ত প্ৰত্যেকজন ক্ষুদ্ৰ 'নায়কে' ৰজা হ'বলৈ বিচাৰিছিল। সেই কাৰণে বিজয়নগৰ সম্ৰাটে দিল্লীৰ চুলতানসকলৰ দৰে কেতবোৰ ঠাই নিজৰ হাতত ৰাখিব লাগিছিল। তেও' যে আটাইতকৈ ডাঙৰ সামন্ত প্ৰভু তাক প্ৰদৰ্শন কৰিবৰ অৰ্থেই যেন এনে কৰা হৈছিল। ৰাজহৰ পৰিমাণ আৰু সেই ৰাজহক সোণলৈ পৰিবৰ্তিত কৰাৰ শক্তি ডাঙৰ বাণিজ্যৰ ওপৰতহে খাইকৈ নিৰ্ভৰ কৰিছিল ; তাৰ বাবে বন্দৰবোৰ নিয়ন্ত্ৰণ কৰাৰ আৱশ্যকতা আছিল। দিল্লীৰ চুলতানসকলৰো এই একেটা সমস্যাই আছিল।

গুজৰাট আৰু বঙ্গদেশৰ বন্দৰবোৰৰ ওপৰত নিয়ন্ত্ৰণ নথকাৰ সময়ত দিল্লীৰ চুলতানসকলে পুনৰ আগৰ দৰে নিৰ্দ্ধাৰিত পৰিমাণৰ শস্য-কৰ তুলিব লগা হৈছিল। গতিকে এনে সময়ত মুজিয়মৰ যোগান নাছিল বুলিয়েই ক'ব পাৰি। সেইকালত

হোচপোটত এখন toll gate বা যাতায়াত চকী আছিল; বিজয় নগৰৰপৰা পশ্চিম উপকূলৰ বন্দৰবোৰলৈ যোৱা বহল আলিবাটৰ শেষ বিন্দুত এই চকী অৱস্থিত। বছৰি ১২,০০০ পৰদাও'ৰ বন্দৰাস্তিত এই চকী আনক দিয়া হৈছিল। ইয়াৰ উপৰিও বৃহৎ পুখুৰী আৰু পানীযোগান ব্যৱস্থাৰপৰা আয় হৈছিল আৰু ২০,০০০ 'পৰদাও'। এই ঠাইৰ অৱশিষ্ট অঞ্চলবোৰৰপৰা পোৱা ৰাজহ ১০,০০০ পৰদাওতকৈ কম আছিল। অৱশ্যে এই লাভৰ এটা ভাগ ৰজাৰ উঁৰালত সোমোৱা বাবে আয়ৰ পৰিমাণ কমি গৈছিল (মাৰ্কপ'লই পাওা ৰজাসকলে গুপ্ত ধন ৰখাৰ কথা বৰ্ণাই গৈছে)। কাৰণ, ৰজাৰ সঞ্চিত ধনৰ ভাণ্ডাৰ উত্তৰাধিকাৰসকলে লাভ কৰাৰ কোনো উপায় নাছিল। ৰাজহৰ খুব কম ধনহে পুনৰায় আৱশ্যকীয় কামত ব্যৱহৃত হৈছিল। পানীৰ ভঁৰাল বন্ধা বা নলা খন্দাৰ কামত লগাবলৈ এই টকা বিনিয়োগ কৰা হোৱা নাছিল। মন্দিৰবোৰে উন্নতিত একো সহায় কৰা নাছিল। অথচ ৰাজকীয় ধৰ্মস্ব আৰু মন্দিৰৰ নটীসকলৰপৰা সুকীয়াকৈ যথেষ্ট ৰাজহ আয় হৈছিল। ১৫৬৫ খ্ৰীঃত বিজয়নগৰ ধ্বংস হ'লত পৰ্তুগীজ সদাগৰবোৰ বিপদত পৰে। কাৰণ, এই সদাগৰসকলৰ হাতত উক্ত সাম্ৰাজ্যৰ অতি লাভজনক বেপাৰবোৰ একচেটীয়া অধিকাৰত আছিল। পৰ্তুগীজসকলে ইয়াৰপৰা মিহি কাপোৰ আৰু মচলা বাহিৰলৈ পঠিয়াইছিল আৰু আমদানী কৰিছিল ঘোঁৰা আৰু 'বুলিয়ন'। সদাগৰীয় বাণিজ্যৰ ক্ষেত্ৰত মুছলমান আৰু পৰ্তুগীজসকলৰ মাজত তয়ামযা শত্ৰুতা আৰু প্ৰতিযোগিতা হৈছিল, বন্দৰ অধিকাৰৰ বাবে যথেষ্ট কন্দলো ঘটিছিল (গোৱা লৈও কাজিয়া হৈছিল)। সেইবাবে মুছলমানৰ লগত বাণিজ্য বন্ধ হৈ আছিল। এই কন্দলৰ ছলতে গোৱাত Inquisitionৰ (যাজকৰ শাসন) সুদৃঢ় কৰা হ'ল আৰু তাৰ ফলস্বৰূপে হিন্দু-মুছলমানৰ মাজত সম্পৰ্ক আৰু বেয়া হ'বলৈ ধৰিলে। বৃহৎ শক্তিৰূপে পৰ্তুগালৰ পতন আৱশ্যম্ভাৱী হৈ পৰিল, স্পেইনৰ স্থল-শক্তি বঢ়াৰ লগে লগে; ওলন্দাজ আৰু ইংলণ্ডৰ নৌ-শক্তি বৃদ্ধি হোৱাও পৰ্তুগালৰ পতনৰ আন দুটা ঘাই কাৰণ। কিন্তু পতনৰ আচল কাৰণ বিজয়নগৰৰ ধ্বংস; গোটেই উপদ্বীপ অঞ্চলত শাসন বিস্তৃত কৰা এই বিৰাট হিন্দু সাম্ৰাজ্যখনৰ লগত বাণিজ্যৰ সম্পৰ্ক ৰহিত হৈ যোৱাটোৱেই পৰ্তুগালৰ পতনৰ ঘাই কাৰণ।

# ABBREVIATIONS AND BIBLIOGRAPHY


AB Aitareya Brahmana, translation by A. B Keith, in HOS 25.

ABIA Annual Bibliography of Indian Archaeology (Leiden)

ABORI Annals of the Bhandarkar Oriental Research Institute (Poona).

AI Ancient India (Archaeological Dept. Publication, nos 1-11).

Alb Albiruni's India trans. Ed. Sachau, 2 vol. London 1910. 2 vol. in one London 1914. Albiruni was a Khwarizmian (973-1048 A D). This work was written about 1030 A D.

Arth The Arthasastra of Kautilya (otherwise known as Canakya, Visnugupta, and Kautilya) Ed T Ganapati Sastri, TSS. 79, 80, 82. Also, 2nd ed (text) R Shama Sastry, Mysore 1924; the same scholar's word index to Arth. (3 vol, Mysore 1925) is indispensable, but his English translation (3rd ed, Mysore 1929) leaves much to be desired The best available translation, though not be used uncritically, is still that of J J. Meyer "Das altindische Buch vom Welt and Staatsleben, Das Arthasastra des Kautilya" (Leipzig 1926) cf. also Meyer's "Ueber das Wesen der Altindischen Rechtsschriften und ihr Verhaltnis Zu einander und zu Kautilya" (Leipzig 1927) valuable analysis, without an index The Marathi translation of Arth by J S Karandikar and B. R Hivargaokar (2 vol. Karjat 1927-9) cannot be recommended

ASWI Archaeological Survey of Western India, particularly, vol IV (1876-9) where the caves used in the present work are described, though not too well, even with the supplementary aid of Burgess's Buddhist Cave Temples

AV The Atharva-veda, mostly from W. D. Whitney's translation, HOS. 7-8; also the selections translated by M. Bloomfield, SBE 42

BASOR Bulletin of the American Schools of Oriental Research.

Bat. "Selections from the travels of Ibn Battuta (1325-1354)", trans. H. A. R. Gibb (London 929, reprinted 1939; "The Broadway Travellers".

Beal Ta-Tang-Si-Yu-Ki: Buddhist records of the western world, translated from the Chinese of Hiuen Tsang (A D. 629) by Samuel Beal; 2nd vol., London 1884; the introductory portion contains a translation of Fa Hian's travels, and other documents.

BBFEO Bulletin de l'Ecole Francaise de l'extreme Orient.

BJ Francis Buchanan : "A Journey from Madras through the countries of Mysore, Canara and Malabar performed under the orders of the Most Noble the Marquis of Wellesley, Governor General of India for the express purpose of investigating the state of Agriculture, Arts, and Commerce, the Religion, Manners and Customs, the History Natural and Civil, and antiquities, in the dominion of the Rajah of Mysore and the countries acquired by the Honourable East India Company in the late and former wars, from Tippoo Sultaun" (3 vol. London 1807 ; 2nd ed. in 2 vol., Madras 1870).

B-P. B. H. Badem-Powell · The land-systems of British India (3 vol Oxford 1892) The work is a handy digest of the Settlement Reports, most of which are not available to the ordinary reader, though the unsubstantiated theorizing about history and races should be ignored. The same author's Manual (of the Land Revenue System and Land Tenure of British India, Calcutta 1882) abbreviates the facts without cutting down the theories

BPL George A Grierson : Bihar Peasant Life 2nd ed. Patna 1926.

Brough J. Brough : "The early brahmanical system of gotra and pravara" (a translation of the gotra-pravara-manjari of a medieval author, Purusottama). Cambridge, 1953.

BrUp Brhadaranyaka Upanisad.

BSOAS Bulletin of the School of Oriental and African Studies (of the University of London).

CAI The Cambridge History of India, vol I, "Ancient India", ed E J Rapson, Cambridge 1922, 1935.

ChUp. Chandogya Upanisad.

Crooke W. Crooke : "Rural and agricultural glossary for the N. W. Provinces and Oude (U.P.)" (Calcutta 1888).

Cullavagga SBE. 20

DB "The book of Duarte Barbosa" (1500-1517 ; from the Portuguese text, Lisboa 1812), trans. M. L. Dames (London 1918, Hakluyt Society no. 44).

DHI Louis de la Valle Poussin : "Dynasties et histoire de l'Inde depuis Kaniska jusqu'aux invasion musulmanes" (Paris 1935).

DKA F. E. Pargiter : "The Purana text of the Dynasties of the Kali Age" (Oxford 1913) ; synoptic text and translation of the historical portion of the puranas, still standard. For a general critical analysis of the puranas, see R. C. Hazra : "Studies in the Puranic records on Hindu rites and customs". Dacca 1940.

DN Digha-Nikaya (Pali Text Society's edition).

DR A. Shakespeare : "Selections from the Duncan Records" (Benares 1873, 2 vol.). With this should be read the "Selections from the revenue records North West Provinces" (Allahabad 1873).

ED H. M. Elliot (ed. J Dowson) · The history of India by its own historians ; the Muhammadan period" (8 vol. London 1867+).

EI Epigraphia Indica (publication of the Archaeological Dept., for Indian inscriptions)

Fer. J. Briggs's translation of Md Kasim Fenshta's "History of the rise of the Mohammadan power in India till the year A. D. 1612" ; original edition, London 1829 , edition used, 4 vol Calcutta 1908-10

Fick R Fick "Die sociale Gliederungim nordostlichen Indian zu Buddhas Zeit mit besonderer Rucksichtigung der Kastenfrage vornehmlich auf Grund der Jataka dargestellt". (Kiel 1897)

Fleet J. F. Fleet . "Inscriptions of the early Gupta kings and their successors" (Corpus Inscriptionum Indicarum III, Calcutta 1888). A revision has been announced, but not yet published, nor the supplementary volume of Satavahana and other epigraphs.

FOM Oriental Memoirs , a narrative of Seventeen years residence in India by James Forbes Esq F R. S , 2nd edition revised by his daughter the countess of Montalembert 2 vol London 1874. Forbes arrived in Bombay as Writer to the government in 1766 and sailed for home in 1784.

Har The Harsacaritam of Bana , Sanskrit text, with commentary of Samkarakavi, Bombay 7th ed (Nirnaysagar) 1946 ; I have had the still unpublished commentary of Ranganatha (Madras Govt MSS. collection R 2703) copied out for my use The English translation by E. B. Cowell and F W. Thomas (London 1897, reprinted 1929 ; Royal Asiatic Society Oriental Trans. Fund), is useful, as is the (sometimes rather uncritical) analysis and comment in Hindi by V. S. Agrawala (Harsacarita, eka samskrtika adhyayana, Patna (1953)

HOS Harvard Oriental Series (Harvard University Press, Cambridge Mass USA).

IA Indian Antiquary.

JAR Indian Archaeology, a Review ; begun 1953-4, with a second number for 1954-5, apparently not for sale to the general public, but a valuable survey of recent archaeological work.

IG Imperial Gazetteer of India (new edition) 26 vol., Oxford 1907-9, With this should be taken the various provincial gazetteers of which little use has been made in this work as they are all sadly out of date, but many of which (e. g. Gazetteer of the Central Provinces of India ; ed. Charles Grants, Nagpur 1870) contain valuable information about tribal life of the period.

IHQ Indian Historical Quarterly.

INDIA Annual published since 1953 by the Publication division of the Ministry of Information & Broadcasting, New Delhi; compiled by its Research and Reference section. This gives the statistics and general information of interest for the whole country.

ITM L de la Vallee Poussin : "L 'Inde aux temps des Mauryas et des barbares, Grecs, Scythes, Parthes et Yue-Tchi" (Paris 1930).

JA Journal Asiatique.

JAOS Journal of the American Oriental Society.

JASB Journal of the Asiatic Society of Bengal (three series, the society having once been changed into the 'Royal Asiatic Society', and afterwards merely the 'Asiatic Society'). The numismatic supplements to the middle series are paged separately

Jat Pali text in Roman ed V Fausboll 'The Jataka together with its commentary, being tales of the anterior births of Gotama Buddha" 7 vol London 1877-97 The English translation by various scholars is far less competent than the German by Julius Dutoit · "Jatakam-Das Buch der Erzahlungen aus fruheren Existenzen Buddhas" (7 vol Munchen 1906-1921)

JBBRAS Journal of the Bombay Branch of the Royal Asiatic Society

JBORS Journal of the Bihar and Orissa Research Society (now only the Bihar Research Society)

JNSI Journal of the Numismatic Society of India

JOR Journal of Oriental Research, Madras (from the Kuppuswami Sastri Research Institute Mylapore, Madras).

JRAS Journal of the Royal Asiatic Society of London.

Kern Der Buddhismus und seine Geschichte in Indien; translated into German from the Dutch of Henrik Kern by H. Jacobi; 2 vol. Leipzig 1882, 1884. Treats of the Buddha as a myth, but with good presentation of the canonical source material.

KSS The Katha-sarit-sagara of Somadeva-bhatta, Sanskrit text, 4th ed. (Nirnaysagar) Bombay 1930; the excellent translation by C. H. Tawney, edited with explanatory notes, appendices, and index, by N. M. Penzer as "The Ocean of Story", 10 vol. London 1924 ff. is indispensable for finding anything.

Luders H. Luders: "List of Brahmi inscriptions from the earliest times to about A. D. 400 with the exception of those of Asoka", Appendix to EI vol. 10 D. R. Bhandarkar's list in EI 19-20 revised that of Kielhorn in EI 5 and 8; both are much less useful than those of Luders. A general list seems to be under publication by the Department of Archaeology.

Mahavagga SBE. 13,17.

Mbh. The Mahabharata, for the first time critically edited by Visnu S. Sukthankar (With the cooperation of many others). Poona 1933, the work is still being carried on, though less competently after Sukthankar's death in 1943 For finding the relevant material quickly, those who (like me) read Sanskrit far more slowly than English would be helped by P C. Roy's English translation (continuously reprinted since the first edition in the 1880's of the inflated vulgate text

Meg. J W. McCrindle: "Ancient India as described by Megasthenes and Arrian" (Calcutta 1926, badly reprinted from IA 1876-77). The text was published as selections of the quotations or reports of Megasthenes which survive in Strabo, Diodorus, Siculus and others by E. A Schwanbeck, Bonn 1946. For Diodoros, I have used the edition by Dindorf and Latin translation of Carl Muller, Paris 1878.

MEI Montgomery Martin: "The history, antiquities, topography and statistics of EASTERN INDIA, comprising the districts of Behar, Shahabad, Bhagalpoor, Goruckpoor, Dinajpoor, Puraniya, Rungpoor, and Assam, in relation to their geology, mineralogy, botany agriculture, commerce, manufactures, fine arts, population, religion, education, statistics & c., surveyed under the orders of the supreme government and collated from the original documents at the E. I. House, with the permission of the honourable court of directors" (3 vol. London 1838). This is a trimmed copy of Francis Buchanan's reports. The reader would not be able to guess that the original work was by Buchanan. The original reports pertaining to Bihar districts have later been published by the Bihar and Orissa Research Society, under Buchanan's name

MN Majjhima Nikaya

Mor. W H Moreland: (A) "The agrarian system of Moslem India" (Combridge 1929) (B) "India at the death of Akbar" (London 1920) (C) "From Akbar to Aurangzeb" (London 1923).

MP Milindapanho; Pali text ed. R. D. Vadekar (Bombay 1940) English translation SBE 35,36.

Ms Manusmrti. Sanskrit text with commentary of Kulluka, Bombay (Nirnaysagar, 9th ed.) 1933; with the commentary of Medhatithi, ed Ganganath Jha. 3 vol. Calcutta 1932-39 (Bibliotheca Indica 1516, 1522, 1533). English translation by G. Buhler, SBE 25.

NDG George A. Grierson: "Notes on the district of Gaya" (Calcutta 1893).

PE Asoka's Pillar edicts by number, as edited in the Corpus Inscriptionum Indicarum (with English translation) vol. I, new edition by E. Hultzsch (Oxford, 1925).

Raj. "Kalhana's Rajatarangini, a chronicle of the kings of Kasmir" trans. M. A. Stein, 2 vol. London 1900 ; most useful for its notes, without which the Sanskrit texts edited by Stein, Durga Prasad, and others would be incomprehensible.

RE. Asoka's Rock Edicts by number, text and translation as for PE.

RV The Rgveda ; text with commentary of Sayana, 4 vol., Poona 1933-46. Used therewith, Grassmann's Worterbuch zum RV, and the German translation by A. Ludwig, 6 vol. Prag. 1876-88.

SB. Satapatha Brahmana ; mostly, from the translation of Julius, Eggeling, SBE, 12,26,41,43,44.

SBE. "Sacred Books of the East". A series of English translations by various scholars, under the general editorship of F. Max Muller, published at Oxford, mostly in the last twenty years of the 19th century.

Schoff W. H. Schoff trans : "Periplus of the Erythraean sea, travel and trade in Indian Ocean by a merchant of the first century" (New York 1912). The text is from the edition of C. Muller Geographici Graeci Minores, Paris 1855 and B. Fabricius Leipzig 1883. Schoff's dating of the original to 60 A. D. may not be acceptable if the king Mambanus, presumably a corrupt reading for Nambanus is taken as Nahapana, but it would be difficult to date the work beyond 90 A. D. See also W. McCrindle, IA.8 108-151.

Strabo The text and translation of his Geography, particularly the XVth book, by H. L. Jones in the Classics have been consulted. Translations quoted here are mostly those by J. W. McCrindle in Meg. and in "Ancient India as described in classical literature" (London 1901), the last of McCrindle's six volumes of sources in translation. That volume also contains excerpts from Pliny, Kosmas Indikopleustes and others.

Tar. Anton Schiefner : "Taranathas Geschichte des Buddhismus in Indien aus dem Tibetischen ubersetzt" St. Peterburg 1869.

TS. A. B. Keith (Trans.) "Veda of the Black Yajus School", HOS 18-19.

TSS Trivandrum Sanskrit Series.

Var. "The itinerary of Ludovico Varthema of Bologna" from 1502 to 1508 ; trans. J. W. Jones, 1863 ; special edition, London 1928.

Yule "Cathay and the way thither" by H. Yule, 2nd. ed. H. Cordier, 3 vol. London 1913-5 (Hakluyt Society nos. 38.33,37).

ZDMG Zeitschrift der Deutschen Morgenlandischen Gesellschaft.

---